

# DEVI

A critical study of the Sakti Cult with special reference to the Sakta Wave in Assam by Dr Nirmalprabha Bardoloi Head of the Deptt. Assamese, Gauhati University and published by Sahitya-Prakash Tribune Buildings Guwahati-781003 Price Rs 90.00 (Rupees Ninety) only

* প্ৰকাশক
  সাহিত্য-প্ৰকাশ ॥ ট্ৰিবিউন বিল্ডিংছ ॥
  গুৱাহাটী-৭৮১০০৩

* মুদ্ৰক
  ট্ৰিবিউন প্ৰেছ ॥ গুৱাহাটী-৭৮১০০৩

* মূল্য ॥ ৯০.০০ (নবৈব টকা) মাত্ৰ ॥

* প্ৰথম প্ৰকাশ ॥ ডিচেম্বৰ ১৯৮৬ ॥
* দ্বিতীয় প্ৰকাশ ॥ ডিচেম্বৰ ১৯৮৯ ॥
* তৃতীয় প্ৰকাশ ॥ জুন ১৯৯৫ ॥

* প্ৰচ্ছদপট আৰু অলংকৰণ ॥ ত্ৰৈলোক্য দত্ত ॥
  গুৱাহাটী-৭৮১০০৩

উৎসর্গ.

পূজনীয়া মা

৺ মুক্তাদেবীর

সজল স্মৃতিতে

# স্বাগতম

সশ্ৰদ্ধ প্ৰণিপাত জনাই সুধীসমাজক তোৰণতে জনাব খুজিছো যে “দেৱী” মোৰ এক বিনম্ৰ প্ৰয়াস। এই গ্ৰন্থ শাক্ত মতবাদ অথবা তন্ত্ৰবাদ প্ৰচাৰৰ মাধ্যম নহয়, এই গ্ৰন্থ এক সম্পূৰ্ণ বিদ্যায়তনিক অধ্যয়নহে।

‘দেৱী’ ৰচনা কৰাৰ দৰে মোৰ কাৰণে দুঃসাধ্য, কঠিন কাম এটাত মই কিয় হাত দিলো মই নিজেকেই প্ৰশ্ন কৰোঁ। তাৰ উত্তৰ অন্তৰে দিলে যে দেৱীৰ বিষয়ে জনাৰ একান্ত আগ্ৰহেই এই অধ্যয়নত মোক প্ৰবৃত্ত কৰালে।

বিশ্ববিদ্যালয়লৈ আহোঁতে যাওঁতে সদায় কামাখ্যা মন্দিৰ দেখি যাওঁ। মনত সদায় ভাব হয় কামাখ্যাৰ সম্পূৰ্ণ ইতিহাস জানিবলৈ পোৱা হলে। তাৰ কাৰণে সমল ক'ত? বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগ, সংস্কৃত বিভাগ অথবা ইতিহাসৰ বিভাগত কামাখ্যাৰ বিষয়ে অথবা লোকদেৱীসকলৰ বিষয়ে গভীৰ গৱেষণা হৈছে নেকি? নাই, তেনেধৰণৰ বিশেষ অধ্যয়ন এতিয়ালৈকে হোৱা নাই। প্ৰাতঃস্মৰণীয় গুৰু ডঃ বাণীকান্ত কাকতিদেৱৰ “মাদাৰ গডেছ্ কামাখ্যা” নামৰ এখনমান পুথিখনেই বি সমল।

নীলাচল পাহাৰত অৱস্থিত কামাখ্যাৰ থান প্ৰাগ-ঐতিহাসিক কালতেই প্ৰতিষ্ঠিত এক অতি গুৰুত্বপূৰ্ণ স্থান। দেৱী কামাখ্যাৰ সৈতে অসমৰ সংস্কৃতিৰ পৰম্পৰা গভীৰ দিশ এটা জড়িত হৈ আছে। পশ্চিমত কামাখ্যা পূবত কেঁচাইখাতী (পূৰ্ব কামাখ্যা), এই দুয়োখনি অতি প্ৰসিদ্ধ শক্তিপীঠৰ মাজত আৰু আশে-পাশে বিৰাজ কৰিছে অজস্ৰ আইথান, দেৱী মন্দিৰ আৰু দেৱী মন্দিৰৰ ভগ্নাৱশেষ। দেৱী ভাস্কৰ্যও অসমৰ বিভিন্ন স্থানত আৱিষ্কৃত হৈছে। মহাসমাৰোহেৰে আজিকালি অনুষ্ঠিত হোৱা দুৰ্গা পূজা, সৰস্বতীপূজা, লক্ষ্মীপূজা, কালী পূজা, জগদ্ধাত্ৰী পূজাৰ উপৰিও অসমৰ মনসা পূজাৰ নিজা ৰূপ আছে, মনসা পূজাৰ লগত জড়িত গীত আৰু দেওধনী নৃত্য আছে, উগ্ৰতাৰাৰ দৰে

জলকুণ্ডৰ বৈশিষ্ট্য থকা প্ৰাচীনতম উপাসনা মন্দিৰ আছে, শীতলাৰ সন্তোষৰ কাৰণে অসমৰ লোকসমাজত গোৱা অতি সুমধুৰ "আইনাম"ৰ প্ৰাচীন কালৰে পৰা এতিয়ালৈকে প্ৰচলন আছে। কামাখ্যাৰ অম্বুবাচী উৎসৱৰ প্ৰসিদ্ধি আছে আৰু প্ৰাচীনতা এই উৎসৱলৈ ভাৰতৰ বিভিন্ন প্ৰান্তৰৰ মানুহৰ দিনে দিনে অধিক সমাগম হৈছে। কামাখ্যাত তন্ত্ৰসাধনাৰ (শৱ সাধনা, শ্মশান সাধনা প্ৰমুখ্যে) বিষয়েও অজস্ৰ কিম্বদন্তী আছে। কামাখ্যাৰ সকলোতকৈ গুৰুত্বপূৰ্ণ কথা হল যে কামাখ্যা এক যোনি দেৱী। তান্ত্ৰিকতাৰ ফালৰ পৰাও কামাখ্যাই সৰ্বভাৰততে এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আছে। বহুত পণ্ডিতে কামাখ্যাক কেন্দ্ৰ কৰিয়েই তান্ত্ৰিকতাৰ উদ্ভৱ ভাৰতৰ এই পূব প্ৰান্ততেই হৈছিল বুলি আনকি মত প্ৰকাশ কৰিছে।

তান্ত্ৰিকতাক প্ৰেৰণা দিয়া, শক্তিৰ প্ৰতীকৰূপা এই যোনি দেৱীৰ পটভূমি কেনে? প্ৰাচীন কামৰূপৰ এনে যোনি দেৱী পৃথিৱীৰ অন্য ঠাইত আছেনে? প্ৰবল এই শাক্ত তৰঙ্গ অসমত কেতিয়াৰে পৰা প্ৰবাহিত হল? ভাৰতীয় মূল সুঁতিৰ পৰাই ই প্ৰবাহিত হৈ আহি অসমত থানিকা পাতিলেহি নে অসমৰ শক্তিধাৰাত অসমৰ নিজৰো স্বকীয়া অৱদান আছে? অসমৰ জন-জাতীয় সকলৰ সংস্কৃতিত দেৱী পূজাৰ পৰম্পৰা আছেনে? মাতৃপ্ৰধান সমাজ ব্যৱস্থাত উৰ্বৰতাৰ কামনাৰে মাতৃ উপাসনা থকাটো স্বাভাৱিক। অসমৰ জনজাতীয় সমাজৰ মাতৃ উপাসনাৰ ধাৰা যদি কিবা আছে তাৰ ৰূপ কেনে? অসমৰ দেৱীমন্দিৰৰ স্থাপত্য, ভাস্কৰ্য্যৰ স্বৰূপ কেনে? পূজা-পাতলৰ ধ্যান-মন্ত্ৰ কেনে? বহুতো শাক্ত-সাহিত্য বিশেষকৈ কালিকা পুৰাণ, যোগিনী-তন্ত্ৰতো অসমতে লিখা হৈছিল। ঔপন্যাসিক সম্ৰাট ৰজনীকান্ত বৰদলৈদেৱে তাম্ৰেশ্বৰী তথা কেঁচাইখাতী গোঁসানীক কেন্দ্ৰ কৰি 'তাম্ৰেশ্বৰী মন্দিৰ' নামৰ উপন্যাসো লিখি থৈ গৈছে। এই প্ৰশ্নবোৰে উত্তৰ দিবনে? তন্ত্ৰ মানেই বা কি? তন্ত্ৰ কাক কয়? কাক সুধিম। কাৰোবাক সুধিলেও উত্তৰ পাওঁ মৌন, ৰহস্যময় এক হাঁহিহে।

মন ব্যাকুল হল। বিক্ষিপ্ত কামৰ ফুৰুঙাই ফুৰুঙাই বেদ, বেদান্ত, তন্ত্ৰশাস্ত্ৰ, শাক্ত শাস্ত্ৰ পঢ়িবলৈ আৰম্ভ কৰিলো। কামাখ্যাৰ অধ্যয়ন কেন্দ্ৰলৈ গৈ সংৰক্ষিত তন্ত্ৰ বহুদিন ধৰি পঢ়িলো, কামাখ্যাধামৰ অম্বুবাচী উৎসৱলৈ অহা বিভিন্ন ব্যক্তিক লগ ধৰি বিভিন্ন প্ৰশ্ন কৰিলো, স্থাপত্য-ভাস্কৰ্য্য চাই চাই ক্ষেত্ৰ

অধ্যয়নো যথাসম্ভৱ বিভিন্ন স্থানত কৰিলো—নাই, ক'তোৱেই মন নভৰে। ক'ত সেই ৰহস্যৰ আদি, ক'ত সেই ৰহস্যৰ অন্ত। ক'তো সংযোগ স্থাপন কৰিব নোৱাৰোঁ। সিচঁৰিত মণি-মুকুতাৰ দৰে আটাইবোৰ তথ্য বিচ্ছিন্ন, আউনীয়া। গুহ্য সাধনাৰ কথা জনা একেবাৰে অসম্ভৱ। অন্তৰৰ অনন্ত কৌতূহলে তথাপি হাৰ মানিব নোখোজে। সেয়ে উত্তৰ বিচাৰি বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰী, ষ্টেট-চেণ্ট্ৰেল লাইব্ৰেৰী, কামৰূপ অনুসন্ধান সমিতিৰ লাইব্ৰেৰী, মিউজিয়ামৰ লাইব্ৰেৰী, ডিপাৰ্টমেণ্ট অব এণ্টিকুৱিয়ান এণ্ড হিষ্টৰীকেল ষ্টাডিজৰ লাইব্ৰেৰী, কলিকতাৰ নেচনেল লাইব্ৰেৰী, এচিয়াটিক চচাইটিৰ লাইব্ৰেৰী, উৰিষ্যাৰ লাইব্ৰেৰী, দিল্লীৰ নেচনেল মিউজিয়ামৰ লাইব্ৰেৰীৰ দুৱাৰে দুৱাৰে প্ৰাৰ্থনা কৰিলো—শক্তিতত্ত্ব সম্বন্ধে মোক পোহৰ লাগে। লাইব্ৰেৰীসমূহে মোক সন্ধান দিলে এক গভীৰ অৰণ্যৰহে। শক্তিক কেন্দ্ৰ কৰি শাখা-প্ৰশাখা বিস্তাৰ কৰি কৰি কি অগাধৰূপ সেই অৰণ্যৰ। তন্ত্ৰশাস্ত্ৰ, শাক্ত শাস্ত্ৰৰ সেই অটব্য অৰণ্যত প্ৰবেশ কৰি মই যেন বাৰে বাৰে উবাদিহ হেৰুৱালো। কি কটাকটি জালিল গোপন পথৰ ৰহস্যময়তা !! এনে অৱস্থাতে উৰিষ্যাৰ কটকত বহা আন্তৰ্জাতিক অধিবেশন এখনলৈ এটা শাখাৰ সভানেত্ৰী হৈ যাওঁতে লগ পালো কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক, প্ৰাচীন ভাৰতীয় ইতিহাস আৰু স্মৃতিৰ গৱেষক পৰম শ্ৰদ্ধেয় ড° নৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্যদেৱক। তেখেতক 'মাদাৰ গডেচ্'ৰ লেখক হিচাবেহে জানিছিলো। প্ৰথম এইবাৰ লগ পাই পুলকিত হলো। মহানদীৰ পাৰৰ সেই সুন্দৰ পুৱাটোৰ কথা মোৰ সদায় মনত থাকিব। মহানদীৰ পাৰতে বহি শাক্তত্ত্ব সম্বন্ধে আমি বহুত আলোচনা কৰিলো। তত্ত্ব আৰু তথ্য গোটাই কামাখ্যাৰ বিষয়ে এখন উপন্যাস লিখিবহে খুজিছো বুলি শুনি শ্ৰদ্ধেয় পণ্ডিতজনাই ক'লে,—"উপন্যাস লেখা সদ্যহতে ৰেখে দাও। তুমি অনেক জেনেছ। তথ্য ও তত্ত্বেৰ একটা বই কৰ।" সেয়া আছিল ১৯৭৯ চনৰ আৰম্ভণিৰ কথা। নমস্য পণ্ডিত ড° প্ৰভাকৰ মাচুৱেদেৱেও একে উপদেশকে কলিকতাত দিলে আৰু কেইখনমান গ্ৰন্থ দি সহায় কৰিলে।

ইয়াৰ প্ৰায় লগে লগেই আহিল অস্থিৰ বঙ্কাৰ ছবছবীয়া সংগ্ৰামৰ দিন। বিদেশলৈ নিমন্ত্ৰিত হৈ, আন্তৰ্জাতিক চেমিনাৰৰ কাৰণে পাঁচ-ছবাৰ যোৱাৰ দিন। একমুহূৰ্তৰ জিৰণি নোহোৱা সেই দিনবোৰতো অন্তৰ পূৰ্ণহৈ

আছিল দেৱীৰ চিন্তাৰেই। "কামৰূপ" "কামাখ্যা" নামৰ তাৎপৰ্য্য, মনসাৰ কাহিনীৰ লগত কুণ্ডলিনী জাগৰণৰ দৰে সাধনাৰ ঐক্য এনে দিনবোৰৰ বিনিদ্ৰ ৰজনীতেই মনত খেলাইছিল।

ক্ৰমান্বয়ে যেন স্পষ্ট হৈ আহিল কথাবোৰ। ধাৰণা হ'ল—মানুহৰ প্ৰবৃত্তি-পৃথিৱীৰ সকলোতে প্ৰায় একে। বিভিন্ন ভৌগোলিক পৰিৱেশত, বিভিন্ন জাতীয় ( racial ) উপাদানৰ সংমিশ্ৰণত ই বেলেগ বেলেগ পৌৰাণিক বিশ্বাস বা অন্ধবিশ্বাসৰ, আচাৰ-নীতিৰ তথা ধৰ্মীয় পটভূমিৰ সৃষ্টি কৰে। সামাজিক, সাংস্কৃতিক নৃতত্বৰ গৱেষণামূলক অধ্যয়নৰ দ্বাৰা স্পষ্টভাৱেই কব পাৰি যে, সন্তান সৃষ্টিৰ অসীম ৰহস্য বহন কৰা, জীৱনদাত্ৰী মাতৃত্বই উৎপাদনৰ ( Fertilityৰ ) প্ৰতীক হ'ল। সেই বাস্তৱতাক কেন্দ্ৰ কৰি অজস্ৰ কল্পনা আৰু আবেগ-অনুভূতিৰ সৃষ্টি হ'ল, নাৰীসত্বাক মাৰ জন্মৰ লগত সম্বন্ধ থকা, শস্যৰ লগত সম্বন্ধ থকা সকলো কাৰ্য্যক মূল্য দিয়া হ'ল। সংস্কৃতিৰ বিশেষ দিশ ধৰ্ম উদ্ভাৱনৰ অন্তৰালত জীৱনৰ আৰ্থ-সামাজিক অৱস্থাইয়ে গোপনে সদায় ক্ৰিয়া কৰি আহিছে। বিভিন্ন স্তৰৰ সমৃদ্ধিৰ আকাংখাৰ দ্বাৰা ধৰ্মৰ বিকাশ আৰু নিয়ন্ত্ৰণ হৈ আহিছে। ধৰ্ম কেৱল এক উপৰুৱা বিলাস নহয়, ধৰ্ম হৈছে এখন সমাজৰ মানসিক সম্পদ। ধৰ্ম হৈছে সামাজিক মানসিকতাই বাস্তৱ প্ৰয়োজনতে গঢ় দিয়া একভাবাদৰ্শহে। মাতৃকেন্দ্ৰিক সমাজৰ উৰ্বৰতামূলক যাদুৰ ( Magic ) আদৰ্শইয়ে শাক্ত-তান্ত্ৰিক ধৰ্মৰ জন্ম দিছিল।

অসমৰ জনগোষ্ঠী আৰু সংস্কৃতিত জনজাতীয় উপাদান অজস্ৰ। অসমৰ জনজাতিসকলৰ মাজত মাতৃপ্ৰধান ধাৰা আছে। সেই দৃষ্টিৰেও অসমৰ শাক্ত প্ৰবাহত জনজাতীয় মাতৃ উপাসনাৰ সোঁত কিমানদূৰ সোমাইছে সেই কথাও নিশ্চয় বিচাৰ্য্য। কিন্তু এনে স্বাক্ষৰৰ বাবে ইতিহাস কব পৰা তেনে কোনো শিলালিপি, তেনে কোনো স্থাপত্য ভাস্কৰ্য্য, তেনে কোনো চিত্ৰ, সাহিত্য পাবলৈ নাই। বিভিন্ন ধাৰাৰ মিলন-মিশ্ৰণে সকলো প্ৰায় একাকাৰ কৰি পেলালে। আত্মসজাগতা, অনুসন্ধিৎসা নথকাৰ কাৰণেই স্বাক্ষৰৰ চিন্তাই হয়তো নহল। নানা অৰ্থৰ ধুমুহা-বৰষুণত ক্ষয় হৈ হৈ, নিশ্চিহ্ন প্ৰায়হৈ যোৱাৰ পিছত, আৰ্থ-সামাজিক ব্যৱস্থাৰ ক্ৰম পৰিবৰ্তনৰ লগে লগে পাশ্চাত্য ভাব বিস্তাৰৰ লগে লগে বিশ্বাস-অবিশ্বাসৰ দোমোজাত পৰি পৰি পৰম্পৰাক ক্ৰমান্বয়ে কৰ্ষণ কৰিবলৈ এৰি দিয়াৰ পটভূমিত তথ্য বিচৰা কথাটো অন্ধকাৰত

মন্ত্ৰৰ অভিযান বুলিছে কৰ পৰা যায়। সেয়ে 'যোনি' বুজোৱা চীনা ভাষাৰ 'খাম' শব্দই 'কামাখ্যা' শব্দৰ উৎস নেকি (পশ্চিম চীনৰ পৰা ইণ্ডোনেচিয়া আৰু ব্ৰহ্মদেশলৈ আৰু তাৰ পৰা অসমলৈ বহুতো জনজাতিৰ প্ৰব্ৰজন ঘটিছিল) এনে বিষয়ে মনত ভাব খেলালেও বিজ্ঞানসন্মত নৃতাত্ত্বিক, ভাষা তাত্ত্বিক, প্ৰত্নতাত্ত্বিক, ঐতিহাসিক সম্পূৰ্ণ অধ্যয়ন অবিহনে স্থিৰ সিদ্ধান্ত লব নোৱাৰি। সেইদৰে হ্ৰীং, ক্লীং আদিৰ দৰে একাক্ষৰী বীজমন্ত্ৰও চীনদেশীয় হব পাৰে নেকি বুলি সন্দেহ হ'লেও মন্তব্য কৰিব নোৱাৰি। সেইদৰে তাম্ৰেশ্বৰী কেঁচাইখাতী গোঁসানীৰ লগত ৰাভাসকলৰ "তামাৰ মাই"ৰ কিবা সম্পৰ্ক আছে নেকি ? নে দাক্ষিণাত্যৰ "তাম্ৰপৰ্ণী"ৰ লগত কিবা সম্বন্ধ। তাম্ৰৰ মন্দিৰ সাজিবলৈ অসমত তামৰ খনি অথবা তামৰ স্তূপ আছিলনে ? অসমত তাম পোৱা নগৈছিল। তেনে তাম্ৰেশ্বৰী শব্দৰ উৎস কত ? "মহা" শব্দ, "নীল" শব্দৰ তান্ত্ৰিক ধৰ্মত ব্যৱহাৰ প্ৰচুৰ। সেইদৰে "তাম্ৰ" শব্দও নেকি ? "ধাতু তাম্ৰাক্ষৰী'ও তাৰ উদাহৰণ। তাম বা তাম্ৰৰ তান্ত্ৰিক মূল্য বা অৰ্থ কোনো ? যোগ শাস্ত্ৰত 'তাম্ৰ' মানে পৃথিৱী। তাম্ৰেশ্বৰী মানে পৃথিৱীশ্বৰী। সেয়ে কেঁচাইখাতীও উৰ্বৰা দেৱী। প্ৰাচীন সাংস্কৃতিক তথ্য উদ্ঘাটনৰ অৰ্থে বিভিন্ন বিষয়ৰ ( Subjectৰ ) লোকৰ দ্বাৰা গঠিত দলগত কৰ্ম অভিযানৰ ( Team work ) সেয়ে একান্তই আৱশ্যক। যিকিনহওক অকলেই ক্ষেত্ৰ অধ্যয়ন কৰিবলৈ আৰু সময়ে সময়ে শাক্ততত্ত্বৰ বিষয়ে অত ত'ত লিখিবলৈ আৰম্ভ কৰিলোঁ। 'প্ৰকাশ' আলোচনীখনত 'ত্ৰিপুৰাসুন্দৰী" নামৰ প্ৰবন্ধটি প্ৰকাশ পাওঁতে পৰম শ্ৰদ্ধেয় গুৰু ড° মহেশ্বৰ নেওগদেৱে এনে বিৰল অধ্যয়নলৈ আগবঢ়া কাৰণে প্ৰশংসা কৰি ভাষা বৰ ভাল হৈছে বুলি কোৱা কাৰণে অসীম প্ৰেৰণা লাভ কৰিলোঁ। সেইদৰে অগ্ৰজ স্বৰূপ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে, ড° উপেন্দ্ৰনাথ গোস্বামীদেৱেও অশেষ উৎসাহ দিলে। বন্ধু ড° হেমন্ত কুমাৰ শৰ্মাৰ নাম, অধ্যাপক হৰেন ডেকাৰ নাম এই ক্ষেত্ৰত সদায় কৃতজ্ঞতাৰে স্মৰণ কৰিম।

অসমৰ স্থানীয় দেৱীসকলৰ বিষয়ে তথ্য আহৰণ কৰোঁতে প্ৰথমেই নাম লব লাগিব মোৰ ছোৱালী ড° স্বপ্নাৰ কথা। তেওঁ জিঅ'লজিষ্ট, কেন্দ্ৰীয় ভূমি জল বৰ্ডৰ। বছৰত এবাৰকৈ অসমৰ বিভিন্ন প্ৰান্তলৈ কামত গাড়ী লৈ যায়। লগৰীয়া হিচাবে জোঁৱাই ব্ৰজেন ভট্টাচাৰ্য্য আৰু মইও লগত যাওঁ আৰু ভিতৰুৱা গাঁৱে গাঁৱে ঘূৰি মোৰ সমল গোটাওঁ। সেইদৰে যাওঁতে যাওঁতেই "গোপন সাধনা, ৰাতিসেৱা' আৰু "অসমৰ সংস্কৃতিত শিৱ"ৰ

সময়লো মোৰ গোট খালে । তেনেখোৰ যাত্ৰাত ভূমিজল বৰ্ড়ৰ গাড়ীচালক শ্ৰীৰমেশ দাসকে ধৰি কত যে অখ্যাত ব্যক্তিয়ে মোক সহায় কৰিছে ! শাস্ত্ৰ শাস্ত্ৰ বিচাৰি দেৰগাঁৱৰ মুকলিমুৰীয়া সত্ৰসমূহত ঘূৰি ফুৰোতে মোক অশেষ সহায় কৰা মোৰ সম্বন্ধীয়া ভাই ইঞ্জিনীয়াৰ শ্ৰীউমেশ শৰ্মা, অধ্যাপক শ্ৰীকালী-প্ৰসাদ গোস্বামী, শ্ৰীৰোহিনীবল্লভ গোস্বামীৰ পৰিয়াল আৰু শ্ৰীহীৰেন্দ্ৰ ভট্টা-চাৰ্য্য (দিনু)ৰ সহায়ৰ কথা জীৱনত পাহৰিব নোৱাৰিম । কামাখ্যাধামৰ বৃদ্ধ দলৈ শ্ৰীপ্ৰমথনাথ শৰ্মা, শ্ৰীগঙ্গা শৰ্মা, শ্ৰীভবেন শৰ্মা, ৺সুৰেন শৰ্মা আৰু ৺উগ্ৰতাৰা মন্দিৰৰ ৺ৰবিচন্দ্ৰ দলৈৰ যথাসাধ্য সহায়ৰ কাৰণে মোৰ কৃতজ্ঞতাৰ প্ৰণাম এইখিনিতে জনালো ।

সংস্কৃতৰ নজনা অৰ্থ সুধি সুধি লৈছিলো সকলো সময়তে সহায়ৰ হাত আগবঢ়াই থকা ভাই ড° অপূৰ্ব বৰঠাকুৰীয়া, বন্ধুবৰ ড° বাণী শৰ্মা, পূজনীয় অধ্যাপক শ্ৰীৰজনীকান্ত দেৱশৰ্মা, অধ্যাপক ড° কালীচৰণ দাস, অধ্যাপক পুৰুষোত্তম ভট্টাচাৰ্য্য আৰু ড° প্ৰিয়াংশু প্ৰৱাল উপাধ্যায়ৰ পৰা । দৰ্শনৰ নজনা কথা শিকিছিলো স্বৰ্গীয় অধ্যাপক শৰৎ চন্দ্ৰ গোস্বামীদেৱ আৰু ড° কালীপ্ৰসাদ সিংহৰ পৰা । মোৰ কৃতজ্ঞতাৰ প্ৰণাম তেখেতসকললৈ সদায় আগবঢ়াই থৈছো । আপুৰুগীয়া গ্ৰন্থসমূহ উলিয়াই অধ্যয়ন কৰিবলৈ দি মোক চিৰঋণী কৰি থোৱা ব্যক্তিসকল হল শ্ৰীৰাম গোস্বামী, শ্ৰীৰীতা দাস, শ্ৰীঅভয় বৰকটকী ( ষ্টেট-চেণ্ট্ৰেল লাইব্ৰেৰী ), শ্ৰীভৃগুৰাম ভৰালী ( DHAAS লাইব্ৰেৰী ), ড° যোগেশ্বৰ শৰ্মা, শ্ৰীপ্ৰাণকৃষ্ণ দাস (গুৱাহাটী বিশ্ববিদ্যালয় লাইব্ৰেৰী ), শ্ৰীগুৰ্ণাণ ভূঞা, ড° ৰবীনদেৱ চৌধুৰী, ড° নিশিপদ চৌধুৰী, ড° প্ৰদীপ শৰ্মা ( ষ্টেট মিউজিয়াম আৰু আৰ্কিঅলজিকেল বিভাগ ) ড° ধৰ্মেশ্বৰ চুতীয়া (কামৰূপ অনুসন্ধান সমিতি) আৰু কলিকতা, উৰিষ্যা, দিল্লীৰ গ্ৰন্থাগাৰত সহায় কৰোঁতাসকল । গুৱাহাটী বিশ্ববিদ্যালয় লাইব্ৰেৰীৰ "অমৃত" আৰু ষ্টেট লাইব্ৰেৰীৰ "বৰো"ৰ সহায়েই বা কোনেকৈ পাহৰিম !

যথাসাধ্য সহজ কৰি কঠিন কথাবোৰ লিখিবৰ যত্ন কৰিলো । কেৱল 'পণ্ডিত' সকলৰ কাৰণেই নহয়, সকলো স্তৰৰ পঢ়ুৱৈৰ কাৰণে যাতে বস্তু-খিনি হয় তাৰ কাৰণে সজাগ আছিলো । কিন্তু মোৰ শক্তি তেনেই সীমিত । নাই জানো, মোৰ স্থিতি ক'ত। তথাপি অদৃশ্য ইচ্ছাৰ দ্বাৰা ই পৰিচালিত হ'ল । অদৃশ্য শক্তিয়েই নামী প্ৰকাশন 'সাহিত্য-প্ৰকাশ'ৰ প্ৰখ্যাত ব্যক্তি

শ্ৰীৰজনী কান্ত দেব শৰ্মাক 'দেৱী' প্ৰকাশনৰ দায়িত্ব লওঁতে আগবঢ়াই আনিলে। মুকুতাৰ দৰে হাতৰ আখৰ যাৰ তেওঁৰে নাম শ্ৰীকমলাকান্ত বৰদলৈ। তেওঁ বিনা পাৰিশ্ৰমিকেৰে, উপযাচি 'দেৱী'ৰ সকলোবোৰ প্ৰবন্ধৰ "প্ৰেছ কপি" কৰি দি দেৱীৰ আশীৰ্বাদ ললে। এইখিনিতে এই ক্ষেত্ৰত কিছু সহায় কৰা মোৰ ভগ্নী লক্ষ্মী, তিনিগৰাকী ভ্ৰাতৃবধূ সৰোজ, ডলু আৰু অপৰ্ণাৰ নামো লবই লাগিব। তেওঁলোককলৈ ৰল আশীৰ্বাদ।

মোৰ শিৰতো আশীৰ্বাদৰ পুষ্পবৰ্ষণ কৰিছে পৰম পূজনীয় গুৰুদেৱ ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ এখনি সাৰগৰ্ভ পাতনিয়ে। ভূমিকা'ৰে দুৱাৰ মুকলি কৰিছে আনজন নমস্য পণ্ডিত ড° নৱেন্দ্ৰনাথ ভট্টাচাৰ্যদেৱে। দুয়োজনাৰ প্ৰতি আন্তৰিক কৃতজ্ঞতাৰ সেৱা ৰল। পৰমপূজনীয় গুৰু ড° মহেশ্বৰ নেওগ দেৱলৈ কৃতজ্ঞতাৰ সেৱা আৰু আনজনা পণ্ডিত ড° মুকুন্দমাধৱ শৰ্মাৰ প্ৰতি জনালোঁ অশেষ কৃতজ্ঞতা।

'দেৱী' ছপাৰ ক্ষেত্ৰত ব্যক্তিগত অনুৰাগ দেখুওৱা অসম প্ৰিণ্টিং ভৱনৰ দুয়োগৰাকী স্বত্বাধিকাৰী শ্ৰীতুলসীগোবিন্দ বৰুৱা, শ্ৰীপ্ৰফুল্লগোবিন্দ বৰুৱা, প্ৰকাশৰ ক্ষেত্ৰত সকলো যন্ত্ৰণা মূৰ পাতি লোৱা শ্ৰীৰজনীকান্ত দেৱ শৰ্মা আৰু শ্ৰীহৰেকৃষ্ণ বৰ্মা, আহিকাকত চাওঁতা শ্ৰীবালাখ্যা সভাপণ্ডিত আৰু গিৰীণ ডেকা প্ৰমুখ্যে ছপাশালৰ সকলো সহায়কাৰীলৈ জনালো আন্তৰিক শলাগ। আলোকচিত্ৰৰ ক্ষেত্ৰত শ্ৰীমহেন্দ্ৰ বৰুৱা আৰু ড নিশিপদ চৌধুৰীয়ে কৰা সহায়ৰ প্ৰতিও শলাগ জনালো। যশস্বী শিল্পী শ্ৰীত্ৰৈলোক্য দত্তলৈ আগবঢ়ালোঁ শলাগৰ শৰাই।

মই পণ্ডিত নহওঁ। বিদগ্ধতা মোৰ নাই। একাডেমিক অধ্যয়নৰ কাৰণে থাকিব লগা গুণসমূহো মোৰ নাই। কেৱল আছে জানিবৰ কাৰণে এটা অসীম তৃষ্ণা। জানিবৰ চেষ্টাই জনোৱাৰ ৰূপ পৰিগ্ৰহণ কৰি ৰূপ লৈছে 'দেৱী'ৰ।

দেৱীয়ে শ্ৰেষ্ঠতম গৱেষণা গ্ৰন্থ ৰূপে অসম সাহিত্য সভাৰ ১৯৮৮ চনৰ পুৰস্কাৰ লাভ কৰে। তদুপৰি দেৱীয়ে সকলো স্তৰৰ, বিভিন্ন ৰাজ্যৰ পঢ়ুৱৈৰ পৰা যে কল্পনাতীত সমাদৰ লাভ কৰিছে তাতেই জীৱন ধন্য হৈছে।

২য় তাঙৰণৰ কাৰণে প্ৰথম তাঙৰণৰ বৰ্ণ অশুদ্ধিবোৰ যথাসম্ভৱ শুদ্ধ কৰা হৈছে। সংস্কৃতৰ পৰা অনুবাদ কৰোতে য'ত যি ত্ৰুটি হৈছিল সেয়াও সংশোধন কৰা হৈছে। এই ক্ষেত্ৰত ভ্ৰাতৃপ্ৰতিম, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড° থানেশ্বৰ শৰ্মাৰ সহায়ৰ কাৰণে তেওঁলৈ আন্তৰিক শলাগ আগবঢ়ালোঁ।

অশেষ চেষ্টা সত্ত্বেও য'ত যি ত্ৰুটি ৰ'ল তাৰ কাৰণে আঠু কাঢ়ি কৰযোৰ কৰি ক্ষমা বিচাৰিছোঁ। মোৰ ধৃষ্টতা, সকলো ত্ৰুটি ক্ষমা কৰিব লাগিব স্বয়ং দেৱীয়ে। জ্ঞানী পণ্ডিত সমাজে আৰু সহৃদয় সকলো পাঢ়ুৱৈয়ে-সেই আৰ্থ মুৰ দোঁৱাই বলোঁ—

নিৰ্ম্মলপ্ৰভা বৰদলৈ
"শ্ৰীময়ী"
গীতানগৰ, গুৱাহাটী-২১

১৯৮৯ চন

# পাতনি

ড° নির্মলপ্রভা বৰদলৈৰ সাহিত্যিক ব্যক্তিত্বৰ দুটা দিশৰ ভিতৰত এখনিকৈ এটা দিশ সম্পৰ্কেহে সৰ্বসাধাৰণ অসমীয়া পাঠকৰ ঘনিষ্ঠ পৰিচয় আছে। এই প্ৰধান দিশটো হ'ল তেওঁৰ কাব্য প্ৰতিভাৰ দিশটো। শ্ৰীমতী বৰদলৈ অসমীয়া কবিতাৰ এগৰাকী প্ৰতিষ্ঠাশীল কবি। তেওঁৰ বহুতো কবিতা বিভিন্ন ভাৰতীয় ভাষা আৰু ইউৰোপীয় ভাষালৈ ৰূপান্তৰিত হৈছে। তেওঁৰ সাহিত্যিক ব্যক্তিত্বৰ অন্যতম আন দিশটো হৈছে বিদ্যায়তনিক পাণ্ডিত্যৰ দিশ। বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ উপাধিৰ উপবীত ধাৰণ কৰি নিষ্ণাত বিদুষীৰূপে যিমান অৱদান আগবঢ়াইছে সেই সম্পৰ্কে অসমীয়া পাঠক হয়তো বৰ সচেতন নহয়। ইতিপূৰ্বে তেওঁৰ বহুতো গ্ৰন্থৰ ভিতৰত অসমীয়া সংস্কৃতি সম্পৰ্কে আন এখন মূল্যবান গ্ৰন্থ প্ৰকাশ হৈছে আৰু সেই গ্ৰন্থত অসমৰ লোক-সংস্কৃতিৰ ভালেখিনি আপুৰুগীয়া দিশ তেওঁ সামৰি থৈছে। শ্ৰীমতী বৰদলৈ শিশু সাহিত্যিকাৰূপেও সুখ্যাত। এনে এগৰাকী লেখিকাৰ কাপৰ পৰা আমি এখন নতুন, সুবৃহৎ আৰু গৱেষণাপ্ৰসূত সুন্দৰ গ্ৰন্থ পাই লেখিকাক ধন্যবাদ জ্ঞাপন কৰিছো। এই নতুন গ্ৰন্থখনিৰ নাম হৈছে "দেৱী"। পাঁচশ পৃষ্ঠাৰো অধিক সুবৃহৎ এই গ্ৰন্থখনে শক্তি বা দেৱীতত্ত্ব সম্পৰ্কে সকলো দিশ সামৰিবলৈ চেষ্টা কৰিছে।

মানুহৰ জ্ঞান-বুদ্ধি উদয় হোৱাৰে পৰা এই বৈচিত্ৰ্যময় জগতখনৰ আদি উৎস কি, কোনে এই বিপুলা পৃথিৱী, বৈচিত্ৰ্যময় প্ৰকৃতি সৃজন কৰিলে সেই বিষয়ে অনুসন্ধিৎসাৰ অন্ত নাই। সেই মূল উৎস বা সৃষ্টিকৰ্তা পুৰুষ নে স্ত্ৰী নে পুৰুষ-স্ত্ৰীৰ উৰ্দ্ধত অন্য এক শক্তি বৰ্তমান, সেই বিষয়ে ধৰ্ম-জিজ্ঞাসু সকলৰ অনুসন্ধিৎসা আৰু তৰ্কৰ শেষ নাই। পিতৃপ্ৰধান সমাজত স্বাভাবিকতেই নাৰীক প্ৰাধান্য দিয়া নহয়। সেই কাৰণেই এনে সমাজত সৃষ্টিকৰ্তাক পুৰুষ ৰূপেই ধাৰণা কৰা হয়। আনহাতে আদিম সমাজত মাতৃ বা নাৰীয়েই সমাজত প্ৰধান স্থান লাভ কৰিছিল। সেই সমাজত পিতৃ পৰিচয়ৰ প্ৰাধান্য নাছিল।

তাৰেই পৰিণতিস্বৰূপে কোনো কোনো সমাজত জগতৰ মূল কাৰণ স্বৰূপ যি তত্ত্ব সেই তত্ত্বক নাৰীৰূপে পৰিকল্পনা কৰা হৈছে। আমাৰ ব্যৱহাৰিক জীৱনতো লক্ষ্য কৰিলেও দেখা পাওঁ যে সন্তানৰ লগত মাতৃৰ সম্পৰ্ক অতি ঘনিষ্ঠ আৰু গভীৰ। পিতৃৰ পৰিচয় থাকিলেও সন্তানৰ কাৰণে মাতৃৰ পৰিচয় প্ৰথম অৱস্থাত প্ৰধান হৈ থাকে। মানুহৰ বাহিৰে অন্য জীৱ-জন্তুৰ ক্ষেত্ৰত দেখা যায় সিহঁতৰ পিতৃ পৰিচয় নাই, কিন্তু মাতৃৰ লগত পৰিচয় বহুদিনলৈকে থাকে। এই দৃষ্টিৰ চালে জগত উৎপত্তিৰ মূল কাৰণ নাৰীৰূপে, মাতৃৰূপে, ধাত্ৰীৰূপে, ৰক্ষয়িত্ৰীৰূপে, কল্পনা কৰাটো স্বাভাৱিক। শক্তিতত্ত্ব বা দেৱীতত্ত্ব এনে ধাৰণা আৰু বিশ্বাসৰ ফল বুলি কব পাৰি।

পৃথিৱীৰ সকলো প্ৰাচীন সভ্যতাতে দেৱীৰ কল্পনা আৰু ধাৰণা দেখিবলৈ পোৱা যায়। ভাৰততো দেৱীৰ নানা প্ৰকাৰ কল্পনা কৰা হৈছে, নানা ৰূপত তেওঁক সজাইছে আৰু নানাভাৱে তেওঁক উপাসনা কৰাৰ পদ্ধতি দেখা গৈছে। শ্ৰীমতী বৰদলৈয়ে 'দেৱী' নামৰ এই নতুন গ্ৰন্থত শক্তিতত্ত্ব শক্তিসাধনা শক্তিপীঠ আৰু শক্তি সম্পৰ্কে [illegible] এই সকলো-বিলাক তথ্য আহৰণ কৰি, অধ্যয়ন কৰি, হৃদয়ঙ্গম কৰি, গৱেষণামূলক চিন্তাশীল ভঙ্গীৰে এই সুবৃহৎ গ্ৰন্থ প্ৰণয়ন কৰি এক মহৎ কাম সম্পন্ন কৰিছে।

অসমীয়া ভাষা শাক্তদৰ্শন সম্বন্ধীয় শাক্ত সাহিত্যৰ বৰ চহকী নহয়। পুৰণি বৈষ্ণৱ সাহিত্য যিমান বিশাল সেই অনুপাতে শাক্ত সাহিত্য কম। পুৰণি শাক্ত সাহিত্যৰ ভিতৰত মাথোন কেইখনমান গ্ৰন্থৰ নামহে লব পাৰি। ৰক্ষানাথ দ্বিজ আৰু মধুসূদন মিশ্ৰৰ চণ্ডীৰ দুটা পদানুবাদ আৰু অনন্ত আচাৰ্য্য অনূদিত শঙ্কৰাচাৰ্যৰ সৌন্দৰ্য্য লহৰীৰ অসমীয়া পদানুবাদ। এই তিনিখনেই মাত্ৰ উল্লেখযোগ্য গ্ৰন্থ। অৱশ্যে সংস্কৃততো দুখনমান ৰচিত হৈছিল—সেই কেইখন হল কালিকাপুৰাণ, যোগিনীতন্ত্ৰ আৰু কামাখ্যাতন্ত্ৰ। এই তিনিওখন সংস্কৃত গ্ৰন্থ অসমৰ পণ্ডিতে ৰচনা কৰা বুলি ধাৰণা কৰা হয়।

আধুনিক অসমীয়া সাহিত্যতো শাক্ত সাহিত্য প্ৰচুৰ বুলি কব নোৱাৰি। কেৱল কেইবছৰমানৰ আগতে চক্ৰেশ্বৰ ভট্টাচাৰ্য্য দলৈয়ে শক্তিতত্ত্ব নাম দি এখন সংস্কৃত গ্ৰন্থ প্ৰণয়ন কৰি গৈছে। স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্যই শক্তিতত্ত্ব

সম্পৰ্কে এখন সৰু গ্ৰন্থ প্ৰকাশ কৰিছিল। তৃতীয়খন হল ড° হৰিনাথ শৰ্মা দলৈৰ শাক্তধৰ্ম আৰু সাহিত্য সম্পৰ্কে ৰচনা কৰা গ্ৰন্থ। ইংৰাজী ভাষাত ড. বাণীকান্ত কাকতিয়ে "মাদাৰ গডেচ কামাখ্যা" নামৰ গ্ৰন্থৰ দ্বাৰাই কামাখ্যা দেৱীৰ উৎপত্তি আৰু বিকাশ বিচাৰ কৰিবলৈ যত্ন কৰিছিল। "পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা" নামৰ গ্ৰন্থতো ড. কাকতিয়ে আংশিকভাৱে শক্তি তন্ত্ৰ আৰু শাক্ত ধৰ্মৰ আলোচনা কৰিছে। এইকেইখন গ্ৰন্থৰ বাহিৰে আৰু অন্য শক্তিমূলক গ্ৰন্থ অসমীয়া ভাষাত চকুত পৰাকৈ প্ৰকাশ হোৱা নাই।

আলোচ্য গ্ৰন্থ "দেৱী" ওপৰত কৈ অহা সকলোবোৰ গ্ৰন্থতকৈ বিশদ আৰু নতুন আবিষ্কাৰমূলক দৃষ্টিভঙ্গীৰ। গ্ৰন্থখনে শক্তিসম্বন্ধীয় সকলো দিশ সামৰি লৈছে। সেইফালৰ পৰা এই গ্ৰন্থখন বিশেষভাৱে আকৰ্ষণীয় আৰু উল্লেখযোগ্য গ্ৰন্থৰূপে পৰিগণিত হ'ব বুলি আমাৰ বিশ্বাস।

[illegible] গ্ৰন্থখন দুটা খণ্ডত বিভক্ত কৰা হৈছে। প্ৰথম ভাগত বিভিন্ন দেৱীৰ অভিব্যক্তি আৰু সেই সেই দেৱী সম্পৰ্কে শাস্ত্ৰীয় ধাৰণাৰ আলোচনা কৰা হৈছে। দেৱী আদ্যা [illegible], দুৰ্গা, কালী, চণ্ডী, তাৰা, ত্ৰিপুৰাসুন্দৰী, শ্ৰী, সৰস্বতী অন্নপূৰ্ণা কাত্যায়নী আদি দেৱীৰ শাস্ত্ৰীয় ৰূপ আৰু ধাৰণাৰ পৰিচয় দিবলৈ এই অধ্যায়ত চেষ্টা কৰা হৈছে। তদুপৰি উপদেৱী হিচাপে শীতলা, মনসা, ষষ্ঠী আদি দেৱীৰো অভিব্যক্তি, পৰিচয় আৰু পূজা বিধানৰ আলোচনা এই খণ্ডত দাঙি ধৰা হৈছে। যোগিনী, ডাকিনী মাতৃকা, দশমহাবিদ্যা আদি দেৱীৰ সহচৰী সকলৰো পৰিচয় এই খণ্ডত আছে।

দ্বিতীয় খণ্ডত অসমৰ স্থানীয় দেৱীসমূহ আৰু তেওঁবিলাকৰ পীঠস্থান-সমূহ আলোচনা কৰা হৈছে। কামাখ্যা, ভুৱনেশ্বৰী, মঙ্গলচণ্ডী, দীৰ্ঘেশ্বৰী, কেঁচাইখাতী আদি দেৱীসমূহৰ ৰূপ, ধ্যান, উপাসনা পদ্ধতি আৰু বিভিন্ন অঞ্চলৰ দেৱীপূজাৰ থানসমূহ আৰু থানৰ অধিষ্ঠাত্ৰী দেৱীৰ পৰিচয় দিবলৈ চেষ্টা কৰিছে। কাক গোসানী, বীৰুকুছিৰ আই গোসানী, ফুলবাৰীৰ আই, মালিনীথানৰ দুৰ্গা, কলীআইৰ থান, মহাভৈৰবী, মহামায়াৰ থান, টুক্ৰেশ্বৰী, জয়ন্তেশ্বৰী আৰু বুঢ়ী গোসানীকে আদি কৰি বিভিন্ন ঠাইৰ উপাস্য দেৱীৰ পৰিচয় এই খণ্ডত পোৱা যায়। অসম "কামাখ্যা"ৰ দেশ বুলি সৰ্বভাৰতত পৰিচিত। অসমৰ অন্যান্য দেৱীস্থানসমূহো কামাখ্যাৰে

বিভিন্ন অভিব্যক্তি ৰূপেও ধৰা হয়। কামৰূপ-কামাখ্যাৰ আলোচনাত লেখি-কাই প্ৰাধান্য দি মৌলিক চিন্তাও দাঙি ধৰাটো লক্ষ্য কৰিবলগীয়া। লেখিকাই আৰু এক বিশেষ কাম কৰিছে। সেয়া হৈছে গ্ৰন্থৰ তৃতীয় খণ্ডত অসমৰ জনজাতি ডিমাচা, ৰাভা, সোণোৱাল, কছাৰী, কাৰ্বি, বড়ো, তিওৱা, খাচী, গাৰো আদি বিভিন্ন জনজাতিৰ মাজত প্ৰচলিত দেৱী ধাৰণা আৰু দেৱী উপাসনাৰ পৰিচয় স্থাপন কৰিছে। সেইকালৰ পৰা দৃষ্টি দিলে দেখা যায় যে গ্ৰন্থখনে এটা নতুন দিশ পোহৰলৈ আনিছে। গ্ৰন্থখনৰ চতুৰ্থ খণ্ডত শক্তিবাদ, তন্ত্ৰবাদ, সাংখ্যৰ পুৰুষ-প্ৰকৃতিবাদ, বৌদ্ধদেৱীবাদ, বামাচাৰ, দক্ষিণাচাৰ আদি তান্ত্ৰিক সাধন পদ্ধতি, যন্ত্ৰ-মন্ত্ৰ-তন্ত্ৰ আসন, প্ৰাণায়ম, বলিদান, পঞ্চম কাৰৰ উপাসনা আদি শাক্ততত্ত্ব সম্পৰ্কীয় বহুতো গভীৰ আলোচনা ভাঙি ধৰা হৈছে। এইখিনিতে এটা কথা মনত ৰাখিব লাগিব যে শক্তিতত্ত্ব, আৰু শৈৱতত্ত্ব পৰস্পৰে অন্বিত। শিৱ-শক্তিৰ সহযোগতহে শৈৱ বা শক্তি তত্ত্বই পূৰ্ণতা লাভ কৰে। তান্ত্ৰিক সাধন পদ্ধতিত এই দুই তত্ত্বৰ সমন্বয় দেখা যায়। গ্ৰন্থখনত সেইবিষয়ে সুন্দৰভাৱে আলোচনা হৈছে। পঞ্চম খণ্ডত অসমৰ শক্তি ধৰ্মৰ ইতিহাস, শক্তিসাধনাৰ প্ৰণালী আৰু ইয়াৰ বিকাশত ৰাজ পৃষ্ঠপোষকতাৰ অৱদান, অসমত প্ৰচলিত দেৱীসম্পৰ্কে লোকধাৰণা আৰু শক্তি উপাসনাৰ গীতৰ সংগ্ৰহ এই খণ্ডত দিয়া হৈছে। দৰাচলতে দ্বিতীয় খণ্ডৰে এই খণ্ড পৰিপূৰক বুলি কব পাৰি। অসমীয়া শাক্ত সাহিত্যৰো চমু পৰিচয় এই খণ্ডত দিয়া হৈছে। আই নামৰ সংগ্ৰহো মূল্যবান সংগ্ৰহ হৈছে। শেষত লেখিকাই ভাস্কৰ্য্য কলা আদিত দেৱীৰ কেনেধৰণৰ প্ৰকাশ ঘটিছে সেইবিষয়ে আলোচনা কৰিছে। সেয়ে নিঃসন্দেহে কব পাৰি যে এই গ্ৰন্থ দেৱী সম্পৰ্কীয় এখনি সৰ্বাত্মক আলোচনা গ্ৰন্থ।

বৈষ্ণৱ সাহিত্যৰ লগত অসমীয়া পাঠকৰ যিমান পৰিচয় আছে শাক্ত সাহিত্যৰ লগত সিমান পৰিচয় নাই। তাৰ প্ৰধান কাৰণ হল এয়ে যে বৈষ্ণৱ সাহিত্য শ্ৰৱণ-কীৰ্ত্তনৰ উদ্দেশ্যে অৰ্থাৎ নাম ধৰ্মৰ অৰ্থে ৰচিত হৈছিল। এই নাম ধৰ্মৰ সাধন অতি সহজ। কীৰ্ত্তন আৰু শ্ৰৱণো সকলোৰে কাৰণে বুজনি আৰু সহজ সাধ্য। গতিকে সেই সাহিত্যত দুৰ্বোধ্য বা প্ৰতীকাত্মক কোনো কথা বিশেষ নেথাকে। কিন্তু শক্তি সাধনা পদ্ধতি সৰ্বসাধাৰণৰ কাৰণে নহয়। সাধন পদ্ধতিও দুৰ্জ্ঞেয় আৰু দুৰূহ। সৰ্বসাধাৰণ পাঠকে

তাৰ মাজত আনন্দ লাভ কৰিবৰ কাৰণে উপাদান বিচাৰি নাপায় আৰু বহু ক্ষেত্ৰত সেইবোৰৰ নিহিতাৰ্থও ধাৰণা কৰিব নোৱাৰে। ফলত ভুল ধাৰণা সৃষ্টি হোৱা স্বাভাৱিক। আলোচ্য গ্ৰন্থখনিত শক্তিসাধনা আৰু শক্তিতত্ত্ব সম্পৰ্কে যি গৱেষণামূলক আলোচনা ডাঙি ধৰা হৈছে সেই আলোচনাই অসমীয়া পাঠকক বহুতো তথ্যৰ সন্ধান দি শাক্তধৰ্ম আৰু সাহিত্য সম্পৰ্কে যথেষ্ট অৱগত কৰাব পাৰিব। এই প্ৰসংগত লেখিকাৰ অশেষ পৰিশ্ৰম, গৱেষণা প্ৰচেষ্টা আৰু ঐকান্তিক সাধনা প্ৰশংসনীয়।

আশা কৰোঁ এই মূল্যবান গ্ৰন্থখনিয়ে অসমীয়া পাঠকৰ যথোচিত সমাদৰ লাভ কৰিব পাৰিব।

ড° সত্যেন্দ্ৰনাথ শৰ্মা
ৰবীন্দ্ৰ অধ্যাপক
বিদ্যাবাৰী
গুৱাহাটী

২৫।৯।৮৬

# ভূমিকা

অসমীয়া ভাষার একজন প্রধান কবি হিচাবে ড° নির্মলপ্রভা বরদলৈ শুধুমাত্র সারা ভারতেই সুপরিচিত নন, যাদের চেষ্টা ও সাধনায় অসমীয়া সংস্কৃতির প্রাণ-সম্পদের সঙ্গে সমগ্র দেশের পরিচয় ঘটেছে তিনি তাদেরই একজন। আসামের ইতিহাস, সাহিত্য ও সংস্কৃতির সর্বোদ্ধারই নির্মলপ্রভার জীবনের ব্রত, এবং এই ব্রত সার্থক করার জন্য তিনি বিগত কয়েক দশক ধরে অনলসভাবে কাজ করছেন। সৃষ্টিশীল লেখিকা হিসাবে তিনি কবিতা ছাড়াও সঙ্গীত, নাটক, অপেরা রচনা করেন, নানা সাংস্কৃতিক অনুষ্ঠানের প্রযোজনা করেন, দলবল নিয়ে ভারতের নানা স্থানে নিজেই অনুষ্ঠান করেন, এছাড়া সাহিত্য, লোকসাহিত্য, লোকায়ত ঐতিহ্য, নৃতত্ত্ব ও ইতিহাস নিয়ে গবেষণা করেন, সর্বোপরি বিশ্ববিদ্যালয়ে অধ্যাপনার দায়িত্ব, বিভাগীয় দায়িত্ব পরম নিষ্ঠাভাবে বহন করেন। বিদেশের নানা বিশ্ববিদ্যালয়ে অনুষ্ঠিত আন্তর্জাতিক বহু সেমিনারে তিনি বহুবার আমন্ত্রিত হয়ে ভারতকে প্রতিনিধিত্ব করেছেন ও সাহিত্য-সংস্কৃতির ওপর মূল্যবান বক্তৃতা প্রদান করেছেন। একজন ব্যক্তির এই সর্বাঙ্গীন বিকাশ বিস্ময়কর।

নির্মলপ্রভার যে বইটির ভূমিকা লিখতে অনুরুদ্ধ হয়েছি তার নাম "দেবী", যা ভারতের এবং আসামের মাতৃকা উপাসনার উপর তথ্যনিষ্ঠ গবেষণা যদিও, প্রচণ্ড সাহিত্য গুণসম্পন্ন, সুললিত এবং সর্বজনবোধ্য ভাষায় সকলের উপযোগী করে রচিত। এই গ্রন্থের ভূমিকা লেখার কতটুকু যোগ্যতা আমার আছে সে বিষয় আমার নিজেরই প্রচুর সংশয় আছে, তবে যেহেতু আমি মাতৃকা উপাসনা, শক্তিবাদ ও তন্ত্রের ওপর কিছু কাজ করেছি, তার মূল্য সামান্য হলেও নির্মলপ্রভা যে আমাকে এই ভূমিকা লেখার ক্ষেত্রে অগ্রাধের মর্যাদা দিয়েছেন তার জন্য আমি কৃতজ্ঞ। সত্যকারের কোন ভাল

রচনা কোন বিশেষ ব্যক্তির ভূমিকার অপেক্ষা রাখেনা। একথা নির্মলপ্রভার বর্তমান গ্রন্থের ক্ষেত্রে নিঃসংশয়ে প্রমাণিত। কিন্তু নিছক প্রশংসা করাই এই ভূমিকার উদ্দেশ্য নয়। আমাদের দেখা প্রয়োজন এই গ্রন্থটি সত্যই একটি সুনির্দিষ্ট বৈশিষ্ট্য বা মানসম্মত হয়েছে কি না, যে সকল তথ্য এই গ্রন্থে সন্নিবেশিত হয়েছে তা দিয়ে এই গ্রন্থের বক্তব্য সুপ্রতিষ্ঠিত হয়েছে কি না, এবং সর্বোপরি এই গ্রন্থটি তার বিষয়বস্তু সম্পর্কে আমাদের জানা জ্ঞানের পরিধি বাড়াতে সক্ষম হয়েছে কি না।

ভারতবর্ষের সর্বত্র, বিশেষ করে পূর্বভারতে শক্তি উপাসনা খুবই জনপ্রিয় এবং শক্তিতত্ত্ব ভারতীয় চিন্তা-ভাবনার ক্ষেত্রে একটি অতি গুরুত্বপূর্ণ স্থান অধিকার করে আছে। শুধু ধর্ম বা দর্শনের ক্ষেত্রেই নয়, ভারতের জাতীয় জীবনের নানা ক্ষেত্রে, জাতীয়তাবোধ সৃষ্টির ক্ষেত্রে এমন কি স্বাধীনতা সংগ্রামেও, শক্তিবাদের ভূমিকা মোটেই উপেক্ষণীয় নয়। পাঞ্জাবের শিখদের জাতীয়ভাব উদ্বুদ্ধ করার জন্য গুরু গোবিন্দ সিং চণ্ডীকাব্য রচনা করেছিলেন। বঙ্কিমচন্দ্র দেশকে শক্তিরূপা মাতৃদেবী হিসাবেই কল্পনা করেছিলেন এবং এই কল্পনা আমাদের দেশের স্বাধীনতা সংগ্রামীদের কাছে প্রেরণা স্বরূপ হয়েছে। দক্ষিণের কবি সুব্রহ্মণ্য ভারতী তাঁর "পাঞ্চালীর শপথ" নামক খণ্ডকাব্য মাতৃশক্তির উদ্বোধন ঘটিয়েছে। স্বাধীনতা সংগ্রামে যে সব বিপ্লবী আত্মোৎসর্গ করেছিলেন তাদের মধ্যে অনেকেই ছিলেন শক্তিমন্ত্রে দীক্ষিত, দেবী কালিকার মূর্তির সামনে তারা দেশের জন্য প্রাণ বিসর্জনের শপথ গ্রহণ করতেন। ভারতীয় ধর্ম ও দর্শনের ক্ষেত্রে শক্তিবাদের ভূমিকা সুদূরপ্রসারী। কোন ধর্মব্যবস্থাই শক্তিবাদের ব্যাপক প্রভাবকে এড়িয়ে যেতে পারেনি। প্রথম দিকের বৌদ্ধধর্মে শক্তির কোন স্থান না থাকলেও, পরবর্তীকালীন বৌদ্ধধর্ম শাক্ততান্ত্রিক ভাবধারাকে অবলম্বন করেই অগ্রসর হয়েছে। জৈন ধর্মেও শক্তিবাদের অনুপ্রবেশ লক্ষ্য করা যায়। যে পাঁচটি প্রধান ধর্মব্যবস্থা নিয়ে বর্তমান হিন্দুধর্ম গড়ে উঠেছে যথা বৈষ্ণব, শৈব, শাক্ত, সৌর ও গাণপত্য, সব কটির ক্ষেত্রেই শক্তির ব্যাপক ভূমিকা লক্ষ্য করা যায়। এই প্রতিটি ধর্মেরই মূল তত্ত্ব হচ্ছে পরমসত্তা বা ব্রহ্ম এক ও অদ্বিতীয়, বিভিন্ন সম্প্রদায়ের কাছে উপাসনার ক্ষেত্রে যিনি বিষ্ণু, শিব, দেবী, সূর্য, গণপতি প্রভৃতি নামে পরিচিত। এই পরমসত্তার দুটি দিক বা শক্তি বর্তমান, যাদের বলা হয় প্রকাশ ও বিমর্শ

প্রথমটি স্থানু বা নিশ্চল এবং দ্বিতীয়টি গতিশীল। ব্রহ্মাণ্ড সৃষ্টির পূর্বে শক্তি নিশ্চল অবস্থায় বর্তমান থাকে এবং শক্তি গতিশীল হলেই সৃষ্টিকার্যের সূত্রপাত ঘটে। চীন দেশের চিন্তা-ভাবনার ক্ষেত্রেও শক্তির এই প্রকাশ ও বিমর্শ ধারণাদ্বয় বর্তমান প্রথমটিকে বলা হয়—ইয়াং এবং দ্বিতীয়টিকে বলা হয় ইং।

শক্তিবাদের সঙ্গে তান্ত্রিকতা ওতঃপ্রোতভাবে জড়িত। এই তন্ত্রকে নিয়ে অনেক ভুল ধারণা জনসমাজে বিদ্যমান। আসলে তন্ত্র বলতে বুঝায় পথ বা মার্গ। চীনদেশে এই পথ বা মার্গকে বলা হয় "তাও"—যে নামে একটি স্বতন্ত্র সাধন পদ্ধতি বর্তমান। মনুস্মৃতি গ্রন্থের টিকাকার কুল্লুকভট্ট বলেছেন যে শ্রুতি বা জ্ঞান দ্বিবিধ, বৈদিক বা বেদসম্মত এবং তান্ত্রিক। এদেশের সকল ধর্মব্যবস্থা ও জীবনচর্য্যার ক্ষেত্রে বৈদিক ও তান্ত্রিক উভয় ধারাই বর্তমান। বেদ বলতে বুঝায় প্রাচীন যুগের জ্ঞানের সংকলন। কিন্তু কালক্রমে বেদাদি শাস্ত্র ব্রাহ্মণদের একচেটিয়া অধিকারভুক্ত হওয়ায় এবং বৃহত্তর জনসাধারণ বেদচর্চার সুযোগ থেকে বঞ্চিত হওয়ায় ও সর্বোপরি সমগ্র বৈদিক ঐতিহ্য মহামূল্যবান ও পবিত্র হিসাবে ঘোষিত হওয়ায়, অনিবার্য্য ভাবেই একটি শূন্যভাব সৃষ্টি হয়েছিল। কিন্তু মানুষের জ্ঞান-চর্চার ক্ষেত্র সংকুচিত থাকেনি, সুবিপুল তন্ত্র সাহিত্যে সেই বিকাশ লক্ষ্য করা যায়। কিন্তু এই জ্ঞান লৌকিক জ্ঞান এবং মানবজীবন সংক্রান্ত সকল বিষয় নিয়েই তন্ত্রগ্রন্থ রচিত হয়েছিল। চিকিৎসা বিদ্যা, রসায়ন, কৃষিতত্ত্ব, পশুপালন, শিল্পকলা কোন কিছুই তন্ত্রশাস্ত্রের এলাকার বাইরে নয়। অনেক তান্ত্রিক গ্রন্থ ধর্ম ও দর্শনকে অবলম্বন করে রচিত হয়েছিল এবং স্বাভাবিকভাবেই এই সকল গ্রন্থে লৌকিক ধর্মবিশ্বাস ও আচার অনুষ্ঠানের প্রতিফলন ঘটেছিল। স্বাভাবিকভাবেই নানা ধর্মব্যবস্থা এই সুপ্রাচীন তান্ত্রিক জীবন চর্যাকে আশ্রয় করেছিল। ভারতের সকল ধর্মমতেই তাই তান্ত্রিকতার বিকাশ লক্ষ্য করা যায়।

এই তন্ত্র নির্ভরতার কয়েকটি কারণ আছে। ভারতবর্ষের উচ্চশ্রেণীর মানুষদের মধ্যে প্রাচীন কালে যে তিনটি প্রধান ধর্মমতের বিকাশ ঘটেছিল—যথা ব্রাহ্মণ্যধর্ম বৌদ্ধধর্ম ও জৈনধর্ম—সেই তিনটি ধর্ম ব্যবস্থাতেই ঈশ্বরের স্থান গৌণ। বৌদ্ধ ও জৈন ধর্ম ঈশ্বরের অস্তিত্ব স্বীকার করেনা। ব্রাহ্মণ্য ধর্মের ক্ষেত্রেও দেখা যায় যে সাংখ্য ও মীমাংসা এই দুই প্রধান দর্শন ঈশ্বর

বিরোধী। চার্বাক দর্শনেও ঈশ্বর অস্বীকৃত। বেদান্তের শঙ্কর কথিত ব্যাখ্যা গ্রহণ করতে গেলেও ঈশ্বরকে মানার দরকার হয়না। এইসকল চিন্তা ভাবনায় ঈশ্বরে অস্বীকৃতি বা গৌণতার একটা কারণও পাওয়া যায়। ব্রাহ্মণ্য, বৌদ্ধ ও জৈন এই তিনটি ধর্মতেই জন্মান্তর ও কর্মফলের ওপর সর্বাধিক গুরুত্ব আরোপ করা হয়েছে। একটি ধারণা অপর ধারণার সঙ্গে ওতঃপ্রোতভাবে জড়িত। এক জীবনে এক ব্যক্তি যে কর্ম করবে, পর জীবনে সেই কর্ম অনুযায়ী তার ভাগ্য গঠিত হবে, যেমন বপন করবে তেমন ফসল তুলবে। ঈশ্বর এই কর্মফলকে পরিবর্তিত করতে পারেন না। জন্মান্তর ও কর্মচক্রের ওপর তার কোন হাত নেই। জীবন সম্পর্কে যদি এই দৃষ্টিভঙ্গীকেই গ্রহণ করতে হয় তাহলে ঈশ্বরের প্রয়োজন কি ? এই জন্যই ভারতীয় উচচ চিন্তার ক্ষেত্রে ঈশ্বরকে বড় একটা আমল দেওয়া হয়নি। কিন্তু এ সত্ত্বেও সাধারণ মানুষের কাছে ঈশ্বরের প্রয়োজন থেকে যায়। মানুষ একজন ঈশ্বরকে চায় যিনি তার সকল বিচ্যুতি ক্ষমা করবেন, যার তিনি মনোবাঞ্ছা পূর্ণ করবেন, যাকে তিনি দয়া বা করুণা করবেন। কবিগুরু রবীন্দ্রনাথের ভাষায় ' জীবন যখন শুকায়ে যায় করুণাধারায় এসো।" এই কারণেই সাধারণ মানুষের মধ্যে ভক্তিকেন্দ্রিক নানা ধর্মমতের বিকাশ ঘটে যথা বৈষ্ণব, সৌর, শৈব, গাণপত্য ইত্যাদি। এইসকল ধর্মের মূলে আছেন একজন ঈশ্বর যিনি পরম শক্তিমান ও পরম কারুণিক—যাকে ভক্তির দ্বারা লাভ করা যায়। এই ভক্তিবাদের প্রথম বিকাশ দেখা যায় ভগবদ্গীতায় যেখানে ঈশ্বরকে দিয়ে বলানো হয়েছে "তুমি সকল উপায় পরিত্যাগ করে একমাত্র আমারই শরণাপন্ন হও, আমি তোমাকে সকল পাপ থেকে মুক্ত করব।"

তাই খুব সঙ্গতভাবে এইসকল ভক্তিকেন্দ্রিক ধর্মমতসমূহ লৌকিক, ঐতিহ্যবাহী তন্ত্রশাস্ত্রসমূহতেই অবলম্বন করেছিল। তন্ত্র শুধু শাক্ত সম্প্রদায়ের—এই রকম একটা ভ্রান্ত ধারণা জনসমাজে প্রচলিত আছে। কিন্তু বৈষ্ণব বা পাঞ্চরাত্র সংহিতাসমূহ ও শৈব আগমসমূহও তন্ত্রের এলাকার মধ্যে পড়ে। একটি বৈষ্ণব বা পাঞ্চরাত্র সংহিতার নাম লক্ষীতন্ত্র। এই গ্রন্থটিকে শাক্ত সম্প্রদায়ও প্রামাণ্য মনে করেন। ভারতীয় ভক্তিবাদের প্রসার ঘটেছে তন্ত্রশাস্ত্র মারফৎ। তন্ত্র, তা যে বৈষ্ণব, শৈব, শাক্ত, বৌদ্ধ, যাই হোক না কেন প্রধানতঃ ইষ্ট দেবতার প্রতি ভক্তির কথাই বলে। অন্তরে

শাক্ত, বাইরে শৈব, সভায় বৈষ্ণব নানা ভাবেই তান্ত্রিক উপাসকরা বিচরণ করেন। যে কোন তন্ত্রোক্ত ধর্মেরই মুখ্য উদ্দেশ্য দুটি, হয় ইষ্ট দেবতার সঙ্গে নিজ পার্থক্য স্বীকার করে তার শরণাপন্ন হওয়া, না হয় ইষ্টদেবতার সঙ্গে নিজের অভিন্নতা উপলব্ধি করা। এই কথাই সকল বৈষ্ণব, শৈব ও শাক্ত তন্ত্রে বলা হয়েছে। তন্ত্র সাধনায় যিনি সিদ্ধ হন তাকে কৌল আখ্যা দেওয়া হয়। তাকেই প্রকৃত কৌল বলা হয় যিনি চন্দনে ও কর্দমে কোন প্রভেদ দেখেন না, যার কাছে পুত্রও যা, শত্রুও তা। এর চেয়ে মহৎ আদর্শ মানব জীবনে আর কি হতে পারে? তত্ত্বের দিক থেকেও বৈষ্ণব, শৈব ও শাক্ত তন্ত্রের মধ্যে কোন প্রভেদ নেই। সকল মতেই শক্তির দুই অবস্থা—প্রকাশ ও বিমর্শ স্বীকৃত। প্রথমটি ব্রহ্ম বা ইষ্টদেবতার স্থাণু বা কূটস্থ রূপ, দ্বিতীয়টি তার শক্তিশীল ও সৃষ্টিকারী রূপ।

এ সত্ত্বেও তন্ত্র সম্পর্কে অনেক ভ্রান্ত ধারণা জনসমাজে প্রচলিত, এমনকি এই সকল ভ্রান্ত ধারণা যারা পণ্ডিত ও মনিষী ব্যক্তিরাও হয় বিভ্রান্ত হন, না হয় জেনে-শুনে মিথ্যাকে মূলধন করে কিছু মুনাফা লুণ্ঠন করেন। তন্ত্রে এমন কিছু আচার-অনুষ্ঠান, রীতি-নীতি ও গুহ্য বিষয়ের উল্লেখ আছে, যেগুলির মূল তাৎপর্য আমাদের কাছে পরিষ্কার নয়, অথচ এগুলিকে তন্ত্রের বিষয়বস্তু ঘোষণা করে গোটা ব্যাপারটাকে বিকৃতভাবে প্রকাশ করা হয়। এইসকল পণ্ডিতরা ইতিহাসবোধের অধিকারী নন। এরা ভুলে যান যে বর্তমান অতীতের পরিণাম প্রতিটি ধ্যান ধারণা, আচার-অনুষ্ঠান, রীতি নীতির পিছনে দীর্ঘ দিনের বিবর্তনমূলক ঐতিহ্য আছে। অনেক আচার-অনুষ্ঠানের-প্রকৃত পটভূমি অনাবিষ্কৃত থাকার দরুণ সেগুলিকে অযৌক্তিক বলে মনে করা হয়। এখানে একটা উদাহরণ দিলে বিষয়টি পরিষ্কার হবে। মুসলমানদের মহরম উৎসবে যে সকল অনুষ্ঠান করা হয় আপাত দৃষ্টিতে সেগুলির কোন অর্থই হয়না। কিন্তু যদি কেউ কারবালা যুদ্ধের ঘটনার সঙ্গে পরিচিত থাকেন, তার কাছে মহরমের অনুষ্ঠানগুলি কিন্তু প্রকৃতই অর্থবহ। কমিউনিষ্টরা যে লাল পতাকা বহন করেন, আপাত দৃষ্টিতে সেটাও একটা অর্থহীন অনুষ্ঠান, একটা কুসংস্কার। কিন্তু ওই লাল পতাকার তাৎপর্য তিনিই বুঝতে পারেন প্রথম সে দিবসের রক্তাক্ত কাহিনীর ইতিহাস যিনি জানেন। অনুরূপ ভাবে আমরা যে অসংখ্য তান্ত্রিক আচার-অনুষ্ঠানের পরিচয় পাই, তার কোন কোনটির অর্থ আমাদের কাছে যদিও পরিষ্কার, তথাপি এমন বহু আচার-

অনুষ্ঠান আছে যেগুলির সম্যক ঐতিহাসিক পটভূমি আমরা জানতে পারিনি বলেই সেগুলির প্রকৃত তাৎপর্য আমরা উপলব্ধি করতে পারিনি। দ্বিতীয়ত, যেটা অনেকেই খেয়াল করেন না তন্ত্র আদিতে লোকায়ত শাস্ত্র ছিল যেখানে নানা প্রকার লৌকিক ধ্যান-ধারণার প্রকাশ দেখা যায়। এইসকল ধ্যান-ধারণা একই মানের নয়, কোনটি আদিম কোনটি উন্নতমানের, কোনটি অগ্রসর, কেননা সাধারণ মানুষের মানসিকতা ও চিন্তার উৎকর্ষ সর্বত্র ও সর্বকালে এক নয়।

শক্তিবাদ, দেবীপূজা ও তন্ত্রের উৎস অনুসন্ধানের জন্য আমাদের সুপ্রাচীন যুগে ফিরে যাওয়া দরকার। প্রকৃতপক্ষে প্রাগৈতিহাসিক যুগেই নারীশক্তি সর্বশক্তিমতী দেবীর কল্পনায় পর্যবসিত হয়েছিল। নারীর বিশেষ দৈহিক গঠন, তার মাতৃত্বমূলক অঙ্গপ্রত্যঙ্গসমূহ, তার মাসিক রজঃস্রাব, তার গর্ভ-ধারণ ও সন্তান প্রসব তাকে রহস্যময়ী শক্তির আধার রূপে কল্পিত হতে সাহায্য করেছে। পুরাতন প্রস্তর যুগের শেষের দিকেই ইউরোপ মহাদেশের নানাস্থানে মাতৃত্বের প্রতীকরূপিনী দেবীর ধারণা গড়ে উঠেছিল। এই যুগের অজস্র প্রস্তরনির্মিত দেবীমূর্তি আবিষ্কৃত হয়েছে যেগুলিতে বক্ষ, গর্ভপ্রদেশ ও যৌনাঙ্গ মাতৃত্বের প্রতীক হিসাবে বিশেষভাবে বিপুলাকারে প্রদর্শিত হয়েছে। এই মূর্তিগুলিকে প্রত্নতত্ত্ববিদরা "ভেনাস" আখ্যা দিয়ে থাকেন। নবাশ্মীয় বা নূতন প্রস্তর যুগে কৃষিকার্যের প্রচলনের ফলে মাতৃত্বের প্রতীকরূপিনী দেবীর ভাবগত রূপান্তর ঘটে। তিনি উর্বরতা তথা প্রাকৃতিক ফলপ্রসূতার প্রতীক হয়ে দাঁড়ান। মানবসভ্যতা বিকাশের এই পর্যায়েই নারীর সঙ্গে পৃথিবীর, মানবিক প্রজননের সঙ্গে প্রাকৃতিক উৎপাদিকা শক্তির সমীকরণ ঘটে। সন্তানবতী নারী কৃষিক্ষেত্রকে ফলপ্রসূ করে, বন্ধ্যা নারী কৃষিক্ষেত্রকে বন্ধ্যা করে, এরকম বিশ্বাস সর্বজাগতিক। এই পর্যায়েই প্রজনন ক্রিয়ার প্রতীকসমূহের সঙ্গে দেবীর ধারণার সমন্বয় হয়, এমনকি দেবী উপাসনার ক্ষেত্রে প্রজনন ক্রিয়া বা ওই ক্রিয়ার অনুকরণ একটি বিশেষ অনুষ্ঠানে পরিণত হয়। তান্ত্রিক পঞ্চমকারের অন্যতম অনুষ্ঠান মৈথুন এই আদিম প্রাকৃতিক ও মানবিক ফলপ্রসূতার প্রতীকি রূপান্তর। একথা পঞ্চমকারের অপর চারটি অনুষ্ঠানের ক্ষেত্রেও প্রযোজ্য। মদ্য জীবনী-শক্তির প্রতীক, মুদ্রা বলতে শস্যকে বোঝায়, মৎস্য বহু উৎপাদনের দ্যোতক, মাংস মানবদেহ তথা ব্রহ্মাণ্ডের প্রতিরূপ। প্রথম পর্যায়ে দেবী নিছকই

মাতৃত্বের প্রতিরূপ, দ্বিতীয় পর্যায়ে প্রকৃতি অর্থাৎ উৎপাদিকা ধরিত্রীর প্রতিরূপ, পরবর্তী পর্যায়সমূহে তার অধিকার ক্ষেত্র আরও সম্প্রসারিত হয়েছে, তিনি সন্তানদের রক্ষয়িত্রী, পশুদের পালিকা, রোগ ও মহামারীর প্রতিবিধানকারিনী, গ্রাম, নগর, নদী, পর্বত, অথবা সকল কিছুরই অধিষ্ঠাত্রী দেবী। বস্তুত, আসামের পরিপ্রেক্ষিতে যে গ্রামদেবীসমূহের কথা নির্মলপ্রভা আলোচনা করেছেন সেই সকল দেবীদের উদ্ভব নবাশ্মীয় বা নূতন প্রস্তর যুগ থেকে শুরু হয়েছেন।

ভারতবর্ষে পুরাতন প্রস্তর যুগের কোন দেবীমূর্তি এখনও পর্যন্ত আবিষ্কৃত হয়নি। নবাশ্মীয় বা নূতন প্রস্তর পর্যায়ের কিছু দেবীমূর্তি আবিষ্কৃত হয়েছে উত্তর-পশ্চিমে গুমলা ও হাথলায়, বালুচিস্তানে বেতোর ও কুল্লী অঞ্চলে, দাক্ষিণাত্যের ইনামগাও নামক স্থানে এবং পরবর্তী কালের হরপ্পা সভ্যতায়। অন্যত্র প্রাচীন দেবীমূর্তি বড় পাওয়া যায়না। আসামে আবমিশ্র নবাশ্মীয় সংস্কৃতির নিদর্শন নানা জায়গা থেকে পাওয়া গেছে। তবে প্রাপ্ত নিদর্শনসমূহ প্রধানতঃ ভূমিপৃষ্ঠ থেকে সংগ্রহ করা হয়েছে। এক দেওহালি হাতিং ছাড়া আর কোন স্থানে সুপরিকল্পিত খনন কার্য হয়নি। যথাযথ খনন কার্য হলে এই অঞ্চল থেকে দেবীমূর্তি পাবার সম্ভাবনা যথেষ্টই আছে। বিশ্বাস করার সঙ্গত কারণ বর্তমান যে আসাম ও সন্নিহিত রাজ্যগুলিতে সুপ্রাচীন কাল থেকেই দেবীপূজার ব্যাপকতা ছিল, নতুবা আসামের নানা স্থানে তন্ত্র-সাধনার অসংখ্য কেন্দ্র গড়ে উঠত না। পূর্বোত্তর ভারতের পার্বত্য জাতিসমূহ বিভিন্ন প্রাচীন গ্রন্থে কিরাত নামে পরিচিত যারা সাধুমাংস-পশুপ্রিয়া দেবীর উপাসক ছিল, যে কারণে দেবীর আন এক নাম কিরাতিনী। মেঘালয় অঞ্চলের খাসিদের মধ্যে যে মাতৃপ্রধান সমাজ বর্তমান সেই সমাজ ব্যবস্থাও এতদাঞ্চলে দেবী প্রাধান্যের সাক্ষ্য দেয়। রুদ্রযামল, মহাচীনাচার ক্রম প্রভৃতি তন্ত্র গ্রন্থের সাক্ষ্য থেকে জানা যায় যে, ঋষি বশিষ্ঠ সিদ্ধিলাভের জন্য কামরূপে সাধনা করেন এবং তারাদেবীর নির্দেশে চীনদেশে যাত্রা করে বামাচারী সাধনার সঙ্গে পরিচিত হন এবং ওই সাধন পদ্ধতি ভারতবর্ষে প্রবর্তন করেন। এই কাহিনীর পিছনে ঐতিহাসিক কয়েকটি ঘটনা প্রচ্ছন্নভাবে বর্তমান। সত্যিই বশিষ্ঠ নীলাচল থেকে চীনদেশে গিয়েছিলেন কিনা সেটা বড় কথা নয়, তবে চীনদেশীয় তন্ত্র, যা "তাওবাদ" নামে পরিচিত, পূর্বোত্তর ভারতে প্রবেশ লাভে সমর্থ হয়েছিল। কিছু চৈনিক গ্রন্থের বক্তব্য

অনুযায়ী তাওবাদের বাইবেল, লাও-ৎসু রচিত-তাও-তে-কিং (চিং) গ্রন্থের সংস্কৃত অনুবাদ হয়েছিল ৬৪৪ খৃষ্টাব্দে কামরূপের রাজা ভাস্করের নির্দেশে। তাও-তে-কিং এর প্রতি ভারতীয় তান্ত্রিকদের আগ্রহ নিশ্চয়ই অহেতুক ছিল না। রাজা ভাস্কর লাও-ৎসুর একটি মূর্তিও প্রতিষ্ঠা করেছিলেন বলে প্রকাশ।

তাওবাদী আচার-অনুষ্ঠানসমূহ, যেগুলির মূল ভিত্তি নরনারীর আনুষ্ঠানিক মিলনের অন্তরালে সাংখ্যদর্শন কথিত প্রকৃতি-পুরুষ তত্ত্বের (চৈনিক পরিভাষা ইন্-ইয়াং) উপলব্ধি, চৈনিক বৌদ্ধগণ কর্তৃক খ্রীষ্টীয় চতুর্থ শতক নাগাদ গৃহীত হয়েছিল। অন্যান্য সূত্র থেকে জানা যায় যে, চীনদেশে শক্তিপূজার, ববং বলা যায় এক ধরণের তান্ত্রিক শাক্ত সাধনার প্রবল বিকাশ ঘটেছিল খ্রীষ্টীয় চতুর্থ থেকে অষ্টম শতকের মধ্যে। এই সাধনার মূল প্রেরণা হিসাবে যে মহাদেবী গড়ে উঠেছিলেন, তিনি মূলতঃ চারটি ধারার সমন্বয় : (১) প্রাচীন চৈনিক মাতৃদেবী সি-উয়াঙ্গ-মু, (২) তাও ধর্মোক্ত প্রকৃতি বা শক্তি যা "ইন্" নামে পরিচিত (৩) বোধিসত্ত্ব অবলোকিতেশ্বর যিনি চীনদেশের পুরাতন মাতৃপ্রধান ধর্মবিশ্বাসের প্রভাবে দেবতা থেকে দেবীতে রূপান্তরিত হয়ে কুয়ান-ইন্ নামে পরিচিত হয়েছিলেন এবং (৪) বৌদ্ধ দেবী "তারা" যার উপাসনা বশিষ্ঠ চীন দেশ থেকে এনেছিলেন বলে প্রকাশ। দেবী কামাখ্যার কল্পনার পেছনে এই চারটি ধারা বর্তমান।

নির্মলপ্রভা দেখিয়েছেন যে কালিকাপুরাণ, বৃহদ্ধর্মপুরাণ, দেবী ভাগবত, কুব্জিকাতন্ত্র, যোগিনীতন্ত্র, চূড়ামণিতন্ত্র প্রভৃতি গ্রন্থে নানাভাবে যে কামরূপের কামাখ্যা দেবীর উল্লেখ ও মহিমা কীর্তন করা হয়েছে তার পিছনে সুদীর্ঘ কালের ইতিহাস বর্তমান। তাঁরমতে কামরূপ নামের মূলেও বৌদ্ধ তান্ত্রিক প্রভাব বর্তমান। মহাযানী ও তান্ত্রিক বৌদ্ধ ধারণা অনুযায়ী বিশ্ব চরাচর কাম, রূপ এবং অরূপ এই তিনটি লোক ধাতুর সমাহার। অরূপ চিরকালই—অপ্রকাশ্য, দৃশ্যমান জগত তাই নিঃসন্দেহে কাম ও রূপ, এবং তারই প্রতীক বা সাধনক্ষেত্র তার নাম কামরূপ। গভীর অনুসন্ধিৎসা সহ তথ্যগুলোর ওপর নূতন আলোকপাত করার এরকম চেষ্টা গ্রন্থখানির অনেক স্থানে লক্ষ্য করিয়াছি এবং নির্মলপ্রভার গবেষণার সেই বিশেষ গুণ আমাকে মুগ্ধ করেছে ও গ্রন্থটিকে এক বিশেষ মূল্য দিয়েছে।

বৌদ্ধতন্ত্রসমূহে দেখা যায় মানবদেহে মধ্যস্থ চারটি কায় বা চারটি

কেন্দ্রক চারটি পীঠ বলা হয়েছে, ভৌগোলিক অবস্থানের দিক থেকে সেগুলিকে উড্ডীয়ান, পূর্ণগিরি, শ্রীহট্ট ও কামরূপে নির্দিষ্ট করা হয়েছে। চারটি প্রসিদ্ধ শক্তিপীঠের তিনটি আসামে অবস্থিত হওয়া সত্ত্বেও এবং আসাম শক্তি উপাসনার মানচিত্রে অত্যন্ত গুরুত্বপূর্ণ স্থান অধিকার করা সত্ত্বেও, অসমীয়া প্রাচীন সাহিত্যে শাক্ত প্রভাব অত্যন্ত কম, অন্ততঃ বাংলা সাহিত্যের তুলনায় তো বটেই। এর একটি প্রধান কারণ শ্রীশ্রীশঙ্করদেবের আবির্ভাব ও ধর্মপ্রচার। কার্যত, যিনি অসমীয়া সাহিত্যের পথিকৃৎ সেই শঙ্করদেব বৈষ্ণব ভাবনায় ভাবিত এবং তাঁর রচনাবলীর প্রভাব এত বেশী যে পরবর্তী লেখকগণ প্রধানত. বৈষ্ণব ভাবধারাকেই অবলম্বন করেছিলেন কিন্তু শঙ্কর-দেবও শাক্ত প্রভাবকে একেবারে এড়িয়ে যেতে পারেননি। তাঁর রচিত "অনাদি পাতনে" সৃষ্টিতত্ত্ব বর্ণনা কালে সাংখ্যোক্ত প্রকৃতি-পুরুষ এবং জগত কারণ হিসাবে মহামায়ার ধারণার প্রকাশ ঘটেছে। রাম সরস্বতী রচিত ভীম চরিত কাব্যে হর-পার্বতীর সংসার যাত্রার চিত্র দেখা যায়। এই রচনাটিকে বিশুদ্ধ সাহিত্যের পর্যায়ে ফেলা যায়, কিন্তু এখানে কোন বিশেষ শাক্ত চিন্তাধারার প্রতিফলন নেই। কাচিনাথ ও রুদ্রনাথ মার্কণ্ডেয় পুরাণের দেবী-মাহাত্ম্য অংশটি অসমীয়া ভাষায় অনুবাদ করেছিলেন। অনন্ত আচার্য শঙ্করাচার্যের 'সৌন্দর্য লহরী' অবলম্বনে 'আনন্দ লহরী' কাব্য রচনা করেছিলেন। কিন্তু বাংলা শাক্ত সাহিত্যের মত অসমীয়া শাক্ত সাহিত্যের ব্যাপক বিকাশ ঘটেনি। নির্মলপ্রভা আসামের শাক্ত সাহিত্য নামক অধ্যায়ে এই বিষয় নিয়ে বিস্তৃত আলোচনা করছেন—শাক্ত লোক সাহিত্য, লোক সঙ্গীতও অন্তর্ভুক্তি পেয়েছেন। আসামের লোক সঙ্গীতের বহু ক্ষেত্রেই হর-পার্বতী ও অপরাপর দেবীদের লৌকিক কাহিনী বর্তমান। 'আই নাম" এক ধরণের অসমীয়া লোক সঙ্গীত। 'আই' শব্দটি সংস্কৃত আর্যিকা থেকে এসেছে, যা যে কোন দেবীরই সাধারণ নাম। আই নামের মুখ্য দেবী হচ্ছেন শীতলা। তবে ভবানী, ঈশানী, পার্বতী, দুর্গা প্রভৃতিকেও আই বলে সম্বোধন করা হয়। 'আই" শব্দটি আদি থেকেও নিষ্পন্ন হতে পারে।

নির্মলপ্রভার কষ্টসম্ভূত রচনায় সমগ্র ব্রহ্মপুত্র উপত্যকা ও সন্নিহিত অঞ্চলসমূহের দেবীরা আলোচিত হয়েছেন। তিনি উপজাতীয় দেবীদেরও বাদ দেয়নি, বিশেষ করে কছারী, রাভা, খাচী, তিওয়া, ইত্যাদি দেবীপ্রসঙ্গ আলোচনা করেছেন। দেবী কামাখ্যা সম্পর্কেও এইরকম একটা

ধারণা প্রচলিত আছে যে এই দেবী আদিতে খাসি উপজাতির উপাস্যা দেবী ছিলেন, পরে তার শাক্ত তান্ত্রিক রূপান্তর হয়েছে। খাসি ভাষায় কা শব্দটির অর্থ মাতা, যে সম্বন্ধপদ এবং খা বলতে বোঝায় জাতি। অর্থাৎ উপজাতির মাতৃদেবী কা সেই খাই পরবর্তী কালে কামাখ্যায় পর্যবসিত হয়েছেন। ভাষাতাত্ত্বিক বিচারে সুনীতিকুমার চট্টোপাধ্যায়ে এই রকম একটা সম্ভাবনার কথা অগ্রাহ্য করেন ন। পরবর্তী কালের অনেক বিখ্যাত শাক্ত দেবীর উদ্ভব ও প্রসিদ্ধির মূলে উপজাতীয় দেবীদের সম্ভাব্য প্রভাব কিছু রয়েছে কি না এই অনুসন্ধিৎসা নিয়েই নিশ্চয় এই ক্ষেত্রে নির্মলপ্রভা দীপ জালিয়েছে। গবেষণার ক্ষেত্রে এরকম উদার, বিস্তৃত দৃষ্টিভঙ্গী ও বিচার বড়ই মনোগ্রাহী এবং এই রকম প্রচেষ্টাই গ্রন্থটার মূল্য বৃদ্ধি করেছে।

আসামের দেবীদের ঐতিহাসিক বিবর্তনের ক্ষেত্রে নির্মলপ্রভা তিনটি স্তর লক্ষ্য করেছেন। প্রথম স্তরে রয়েছেন সেই সকল দেবীরা যাদের উপাসনা গ্রাম ও প্রত্যন্ত অঞ্চলসমূহে বিস্তৃত, যাদের কথা-কাহিনী লোক পরম্পরায় প্রচলিত। কিন্তু লিখিত রচনাসমূহে যাদের কোন উল্লেখ নেই। দ্বিতীয় স্তরে রয়েছেন সেই সকল দেবীর যাদের প্রাধান্য বেশী, যাদের নিয়ে স্থানীয় লোক সাহিত্য, লোক কিম্বদন্তী আছে, অথবা যারা নিছকই অসমীয়া সাহিত্যে স্থান পেয়েছেন, কিন্তু অধিকতর উত্তরণ হয়নি। তৃতীয় স্তরে রয়েছেন সেই সব দেবীরা যারা পুরাণসমূহে স্থান পেয়েছেন, অর্থাৎ যাদের সংস্কৃতকরণ হয়েছে অর্থাৎ যারা দুর্গা, কালী, পার্বতী প্রভৃতির সঙ্গে অভিন্না বলে ঘোষিতা হয়েছেন।

যে সকল দেবীর বিশদ পরিচয় নির্মলপ্রভা দিয়েছেন সেগুলির মধ্যে দুর্গা, কালী, চণ্ডী সরস্বতী, লক্ষ্মী প্রভৃতি প্রসিদ্ধা পৌরাণিক দেবী যাদের প্রসঙ্গ আলোচনা কালে তিনি একদিকে যেমন বেদ পুরাণাদি শাস্ত্রের ওপর নির্ভর করেছেন অপর দিকে তেমনই অসমীয়া সাহিত্য ও লোকশ্রুতির উপাদানও উপেক্ষা করেননি। এইসকল দেবী ভারতীয় শক্তি সাধনার ক্ষেত্রে গুরুত্বপূর্ণ স্থান অধিকার করে আছেন যাদের কেন্দ্র করে শুধু অজস্র কাহিনীরই অবতারণা হয়নি, সেই সঙ্গে নানা প্রকার তত্ত্বেরও বিকাশ ঘটেছে। এই প্রসঙ্গে পৃথক পৃথক অধ্যায়ে নির্মলপ্রভা আসামের তন্ত্র ও শাক্ত সাহিত্য, শক্তি উপাসনার ধারা, শক্তিতত্ত্ব ও তন্ত্রতত্ত্ব নিয়ে আলোচনা করেছেন। দেবী মনসা প্রসঙ্গে তিনি নিশ্চয়ই নূতন কথা বলেছেন। সর্প দেবীর এই ধারণার

সঙ্গে তান্ত্রিক কুলকুণ্ডলিনী শক্তির সর্পাকৃতির মধ্যে একটা সাদৃশ্য খুঁজে পাবার তিনি চেষ্টা করেছেন। তার আলোচনা গভীর চিন্তার দিশ উন্মুক্ত করেছেন। অপরাপর দেবীদের মধ্যে ত্রিপুরাসুন্দরী, কামাখ্যা, উগ্রতারাও সপ্তমাতৃকা মূলতঃ তান্ত্রিক দেবী যাদের অতীত ঐতিহ্য তিনি আমাদের ইতিহাসে অনুসন্ধান করেছেন। কয়েকটি নূতন দেবীরও তিনি পরিচয় দিয়েছেন যাদের অন্যত্র পাওয়া যায় না। স্থানীয় অথচ অতীব প্রভাবশালী দেবী কামাখ্যা, উগ্রতারা ও কেঁচাইখাতীর উপর তার আলোচনা যথেষ্ট মৌলিক। দেবী পূজার বলিদানের, বিশেষ করে পূর্বকালের নর বলিদানের উপর তার রচনাটিও বিশেষ উল্লেখের দাবী রাখে। পূর্বে এই প্রসঙ্গ নিয়ে ই এ, গেইট আলোচনা করেছিলেন। এছাড়া শাক্তপীত, শাক্তমুদ্রা, শাক্ত ভাস্কর্যসমূহের পরিচয় দিয়ে তিনি আমাদের কৃতজ্ঞতা ভাজন হয়েছেন। বর্তমান গ্রন্থের আর একটি প্রধান আকর্ষণ বিভিন্ন দেবীর থান বা স্থান বা ক্ষেত্র সম্পর্কে বিশেষ পরিচয় প্রদান।

একথা নিঃসংশয়ে বলা যায় যে এই অপূর্ব গ্রন্থ রচনা করে নির্মলপ্রভা নিজ সুনামের দিগন্ত অনেক বিস্তৃত করেছেন। এই গ্রন্থের বিষয়বস্তুর সঙ্গে ভারতবর্ষের অন্যান্য এলাকার জনগণেরও পরিচয় হওয়া উচিত। এজন্য অত্যন্ত উচিত হয় যদি গ্রন্থটির একটি ইংরাজী অনুবাদ প্রকাশিত হয়।

ডঃ নরেন্দ্রনাথ ভট্টাচার্য
৫।৩।৮৪

প্রাচীন ভারতীয় ইতিহাস ও
সংস্কৃতি বিভাগ
কলিকাতা বিশ্ববিদ্যালয়।

# সূচনা

জগত জুৰি অনন্ত শক্তি আৰু সৌন্দৰ্য্যৰ বিকাশ দেখি, বিৰাম নপাৰা সৃষ্টি আৰু প্ৰলয়ৰ খেলাত আনন্দ আৰু আতঙ্ক অনুভৱ কৰি মানুহ-মনে নিজ ধ্যান-ধাৰণাত নেদেখা শক্তিৰ উৎস আৰু দেদীপ্যমান মূৰ্ত্তি অৰ্থাৎ দেৱতাৰ সৃষ্টি কৰে। তেনে অনুভৱেৰেই নানা নামৰ, নানা ৰূপৰ দেৱী সৃষ্টি কৰি তন্ত্ৰ-মন্ত্ৰ-মণ্ডল-ন্যাসৰ সাধনাৰে, কোনো সময়ত নৰৰক্ত পৰ্যন্ত উছৰ্গি কৰা পূজা-শৈলীয়েই শাক্ত-তন্ত্ৰ ধৰ্ম—এনে এটা নাম পালে। হয়তো পৃথিৱীৰ সকলো দেৱীৰ মূল ভিন ভিন। ফৰ্মেল ৰিলিজিয়ন বা শাস্ত্ৰ পঢ়ি চৰ্চা কৰা ধৰ্ম আৰু লোক সাধাৰণৰ ধৰ্মৰ ধাৰা পৃথক। কিন্তু সেই সকলোৰ মাজত কিবা এটা যেন স্বতঃপ্ৰণোদিত সাম্য বৰ্তমান—যি সাম্যই সেই সকলো একেটা জ্বালামুখৰ পৰাই উদ্ভৱ হোৱাৰ ধাৰণাৰ সৃষ্টি কৰে। তুলনামূলক ধৰ্মতত্ত্বৰ ফালৰ পৰা, নৃতত্ত্ব, সমাজতত্ত্বৰ ফালৰ পৰা, লোককথা অধ্যয়নৰ ধাৰাত লৈ, সেইদেখি দেৱীধৰ্মৰ গভীৰ অধ্যয়নৰ প্ৰয়োজন।

ৰহস্যময়ী এই দেৱীৰ ধ্যান-ধাৰণা, উপাসনাৰ নানা বাৰ্ত্তা ডক্টৰ শ্ৰীমতী নিৰ্ম্মলপ্ৰভা বৰদলৈয়ে তুলনামূলক, চিন্তামূলক অধ্যয়নৰে এই গ্ৰন্থত দাঙি ধৰিছে। বৌদ্ধ-শাক্ত-তান্ত্ৰিকতাৰ একালৰ মহাকেন্দ্ৰ কামৰূপৰ কথাই তাৰ মাজত প্ৰাধান্য লাভ কৰিছে। আশা কৰিছোঁ। গৱেষণামূলক এই অধ্যয়ন বিদ্বজ্জনৰ পৰিতোষৰ আৰু অনুশীলনৰ গ্ৰন্থ হ'ব।

ড° মহেশ্বৰ নেওগ

গুৱাহাটী

১ ডিচেম্বৰ, ১৯৮৬

# সূচীপত্ৰ

## সৰ্বভাৰতীয় দেৱীৰ প্ৰসঙ্গত :



## অসমৰ স্থানীয় দেৱী :

**শক্তিতত্ত্ব সম্বন্ধীয় :**



**অসমৰ শাক্তভত্ত্ব :**



**অসমৰ দেৱী স্থাপত্য-ভাস্কৰ্য্যৰ নিদৰ্শনৰ আলোক চিত্ৰসমূহ**



সৃষ্টি স্থিতি বিনাশানাং শক্তিভূতে সনাতনি
গুণাশ্রয়ে গুণময়ে নারায়ণি! নমোঽস্তুতে ॥

# দেৱী আদ্যা

আদিম সমাজৰ অজস্ৰ ধৰ্মত আই গোসানীৰ কথা পোৱা যায়। সৃষ্টিৰ অন্তৰালৰ পৰম শক্তিক সৌন্দৰ্য্যময়ী নাৰী ৰূপত দেখা পোৱা ধাৰণাৰ বিশ্লেষণ বৰ মনোৰম।

" অতুলং তত্ৰ তত্তেজঃ সৰ্বদেৱশৰীৰজম ।
একস্থং তদভূন্নাৰী ব্যাপ্তলোকত্ৰয়ং ত্বিষা ॥"

সহস্ৰ পদ্মৰ পাহি হঠাতে যেন মেল খালে। এনেকুৱা লাগিল আকাশত হঠাতে যেন সহস্ৰ সূৰ্য্যহে ৰশ্মিৰ পাপৰিৰে উদ্ভাসি উঠিল। অভূতপূৰ্ব বৰ্ণনাৰ অতীত সেই জ্যোতি। আশ্চৰ্য্য সেই পৰম জ্যোতিয়ে ৰূপ ললে এক নাৰীৰ। চন্দ্ৰ আৰু সূৰ্য্য যেন তেওঁৰ নয়ন। তেওঁ শ্বেতবৰ্ণা, তেওঁ ৰক্তবৰ্ণা, তেওঁৰ বৰ্ণ অমাবস্যাৰ ঘোৰ অন্ধকাৰৰ দৰে। তেওঁ সময়ত হংসৰ দৰে শ্বেতৰূপা, হিমৱন্ত পৰ্বতৰ দৰে শুভ্ৰা। সময়ত বেলিবুৰা আকাশৰ দৰে, সেন্দুৰৰ দৰে, ৰক্ত-জবাৰ দৰে তেওঁ ৰক্তবৰ্ণা। তেওঁ বিৰাজ কৰে ধানৰ শিহত, প্ৰস্ফুটিত পদ্মৰ গন্ধত। বিৰাজ কৰে নাৰীৰ হাস্যত, বিৰাজ কৰে প্ৰজ্বলিত চিতাগ্নিৰ শিখাত। ত্ৰিপুৰাসুন্দৰী ৰূপে তেওঁৰ ৰূপ অসামান্যা, তুলনাবিহীনা। কালীৰূপে তেওঁ নৃমুণ্ডমালিনী, —মৃত্যুৰ দৰে ভয়ঙ্কৰী তেওঁ।

শাৰদাতিলক তন্ত্ৰত কোৱা হৈছে—"তেওঁ জিকমিকাই থাকে দশ'কোটি বিদ্যুতৰ প্ৰভাৱে।" দেৱী সূক্তত তেওঁৰ মাহাত্ম্য তেওঁ বৰ্ণনা কৰিছে— "মই জন্ম দিওঁ, সৃষ্টিক মই ৰূপ দিওঁ আৰু অনন্ত, অৰূপ হৈ ৰওঁ।"

সৃষ্টিয়ে ৰূপ লোৱাৰ প্ৰসঙ্গত শূন্য পুৰাণে কিছু কথা কৈছে। এই পুৰাণ মতে পৃথিৱী পৰিভ্ৰমণ কৰি ক্লান্ত হোৱা ধৰ্মনিৰঞ্জনে গাৰ ঘাম মচি পেলাই দিওঁতেই হঠাতে আদ্যাশক্তিয়ে ৰূপ পৰিগ্ৰহণ কৰিলে।

শূন্যপুৰাণৰ মতে সৃষ্টিৰ আদিতে একোৱেই নাছিল। কেৱল শূন্যতা। চন্দ্ৰ, সূৰ্য্য, তৰা, জল-থল, আকাশ একো নাছিল। ৰাতি দিনো একো নাছিল। সেই শূন্যতাৰ মাজতে 'প্ৰভু'ৱে নিজ কায়া সৃজন কৰিলে। নিজক সৃষ্টি কৰি ধৰ্মই চৈধ্যযুগ ব্ৰহ্মজ্ঞানত কটালে। তাৰ পাছত ফেঁচা

( উলুক ) সৃষ্টি কৰি ফেঁচা আৰোহণ কৰি, চৈধ্য বছৰ কটালে। ফেঁচাই ভৰ সহ্য কৰিব নোৱাৰাত ধৰ্মই মুখৰ অমৃত ফেঁচাক দান কৰিলে। অমৃত কিছু শূন্যত পৰিল আৰু তাৰ পৰাই পানী হ'ল। ধৰ্মৰ ভৰত ফেঁচাৰ পাখি ছিগি পৰাত তাৰপৰা জন্ম হ'ল হংসৰ। হংসই ধৰ্মৰ ভৰ সহিব নোৱাৰি উৰি যোৱাত ধৰ্মই সৃষ্টি কৰিলে কূৰ্মৰ। কূৰ্মৰ অবস্থাও ফেঁচা আৰু হংসৰ দৰে হোৱাত ধৰ্মই সহস্ৰ ফণাযুক্ত বাসুকী সৃজন কৰি নিজ ডিঙিৰ মলিৰে পৃথিৱী সৃষ্টি কৰি বাসুকীৰ মূৰত স্থাপন কৰিলে। বসুমতীয়ে বাসুকীৰ মূৰত স্থিতি পাই বাঢ়ি যাবলৈ ধৰিলে। সেই বসুমতীক পৰিভ্ৰমণ কৰি ধৰ্মদেৱতা ক্লান্ত হৈ ঘাম মচাত, ঘামৰ পৰা জন্ম হ'ল আদ্যা দেৱীৰ। এই আদ্যাৰ পৰাই ব্ৰহ্মা, বিষ্ণু, শিৱৰ জন্ম। এই তিনিজন দেৱতাক সৃষ্টি, স্থিতি, সংহাৰৰ ভাৰ দিলে ধৰ্মনিৰঞ্জনে। ধৰ্মনিৰঞ্জনে আদ্যাশক্তিক মহাদেৱৰ পত্নীৰূপে প্ৰদান কৰে আৰু আদ্যাই যোনিৰূপে অৱস্থান কৰি জীৱ সৃষ্টিত সহায় কৰে।

শক্তিতত্ত্ব মতে সৃষ্টি ক্ষয়, নিয়ন্ত্ৰণ কৰা বিশ্বৰ Cosmic energy বা পৰম শক্তিয়েই হৈছে পৰমাশক্তি বা পৰমেশ্বৰী। তেওঁৰ পৰাই সমগ্ৰ বিশ্বৰ শক্তি প্ৰৱাহিত হৈছে। তেওঁৰ বিহনে পৃথিৱীত একোৱেই গতি কৰিব নোৱাৰে। আনকি ব্ৰহ্মা, বিষ্ণু, শিৱো তেওঁ গতিদাত্ৰী। তেওঁৰ ইচ্ছাতহে সৃষ্টি, স্থিতি, প্ৰলয়ৰ কাৰ্য্য তেওঁবিলাকে সংঘটিত কৰে। দেৱী পুৰাণত এটা কাহিনী আছে : ব্ৰহ্মা, বিষ্ণু, শিৱ এই ত্ৰিশক্তিয়ে কাক ধ্যান কৰে জ্ঞাত হবলৈ বুলি নাৰদে শিৱক সুধিলে—"আপোনালোক তিনিওজনে কাক ধ্যান কৰে? পূজনীয় শক্তি সেযা কোন?" শিৱই উত্তৰ দিলে—সেয়া হৈছে আদ্যা শক্তি, অনন্ত শক্তি। তেওঁ নিজেই পৰম ব্ৰহ্ম। তেৰেঁই সকলো সৃষ্টি কৰে, ধৰি ৰাখে আৰু সময়ত বিনষ্ট কৰে। তেওঁ যদিও সম্পূৰ্ণ নিৰাকাৰা, তেৰেঁই পাৰ্বতী, ইন্দিৰা আৰু সাৰদা। সেই পুৰাণেই ব্যাখ্যা কৰিছে যে, শিৱই সতীৰ দশ মহাবিদ্যাৰ ৰূপ দেখি ভয়বিহ্বল হৈ পৰিছিল। দশ মহাবিদ্যা হৈছে কালিকা, তাৰা, ষোড়শী, ভুৱনেশ্বৰী, ভৈৰৱী, ছিন্নমস্তা, সুন্দৰী, ভগলদ্যা, ধূমাৱতী আৰু মাতঙ্গী।

'দেৱী ভাগৱত' নামৰ অন্য এখন পুৰাণত বিষ্ণুৱে স্বীকাৰ কৰিছে যে তেওঁ স্বাধীন সত্ত্বা নহয়—তেওঁ দেৱীৰ আজ্ঞাহে পালন কৰে। ব্ৰহ্মাই সৃষ্টি, বিষ্ণুৱে ৰক্ষা আৰু মহেশ্বৰে ধ্বংস কৰে। এই সকলো কাৰ্য্য এই ত্ৰিশক্তিয়ে কৰে যন্ত্ৰৰ দৰে। যি কৰায় তেওঁ হৈছে দেৱী, তেৰেঁই শক্তি।

এই বিশ্ব পুতলা নাচৰ এক মঞ্চ। সূত্ৰ ধৰি যি নচুৱায় তেওঁৱে শক্তি।

এই শক্তি কোন? এওঁ পৰমব্ৰহ্মতকৈ ডাঙৰ নেকি? সৃষ্টিকৰ্তাৰেই সান্দহ। দেৱীয়ে উত্তৰ দিছে দেৱীভাগৱতত। "এটাই মাত্ৰ সত্য—সেয়া হৈছে ব্ৰহ্ম। ব্ৰহ্ম আৰু মই এক। মই পুৰুষ নহওঁ, স্ত্ৰীও নহওঁ। অৰ্দ্ধনাৰী, অৰ্দ্ধপুৰুষ তেনেকুৱা কিবাও নহয়। মোৰ লগত যুক্ত নোহোৱা একো নাই। ময়েই সকলোৰে অন্তৰালৰ শক্তি।"

এই সন্দৰ্ভত সৌন্দৰ্য্য লহৰীৰ শ্লোক এটি উল্লেখযোগ্য :

"শিবঃ শক্ত্যা যুক্তো যদি ভবতি শক্তঃ প্ৰভবিতুম্
ন চেদেবং দেবো ন খলু কুশলঃ স্পন্দিতুমপি॥"

শিৱ যেতিয়া শক্তিযুক্ত হয়, তেতিয়াই কাৰ্যক্ষম হয়। শক্তিযুক্ত নহ'লে তেওঁ গতিৰহিত। ব্ৰহ্মাণ্ড নাটকে দেৱীপুৰাণত দেৱীৰ ভূমিকা ব্যাখ্যা কৰিছে " শক্তি বিহনে প্ৰাণী শব মাত্ৰ। সমগ্ৰ বিশ্বই দেৱীৰে প্ৰতিচ্ছবি। তেওঁ চেতনা। চিত্তৰূপিনী।

যোগ দৰ্শন মতে এই মহাশক্তি নৰদেহৰ ছটা যৌগিক বিন্দুত বিভিন্ন ৰূপে অৱস্থান কৰে। ক্ষিতিৰূপে মূলাধাৰত, অপৰূপে মণিপুৰত, অগ্নি-ৰূপে স্বাধিস্থানত, বায়ুৰূপে অনাহতত, শূন্যৰূপে বিশুদ্ধ চক্ৰত আৰু মন ৰূপে আজ্ঞাত। মূলাধাৰৰ পৰা ক্ৰমে তেওঁ সহস্ৰচক্ৰত অৱস্থান কৰি শিৱৰ লগত লীলাৰসত নিমগ্ন থাকে।

এনে শক্তি কল্পনাৰ মূলতে কি আছে?? শক্তিৰ ধাৰণা কেনেকৈ আৰম্ভ হ'ল? চাবলৈ গ'লে পৃথিৱীৰ সকলো দেশৰে আদিম ধৰ্মত আই গোঁসানী ব্যাপ্ত হৈ আছে। বেবিলনৰ মাইলিটা, মেক্সিকো দেশীয় ইৰ্, আফ্ৰিকাৰ চলম্বো, ইজিপ্ত দেশৰ বাষ্ট ইয়াৰ প্ৰকৃষ্ট উদাহৰণ। আই গোঁসানী হৈছে প্ৰকৃতি আই। তেওঁৱেই বসুমতী ( mother Earth ) যেহেতু তেওঁৰ পৰাই আমাৰ সকলোৰে জীৱন হৈছে, তেওঁৱেই মূল শক্তি ( mother supreme ), মৃত্যুতো তেওঁৱেই আমাক তেওঁৰ বুকুলৈ টানি নিযে। এনেকৈয়ে তেওঁ জীৱন, উৰ্বৰতা আৰু মৃত্যুৰ প্ৰতীক আৰু তেনে তেনে ৰূপত পূজিতা।

ভাৰতত গোঁসানী পূজা প্ৰাক্-আৰ্য্য আনকি প্ৰাক্-দ্ৰাবিডীয়ান সময়ৰে পৰা প্ৰচলিত। শেষলৈ এই পূজা হিন্দু ঐতিহ্যৰ ভিতৰুৱা হৈ পৰিল। অনাৰ্য্য গোঁসানীৰ নামসমূহ সংস্কৃতীয়া কৰা হ'ল। বেদত প্ৰকৃত অৰ্থত মাতৃশক্তিৰ নামত কোনো মন্ত্ৰ পোৱা নেযায়। স্ত্ৰীসূক্ত

আৰু দেৱীসূক্ত পাছৰ ৰচনা বুলি ভাবিবৰ থলো নোহোৱা নহয়।

"উমামং হৈমৱতীং তম্"— এনে শ্লোকেৰে কেনোপনিষদত উমাৰ উল্লেখ আছে। এই উপনিষদৰ এটা কাহিনী মতে দেৱতাসকলে ব্ৰহ্মাৰ শক্তিৰ বিষয়ে নাজানি নিজকে বৰ ডাঙৰ বুলি গৰ্ব কৰাত ব্ৰহ্মাই তেওঁবিলাকৰ সন্মুখত বৰ সুন্দৰ এক যক্ষৰ ৰূপত অৱতীৰ্ণ হ'ল, দেৱতাবৃন্দই অগ্নি আৰু বায়ুক পঠালে তেওঁৰ বিষয়ে খবৰ লবলৈ। কিন্তু তেওঁবিলাকে ইয়াৰ একো ৰহস্য উলিয়াব নোৱাৰিলে। আনকি যক্ষই পেলাই দিয়া ঘাঁহ এডালো দেৱতাবোৰৰ কোনেও ছিঙিব নোৱাৰিলে। শেষত ইন্দ্ৰ নিজে গৈ তাত উপস্থিত হ'ল। ইতিমধ্যে যক্ষ অদৃশ্য হ'ল। ইন্দ্ৰবাজে গৈ দেখিলে আকাশত উজ্জ্বল হৈ আছে উমা। ইন্দ্ৰই তেওঁক সুধিলে—যক্ষ কোন? উমাই উত্তৰ দিলে— তেৱেঁই ব্ৰহ্ম। এই কাহিনীৰ তাৎপৰ্য্য এয়ে যে উমা ব্ৰহ্মাৰ ঠাইত অৱতীৰ্ণ হ'ল তেওঁ পৰম শক্তি ( power supreme )ৰ সঙ্গী আৰু তেওঁ এই সকলোৰে বিষয়ে অৱগত। শ্বেতাশ্বেতৰ উপনিষদে কৈছে—"মায়াং তু প্ৰকৃতিং বিদ্যাং মায়িনং তু মহেশ্বৰম্" বেদত এনে ধৰণৰ উক্তি নোপোৱাৰ কাৰণে এই গোঁসানীৰ ধাৰা প্ৰাক্‌বৈদিক বুলি অনুমান কৰা হৈছে। দ্ৰাবিড় বা প্ৰাক্‌দ্ৰাবিড় লোকসকলৰ সংস্পৰ্শলৈ আহিয়ে আৰ্য্যসকলৰ নিশ্চয় এনে ধাৰণা হৈছিল। আনকি 'উমা' শব্দও কোনো বিশেষ ভাষাৰ শব্দকোষৰ পৰা অহা শব্দ নহয়। আই বা গোঁসানীৰ নামত উচ্চাৰিত হোৱা ই এক স্বাভাৱিক শব্দ। যেনেকৈ অম্বা শব্দও 'আম্মা' শব্দৰে অন্য এক ৰূপ। এতিয়াও প্ৰাক্‌বৈদিক প্ৰভাৱ পুষ্ট দাক্ষিণাত্যৰ বহুতো ঠাইত নাৰীৰ নামৰ আগত সন্মানাৰ্থে অম্বা বা অম্মা শব্দ যুক্ত কৰা হয়।

শক্তি প্ৰকৃততে মহাপ্ৰকৃতি ( Great Nature ) আৰু তেওঁৱে নাৰী ৰূপত মহিমান্বিতা হৈছে। তেওঁৱে সকলো সংঘটিত কৰে। সেয়ে তেওঁৰ মাজত সুন্দৰ আৰু ভয়াবহতাৰ সমন্বয়। এখন হাতেৰে তেওঁ তুলি-তালি ডাঙৰ-দীঘল কৰে, আনখন হাতেৰে তেওঁ নিষ্ঠুৰভাৱে ধ্বংস কৰে। তেওঁৰ কটাক্ষই মুগ্ধ কৰে তেওঁৰ ক্ৰোধ দৃষ্টিয়ে ভীতি বিহ্বলতায় আৰু ধ্বংস বা সংহাৰ কৰে।

শক্তি ধৰ্মৰ সকলোতকৈ প্ৰধান কথা হ'ল "কুণ্ডলিনী যোগ" অৰ্থাৎ মানুহৰ নিজ শৰীৰত লুকাই থকা শক্তিক জাগৃত কৰা কথাটো। মানুহৰ শৰীৰতে ষড়চক্ৰৰ স্থান আছে। কুণ্ডল শব্দৰ পৰাই কুণ্ডলিনী শব্দ আহিছে। ভুজঙ্গৰ দৰেই শক্তি কুণ্ডল পকাই সুপ্ত হৈ আছে। এই

কুণ্ডলিনীয়েই হৈছে পৰমেশ্বৰী। তেওঁ সূক্ষ্মতকৈও সূক্ষ্ম। সৃষ্টিৰ ৰহস্য তেওঁ নিজৰ ভিতৰতে লুকুৱাই ৰাখে।

শাক্ত পন্থৰ বিষয়ে ব্যাখ্যা কৰি চাৰ্লস উড্‌ৰফে কৈছে যে, শাক্তই সকলোতে মাতৃশক্তি দেখা পায়। শাক্ত পূজক সকলৰ কাৰণে শক্তি প্ৰথমে মাতৃ, তাৰ পাছত পত্নী, শেষত বয়স, ব্যাধি আৰু মৃত্যু ৰূপত কালিকা হৈ ধৰা দিয়ে। "স্ত্ৰিয়ো দেৱাঃ, স্ত্ৰিয়ঃ প্ৰাণাঃ"। অদ্বৈত-বাদীয়ে কোৱা দৰে "অহম্‌ব্ৰহ্মোঽস্মি"—শাক্তসকলে ঘোষণা কৰে—"অহং দেৱী, ন অন্যোঽস্মি"।

# দেৱী বসুন্ধৰা

জননী আৰু জন্মভূমি সমাংশ। ভূমি আৰু নাৰীৰ মাজত তুলনা স্থাপনৰ ধাৰণা পৃথিৱীৰ সংস্কৃতিৰ প্ৰতিষ্ঠা স্তম্ভক গতি আৰু ৰূপ প্ৰদান কৰি আহিছে। জীয়াই থকা, জীয়াই থাকিবৰ কাৰণে শস্য উৎপাদন আৰু শক্তি বৃদ্ধিৰ কাৰণে সন্তান জন্ম দিয়া—এই জীৱন চক্ৰৰ লগতেই সংস্কৃতিৰ শিপা জড়িত।

ৰোমান স্তুতি প্ৰডেন্‌চৰ এৰ প্ৰধান সূত্ৰ হৈছে "মাতৃ" আৰু "ধৰিত্ৰী" এক। প্ৰাচীন ভাৰতীয় বিধানে কন্যাক (নাৰীক) কৃষিক্ষেত্ৰ বুলি কোৱা হৈছে আৰু বিবাহৰ দ্বাৰা সামাজিকভাৱে স্বামীক (পুৰুষক) সেই কৃষিক্ষেত্ৰত বীজবপন কৰিবৰ বাবে অনুমতি দিয়া হৈছে। পবিত্ৰ কোৰাণতো কৈছে "তোমাৰ নাৰী এক ক্ষেত্ৰ।"

চাবলৈ গ'লে মাতৃগৰ্ভ আৰু পৃথিৱীৰ গৰ্ভ একেই। নগ্নৰূপত মাতৃ গৰ্ভৰ পৰা জন্ম পোৱা মানৱশিশু মৃতকে নগ্ন হৈয়ে মাতৃ ধৰাৰ গৰ্ভলৈ গমন কৰে। মাতৃ বসুন্ধৰাই সকলো জন্ম দিয়ে, মৃত্যুত তেওঁৰ বুকুলৈকে আটাইবোৰ উভতি যায়।

জাৰ্মানসকলৰ লোকগীতত আছে—"হে ধৰা, তুমি সকলো মানুহৰে মাতৃ। ঈশ্বৰৰ আলিঙ্গনেৰে তুমি সমৃদ্ধ হোৱা, তুমি পয়োভৰা হৈ মানৱৰ কল্যাণ কৰা।" ভাৰতৰ গভীৰতম অনুভৱৰ গীত বেদত হৈছে সেই বেদত মাতৃ পৃথিৱীক বাৰে বাৰে বন্দনা কৰা হৈছে:

'সকলোৰে মাতৃ সাৰ্বভৌম পৃথিৱীয়ে আমাৰ স্তুতি সেৱন কৰক" (১)
"পিতা স্বৰ্গ আৰু মাতৃ পৃথিৱীয়ে প্ৰিয় সাক্ষ্যৰে আশা যাচিছে যশযুক্ত যজ্ঞত— আমাক ৰক্ষা কৰক" (২)।

অৰ্থাৎ পৃথিৱী সকলোৰে মাতৃ। মানুহ তেওঁৰ সন্তান। মানুহৰ যি প্ৰথম প্ৰয়োজন আশ্ৰয় আৰু আহাৰ মাতৃ পৃথিৱীৰ ৰসসাময় শক্তিয়েহে দিব পাৰে। সেয়ে তেওঁৰ স্তুতি তাৎপৰ্যপূৰ্ণ স্তুতি। তেওঁ শস্যদাত্ৰী,

---

(১) ১৫।৪১ সূক্ত ঋক ২০
(২) ২।৭৩ সূক্ত ঋক ১৬

অন্নদাত্ৰী, অন্নপূৰ্ণা। তেওঁ নদী স্বৰূপা, তেওঁৱেই জলদাত্ৰী।

মনুসংহিতাতো নাৰীক ক্ষেত্ৰ আৰু মানৱক বীজ বুলি কোৱা হৈছে :

ক্ষেত্ৰভূতা স্মৃতা নাৰী

বীজভূতাঃ স্মৃতাঃ পুমান্

ভূমিৰ লগত নাৰীৰ তদাত্ম্য স্থাপনৰ ধাৰণাৰে এটা কথা স্পষ্ট কৰিছিল যে নাৰী আৰু পৃথিৱীৰ ধৰ্ম একেই। যি প্ৰক্ৰিয়াৰে নাৰী গৰ্ভৱতী হয় ধৰাও গৰ্ভৱতী হয় একে নিয়মেৰেই। পৃথিৱী বৰ্ষাঋতুৰ সময়ত (আহাৰ) ৰজঃস্বলা হয় আৰু তাৰ পাছতেই হয় শস্যসন্তানক গৰ্ভত ধাৰণ কৰাৰ সময়। ধৰা ৰজঃস্বলা হয় বুলি ভবা সময়ছোৱাত কৰ্ষণ বা বীজ-বপন কৰাৰ পৰা কৃষকসকল বিৰত থাকে আৰু ইয়াৰ অন্যথা কৰিবলৈ নহয়।

এৰিষ্টটল, প্লিনি আৰু অন্যান্য স্বভাৱবাদী (Naturalist) সকলে ভ্ৰান্তভাৱে হলেও এটা কথা বিশ্বাস কৰিছিল যে ৰজঃস্ৰাৱ বন্ধ হলে নাৰী গৰ্ভত যি ৰক্ত সঞ্চয় হয় তাৰ পৰাই সন্তানৰ উৎপত্তি হয়। পুৰাণ আৰু মহাভাৰতত এনে ধাৰণাৰ অজস্ৰ পৰিচয় থকাৰ স্বাক্ষৰ আছে। পঞ্জাবৰ লোক ধাৰণাত আইই বসুমতী প্ৰতিমাহে এসপ্তাহৰ বাবে নিদ্ৰাত পৰে। দাক্ষিণাত্যত নৱৰাত্ৰৰ পাছত দশমীৰ পৰা পূৰ্ণিমালৈকে এইকেইটা দিনত মন্দিৰ বন্ধ থাকে আৰু সেইকেদিনত আইৰ জিৰণি হয়। ভগৱতীয়ে নিজক শিকা কৰাৰ এনে আচাৰ কেৰালাৰ ভগৱতী মন্দিৰতো চলি আছে। মালাবাৰ উপত্যকাত আই মাতৃয়ে প্ৰচণ্ড গ্ৰীষ্মৰ দিন কেইটামানত জিৰণি লয় আৰু প্ৰথম বৰষুণ অহাৰ লগে লগেহে সেই জিৰণিৰ অন্ত পৰে। অসমৰ কামাখ্যা গোঁসানী ৰজঃস্বলা হোৱাৰ দিন কেইটা অম্বুবাচী উৎসৱৰূপে প্ৰতিবছৰে উদ্‌যাপিত হয়।

আদিম সমাজৰ ধাৰণাত মাহিলী ঋতু সন্তান জন্মৰ ৰক্তক্ষয়ৰ লগত সাদৃশ্য থকা বস্তু। ইয়াক জীৱনদায়ক শক্তিৰূপে গণ্য কৰা হৈছিল। তন্ত্ৰশাস্ত্ৰত নাৰীৰ ঋতুচক্ৰৰ ৰক্তক প্ৰাধান্য দিয়া কথাটো এইক্ষেত্ৰত উল্লেখযোগ্য। খেতিত নমাৰ আগতে ভীলসকলে শস্যবৰ্দ্ধনৰ কাৰণে সেন্দুৰসনা শিল এটা পথাৰত পুতি থোৱাৰ যি প্ৰথা চলি আছে সিও নাৰী ৰক্তৰ প্ৰতীক। মহেঞ্জোদাৰোত আই বসুমতীৰ যিবোৰ মূৰ্তি পোৱা গৈছে তাত ৰঙাৰহণ বোলোৱা আছে। ইজিপ্ট, মাল্টা, চাইপ্ৰাচ আৰু দানিয়ুবৰ মাতৃমূৰ্তিবোৰো ৰক্তবৰ্ণা। ৰক্তবৰ্ণ উৰ্বৰতাৰ প্ৰতীক আৰু ৰক্তৰ প্ৰতীক সেন্দুৰো সেয়ে উৰ্বৰতাৰে প্ৰতীক। বিধৱা হিন্দুনাৰীৰ কাৰণে সেন্দুৰ সেয়ে নিষিদ্ধ।

আই বসুন্ধৰা সম্বন্ধে পণ্ডিতসকলে কৰা গভীৰ গবেষণাই দেখুৱাইছে যে সমগ্ৰ পৃথিৱীতেই "আৰ্থগডেচৰ ধাৰণা আৰু বিশ্বাসৰ প্ৰচলন আছে। পশ্চিম এচিয়া, ভূমধ্য সাগৰীয় অঞ্চলত ভূমি দেৱীৰ প্ৰাধান্য যথেষ্ট। পিতৃপ্ৰধান টিউটনসকলৰ দেৱী নাৰ্থচ ভূমি দেৱীৰ প্ৰতীক। ৰোমান-সকলৰ ভূমি দেৱীৰ নাম টেৰা মাটাৰ, টেলাচ বা অপচ্ মেটাৰ। টিউনিক-সকলৰ টামফানা, ফ্ৰিজা আৰু নিহালেনীয়া ভূমিৰ লগত ঘনিষ্ঠভাৱে জড়িতা। তেওঁবিলাকৰ দেৱতা "থৰ", মাতৃ "যোধ"। এই যোধ হৈছে ভূমি দেৱীয়েই। তেওঁৰ স্বামী "অদিন" আকাশদেৱতা। থৰ বজ্ৰপাত ধুমুহাৰ গৰাকী, তেওঁ পৃথিৱী শস্যগৰ্ভা কৰিব পাৰে, বৰষুণ পঠাই দিয়ে।

ডমু, ডন, আৰু ইত্যাদি নামেৰেও 'ভূমি দেৱী' পৃথিৱীৰ কোনো কোনো জাতিৰ মাজত পৰিচিতা। আৰ্মেনিয়াৰ প্ৰাক্ ইন্দাইউৰোপীয়ান সকলেও বেবিলনৰ ইচটাৰৰ দৰে ভূমি দেৱী এগৰাকীক পূজা কৰিছিল। এওঁৰে পাছলৈ "আনাহিতা" নামে প্ৰসিদ্ধা হয়। আমেৰিকাৰ ইণ্ডিয়ান সকলৰ মাজতো "মাতৃ"দেৱীৰ বহুল প্ৰচলন আছে। মেক্সিকোত চেন্টিয়াল আৰু পেৰুত 'মামাপাশা' নামেৰে ভূমি দেৱী পূজিতা হৈছিল। দেৱী চেন্টিয়ল ৰক্ষা আৰু মৃত্যুৰো দেৱী। আফ্ৰিকাৰ জাতি জনজাতি সকলৰ মাজতো ভূমি দেৱীৰ ধাৰণা বিদ্যমান।

চীনদেশত ভূমি দেৱীৰ পূজা বৃক্ষ পূজাৰ লগত জড়িত। চীনাসকলে তেওঁবিলাকৰ জীৱনৰ উৎস এজোপা ডাঙৰ গছ বুলি ভাবে। ডাঙৰ বাগিছাৰে বেৰি থকা এই গছজোপা দেৱী মি য়াং মুৱে ৰক্ষা কৰি থাকে। তেওঁ ভূমি দেৱীয়েই আছিল আৰু জাপানত এই দেৱীকে বোলা হৈছিল "মেই অৱ।" সুদূৰ প্ৰাচ্যৰ এই ভূমি দেৱীৰ লগত এই বৃক্ষৰ সম্বন্ধ ঘনিষ্ঠ ভাৱে জড়িত। সেই দেৱীয়ে কেতিয়াবা অপৰূপা নাৰীৰ বেশত, কেতিয়াবা ড্ৰেগনত উঠি, কেতিয়াবা মৎস্যকন্যাৰ বেশত, অথবা সৰ্পকন্যাৰ বেশত ভক্তৰ আগত দেখা দিয়ে। জাপানীসকলৰ "কোজিকা" আৰু "নিহঙ্গি" আকাশদেৱতা, আৰু ভূমিমাতৃৰ দৰে।

অতি প্ৰাচীন কালৰে পৰা গ্ৰীচ আৰু ক্ৰীট ( crete ) দেশ তথা সমগ্ৰ ইউৰোপ জুৰি ভূমি দেৱীক অৰ্চনা কৰা হৈছিল। ক্ৰেটানসকলৰ ভূমিদেৱীৰ প্ৰতীক আছিল সৰ্প, কপৌ, পৰ্বত, গছ, স্তম্ভ, যুগ্ম কুঠাৰ ইত্যাদি। এই ভূমি দেৱী প্ৰকৃততে শস্যৰ দেৱী ( Goddess of

Vegetation) আছিল। ভূমি তথা শস্যৰ দেৱী চিবিলি আৰু ডিমিটৰৰ আখ্যান ভাগেও এটা কথা সূচায় যে প্ৰাচীন কালৰে পৰা জনসমাজে শস্যসৃষ্টিক বিস্ময়েৰে লক্ষ্য কৰিছে, আৰু শস্যক প্ৰতীক কৰি লৈ নানা সুন্দৰ আখ্যানৰ সৃষ্টি কৰিছে। ফ্ৰেজাৰৰ দৰে পণ্ডিতেও এনে দেৱীক শস্যৰে দৈৱীকৰণ বুলি নিশ্চিতভাৱে কৈছে। (1)

ভাৰতীয় বৌদ্ধ দেৱী "তাৰাৰ" বৰ্ণ নীলা, সেউজীয়া আৰু সোণ বৰণীয়া। কালীও নগ্ন আৰু ক'লা। কালীৰ নগ্নতাই উদং, বন্ধ্যা কৃষিক্ষেত্ৰৰ ৰূপ, দেৱীৰ অন্যবৰ্ণ শস্যৰ অপূৰ্ণ, পূৰ্ণ ৰঙৰ প্ৰতীকো হব পাৰে। (2) মাৰ্কণ্ডেয় পুৰাণত দেৱীয়ে শাকম্ভৰী নাম লৈ সমগ্ৰ জগত শাক শস্যৰে প্ৰতিপালন কৰাৰ কথা দেৱীৰ স্বমুখেৰে ব্যক্ত কৰোৱা হৈছে :

ততোঽহমখিলং লোকমাত্মদেহ সমুদ্ভবৈঃ
ভবিষ্যামি সুৰাঃ শাকৈৰাবৃষ্টেঃ প্ৰাণধাৰকৈঃ

নিজ দেহ শস্য ভূমি বুলি কোৱা কথাৰ পৰাই দেৱী যে ভূমি দেৱীয়েই তাৰেই প্ৰমাণ হৈছে। এই ক্ষত্ৰত হৰপ্পাৰ এটি মোহৰত পোৱা নগ্ন নাৰী মূৰ্তি এটিৰ কথাও নিশ্চয় উল্লেখনীয়। এই মূৰ্তিটিৰ মূৰ তললৈ আছে, ভৰি আছে ওপৰলৈ, তেওঁৰ গৰ্ভৰ পৰা এক বৃক্ষৰ উৎপত্তি হৈছে। এই মোহৰ শাকম্ভৰী দেৱীৰ 'প্ৰটটাইপ' বুলি পণ্ডিতসকলে কব খোজে। মোহৰটোৰ পিপিঠিত আছে মেলাচুলিৰে অন্য এক নাৰী মূৰ্তি। তেওঁৰ এহাতত কাঁচি যেন অস্ত্ৰ আৰু অন্যহাতত ঢালৰ দৰে বস্তু লৈ থকা এজন পুৰুষৰ মূৰ্তি। মাৰ্চেলে এনে কল্পনাৰ ব্যাখ্যা প্ৰসঙ্গত ভূমি দেৱীৰ নামত নৰ উচৰ্গাৰ কথাই কব খোজে।

কেৱল যে ওপৰোক্ত মোহৰটোহে পোৱা গৈছে এনে নহয়, অন্যান্য মোহৰতো গছ বননিৰ লগত সংযুক্তা দেৱীৰ মোহৰ দেখা যায়। এটা মোহৰত পিপল গছৰ ফেৰেঙনিৰ মাজত থিয় হৈ থকা দেৱী আৰু তেওঁৰ সন্মুখত অৰ্দ্ধনমিত ভঙ্গীত থকা এক নৰমূৰ্তি আৰু তেওঁৰ পাছফালে নৰ মুখাকৃতিৰে এক ছাগলী দেখা গৈছে।

মহেঞ্জোদাৰো আৰু হৰপ্পাত পোৱা মাতৃ মূৰ্তিবোৰৰ দৰেই দক্ষিণ সিন্ধুনদীৰ কাষত পোৱা টেৰাকটা মূৰ্তিবোৰো এনে দিশৰ পৰা লক্ষ্য কৰিবলগীয়া।

(1) Sir Jemes Frazer—Spirit of the corn and of the world, 37ff.
(2) B T Bhattacharyya—Indian Buddhist iconography 306 ff

বেদৰ সময়ত ভূমি দেৱীৰ ধাৰণা কেনে আছিল তালৈ লক্ষ্য কৰিলে দেখা যাব যে খাদ্য যোগানৰ কাৰণে কৃষিকেই একমাত্ৰ উপায় বুলি ভবা নহৈছিল কাৰণে বৈদিক সাহিত্যত ভূমি দেৱীৰ প্ৰাধান্য কম। আকাশ আৰু মাটিক বিশ্বজনীন পিতৃ-মাতৃ বুলি কোৱা হৈছে যদিও এই প্ৰাধান্য নাই। অথৰ্ব বেদত মাতৃ পৃথিৱীৰ উদ্দেশ্যে লিখিত স্তোত্ৰ এটি পোৱা হৈছে আৰু ঐতৰেয় ব্ৰাহ্মণত আকাশ আৰু মাটিৰ বিবৰণ পোৱা গৈছে। আকাশ পিতৃয়ে ধৰিত্ৰীক গৰ্ভৱতী কৰাৰো বহুত বিবৰণী পোৱা গৈছে। গ্ৰীকসকলৰ যাদুসূত্ৰত (Magic formula, first century A D) আকাশক বৰষুণ দিওঁতা আৰু ধৰিত্ৰীক গৰ্ভধাৰণ কৰোতা বুলি ভবা হৈছিল। এস্কাইলাচে লিখিছে—

The pure sky yearns with love
to wound the earth
The loving earth yearns like
wise to be wed
And from the heavenly bridegroom
showers descend
Upon the bride, who brings forth
for

টাইগ্ৰীচ আৰু ইউফ্ৰেটিচ উপত্যকাত মাই বসুমতী (Earth goddess) ক যেনেকৈ উৎপাদিকা শক্তিৰ দেৱী বুলি গণ্য কৰি প্ৰাধান্য দিয়া হৈছিল, তেনেকৈয়ে প্ৰাচ্যৰ মেচোপটেমিয়াত ও তীব্ৰ শীত অথবা গ্ৰীষ্মৰ দহনৰ পাছত আবিৰ্ভূতা হোৱা শস্যৰ অধিষ্ঠাত্ৰী দেৱী বুলি কৃষি প্ৰধান সমাজে মাই বসুমতীক গণ্য কৰিছিল। সেই দেৱীৰ নাম ঠাযে ঠায়ে মাহ, নিন্‌মাহ, ইনান্না ইচ্‌টাৰ, নিন্‌টু বা অৰুৰু। সেই দেৱী কেৱল উৎপাদিকা শক্তিৰ অৱতাৰ নহয়, তেওঁ শস্য বৃদ্ধি পশু আৰু জন-বৃদ্ধিৰো দেৱী। এচিৰিয়ান দেৱী ইচটাৰৰ দৰে চুমেৰিয়ান দেৱী ইনান্নাৰ বিবাহ সম্পন্ন হয় ভেড়াৰখীয়া দেৱতা "ডুমুজি"ৰ লগত। ধৰাৰ উৎপাদিকা শক্তি উত্তেজিত কৰিবৰ কাৰণে প্ৰতি বছৰে এই বিবাহ বসন্ত কালত অনুষ্ঠিত হয় আৰু ইয়ে শস্য চক্ৰৰ আৱৰ্ত্তণৰ ইঙ্গিত দিয়ে।

শস্য ঋতুৰ শেষত এই দেৱতাৰ মৃত্যু ঘটে আৰু তেওঁ পাতালত প্ৰবেশ কৰে। সাধাৰণতে এনে পাতালৰ পৰা কোনো উভতি আহিব নোৱাৰে। ইনান্নাই অশেষ কষ্ট কৰি পাতালত প্ৰবেশ কৰি, নগ্ন শৱৰূপী দেৱতাৰ

গাত পানী ছটিয়াই পাতালৰ পৰা তুলি আনিলে, আৰু মৃত্যুৰ দেশৰ পৰা নিজেও উঠি আহিল।

এই কিম্বদন্তীৰ লগত অচিৰিচৰ ঘটনাও স্মৰণীয়। লগতে সমুদ্ৰ গৰ্ভা লক্ষ্মীৰ আখ্যানো তুলনা কৰিব পাৰি।

বসুন্ধৰাৰ উৰ্বৰতা বৃদ্ধিৰ কাৰণে ৰক্তৰ প্ৰয়োজন—এনে বিশ্বাসৰে খেতিৰ পথাৰত বলি দি ৰক্ত দিয়া, নৰ ৰক্তও প্ৰদান কৰা, ৰক্তৰ প্ৰতীক মদিৰা ঢলা, নৰমুণ্ড শস্যক্ষেত্ৰত পুতি দিয়া, শস্যৰ পথাৰত জীৱনৰ নাচ নাচি শস্যক্ষেত্ৰ উত্তেজিত কৰা আদি আদিম প্ৰথা পৃথিৱীৰ অজস্ৰ আদিম সমাজত লক্ষ্য কৰা গৈছে। এ'ন বিশ্বাসেই অজস্ৰ আচাৰ-নীতি, পূজা-পাতললৈ ৰূপান্তৰিত হ'ল। ক্ষেত্ৰ (নিজৰ খেতিৰ মাটি, দেশৰ মাটি আৰু দেহাৰ মাটি) শক্তিৰ বৃদ্ধিৰ আচাৰেই শক্তি উপাসনাৰ আচাৰ। শক্তি সংস্কৃতিৰ প্ৰথম স্তৰ ইয়া'তেই।

# দেৱী দুৰ্গা

প্ৰণাম জনাওঁ, প্ৰাণৰ প্ৰণাম। প্ৰাণদায়িনী, অন্নদায়িনী মাতৃক— যি মাতৃ বিস্তীৰ্ণা পৃথিৱী। "মাতা পৃথিৱী মহীয়ং"

ভূৰিং দ্বে অচৰন্তী চৰন্তং
পদ্বন্তং গৰ্ভমপদী দধাতে
নিত্যং ন সূনুং পিত্ৰোৰুপস্থে
দ্যাৱা ৰক্ষতং পৃথিৱী নো অভ্বাৎ ॥[১]
ঋতং দিৱে তদৱোচং পৃথিব্যা
অভিশ্ৰাৱায় প্ৰথমং সুমেধাঃ
পাতামৱদ্যাদ্দুৰিতাদভীকে
পিতা মাতা চ ৰক্ষাতামৱোভিঃ ॥[২]

পাদৰহিতা, অবিচলা দ্যাৱা পৃথিৱীয়ে সচল আৰু পাদযুক্ত গৰ্ভাস্থিত প্ৰাণীসমূহক পিতামাতাৰ কোলাত পুত্ৰৰ দৰে ধাৰণ কৰিছে। হে দ্যাৱা পৃথিৱী আমাক মহাপাপৰপৰা ৰক্ষা কৰা। আমি দ্যাৱা পৃথিৱীৰ উদ্দেশ্যে, চটদিশ প্ৰকাশৰ কাৰণে উৎকৃষ্টভাৱে প্ৰাৰ্থনা কৰিছোঁ, নিন্দনীয় পাপৰ পৰা হে পিতা, হে মাতা আমাক ৰক্ষা কৰা আৰু সদায় আমাক কাষত ৰাখি তৃপ্তিকৰ বস্তুৰে পালন কৰা।

মহিমাৰে দেৱীস্বৰূপা, মাতৃত্বৰে মাতৃস্বৰূপা এই অপৰূপা পৃথিৱী। ঋতুৰে ঋতুৰে প্ৰকৃতিৰ বিচিত্ৰ ৰূপসজ্জাই, বৈচিত্ৰ্যৰ অনন্ত বিস্তাৰে, শস্য-শালিনী ফলৱতী অন্নদা, বৰদা, অভয়া মূৰ্তিয়ে আৰু সকলোতকৈ ওপৰত পৃথিৱীৰ উজ্জ্বল প্ৰাণশক্তিয়ে মানুহৰ প্ৰাণত জগাই তুলিছিল প্ৰগাঢ় বিস্ময় আৰু আবেগমিশ্ৰিত শ্ৰদ্ধা। বৈদিক কবিৰ প্ৰাণত জগাই তুলিছিল ঐশ্বৰ্য্যময় কল্পনা। এই শ্ৰদ্ধাই প্ৰস্তুত কৰিছিল ধৰ্মৰ বেদী, ইয়াকেই অবলম্বন কৰি অজানিতে গঢ় লৈ উঠিছিল পৃথিৱীৰ প্ৰতি মাতৃধাৰণা, ধাৰণা এক দেৱীমূৰ্তিৰ। অনন্ত সম্ভাৱনাৰে, অনন্ত শক্তিৰে এই পৃথিৱী যৌৱনময়ী নাৰী। দ্যৌ তথা আকাশ জ্যোতিৰ্ময় পুৰুষ। তেওঁৰ ৰেতঃ স্বৰূপ বৰ্ষাৰে পৃথিৱী হয় গৰ্ভৱতী— উপহাৰ দিয়ে শস্যৰ সন্তানক।

---

(১) ঋ. ১।১৮৫।২॥

(২) ঋ. ১।১৮৫।১০॥

মানৱ সভ্যতাৰ আদিযুগৰপৰা প্ৰাচীন বিভিন্ন ধৰ্মবিশ্বাসৰ মাজত এনে দ্যৌ পিতা আৰু পৃথিৱী মাতাৰ ধাৰণা স্পষ্টৰূপে আছে বুলি ধৰ্ম আৰু বিশ্বাসৰ বিশ্বকোষে প্ৰমাণিত কৰিছে। প্ৰাক্ আৰ্য্য সভ্যতা-ৰূপে স্বীকৃত মহেঞ্জোদাৰো আৰু হৰপ্পাৰ ইতিহাসৰ যিবোৰ নিদৰ্শন আবিষ্কৃত হৈছে তাৰ মাজত পোৱা শিলত কটা নাৰীমূৰ্তিসমূহৰ কেইখনমানক মাতৃদেৱীৰ মূৰ্তি বুলি পণ্ডিতসকলে সিদ্ধান্ত কৰিছে।

এনে মাতৃ প্ৰতিমাসমূহৰ ভিতৰত বহুতখিনি মাতা পৃথিৱীৰ মূৰ্তি (মাতৃৰ কোলাত বৃক্ষৰ উদ্ভৱ দেখুওৱা হৈছে) বুলিও তেওঁবিলাকে বিভিন্ন দিশৰপৰা চিন্তা কৰি স্থিৰ কৰিছে। পৰৱৰ্তী কালৰ মাতৃমূৰ্তি, দেৱীমূৰ্তিৰ পৰিকল্পনাৰ এয়েই আছিল প্ৰথম পদক্ষেপ। শস্য শ্যামলা বসুন্ধৰা মাতৃৰূপে, প্ৰাণ আৰু প্ৰজনন শক্তিৰ প্ৰতীকৰূপে এনেকৈয়ে ধৰ্মৰ বেদীত স্থাপিতা হৈছিল।

বিশ্বৰ প্ৰাচীন ধৰ্মবিশ্বাস বিশ্লেষণ কৰিলে পৃথিৱীৰ বহুত ঠাইত মাতৃদেৱীৰ ধাৰণা দেখিবলৈ পোৱা যায় আৰু এইটোও লক্ষণীয় যে এই মাতৃদেৱী বহুত ক্ষেত্ৰত পৃথিৱীদেৱীৰূপেই পূজিতা। মেক্সিকোৰ মাতৃদেৱী পৃথিৱীদেৱী (তেওঁ চন্দ্ৰদেৱীও)। জাৰ্মানসকলৰ নেৰ্থাচ দেৱী হৈছে মাতৃ পৃথিৱী। প্ৰাচীন গ্ৰীকসকলৰ মাতৃদেৱীও পৃথিৱী দেৱী। তেওঁৰ নাম "ৰ্হী"। ৰোমান দেৱী "চিবিলি"ও মূলতে আছিল পৃথিৱী দেৱীহে। ভাৰতবৰ্ষৰ আদিমবাসীৰ দ্বাৰা পূজিতা অজস্ৰ দেৱীও মূলতে শস্য আৰু প্ৰজনন শক্তিৰ প্ৰতীক স্বৰূপা আই বসুমতী। বৰ্ষাৰ প্ৰাৰম্ভণিত পৃথিৱী ৰজঃস্বলা হোৱাৰ যি ধাৰণা লৌকিক বিশ্বাসে অম্বুবাচী ৰূপত আজিও সজীৱ কৰি ৰাখিছে, সেই ধাৰণাই পৃথিৱীক তথা প্ৰকৃতিক ভাৰতীয়জনে মাতৃৰূপে জ্ঞান কৰাৰ স্পষ্ট প্ৰমাণ উজ্জ্বলাই ৰাখিছে। ঋতুচক্ৰৰ পাছে পাছেহে নাৰীৰ গৰ্ভ উৎপাদিকা শক্তিয়ে সক্ষমতা লাভ কৰে। তেনেকৈয়েই দ্যৌ পিতা অৰ্থাৎ আকাশৰ ৰেতঃ (বৰ্ষা, শস্য সন্তানৰ বীজ) গৰ্ভত ধাৰণ কৰিবৰ আগে আগেই পৃথিৱী ৰজস্বলা হয়। পৃথিৱী প্ৰাণময়ী নাৰীৰূপে, অনন্ত ৰহস্যৰ দেৱীৰূপে এনেকৈয়ে প্ৰতিষ্ঠিতা হৈছিল।

অথৰ্ববেদত থকা মহিমাময়ী, আদি দেৱী পৃথিৱীৰ বৰ্ণনা চমৎকাৰ অথৰ্ববেদৰ পৃথিৱী-সূক্তত কোৱা হৈছে : সত্য, বৃহৎ, ঋত, উগ্ৰ, দীক্ষা, তপঃ, ব্ৰহ্ম আৰু যজ্ঞই পৃথিৱীক ধাৰণ কৰি আছে, ভূত আৰু ভব্য (অতীত আৰু ভবিষ্যতৰ অধীশ্বৰী এই পৃথিৱী। এই পৃথিৱীয়ে

আমাৰ কাৰণে বিস্তীৰ্ণ অঞ্চল বিধান কৰক। এই পৃথিৱীৰ ভিতৰত আছে কত উচ্চতা, কত গমনশীলতা, কত সমতল। আছে কত বীৰ্য্য, কত ওষধি (১২।১।২): ইয়াৰ ভিতৰত আছে সমুদ্ৰ, আছে সিন্ধু, আছে পানী, আছে অন্ন, আছে কৃষিৰ কাৰণে শ্ৰীময়ী ভূমি। ইয়াৰ ভিতৰত কৰ্মচঞ্চল হৈছে সেইসকল, যিসকল প্ৰাণৱন্ত, যিবোৰ চলমান। সেই ভূমিয়ে আমাক প্ৰথম পেয় দান কৰক (১২।১।৩)। এই পৃথিৱী বিশ্বম্ভৰা, বসুন্ধৰা। এই পৃথিৱী সুবৰ্ণবক্ষা। চলমান সকলৰ নিৱেশিনী। এই ভূমিয়েবৈশ্বানৰ অগ্নিক বহন কৰে, ইন্দ্ৰ তেওঁৰ ঋষভ। এই ভূমিয়ে আমাক সম্পদ প্ৰদান কৰক (১২।১।৬)। পৰম ব্যোমত সত্যৰ দ্বাৰা আবৃত হৈ আছে পৃথিৱীৰ অমৃত হৃদয়। নিৰন্তৰ জলস্নাত এই ভূমিয়ে আমাক দুগ্ধ দান কৰি ভাস্বৰ কৰি তোলক (১২।১।৮,৯)। হে মাতৃ ভূমি, তুমি আমাক প্ৰতিষ্ঠা কৰা। আমি তোমাৰ সন্তান। বিশ্ব প্ৰসবিনী, সুখদা, কল্যাণময়ী এই পৃথিৱীত আমি সুখেৰে বিচৰণ কৰিম। যি গন্ধ তোমাৰ পৰা উদ্ভৱ হৈছে, ওষধিয়ে যি গন্ধ বহন কৰে, পানীয়ে যি গন্ধ বহন কৰে যি গন্ধ গন্ধৰ্ব আৰু অপ্সৰাসকলে ভোগ কৰে সেই গন্ধৰ দ্বাৰা হে পৃথিৱী আমাক সুৰভিত কৰা। তোমাৰ যি গন্ধ পুষ্কৰত (নীল উৎপলত) প্ৰৱেশ কৰিছে, যি গন্ধ সূৰ্য্যাৰ বিবাহত প্ৰস্তুত হৈছিল সেই গন্ধৰ দ্বাৰা আমাক সুৰভিত কৰা—আমাক যেন কোনেও দ্বেষ নকৰে। এই পৃথিৱীত আছে শিল, আছে ভূমি, আছে প্ৰস্তৰ, আছে ধূলি। হিৰণ্যবক্ষা এই পৃথিৱীক নমস্কাৰ কৰোঁ। হে পৃথিৱী, তোমাৰ গ্ৰীষ্ম, বৰ্ষা, শৰত, হেমন্ত, শীত, বসন্ত এই সুনিয়ত ঋতুবোৰে, তোমাৰ দিন-ৰাত্ৰিয়ে আমাৰ ওপৰত ৰস বৰ্ষণ কৰক। য'ত অন্ন য'ত যব, য'ত শস্য—পৰ্জন্যপত্নী সেই ভূমিক নমস্কাৰ কৰোঁ। তোমাৰ গাঁও, তোমাৰ অৰণ্য, তোমাৰ সভা সমাবেশ সকলো বিষয়ে চাৰুবাক্য উচ্চাৰণ কৰোঁ। মাতৃ পৃথিৱী তুমি আমাক মঙ্গলেৰে, শ্ৰী আৰু সম্পদেৰে প্ৰতিষ্ঠা কৰা।

শস্যই সম্পদ। সম্পদেই শক্তি। যি মাতৃয়ে জীৱন ৰক্ষা কৰে শস্যেৰে, সেই মাতৃয়েই বিপদো ৰক্ষা কৰে শক্তিৰে। মাতৃৰ অভয় আচলৰ তলতে সন্তানৰ পৰম নিৰ্ভৰতা। শস্যেৰে, পানীৰে, সুৰভিৰে প্ৰকৃতি মাতৃ যেনেকৈ প্ৰাণদায়িনী, ব্যাধিৰে, সংকটেৰে, ত্ৰাসেৰে, মৃত্যুৰে প্ৰকৃতি তেনেকৈ ৰহস্যময়ী, সংহাৰৰূপিনীও। প্ৰহৰে প্ৰহৰে ঋতুৱে ঋতুৱে দেখুওৱা তেওঁৰ নানান দিশৰ, নানান ৰূপ দশমহাবিদ্যা স্বৰূপ। স্বৰূপাৰ্থত আইমাতৃ লক্ষ্মী সৰস্বতী, দুৰ্গা, চণ্ডী, চামুণ্ডা, কৰালী, কালী, ভীমা

আদি দেৱীৰ ৰূপসমূহ প্ৰকৃতিৰ সৃষ্টি, স্থিতি, প্ৰলয় ৰূপসমূহৰে প্ৰতীক স্বৰূপ। উগ্ৰ ৰূপসমূহ হৈছে প্ৰকৃতিৰ বিভিন্ন ৰহস্যময়তাৰ, ভয়াবহতাৰ প্ৰতীকি ৰূপ। এটা কথা এইখিনিতে মন কৰিবলগীয়া যে এইসকল দেৱী ভয়াবহতাৰ প্ৰতীকি ৰূপ হলেও সংকটৰপৰা, ভয়াবহতাৰপৰা এইসকল দেৱীয়েই ৰক্ষাকাৰিণী। ভয়াবহতাৰপৰা ৰক্ষা কৰা অৰ্থতহে তেওঁৰ মূৰ্তি ভয়ানক।

শাৰদীয়া দুৰ্গা দেৱীৰ উপাসনা প্ৰকৃতিৰ এই দুই ৰূপৰে—প্ৰাণদায়িনী আৰু সংহাৰকাৰিণী তথা ৰক্ষাকাৰিণী—এই যুগল ৰূপৰে উপাসনা। আহিন মাহৰ শস্যৱতী পৃথিৱী। মধুমতী এই পৃথিৱী। শস্যৰ সুগন্ধৰে সুৰভিতা এই পৃথিৱী। শৰত কালৰ স্নিগ্ধ, স্বচ্ছ ঋতু। হেমকান্তি শস্যোৰে যেন শাকম্ভৰী দেৱীৰ, কল্যাণময়ী জননীৰ আগমন হয়। সেয়েহে শাৰদীয় দুৰ্গা পূজাৰ বোধন বিল্বশাখাত তেওঁৰ স্নান প্ৰতিষ্ঠা আৰু পূজা নৱ পত্ৰিকাত আৰোপিত হৈছে। কলগছ, কচু, হৰিদ্ৰা, জয়ন্তী, বিল্ব, ডালিম, মানকচু, অশোক আৰু ধান্য—নবিধ সংযুক্ত শস্যই নৱপত্ৰিকা তথা শস্যদেৱীৰ প্ৰতীকীৰূপ। সুবৰ্ণকান্তি শস্যৰ ৰূপেই গৌৰবৰ্ণা, স্বৰ্ণবৰ্ণা দুৰ্গাৰে ৰূপ। পৃথিৱী দেৱী, শস্য দেৱীৰ উপাসনাই যেন দুৰ্গা পূজাত স্থিতি লৈছে।

এই দুৰ্গাৰ অন্য নাম উমা। উমাও চাবলৈ গলে বহু শোভমানা, উদ্ভিন্না, নৱযৌৱনসম্পন্না শস্যই। উমাৰ এক অৰ্থ শিৱশ্ৰী—মংগলময়ী। প্ৰতি শৰতত উমা মাতৃগৃহলৈ আহে—পৃথিৱীৰ বক্ষলৈ যেনেকৈ আহে প্ৰতি বছৰে কোমল শস্যৰ সম্ভাৰ। উমা পাৰ্বতী। এই পাৰ্বতীৰ অৰ্থ পৰ্বতস্থিতা, পৰ্বতৰ অধীশ্বৰী বুলিহে পণ্ডিতসকলে কব খোজে। দেৱী পৰ্বতত বাস কৰে, সেই অৰ্থতহে তেওঁ পৰ্বত তনয়া। পৰ্বতাস্থিতা দেৱীৰ কল্পনা গ্ৰীকসকলেও কৰিছিল। তেওঁবিলাকৰ মাতৃদেৱী পাৰ্বত্য দেৱী। তেওঁ পৰ্বতৰ শিখৰত আবিৰ্ভূতা। সিংহ তেওঁৰ বাহন। এচিয়া, ইউৰোপ, আফ্ৰিকা আদিৰ বহুত অঞ্চলত যি মাতৃ উপাসনাৰ সন্ধান পোৱা গৈছে সেই সকলৰ ভিতৰত বহুতো দেৱী পৰ্বতস্থা আৰু সিংহযুক্তা। ক্ৰীট দ্বীপৰ পৰ্বতস্থা আৰু সিংহবাহনা মাতৃদেৱীৰ কথা এই ক্ষেত্ৰত স্মৰণীয়। এচিয়াৰ চিবিলি দেৱীৰ পদপ্ৰান্ততো বহুতো সিংহ নত হৈ থকাৰ উল্লেখ আছে। পাৰ্বতী উমা আৰু সিংহবাহনা দেৱী দুৰ্গা এইসকল প্ৰাচীন দেৱীৰে ভাৰতীয় ৰূপ বুলিও অনেক পণ্ডিতে কব খোজে। তাত্ত্বিক কালৰপৰা আৰু ঐতিহাসিক কালৰপৰা

অৱশ্যে এটা কথা মনত ৰাখিব লাগিব যে আৰ্য দেৱীৰূপে কালক্ৰমত ৰূপ লৈ উঠা দেৱীসকলৰ ধাৰণাক, ৰূপ কল্পনাক আৰ্যেতৰ অজস্ৰ ধাৰাই বিভিন্ন যুগৰ বিভিন্ন সময়ত পুষ্টি দান কৰিছে।

দুৰ্গা আৰু উমা প্ৰসংগত 'কেন উপনিষদ'ত থকা উমাৰ এক আখ্যান দেৱীসূক্তৰ কেইটামান দিশ নিতান্তই প্ৰণিধানযোগ্য। "সিংহে ব্যাঘ্ৰে উত যা পৃদাকৌ, ত্বিষিৰগ্নৌ ব্ৰাহ্মণে সূৰ্য্যে যা..." অথৰ্ববেদৰ (৬।৩৮।১-৪) এই সূক্তত কোৱা হৈছে যে সিংহত, ব্যাঘ্ৰত, আৰু সৰ্পৰ ভিতৰত, যি দেৱীৰ দীপ্তি অগ্নিত, ব্ৰাহ্মণত, সূৰ্য্যত, যি সুভগা দেৱীয়ে ইন্দ্ৰক জন্ম দিছে, সেই দেৱী আমাৰ কাষলৈ আহক। এই সূক্তত থকা যি দেৱী ইন্দ্ৰৰ জননী, সেই দেৱীবেই 'কেন উপ-নিষদ'ত "বহু শোভামানা হৈমৱতী উমা" ৰূপে আবিৰ্ভূতা। 'কেন উপনিষদ'ৰ এই আখ্যানভাগ চমুকৈ এনে :

দেৱতা আৰু অসুৰৰ যুদ্ধত দেৱতাসকলে জয়লাভ কৰিলে ব্ৰহ্মৰ শক্তিৰ দ্বাৰা। ব্ৰহ্মৰ স্বৰূপ নুবুজি দেৱতাসকলে নিজৰ দ্বাৰাই বিজয় হ'ল বুলি গৰ্ব কৰাত ব্ৰহ্মই দেৱতাবিলাকক শিক্ষা দিবৰ কাৰণে তেওঁৰ সমুখত আবিৰ্ভূত হ'ল। এই পৰমপুৰুষ কোন চিনিব নোৱাৰি দেৱতা-সকলে প্ৰথমে অগ্নিক পঠালে পৰিচয় লবৰ কাৰণে। স্ব পৰিচয় দি কলে—মই জাত বেদা। সকলো ভস্ম কৰাৰ শক্তি মোৰ আছে। তেতিয়া অগ্নিৰ সমুখত পৰমপুৰুষে এগছ তৃণ থলে। অগ্নিয়ে সৰ্বশক্তি প্ৰয়োগ কৰিও তৃণগছ পুৰিব নোৱাৰিলে। বায়ু আহিল। বায়ুৰ অহংকাৰো চূৰ্ণ হ'ল। বায়ুৱে তৃণগছ লৰাবকে নোৱাৰিলে। ইন্দ্ৰ যেতিয়া আগবাঢ়ি আহিল সেই পুৰুষ তেতিয়া অন্তৰ্ধান হৈ আকাশ মাৰ্গত বহু শোভমান উমা হৈমৱতীৰূপে দেখা দি ইন্দ্ৰক ব্ৰহ্মবিদ্যাৰ স্বৰূপ দেখুৱালে। হেমকান্তি জ্ঞানৰ লগত সংযুক্তা কাৰণেই জ্যোতিৰ্ময়ী ব্ৰহ্মবিদ্যাস্বৰূপা উমা হয়তো হৈমৱতী। হয়তোবা হিমৱৎ হিমালয়ৰ কন্যাৰূপেই তেওঁ হৈমৱতী। এই দুয়োটা ব্যাখ্যাই এই দেৱীৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ। প্ৰসংগক্ৰমে আকাশমাৰ্গত উমাই দৰ্শন দিয়াৰ সংক্ৰান্তত এটা কথা উল্লেখ কৰি থব পাৰি যে সৰ্বদেৱৰ তেজঃপুঞ্জ একীভূত হৈ উদ্ভৱ হোৱা চণ্ডীস্বৰূপা দুৰ্গাইও আকাশমাৰ্গতে প্ৰথমতে প্ৰজ্বলিত কোটি সূৰ্য্যৰ দীপ্তিৰেই দেখা দিছিল।

অথৰ্ববেদত দেৱীক অগ্নিত বিৰাজমানা বুলি কোৱা হৈছে। মন কৰিবলগীয়া যে ষষ্ঠীৰ দিনা দেৱীৰ যি বোধন হয়, সেই বোধনৰ অৰ্থ

হল অৰণিৰ দ্বাৰা অগ্নি উৎপাদন কাৰ্য্য। বিল্ব কাষ্ঠ হৈছে কাঠৰ অৰণি। দুৰ্গা যিহেতু অগ্নিস্বৰূপা সেয়ে তেওঁ বিল্ববাসিনী। কাঠত শুই থকা অগ্নি মন্থনৰ দ্বাৰা জাগ্ৰত কৰা হয়—সেইদৰে জাগ্ৰত কৰা হয় বোধনেৰে সুপ্ত, সৰ্বভূতত বিৰাজিত অগ্নিময় শক্তিকো। ঋগ্‌বেদত উল্লিখিত বি পাজসা পৃথুনা ' (৩।১৫।১) শ্লোকটি আৰু নাৰায়ণ উপনিষদৰ তামাগ্নিৰ্বৰ্ণাং তপসা জ্বলন্তীং শ্লোকটি একেলগে ধৰি পণ্ডিতসকলে কব খোজে যে ঋগ্‌বেদত যি অগ্নিক শত্ৰু নিধন কৰিবলৈ আহ্বান কৰা হৈছে সেই তেজোময় অগ্নি হৈছে যজ্ঞাগ্নি আৰু সন্মিলিত তেজঃৰূপে যজ্ঞাগ্নিয়েই হৈছে দুৰ্গা। মুণ্ডক উপনিষদতো যজ্ঞাগ্নিৰ সপ্তশিখাক কালী কৰালী, মনোজৱা আদি সপ্ত নামেৰে অভিহিত কৰা হৈছে। দুৰ্গাপূজাৰ হোম অনুষ্ঠান বৈদিক যজ্ঞৰে ৰূপান্তৰ বুলিও কোনোৱে কব খোজে।

দুৰ্গা শব্দৰ অৰ্থ লৈও বিভিন্ন পণ্ডিতৰ মতৰ বিভিন্নতা আছে। দুৰ্গা নামৰ প্ৰথম উল্লেখ আমি পাওঁ তৈত্তীৰিয় আৰণ্যকৰ অন্তৰ্গত যাজ্ঞিকা উপনিষদৰ দুৰ্গা গায়ত্ৰীত। শব্দকল্পদ্ৰুম মতে দুৰ্গা শব্দৰ অৰ্থ হৈছে যি দুৰ্গ নামৰ দৈত্য, মহাবিঘ্ন, ভৱবন্ধ, কুকৰ্ম, শোক, দুখ, জৰা, যমদণ্ড, জন্ম, মহাভয় আৰু অতিৰোগৰ পৰা যি পৰিত্ৰাণ কৰে তেওঁৱেই দুৰ্গা। কোনো পণ্ডিতৰ মতে দুৰ্গ ৰক্ষাকাৰিণী দেৱী তথা দুৰ্গৰ অধিষ্ঠাত্ৰী দেৱীয়েই দুৰ্গা। দুৰ্গ শব্দ পৰ্বত অৰ্থতো ব্যৱহাৰ হব পাৰে নেকি ? দেৱীপুৰাণ, দেৱীভাগবত, খিল হৰিবংশত দুৰ্গ পৰাক্ৰমা শব্দটো আৰু দুৰ্গ ৰক্ষা শব্দকেটা বাৰে বাৰে ব্যৱহাৰ হোৱালৈ চাই পুৰ ৰক্ষাকাৰিণী ( অঞ্চলৰ অধিষ্ঠাত্ৰী, নগৰপালিকা ) দেৱীৰূপেই দুৰ্গা ৰূপৰ ধাৰণা আৰু সেই শক্তিয়েই পূজিতা হৈছিল বুলি ভাবিব পাৰি। তেওঁ বহুভুজা ( দশভুজা, অষ্টভুজা )। তেওঁ অস্ত্ৰধাৰিণী। তেওঁ মহিষমৰ্দিনী। মহিষাসুৰ সম্পৰ্কত বেদত যেনেকৈ জন্তু মহিষক বুজোৱা হৈছে আনহাতে সায়নাচাৰ্য্যই মহিষ শব্দৰ মহান অৰ্থ কৰি মহিষাসুৰৰ অৰ্থ মহান অসুৰ ( শক্তিশালী অসুৰ ) কৰিছে। মহিষমৰ্দিনী ৰূপৰ আন এটা ব্যাখ্যামতে ভূমধ্যসাগৰ অঞ্চলৰ বাইগো ( Virgo ) দেৱীয়েই ভাৰতত দুৰ্গা নাম পৰিগ্ৰহণ কৰিছে। এওঁ যুদ্ধৰ দেৱী। পণ্ডিত সকলৰ ব্যাখ্যা মতে ভূমধ্যসাগৰ অঞ্চলৰ মনখেম্‌ৰ জাতিৰ ওপৰত বিজয়েই মহিষমৰ্দিনী দেৱী মূৰ্তিৰ গূঢ়াৰ্থ। হিন্দুসকলৰ গো যেনেকৈ টোটেম, মনখেমৰসকলৰ টোটেম হৈছে মহিষ। মনখেম্‌ৰ মৰ্দনেই মহিষমৰ্দন

বুলি এইসকল পণ্ডিতে কব খোজে। শ্ৰীশশিভূষণ দাশগুপ্তৰ মত এইক্ষেত্ৰত প্ৰণিধানযোগ্য*।

দেৱী দুৰ্গাৰ ৰূপত শস্যদেৱী, শ্ৰীময়ী, ব্ৰহ্মবিদ্যাৰূপিনী উমা আৰু সৰ্বশক্তিময়ী ৰক্ষাকাৰিণী দেৱীৰ ৰূপ সম্মিলিত হৈ আছে। মহাভাৰতত যুধিষ্ঠিৰে যোগমায়া, মহিষমৰ্দিনা, চতুৰ্ভুজা, চতুৰ্বক্ত্ৰা দুৰ্গাৰ স্তুব কৰিছে। অৰ্জুনেও স্তুব কৰিছে সেই দেৱীৰে, যি দেৱী যোগীৰ সিদ্ধিদাত্ৰী, ব্ৰহ্মস্বৰূপা, সৃষ্টি-স্থিতি-প্ৰলয়কাৰিণী, জৰামৃত্যুহীনা, ভদ্ৰ-কালী, বিজয়া, মুক্তিস্বৰূপা, সাবিত্ৰী, কালৰূপিনী, মোহিনী, কান্তিমতী, পৰমাসম্পৎ, শ্ৰী, হ্ৰী আৰু জননী ॥*

---

* 'দেৱীৰ অসুৰনাশিনী ৰূপৰ মাজত এই মহিষাসুৰমৰ্দিনী ৰূপেই অতি প্ৰাচীন আৰু প্ৰধান। পৰৱৰ্তীকালৰ শাৰদীয় দুৰ্গাপূজাৰ দেৱীৰ মৃন্ময় মূৰ্তিত এই মহিষাসুৰমৰ্দিনীৰূপেই গৃহীত হৈছে। এই মহিষ-মৰ্দিনী ৰূপৰ প্ৰাচীনতম নিদৰ্শন পাওঁ মধ্যভাৰতৰ উদয়গিৰিত দ্বিতীয় চন্দ্ৰগুপ্তৰ কালত নিৰ্মিত প্ৰস্তৰমূৰ্তিত। এই মূৰ্তি খৃঃ চতুৰ্থ শতকৰ। মূৰ্তিখনি দ্বাদশভূজা: ভাৰতৰ শক্তিসাধনা ও শাক্তসাহিত্য পৃষ্ঠা ৫০
: শ্ৰীশশিভূষণ দাশগুপ্ত।

# লোক কল্পনাত দেৱী

ভাৰতীয় মনীষাৰ সৃজনী প্ৰতিভাই ধৰ্মৰ অতনু উপলব্ধিক অপৰূপ সৌন্দৰ্য্য প্ৰদান কৰিছে। দৰ্শনৰ দুৰ্জ্ঞেয় গভীৰতাক ভাৰতীয় অভিনৱ কল্পনাই প্ৰাণৰসেৰে এনেকৈ সুষমামণ্ডিত, জীৱন্ত কৰিছে যে নিৰাকাৰ দেৱতাৰ বহসাধন সদা মানবীয় অশ্ৰু-হাঁহিৰ দোলনাত দুলি আছে। সাধাৰণ পাৰ্থিৱভাৱে পুষ্পিত হৈছে সেই মূলাধাৰ শক্তিৰ স্বৰূপ। সৰ্বভূতত শক্তি স্বৰূপে থকা দেৱ বা দেৱীৰ চূড়ান্ত পাৰমাৰ্থিক দৰ্শনক এই শিল্পবোধেই মানবীয় ৰঙ সানি লগাই আনিছে গৃহ-প্ৰাংগনলৈ, য'ত আদ্যাশক্তি দেৱী হৈছে চিৰন্তন জীয়ৰী উমা, বৈদিক-অবৈদিক ৰুদ্ৰ-শিৱ ৰূপান্তৰিত হৈছে প্ৰেমবিহ্বল স্বামীলৈ। পৃথিৱীৰ বিভিন্ন ঠাইত প্ৰচলিত আদিম বিশ্বাসে সম্মিলিত বা ৰূপান্তৰিত ৰূপ সময়ে সময়ে পৰিগ্ৰহণ কৰি কৰি অহাৰ অন্তৰালত আছে সমগ্ৰ সমাজৰ আৰু যুগৰ এক সক্ৰিয় শিল্পীমন। কাল আৰু কলাবোধৰ তৰংগে তৰংগে তত্ত্বই তথ্যলৈ, অৰূপে ৰূপলৈ, কল্পনাই জীৱনময়তালৈ কেনেকৈ ৰূপ সলাইছে তাৰ স্বাক্ষৰ আদিম প্ৰস্তৰ যুগৰপৰা আধুনিক যুগলৈকে অহা বিভিন্ন উপাসনাৰ পৰম্পৰাই বহন কৰিছে।

ধৰ্মক জীৱনৰ অনুগামী কৰাৰ এই প্ৰচেষ্টা এহাতে যেনেকৈ চমৎকাৰভাৱে হৃদয়স্পৰ্শী আনহাতে তেনেকৈ ই কঠিনতম উপলব্ধিৰ বাহনো। যশোদাৰ ঘৰত লবণু চুৰ কৰি খোৱা, উৰালত ৰচী লগাই বান্ধি থোৱা কৃষ্ণ, এহাতে সৰ্বকালৰ শিশু, আনহাতে তেওঁৰেই "সমস্ত জগৎ গৰ্ভতে আছে"—তেওঁৰেই "একমেবাদ্বিতীয়ম্ পৰমব্ৰহ্ম"। আদিম জীৱনে যেতিয়াই অশৰীৰী শক্তিৰ উপলব্ধি কৰিলে, উপলব্ধিৰ স্তৰে স্তৰে সেই অশৰীৰিক আকৌ জীৱনৰ ৰূপকেই দিলে—দৈৱলীলা গৃহধৰ্মৰ লীলায়িত চিত্ৰত আকৌ উদ্ভাসি উঠিল। সৃষ্টিৰ অন্তৰালত থকা শক্তিক উৰ্বৰতাৰ প্ৰতীক বুলি কৰা ধাৰণাৰ পৰিচয় পোৱা গ'ল প্ৰাচীন প্ৰস্তৰ যুগতে অষ্ট্ৰিয়াত পোৱা, এব্ চ্ৰেক্ট আৰ্ট যেন লগা স্ফীতোদৰা মাতৃমূৰ্তিত। আৰ্ পাচিয়াত পোৱা মাটিৰ মূৰ্তিয়ে, মৌৰ্য নন্দনগড়ত খৃঃ পূঃ সপ্তম, অষ্টমত পূৰ্ণ স্তনযুগল আৰু প্ৰশস্ত নিতম্বৰে আৱিষ্কৃত হোৱা মূৰ্তিয়ে, মধ্যপ্ৰস্তৰ যুগ আৰু প্ৰাক্ আৰ্যযুগত পৃথিৱীকে

ধৰিত্ৰী দেৱী বুলি কল্পনা কৰাৰ সংকেত দিয়ে। প্ৰাচীন চুমেৰীয় কল্পনা আৰু মনোৰম। তেওঁবিলাকৰ মাতৃদেৱী বুলি পূজিতা ইন্নানা দেৱীৰ অন্য এক ৰূপ ইশ্‌-তাৰৰ বিবাহ উৎসৱ প্ৰতি বছৰে বসন্ত কালত 'তেম্মাজ' দেৱতাৰ লগত কল্পনা কৰি ধৰ্মৰ লগত জীৱনৰ স্বৰ্ণসেতু ৰচনা কৰা হৈছিল। এই ধৰিত্ৰী দেৱীয়েই শস্যাধিপতি দেৱীতো পৰিণত হৈছিল। অথৰ্ব বেদতো শস্য উৎপাদনৰ আগে আগে পৃথিৱীক (পৃথ্বি সকলো জীৱৰে মাতৃ বুলি আৰ্য-অনাৰ্য সকলোৰে ধাৰণা আছিল) স্তুতি জনোৱা প্ৰথাৰ ইংগিত আছে। শৰত কালত ন-বিধ নতুন শস্যৰ সমাহাৰক "নব পত্ৰিকা" ৰূপে লৈ তাতে দেৱীৰ অন্নদা, শাকম্ভৰী, কল্যাণময়ী ৰূপ কল্পনা কৰাৰ কথাত আদিম চিন্তাই নতুন প্ৰতীক গ্ৰহণ কৰাৰ মনোৰম ইতিহাস আছে। ইতিহাস আছে এই শক্তিৰ ধাৰণাক প্ৰজননৰ দেৱ-দেৱীৰ যুগলমূৰ্তিলৈ, সৃষ্টিকাৰ্য্যৰ বাবে যুগ্ম শক্তিৰ দ্বৈত ধাৰণালৈ পৰিবৰ্তিত কৰাৰ এক মানৱীয় কল্পনাৰ বিকাশৰ। সুবৰ্ষণ আৰু সুফল কামনাৰে আদিম কৃষকে পৃথিৱীক ধৰিত্ৰী বা মাতৃদেৱী বুলি আৰু সূৰ্য্যক পিতৃ কল্পনাৰে যি শিল্পৰূপ দিলে সেয়েই কালক্ৰমত দেৱ-দেৱীৰ মিলন আৰু বিচ্ছেদ, অভিসাৰ আৰু বিবাহৰ তথা মানৱীয় ৰূপ কল্পনাৰে জিলিকি উঠিল। শস্যক্ষেত্ৰত, কৰ্মক্ষেত্ৰত উদ্ভৱ হোৱা উপলব্ধিয়ে ধৰ্মক্ষেত্ৰত বিকশি উঠি গতি কৰিলে শস্যক্ষেত্ৰৰ পৰা দেৱমন্দিৰলৈ, আৰু দেৱমন্দিৰৰ পৰা গৃহপ্ৰাংগনলৈ এক লৌকিক শিল্পছন্দৰ অভিব্যক্তিৰে। লোক-কল্পনাই দেৱ-দেৱীৰ প্ৰণয়মধুৰ দাম্পত্য লীলাৰ সুন্দৰ ছবি ৰচনা কৰিলে— যি হ'ল ধৰ্মসাধনাৰে আন এক অন্তৰংগ অধ্যায়।

লোককল্পনাত দেৱীৰ ৰূপ দ্বৈতভাৱে প্ৰকাশ পাইছে: দেৱীৰ এক ৰূপ "ত্বং বৈষ্ণৱী শক্তিৰনন্তবীৰ্য্যা, বিশ্বস্য বীজং পৰমাসি মায়া।" এই দেৱীয়েই "সৰ্বভূতেষু শক্তিৰূপেণ সংস্থিতা।" দেৱীৰ অন্যৰূপ হ'ল লৌকিক ৰূপ— যি ভাৰতীয় মননৰ এক নিজস্ব সৃষ্টি আৰু সম্পদ, যি বৰ মিঠা আৰু ঘৰুৱা।

হিমালয়ৰ কন্যা পাৰ্বতী। পাঁচ বছৰীয়া কুমাৰী কালৰেপৰা শিৱপূজাত মগ্না এক শুচিব্ৰতা জীৱনে টলমল, পূৰ্ণ যৌবনৰ কালত শিৱক পতিৰূপে পাবলৈ দেহ-মন উছৰ্গা কৰিলে। একাগ্ৰ প্ৰাৰ্থনাই উত্তৰ পালে। শিৱ প্ৰসন্ন হ'ল। কিন্তু সমস্যাৰ সৃষ্টি কৰিলে পাৰ্বতী মাতৃ মেনকাৰ অসন্তুষ্টিয়ে। পিতৃ হিমালয়ে কন্যাক ভাল দৰা বিচাৰি আনিব নোৱাৰাৰ কাৰণেহে কন্যাৰ কপালত এই বৰ মিলিল

তাৰাকৈ অসহ্য হৈছে মেনকাৰ স্বামী হিমালয়ে পূৰ্ণ সম্মতি প্ৰদান কৰাত। মেনকাই হিমালয়ক সেয়ে তীব্ৰ কথাৰে ভৰ্ৎসনা কৰিছে :

"মেনকাই বোলে প্ৰভু দুই চক্ষু খালা
বাটৰ ভিক্ষাৰী শিৱক জোঁৱাই চিনি পালা।
মেনকাই বোলে প্ৰভু কি কাৰ্য্য কৰিলা
ভূতপ্ৰেতৰ সংগী শিৱক জোঁৱাই বুলি ললা।"( *১)

দাৰিদ্ৰ, একমাত্ৰ সাৰথি বৃষভ এটা লৈ পথে পথে বৈৰাগী হৈ ঘূৰি ফুৰা শ্মশানৰ ভূতপ্ৰেতৰ সংগী শিব একেজনী আলসুৱা জীয়ৰীৰ স্বামী হোৱাত মেনকাৰ মাতৃহৃদয় শোকত উথলি উঠিছে। হৈমৱন্ত হিমালয়ে বুজালে, পৰিবেশে বাধা কৰিলে নিৰুপায় পৰিস্থিতিত প্ৰতিবেশীৰ ঠাট্টা বিদ্ৰূপৰ মাজত (গাত ভস্ম ঘহা, সৰ্পৰ অলংকাৰ, বাঘৰ ছাল পিন্ধা এক অদ্ভুত বৃদ্ধ দৰা দেখি) উমা-মহেশ্বৰৰ বিয়া সম্পন্ন হ'ল। পাৰ্বতীক শিৱই কৈলাসত থকা নিজৰ ঘৰলৈ লৈ আনিলে। দৰিদ্ৰ এক কুটিৰ। ভাং ধতুৰাৰ বাহিৰে অন্য ঐশ্বৰ্য্য সেই কুটিৰত নাই। "ভাঙৰে জালত নলয় ঘৰেবাৰী থাকে বৰষুণত তিতি।" কামৰ ভিতৰত :

ধুমুৰ ধুমুৰ ভাঙৰ গুৰি খুন্দে
নন্দী-ভৃংগী উৱাল ধৰে
পাৰ্বতী আয়ে চালে জাৰে
ডম্বৰু বাই সদাশিৱ নাচে। (২)

ভাং ধতুৰাৰ যোগান ধৰি ধৰি পাৰ্বতীৰ হাত হয় অৱশ, মন হয় অৱশ, স্বপ্ন উৰি যায় কৰ্পূৰৰ দৰে। এইখন ঘৰ য'ত ভিক্ষাৰজোলোঙা লৈ ঘৰে ঘৰে নামাগিলে খাবলৈ নাই। ঘৰত খাবলৈ নাপাই কাৰ্তিক, গণেশে কান্দে। শ্ৰমবিমুখী, ভাঙত আসক্ত এই অপটু, বৃদ্ধ স্বামীক লৈ ৰাজতনয়া গৌৰবৰ্ণা গৌৰীৰ এক নিৰুপায় শূন্য সংসাৰ। প্ৰেমালাপেৰে প্ৰথম প্ৰথম মন ভৰি থাকিলেও শেষত অভুক্ত পুত্ৰ-কন্যাৰ মুখলৈ চাই মন অতীষ্ঠ হয়, আৰম্ভ হয় কলহৰ। উপাসাগুৰ হৈ ভিক্ষাৰ জোলোঙা কান্ধত লৈ মহাদেৱে ঘ'দে-ৰতাহে ঘূৰি ফুৰোঁতে "কুকুৰে কামোৰে, ছৱালে দলিয়ায়, ক'তো নিমিলে সুখ।" অৱশেষত গৃহিণীৰ নিৰন্তৰ মুখৰতাই স্বামীক কৃষিলৈ নমায়। কৃষিৰ আনন্দত আপোনভোলা শিৱই ঘৰলৈও পাহৰে। খেতি-পথাৰ ভৰপূৰ হৈ উঠে সোণবৰণীয়া শস্যেৰে, শিৱ-পাৰ্বতীৰ মনো ভৰপূৰ হৈ উঠে

---

*১। অসমীয়া সমাজত প্ৰচলিত বিয়া নামৰ পদ।
*২। অসমীয়া সমাজত প্ৰচলিত শিৱৰ নামৰ পদ।

আকৌ মধুৰ দাম্পত্য প্ৰণয়ৰ জোনাকেৰে ।

আলসুৰা কন্যাক উলিয়াই দি পিতৃ-মাতৃৰ প্ৰাণে ছাটিফটি কৰে । জীয়েকক এবাৰ ঘৰলৈ আনিবৰ বাবে মেনকাই উমাৰ পিতৃ হিমালয়ক কৈলাসলৈ পঠায় । পিতৃয়ে নিবলৈ আহিছে । উমাৰ হৃদয় উলাহ-মালাহত, আনন্দত নাচি উঠিছে :

পূৰ্ণ হ'ল সম্বৎসৰ যাওঁ এভ পিতৃঘৰ
দেখা নাই আমাৰ জননী
লৈযা লক্ষ্মী সৰস্বতী কাৰ্তিক গণেশপতি
লগে যাইব বিজয়াসংগিনী ।
বিদায় দিয়া শূলপাণি যাইবো আমি পিতৃবাৰে
মাতৃৰ ৰন্ধন গৈয়া খাওঁ
মাতৃৰ সমীপে যাম তাহাৰ ৰন্ধন খাম
কৈলাসৰ ফুলশোভা চাওঁ ।

নিজৰ ঘৰলৈ গৈ মাকৰ হাতৰ ৰন্ধন খাবলৈ স্বামীগৃহত থকা বিবাহিতা কন্যাৰ যি এক উৎকণ্ঠা, চিৰন্তন হেঁপাহ তাৰ কি এক হৃদয়স্পৰ্শী এই ৰূপ, এই ছবি ।'

শুনিয়া উমাৰ কথা অন্তৰে লাগিল ব্যথা
ছল ছল সজল নয়ন
ষষ্ঠী সপ্তমী তিথি অষ্টমীত হৈবা স্থিতি
নৱমীৰ নিশা আগমন ।

মাত্ৰ তিনি দিনৰ বিচ্ছেদো সহিব নোৱাৰা স্বামীৰ প্ৰণয়ৰ এই নিবিড়ৰূপ হৰ-গৌৰীৰ আদৰ্শ গৃহস্থীৰেই ইংগিত । সাংসাৰিক হাঁহি-কান্দোন তিক্ত-মধুৰ ৰসৰ অজস্ৰ ঢৌত উঠা-নমা হৈ থকা চিৰন্তন জীৱনতৰীৰ এই ছবি বৰ আপোন আপোন লগা ।

শৰত কালৰ শুক্লা ষষ্ঠীৰ সন্ধিয়াত গৌৰী আহি মাতৃগৃহ পালেহি । লক্ষ্মী, সৰস্বতী, কাৰ্তিক, গণপতি তেওঁৰ লগত । নিয়ৰ জ্বলমল, জোনাক জ্বলমল, আনন্দ বিহ্বল এই পৰিৱেশ । পিতৃ-মাতৃৰ স্নেহৰ সাগৰত তুদিনলৈ বুৰ দিবলৈ অহা পাৰ্বতীৰ কাৰণে কিন্তু অন্য এক কঠিন কৰ্তব্যই অপেক্ষা কৰি আছিল :

অসুৰৰ ভয়ে ভীত হয় দেৱগণ
হিমালয়ে চণ্ডীকাৰে কৰে আৰাধন ।
বিশ্বমাতা বিশ্বেশ্বৰী বিশ্বনাথৰ প্ৰিয়া
সংকট সময়ে মাতৃ ৰাখা মহামায়া ।

দেৱতাসকলৰ স্তুতিত প্ৰসন্ন হৈ বিশ্বমাতাই এইবাৰ সংহাৰমূৰ্তি ধাৰণ কৰিলে। মহিষাসুৰ মৰ্দন কৰিবলৈ···

জয়দুৰ্গা ৰণচণ্ডী ৰণে হৈলে থিয়।
দেখি সব অসুৰৰ উৰি গৈল জীৱ ॥
সিংহপৃষ্ঠে শোভা কৰে ত্ৰৈলোক্য ঈশ্বৰী।
মহিষাসুৰ বধিবাৰে দেৱী বিশ্বেশ্বৰী ॥
দক্ষিণত লক্ষ্মীদেৱী বামে সৰস্বতী।
মধ্যে দুৰ্গা দশভুজা অমোঘ শকতি ॥

পৰ্বতৰাজৰ আলসুল তনয়াৰ, শংকৰী অন্নপূৰ্ণাৰ এয়া কি উগ্ৰচণ্ডী ৰূপ। নয়নৰ কি আৰক্তিম অগ্নিশিখা জ্যোতি। সমগ্ৰ দেৱতাৰ পুঞ্জীভূত ইচ্ছাৰ, পুঞ্জীভূত শক্তিৰ কি এক পৰম জ্যোতিৰ্ময় প্ৰকাশ ॥

দেৱীৰ হুংকাৰ শব্দ সিংহৰ গৰ্জন
ভৈৰৱৰ ভীমনাদে কম্পে ত্ৰিভুবন।
হস্তীৰূপে সিংহৰূপে দৈত্যৰূপে যুঁজে
হাসে দেৱী অস্ত্ৰ ধৰি চাৰু দশভুজে।
বামপদ মহিষৰ স্কন্ধতে থাপিয়া
মহিষৰ মুণ্ড দেৱী পেলাইল কাটিয়া।
জয় জয় দুৰ্গাদেৱী দুখবিনাশিনী
দেৱগণে স্তুতি কৰে মহিষমৰ্দিনী ॥

ভয়ংকৰ দুষ্কৃতিৰূপী অসুৰ বিনাশ কৰোঁতেই সপ্তমী, অষ্টমীৰ দিন পাৰ হৈ গ'ল। আজি নৱমী। মাত্ৰ আজিৰ দিনটো। কাইলৈ দশমীৰ দিনা উমাই পতিগৃহলৈ উলটি যাবই লাগিব—মাতৃ মেনকাৰ বুকু শোকত ফাটি যায়। আচলৰ আগেৰে চকুপানী সামৰি প্ৰাণৰ পুতলী উমাক সজাই পৰাই এদিনতেই হিয়াৰ চেনেহ উবুৰিয়াই দিয়ে। সুগন্ধি তেল দি কেশ বান্ধি, সেন্দুৰ পিন্ধাই, কঁপালত চন্দনৰ ৰেখা, ভৰিত আলতা, শৰীৰত বিচিত্ৰ বসন আৰু অলংকাৰ পিন্ধাই—

কিনো নাৰী ভাগ্যৱতী গৌৰীক লৈলা কোলে
চাঁদ মুখ মচি দিলা আপন অঞ্চলে।
প্ৰাণৰে পুতলী তুমি উমা কমল ফুল
কিৰূপে কৰিলা উমা অসুৰ নিৰ্মূল।

স্নেহময়ী জননীৰ কোলাত লেতুসেতু হৈ থকা এই উমায়েই

কেনেকৈ বিৰাট অসুৰ নিধন কৰিলে ?? মাটি খোৱা লাৰুৱা গোপালে মাটি ক'ত খাইছোঁ বুলি মুখ মেলোতে গোটেই জগৎ গৰ্ভত দেখি মাতৃ যশোদায়ো এনেকৈয়ে স্তব্ধ আৰু শিহৰিত হৈ পিছ মুহূৰ্ত্ততে মায়াৰ ত্ৰিমুখীয়া শক্তিৰ প্ৰভাৱত সকলো পাহৰি কৃষ্ণক কোঁচত তুলি মুখত স্তন দিছিল। দেৱ-দেৱীৰ মানৱীয় আৰু পাৰমাৰ্থিক ৰূপৰ এই সমান্তৰাল গতি আশ্চৰ্য্যভাৱে আকৰ্ষণীয়। ইয়াতেই ভাৰতীয় ভক্তিৰ জটিল স্বৰূপ। ইয়াতেই সাধক ভক্তৰ শিল্পীপ্ৰাণ ৰসত আপ্লুত হয়।

গৌৰীক সজাই মেনকাই মনৰ কথা কওঁতে নকওঁতেই ডম্বৰু বজাই বৃষভত উঠি কৈলাসৰপৰা সদাশিৱ আহি পালেহিয়েই। মুহূৰ্ত্তৰ বাবে ঘৰখন যেন কঁাহ পৰি স্তব্ধ গ'ল। গিৰিৰাজে ভয়ে ভয়ে শিৱক সুধিলে—"জোঁৱাই, ইমান সোনকালেই যে আহিলা গৌৰীক নিবলৈ ?" প্ৰেমিক শিৱ, স্বামীৰ অধিকাৰ থকা শিৱই গুৰু-গম্ভীৰ-ভাৱে উত্তৰ দিলে ঃ

তিনি দিনে তিনি যুগ হৈ আছে জ্ঞান।
ৰজনী প্ৰভাতে আমি,কৰিবা প্ৰয়াণ ॥

বেৰৰ কাষত কাণপাতি থকা মেনকাৰ উগুলথুগুল মন চিৰিংকৈ উঠিল। যি নহওক বুলি ভাবিছিল সেয়াই দেখোন হ'ল। লৰালৰিকৈ স্বামীৰ কাষলৈ গৈ কাতৰ কৰি মেনকাই কলে:

যোৱা গিৰিৰাজা তুমি বুজোৱা জনাই।
এইবাৰ উলটি ঘৰে যাওক জোঁৱাই ॥

আনহাতে শিৱৰো যে বিৰহকাতৰ প্ৰাণ। দশমীৰ দিনা পাৰ্বতীক লৈ উভতি যোৱাৰ অটল সিদ্ধান্ত। এবাৰ স্বামীক কাতৰ কৰি আন-হাতে সূৰ্য্যক কাকুতি কৰা মেনকাৰ মাতৃ-হৃদয়ৰ ছবি বৰ মৰ্মস্পৰ্শী :

আজি প্ৰভু দিবাকৰ নহবা উদয়।
উদয় হৈলে উমা ঘৰে যাবগৈ নিশ্চয় ॥

চেনেহৰ এই টনা-আজোৰাৰ মাজত জীয়াৰীয়েই দুইকুলৰ মমতা ৰক্ষা কৰিবলগা হয়। "উমা ধন, উমা প্ৰাণ উমা পৰম আই, প্ৰাণ যদি যায় মোৰ নিদিওঁ বিদায়" বুলি বুকুৰপৰা উমাক এৰিব নোখোজা মাতৃক উমায়েই ৰঢাই-বুজাই আশ্বাস দিয়ে :

ৰাখিব নোৱাৰা আই কহিলো নিশ্চয়।
সম্বৎসৰে আহিম আই তোমাৰ আলয় ॥

প্ৰতি বছৰে এনেদিনত মাতৃগৃহলৈ অহাৰ প্ৰতিশ্ৰুতিয়ে মেনকাৰ মনক থাউনি দিয়ে। পঠাবই যেতিয়া লাগিব ইমানদূৰ কৈলাসলৈ, উমা ৰথতেই যাওক বুলি ৰথ সজাবলৈ দিয়া নিৰ্দেশকো সদাশিৱই বাৰণ কৰে। বৃষভ আছেই যেতিয়া ৰথ সজাই মেলি পলম কৰিব লাগিছে কিয়? তথাপি পিতৃ-মাতৃৰ চিন্তা। পৰ্বতীয়া একাবেঁকা ওখ-চাপৰ বাট। তাতে শৰতকালিৰ ৰ'দ। পথে পথে ভূৰা কৈৱাগী জোঁৱাইৰ বাবে চিন্তা নাই। কিন্তু বজাৰ ঘৰত ইমান আলসুৱাকৈ ডাঙৰ হোৱা গৌৰীয়ে বদৰ তাপ কেনেকৈ সহিব॥ দশমীৰ দিনা পুৱাতেই উমাক পঠোৱা ভাল। টিপচী ভজাৰ প্ৰিয় ব্যঞ্জনেৰে উমাক খুৱাই-বুৱাই উলিয়াই পঠাই

মেনকা ৰোদন কৰে মজিয়াপৈ চাই।
নাযাইবা নাযাইবা বুলি পৰি মূৰ্ছা যায়॥

ৰাৱণবধ কৰিবৰ কাৰণে শৰতকালি দেৱীৰ অকাল বোধনৰ আনটো আখ্যানো শাৰদীয় দুৰ্গাপূজা তথা বিজয়া দশমীৰ লগত জড়িত আছে। আৰ্য্য-অনাৰ্য্যৰ বিভিন্ন সংস্কৃতি, বিভিন্ন পৰম্পৰাৰ সংঘাত-সংমিশ্ৰণৰ ঘূৰ্ণীবতাহত ধৰ্মৰ জটিল ৰূপান্তৰ ঘটি থাকিলেও লোক-কল্পনাই দেৱতাৰ গাত আৰোপ কৰা এই মানৱীয়তা বৰ সুষমাময়।

# কালী দেৱী

শাক্ত সাধনাৰ ক্ষেত্ৰত যি দেৱী অধীশ্বৰী হৈ উঠিল, যি দেৱী বিৱৰ্তনৰ এক চমৎকাৰ প্ৰতীক বুলি পণ্ডিত সমাজে ঐতিহাসিক অনুসন্ধানেৰে সিদ্ধান্ত কৰিছে সেই দেৱী হ'ল কালী বা কালিকা।

অসম, বংগদেশ আদিত কালীৰ যি ৰূপ গৃহীত সেই ৰূপৰ ধ্যান এনে :

"ওঁ কৰালবদনাং ঘোৰাং মুক্তকেশীং চতুৰ্ভুজাম্
কালিকাং দক্ষিণাং দিব্যাং মুণ্ডমালাবিভূষিতাম্
সদাচ্ছিন্ন শিৰঃ খড়্গ-বামাধোৰ্দ্ধকৰাম্বুজাম
অভয়ং বৰদঞ্চৈৱ দক্ষিণোৰ্দ্ধাধঃ পাণিকাম্

দেৱী কৰালবদনা, ঘোৰা, মুক্তকেশী, চতুৰ্ভুজা, দক্ষিণা, দিব্যা, মুণ্ডমালা বিভূষিতা, যগল বামহস্তৰ অধোহস্তত সদ্যচ্ছিন্ন শিৰ আৰু ওপৰহস্তত খড়্গ। সোঁফালৰ অধোহস্তত অভয় মুদ্ৰা আৰু ওপৰ-হস্তত বৰ মুদ্ৰা। দেৱীৰ বৰ্ণ মেঘৰ দৰে শ্যাম বা ক'লা। দেৱী দিগম্বৰী। কণ্ঠত ওলোমাই লোৱা মুণ্ডমালাৰ পৰা পৰি থকা ৰক্তৰ স্ৰোতেৰে তেওঁৰ দেহ ৰঞ্জিত। তেওঁৰ কৰ্ণভূষণ দুটি শিশুৰ দুটি শৱ। তেওঁ ঘোৰদংষ্ট্ৰা, কৰালাস্যা, পীনোন্নত পয়োধৰা। শৱৰ হাতেৰে নিৰ্মিত 'মেখলা' (কৰধনি) পৰিহিতা দেৱী হসন্মুখী। ওঁঠৰ দুয়োকাষে বৈ থকা তেজেৰে দেৱীৰ আনন বিস্ফুৰিতা। তেওঁ ঘোৰনাদিনী, মহাৰৌদ্ৰী, শ্মশানবাসিনী। দেৱীৰ ত্ৰিনেত্ৰ বালসূৰ্য্য মণ্ডলৰ নিচিনা। তেওঁ উন্নতদন্তা। চুলি তেওঁৰ মেলা। তেওঁৰ এক পদ শৱৰূপ মহাদেৱৰ হৃদয়ৰ ওপৰত সংস্থিতা। চাৰিওদিশে ঘোৰ ৰব কৰি থকা শিবাকুলৰ (শিয়ালৰ) দ্বাৰা তেওঁ সমন্বিতা। তেওঁ মহাদেৱৰ লগত বিপৰীত ৰতিত আতুৰা। তেওঁৰ বদন সুখপ্ৰসন্ন আৰু 'স্মেৰানন সৰোৰুহ' ...।

এই কৃষ্ণবৰ্ণা, কৰালবদনা, মুণ্ডমালাশোভিতা, ভয়ংকৰী দেৱীৰ তাত্ত্বিক ইতিহাস কি? এই দেৱী বেদৰ ৰাত্ৰি দেৱীৰে ৰূপান্তৰ নেকি? নে চামুণ্ডা দেৱীৰে নামান্তৰ? নে কোনো গ্ৰাম্যদেৱীকে মহাদেৱীৰ স্তৰলৈ উন্নীত কৰা হ'ল? তেওঁ কৃষ্ণবৰ্ণা কিয়? শিৱৰ লগত তেওঁৰ

সংযোগৰ অৰ্থ কি? তেওঁৰ উল্লেখ ক'ত ক'ত আছে?

সামবিধান ব্ৰাহ্মণৰ ৰাত্ৰিসূক্ত (২)ত পোৱা ৰাত্ৰিদেৱীৰ বৰ্ণনা হ'ল: "ওঁ ৰাত্ৰিং প্ৰপদ্য পুনৰ্ভূং ময়োভূং কন্যাং⋯ ⋯" যি দেৱী অসুৰ বধৰ নিমিত্তে বাৰে বাৰে আবিৰ্ভূতা হয়, যি সকলো জীৱকে সুখদায়িনী, কুমাৰী, ময়ূৰ পাখিৰে শোভিতা, যি পাশ নামৰ অস্ত্ৰ-ধাৰিণী, যি যুৱতী আৰু কুমাৰী শক্তিৰ সমষ্টিভূতা—সেই ৰাত্ৰিদেৱীৰ শৰণ লৈছোঁ।" ৰাত্ৰিসূক্ত (১)ত বৰ্ণনা কৰা হৈছে—'সৰ্বত্ৰ দীপ্তিমতী জগতৰ অধীশ্বৰী ৰাত্ৰি আহিছে আহোঁতে আহোঁতে ইন্দ্ৰিয়-সমূহৰ দ্বাৰা অথবা নক্ষত্ৰৰূপ নয়নৰ দ্বাৰা সমগ্ৰ বিশ্ব দেখিছে। তেওঁ অসীম কল্যাণ আৰু শোভা ধাৰণ কৰিছে। অন্ধকাৰক নিজৰ জ্যোতিৰে (গ্ৰহ, নক্ষত্ৰাৰে) বিনষ্ট কৰিছে। তোমাৰ পাছে পাছে তুমি ভগিনী উষাক প্ৰকাশ দিছা, অন্ধকাৰ আঁতৰি গৈছে তুমি আমাৰ প্ৰতি প্ৰসন্ন হোৱা। বাঘ-বাঘিনী, চোৰক দূৰীভূত কৰি আমাৰ প্ৰতি সুখদায়িনী হোৱা হে উষা (ৰাত্ৰি) দেৱী, সৰ্ববস্তুত সুসংলগ্ন অতি গাঢ় কৃষ্ণবৰ্ণ অন্ধকাৰ আমাৰ কাষত উপস্থিত হৈছে। তুমি দূৰ কৰা। ...হে পৰমাকাশৰ (সূৰ্যাৰ) কন্যা। শত্ৰু জয় কৰিবলৈ আমি কামনা কৰিছোঁ। তুমি আমাৰ স্তৱ আৰু হবি গ্ৰহণ কৰা।"

উক্ত সূক্ত দুটি লক্ষ্য কৰিলে দেখা যাব যে কৃষ্ণবৰ্ণা, তমো-হাৰিণী, অভয়া, এই ৰাত্ৰিদেৱীৰ হাতত অস্ত্ৰ থাকিলেও এই দেৱী ভয়ংকৰী নহয়। ঋগ্বেদৰ ৰাত্ৰিসূক্ত (১০।১০।১২৭) "হ্বয়ামি ৰাত্ৰীং জগতো নিৱেশনীং (১।৩৫।১), শুক্লযজুৰ্বেদৰ ৰাত্ৰিস্তোত্ৰ (৩৪।৩২) আৰু অথৰ্ববেদৰ ৰাত্ৰিস্তোত্ৰত (৩।১০।১২) ৰাত্ৰিদেৱীক যি প্ৰাৰ্থনা জনোৱা হৈছে সেই প্ৰাৰ্থনাতো ৰাত্ৰি প্ৰভাময়ী, দীপ্তিময়ীৰূপেই বৰ্ণিত হৈছে। আনহাতে 'শতপথ ব্ৰাহ্মণ' আৰু 'ঐতৰেয় ব্ৰাহ্মণ'ত উল্লেখ থকা 'নিৰ্ঋতি দেৱীৰ বৰ্ণনাত কিন্তু ভয়ংকৰতাৰ স্বাক্ষৰ আছে। শতপথ ব্ৰাহ্মণত দেৱীক কৃষ্ণা (৭।২।৭) আৰু ঐতৰেয় ব্ৰাহ্মণত 'ঘোৰা' (৭।২।১১) বুলি বৰ্ণনা কৰা হৈছে। ঐতৰেয় ব্ৰাহ্মণত (৪।১৭) নিৰ্ঋতি দেৱীৰ হাতত থকা 'পাশ' তথা অস্ত্ৰৰপৰা ৰক্ষা পাবৰ কাৰণে কাকুতি জনোৱা হৈছে। এটা মন কৰিবলগীয়া কথা যে এই নিৰ্ঋতি দেৱীৰ উল্লেখ পাছৰ কালত আৰু কতো পোৱা নেযায়।

ৰাত্ৰিদেৱীৰ প্ৰসংগত আৰু কেইটামান কথা ভাবি চাব পাৰি।

সিনীৱালী (দৃষ্টচন্দ্ৰ অমাৱস্যা), কুহু (নষ্টচন্দ্ৰা অমাৱস্যা) আৰু ৰাকা নামেৰেও দেৱীক অভিহিত কৰা হয়। মাৰ্কণ্ডেয় চণ্ডীতো দেৱী কালৰাত্ৰি মহাৰাত্ৰি বুলি বৰ্ণিত হৈছে। ৰাত্ৰিদেৱীৰ প্ৰতি বেদত জনোৱা প্ৰাৰ্থনালৈ লক্ষ্য কৰিলে দেখা যাব যে আহাৰ দান কৰিব পৰা, পোহৰ দিব পৰা, ভয় সৃষ্টি কৰিব পৰা প্ৰাকৃতিক সকলো বস্তুকে অলৌকিকত্ব প্ৰদান কৰি যিদৰে বৈদিক আৰ্যসকলে স্তুতি জনাইছিল 'ৰাত্ৰি'ৰ প্ৰতি কৰা স্তুতিও সেই একে পৰ্য্যায়ৰে। ৰাত্ৰিৰ সূচীভেদ্য অন্ধকাৰৰ কলাৰূপক ভয়াবহ কল্পনা কৰি, আৰু নক্ষত্ৰখচিত ৰাত্ৰিক, উষাক আদৰি অনা ৰাত্ৰিক, জ্যোতিৰ্ময়ী বুলি ভাবি, ৰাত্ৰিক দেৱীৰূপত প্ৰতিষ্ঠা কৰি প্ৰশস্তি গোৱা হৈছিল। পাছত দাৰ্শনিক উচ্চ তত্ত্ব তাতেই আৰোপিত হ'ল বুলি ভাবিবৰো অৱকাশ হয়তো আছে।

কালীদেৱীৰ সম্পৰ্কত বৈদিক যুগৰ যজ্ঞ অগ্নিৰ সাতজিভাৰ এক জিভা বুলি কালীক মুণ্ডকউপনিষদত বৰ্ণনা কৰা হৈছে :

কালী কৰালী চ মনোজৱা চ
সুলোহিতা যা চ সুধূম্ৰবৰ্ণা।
স্ফুলিংগিনী বিশ্বৰুচী চ দেৱী
লেলায়মানা ইতি সপ্তজিহ্বাঃ ॥

ওপৰোক্ত শ্লোকত বিশ্বৰুচীৰ ক্ষেত্ৰত দীপ্যমানা অৰ্থত প্ৰযুক্ত দেৱী শব্দটিৰ বাহিৰে অন্যত কতো কালীৰ দেৱীত্বৰ আভাস নাই। আনকি মহাভাৰতত পোৱা বৰ্ণনাতো কালীক দেৱীৰূপে পোৱা নাযায়। দ্ৰোণৰ মৃত্যুৰ পিছত দ্ৰোণ-পুত্ৰ অশ্বত্থামাই যেতিয়া পাণ্ডৱ শিবিৰত সোমাই নিদ্ৰিত বীৰসকলক হত্যা কৰিছিল তেতিয়া সেই বীৰসকলে ছায়ামূৰ্ত্তিৰ দৰে সংহাৰৰ প্ৰতিমূৰ্ত্তি ভয়ংকৰী কালীদেৱীক দেখিবলৈ পাইছিল, সেই দেৱী আছিল ৰক্তাস্যনয়না ৰক্তমাল্যানু-লেপনা, পাশহস্তা আৰু ভয়ংকৰী। কবি কালীদাসৰ সময়তো কালীয়ে বিশেষ দেৱীৰূপে ৰূপ পৰিগ্ৰহণ কৰা নাই। "কুমাৰ সম্ভৱ"ত উমাৰ লগত মহাদেৱৰ বিবাহৰ কাহিনীত কৈলাস পৰ্বতৰ বৰযাত্ৰী-সকলৰ বৰ্ণনাৰ প্ৰসংগত দেখিবলৈ পোৱা যায় যে কনক-প্ৰভাসদৃশ মাতৃকাগণৰ পাছে পাছে গৈ থকা কপালভৰণা কালী নীলা মেঘৰ দৰে শোভা পাইছিল। "ৰঘুবংশ"তো সেই একে পৰ্য্যায়ৰ উল্লেখেই আছে। ৰাম-লক্ষ্মণৰ ধনুৰ টংকাৰ শুনি ভয়ংকৰী তাৰকা ৰাক্ষসীয়ে

যেতিয়া আত্মপ্ৰকাশ কৰিলে তেতিয়া তাৰকাক চঞ্চল, কপালকুণ্ডলা, বলাকাযুক্তা কালিকাৰ দৰেই দেখাইছিল। কালিদাসৰ সময়ত উল্লেখ কৰা অথচ প্ৰধান দেৱীৰূপেও স্বীকৃত নোহোৱা এই কালীৰ পৰাই "কালিদাস" ( কালীৰ দাস অৰ্থত ) নাম হৈছিল নেকি বুলি পণ্ডিতসকলে চিন্তা কৰি কব খোজে যে প্ৰসিদ্ধি লাভ নকৰিলেও হয়তো কালিদাসৰ সময়ত, সংকীৰ্ণ পৰিসৰত কালীৰ দেৱীৰূপে কিছু খ্যাতি হৈছিল। পাছৰ কালত হয়তো স্থানীয় দেৱীগণ একত্ৰিত হৈ কালীদেৱীৰ ৰূপ পৰিগ্ৰহণ কৰিলে। সংস্কৃত সাহিত্যত ভয়ংকৰী, স্থানীয় দেৱীৰ উল্লেখ বহুত ঠাইত আছে। "খিল হৰিবংশ"ত শবৰ, বৰ্বৰ, পুলিন্দসকলে মদ্য-মাংস-প্ৰিয়া দেৱীক পূজা কৰাৰ উল্লেখ আছে। আনুমানিক সপ্তম শতিকাৰ বাণভট্টৰ "কাদম্বৰী"ত উল্লেখ থকামতে শবৰসকলে তেজৰ প্লাবন দি চণ্ডীৰ পূজা কৰিছিল। শবৰ পূজিতা 'পৰ্ণশবৰী' দেৱীৰ উল্লেখ আছে অষ্টম শতিকাৰ বাকপতিৰাজৰ 'গউডবহো' নামৰ প্ৰাকৃত কাব্যত। আনুমানিক সপ্তম শতিকাত ভৱভূতিৰ দ্বাৰা ৰচিত 'মালতীমাধৱ' নাটকৰ পঞ্চমাংকত নৰমাংসৰ দ্বাৰা পূজিতা ভয়ংকৰী 'কৰালা' দেৱীৰ উল্লেখ পোৱা যায়। চামুণ্ডা আৰু কালিকাদেৱী সংযুক্ত হোৱাৰ বৰ্ণনা চণ্ডীত এনেকৈ আছে : ইন্দ্ৰ আদি দেৱতাসকলে শুম্ভ-নিশুম্ভ বধ কৰিবৰ কাৰণে হিমালয়ত থকা দেৱীৰ কাষলৈ গৈ বৰ প্ৰাৰ্থনা কৰাত দেৱীৰ শৰীৰ কোষৰ পৰা এক দেৱীৰ উৎপত্তি হ'ল। শৰীৰ কোষৰ পৰা উদ্ভূত অৰ্থত তেওঁৰ নাম হ'ল কৌশিকী। কৌশিকী দেৱী পাৰ্বতীৰ শৰীৰৰ পৰা বহিৰ্গত হোৱাত পাৰ্বতী স্বয়ং কৃষ্ণবৰ্ণা হৈ গ'ল আৰু এই কাৰণতে তেওঁ হিমাচলবাসিনী 'কালিকা' নামে প্ৰসিদ্ধি লাভ কৰিলে। 'কালিকা'ৰ আবিৰ্ভাৱৰ বৰ্ণনা চণ্ডীতেই আৰু একপ্ৰকাৰে আছে : চণ্ড-মুণ্ড আৰু সেই অসুৰৰ অনুচৰবোৰ যেতিয়া দেৱীৰ কাষ চাপিল দেৱীৰ অত্যন্ত ক্ৰোধ হ'ল আৰু ক্ৰোধতেই তেওঁৰ মুখ ক'লা হৈ পৰিল। তেওঁৰ ভ্ৰূকুটিযুক্ত কুঞ্চিত কপালৰপৰাই অসি আৰু পাশধাৰিণী কৰালবদনা কালী নিষ্ক্ৰান্ত হ'ল। পুৰাণোক্ত এই দুটা কাহিনীয়ে এটা কথা বিশেষভাৱে বুজাইছে যে শ্বেতবৰ্ণা এক দেৱীৰ লগত কৃষ্ণবৰ্ণা এক দেৱী অভিন্ন হৈ পৰিছে অথবা দুয়ো দুয়োতে বিলীন হৈ আছে। দেৱীৰ সৌম্যৰূপ গৌৰবৰ্ণা আৰু ক্ৰোধৰ ৰূপ কৃষ্ণবৰ্ণা বুলি কৰা কল্পনা অৰ্থময় কল্পনা।

অম্বিকা দেৱীৰ ক্ৰোধৰপৰা উৎপন্না কালীয়ে অতি বেগেৰে গৈ অসুৰৰ মাজত সোমাই মহাঅসুৰবোৰক বিনাশ কৰিবলৈ ধৰিলে, আৰু অসুৰবোৰ ভক্ষণ কৰিবলৈ ধৰিলে। দেৱীয়ে কেৱল হস্তী পৃষ্ঠৰ যোদ্ধাকে নহয়, হাতী-মাউতৰ সৈতে হাতৰ তলুৱাত তুলি লৈ মুখত গ্ৰাস কৰিবলৈ ধৰিলে। অকল সেয়ে নহয়, ঘোঁৰাৰে সৈতে অশ্বাৰোহী যোদ্ধাক, সাৰথিৰে সৈতে ৰথক মুখত পেলাই দাঁতেৰে কড়কড় শব্দেৰে নিঃশেষ কৰিবলৈ ধৰিলে। কাৰোবাৰ চুলিত, কাৰোবাৰ ডিঙিত আক্ৰমণ কৰি কালীয়ে সেনানী চূৰ্ণ কৰি গ'ল। কিছুমানক হাতেৰে তেওঁ পিহি গুড়ি কৰি পেলালে, কিছুমানক ভক্ষণ কৰিলে, কিছুমান নিহত হ'ল, কিছুমান কংকালৰ দ্বাৰা তাড়িত হ'ল, কিছুমানক তেওঁ দাঁতেৰে চোবাই বিনাশ কৰিলে। ক্ষন্তেকৰ ভিতৰতে অসুৰ নিঃশেষ হোৱা দেখি মহাসুৰ চণ্ডই ক্ৰোধমূৰ্তিৰ সেই অতি ভীষণ কালীৰ পিনে অগ্ৰসৰ হ'ল আৰু অজস্ৰ তীক্ষ্ণশৰ বৰ্ষণ কৰিবলৈ ধৰিলে। মহাসুৰ মুণ্ডইও চক্ৰ নিক্ষেপ কৰি "ভীষা নয়না" কালীক আৰু ক্ষুব্ধ কৰি তুলিলে। সকলো শৰ আৰু চক্ৰ কালীৰ মুখ গহ্বৰত সোমাই এনে দৃশ্যৰ অৱতাৰণা কৰিলে যেন ক'লা মেঘত সহস্ৰ সূৰ্য্যৰেখাহে প্ৰতিবিম্বিত হ'ল। ভৈৰৱনাদিনী কালীয়ে, কৰালবদনা কালীয়ে ক্ৰোধত অট্টহাস্য কৰিবলৈ ধৰিলে— তেওঁৰ ভীষণদৰ্শনা দন্তৰ শাৰী সেই হাহিত ভয়ংকৰ হৈ উঠিল। মহাখড়্গ ধৰি কালী চণ্ডীৰ প্ৰতি ধাৱিত হ'ল আৰু সেই খড়্গৰেই চণ্ডৰ শিৰচ্ছেদ কৰিলে। চণ্ডৰ পতন হোৱা দেখি মুণ্ড আগবাঢ়ি আহিল। কালীয়ে তেওঁকো খড়্গৰে নিহত কৰিলে। অৱশিষ্ট অসুৰ সৈন্য ভয়ত চতুৰ্দিশে পলাল। চণ্ডমুণ্ডৰ ছিন্ন শিৰ হাতত লৈ কালীয়ে চণ্ডিকাৰ ওচৰলৈ গৈ প্ৰচণ্ড অট্টহাস্য কৰি ক'লে— 'এই যুদ্ধযজ্ঞত চণ্ড-মুণ্ড এই দুই পশু তোমাক উপহাৰ দিলোঁ। তুমি নিজে শুম্ভ-নিশুম্ভক বিনাশ কৰিবা।" তেতিয়া চণ্ডিকা দেৱীয়ে কালীক ক'লে—"যিহেতু চণ্ড-মুণ্ডৰ কটা শিৰ লৈ আহিছা সেই কাৰণে তুমি চামুণ্ডা নামেৰে খ্যাত হ'বা।"

নৰমাংসৰে পূজা লৈ থকা বনস্থিতা, শ্মশানবাসিনী, ভয়ংকৰী চামুণ্ডা দেৱীৰ লগত সেই সময়ৰ প্ৰচলিত কালীদেৱীক সংযুক্ত কৰাৰ কাৰণে উপৰোক্ত কাহিনী নিশ্চয় এক মাধ্যম।

ৰক্তবীজ বধ কৰাৰ সময়তো কালী দেৱীয়ে চণ্ডিকাক বিশেষ সাহায্য কৰিছিল। যেতিয়া ৰক্তবীজক চণ্ডিকাই অস্ত্ৰেৰে আঘাত কৰিছিল তেতিয়া ৰক্তবীজৰ প্ৰতিটোপা তেজৰ পৰা অসংখ্য অসুৰৰ

উৎপত্তি হৈছিল। চণ্ডিকাই তেতিয়া কালীক বদন বিস্তাৰ কৰি ৰক্তবীজৰ প্ৰতি ৰক্তবিন্দু শোষণ কৰিবলৈ আৰু ৰক্তোদ্ভৱ অসুৰবোৰক ভক্ষণ কৰিবলৈ আজ্ঞা দিছিল। কালী তথা চামুণ্ডাই ৰক্তবীজৰ সকলো ৰক্ত শুহি নিৰক্ত কৰিলে আৰু দেৱী চণ্ডিকাই তেতিয়া সহজেই ৰক্তবীজক ধ্বংস কৰিলে। চণ্ড-মুণ্ডৰ শিৰ নি চণ্ডিকাক দিয়া আৰু চণ্ডিকাৰ আজ্ঞাত কালীয়ে ৰক্তবীজৰ ৰক্তশোষণ কৰা—এনেবোৰ কাহিনীত দেৱী চণ্ডিকা প্ৰাধান্যত থকা আৰু কালী তেওঁৰ সহচৰী শক্তিৰূপে থকা অথবা দুয়োৰে দৃঢ় বন্ধুত্ব তথা ক্ৰমাৎ অভেদত্বই লক্ষ্য কৰা যায়।

ক্ষুধাৰ্তা, কৃশোদৰী, চামুণ্ডা হয়তো মৃত্যু, মাৰিমৰকৰ গ্ৰাম্য দেৱীৰূপেই কল্পিতা আৰু পূজিতা হৈ আহিছিল। ভয়ংকাৰী, কৃষ্ণবৰ্ণা, উগ্ৰা নৰ-ৰুধিৰেৰে পূজিতা চণ্ডিকাও আছিল নিশ্চয় আদিম কল্পনাৰ আদিবাসী শবৰ আদিৰ দেৱী। কালীও আছিল যুদ্ধৰ, সংহাৰৰ ভয়ংকৰ শক্তিৰূপা দেৱী। শক্তিৰ কাৰণে আৰাধিতা, ভয়োদ্ভৱা দেৱী কলৰ সমন্বয়ৰ প্ৰতীক হল কালক্ৰমত "কালী"। আদিতে এই দেৱী সকলৰ ৰূপ পৃথক থকাৰ প্ৰমাণ পুৰাণ আৰু তন্ত্ৰসমূহেই দি আছে। চামুণ্ডা দ্বিভূজা, আলুলায়িত কেশা নহয়, জটাধাৰিণী। উলংগিনী নহয়, শাৰ্দূল চৰ্মাবৃতা বা গজচৰ্ম আবৃতা। তেওঁ নিৰ্মাংসা। তেওঁ কৃশোদৰী। তেওঁৰ চকু কোটৰগতা। আনহাতেদি কালী চতুৰ্ভূজা, মুক্তকেশী, দিগম্বৰী। তেওঁ পীনোন্নত পয়োধৰা, মুণ্ডমালা-বিভূষিতা। তেওঁ ত্ৰিনেত্ৰযুক্তা।

পিছৰ কালত কালীৰ যি আধ্যাত্মিক ব্যাখ্যা ভাৰতীয় সাধকৰ উপলব্ধিৰ দ্বাৰা বৰ্ণিত হৈছে সেই ব্যাখ্যা অন্য দিশৰ পৰা চমৎকাৰ আৰু গভীৰ অৰ্থব্যঞ্জক। মহানিৰ্বাণ তন্ত্ৰত আছে: দেৱী পাৰ্বতীয়ে মহেশ্বৰক প্ৰশ্ন কৰিছে—মহদযোনিস্বৰূপা, আদিশক্তি স্বৰূপিনী, মহাদ্যুতিসম্পন্না, সূক্ষ্মাতিসূক্ষ্মভূতা যি মহাকালী তেওঁৰ শক্তি নিৰূপণ কৰা কেনেকৈ সম্ভৱ? তাৰ উত্তৰত সদাশিৱই কৈছে—"হে প্ৰিয়া, পূৰ্বতেই কোৱা হৈছে, উপাসকৰ কাৰ্য্যৰ কাৰণেই গুণ-ক্ৰিয়া অনুসাৰে দেৱীৰ ৰূপ পৰিকল্পিত হৈ থাকে। সকলো বৰ্ণ যেনেকৈ কৃষ্ণবৰ্ণত বিলীন হয়, হে শৈলজা, তেনেকৈয়ে সৰ্বভূত কালীত প্ৰৱেশ কৰে। সেইকাৰণেই যোগীসকলৰ হিতৰ কাৰণে সেই নিৰ্গুণা, নিৰাকাৰা, কালশক্তিৰ বৰ্ণ কৃষ্ণ বুলি নিৰূপিত হৈছে। অমৃতত্বৰ কাৰণে এই নিত্য, কালৰূপা,

অব্যয়া, কল্যাণৰূপিনীৰ ললাটত চন্দ্ৰচিহ্ন নিৰূপিত হৈছে। নিত্য, চন্দ্ৰ সূৰ্য্য অগ্নিৰ দ্বাৰা তেওঁ এই কালকৃত জগৎ সম্যকভাৱে দৰ্শন কৰে কাৰণে তেওঁৰ তিনিটি নয়ন কল্পিত হৈছে। সৰ্বপ্ৰাণীক গ্ৰাস কৰে কাৰণে আৰু কালদণ্ডৰ দ্বাৰা চূৰ্ণ কৰে কাৰণে প্ৰাণীৰ হস্তসমূহ তেওঁৰ বসনৰূপে কল্পনা কৰা হৈছে। সময়ে সময়ে বিপদৰ পৰা জীৱক ৰক্ষণ আৰু স্ব স্ব কাৰ্য্যত প্ৰেৰণকে দেৱীৰ বৰ আৰু অভয়দান বুলি কোৱা হয়। ৰজোগুণজনিত বিশ্বসমূহত তেওঁ ব্যাপ্ত হৈ অৱস্থান কৰে। এই কাৰণেই হে ভদ্ৰা, তেওঁক ৰক্ত পদ্ম সমস্থিতা বুলি কোৱা হয়। মোহময়ী সুৰা পান কৰি সেই সব সাক্ষী স্বৰূপিনী দেৱীয়ে কালসম্ভূত ক্ৰীড়ামগ্ন সৃষ্টিক দৰ্শন কৰে। এই ভাৱেৰে অল্প বুদ্ধিৰ ভক্তসকলৰ হিতৰ কাৰণে দেৱীৰ বিবিধ ৰূপ কল্পিত হৈ থাকে।”

শিৱৰ লগত দেৱী সংযুক্তা হোৱাৰ সন্দৰ্ভত বহুতো বিবৰ্তন বহুতো ধৰ্মীয় তৰংগৰ সংগম পৰিদৃষ্ট হয় বুলি পণ্ডিতসকলে মত পোষণ কৰে। দক্ষিণা কালীৰ ধ্যানত থকা—

“ ... ..

শৱৰূপ- মহাদেৱ-হৃদয়োপৰি সংস্থিতাম্
শিৱাভিৰ্ঘোৰৰাভিশ্চতুৰ্দিক্ষু সমন্বিতাম্
মহাকালেন চ সমং বিপৰীতৰতাতুৰাম্। ”

এই বাক্যকেইটাৰ লক্ষ্য কৰিবলগীয়া কথা হ'ল শৱৰূপ মহাদেৱৰ হৃদয়ত ভৰি দি আছে কালীয়ে। দ্বিতীয়তে কালী মহাদেৱৰ লগত 'বিপৰীতৰতাতুৰা'। ইয়াৰ প্ৰথমটোৰ ব্যাখ্যাত সাংখ্যৰ প্ৰকৃতি পুৰুষতত্ত্ব আৰু দ্বিতীয়টোত তন্ত্ৰৰ ব্যাখ্যা চিন্তাবিদ্ সকলে আগবঢ়াব খোজে। শক্তি বিহনে পুৰুষ শব-এই তত্ত্ব ব্যাখ্যা আছে যদিও কালীৰ পদতলত থকা ব্যক্তি শিৱতকৈও শব যেন বুলিহে বেছি প্ৰতীয়মান হয়। পিছত দাৰ্শনিক চিন্তাত দেৱী শিবাৰূঢ়া।কিন্তু প্ৰথম স্তৰত তেওঁ অসুৰদলিনী শবাৰূঢ়া হোৱাই স্বাভাৱিক।

মহানিৰ্বাণ তন্ত্ৰত শিৱৰ বুকুত কালীৰ প্ৰতিষ্ঠা সম্পৰ্কত অনেক ধৰণৰ দাৰ্শনিক ব্যাখ্যা দিয়া হৈছে। এই তন্ত্ৰ পৰাভূত শিৱ আৰু শক্তিৰূপিনী দেৱীৰ যেন মিলন ব্যাখ্যাহে। শিৱ মহাকাল। তেওঁ সৰ্ব প্ৰাণীক গ্ৰাস কৰে। দেৱীয়ে কিন্তু এই মহাকালকো গ্ৰাস কৰে। সেয়ে তেওঁ কালী, আদ্যা, পৰমকালিকা। তেওঁ সকলোৰে আদি, সকলোৰে কালস্বৰূপা আৰু আদিভূতা।

তেৱেঁই মহাসময়। সময়ৰ অখণ্ড মহাস্রোতৰ তেওঁ প্রতীক। সময়ৰ অদৃশ্য হাতেৰে তেওঁ গঢ়ে, সময়ৰ অদৃশ্য হাতেৰে তেওঁ ধ্বংস কৰে। তেওঁৰ অতল গর্ভতে সকলো জাহ যায়।

# দেৱী চণ্ডী

চণ্ডী শব্দটিতেই প্ৰচণ্ডতাৰ স্বাক্ষৰ আছে। যাৰ শক্তি প্ৰচণ্ড তেনে এক মহিমাময়ী দেৱীৰ কাহিনীয়েই বৰ্ণিত হৈছে 'চণ্ডী' বা চণ্ডিকাৰ আখ্যানত। মাৰ্কণ্ডেয় পুৰাণেই চণ্ডী দেৱীক শাক্ত সাহিত্যৰ আৰু দৰ্শনৰ প্ৰধান দেৱীৰূপে প্ৰতিষ্ঠা কৰে। মাৰ্কণ্ডেয় পুৰাণৰ ত্ৰয়োদশ অধ্যায়ত "দেৱী মাহাত্ম্য" নামৰ যি অধ্যায়টি আছে সেয়ে সমগ্ৰ চণ্ডী গ্ৰন্থৰূপে প্ৰসিদ্ধি লাভ কৰে।

চণ্ডী গ্ৰন্থত তিনি সময়ৰ তিনিখন ভয়ংকৰ যুদ্ধ তথা অসুৰ বিনাশৰ কাহিনী স্থাপন কৰা হৈছে আৰু তাৰ দ্বাৰা পৰম শক্তিৰূপিনী 'দেৱী'ৰ মাহাত্ম্য বিশ্লেষণ আৰু বৰ্ণনা কৰা হৈছে। প্ৰথম ভাগ আখ্যান হৈছে দেৱীৰ সহায়ত বিষ্ণুৰ মধু-কৈটভ সংহাৰৰ ঘটনা। এই ঘটনাত বিষ্ণুৱে যেতিয়া সমগ্ৰ বিশ্বক নিজৰ সত্বাত বিলীন কৰি লৈ প্ৰলয় পয়োধি জলত অনন্ত নাগৰ ওপৰত মহামায়া বা যোগনিদ্ৰাক আশ্ৰয় কৰি নিদ্ৰিত হৈ আছিল তেতিয়া তেওঁৰ নাভিকমলৰপৰা বিশ্বসৃষ্টিকৰ্তা ব্ৰহ্মাৰ জন্ম হ'ল। পদ্মৰ ওপৰৰ ব্ৰহ্মা আসনস্থ হৈ থাকোতেই বিষ্ণুৰ কাণৰ মলৰপৰা মধু আৰু কৈটভ নামে দুটা দৈত্য জন্ম হৈ ব্ৰহ্মাক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল। স্বয়ম্ভু ব্ৰহ্মাই জানিছিল বিষ্ণুৰপৰা যাৰ উৎপত্তি তাক বিষ্ণুৱেহে বধ কৰিব পাৰিব। কিন্তু বিষ্ণু যে মহামায়াক আশ্ৰয় কৰি তেওঁৰ প্ৰভাৱত নিদ্ৰিত। দেৱী তথা যোগনিদ্ৰা বা মহামায়া যেতিয়ালৈকে বিষ্ণুৰ শৰীৰৰপৰা ওলাই নাহে তেতিয়ালৈকে বিষ্ণু জাগ্ৰত নহয়। সেয়ে ব্ৰহ্মাই মহামায়াৰ প্ৰতি স্তৱ আৰম্ভ কৰিলে :

ত্বং স্বাহা, ত্বং স্বধা, ত্বং হি বষট্‌কাৰঃ স্বৰাত্মিকা
সুধা ত্বমক্ষৰে নিত্যে ত্ৰিধা মাত্ৰাত্মিকা স্থিতা ॥

ব্ৰহ্মাৰ ঐকান্তিক স্তৱত মহামায়া সুপ্ৰসন্না হ'ল, বিষ্ণুৰ শৰীৰৰপৰা তেওঁ নিষ্ক্ৰান্তা হ'ল। জাগ্ৰত বিষ্ণুৱে মধু-কৈটভক শক্তি আৰু কৌশলেৰে নিধন কৰিলে। মধু-কৈটভ দমনৰ এই আখ্যানটিত মন কৰিবলগীয়া যে ইয়াত দেৱী সমগ্ৰতে "দেৱী" দেৱীৰূপেই বৰ্ণিত হৈছে। মহিমান্বিতা দেৱীৰ গভীৰ তত্ত্বস্বৰূপ ব্ৰহ্মাৰ এই স্তৱত কতো দেৱী পাৰ্বতী, উমা বা গৌৰী নামেৰে অভিহিতা হোৱা নাই। বৰং তেওঁ ইয়াত ব্ৰহ্মা বিষ্ণু, শিৱৰ জন্মদাত্ৰী স্বৰূপহে :

বিষ্ণুঃ শৰীৰগ্ৰহণমহমীশান এৱ-চ
কাৰিতাস্তে যতোহতস্ত্বাং কঃ স্তোতুং শক্তিমান্ ভবেৎ ।

যোগনিদ্ৰা শব্দৰ অৰ্থ প্ৰসংগত পণ্ডিতসকলে কব খোজে যে দেৱী "নৈনিত্যৰূপা-নিত্যা সমবায়িনী শক্তি"। প্ৰথমে স্তিমিতা, নিস্তৰংগা দেৱীক জাগ্ৰত কৰিলেহে সমবায়িনী শক্তিৰ জাগৰণৰ ফলত বিষ্ণুৰ সংকল্প-বিকল্পাত্মক ক্ৰিয়া সম্ভৱপৰ হয়। ব্ৰহ্মাই স্তৱৰ দ্বাৰা এই নিদ্ৰা-শক্তি তথা নিস্ক্ৰিয় সমবায়িনী শক্তিক জাগ্ৰত কৰাতহে বিষ্ণুৰ যুদ্ধ-প্ৰবৃত্তি, অসুৰ হনন কৰিব পৰা শক্তি জাগ্ৰত হ'ল। বিষ্ণুশক্তি স্বৰূপ এই দেৱী সৃষ্টি-স্থিতি-সংহাৰকাৰিণী, মহাবিদ্যা, মহামায়া, মহামেধা, মহাদেৱী, মহাসুৰী, তেৱেঁই ত্ৰিগুণাত্মিকা প্ৰকৃতি সৰ্বসংহৰণকাৰিণী, দাৰুণা কালৰাত্ৰি ( ব্ৰহ্মাৰ লয়কাৰিণী ), মহাৰাত্ৰি ( জগতৰ লয়কাৰিণী ) আৰু মোহৰাত্ৰি ( য'ত জীৱৰ লয় হয় )। তেৱেঁই শ্ৰী, বুদ্ধি, লজ্জা, পুষ্টি, তুষ্টি, শান্তি, ক্ষান্তি। কিন্তু তেৱেঁই খড়্গিনী, শূলিনী, ঘোৰা, চক্ৰিণী, গদাধাৰিণী। তেওঁৰে হাতত শংখ আৰু বাণ।

মহিষাসুৰ বধৰ আখ্যান হ'ল চণ্ডীগ্ৰন্থৰ দ্বিতীয় আখ্যান। এই কাহিনীত স্বয়ংসমুৎপন্না দেৱীৰ কাহিনী ব্যক্ত হৈছে। 'যি দেৱীয়ে ১৮টি হাতত অক্ষমালা, কুঠাৰ, গদা, বাণ বজ্ৰ, পদ্ম, ধনু, কমণ্ডলু, দণ্ড, শক্তি, খড়্গ, ঢাল, শংখ, ঘণ্টা মধুপাত্ৰ, শূল, পাশ আৰু সুদৰ্শন চক্ৰ ধাৰণ কৰে সেই প্ৰসন্নবদনা মহিষমৰ্দিনী, পদ্মৰ ওপৰত অৱস্থিতা দেৱীক আৰাধনা কৰোঁ বুলি' এই আখ্যান ভাগ আৰম্ভ কৰা হৈছে। অসুৰবোৰৰ ৰজা মহিষাসুৰৰ লগত দেৱৰাজ ইন্দ্ৰৰ এশ বছৰ ব্যাপি যুদ্ধত স্বৰ্গৰ অধিপতি ইন্দ্ৰ পৰাজিত হ'ল। নিৰুপায় হৈ ইন্দ্ৰাদি দেৱতাসৱে পদ্মযোনি ব্ৰহ্মাক আগত লৈ বিষ্ণু আৰু মহাদেৱৰ শৰণাপন্ন হ'ল। দুৰাত্মা অসুৰৰ অত্যাচাৰৰ কথা শুনি মধুসূদন তথা বিষ্ণু আৰু মহাদেৱ অত্যন্ত ক্ৰুদ্ধ হৈ উঠিল আৰু ভ্ৰূকুটি ভংগীত তেওঁবিলাকৰ মুখ ভয়ংকৰ হৈ উঠিল। বিষ্ণু, ব্ৰহ্মা আৰু মহাদেৱৰ অতি কোপপূৰ্ণ মুখৰপৰা মহাতেজ নিৰ্গত হ'ল। লগে লগে ইন্দ্ৰ প্ৰভৃতি অন্যান্য দেৱগণৰ শৰীৰৰ পৰাও প্ৰচুৰ তেজ নিৰ্গত হৈ সমস্ত তেজৰাশি একত্ৰে মিলিত হ'ল। সেই স্থানতে অৰ্থাৎ হিমালয় পৰ্বতৰ ওপৰত থকা মহৰ্ষি কাত্যায়নৰ আশ্ৰমতে, শিখাৰ দ্বাৰা দিগন্তব্যাপী পৰা জ্বলন্ত পৰ্বতৰ দৰে সেই পুঞ্জীভূত তেজ দেৱতাসকলে দেখা পালে। দেৱতাসকলৰ শৰীৰৰ পৰা উৎপন্ন, স্বৰ্গ, মৰ্ত্য, ৰসাতল ব্যাপি সেই অনুপম তেজৰাশি একত্ৰে মিলিত হৈ ক্ৰমে ক্ৰমে এক পৰম জ্যোতিৰ্ময়ী নাৰীৰ ৰূপ ধাৰণ কৰিলে। মহাদেৱৰ তেজেৰে

সেই নাৰীৰ মুখ,, যমৰ তেজেৰে কেশ,, বিষ্ণুৰ তেজৰ দ্বাৰা বাহু,, চন্দ্ৰৰ তেজৰে স্তনযুগল,, ইন্দ্ৰৰ তেজৰ দ্বাৰা মধ্যদেশ,, বৰুণৰ তেজৰে জংঘা আৰু উৰু, পৃথিবীৰ তেজেৰে নিতম্ব, ব্ৰহ্মাৰ তেজৰ দ্বাৰা দুযো ভৰি, সূৰ্য্যৰ তেজেৰে ভৰিৰ আঙুলি, বসুসকলৰ তেজেৰে হাতৰ আঙুলি, কুবেৰৰ তেজেৰে নাক, প্ৰজাপতিৰ তেজেৰে দাঁত, অগ্নিৰ তেজেৰে তিনিটি নয়ন উৎপন্ন হ'ল।। প্ৰাতঃ সন্ধ্যা আৰু সায় সন্ধ্যাৰ তেজেৰে ভ্ৰযাটি চেলাউৰি' বায়ুৰ তেজেৰে কাণ আৰু অন্যান্য দেৱতাৰ তেজেৰে শিৱা মূৰ্তি ৰূপ লৈ উঠিল। পৰমৰহস্যময়ী এই দেৱীৰ অবৰ্ণনীয় দীপ্তি দেখি সকলো পৰম পুলকিত হ'ল। এই দেৱীক অস্ত্ৰেৰে সুসজ্জিতা কৰিবৰ কাৰণে মহাদেৱে এটি শূল তেওঁৰ হাতত দিলে, বিষ্ণুৱে দিলে নিজৰ চক্ৰৰ দ্বাৰা সৃষ্ট চক্ৰ, বৰুণে দিলে শংখ, অগ্নিয়ে শক্তি ( অস্ত্ৰ ), বায়ুৱে ধনুক আৰু তূণ, ইন্দ্ৰই দিলে বজ্ৰ আৰু গজঘণ্টা, যমে দিলে কালদণ্ড, বৰুণে পাশ ( অস্ত্ৰ ), প্ৰজাপতি ব্ৰহ্মাই কমণ্ডলু আৰু ৰুদ্ৰাক্ষৰ মালা, সূৰ্য্য-দেৱতাই দেৱীৰ সমস্ত ৰোমকূপত নিজৰ নিজৰ কিৰণ, কাল বা মৃত্যুদেৱতাই দিলে এখন খড়্গ আৰু উজ্জ্বল ঢাল। ক্ষীৰোদ সাগৰে দেৱীক সজালে উজ্জ্বল আৱৰণ আৰু দীপ্তিময় আভৰণেৰে। বিশ্বকৰ্মাই দিলে ধাৰাল কুঠাৰ আৰু অভেদ্য বৰ্ম, সমুদ্ৰই দিলে পদ্মৰ মালা, পৰ্বতৰাজ হিমালয়ে দিলে দেৱীক বাহনৰূপে এক সিংহ আৰু নানাবিধ ৰত্ন। কুবেৰে দিলে সদায় পৰিপূৰ্ণ হৈ থকা এটি সুৰাপাত্ৰ। বাসুকী নাগে দিলে মহামণি শোভিত এক নাগহাৰ।

সৰ্বদেৱতাৰ দ্বাৰা সুসজ্জিতা আৰু সম্মানিতা সেই দেৱীয়ে অট্টহাস্য আৰু গৰ্জন কৰি আকাশ-পৃথিৱী কঁপাই তুলিলে। দেৱতাসকলে জয়ধ্বনি কৰিলে। অসুৰৰ লগত দেৱীৰ ভয়ংকৰ যুদ্ধ আৰম্ভ হ'ল। সেই যুদ্ধত দেৱীয়ে অজস্ৰ পৰাক্ৰমশালী অসুৰ আৰু মহিষাসুৰক অৱলীলাক্ৰমে দলন কৰে। তন্ত্ৰৰ ফালৰ পৰা মন কৰিবলগীয়া যে এই সমৰত দেৱীৰ লগত সংগ্ৰাম কৰা অসুৰবোৰৰ নাম হ'ল উদগ্ৰ, বাস্কল, উদ্ধত, কৰাল, অন্ধক আৰু তাম্ৰ। এই সমৰত আগভাগ লোৱা আন দুটা অসুৰ হ'ল চিক্ষুৰ আৰু চামৰ। মহিষাসুৰৰ সেনাপতি চিক্ষুৰে সূৰ্য্যবিম্বৰ দৰে জাজ্বল্যমান শূল দেৱী ভদ্ৰকালীলৈ নিক্ষেপ কৰোঁতে এনে হৈছিল যেন সূৰ্যাকহে কোনোবাই আজুৰি আনি আছাৰি পেলাইছে। চামৰ আহিছিল হাতীত উঠি। দেৱীয়ে শূলেৰে চিক্ষুৰক, শূল, বাণ আৰু সবাহন সিংহৰ দ্বাৰা চামৰক, গছ আৰু শিলৰ আঘাতেৰে উদগ্ৰক, দাঁতৰ দংশন, মুষ্টিমৰা হাতৰ আঘাতেৰে কৰালক, গদাৰে আৰু ভিন্দিপাল

নামৰ অস্ত্ৰেৰে বাস্কলা অসুৰক, বাণেৰে তাম্ৰ আৰু অন্ধকক চূৰ্ণ বিচূৰ্ণ কৰি পেলালে। মহিষাসুৰ আছিল মায়াধাৰী। প্ৰথমে মহিষ, তাৰ পিছত সিংহ, ক্ৰমে মানুহ, তাৰ পিছত হাতী, আকৌ মহিষৰ ৰূপ ধাৰণ কৰি এই বিক্ৰমশালী অসুৰে দেৱীৰ লগত ভয়ংকৰ যুদ্ধত প্ৰবৃত্ত হৈছিল।

এই অসুৰবোৰ বন্য জাতিৰ বিভিন্ন প্ৰতিনিধি বুলি সহজ অৰ্থত লব পাৰি। উদগ্ৰ, কৰাল আদি নামবোৰলৈ লক্ষ্য কৰিলে কিন্তু অসুৰবোৰ প্ৰকৃতিৰ ক্ৰুদ্ধৰূপৰ প্ৰতীক বুলি ভাবিবৰো অৱকাশ থাকে। মহিষ শব্দৰ অৰ্থত কোনো কোনো পণ্ডিতে কব খোজে যে বেদত মহিষ শব্দটো পশু অৰ্থত যেনেকৈ ব্যৱহাৰ হৈছে 'মহান' অৰ্থতো হৈছে। দেৱীয়ে মহান অসুৰ মৰ্দন কৰিয়ে হয়তো মহিষমৰ্দিনী ৰূপ লৈছিল আৰু হয়তো পাছত মহান অসুৰেই গৈ পশু মহিষৰ ৰূপ ধাৰণ কৰিছিল। কোনো কোনো আদিম জাতিৰ মাজত চৰ্চা হৈ থকা যাদুবিদ্যাৰ কথা আৰু তাৰ দ্বাৰাই মহিষাসুৰে বিভিন্ন ৰূপ পৰিগ্ৰহণ কৰাৰ কথাও চিন্তা কৰি চাব পাৰি।

মহিষমৰ্দিনী দেৱী সম্পৰ্কে ঐতিহাসিক ব্যাখ্যাও কোনো পণ্ডিতে আগবঢ়ায়। ভূমধ্যসাগৰ অঞ্চলৰ 'সমৰপ্ৰিয়া' দেৱী ব্যাইৰ্গো (Virgo) কে 'দুৰ্গা' বুলি ধৰি লৈ এই সিদ্ধান্তৰ পণ্ডিতে কব খোজে যে ভূমধ্যসাগৰ অঞ্চলৰ অধিবাসীসকলৰ দ্বাৰা মনখেমৰ জাতিৰ বিজয়েই মহিষমৰ্দিনী দেৱীৰ মূল কথা। মূলতে অষ্ট্ৰলয়ড্ মনখেমৰ শাখাৰ সংস্কৃতি মিশ্ৰিত সংস্কৃতি আৰু এই সংস্কৃতিত 'মহিষ' (মহ্ল) বিশেষভাৱে পবিত্ৰ বুলি গণ্য হৈছিল। মনখেমৰ মৰ্দনেই মহিষমৰ্দন। ভূমধ্যসাগৰীয়ৰ দ্বাৰা তথা তেওঁবিলাকৰ দেৱী ব্যাইৰ্গো বা দুৰ্গাৰ দ্বাৰা এই মৰ্দন হৈছিল কাৰণেই দুৰ্গাৰ ৰূপ মহিষমৰ্দিনী বুলি এওঁবিলাকে কব খোজে।

চণ্ডীত সকলো দেৱতাৰ তেজ একত্ৰিত হৈ দেৱীৰ যি অপূৰ্ব ৰূপ হ'ল এই তত্ত্বও গভীৰ তত্ত্ব। ঐতিহাসিক, সাংস্কৃতিক দিশৰ পৰা ই পৰম লক্ষণীয়। বিভিন্ন সংস্কৃতিৰ প্ৰবাহ আৰু মিশ্ৰণৰ কথা ইয়াত থাকিব পাৰে। আধ্যাত্মিক বিশ্লেষণৰ ফালৰ পৰাও ই অতিশয় ভাৱগধুৰ।

চণ্ডীগ্ৰন্থৰ মহিষাসুৰৰ আখ্যান শেষ হৈছে দেৱতাসকলৰ দ্বাৰা হোৱা এক মনোহৰ স্তুতিত, দেৱীয়ে যাতে সৰ্বসংকটত ৰক্ষা কৰে তাৰ আবেদনত আৰু দেৱীৰ অভয় প্ৰদানত। এই স্তৱত দেৱীক আদ্যা প্ৰকৃতি, সৰ্বাশ্ৰয়া আদি বুলি স্তুতি কৰাৰ উপৰিও তেওঁক কোৱা হৈছে যে বিষ্ণুৰ হৃদয়ত সৰ্বদা অৱস্থানকাৰিণী তুমি লক্ষ্মী আৰু চন্দ্ৰচূড় মহাদেৱৰ

অৰ্ধাংগৰূপে বিৰাজমানা তুমি গৌৰীও। ভদ্ৰকালী, অম্বিকা নামেৰেও দেৱীৰে নাম লোৱা হৈছে। দেৱীৰ যিমান মনোহৰ আৰু ভীষণ মূৰ্তি আছে সকলোৰে পৰা ৰক্ষা কৰিবলৈও দেৱতাসকলে দেৱী চণ্ডীক আৰাধনা কৰিছে।

চণ্ডীগ্ৰন্থৰ তৃতীয় আখ্যান শুম্ভ-নিশুম্ভ বধৰ কাহিনীৰ আৰম্ভত দেৱীৰ স্তুতি দিয়া হৈছে এনেকৈ: যি দেৱীয়ে পদ্মৰ নিচিনা হাতত ঘণ্টা, শূল, হাংগল, শংখ, মুষল, চক্ৰ, ধনু আৰু বাণ ধাৰণ কৰে, যাৰ প্ৰভা মেঘৰ ভিতৰেদি অহা চন্দ্ৰকিৰণৰ নিচিনা স্নিগ্ধ, যি গৌৰীৰ দেহাৰপৰা উৎপন্ন হৈ স্বৰ্গ মৰ্ত্য-পাতাল এই ত্ৰিজগতৰ আধাৰ স্বৰূপিনী সেই অপূৰ্ব, শুম্ভ প্ৰভৃতি দৈত্যনাশিনী মহাসৰস্বতীৰ ভজনা কৰোঁ।

প্ৰাচীন কালত শুম্ভ আৰু নিশুম্ভ নামে দুটা দৈত্য প্ৰবল পৰাক্ৰমী হৈ উঠি ইন্দ্ৰাদি দেৱতাসকলৰ অধিকাৰ কাঢ়ি ললে আৰু স্বৰ্গৰপৰা বিতাৰিত কৰিলে। তেতিয়া দেৱতাসকলে হিমালয়লৈ গৈ দেৱী বিষ্ণু মায়াক স্তৱ কৰিবলৈ ধৰিলে। সেই সময়ত দেৱী পাৰ্বতীয়ে গংগাত স্নান কৰিবলৈ গৈছিল; দেৱতাসকলক প্ৰাৰ্থনাৰত হৈ থকা দেখি পাৰ্বতীয়ে সুধিলে—"আপোনাসকলে কাৰ স্তৱ কৰিছে?" পাৰ্বতীৰ প্ৰশ্নৰ লগে লগে পাৰ্বতীৰ দেহ কোষৰপৰা তেওঁৰে নিচিনা এক দেৱী ওলাই আহি কলে—"এওঁবিলাকে মোৰ কাৰণেই এই স্তৱ কৰিছে।" পাৰ্বতীৰ দেহ-কোষৰপৰা নতুন দেৱী আবিৰ্ভাৱ হোৱাৰ লগে লগেই পাৰ্বতীৰ দেহা কলা হৈ গ'ল, তেওঁৰ নাম হ'ল "কালিকা" আৰু তেওঁ হিমালয়ত বাস কৰিবলৈ ধৰিলে।

কোষৰপৰা উদ্ভৱ হোৱা কৌষিকী দেৱীৰ অপৰূপ ৰূপ দেখি চণ্ড-মুণ্ড নামৰ দুই অসুৰে শুম্ভৰ ওচৰলৈ গৈ এই বতৰা দিলে। শুম্ভই দেৱীৰ ৰূপৰ কথা শুনি স্ত্ৰীৰূপে পাবলৈ অভিলাস কৰি প্ৰথমে ধূম্ৰলোচন আৰু পাছত চণ্ড-মুণ্ডক সেনাপতি পাতি হাজাৰ হাজাৰ সৈন্যদল দেৱীক ধৰি আনিবলৈ পঠালে। দেৱী যাবলৈ সন্মত নহলে চুলিত ধৰি আনিবৰ কাৰণেও আদেশ কৰা হ'ল। সৈন্যদলে দেৱীক ধৰিবৰ কাৰণে যেতিয়া যোৱাত দেৱীয়ে ক্ৰোধত ভ্ৰূকুটি কৰিলে। ভ্ৰূকুটিৰ পৰাই এক ভীষণ আকৃতিৰ দেৱী বাহিৰ হল। সেই দেৱীৰ ৰং ক'লা, ডিঙিত নৰমুণ্ডৰ মালা, পৰিধানত বাঘৰ ছাল, লোল জিভা, কোটৰগত চকু। সেই দেৱীয়ে অসুৰবোৰক গিলি খাবলৈ ধৰিলে আৰু আক্ৰমণ উদ্যত চণ্ড-মুণ্ডৰ মুণ্ডও ছেদন কৰিলে। চণ্ড আৰু মুণ্ডৰ

মস্তক আনি তেওঁ কৌষিকী বা চণ্ডিকাক উপহাৰ দিলে। চণ্ড আৰু মুণ্ডক বধ কৰাৰ কাৰণে চণ্ডিকাই তেওঁৰ নাম দিলে "চামুণ্ডা"।

চণ্ড-মুণ্ড নিহত হোৱাৰ পাছত শুম্ভ-নিশুম্ভ দুই অসুৰে অসুৰ সেনানী সমাবেশ কৰি দেৱীৰ লগত যুদ্ধ কৰিবৰ কাৰণে উদ্যত হ'ল। ইফালে দেৱীক সহায় কৰিবৰ কাৰণে দেৱতাসকলৰ শৰীৰৰপৰা তেওঁ-বিলাকৰ শক্তিৰূপিনী দেৱীসমূহ বাহিৰ হ'ল। প্ৰথমে অক্ষসূত্ৰ আৰু কমণ্ডলুধাৰিণী ব্ৰহ্মাৰ শক্তি ব্ৰহ্মানী হংসবাহনত উঠি আহিল। প্ৰকাণ্ড ত্ৰিশূল হাতত লৈ, সাপৰ মালা পিন্ধি চন্দ্ৰকলাৰে শোভিত হৈ বৃষভত উঠি মাহেশ্বৰৰ শক্তি মহেশ্বৰী আহিল। কাৰ্ত্তিকৰ শক্তি জগন্মাতা কৌমাৰী ময়ুৰ বাহনত উঠি শক্তিঅস্ত্ৰ হাতত লৈ আহিল। শংখ, চক্ৰ, গদা, আৰু খড়্গ হাতত লৈ বৈষ্ণৱী শক্তি গৰুড়ৰ ওপৰত উঠি অৱ-তীৰ্ণ হ'ল। যজ্ঞ শূকৰৰ ৰূপধাৰী হৰিৰ শক্তিয়ে শূকৰৰ দেহ ধাৰণ কৰি আহিল। নৃসিংহশক্তি নাৰসিংহীয়ে নৃসিংহৰ নিচিনা আকাৰ ধাৰণ কৰি উপস্থিত হ'ল। অস্ত্ৰ সুশোভিতা আৰু এক হাজাৰ চকু বিশিষ্টা ইন্দ্ৰশক্তি ঐন্দ্ৰীও ঐৰাৱতত উঠি আহি দেৱীৰ লগত সংযুক্তা হ'ল। দেৱশক্তিসমূহ চৌদিশে লৈ মহাদেৱে চণ্ডিকাক কলে— "আমাৰ প্ৰীতিৰ কাৰণে তুমি অসুৰগণ শীঘ্ৰে বিনাশ কৰা।" তেতিয়া অত্যন্ত ক্ৰুদ্ধা, অতি ভীষণা, চণ্ডিকা দেৱীৰ এক শক্তি দেৱীৰ শৰীৰৰ পৰা বাহিৰ হ'ল। শত শত শিয়ালৰ ৰৱৰ দৰে আৱাও কৰা সেই ভীষণা মূৰ্তিয়ে মহাদেৱক কলে—"প্ৰভো, তুমি দূত হৈ শুম্ভ-নিশুম্ভৰ ওচৰলৈ গৈ কোৱাগৈ যে তোমালোকে যদি বাচিবলৈ ইচ্ছা কৰা ইন্দ্ৰত্ব ত্যাগ কৰি, দেৱতাসকলক যজ্ঞভোগত নিৰংকুশ কৰি, পাতাললৈ গুচি যোৱা। যদিহে বলদৰ্পেৰে যুদ্ধ ইচ্ছা কৰা তেন্তে আহাঁ, তোমা-লোকৰ মাংসৰ দ্বাৰা আমাৰ শিয়ালবোৰে তৃপ্তি লাভ কৰক।" শিৱৰ দূতৰূপে নিযুক্ত কৰা দেৱীৰ অনা নাম সেয়ে হ'ল 'শিৱদূতী"।

"শিৱদূতী'ৰ এই কথা গম পাই অসুৰবোৰে প্ৰচণ্ড বিক্ৰমৰে খেদি আহিল। ব্ৰাহ্মী, মাহেশ্বৰী প্ৰভৃতি অষ্টমাতৃকাৰ সহায়ত দেৱীৰ দ্বাৰা হাজাৰ হাজাৰ অসুৰ নিহত হোৱাৰ পিছত অসুৰ ৰক্তবীজ আগু-ৱাই আহিল। ৰক্তবীজৰ শৰীৰৰপৰা এফোঁটা ৰক্ত পৰিলেও সেই ৰক্তবিন্দুৰেই আকৌ অনুৰূপ অসুৰৰ জন্ম হয়। শক্তি, শূল প্ৰভৃতিৰ দ্বাৰা আহত ৰক্তবীজৰ যিমান ৰক্তৰাশি মাটিত পৰিল তাৰপৰা শ শ অসুৰ উৎপন্ন হৈ ত্ৰিভুবন ঢাকি পেলালে। সমস্যা দেখি দেৱগণ

ত্ৰাসযুক্ত হ'ল। তেতিয়া দেৱীয়ে কালীক কলে, "চামুণ্ডা তুমি মুখ মেলি এটোপা ৰক্তও মাটিত পৰিবলৈ নিদিয়াকৈ পান কৰা।" যুদ্ধক্ষেত্ৰত ঘূৰি ঘূৰি য'তেই ৰক্ত পতিত হব খোজে ততেই চামুণ্ডাই মুখেৰে পান কৰি, ৰক্তশূন্য কৰি, সদ্যজাত অসুৰসমূহো এফালৰপৰা খাই গ'ল। দেৱীয়ে নিৰক্ত ৰক্তবীজক নিধন কৰিলে। তাৰ পিচত প্ৰচণ্ড যুদ্ধৰ পাছত নিহত হ'ল নিশুম্ভ। নিশুম্ভৰ পতন দেখি শুম্ভই দেৱীক কলে— "দুৰ্গা, তোমাৰ গৰ্ব উচিত নহয়। তুমি অন্যান্য দেৱীগণৰ সহায়ত বিজয় লাভ কৰিছা।" এই কথা শুনি দেৱীয়ে সকলো দেৱীকে নিজৰ মাজত লয় কৰি লবৰ ইচ্ছা কৰা মাত্ৰেই সকলো দেৱী তেওঁৰ শৰীৰত বিলীন হ'ল। শুম্ভৰ লগত দেৱীৰ তুমুল সংগ্ৰাম হ'ল। অস্ত্ৰযুদ্ধৰ পিছত বাহুযুদ্ধ হ'ল। শেষত শূলৰ দ্বাৰা শুম্ভ নিহত হ'ল। মহা অসুৰগণৰ পতন হোৱাত বিশ্বজুৰি আনন্দৰ ঢৌ উঠিল। দেৱতা-সকলে দেৱীৰ স্তুতি আৰম্ভ কৰিলে। দেৱীয়ে অভয় দি কলে: "দ্বাপৰ যুগত নন্দ-যশোদাৰ গৃহত যোগমায়ারূপে মোৰ জন্ম হব। বিন্ধ্য পৰ্বতত বাস হব। মোৰ দ্বাৰা অসুৰ নিধন হব। বাৰে বাৰে বিভিন্ন ৰূপত মোৰ অৱতাৰ হব। বিপ্ৰচিত্তি বংশীয় অসুৰ বধ কৰি নাম হব 'ৰক্তদন্তিকা'। এশবছৰ জুৰি পৃথিৱীত হব নাগা অনাবৃষ্টিৰপৰা প্ৰাণীক ৰক্ষা কৰিম 'শতাক্ষী'ৰূপে। নিজৰ শৰীৰৰ পৰা উৎপন্ন শাকৰ দ্বাৰা জগতক বচোৱা কাৰণে 'শাকম্ভৰী' নাম খ্যাত হব। দুৰ্গ নামে অসুৰক বধ কৰি হম 'দুৰ্গা'। 'ভীমাদেৱী' নাম গ্ৰহণ কৰি ভয়ংকৰ মূৰ্তিত হিমালয়ৰ ৰাক্ষসবোৰক বধ কৰিম। আৰু অৰুণাসুৰক বধ কৰিবৰ কাৰণে হাজাৰ হাজাৰ ভ্ৰমৰৰ ৰূপ ধাৰণ কৰি নাম লম 'ভ্ৰামৰী'। এইবুলি দেৱীয়ে দেৱতাসকলক অভয় প্ৰদান কৰি, শৰণ ললে সৰ্বসংকটত ৰক্ষা কৰাৰ প্ৰতিশ্ৰুতি দি অন্তৰ্ধান হ'ল।

চণ্ডীগ্ৰন্থত সন্নিবিষ্ট হোৱা এই তিনিটাই বিভিন্ন কাহিনী। দেৱীৰ নামলৈ লক্ষ্য কৰিলে ইয়াত দেখা যাব যে তেওঁ চণ্ডিকা, অম্বিকা, ভদ্ৰকালী, ত্ৰিনয়না, কাত্যায়নী, শিৱদূতী শাকম্ভৰী ভীমা, ভ্ৰামৰী। শুম্ভ-নিশুম্ভ বধৰ আখ্যানৰ প্ৰথম শ্লোকত তেওঁৰ প্ৰভা মেঘৰ ভিতৰেদি অহা চন্দ্ৰকিৰণৰ নিচিনা স্নিগ্ধ বুলি কোৱা হৈছে। ইয়াৰ পৰাই তেওঁৰ বৰ্ণ কৃষ্ণা বুলি অনুমান কৰিব পাৰি। ওপৰোক্ত নামসমূহেও তেওঁক গৌৰবৰ্ণাৰ পৰিচয় নিদিয়ে। দুৰ্গা, চণ্ডী, চামুণ্ডা, কালী, নাম যেতিয়াই পোৱা গৈছে তেতিয়াই দেৱীক পোৱা গৈছে

অসুৰ-ঘাতিনী ৰণৰংগিনী ৰূপত। মন কৰিবলগীয়া কথা এয়ে যে হিমাচল দুহিতা উমা ৰূপৰ উল্লেখ চণ্ডীত কতো নাই। শিৱ প্ৰণয়ব্যাকুলা অপৰ্ণা ৰূপত দেৱীয়ে চণ্ডীত আবিৰ্ভাৱ হোৱা নাই। "গৌৰী ত্বমেব শশিমৌলিকৃত প্ৰতিষ্ঠা"—'চন্দ্ৰচূড় মহাদেৱৰ অৰ্ধাংগৰূপে বিৰাজমানা গৌৰী তুমিয়ে' বুলি চণ্ডীত এবাৰ য'ত কোৱা হৈছে ত'তে তেওঁক বিষ্ণুৰ হৃদয়ত সৰ্বদা অৱস্থানকাৰিণী লক্ষ্মী বুলিও কোৱা হৈছে। স্তুতিত থকা এই গৌৰী শব্দটিৰ বাহিৰে গৌৰীৰ নিজস্ব ভূমিকা চণ্ডীত নাই।

গৌৰ দেহাৰ অধিকাৰিণী কাৰণেই দেৱী গৌৰী। এই গৌৰ দেহাৰ সম্পৰ্কতো এটি উল্লেখযোগ্য কাহিনী আছে। দক্ষৰ যজ্ঞত অপমানিতা সতীয়ে প্ৰাণত্যাগ কৰাৰ পিছত তেওঁ পৰ্বততনয়াৰূপে, নীলা পদুমৰ দৰে কৃষ্ণবৰ্ণা হৈহে জন্মলাভ কৰে। পিছত কঠোৰ তপস্যাৰ দ্বাৰা স্বৰ্ণময়ী গৌৰকান্তি লাভ কৰি গৌৰী হৈ শিৱক স্বামীৰূপে পায়। অন্যমতত শিৱই পাৰ্বতীক ধেমালিতে শ্যামা বুলি কোৱা হেতুকে সহিব নোৱাৰি পাৰ্বতী কঠোৰ তপস্যাত নিমগ্ন হয় আৰু বিদ্যুৎময়ী গৌৰীৰূপ সেই তপস্যাৰে লাভ কৰে। দেৱীৰ বৰ্ণপৰিবৰ্তন আৰু শিৱৰ লগত দেৱীৰ ধাৰাৰ সংযুক্তিৰ ক্ষেত্ৰত এনেকুৱা আখ্যান তাৎপৰ্যপূৰ্ণ।

কৌষিকী দেৱীয়ে চণ্ডীৰ তৃতীয় আখ্যানত মূল ভূমিকা গ্ৰহণ কৰিছে। তেওঁ পাৰ্বতীৰ দেহকোষৰ পৰা উৎপন্না। চণ্ডীত আছে যে তেওঁ পাৰ্বতীৰ দেহৰপৰা ওলাই অহা গৌৰবৰ্ণা অনিন্দ্যসুন্দৰী দেৱী। তেওঁ ওলাই অহাৰ পাছত পাৰ্বতী কৃষ্ণবৰ্ণা হ'ল আৰু 'কালিকা' নামেৰে খ্যাত হ'ল। পদ্মপুৰাণত ইয়াৰ বিপৰীতে আছে যে পাৰ্বতী দেৱীৰ দেহৰপৰা যি ৰাত্ৰিদেৱী বাহিৰ হৈ আহিল তেওঁৱেই কৌষিকী। তেওঁ কৃষ্ণবৰ্ণা। এই কৌষিকী দেৱীক ব্ৰহ্মাই বিন্ধ্যাচলত প্ৰতিষ্ঠিত হ'বলৈ ক'লে। কালিকা পুৰাণতো আছে পাৰ্বতীৰ দেহৰ পৰা নিঃসৃত কৃষ্ণবৰ্ণা কৌষিকী দেৱীয়েই কালিকা ৰূপ গ্ৰহণ কৰিলে। এই দেৱীয়েই কালৰাত্ৰি। এই আখ্যানবোৰ পৰস্পৰবিৰোধী হ'লেও এটা কথা বুজিব পাৰি যে কৃষ্ণবৰ্ণা এক দেৱীৰ লগত গৌৰবৰ্ণা দেৱীৰ সমন্বয়ৰ চেষ্টা ইয়াত কৰা হৈছে। ড° ভাণ্ডাৰকাৰৰ নিচিনা পণ্ডিতৰ মতে কৌষিকী এক পৃথক দেৱী। তেওঁ কুশিক জাতিৰ দেৱী। কৌশিকী ৰূপেৰেই তেওঁ শুম্ভ-নিশুম্ভ বধ কৰিছে। কুশিক জাতিৰ এই দেৱীৰ আখ্যান সময়ত হয়তো হিমালয়বাসিনী দেৱীৰ আখ্যানৰ লগত বিলীন হৈছে আৰু হিমাচলবাসিনী কাত্যায়নীকে শুম্ভ-নিশুম্ভ মৰ্দিনীৰ ৰূপ দিছে।

শুম্ভ-নিশুম্ভ বধৰ আখ্যানতে আৰু এটা কথা চকুত পৰা বিধৰ। 'অন্যৰ সহায়তহে যুদ্ধ জয় কৰিছে' বুলি শুম্ভই দেৱীক উপহাস কৰা মাত্ৰকে সকলো দেৱী এক দেৱীৰ মাজত বিলীন হৈ গ'ল। স্থানে স্থানে, সময়ে সময়ে মানুহৰ ত্ৰাস, ভয় আৰু কল্পনাই জন্ম দিয়া গ্ৰাম্য দেৱীসকলক এক মহাদেৱীলৈ ৰূপান্তৰিত কৰাৰ চেষ্টা এনে আখ্যানত পৰিস্ফুট বুলি নিশ্চয় কব পাৰি।

লক্ষ্য কৰিবলগীয়া আন কথা এটা হ'ল চণ্ডীত দেৱী ক'তো শিৱশক্তি নহয়। ইয়াত শিৱ দেৱীৰ দূতহে। কালিকা পুৰাণত বৰ্ণিত দেৱীৰ দৰে চণ্ডীত দেৱী বিষ্ণুমায়া যোগনিদ্ৰাহে।

দেৱীৰ 'অম্বিকা' নাম চণ্ডীত বহুবাৰ ব্যৱহৃত হৈছে। তৈত্তীৰিয় আৰণ্যকত অম্বিকাক ৰুদ্ৰভগিনীৰূপেও পোৱা যায়, ৰুদ্ৰপত্নীৰূপেও পোৱা যায়। কিন্তু এই ক্ষীণ সূত্ৰ অৱলম্বন কৰি চণ্ডীত দেৱীৰ 'অম্বিকা' নাম ব্যৱহাৰ হোৱা দেখা নাযায়। অম্বিকা ইয়াত দেৱীৰ এক নামহে মাত্ৰ।

মাৰ্কণ্ডেয় পুৰাণৰ চণ্ডীক বিশেষৰূপে অনুধাবন কৰি ড° শশীভূষণ দাসগুপ্তৰ দৰে পণ্ডিতে কব খোজে যে অসুৰনাশিনী চণ্ডিকাৰ ধাৰা আৰু পাৰ্বতী উমাৰ ধাৰা দুটা সুকীয়া ধাৰা। পাছৰ কালত দুয়োটাৰ মিশ্ৰণ ঘটিছে আৰু পুৰাণ, উপপুৰাণ, তন্ত্ৰ আদিয়ে এই মিশ্ৰৰূপৰ স্বাক্ষৰ বহন কৰিছে।

এই গৰাকী পণ্ডিতে চণ্ডীত দেৱীৰ দুটা বিশেষ ৰূপ লক্ষ্য কৰিছে। এক হৈছে দেৱীৰ 'বিষ্ণুশক্তি ৰূপ' আনটো হৈছে দেৱীৰ পৰম 'স্বতন্ত্ৰা' ৰূপ। শাক্তধৰ্ম বিশ্লেষণ কৰিও এইজনা পণ্ডিতে দেৱীৰ তিনিটা বিভিন্ন ৰূপ দৰ্শন কৰিছে: প্ৰথমেই মহেশ্বৰৰ শক্তিৰূপে তেওঁ শিৱাশ্ৰয়া। দ্বিতীয়তে শিৱ আৰু দেৱীৰ সমপ্ৰাধান্য ৰূপ'। তন্ত্ৰত উভয়ৰ "যামলেই" হৈছে পৰমতত্ত্ব। তৃতীয়তে দেৱীৰ 'স্বতন্ত্ৰা' পৰমতত্ত্বা অভিব্যক্তি।

উপনিষদত যেনেকৈ দেখা যায় ব্ৰহ্মই এক আৰু অদ্বিতীয় তেনেকৈ শাক্ত ধৰ্মৰ এক বিশিষ্ট ধাৰাতো দেখা যায় দেৱীয়েই হৈছে ব্ৰহ্মস্বৰূপিনী, পৰাৎপৰা। কেৱল জীৱ, জগতৰেই নহয়, দেৱ, দেৱীৰো অধীশ্বৰী তেওঁ দ্বয়ৰহিতা পৰমেশ্বৰী। যিহেতু তেওঁ পৰমশক্তি, সেই অৰ্থতে তেওঁক দ্বয়ৰহিতা বুলি নিশ্চয় কব পাৰি। এইকাৰণতে পুৰাণ, তন্ত্ৰ আদিত শিৱাশ্ৰিতা শক্তি বা বিষ্ণু আশ্ৰিতা শক্তিও নিত্যা অদ্বয়া

আৰু পৰমেশ্বৰীৰূপে বন্দিতা। আকৌ কোনো বোনো স্থানত নেই শক্তি স্বআশ্ৰয়া আৰু স্বতন্ত্ৰা। চণ্ডীতে এই কথাখিনি প্ৰকাশ পাইছে। শুম্ভ-নিশুম্ভৰ যুদ্ধত "একৈবাহং জগত্যত্ৰ দ্বিতীয়া কা মমাপৰা," জগতত মাথোঁ কেৱল, মোৰ বাহিৰে দ্বিতীয় আৰু কোন আছে বুলি দেৱীয়ে শুম্ভক উত্তৰ দি সকলো দেৱী তেওঁৰে বিভূতি মাত্ৰ বুলি নিজৰ দেহত প্ৰৱেশ কৰালে, অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ আদি দেৱগণৰ শক্তি যে তেওঁৰপৰাই উদ্ভূত তাৰ প্ৰমাণ দিলে । বিষ্ণু আশ্ৰিতা দেৱীৰূপে "নাৰায়ণি নমোঽস্তুতে" বুলি চণ্ডীৰ পঞ্চম অধ্যায়ৰ স্তুৱত দেৱীক বাৰে বাৰে প্ৰণাম জনোৱা হৈছে যদিও চণ্ডীত দেৱীৰ স্বতন্ত্ৰৰূপহে বিশেষভাৱে প্ৰকাশ পাইছে।

# ত্ৰিপুৰা সুন্দৰী

দশ মহাবিদ্যাৰ তৃতীয় বিদ্যা ষোড়শী শ্ৰীবিদ্যা বা ত্ৰিপুৰাসুন্দৰী। পৰমাত্মাৰ 'ওঁকাৰ' শক্তিও 'ত্ৰিপুৰা' নামে প্ৰসিদ্ধ। চিৎস্বৰূপ পৰমাত্মা প্ৰকৃত অৰ্থত নিৰুপাধিক। ভগৱতীৰ সক্ৰিয় শক্তিক অৱলম্বন কৰিযেই তেওঁ ব্ৰহ্মা, বিষ্ণু, শিৱ ৰূপত আবিৰ্ভূত হৈছে। শক্তি ক্ৰিয়াশীল হৈ থকা অৱস্থাত শিৱ বা পৰমেশ্বৰক 'সকল' আখ্যা আৰু শক্তিৰ নিষ্ক্ৰিয় অৱস্থাত শিৱ বা পৰমেশ্বৰক নিষ্কল আখ্যা দিয়া হয়।

ত্ৰিপুৰা সুন্দৰীৰ উপাসনা বেদৰপৰা তন্ত্ৰই গ্ৰহণ কৰিছে বুলি ত্ৰিপুৰা উপনিষদত ব্যক্ত হৈছে। তাত কোৱা হৈছে ত্ৰিপুৰা বিদ্যাক আশ্ৰয় কৰিহে সাধকসকল নিৰ্বিকল্প সমাধি লাভ কৰিবলৈ সক্ষম হৈছিল। এই শ্ৰীবিদ্যাৰ উপাসক আছিল শ্ৰীগৌড় পাদাচাৰ্য্য। শংকৰাচাৰ্য্যাই মঠত শ্ৰীবিদ্যাৰ যন্ত্ৰ স্থাপন কৰি গৈছিল বুলি কোৱা হয়। শ্ৰীগৌড় পাদাচাৰ্য্যৰ শ্ৰীবিদ্যাৰ সূত্ৰত আছে "আত্মৈবা-খণ্ডাকাৰঃ চৈতন্যস্বৰূপা চিচ্ছক্তিঃ" (২—৩), অৰ্থাৎ এই যে এক অখণ্ডাকাৰ ৰূপ সেয়ে তেওঁৰ ৰূপ। তেওঁৰ যি শক্তি সেই শক্তি চৈতন্যস্বৰূপ চিৎশক্তি আৰু সেয়া শিৱৰ নিচিনাই অখণ্ডাকাৰ। ত্ৰিতত্ত্ব যোগেৰে তেওঁ অভিব্যক্ত হৈ জীৱৰ প্ৰতি কল্যাণ সাধন কৰে। তেওঁৱেই অখ্যাতা বা অনাম্নী শ্ৰীবিদ্যা।

চিৎশক্তিৰ আসন হৈছে চিদাকাশ। সমস্ত সৃষ্টি চিদাকাশৰ পৰাই বিসৃত হয়। পানীৰ বুৰবুৰণিৰ দৰে প্ৰতি ক্ষণেই কত শত সৃষ্টিৰ পুনৰ আবিৰ্ভাব আৰু লয় হৈছে তাৰ আদি অন্ত নাই। চিদাকাশ কিন্তু সকলো সৃষ্টিৰ আধাৰ আৰু অবিনাশী। এই চিদাকাশৰ অৰ্থ কি?

সৃষ্টিৰ বিকাশৰ কাৰণে যিবোৰ পৰৱৰ্তী অৱস্থাৰ উদ্ভৱ হৈছে সেইবোৰৰ তৎ (বেদান্তৰ অনাদি তত্ত্ব) বা মনোবুদ্ধিৰ অগোচৰ আৰু অগম্য যি অৱস্তু বস্তু অৰ্থাৎ চিৎ, তাৰপৰা উদ্ভৱ কাৰণে ইয়াক 'তত্ত্ব' বুলি কোৱা হয়। যি তত্ত্ব চিৎ-অৱপৰা বিকাশ উন্মুখ অৱস্থা তাকে বোলা হয় চেতন। এই চেতনৰ পৰাই সৃষ্টিৰ অংকুৰ উদগত

হৈ 'চৈতন্য' নামে কথিত হয়। ইয়াতকৈযো বিকশিত অৱস্থা যেতিয়া প্ৰাপ্ত হয় তেতিয়া কোৱা হব 'চিত্ত'। জীৱৰ মন-বুদ্ধি-অহংকাৰ আদিকে চিত্ত বুলি অভিহিত কৰা হয়। তেনেহলে একে চিত্তৰ পৰা অৱস্থাভেদে চেতন, চৈতন্য আৰু চিত্ত এই তিনিটা স্তৰ পৰিলক্ষিত হয়। চিৎ, চেতন আৰু চিত্তকেই 'চিদাকাশ' আখ্যাও দিয়া হয়। 'চিত্তাকাশ' চৈতন্যধাম, ই সদাস্থায়ী সং আৰু আনন্দধাম। সং, চিৎ, আনন্দৰে প্ৰতীক চিত্তাকাশস্বৰূপ ব্ৰহ্ম।

চিৎশক্তিৰ আসন 'চিদাকাশ' বুলি কোৱাই হৈছে। চিৎ শক্তি যেতিয়া ক্ৰিয়াশীল হয়, তেতিয়া তাৰ প্ৰতিক্ৰিয়াৰূপে 'কাৰণ বিন্দু' বা 'পৰবিন্দু' বিক্ষুব্ধ হয়। চিৎশক্তিৰ ক্ৰিয়াত কাৰণবিন্দুত আঘাতৰ ফলত যি কম্পন হয় সিয়েই জ্যোতি বা নাদ। অন্য অৰ্থত এয়েই ওঁকাৰ। এই ধ্বনি বিশ্বব্যাপি থকা, অবিৰাম ধ্বনি। মানৱ দেহতো ই অনাহুত নাদ। ঘুমন্ত মানৱদেহতো এই নাদ ধ্বনিত হৈ থাকে। এই নাদ বা জ্যোতিৰ বহিৰংগই হৈছে মায়াময় স্তৰ বিশেষ। এই জ্যোতিৰ্ময় স্তৰক মহামায়াৰ স্তৰ বুলিও কোৱা হয়। আনহাতেদি চিৎশক্তি নিষ্ক্ৰিয় হৈ থাকিলে জ্যোতি বা নাদ আৰু ছায়া উৎপত্তি হোৱাৰ প্ৰশ্নই নুঠে।

তেতিয়াহলে এই জোতি বা নাদ সৃষ্টিৰ মূলত থকা বিন্দু কাক কোৱা হয়? পৰাশিৱ আৰু পৰাশক্তিৰ মিলনত যি জগৎ সৃষ্টিৰ ইচ্ছা হয় তাকেই 'বিন্দুৰূপে' ব্যাখ্যা কৰা হৈছে। শক্তিৰ তিনিটা ৰূপ ঃ ইচ্ছা, জ্ঞান আৰু ক্ৰিয়া। ইয়াকে যথাক্ৰমে অব্যক্ত, বিকাশউন্মুখ, ব্যক্তভাব বুলি কোৱা হয়। চিৎশক্তিয়ে অক্ৰিয়াশীল অৱস্থাত প্ৰসৱ নকৰে কাৰণে তেওঁক সেই স্তৰত কোৱা হয় 'কুমাৰী'। কিন্তু চিৎশক্তিৰ পৰাই পৰোক্ষভাৱে উৎপন্ন 'বিন্দু' আৰু মায়াই প্ৰসৱ কৰে কাৰণে এই স্তৰক কোৱা হয় 'মাতৃ'। ইয়াকে অলপ বহলাই কৰলৈ গ'লে কব লাগিব যে চিৎস্বৰূপা, অখণ্ডৰূপিনী, ব্যাপিনী নিগু'ণ শিৱতত্ত্বত সংযুক্তা পৰাশক্তিয়ে যেতিয়া সৃষ্টি নিৰ্মাণৰ ইচ্ছাৰ কাৰণে বিন্দুৰূপ ধাৰণ কৰে তেতিয়া ইচ্ছাশক্তি ক্ৰিয়াশক্তিত পৰিণত হয়। 'বিন্দুভাৱশ্চ ক্ৰিয়া প্ৰাধান্য লক্ষণম্।" বিন্দু হোৱা মাত্ৰেই ইয়াৰনো কি বৈশিষ্ট্য আছে তাক জানিবৰ কাৰণে যি ইচ্ছা বা অনুসন্ধান প্ৰবৃত্তি জন্মে সিয়েই জ্ঞানশক্তিৰ প্ৰথম অংকুৰ। এই অংকুৰ উৎপন্ন হোৱাৰ লগে ল'গই বিন্দু বিদীৰ্ণ হয় আৰু ৰূপ লয় বিন্দু, নাদ আৰু বীজত।

এই প্ৰসংগতে একে সময়তে জগতৰ লয় বা কৌলজ্ঞানৰ বিষয়েও কিছু কথা জ্ঞাত হব লাগিব। শিৱৰ প্ৰকৃততে কোনো ভেদ নাই। বিন্দু শক্তিৰ ভেদ তেওঁত আৰোপ হয় কাৰণে তেওঁৰ তিনিটা 'অৱসৰ' লক্ষ্য কৰা যায়। সেয়া হৈছে লয় অৱসৰ বা শিৱ, স্থিতি বা ভোগ অৱসৰ তথা সদাশিৱ, সৃষ্টি বা ভোগ্য অৱসৰ তথা ঈশ্বৰ। এই তিনিটা অৱসৰকো যথাক্ৰমে অব্যক্ত, বিকাশউন্মুখ আৰু ব্যক্তভাৱ বুলি কোৱা হৈছে। শিৱৰ মাজত যেতিয়া শক্তি বিলীন হয়, শিৱ যেতিয়া ক্ৰিয়াৰ মাজত বিলীন হয়, ক্ৰিয়া যেতিয়া ইচ্ছাৰ সহিত জ্ঞানৰ মাজত বিলীন হয়, তেতিয়াই শিৱৰ অন্তিম পৰিণতি বা পৰাশিৱঃ অৱস্থাপ্ৰাপ্ত হয়। এনে অৱস্থাত জগৎ লয়প্ৰাপ্ত আৰু সৃষ্টি নিৰুদ্ধ হয়। শক্তিৰ শিৱৰূপে শিৱত মিলন হলেই পৰম বিশুদ্ধ আনন্দ প্ৰাপ্ত হয়। ইয়াকেই কোৱা হয় মুক্তি। শক্তিৰ উৰ্ধগতিত মুক্তি আৰু অধোগতিতে হয় সংসাৰ। এই প্ৰসংগতে এটা কথা উল্লেখযোগ্য যে পৰমেশ্বৰৰ জ্ঞান নিৰ্বিকল্প জ্ঞান। তেওঁৰ ক্ষণশক্তি নাই কাৰণে তেওঁৰ সৃষ্টি মায়াত নপৰে। ঈশ্বৰৰ দৃষ্টিহে (সবকল্পজ্ঞান) মায়াত পৰে আৰু তেতিয়াই সৃষ্টি হয় জগতৰ।

পৰাশিৱৰ বিন্দুৰ স্বতঃস্পন্দন শক্তিয়েই হৈছে কলা। ইয়াৰ মোহিনী শক্তি আছে কাৰণে ইয়াৰ অন্য নাম হৈছে কামকলা, মাতা মানদ আৰু মেয়ম অৰ্থাৎ জ্ঞাতা, জ্ঞেয় আৰু এই তিনিৰ সমষ্টি কাৰণে ইয়াক ত্ৰিপুৰা সুন্দৰী' বুলি কোৱা হয়।

ত্ৰিবিন্দু ত্ৰিৰেখা আৰু নাদ হৈছে ত্ৰিপুৰা সুন্দৰী তথা কামকলাৰ ধ্যান। এই কামকলাতেই জগৎৰূপে অণুই অৱস্থান কৰে। উপনিষদত কোৱা হৈছে : "আগতে শক্তিৰূপিনী দেৱী অকালেই আছিল। তেৱেঁই জগৎৰূপ অণ্ডৰ সৃষ্টিকাৰিণী। তেওঁকে কোৱা হয় কামকলা। তেওঁৰ পৰাই ব্ৰহ্মাদি আৰু স্থাৱৰ জংগম সকলোৰে উৎপত্তি হৈছে।"

কামকলাৰ ধ্যান (কামিনীতত্ত্বৰ ধ্যান) বীৰ যোগীসকলৰ কাৰণে তন্ত্ৰমাৰ্গত নিৰ্দিষ্ট হৈছে। কামকলা স্বৰূপ কামিনী দেহৰ লগত নিজৰ দেহ একীভূত হৈ পৰাৰ কল্পনা সাধকে যেতিয়াই কৰে তেতিয়াই পুং ৰ আৰু স্ত্ৰীৰস এক ৰসত পৰিণত হৈ পৰে। তাৰেই নাম হৈছে 'সামৰস্য'। 'সামৰস্য' নোহোৱা পৰ্য্যন্ত নাদৰ উপলব্ধি নহয় তথা কুণ্ডলিনী শক্তি প্ৰবুদ্ধ হৈ নুঠে বুলি কোৱা হয়। উৰ্ধশক্তি আৰু অধঃশক্তিৰূপে পুৰুষ আৰু প্ৰকৃতি নাদ আৰু বিন্দুৰূপে যেতিয়া

ভিন্ন হৈ থাকে তেতিয়াই ক্ষোভজনিত কামৰ বাৰণে 'সামৰস্য' সৃষ্টি নহয়। সাধক যেতিয়া কামকলাৰ ধ্যানত নিৰত থাকে তেতিয়াই কামজনিত ক্ষোভ আঁতৰি যায় আৰু 'সামৰস্য' সাধন সহজ হয়। এইকাৰণেই আগমত কামকলা ৰূপে কামিনীচিন্তাৰ উপদেশ আছে। কিন্তু "সংগমেব হি কৰ্ত্তব্যং কৰ্ত্তব্য ন তু মৈথুনম্" এই কথা স্পষ্ট-ভাৱেই কোৱা হৈছে। কামিনীদেহ কামকলাৰ প্ৰত্যক্ষ অধিষ্ঠান, কামিনী কুণ্ডলিনীৰ স্থূল শৰীৰ, সেই শৰীৰ নাদময়—এই ধাৰণা দৃঢ় কৰিবৰ কাৰণে সাধকৰ সমুখত কামিনী ৰখাৰ ব্যৱস্থা তন্ত্ৰমাৰ্গত আছে। কিছু পণ্ডিতৰ মতে তন্ত্ৰৰ কুমাৰী পূজায়ো এনে অৰ্থহে সূচায়। অপ্ৰস্ফুট যৌৱনা নাৰীদেহ দৰ্শনত কামনাৰ উদ্ৰেক নহয়। ইয়াত ভোগৰ ইংগিত নেথাকে।

মানৱৰ নিজৰ দেহত যি কুণ্ডলিনী শক্তিস্বৰূপে বিন্দু আছে সেই বিন্দু সাধনাৰে শুদ্ধ কৰি সাধক বৈন্দব দেহ লাভত সমৰ্থ হয়। ইয়াকেই মায়িক জগতৰ বা অশুদ্ধ জগতৰ জীৱোদ্ধাৰ বুলি কোৱা হয়। বৈন্দব দেহ মায়িক দেহৰ লগত যুক্ত থাকে কাৰণে ইয়াৰ কোনো বহিঃপ্ৰকাশ নেথাকে। এনে দেহধাৰী গুৰুকেই মায়িক জগতৰ ঈশ্বৰ বা সদ্গুৰু বুলি কব পাৰি।

ইয়াৰ ব্যতিক্ৰমত থকা গুৰু কেৱল শাস্ত্ৰপাঠৰ দ্বাৰা জ্ঞান আহৰণ কৰোঁতা গুৰুহে। সদ্গুৰুৱে যি মহাজ্ঞান লাভ কৰে তাৰ দ্বাৰাই বিন্দুৰূপৰা বীজৰ উৎপত্তি হয়। এই বীজ পৰিপক্ক হলেহে শিষ্যক বীজমন্ত্ৰ প্ৰদান কৰিব পৰা ক্ষমতা গুৰুৱে লাভ কৰে।

কামকলাৰ ধ্যানৰ কথা নুবুজিলে তন্ত্ৰৰ পূজা বা জপ সম্পূৰ্ণ নিষ্ফল বুলি কোৱা হয়। তন্ত্ৰৰ শাসনত আছেই—"প্ৰথমং কামিনীং ধ্যাত্বা জপপূজাং সমাচৰেৎ।" শক্তিতত্ত্বৰ লগত বিন্দু নাদ, কাম-কলা আদি শব্দ নিবিড়ভাৱে জড়িত। সৃষ্টিৰ আদিতে অনাদি কালৰে পৰা পূৰ্ণ নিৰাকাৰ আৰু স্বৰূপ যি বস্তু বিৰাজমান হৈ আছে সেয়েই শিৱৰ 'পৰমশিৱ' আৰু শাক্তৰ 'মহাশক্তি'। আগতেও কোৱা হৈছে যে শিৱ নিৰ্গুণ। আদি বিন্দুত শিৱ আৰু শক্তিতত্ত্ব আছিল অভিন্নভাৱে। সেয়ে দ্বিধাবিভক্ত হৈ 'অপৰাবিন্দু' আৰু 'বীজ'ত ৰূপান্তৰিত হল। এই দুয়োটাৰ সম্মিলনত উৎপত্তি হল 'নাদ'ৰ। 'বীজ' শক্তিতত্ত্ব প্ৰধান, 'বিন্দু' শিৱতত্ত্বপ্ৰধান। এই বিন্দু অবিচলিত আৰু একমাত্ৰ আত্মশক্তিৰ দ্বাৰা ভেদ্য। ই জৰাবাৰ্ধক্য দূৰ কৰে, ইয়াৰ

জ্যোতিত সকলো বস্তু বিশুদ্ধ হয় আৰু ই কামকলা-যুক্ত কাৰণে অমৰত্ব প্ৰদান কৰে। এয়েই সহস্ৰাৰস্থাৰ চৰম পৰিণতি। এই বিন্দু নিৰ্মল মণিৰ দৰে, মুক্তা ফলৰ দৰে, আৰু আকাশৰ তাৰকাৰাজিৰ দৰে উজ্জ্বল। ই সৃষ্টি, সংহাৰৰো কাৰণ।

ঘনীভূত বিন্দুবীজত ব্যাপৃত অৱস্থাই নাদ'। এই 'নাদত সমস্ত তত্ত্ব সূক্ষ্মৰূপে নিহিত থাকে। নাদ নিৰ্গত হৈয়েই ত্ৰিকোণাকাৰ ৰূপ ধাৰণ কৰে। এয়েই বিন্দুনাদাত্মক 'অহং' নামৰ প্ৰকাশ-বিমৰ্শৰ শৰীৰ। প্ৰকাশবিমৰ্শৰ পাৰস্পৰিক সাম্যই 'পৰমাত্মা'—এয়েই ৰবি বা কাম। এই কামৰ কলা অগ্নি আৰু সোম। সেয়ে কামকলা বুলিলে ত্ৰিবিন্দু বুজায়। এই ত্ৰিবিন্দুৰ সমষ্টিভূতা মহাত্ৰিকোণেই আদ্যাশক্তিৰ নিজ ৰূপ। ইয়াৰ ভিতৰত ৰবিবিন্দু দেৱীৰ মুখ, অগ্নিবিন্দু আৰু সোমবিন্দু দেৱীৰ স্তনদ্বয় আৰু 'হ' কাৰৰ অৰ্দ্ধকলা যোনিৰূপে কল্পিত হৈছে। শিৱশক্তিৰ মিলনত যি লীলাৰূপে তৰংগৰ উৎপত্তি হয় তান্ত্ৰিক পৰিভাষাত তাকেই কোৱা হয় 'হাৰ্দকলা'।

নাৰদৰপৰাই কলা বা বৰ্ণৰ উৎপত্তি। বৰ্ণৰ অৰ্থ ঠিক অক্ষৰ নহয়। ই বিভিন্ন ৰশ্মিৰ নিচিনা। হলেও বৰ্ণৰ স্থূলৰূপ কল্পনা কৰি লোৱা হৈছে। তাক অতিক্ৰম কৰিবৰ কাৰণে তন্ত্ৰত ষট্‌চক্ৰ সাধনৰ ব্যৱস্থা আছে আৰু প্ৰতি চক্ৰত বিভিন্ন বৰ্ণৰ কল্পনা আছে। তন্ত্ৰত কোৱা হৈছে, বৰ্ণবোৰ যেতিয়া কুণ্ডলীৰ মাজত থাকে তেতিয়া সেই-বোৰ জ্যোতিমাত্ৰাৰূপে অৱস্থিত হৈ থাকে। এই অৱস্থাটোৰ নাম হৈছে 'পৰাৱস্থা'। যেতিয়া সুষুম্না পথেদি বৰ্ণবোৰ নাভিপদ্মত উদিত হয়, তেতিয়া সেই পদ্মস্থিত বহ্নিতত্ত্বত বৰ্ণবোৰৰ দীপ্তি বিকশিত হয়। কুণ্ডলিনীৰ মাজত সমস্ত বৰ্ণৰ একেই জ্যোতিৰ্মাত্ৰা ৰূপ। কিন্তু নাভি-পদ্মত পৃথক পৃথক বৰ্ণৰ পৃথক পৃথক জ্যোতিৰ উদ্ভাসিত হয় কাৰণে সেই অৱস্থাৰ নাম বোলা হৈছে 'পশ্যন্তী' আৰু বৰ্ণবোৰক বোলা হৈছে 'স্বয়ং প্ৰকাশ'। হৃদপদ্মত যেতিয়া বৰ্ণবোৰৰ উদয় হয় তেতিয়া বৰ্ণবোৰ নাদযুক্ত হয় কিন্তু শ্ৰুতিগোচৰ নহয়। শুনা দূৰৰে কথা যোগীৰ বাহিৰে অন্যই এই স্তৰৰ উপলব্ধিকে কৰিব নোৱাৰে। এই অৱস্থাক বোলা হয় 'মধ্যমা'। হৃদপদ্ম ত্যাগ কৰি যেতিয়া বৰ্ণবোৰ শ্বাসযন্ত্ৰত স্পন্দিত হয় সেই অৱস্থাৰ নাম 'সংজল্পমাত্ৰা'। পাছত যেতিয়া জিভাৰ মূল, কণ্ঠ, দাঁত, তালু, ওঁঠ প্ৰভৃতি স্থলৰপৰা শ্ৰুতি-গোচৰ হৈ শব্দৰূপে নিৰ্গত হয় তেতিয়া সেইবোৰৰ নাম হয় 'বৈখৰী'।

কুণ্ডলিনীৰ মাজত বৰ্ণাৱলীৰ যি 'পৰাৱস্থা', উৰ্ধ্বত অকথাদি ত্ৰিৰেখাৰ মাজতো 'বৰ্ণবোৰৰ সেই 'পৰাৱস্থা'। সুষুম্নাৰ নিম্নস্তৰত যি কুণ্ডলিনী-ৰূপে 'বৰ্ণাৱলী' ধাৰণ কৰিছে তেওঁই ব্ৰহ্মৰন্ধ্ৰত অকথাদি ত্ৰিৰেখাৰূপে অৱস্থিত আৰু সেই ত্ৰিৰেখাই কুণ্ডলিনীৰ আদিম বা কাৰণ অৱস্থা। কোনো কোনো তন্ত্ৰৰ মতে সুষুম্না নাড়ীৰ উৰ্ধ্ব আৰু অধঃ উভয় দিশতে সহস্ৰদল পদ্ম অৱস্থিত। বৰ্ণৰ স্থূলৰূপ অতিক্ৰম কৰাৰ ব্যৱস্থা তন্ত্ৰ-সাধনাতে আছে।

নাদ বা ৰশ্মিৰ বিকীৰণকে 'কলা' বুলি কোৱা হয়। তাৰ দ্বাৰা যি প্ৰকাশিত হয় সেয়ে 'তত্ত্ব'। কলাৰ স্তৰ পাঁচটা : নিবৃত্তি, প্ৰতিষ্ঠা, বিদ্যা, শান্তি আৰু শান্ত্যতীত। নিবৃত্তি কলাৰ পৰা পৃথিৱীতত্ত্ব, প্ৰতিষ্ঠা কলাৰপৰা প্ৰকৃতিৰপৰা জলতত্ত্বলৈকে, বিদ্যাকলাৰপৰা ষট্‌কঞ্চুক, মায়া, কলা, ৰাগ, অবিদ্যা, কাল, নিয়তি, শান্তিকলাৰপৰা শুদ্ধবিদ্যা, সদাশিৱ, শক্তিতত্ত্ব, শান্ত্যতীত কলাৰপৰা স্বয়ং শিৱতত্ত্ব তথা বিন্দু। এই ছয়ত্ৰিশটা তত্ত্বৰ উদয় হয় কলাৰপৰা আৰু এই তত্ত্বৰপৰাই সৃষ্টি হয় ভুবনৰ (sphere)। কলাৰ লগত বৰ্ণ সদায় যুক্ত যেনেকৈ বাক্যৰ লগত যুক্ত অৰ্থ। বাক্য যেন বৰ্ণ, অৰ্থ যেন কলা। কলা, তত্ত্ব আৰু ভুবন আছে অৰ্থৰ ফালে। বাক্যৰ ফালে আছে মন্ত্ৰ, পদ আৰু বৰ্ণ।

নাদতেই 'অ'-কাৰৰপৰা 'ক্ষ'-কাৰলৈকে সমগ্ৰ বৰ্ণাৱলীৰ অব্যক্ত ধ্বনি বৰ্তমান। তন্ত্ৰৰ ৰহস্য পূজাৰ কাৰণে এই বীজমন্ত্ৰৰ ৰহস্যৰ জ্ঞান আৱশ্যক। কামকলাৰ দৰ্শন জানিলেহে বীজমন্ত্ৰৰ ৰহস্য জনা যায়।

অ : চিৎশক্তি যেতিয়া অকলে বিৰাজ কৰে তাকে অনুত্তৰ বা Transcendent অৱস্থা বুলি কোৱা হয়। ইয়াতে ৰৌদ্ৰী, জ্যেষ্ঠা আৰু বামা এই তিনি শক্তিৰ ত্ৰিকোণ আকাৰ লুকাই আছে।

আ : একৰপৰা দৈতৰূপ ধাৰণ। দাপোণত নিজৰ প্ৰতিবিম্ব দেখাৰ নিচিনা। এয়ে যুগলৰূপ, আনন্দ ভাব। ইযাৰ আকাৰো ত্ৰিকোণ।

ই : 'ইচ্ছাৰ' বিকাশ অৰ্থাৎ অন্তৰ্মুখী চিৎশক্তিৰ বহুমুখী অৱস্থা। আনন্দৰ ভাবৰপৰা সৃষ্টিৰ ইচ্ছা অৰ্থাৎ চিৎশক্তিৰ প্ৰকাশ। পিতৃয়ে সন্তানত ৰূপ পাবৰ কাৰণে মাতৃৰ প্ৰয়োজনৰ দৰে

'অ'ৰ পৰা 'ই'লৈ যাবলৈ হলে 'আ'ৰ একান্ত প্ৰয়োজন। এয়ে তান্ত্ৰিকৰ মহাশক্তি, নৱবৌদ্ধধৰ্মৰ প্ৰজ্ঞাপাৰমিতা।

ঈ : 'ই' দীৰ্ঘ হৈয়ে 'ঈ' হৈছে। ই ঐশ্বৰ্য্যভাৱৰ পৰিচায়ক।

উ : উন্মেষ, জ্ঞানশক্তিৰ উন্মেষ। নিৰাকাৰ অৱস্থা। যেনে পানী।

ঊ : সাকাৰ ভাব অৰ্থাৎ জ্ঞানৰ ঘনীভূত অৱস্থা। পানীৰপৰা বৰফ হোৱাৰ নিচিনা।

এ, ঐ, ও ঔ : এই চাৰিওটা ক্ৰিয়াশক্তিৰ বিভিন্ন স্তৰ অথবা বিকাশ। ঘনীভূত পানীক বিভিন্ন পাত্ৰত স্থাপন কৰাৰ দৰে।

হিন্দুতন্ত্ৰত অ+ই=এ ত্ৰিকোণ আকাৰ কল্পিত হয়। চিৎ-অৰ লগত ইচ্ছাৰ মিলনেই বৌদ্ধশূন্যৰ লগত বিজ্ঞানৰ মিলন। এই মিলনত 'মহাসুখ' অ+ই=এ লাভ হয়। এযেই বৌদ্ধৰ এবম্‌কাৰ। 'অ' বা 'আ'ৰ লগত 'এ'ৰ যোগ=ঐ—এয়ে হৈছে তন্ত্ৰৰ ষট্‌কোণ। বৌদ্ধৰ এবম্‌ আৰু তন্ত্ৰৰ ঐ অভিন্ন। ব্ৰাহ্মী লিপিৰ △ ত্ৰিকোণ, তন্ত্ৰৰ, বৌদ্ধৰ ত্ৰিকোণ আৰু ত্ৰিপুৰাসুন্দৰী তন্ত্ৰৰ এয়ে সৃষ্টিতত্ত্ব, আধ্যাত্মিক তত্ত্বৰ মূলবস্তু। বিন্দু বৰ্ণ সকলো গভীৰ প্ৰতীকহে।*

---

* (১) তন্ত্ৰসাৰ
(২) কুলাৰ্ণৱ তন্ত্ৰ
(৩) নাদবিন্দুকলা : শ্ৰীগৌৰীশংকৰ দ্বিবেদী, সাহিত্যৰত্ন

# তাৰা দেৱী

ওঁ প্ৰত্যালীঢ়পদাং ঘোৰাং মুণ্ডমালাবিভূষিতাম্
খৰ্বাং লম্বোদৰীং ভীমাং ব্যাঘ্ৰচৰ্মাবৃতাং কটৌ
নবযৌবনসম্পন্নাং পঞ্চমুদ্ৰাবিভূষিতাম্
চতুৰ্ভুজাং লোলজিহ্বাং মহাভীমাং বৰপ্ৰদানম্
খড়্গাকৰ্তৃকসমাযুক্ত সব্যেতৰভুজদ্বয়াম্
কৃপাণোৎপলসংযুক্তসব্যপাণিযুগান্বিতাম্
পিঙ্গাগ্ৰৈকজটাং ধ্যায়েন্মৌলাবক্ষোভ্যভূষিতাম্
বালাৰ্কমণ্ডলাকাৰলোচনত্ৰয়ভূষিতাম্
জলচ্চিতামধ্যগতাং ঘোৰদংষ্ট্ৰাং কৰালিনীম্
স্বাবেশস্মেৰবদনামলংকাৰবিভূষিতাম্
বিশ্বব্যাপকতোয়ান্তঃশ্বেতপদ্মপৰিহিতাম্ ॥

অক্ষোভ্যভূষিতা, ঘোৰা, মুণ্ডমালাবিভূষিতা, খৰ্বাকৃতি, লম্বোদৰী, ব্যাঘ্ৰচৰ্মেৰে আবৃতা, পঞ্চমুদ্ৰা বিভূষিতা, চতুৰ্ভুজা, লোলজিহ্বাসম্পন্না, মহাভীমা, একজটা, কৰালী, শ্বেতপদ্ম পৰিহিতা এই তাৰা দেৱীৰ পূজাৰ মন্ত্ৰ হৈছে "ওঁ তাৰায়ৈ একজটা দেব্যৈ নমঃ।" বীজমন্ত্ৰ হৈছে 'স্ত্ৰীং"। মূলমন্ত্ৰ হৈছে "হ্ৰীং স্ত্ৰীং হুং ফট্ ।"

তাৰাৰ প্ৰণাম মন্ত্ৰ জয় দুৰ্গাৰ দৰে। তেওঁৰ পুষ্পাঞ্জলি মন্ত্ৰ কালীৰ পুষ্পাঞ্জলি মন্ত্ৰৰ দৰে। ওঁ চন্দন বিল্বপত্ৰ পুষ্পাঞ্জলি হ্ৰীং ক্ৰীং হু ফট্ একজটে বজ্ৰপুষ্পং প্ৰতীষ্য হুং ফট স্বাহা শ্ৰীমৎ একজটে ........।

তেওঁৰেই নাম বামাকালী। তেওঁৰেই নাম নীল সৰস্বতী।

মুণ্ডমালা বিভূষিতা, ঘোৰা, লোলজিহ্বাসম্পন্না, চতুৰ্ভুজা এই দেৱীৰ কালীৰ লগত বহুত সাদৃশ্য দেখাতেই আছে। এই দেৱী কালীৰ লগত অভিন্ন হিন্দুতান্ত্ৰিক দেৱী, নে তিব্বতীয় বৌদ্ধ ধৰ্মত থকা তাৰাদেৱীৰেই প্ৰতিভূ ?

মহাযান বৌদ্ধধৰ্মৰ এক বিশেষ শাখা বজ্ৰযানী বৌদ্ধধৰ্মত তাৰা এক প্ৰধান দেৱী। সেই তাৰা দেৱী হিন্দু ধৰ্মৰ দুৰ্গা দেৱীৰ দৰে আদ্যাদেৱী আৰু লক্ষ্মীৰ দৰেই মংগলময়ী, কল্যাণী। আদি তাৰাৰ

পৰাই বজ্ৰযানী বৌদ্ধধৰ্মত অনেক তাৰাৰ সৃষ্টি হৈছে। তেওঁবিলাকৰ কিছুমানৰ ৰূপ ভয়ংকৰ। সাধনামালা গ্ৰন্থত দিয়াৰ দৰে তেওঁবিলাকৰ নাম হ'ল : খদিৰবদনী তাৰা, মহত্তৰী তাৰা, ৰৰদতাৰা, বশ্যাধিকাৰ তাৰা, বজ্ৰ তাৰা, আৰ্যাষ্ট মহাভয় তাৰা, মহাচীন ক্ৰমাৰ্য্য তাৰা, মৃত্যুবঞ্চন তাৰা সিত তাৰা, ষড়ভুজ শুক্ল তাৰা, আৰ্য্যজাংগুলী তাৰা, ধনদ তাৰা, স্ৰগ্ধৰা তাৰা, দুৰ্গোত্তাৰিণী তাৰা, প্ৰসন্ন তাৰা, আৰ্ষ তাৰা, আৰু মহাশ্ৰী তাৰা। তাৰাৰে ভিন্নৰূপ বুলি গ্ৰহণ কৰা আৰু কেইগৰাকীমান দেৱীৰ উল্লেখ তাত দিয়া হৈছে। তেওঁবিলাক হ'ল : আৰ্য্য একজটা, শুক্ল একজটা, বিদ্যুৎজ্বালা কৰালী একজটা, মহাসৰস্বতী, বজ্ৰসৰস্বতী, ভৃকুটী, প্ৰজ্ঞা পাৰমিতা, বিশ্বমাতা চুন্দা মাৰিতী আৰু পৰ্ণশবৰী। এই দেৱীসকলৰ পূজাৰ নিয়ম আৰু সাধনপ্ৰণালী ভিন্ন ভিন্ন।

লক্ষ্য কৰিবলগীয়া কথা যে হিন্দুধৰ্মত পূজিতা বিশিষ্টা দেৱী সৰস্বতী, দুৰ্গা (দুৰ্গোত্তাৰিণী তাৰা), কৰালী, পৰ্ণশবৰী আদি দেৱীৰ নাম বৌদ্ধ দেৱীৰ লগত সাদৃশ্য থকা। ইয়াৰ বাহিৰেও বৌদ্ধতন্ত্ৰত উল্লেখ থকা কালিকা দেৱী ভয়ংকৰী, নীলবৰ্ণা, অগ্নিকোণস্থিতা, দ্বিভুজা। এহাতত তেওঁৰ কংকাল, অন্য হাতত অস্ত্ৰ। তেওঁ মহাকালৰ লগত সংযুক্তা। আলীঢ় ভংগীত শৱৰ ওপৰত অৱস্থিতা। ইয়াৰ উপৰিও হিন্দুতন্ত্ৰত থকাৰ দৰে বৌদ্ধতন্ত্ৰতো বজ্ৰবেতালী (বেতালা দেৱী), মহামযূৰী, অপৰাজিতা, ভীমা, কপালিনী, কৌৰবী, ছিন্নমস্তা দেৱীক পোৱা গৈছে।

এনেধৰণৰ সাদৃশ্যৰপৰা সহজেই অনুমান কৰিব পাৰি যে হিন্দুতন্ত্ৰ আৰু বৌদ্ধতন্ত্ৰ এই দুই ধৰ্মৰ মাজত নিশ্চয় ধৰ্ম আদৰ্শ আৰু সাধনাৰ আদান প্ৰদান ঘটিছিল। নতুনকৈ ক্ৰমান্বয়ে আবিষ্কৃত হৈ অহা বৌদ্ধতন্ত্ৰবোৰ হিন্দু তন্ত্ৰতকৈ আগৰ বুলি পণ্ডিতসকলে মত পোষণ কৰে আৰু সেই মতৰ ভেটিতে বৌদ্ধতন্ত্ৰৰ পৰাই হিন্দুতান্ত্ৰিক দেৱ-দেৱীসমূহৰ ধ্যান সাধনা আৰু গোপনতম যোগবিধি গঢ়ি উঠিছে বুলি অনুমান কৰে। এই ক্ষেত্ৰত কনেক পণ্ডিতে* মত দাঙি ধৰিছে যে মূলতে হিন্দুতন্ত্ৰ বৌদ্ধতন্ত্ৰ বুলি দুটা কথা নাই। তন্ত্ৰ বহুত পুৰণি কালৰে পৰা প্ৰচলিত হৈ অহা এক বিশিষ্ট সাধনাৰ ধাৰা। পিছৰ কালৰ বিভিন্ন সময়ত হিন্দু দৰ্শনৰ তত্ত্বৰ লগত সমন্বয় হৈ তন্ত্ৰই যেনেকৈ হিন্দুতন্ত্ৰ ৰূপ গ্ৰহণ কৰিছে তেনেকৈ বৌদ্ধধৰ্মৰো বজ্ৰ, শূন্যতা, কৰুণা,

---

* Dr Sashi Bhusan Dasgupta—An Introduction to Tantric Buddhism.

বোধিচিত্ত, প্ৰবেগ প্ৰভৃতি দৰ্শনৰ লগত যুক্ত হৈ প্ৰাচীন তন্ত্ৰসাধনাৰ ধাৰাই বৌদ্ধতন্ত্ৰ নামে অভিহিত হৈছে। হিন্দু দেৱ-দেৱীৰ উৎপত্তিৰ ইতিহাস যি, বৌদ্ধ দেৱ-দেৱীৰ উৎপত্তিৰ ইতিহাসো সেই। দুয়ো ক্ষেত্ৰতে অপ দেৱ-দেৱী, উপ দেৱ-দেৱী, ভয়ংকৰী আৰু মধুৰ মূৰ্তিৰ মূল দেৱী তথা দেৱতা, যক্ষ-ৰক্ষৰ উপাসনা ধ্যান সাধনাৰ বিধি দেখা গৈছে। হিন্দুধৰ্মত গৌৰবৰ্ণা, শ্যামবৰ্ণা দেৱীৰ ৰূপ যেনেকৈ পোৱা গৈছে, তেনেকৈ বৌদ্ধতন্ত্ৰতো শ্যামবৰ্ণা আৰু শ্বেতবৰ্ণা দেৱীৰ নাম পোৱা গৈছে। তিব্বতীয় লামা ধৰ্মৰ তাৰা দেৱী গৌৰবৰ্ণা। পৰ্ণশবৰী (গছৰ পাত পৰিহিতা, আদিম জাতি শবৰসকলৰ দেৱী) যেনেকৈ দুৰ্গাৰ নাম তেনেকৈ বজ্ৰযানী বৌদ্ধধৰ্মৰ "সৰ্বশবৰা নামানাম্ ভগৱতী"ও পৰ্ণপৰিহিতা তাৰা। এনে.বাৰ কথাৰে চাই তন্ত্ৰৰ ঐতিহাসিক বিচাৰৰো প্ৰয়োজন আছে।

কাশ্মীৰ, কেৰালা, বংগ, অসম আদি ঠাইক যেনেকৈ ভাৰতীয় তন্ত্ৰৰ ঘাটি বুলি পণ্ডিতসকলে বিভিন্ন অনুসন্ধানৰপৰা মত পোষণ কৰিছে তেনেকৈ বৌদ্ধতন্ত্ৰৰো কেন্দ্ৰ ঠাই হাইকৈ আছিল বংগ, বিহাৰ, অসমৰ কিছু অঞ্চল আৰু নেপাল, তিব্বত, ভুটান আদি অঞ্চল। সেই সেই অঞ্চলৰ স্থানীয়ভাৱে প্ৰসিদ্ধা কিছু দেৱী দুয়ো তন্ত্ৰতে সোমাই পৰিছিল। এনে ধৰণে তিব্বত আদি ঠাইৰ স্থানীয় দেৱীয়ে বৌদ্ধতন্ত্ৰত প্ৰৱেশ লাভ কৰি স্বীকৃতা, প্ৰসিদ্ধা দেৱীৰ ৰূপ লৈছিল। অসমৰ আদিম জাতিৰ পূজিতা কামাখ্যা দেৱীয়েও তন্ত্ৰৰ কেন্দ্ৰীয় দেৱীৰ ৰূপ পাছত গ্ৰহণ কৰিছে। তাৰা বা উগ্ৰতাৰা দেৱীও সেইদৰে মূলতে তিব্বতৰ স্থানীয় দেৱীহে আছিল বুলি পণ্ডিতসকলে কব খোজে।[২] অসমৰ বুৰঞ্জীবিদ পণ্ডিত পদ্মেশ্বৰ গগৈ মহোদয়েও এইক্ষেত্ৰত নিজৰ মত দাঙি ধৰিছে।[৩] পণ্ডিতসকলৰ মতৰ ভেটিত তাৰা দেৱীৰ বিষয়ে অনুসন্ধান কৰিলে এইখিনি কথা পোৱা যায়:

হিন্দুশাস্ত্ৰৰ ভিতৰত হাইকৈ তাৰাতন্ত্ৰ, তন্ত্ৰসাৰ আৰু মহাচীনাচাৰ তন্ত্ৰতে তাৰাৰ নাম আৰু বৰ্ণনা পোৱা গৈছে। তেওঁ দশমহাবিদ্যাৰো এক বিদ্যা:

---

২ Dr. P C Bagchi Evolution of Tantras : Cultural heritage of India

৩. পদ্মেশ্বৰ গগৈ: তাৰা দেৱীৰ উপাসনা: অসম সাহিত্য সভা পত্ৰিকা, ষোড়শ বছৰ, ৩য় সংখ্যা।

কালী তাৰা মহাবিদ্যা ষোড়শী ভুবনেশ্বৰী।
ভৈৰবী ছিন্নমস্তা চ বিদ্যা ধূমাবতী তথা ॥
বগলা সিদ্ধাবিদ্যা চ মাতঙ্গী কমলাত্মিকা ।
এতা দশ মহাবিদ্যাঃ সিদ্ধবিদ্যাঃ প্ৰকীৰ্তিতাঃ ॥

তন্ত্ৰশাস্ত্ৰত তাৰাক তাৰিণী বুলিও পূজা কৰা হৈছে। তাৰাৰ পূজা পদ্ধতি ভৈৰৱতন্ত্ৰ নামে পুথিত পোৱা গৈছে।

সৰ্বসংকটৰপৰা ৰক্ষাকাৰিণী দেৱীৰূপে তাৰা দেৱীক জাতীয় দেৱীৰূপত তিব্বতৰ লোকসকলে পূজা কৰে।[8] তেওঁবিলাকৰ বিশ্বাসমতে এই দেৱীয়ে আঠ প্ৰকাৰ ভয়ৰপৰা তেওঁৰ শৰণাগত সকলক ৰক্ষা কৰে। এই দেৱীকে বিভিন্ন আকৃতি আৰু বৰ্ণত বৌদ্ধসকলে পূজা কৰে বুলি কোৱা হয়। বৌদ্ধতন্ত্ৰ শাস্ত্ৰমতে মহাশক্তিস্বৰূপা এগৰাকী উগ্ৰ দেৱী আছে। তেওঁৰো বিভিন্ন সাধন আছেটা। তেওঁৰ মূল নাম একজটা। তেওঁৰ বিভিন্ন ৰূপকেইটা হ'ল: উগ্ৰতাৰা, মহাচীন তাৰা, বিদ্যুৎজ্বালা, কৰালী, আৰ্য্য একজটা আৰু শুক্ৰজটা। বৌদ্ধ একজটাৰ বিভিন্ন ৰূপবোৰৰ দুইৰপৰা ষোলখন পৰ্যন্ত হাত আৰু একখনৰপৰা বাৰখনলৈকে মুখৰ বৰ্ণনা পোৱা যায়। তেওঁ দশমহাবিদ্যাৰো একবিদ্যা।

বৌদ্ধ একজটা সাধনৰ মন্ত্ৰ হৈছে হ্ৰীং স্ত্ৰীং হুম্ ফট্। হিন্দুতন্ত্ৰত থকা তাৰাৰ মূলমন্ত্ৰও হ্ৰীং স্ত্ৰীং হুম্ ফট্ বুলি আগতেই উল্লেখ কৰা হৈছে। এই মন্ত্ৰটোৰ শব্দবোৰৰ স্থান পৰিবৰ্তন কৰি মাতিলে ভিন্ন ধৰণে সজোৱা বীজৰপৰা নতুন এগোগৰাকী দেৱীৰ সৃষ্টি হয় বুলি হিন্দুতন্ত্ৰত কোৱা হৈছে। নতুনকৈ জাগ্ৰত হোৱা এই দেৱীৰ সংখ্যা সাতগৰাকী আৰু তেওঁ মূল তাৰাৰেই বিভিন্ন ৰূপ। তন্ত্ৰসাৰৰ মতে এওঁবিলাক হ'ল— উগ্ৰা, মহোগ্ৰা, বজ্ৰা, কালী, সৰস্বতী, কামেশ্বৰী আৰু ভদ্ৰকালী। এইখিনিতে উল্লেখ কৰি থব পাৰি যে কামাখ্যাও কামেশ্বৰী।

আগতেই কোৱা হৈছে যে হিন্দুতন্ত্ৰৰ তাৰাৰ ৰূপো একজটা। পঞ্চমুদ্ৰা বিভূষিতা আৰু তেওঁ অক্ষোভ্যধাৰিণী। এই পঞ্চমুদ্ৰা কি? সাধনমালাত দিয়া মতে মুদ্ৰা ছয় প্ৰকাৰৰ। বৌদ্ধতন্ত্ৰমতে মুদ্ৰাৰ অৰ্থ অলংকাৰ। ছয় মুদ্ৰা হৈছে ডিঙিৰ অলংকাৰ, হাতৰ অলংকাৰ,

---

8· L. A Waddell Description of Laza Cathedral J A. S. B. 1895 No 3 P 271

বস্ত্র, কুণ্ডল, ভস্ম আৰু লগুণ। এই ছবিধ মুদ্রা তথা অলংকাৰকে ষট্ পাৰমিতা বুলি কোৱা হৈছে।

"ষৎ বৈ পাৰমিতা এতা মুদ্রাৰূপেণ যোজিতঃ"—অর্থাৎ ছবিধ পাৰমিতাক মুদ্রাৰূপে যুক্ত কৰা হৈছে। দান, শীল, ক্ষান্তি, বীৰ্য্য, ধ্যান আৰু প্ৰবেগ এই ছয়বিধকে ষট্ পাৰমিতা ( সৎ পাৰমিতা ? ) বুলি কোৱা হয়[৫]। ইয়াৰ উপৰিও শিৰৰ মুকুট আৰু কঁকালৰ বন্ধনকো ( girdle ) ধৰি অষ্টমুদ্রা কৰা হয়। বৌদ্ধতন্ত্ৰমতে এই অষ্টমুদ্ৰাৰ ভিতৰত চাৰিৰপৰা ছয়লৈকে মুদ্রা দেৱ-দেৱীয়েহে ধাৰণ কৰে। প্ৰতি মুদ্ৰাৰে একোজন অধিষ্ঠাতা দেৱতা থাকে। সেইমতে শিৰৰ মুকুটৰ অধিষ্ঠাতা দেৱতা হ'ল অক্ষোভ্য। মুণ্ডাকৃতি ৰূপত তেওঁক ধাৰণ কৰা হয়। কাণৰ কুণ্ডলৰ দেৱতা হ'ল অমিতাভ, ডিঙিৰ হাৰৰ দেৱতা হ'ল ৰত্নসম্ভৱ, হাতৰ বালাৰ বৈৰোচন, কঁকালৰ বন্ধনৰ অধিষ্ঠাতা দেৱতা হ'ল অমোঘসিদ্ধি। এই প্ৰতিজন অধিষ্ঠাতা দেৱতাকে বৌদ্ধতন্ত্ৰত একোজন ধ্যানী বুদ্ধ বুলি কোৱা হয়।

হিন্দুসকলে অক্ষোভ্যক শিৱ বুলি কব খোজে যদিও এই ব্যাখ্যা পণ্ডিতসকলে এইকাৰণেই মানি লব নোখোজে যে কোনো হিন্দু দেৱ বা দেৱীয়ে মূৰত শিৱৰ মূৰ্তি ধাৰণ কৰাৰ প্ৰমাণ হোৱা নাই। হিন্দুতন্ত্ৰৰ তাৰাই একজটা, পঞ্চমুদ্রা আৰু অক্ষোভ্য ধাৰণ কৰা কথাৰপৰাই এই তাৰা যে প্ৰকৃততে বৌদ্ধ দেৱী তাৰ প্ৰমাণ পোৱা গ'ল।

বশিষ্ঠ মুনিয়ে কামাখ্যা দৰ্শন নৰকাসুৰৰ কাৰণে নোপোৱাৰ কাহিনী আৰু সন্ধ্যাচলত গৈ তেওঁৰ আশ্ৰম পতাৰ কিম্বদন্তী অসমত প্ৰাচীন কালৰ পৰা আছে। এই বশিষ্ঠৰ দ্বাৰাই তাৰা দেৱী সম্ভৱ কামৰূপত প্ৰতিষ্ঠিতা হৈছিল :

বশিষ্ঠাৰাধিতা বিদ্যা তাৰিণী নাস্তিৰূপিণী।
তস্যাঃ স্পৰ্শনমাত্ৰেণ পুনৰ্জন্ম ন বিদ্যতে॥

এনে সিদ্ধান্তকে ডঃ বাণীকান্ত কাকতিৰ দৰে সুপণ্ডিতেও দাঙি ধৰিছে[৬]। এই মতৰ ভেটি স্বৰূপে তাৰা তন্ত্ৰত আছে : বুদ্ধ আৰু বশিষ্ঠই কেনেকৈ সিদ্ধিলাভ কৰিলে এই কথা জানিবৰ কাৰণে ভৈৰবীয়ে ভৈৰৱক প্ৰশ্ন কৰিছে। ভৈৰৱে উত্তৰ দিছে যে তেওঁবিলাকে উগ্ৰতাৰাৰ

৫· Sir Charles Eliot--Hinduism and Buddhism. 1954 Vol. III P.393
৬ Dr Banikanta Kakati—Mother goddess Kamakhya.

সাধনা কৰি সিদ্ধিলাভ কৰিছে। বশিষ্ঠই পিতৃ ব্ৰহ্মাৰ পৰা গুহ্য মন্ত্ৰ এটা পাই সেই মন্ত্ৰেৰে সিদ্ধিলাভৰ অৰ্থে বহু বছৰ তপস্যা কৰিলে। কোনো ফল নধৰাত পিতৃক দ্বিতীয় মন্ত্ৰ খোজাত পিতৃয়ে আৰু অলপ দিন ধৈৰ্য্য ধৰি তপস্যা কৰিবলৈ কলে আৰু অথৰ্ববেদৰ প্ৰণালীৰে দেৱী বুদ্ধেশ্বৰীক উপাসনা কৰাৰ পৰামৰ্শ দিলে। সেইমতে সাগৰৰ তীৰত, কাৰোৰ মতে কামাখ্যা পীঠত তপস্যা কৰি ফল নধৰাত, ক্ৰোধপৰবশ হৈ দেৱীক তেওঁ অভিশাপ দিবলৈ উদ্যত হ'ল। তেতিয়া দেৱী বুদ্ধেশ্বৰীয়ে দৰ্শন দি কলে যে তেওঁ ভুল মাৰ্গ লৈছে। তেওঁক তুষ্ট কৰাৰ উপায় বেদত নাই। বৌদ্ধভূমি মহাচীনলৈ গৈ মহাবিদ্যা সৰস্বতীক আৰাধনা কৰিলেহে বশিষ্ঠৰ সিদ্ধিলাভ হব। সেই উপদেশ শুনি বশিষ্ঠই চীনভূমিলৈ যায় কিন্তু তাত স্বয়ং বুদ্ধক স্ত্ৰী, মদ আদিত লিপ্ত হৈ থকা দেখি পৰম স্তম্ভিত হ'ল। বিৰক্তিত বশিষ্ঠ উলটি আহিব খোজাত আকাশীবাণী হ'ল যে তান্ত্ৰিক সাধনা দেখি বশিষ্ঠ ঘুচি যাব নেলাগে। বুদ্ধক সোধাত বুদ্ধই বশিষ্ঠৰ মনৰ হতভম্বতা আঁতৰাই দি সেই ধৰ্মৰ গোপন তত্ত্ব তেওঁক অবগত কৰালে। তেতিয়া তেওঁ বুদ্ধৰ পথকে সাদৰাগত কৰি পঞ্চমকাৰ সাধনাৰ যোগেৰে তাৰাৰ জপমন্ত্ৰ ধ্যান কৰি শীঘ্ৰে সিদ্ধিলাভ কৰিলে। প্ৰসংগক্ৰমে এটা কথা এইখিনিতে মন কৰিব পাৰি যে তাৰা আৰু সৰস্বতীৰ অভিন্নতা এনে আখ্যানতো পোৱা যায়।

এতচ্ছ্ৰুত্বা গুৰোৰ্বাক্যং স্মৃত্বা দেৱীং সৰস্বতীম।
মদিৰাসাধনং কৰ্তুং জগাম কুলমণ্ডপে॥
মদ্যং মাংসং তথা মৎস্যং মুদ্ৰাং মৈথুনমেৱ চ
পুনঃ পুনঃ সাধয়িত্বা পূৰ্ণযোগী বভূব সঃ॥

ৰুদ্ৰযামল আৰু ব্ৰহ্মযামল উভয় তন্ত্ৰতে এই আখ্যান পোৱা যায়। তাৰাতন্ত্ৰই কৈছে যে যি মন্ত্ৰেৰে বশিষ্ঠই সিদ্ধিলাভ কৰিলে সেই মন্ত্ৰ তাৰাৰ মন্ত্ৰ। যোগিনীতন্ত্ৰই এই কথা সমৰ্থন কৰিছে আৰু বশিষ্ঠই তপস্যা কামাখ্যাত কৰিছিল বুলিও উল্লেখ কৰিছে। বৌদ্ধ মঞ্জুশ্ৰী মূলকল্পতা কোৱা হৈছে যে তাৰা সাধনাৰ কাৰণে কামৰূপ উৎকৃষ্ট স্থান।

এইবোৰ কথাৰপৰা এটা কথাই প্ৰতীয়মান হয় যে তাৰাৰ পৰাই ৰূপ লোৱা দেৱীসকল বৌদ্ধ দেৱী। তিব্বত হৈছে এইসকল

---

৭. Binoytosh Bhattacharyya-Buddhist Estorism' 1932, Oxford PP 155-57

দেৱীৰ উৎপত্তি স্থান। যদি সেয়েই হয় তেন্তে তাৰাৰ বিভিন্ন ৰূপ হিন্দুৰ কালী, তান্ত্রিক সৰস্বতী আৰু ভদ্রকালীও মূলতঃ বৌদ্ধ দেবীয়েই হ'ব[৭]।

যদি তাৰা দেৱী মূলতে বৌদ্ধ দেৱীয়েই হয় তেন্তে এই দেৱী তিব্বতৰ পৰা কেনেকৈ আহিল? পণ্ডিতসকলে কয় খোজে যে খৃষ্টীয় সপ্তম শতাব্দীত বৌদ্ধতান্ত্রিক মহাচাৰ্য্য নাগার্জুনে (এইজন নাগাৰ্জুন খৃষ্টীয় দ্বিতীয় শতাব্দীৰ নাগার্জুন নহয়) দেৱী একজটাক তিব্বতৰ পৰা ভাৰতলৈ আনে।[৮] সাধনমালাত এই নাগাৰ্জুনে লিখা দুটি সাধন আছে— এটি বজ্রতাৰাৰ, আনটো একজটাৰ। একজটাৰ সাধনপ্রণালীৰ শেষত এই সাধন নাগাৰ্জুনে ভোটদেশৰপৰা উদ্ধাৰ কৰিলে বুলি উল্লেখ আছে।

পদ্মেশ্বৰ গগৈদেৱেও কয় খোজে যে তাৰা দেৱী হিন্দু দেৱীও নহয়, বৌদ্ধ দেৱীও নহয়। এই দেৱী তিব্বতৰ (প্রাচীন কালত তিব্বত যেতিয়া মহাচীনৰ ভিতৰত আছিল) আদিম বনধর্মৰ এগৰাকী প্রধান দেৱী। বনধর্ম মন্ত্রপ্রধান আৰু এই ধর্মত অনেক প্রকাৰ পশুবলিৰে দেৱতা, উপদেৱতাৰ পূজা কৰা হয়। এইজনা পণ্ডিতৰ মতে কলিকতাৰ কালীঘাটৰ কালী গুৱাহাটী আৰু চিত্ৰকূটৰ উগ্রতাৰা আদি হিন্দুৰ যদিও, মূলতে এই দেৱী বৌদ্ধদেৱীহে। প্রসংগক্রমে এযাৰ কথাৰ উল্লেখ ইয়াতে কৰিব পাৰি যে একজটা বা বজ্রযোগিনীৰ সাধনাৰ প্রধান চাৰিপীঠৰ একপীঠ কামাখ্যা আৰু উগ্রতাৰাত দেৱীৰ উপাসনাত বিবিধ পশুবলি দিয়াৰ প্রথা প্রচলিত হৈ আহিছে। দ্বিতীয়তে উল্লেখযোগ্য অন্য এষাৰ কথাও: দেৱ-দেবীৰ উপাসনাৰ লগত জড়িত এই পশুবলি আৰু মন্ত্র যাদু আদিৰ সন্দৰ্ভত এম্. লেনৰ্মাণ্ট আদি পণ্ডিতে কয় খোজে যে বৈদিক ধর্মৰ প্রধান বিশেষত্ব যেনেকৈ বলি (যজ্ঞ) তেনেকৈয়ে চাল্ডিয়ান (বেবীলনীয়) ধর্মৰ প্রধান বিশেষত্ব হ'ল যাদু আৰু মন্ত্র। মংগোলীয় সভ্যতা চাল্ডিয়ান আৰু স্কাইথীয়। আৰ্য্যসকলে প্রকৃতিৰ মাজৰ মংগলময় শক্তিক উপাসনা কৰাৰ দৰে মংগোলীয়সকলে সদায় আসুৰিক, হিংসুক দেৱ-দেৱীৰ সন্তুষ্টিৰ অৰ্থে উপাসনা কৰে।[৯] এই দিশৰপৰাও পদ্মেশ্বৰ গগৈদেৱে ভাৰতৰ তন্ত্রধর্ম মংগোলীয় জাতিৰ অৱদান বুলি কয় খোজে। তেখেতৰ মতে এই প্রবাহ ভাৰতৰ উত্তৰ-পশ্চিম দিশেদি আহি

---

[৮] পদ্মেশ্বৰ গগৈ: তাৰা দেৱীৰ উপাসনা: অসম সাহিত্য সভা পত্রিকা, ষোড়শ বছৰ, ৩য় সংখ্যা।

[৯] Lenorment's Chaldean Magic Eng tran. pp 145-179 and 319

প্ৰৱেশ কৰে আৰু বৌদ্ধসকলে এই তান্ত্ৰিকতা নিজৰ মতবাদৰ লগত খাপ খুৱাই লয়।

বহুতো পণ্ডিতে ভাবে যে বংগদেশৰপৰাহে যবদ্বীপলৈ তান্ত্ৰিক বৌদ্ধধৰ্ম আৰু আচাৰ পূজা গৈছিল। তিব্বত, নেপাল আদি হিমালয় অঞ্চলৰ বাহিৰেও এচিয়াৰ বহুত দেশত তাৰা দেৱীৰ পূজা প্ৰচলিত হৈ আহিছে। মধ্য যবদ্বীপত এটি অতি সুন্দৰ তাৰা মন্দিৰ আৰু মহাযানী বৌদ্ধবিহাৰ নিৰ্মাণ কৰাৰ কথা ৭৭৮ খৃঃ ত লিখা কলশ লিপিত পোৱা গৈছে, "নমো ভগবত্যৈ আৰ্য্য তাৰায়ৈ" বুলি উক্ত কলশ লিপি আৰম্ভ হৈছে। অন্য পণ্ডিতৰ মতে স্কাইথীয় বা শকবিলাকৰ এদলে ভাৰতৰপৰা গৈ তান্ত্ৰিক ধৰ্ম তাত প্ৰচাৰ কৰেগৈ। মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰী মহোদয়ৰ সিদ্ধান্ত যে স্কাইথীয় মগী পুৰোহিতসকলে তন্ত্ৰ বস্তুটো উত্তৰৰপৰা আনি বৈদিক ভাৰতত প্ৰথম প্ৰচাৰ কৰে। এই নিয়ম ভাৰতীয় আৰ্য্যসকলে আগতে কেতিয়াও জনা নাছিল। বৌদ্ধধৰ্মত তন্ত্ৰৰ নিয়ম গুৰু অসংগয়ে প্ৰথম সুমুৱায় বুলি কোৱা হয়। সৰ্বাস্তিবাদী বৌদ্ধ ভিক্ষু অসংগ আৰু বসুবন্ধু আছিল ককাই-ভাই আৰু এওঁলোক দুজনেই পিছৰ যোগাচাৰ ধৰ্মৰ প্ৰতিষ্ঠা কৰে বুলি কোৱা হয়।

তাৰাৰ প্ৰসংগত "তাৰিণী নাভিৰূপিনী" এই শ্লোকত 'নাভি' শব্দৰ ওপৰত গুৰুত্ব দি এটা কথা আলোচনা কৰিলেহে আলোচনাটো সম্পূৰ্ণ হব। সেয়া হৈছে হিন্দু তন্ত্ৰ আৰু যোগমাৰ্গত থকা কুলকুণ্ডলিনী শক্তিৰ কথা। এই শক্তি প্ৰতি মনুষ্য দেহত সৰ্বনিম্ন চক্ৰ বা পদ্মমূলাধাৰত সৰ্পৰ আকাৰে কুণ্ডলী পকাই নিদ্ৰিত হৈ থাকে। যোগসাধক আৰু তন্ত্ৰসাধকৰ প্ৰথম কাম হৈছে এই সুপ্ত শক্তিক জাগৃত কৰি তোলা। বৌদ্ধতন্ত্ৰ মতে দেহত চাৰিটা চক্ৰ বা পদ্মই অৱস্থান কৰে। নিম্নতম চক্ৰৰ নাম নিৰ্মাণ চক্ৰ। ইযাৰ অৱস্থান নাভি দেশত। দ্বিতীয় চক্ৰ ধৰ্মচক্ৰ। ইযাৰ অৱস্থান নাভি দেশত। দ্বিতীয় চক্ৰ ধৰ্মচক্ৰ। ইয়াৰ অৱস্থান হৃদয়ত। তৃতীয় চক্ৰ কণ্ঠত আৰু চতুৰ্থ চক্ৰ হৈছে মস্তকৰ উষ্ণীশ কমলত। শেষচক্ৰই মহাসুখ চক্ৰ। নিৰ্মাণ চক্ৰ হৈছে স্থূলতম তত্বৰ ক্ষেত্ৰ। ছান্দোগ্য আদি উপনিষদত হৃদয়ৰপৰা মস্তকলৈ যিটো মূৰ্ধানাড়ীৰ কথা কোৱা হৈছে সেয়ে কুণ্ডলিনী স্বৰূপা সুষুম্না নাড়ী। বৈদিক মতে হৃদযৰপৰা, তন্ত্ৰ আৰু নাথসকলৰ মতে মূলাধাৰ চক্ৰ অথবা নাভিচক্ৰৰপৰা সাধন আৰম্ভ কৰা হয়। এইবিলাক মনস্

আৰু বায়ুৰ সন্ধিস্থান। এনেবোৰ স্থানত মনোনিবেশ কৰিব পাৰিলেই জ্যোতির্ময় 'পথ' উন্মুক্ত হয়। দেৱীপূজাত সেয়েহে মন্ত্ৰসাধন, নাড়ীতত্ত্বৰ জ্ঞান আৰু বিশেষকৈ দেহৰ মাজত সুপ্তা হৈ থকা কুণ্ডলিনীৰ জাগৰণ ইত্যাদি অনুষ্ঠান প্ৰচলিত আছে।

জীৱৰ দেহত নাড়ীসমূহৰ মাজত বায়ুৱে বিচৰণ কৰে। ক্ৰিয়া-ভেদে এই একে বায়ুৰে দহোটা নাম: প্ৰাণ, অপান, সমান, উদান, ব্যান, নাগ, কূৰ্ম, কৃকৰ, দেবদত্ত আৰু ধনঞ্জয়। হৃদয়ত প্ৰাণবায়ুৰ বসতি। ব্যান, বায়ু সৰ্বদেহতে ব্যাপ্ত। অপান, সমান, উদান যথাক্ৰমে গুহ্য, নাভিমণ্ডল আৰু কণ্ঠৰ মাজত অৱস্থিত।

ষট্‌চক্ৰ সাধন গুৰুসাপেক্ষ। যোগৰ আধাৰভূতা কুণ্ডলিনী শক্তি জাগ্ৰত হলেই সমস্ত চক্ৰ ভেদ হয়। সেয়ে যোগ-আকাঙ্ক্ষী ব্যক্তিয়ে কুণ্ডলিনী শক্তি জাগ্ৰত কৰাৰ সাধনা প্ৰথমেই কৰে।

যেন দ্বাৰেণ গন্তব্যং ব্ৰহ্মদ্বাৰং নিৰাময়ম্।
মুখেনাচ্ছাদ্য তদ্বাৰং সুপ্তা সা পৰমেশ্বৰী ॥

যি দ্বাৰৰ দ্বাৰা নিৰাময় ব্ৰহ্মদ্বাৰত প্ৰৱেশ কৰিব লাগে সেই দ্বাৰ আপোন মুখেৰে আচ্ছাদন কৰি পৰমেশ্বৰী কুণ্ডলিনী শক্তি সুপ্তা হৈ আছে। সেই শক্তি উত্থিতা কৰি ব্ৰহ্মদ্বাৰত প্ৰৱেশ কৰাব পাৰিলেই জীৱৰ মুক্তি হয়।

কুণ্ডলিনী তত্ত্ব নতুন কোনো তত্ত্ব নহয়। যি শক্তিয়ে যাবতীয় পদাৰ্থক আশ্ৰয় কৰি সকলো পদাৰ্থৰ মূল সত্তাৰূপে আছে সেয়ে কুণ্ডলিনী শক্তি। এই শক্তিৰ চৈতন্য সম্পাদন হলে ই নিৰাধাৰ হয়, সেই মুহূৰ্তত জাগতিক সকলো বস্তুৱেই নিৰাধাৰ হয় আৰু সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডই চৈতন্যৰূপ ধাৰণ কৰে। শংকৰাচাৰ্য্যৰ শ্লোকৰ অৰ্থ এই ক্ষেত্ৰত নিতান্তই উল্লেখযোগ্য:

"হে দেৱী, তুমি কুণ্ডলিনী স্বৰূপা হৈ মূলাধাৰ চক্ৰস্থিত মহীমণ্ডল, স্বাধিস্থান চক্ৰস্থিত জলমণ্ডল, মণিপুৰ চক্ৰস্থিত অগ্নিমণ্ডল, অনাহত চক্ৰস্থিত বায়ুমণ্ডল, বিশুদ্ধ চক্ৰস্থিত আকাশমণ্ডল, ভ্ৰূদ্বয়মধ্যাস্থিত আজ্ঞা চক্ৰৰ অন্তৰ্গত মনশ্চক্ৰ, এই ষট্‌চক্ৰ ভেদ কৰি কুলপথৰ দ্বাৰা সহস্ৰাৰলৈ গমন কৰি পতিৰ লগত একান্তভাৱে বিহাৰ কৰা।"

শৰীৰৰ মাজৰ মূলাধাৰ চক্ৰত ভূলোক, স্বাধিষ্ঠানত ভুবর্লোক,

মণিপুৰত স্বৰ্লোক, অনাহতত মহৰ্লোক, বিশুদ্ধত জনলোক, আজ্ঞাত তপোলোক, সহস্ৰাৰত সত্যলোক আছে বুলি ভাবি লোৱা হয়। যোগীসকলৰ ধাৰণাত ব্ৰহ্মাণ্ডত যি ঘটনা ঘটি থাকে, দেহৰ মাজতো তেনে ঘটনাই ঘটে। মহাকুণ্ডলিনীৰ সহায় নহলে যোগীৰ পক্ষেও শিৱপদ বা ব্ৰহ্মপদ লাভ কৰা কঠিন।

কুণ্ডলিনীৰ এই জাগৰণ ক্ৰমশঃ সিদ্ধ হয়। কৰ্ম, জ্ঞান, ভক্তি এই জাগৰণৰ অৱস্থা ভেদ মাত্ৰ বুলিহে ধৰা হয়। পূৰ্ণ জাগৰণত পৰিপূৰ্ণ অদ্বৈতসিদ্ধি হয়। তন্ত্ৰত পূৰ্ণ জাগৰণকে "পূৰ্ণহন্তা" ৰূপে ব্যাখ্যা কৰা হব।

দেৱী "তাৰা"ৰ আলোচনা প্ৰসঙ্গত অসমৰ গুৱাহাটীৰ লতাশিল অঞ্চলত থকা উগ্ৰতাৰা পীঠৰ কথাও স্বাভাৱিকতে আহি পৰে। উল্লেখযোগ্য যে, ১৬০৭ শকিকাত স্বৰ্গদেৱ শিৱসিংহই এই পীঠত মন্দিৰ নিৰ্মাণ কঁৰি দিয়ে। ইয়াৰ আগতেই স্বৰ্গদেৱ চুক্লেনমুঙৰ ( খৃঃ ১৫৪৯ ১৫২২ ) মুদ্ৰাবোৰৰ লিপিত, আহোমভাষাত "তাৰাক নমস্কাৰ কৰো" বুলি লিখা পোৱা গৈছে। এইজনা স্বৰ্গদেৱৰ মুদ্ৰাই আহোম ৰজা-সকলৰ মুদ্ৰাবোৰৰ ভিতৰত প্ৰাচীনতম। মুদ্ৰাত উল্লেখ কৰা তাৰা হয়তো আহোমসকলৰ উপাস্যা দেৱী "ফ্ৰা তাৰা আলঙো" হব পাৰে।

যি নগুৱক উগ্ৰতাৰা পীঠত, মন্দিৰৰ ভিতৰত থকা এটি জল-পূৰ্ণ কুণ্ডত উগ্ৰতাৰা দেৱীৰ পূজা অনুষ্ঠিত হয়। জনপ্ৰবাদমতে এই কুণ্ড সতীৰ নাভিস্বৰূপ। কালিকাপুৰাণৰ মতেও দক্ষযজ্ঞত প্ৰাণত্যাগ কৰা সতীৰ দেহা বিষ্ণুচক্ৰই খণ্ড বিখণ্ড কৰি যেতিয়া বিভিন্ন স্থানত পতিত কৰিছিল তেতিয়া এই স্থানতেই সতীৰ নাভি পতিত হৈ এই কুণ্ডৰ ৰূপ পৰিগ্ৰহণ কৰিছিল।

এই কুণ্ডৰ জল স্পৰ্শ কৰি প্ৰণাম কৰাৰ মন্ত্ৰ হল:

বশিষ্ঠাৰাধিতা বিদ্যা তাৰিণী নাভিৰূপিণী
তস্যাঃ স্পৰ্শনমাত্ৰেণ পুনৰ্জন্ম ন বিদ্যতে॥

আনহাতেদি উগ্ৰতাৰা মন্দিৰৰ সন্মুখৰ গৃহত যি বিগ্ৰহ আছে সেয়া দক্ষিণা কালীৰ বিগ্ৰহ। পুৰোহিত ব্ৰাহ্মণসকলে দেৱীৰ নিত্যপূজা দক্ষিণাকালীৰ পূজা মতে কৰে। কিন্তু যাত্ৰীসকলক দক্ষিণাকালী বিগ্ৰহৰ আগত প্ৰণাম কৰাওঁতে উগ্ৰতাৰা মন্ত্ৰেৰে প্ৰণাম কৰোৱা হয়:

উগ্ৰতাৰে শবাৰূঢে সুভগে সুৰসেৱিতে।
কৰোমি দৰ্শনং দেব্যা ধৰ্মকামাৰ্থসিদ্ধয়ে ॥

যোগিনীতন্ত্ৰৰ দ্বিতীয় পটলত কোৱা হৈছে যে যিয়ে পৰমা বিদ্যা কালী, তেওঁৱেই পৰমাবিদ্যা তাৰা। কালী আৰু তাৰাৰ মাজত ভেদজ্ঞান আনিবলৈ যোগিনীতন্ত্ৰই নিষেধ কৰিছে। দশমহাবিদ্যাৰ ভিতৰতো তাৰাৰ নাম অন্তৰ্ভুক্ত হৈছে। কিন্তু উগ্ৰতাৰা বুলি কোৱা হোৱা নাই—কালিকাপুৰাণত অৱশ্যে এক কাহিনী বৰ্ণিত হৈছে: শুম্ভ-নিশুম্ভ নামৰ অসুৰৰ অত্যাচাৰত অতীষ্ঠ হৈ ইন্দ্ৰই দেৱতাসকলৰে সৈতে হিমালয়ৰ নামনিৰ গঙ্গাৱতৰণ স্থানৰ ওচৰত মহামায়াৰ স্তৱ কৰোতে দেৱীয়ে মাতঙ্গৰ স্ত্ৰীৰূপ ধাৰণ কৰি সুধিলে—"হে দেৱতাসকল তোমালোক মাতঙ্গৰ আশ্ৰমলৈ কিয় আহিছা? কোন স্ত্ৰীৰ স্তৱ কৰিছা?" এইবুলি মাতঙ্গীয়ে কওঁতে কওঁতেই তেওঁৰ শৰীৰ কোষৰ পৰা এক দেৱী নিৰ্গত হৈ কলে—"দেৱগণে শুম্ভ-নিশুম্ভ বধৰ কাৰণে মোৰে স্তৱ কৰিছে।"

মাতঙ্গীৰ শৰীৰৰ পৰা সেই দেৱী নিঃসৃত হোৱাত গৌৰবৰ্ণা মাতঙ্গী তৎক্ষণাৎ দলিত অঞ্জন সদৃশ কৃষ্ণবৰ্ণা হল আৰু কালিকা নামে প্ৰসিদ্ধা হল। মণীষী ঋষিসকলে তেওঁকে উগ্ৰতাৰা নামে অভিহিত কৰিলে। কাৰণ সেই অম্বিকাই ভক্তক সদায় উগ্ৰভয়ৰ পৰা ৰক্ষা কৰে। তেওঁৰ এক জটা থকা কাৰণে তেওঁৰ নাম একজটা। তেওঁৰ একপদ সিংহৰ ওপৰত আৰু আন পদ শিৱৰ ওপৰত স্থাপিত।

যোগিনীতন্ত্ৰৰ একাদশ পটলৰ ৫৫, ৫৬ শ্লোকত কামৰূপ প্ৰসঙ্গত কোৱা হৈছে—উগ্ৰতাৰা যাৰ অধিদেৱতা সেই ব্ৰহ্ম সুখাশ্ৰয় পীঠ তাত বিদ্যমান। যোগিনীতন্ত্ৰৰ একাদশ পটলৰে ২৩, ২৪, ২৫, ২৬ শ্লোকত আছে—কামৰূপত যিমান পানী আছে সকলোবোৰেই তীৰ্থক্ষেত্ৰ। তাত উপবীথি, বীথি উপপীঠ, পীঠ, সিদ্ধপীঠ, মহাপীঠ ব্ৰহ্মপীঠ, বিষ্ণুপীঠ আৰু ৰুদ্ৰপীঠ— এই নটা পীঠ নবযোনি বুলি খ্যাত।

এই ব্ৰহ্মপীঠ, ব্ৰহ্মসুখাশ্ৰয় পীঠ উগ্ৰতাৰাকে বোলা হৈছে নেকি? উগ্ৰতাৰা নবযোনিৰে এক যোনি নেকি?

প্ৰাচীন কালত পৰ্বত শৃঙ্গক স্বয়ম্ভুলিঙ্গ বুলি ভবাৰ দৰে বিশেষ আকৃতিৰ পুখুৰী বা গাতক মাতৃ যোনি বুলি ভবা হৈছিল। এই প্ৰসঙ্গত হিৰণ্যগৰ্ভদানৰ কথাও মনলৈ আহে। প্ৰাচীনকালত দানী ৰজাই ওখ সোণৰ কলহ কৰি তাত প্ৰৱেশ কৰে। পুৰোহিতে

গৰ্ভাধান, হুংসবন, সীমন্তোন্নন কৰাৰ পাছত বজাই ওলাই আহি কয়—"দেৱতাসকল, মই এই পাত্ৰত সোমাই নৱজন্ম ধাৰণ কৰিছো। *নৱজন্ম পাবৰ কাৰণে মাতৃগৰ্ভলৈ গমন কৰিবই লাগিব। সোণৰ কলহ অথবা গৰ্ত অথবা পৃথিৱী মাতৃগৰ্ভৰেই প্ৰতীক। এই ধাৰণা প্ৰাক আৰ্য্য ধাৰণা বুলি গণ্য কৰা হৈছে।*

উপৰোক্ত আটাইখিনি সমল বিশ্লেষণ কৰি উগ্ৰতাৰা সংক্ৰান্তত কেইটামান সিদ্ধান্তলৈ আহিব পাৰিনেকি চোৱা যাওক।

আমি আগতেই পাইছো যে পিতৃ ব্ৰহ্মাৰ পৰা "মন্ত্ৰ" পাই বশিষ্ঠই সেই মন্ত্ৰেৰে ধ্যান কৰি ফল নোপোৱাত অথৰ্ব বেদৰ নিয়মেৰে বোধেশ্বৰী দেৱীৰ ধ্যান কৰিবলৈ ব্ৰহ্মাই বশিষ্ঠক কলে। সেইমতে বশিষ্ঠই বোধেশ্বৰী দেৱীৰ আৰাধনা কৰিও ফল নোপোৱাত দেৱীক অভিশাপ দিয়াত দেৱীয়ে কলে, তেওঁ ভুল মাৰ্গেৰে আৰাধনা কৰিছে। বেদ-অবিদিত কিন্তু মহাচীনত (তিব্বত তেতিয়া মহাচীনৰ অন্তৰ্গত) বিদিত নিয়মেৰে পূজা কৰিলেহে বশিষ্ঠই ফল পাব। বশিষ্ঠই সেই মতে তাৰাক আৰাধনা কৰিছে। সেই আৰাধনাৰ নিয়ম বা সেই সাধনা বশিষ্ঠই মহাচীনলৈ গৈহে শিকিব পাৰিছে। তাৰ অৰ্থ এয়েই যে কামৰূপত তেতিয়ালৈকে এই মাৰ্গৰ প্ৰবেশ ঘটা নাছিল। (তাৰা-তন্ত্ৰ, ৰুদ্ৰ যামল, ব্ৰহ্মযামলৰ দ্বাৰা এই কথা স্বীকৃত)।

কালিকাপুৰাণৰ একাশীতম অধ্যায়ত বশিষ্ঠই উগ্ৰতাৰাক অভিশাপ দি বামমাৰ্গমতে (শ্ৰুতিবিৰুদ্ধ পন্থাঅনুসাৰে) পূজিতা হবা বুলি কোৱাৰে পৰা সেইনিয়ম প্ৰচলিত হল। প্ৰতি দেৱতাৰেই বাম ভাগ থাকে আৰু সেই ভাগক পঞ্চ ম কাৰেৰে পূজা কৰিব পাৰি বুলিও কালিকা-পুৰাণে কৈছে।

এতিয়া কথা হল, যদিহে বশিষ্ঠই তাৰাক কামৰূপত প্ৰতিষ্ঠা কৰিছিল, তেনেহলে বশিষ্ঠক কালিকাপুৰাণমতে দেৱী উগ্ৰতাৰাই আঁতৰাব খুজিব কিয়? বামমাৰ্গৰ পূজা প্ৰচলন কৰোৱা বশিষ্ঠই বা দেৱীক অভিশাপ দি বামমাৰ্গৰ পূজা লবা বুলি কব কিয়? এই কথাবোৰ অনুধাৱন কৰিলে দেখা যাব যে,

উগ্ৰতাৰা নিশ্চয় মূলতে অনাৰ্য্যা, পাছত হিন্দুকৰণ কৰা দেৱী আছিল। হিন্দুকৰণৰ কাহিনী কালিকাপুৰাণত ৰচিত হল তথা উগ্ৰতাৰা দেৱী কালিকাৰে ৰূপ বুলি ধৰা হল। কালিকাপুৰাণৰ

ৰচনা দশম শতিকা। ইতিমধ্যে বৌদ্ধ দেৱী তাৰা হিন্দুধৰ্মত সোমাই পৰিছে। তেতিয়াই হয়তো হিন্দু হৈ উঠা দেৱী উগ্ৰতাৰাক বশিষ্ঠই তাঁতৰাই মহাচীনতাৰাক প্ৰতিষ্ঠা কৰিছে। বশিষ্ঠৰ সময়তে পঞ্চ মকাৰৰ দ্বাৰা বামাৰূপত পুজিতা হৈ তাৰামন্ত্ৰৰে গুহ্যসাধনাৰ পীঠ হৈ পৰিল।

নতুবা কামাখ্যা দৰ্শনত বিফল হৈ, সন্ধ্যাচলত গৈ শিৱ আৰাধনা কৰা বশিষ্ঠজন অন্য এক বশিষ্ঠ আছিল।

অথবা আৰ্য্য হিন্দুসকলে নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাৰ মানসেৰে বৌদ্ধিক তান্ত্ৰিক বামাচাৰক অভিশাপৰ দ্বাৰা প্ৰচলিত হোৱা বস্তু বুলি কাহিনী ( legend ) ৰচনা কৰি থৈ গ'ল।

# "শ্ৰী" দেৱী

'শ্ৰী' তেওঁৰ নাম। তেওঁ ত্ৰৈলোক্যপূজিতা। তেওঁ কমলা। তেওঁ পদ্মালয়া পদ্মা। ৰমা। তেওঁ ঈশ্বৰী। তেওঁ বিষ্ণুপ্ৰিয়া।

শ্ৰীস্বৰূপা লক্ষ্মী বিষ্ণুৰ ঘৰিণী বুলিয়েই পুৰাণ বিশেষকৈ বিষ্ণু-পুৰাণত উল্লেখ কৰা হৈছে। বিষ্ণুৰ বিভিন্ন অৱতাৰত লক্ষ্মীয়েও তেওঁৰ লগে লগে বিভিন্ন ৰূপ ধাৰণ কৰে। বিষ্ণুপুৰাণত কোৱা হৈছে: জগৎপালক জনাৰ্দনে জগতৰ মংগলৰ কাৰণে যেতিয়া বিভিন্ন অৱতাৰ ধাৰণ কৰে শ্ৰীয়েও তেতিয়াই বিভিন্ন নাম আৰু ৰূপ লয়। হৰিয়ে যেতিয়া অদিতিৰ পুত্ৰৰূপে বামন ৰূপ ধাৰণ কৰিলে লক্ষ্মীয়েও পদ্মত আবিৰ্ভাৱ হৈ পদ্মা বা কমলা হ'ল। ভৃগু বংশত জাত হৈ পৰশুৰাম ৰূপ যেতিয়া তেওঁ ধাৰণ কৰিলে তেওঁৰ নাম 'ধৰণী' হল। বিষ্ণুৱে যেতিয়া ৰাম অৱতাৰ ধাৰণ কৰিলে শ্ৰী হল 'সীতা'। কৃষ্ণৰূপত লক্ষ্মী হল 'ৰুক্মিণী'। বিষ্ণুৰ অন্যান্য মৰ্ত্যাগমনতো শ্ৰী' সদায় থাকে তেওঁৰ লগতে। তেওঁ দৈৱিক ৰূপত থাকোতে লক্ষ্মীও দেৱী। তেওঁ যদি মানৱৰ ৰূপ লয়, লক্ষ্মীয়েও লয় মানৱীৰ ৰূপ। বিষ্ণুৰ সন্তোষ বিধানৰ কাৰণেই তেওঁ ৰূপ পৰিবৰ্তন কৰে।

'শ্ৰী' দেৱী লক্ষ্মীৰ উৎপত্তি সম্বন্ধেও পৰস্পৰবিৰোধী মত পুৰাণত পোৱা গৈছে। বিষ্ণুপুৰাণে কৈছে যে ভৃগুপত্নী খ্যাতিৰ পৰা ধাতা, বিধাতা হোৱাৰ দৰে নাৰায়ণ-পত্নী শ্ৰীৰো উদ্ভব হৈছে। আনহাতেদি শ্ৰী তথা লক্ষ্মী সাগৰ মন্থনতহে উদ্ভব হোৱা বুলি অন্যান্য গ্ৰন্থত কোৱা হৈছে। যদি সেয়ে হয় তেওঁনো ভৃগুকন্যা কেনেকৈ হল? ইয়াৰ উত্তৰত বিষ্ণু-পুৰাণত লক্ষ্মীৰ গুণ ব্যাখ্যা কৰি কোৱা হৈছে যে 'শ্ৰী' হৈছে বিষ্ণুপ্ৰিয়া তেওঁ জগন্মাতা। তেওঁ চিৰন্তনা, তেওঁ অক্ষয়া। তেওঁ সৰ্বত্ৰ বিৰাজমানা বিষ্ণু যত অৰ্থ, তেওঁ তাত বাক্য। হৰি যত উপদেশ, লক্ষ্মী তাত নীতি বিষ্ণু বোধ, লক্ষ্মী বুদ্ধি। বিষ্ণু ধৰ্ম, তেওঁ সংক্ৰিয়া। বিষ্ণু স্ৰষ্টা, তেওঁ সৃষ্টি। হৰি ভূধৰ, তেওঁ শ্ৰী, ভূমি। ভগবান কাম। শ্ৰী ইচ্ছা। ভগবান সন্তোষ, লক্ষ্মী শাশ্বতী, তুষ্টি। শ্ৰীধৰ শশাংক। শ্ৰীকান্তি···। মুঠতে সমগ্ৰ চৰাচৰ জগতৰ পুৰুষ হৰি, প্ৰকৃতি শ্ৰী।

বিষ্ণু পুৰাণতে আকৌ কোৱা হৈছে যে তেওঁৰ প্ৰথম উৎপত্তি ভৃগুকন্যাৰূপেহে। পিছতহে দেৱাসুৰৰ সমুদ্ৰমন্থনত তেওঁ আবিৰ্ভূতা হৈছে।

সমুদ্ৰমন্থনৰ প্ৰচলিত আখ্যানটো হিন্দুৰ অনেক শাস্ত্ৰত আছে। কেবাখনো পুৰাণ আৰু ৰামায়ণতো ইয়াৰ বৰ্ণনা আছে। কাহিনীটো এনে: দুৰ্বাৰসা নামৰ শিৱৰ অংশধাৰী এজন ঋষিয়ে ভ্ৰমি ফুৰোতে অপূৰ্ব সুবাসমণ্ডিত মালা এধাৰি পৰিধান কৰি থকা জলপৰী এগৰাকী লগ পালে। দুৰ্বাৰসে মালাদাল খোজাত কন্যাগৰাকীয়ে তেওঁক দি দিলে। সুবাসত উন্মত্ত হৈ আনন্দতে ঋষিয়ে নৃত্যৰত হৈ থাকোতেই সেই-ফালেদি ঐৰাৱতত উঠি ইন্দ্ৰ অহা দেখা পালে। ইন্দ্ৰৰ সন্তুষ্টিৰ কাৰণে ঋষিয়ে ইন্দ্ৰক মালাদাল অৰ্পণ কৰি ঐৰাৱতৰ মূৰতে থলে। পুষ্পৰ উগ্ৰ সুবাসত উত্তেজিত হৈ ঐৰাৱতে মালাদাল শুঁৰেৰে ছিঙিভাঙি মাটিলৈ দলিয়াই দিলে। অপূৰ্ব সুবাসমণ্ডিত মালাদালৰ এই অৱস্থা দেখি দুৰ্বাৰসে খঙতে ইন্দ্ৰক স্বৰ্গৰাজ্য ধ্বংস হবৰ কাৰণে অভিশাপ দিলে। ইন্দ্ৰই ক্ষমা খোজাতো ব্ৰাহ্মণৰ খং শাম নাকাটিল। ইন্দ্ৰ দুৰ্বল হৈ পৰাত অসুৰে ৰাজ্য কাটি লব বুলি ভয় কৰি ইন্দ্ৰকে প্ৰমুখ্য কৰি দেৱতাসকল ব্ৰহ্মাৰ ওচৰলৈ উপদেশ বিচাৰি গ'ল। ব্ৰহ্মাই লৈ গ'ল বিষ্ণুৰ কাষলৈ। বিষ্ণুৱে দেৱতাসকলৰ প্ৰাৰ্থনাৰ উত্তৰত উপদেশ দিলে— "তোমালোক শান্তিৰে ঐক্যবদ্ধ হোৱা। পৃথিৱীত যিমান পোৱা সিমান বিধৰ ঘাঁহ-বন গোটোৱা আৰু সেইবোৰ নি ক্ষীৰসাগৰত নিক্ষেপ কৰা। সেই ক্ষীৰসাগৰ মন্থনৰ কাৰণে মন্দৰগিৰিক লোৱা, বাসুকী নাগক লোৱা। শক্তি আৰু অমৰত্বৰ প্ৰতীক অমৃত লাভৰ কাৰণে সমুদ্ৰ মন্থন কৰা। কূৰ্ম অৱতাৰ ধাৰণ কৰি মোৰ পিঠিত মই মন্দৰগিৰি ধাৰণ কৰিম। দেৱতা আৰু অসুৰ মিলি কৰা এই সমুদ্ৰ মন্থনত তোমালোকৰ শত্ৰুবোৰে কষ্টৰ ভাগ লব। পুৰস্কাৰ লাভ কৰিবা অৱশ্যে তোমালোকেই।"

বিষ্ণুৰ আজ্ঞামতেই সকলো কাম সমাধা হ'ল। বাসুকী নাগক ৰছী কৰি, মন্দৰগিৰিক মন্থনৰ স্তম্ভ কৰি লৈ সমুদ্ৰ মন্থন কৰা হ'ল। প্ৰথমেই উঠিল দুগ্ধৰ অনন্ত ভাণ্ডাৰ সুৰভি ধেনু। দ্বিতীয়তে উঠিল সিদ্ধসকল। তৃতীয়তে উঠিল সুৰাৰ দেৱী বাৰুণী। তাৰ পাছত ক্ৰমান্বয়ে সুগন্ধি পাৰিজাত, সুন্দৰী অপ্সৰাসকল, স্নিগ্ধ কান্তিময় চন্দ্ৰ আৰু হলাহল গৰল। মহাদেৱে এই চন্দ্ৰ আৰু গৰল ধাৰণ কৰিলে।

ইয়াৰ পিছত মন্থনত উদ্ভৱ হ'ল চতুৰ্দিশ পোহৰ কৰি পদ্মাসনা অনুপমা 'শ্ৰী'। তেওঁৰ পাছত হাতত অমৃতৰ ভাণ্ড লৈ আবিৰ্ভাব হ'ল 'ধনন্তৰী'ৰ।

শ্ৰীৰ যেতিয়া আবিৰ্ভাব হ'ল দেৱবাদ্য বাজি উঠিল, স্বৰ্গৰ অপ্সৰীসকলে নৃত্য গীত কৰিলে, ঐৰাৱতে সোণৰ পাত্ৰত পানী লৈ তেওঁক ধুৱালে, সাগৰে পুষ্পমালা তেওঁক উপহাৰ দিলে। দেৱশিল্পীয়ে তেওঁক অলংকাৰেৰে বিভূষিতা কৰিলে। স্নান আৰু সজ্জাৰ অন্তত শ্ৰীয়ে হৰিৰ হৃদিপদ্মত স্থান ল'লে।

এই শ্ৰী বা লক্ষ্মীয়েই হৈছে কল্যাণৰ, প্ৰেমৰ, সৌভাগ্যৰ অধিষ্ঠাত্ৰী দেৱী। তেওঁ পদ্মাসনা, তেওঁ দ্বিভূজা। এই লক্ষ্মীয়ে লগ দিলেই মানুহ সৌভাগ্যশালী হয়। লক্ষ্মীয়ে ত্যাগ কৰিলে হয় লক্ষ্মীছাড়া।

এই শ্ৰী বা লক্ষ্মীৰ নাম আৰু ৰূপৰ তাত্বিক উৎপত্তি সম্পৰ্কে গভীৰ অনুসন্ধান কৰি পণ্ডিতসকলে ঋগ্বেদীয় 'শ্ৰীসূক্ত'ৰ ভিতৰতে ইয়াৰ মূল বিচাৰি পাইছে। এই শ্ৰীসূক্ত হ'ল ঋগ্বেদৰ পঞ্চম মণ্ডলৰ অন্তৰ্গত খিলসূক্তস্থ পঞ্চদশ মন্ত্ৰ। আনন্দ, কৰ্দম, শ্ৰীদ প্ৰভৃতি ঋষিসকলৰদ্বাৰা বিৰচিত সূক্তটি হৈছে :

হিৰণ্যবৰ্ণাং হৰিণীং সুবৰ্ণৰজতস্ৰজাম্।
চন্দ্ৰাং হিৰন্ময়ীং লক্ষ্মীং জাতবেদো ম আৱহ॥
তাং ম আৱহ জাতবেদো লক্ষ্মীমনপগামিনীম্।
যস্যাং হিৰণ্যং বিন্দেয়ং গামশ্বং পুৰুষানহম্॥
অশ্বপূৰ্বাং ৰথমধ্যাং হস্তিনাদপ্ৰবোধিনীম।
শ্ৰিয়ং দেৱীমুপহ্বয়ে শ্ৰীৰ্মা দেৱী জুষতাম
কাং সোস্মিতাং হিৰণ্যপ্ৰাকাৰাম্
আৰ্দ্ৰাং জ্বলন্তীং তৃপ্তাং তৰ্পয়ন্তীম।
পদ্মস্থিতাং পদ্মবৰ্ণাং তামিহোপহ্বয়ে শ্ৰিয়ম্
চন্দ্ৰাং প্ৰভাসাং যশসা জ্বলন্তীং
শ্ৰিয়ং লোকে দেৱজুষ্টামুদাৰাম্॥
তাং পদ্মিনীমীং শৰণং প্ৰপদ্যে
হলক্ষ্মীৰ্মে নশ্যতাং ত্বা বৃণে॥
আদিত্যবৰ্ণে তপসোঽধি জাতো
বনস্পতিস্তৱ বৃক্ষোঽথ বিল্বঃ
তস্য ফলানি তপসা নুদন্তু

যা অন্তৰা যাশ্চ বাহ্যা অলক্ষ্মীঃ
উপৈতু মাং দেবসখঃ কীৰ্তিশ্চ মণিনা সহ
প্ৰাদুৰ্ভূতোঽস্মি ৰাষ্ট্ৰেঽস্মিন্ কীৰ্তিমৃদ্ধিং দদাতু মে ॥
ক্ষুৎপিপাসামলাং জ্যেষ্ঠাম্ লক্ষ্মীং নাশযাম্যহম্
অভূতিমসমৃদ্ধিং চ সৰ্বাং নির্ণুদ মে গৃহাৎ।
গন্ধদ্বাৰাং দুৰাধৰ্ষাং নিত্যপুষ্টাং কৰিষিণীম
ঈশ্বৰীং সৰ্বভূতানাং তামিহোপহ্বয়ে শ্ৰিয়ম্ ॥
মনসঃ কামমাকূতিং বাচঃ সত্যমশীমহি
পশূনাং ৰূপমন্নস্য ময়ি শ্ৰীঃ শ্ৰয়তাং যশঃ
কৰ্দমেন প্ৰজাভূতা ময়ি সম্ভব কৰ্দম
শ্ৰিয়ং বাসয় মে কুলে মাতৰং পদ্মমালিনীম্ ॥
আপঃ সৃজন্তু স্নিগ্ধানি চিক্লীত বস মে গৃহে
নি চ দেৱীং মাতৰং শ্ৰিয়ং ৱাসয় মে কুলে
আৰ্দ্ৰাং পুষ্কৰিণীং পুষ্টিং পিঙ্গলাং পদ্মমালিনীম্
চন্দ্ৰাং হিৰন্ময়ীং লক্ষ্মীং জাতবেদো ম আৱহ ॥
আৰ্দ্ৰাং যঃ কৰণীং যষ্টিং সুৱৰ্ণাং হেমমালিনীম্
সূৰ্য্যাং হিৰন্ময়ীং লক্ষ্মীং জাতৱেদো ম আবহ ॥
তাং ম আবহ জাতৱেদো লক্ষ্মীমনপগামিনীম
যস্যাং হিৰণ্যং প্ৰভূতং গাবো দাস্যোঽশ্বান্ বিন্দেয়ং পুৰুষানহম্ ॥

ইয়াত জাতবেদ অগ্নিৰ ওচৰত প্ৰাৰ্থনা কৰা হৈছে লক্ষ্মীক আহ্বান কৰিবৰ কাৰণে। অগ্নি দেৱহোতা, সকলো তেওঁৰে অধীন। সেয়ে তেওঁৰ ওচৰত এই আহ্বানৰ প্ৰাৰ্থনা: হে জাতৱেদ অগ্নি, তুমি আমাৰ কাৰণে হৰিণবৰ্ণা, স্বৰ্ণকান্তি, হৰিণীৰূপধাৰিণী, সুৱৰ্ণ-ৰজত-পুষ্পৰ মালাধাৰিণী, চন্দ্ৰৰ দৰে প্ৰকাশমানা, হিৰন্ময়ী লক্ষ্মীক আহ্বান কৰা। সেই লক্ষ্মীৰ আগমন হলে মোৰ সুৱৰ্ণ, গো অশ্ব আৰু লোকসম্পদ হব। যি দেৱী অশ্ব, ৰথ, হস্তীৰদ্বাৰা স্থাপিতা হয় সেই দেৱীক এই আহ্বান কৰিছো—তেওঁৰ কাষ চাপিবৰ কাৰণে। সেই শ্ৰীদেৱীয়ে মোক কৰুণা কৰক। বাক্যমনৰ অগোচৰা, ব্ৰহ্মৰূপা, হিৰণ্যবৰ্ণা আৰ্দ্ৰা, প্ৰকাশমানা, তৃপ্তা, ভক্তমন-বাঞ্ছাপূৰণ কাৰিণী, পদ্মস্থিতা, পদ্মবৰ্ণা সেই শ্ৰীক মই আহ্বান জনাইছো। চন্দ্ৰাভা, প্ৰভাসা, যশৰদ্বাৰা প্ৰকাশমানা দেৱসেবিতা, উদাৰা, পদ্মিনী শ্ৰীৰ ইহলোকত শৰণ লৈছো—সকলো অলক্ষ্মী যেন বিনষ্ট হয়। তোমাকেই বৰণ কৰিছো। হে আদিত্যবৰ্ণা শ্ৰী তোমাৰ তপ তথা নিয়মৰ কাৰণেই এই বনস্পতি বিল্ববৃক্ষ অধিজাত হৈছে। ইয়াৰ ফল

তোমাৰ অনুগ্ৰহতে আমাৰ অন্তৰইন্দ্ৰিয়, বহিইন্দ্ৰিয় সম্বন্ধীয় মায়া, আৰু অলক্ষ্মীয়ে অপনোদন কৰক। দেৱসখ (মহাদেৱৰ সখা কুবেৰ) আৰু কীৰ্তি (যশ বা কীৰ্তি নামৰ দক্ষকন্যা) মণিৰে সৈতে (ৰত্ন অৰ্থত) আমাৰ কাষলৈ আহক। আমি এই ৰাষ্ট্ৰত আবিৰ্ভাৱ হৈছোঁ। আমাক কীৰ্তি আৰু ঋদ্ধি দান কৰক। ক্ষুধা-তৃষ্ণাৰে মলিন জ্যেষ্ঠা অলক্ষ্মীক আমি নাশ কৰিম। সকলো অভূতি আৰু অসমৃদ্ধি আমাৰ ঘৰৰপৰা আমি আঁতৰ কৰিম। গন্ধলক্ষণা, দুৰাধৰ্ষা, শস্য আদিৰ দ্বাৰা নিত্যপুষ্টা, শুষ্ক গোময়ৱতী (অৰ্থাৎ গো, অশ্ব আদি বহু পশু-সমৃদ্ধা) সৰ্বভূতৰ ঈশ্বৰী সেই শ্ৰীক আমি আহ্বান কৰিছোঁ। হে শ্ৰী, মনৰ কামনা সংকল্প, বাক্যৰ সত্য, পশুৰ ৰূপ (ক্ষীৰ ইত্যাদি) আৰু অন্নৰ ৰূপ আমি যেন লাভ কৰোঁ। আমাৰ মাজত শ্ৰী আৰু যশে আশ্ৰয় লাভ কৰক। কৰ্দম (ঋষি)ৰ দ্বাৰা তুমি অপত্যৱতী হৈছা। সেয়েহে শ্ৰীপুত্ৰ কৰ্দম তুমি আমাৰ গৃহত বাস কৰা। আগতে পদ্মমালিনী মাতৃ শ্ৰীক আমাৰ কুলত বাস কৰোৱা। অনপ্ সকলে স্নিগ্ধ কাৰ্যবোৰ উৎপন্ন কৰক। হে শ্ৰীপুত্ৰ চিক্লীত, তুমি আমাৰ গৃহত বাস কৰা। মাতৃ শ্ৰীদেৱীকো আমাৰ কুলত বাস কৰোৱা। হে জাতৱেদ আমাৰ কাৰণে তুমি আৰ্দ্ৰা, গজশুণ্ডাগ্ৰৱতী, পুষ্টিৰূপা, পিংগলবৰ্ণা, পদ্মমালিনী, চন্দ্ৰাভা, হিৰন্ময়ী লক্ষ্মীক আহ্বান কৰা। হে জাতৱেদ তুমি আমাৰ কাৰণে আৰ্দ্ৰা, যষ্টিহস্তা, সুৱৰ্ণা, হেমমালিনী, সূৰ্যাভা, হিৰন্ময়ী লক্ষ্মীক আহ্বান কৰা। হে জাতৱেদ, আমাৰ কাৰণে তুমি সেই অনপগামিনী লক্ষ্মীক আহ্বান কৰা। তেওঁৰপৰাই আমি পাম হিৰণ্য, প্ৰভূত সম্পদ, দাস, অশ্ব আৰু লোকশক্তি।

শ্ৰীসূক্ত বিশ্লেষণ কৰি ড° শশীভূষণ দাশগুপ্তৰ দৰে স্বনামধন্য পণ্ডিতে মন্তব্য কৰিছে যে শ্ৰীসূক্তত বৰ্ণিত শ্ৰী বা লক্ষ্মী যে কেৱল সম্পদৰূপিনী আৰু কান্তিৰূপিনী সেয়ে নহয়, শ্ৰী বা লক্ষ্মীৰ বিশ্লেষণ সমূহৰ ভিতৰতে পাছৰ কালৰ লক্ষ্মীদেৱীৰ বহুতো পৌৰাণিক আখ্যানৰ বীজো লুকাই আছে। লক্ষ্মীক ইয়াত যি হৰিণী বুলি কোৱা হৈছে পুৰাণত অৰণ্যৰ ভিতৰত লক্ষ্মীয়ে হৰিণী ৰূপ ধৰি বিচৰণ কৰাৰ কথাই আছে। সমুদ্ৰসম্ভূতা লক্ষ্মীৰ মূল 'আৰ্দ্ৰা' শব্দটিতে লুকাই আছে। শ্ৰীসূক্তত লক্ষ্মীক পদ্মস্থিতা, পদ্মৱৰ্ণা, পদ্মিনী, পদ্মমালিনী বুলি কোৱা হৈছে, ইয়াৰ লগত কমলা আৰু কমলিনীৰ যোগ ঘনিষ্ঠ। বিল্বৱৃক্ষ আৰু বিল্বফলৰ লগত দেৱীৰ সম্পৰ্ক শ্ৰীসূক্তত স্থাপন কৰা হৈছে

কাৰণেই হয়তো এতিয়াৰ কোজাগৰী পূৰ্ণিমাত কৰা লক্ষ্মীপূজাত কলগছৰ দ্বাৰা লক্ষ্মীৰ যি প্ৰতীকমূৰ্তি ৰচনা কৰা হয় তাত বিল্বফলৰ (বেলৰ) দ্বাৰাই দেৱীৰ স্তন গঢ়া হয়। ৰাজনিৰ্ঘণ্টত বিল্বক 'লক্ষ্মীফল' বুলি কোৱা হৈছে। দেৱীক 'পুষ্কৰিণী' বুলি যি কোৱা হৈছে এই পুষ্কৰ শব্দ গজশুণ্ডাগ্ৰবাচক। গজলক্ষ্মীৰ মূৰ্তি আৰু উপাখ্যানৰ কথা ড° দাশগুপ্তই ইয়াত স্মৰণ কৰাইছে। অলক্ষ্মীক লক্ষ্মীৰ অগ্ৰজা বুলি কোৱা হৈছে আৰু পুৰাণত লক্ষ্মী-অলক্ষ্মীৰ শ্ৰেষ্ঠত্বৰ কথা লৈ দ্বন্দ্ব হোৱাও দেখা গৈছে। শ্ৰীসূক্তৰ সপ্তম মন্ত্ৰত কুবেৰৰ লগত লক্ষ্মীৰ যোগ দেখা পোৱা গৈছে।

এনে চিন্তাৰ উপৰিও তেওঁখেতে ওপৰন্তু আৰু কেইটামান কথা উল্লেখ কৰিছে — যিকেইটা বিশেষ ৰূপেই প্ৰণিধানযোগ্য। অহিৰ্বুধ্ন্য সংহিতাৰ ৫৯ তম অধ্যায়ত বেদৰ পুৰুষসূক্ত আৰু শ্ৰীসূক্ত সম্বন্ধে যি আলোচনা কৰা হৈছে তাত শ্ৰীসূক্তৰ 'হিৰণ্যৱৰ্ণা' শব্দটিৰ ব্যাখ্যাত কোৱা হৈছে যে এই শ্ৰীশক্তিয়েই পৰমামৃতা দেৱী। শ্ৰীসূক্তটিত বিষ্ণু আৰু শ্ৰীৰ মিথুনতত্ত্বও বৰ্তমান।

অতি প্ৰাচীন গ্ৰন্থৰূপে সৰ্বজনস্বীকৃত কাশ্যপসংহিতাৰ (বৈখানস সম্প্ৰদায়ৰ গ্ৰন্থ) অংশবিশেষ 'কাশ্যপজ্ঞান কাণ্ডম'ত পদ্মপ্ৰভা, পদ্মাক্ষী, পদ্মমালাধৰা, পদ্মহস্তা শ্ৰীদেৱীৰ ধ্যান প্ৰসংগত শ্ৰীসূক্তৰদ্বাৰা তেওঁৰ হোম কৰাৰ বিধি পোৱা গৈছে। অগ্নিপুৰাণতো শ্ৰীসূক্তৰ দ্বাৰাই লক্ষ্মীৰ শিলা স্থাপন কৰাৰ নিয়ম। লক্ষ্মী প্ৰতিষ্ঠা হয় শ্ৰীসূক্তৰ মন্ত্ৰৰে, দেৱীৰ চকু উন্মীলন কৰা হয় এই সূক্তৰ অংশবিশেষেৰে, মধুত্ৰয় দান কৰিবলৈ অষ্টদিকৰ পৰা দেৱীক অভিষেক কৰিবৰ কাৰণেও এই সূক্তৰে বিশেষ বিশেষ মন্ত্ৰ লোৱা হয়। স্কন্দপুৰাণ, বিষ্ণুপুৰাণ আৰু পদ্মপুৰাণৰ সৃষ্টি-খণ্ডত দেখা গৈছে যে সমুদ্ৰ মন্থনত পদ্মস্থা দেৱীৰ আৰিৰ্ভাৱত দেৱতা আৰু মহৰ্ষিসকলে এই শ্ৰীসূক্তৰদ্বাৰাই তেওঁক স্তৱ কৰিছিল।

অগ্নিপুৰাণৰ মতে শ্ৰীসূক্ত চাৰিবেদত চাৰিটা। বৈদিক লক্ষ্মী দেৱী "শ্ৰী" নামেহে সুপ্ৰসিদ্ধা আছিল বুলিয়েই পুৰাণ আদিৰ স্থানে স্থানে দেৱীৰ "শ্ৰী" নামৰ বৰ্ণনা পোৱা গৈছে। সৌভাগ্য, সম্পদ, সৌন্দৰ্যৰ দেৱী প্ৰজাপতিৰপৰা উদ্ভৱা শ্ৰীদেৱীৰ পূজাৰ উল্লেখ শতপথ ব্ৰাহ্মণতো আছে। বোধায়ন ধৰ্মসূত্ৰতো শ্ৰীদেৱীৰ পূজাৰ উল্লেখ আছে। বাল্মিকী ৰামায়ণতো শ্ৰী বা লক্ষ্মীৰ উল্লেখ বহুত ঠাইত আছে। সুন্দৰাকাণ্ডৰে এঠাইত সীতাক লক্ষ্মী বোলা হৈছে আৰু আন এঠাইত লক্ষ্মীক সমুদ্ৰ-

ফেনৰূপৰা উদ্ভৱা বোলা হৈছে। শ্ৰীৰ উল্লেখ ৰামায়ণৰ অযোধ্যা কাণ্ডত আছে, সীতাই যেতিয়া কৈছে — "শোভয়িষ্যামি ভৰ্তাৰং যথা শ্ৰীবিষ্ণুমব্যয়ম।" অৰণ্যকাণ্ডৰো এঠাইত সীতাক "শ্ৰীৰিৰাপৰা" বোলা হৈছে। এনেবোৰ কথা যদি পাছত সংযোগ কৰা কথাও হয়, তাক নিশ্চয়কৈ কব নোৱাৰি।

পণ্ডিতসকলৰ অনুসন্ধানত লক্ষ্মীদেৱী বা শ্ৰীৰ মূৰ্তি ভৰহুত আৰু অন্যান্য প্ৰাচীন বৌদ্ধ কেন্দ্ৰবোৰত পোৱা গৈছে বুলি কোৱা হৈছে।

লক্ষ্মীৰ বিষয়ে আলোচনা কৰোঁতে মহালক্ষ্মীৰ কথাও আহি পৰে। ব্ৰাহ্মণ্য গ্ৰন্থবোৰত মহালক্ষ্মী এক অনুসন্ধানৰ বিষয়। লক্ষ্মীৰ দৰেই মহালক্ষ্মীকো বহুতে বিষ্ণু বা নাৰায়ণৰ লগত সংযুক্ত কৰিব খোজে। বিষ্ণু পুৰাণত বিষ্ণুৰ মূল শক্তি মহালক্ষ্মীয়েই। লাহে লাহে বৈষ্ণৱ পন্থাৰপৰা গৈ এই দেৱী শিৱৰ সহচৰী হৈ পৰিল। চণ্ডীৰ এটা কথা এইখিনিতে উল্লেখনীয়। মহালক্ষ্মীৰ তিনিটা সত্ত্ব: ৰজঃ তমঃ গুণ আছে বুলি চণ্ডীত কোৱা হৈছে। জগৎসংহাৰৰ সময়ত মহালক্ষ্মীয়েই তমঃ গুণসম্পন্না হৈ মহাকালীৰূপ ধাৰণ কৰে। দাক্ষিণাত্যৰ ৰাষ্ট্ৰকূট অমোঘবৰ্ষই এক মাৰাত্মক দুৰ্যোগৰপৰা প্ৰজাসমূহক ৰক্ষা কৰিবলৈ বুলি ৰক্ততৃষ্ণা থকা শক্তি দেৱীৰূপে মহালক্ষ্মীক নিজৰ আঙুলি কাটি নৈবেদ্য দিছিল। আনহাতে লক্ষ্মীমাৰ্গত তেনে কোনো ৰক্তাহুতিৰ প্ৰমাণ দেখা পোৱা নাই। দাক্ষিণাত্যৰ মহীশুৰ জিলাৰ দহ শতিকাৰ শিলালিপিয়ে মহালক্ষ্মীক ভূতনাথৰ (শিৱৰ) অৰ্ধাংগিনী বুলি স্বাক্ষৰ দিছে। এঘাৰ শতিকাৰ আৰু তাৰ পৰৱৰ্তী তান্ত্ৰিক গ্ৰন্থত মহালক্ষ্মীক শিৱৰ পত্নী বুলি কোৱা হৈছে।

শিৱৰ লগত সংযুক্ত হোৱাত নিশ্চয় এই দেৱী ক্ৰমান্বয়ে শক্তি দেৱীলৈ ৰূপান্তৰিত হ'ল। মহালক্ষ্মীৰ এক প্ৰধান স্থান দাক্ষিণাত্যৰ কোলাপুৰো লাহে লাহে শক্তি পীঠত পৰিণত হ'ল। 'মহাপীঠ নিৰূপণ' নামৰ তান্ত্ৰিক গ্ৰন্থই কোলাপুৰৰ এই শক্তিৰ আদি শক্তিৰ লগত সংযুক্ত হোৱা ভৈৰৱৰ নাম 'মহিষমৰ্দিনী' আৰু "ক্ৰোধীশ" দিছে। এই মহালক্ষ্মী শক্তিপীঠৰ প্ৰধান দেৱী হৈ উঠিল। তেওঁৰ পীঠো এক প্ৰধান তান্ত্ৰিক পীঠ হৈ পৰিল। তেওঁ তান্ত্ৰিক গুণবিশিষ্টা হোৱাত তেওঁৰ মাৰ্গও শক্তিমাৰ্গ হৈ পৰিল। ব্ৰাহ্মণ্য দৰ্শনৰ বিপৰীতে জৈনতন্ত্ৰবোৰতো মহালক্ষ্মীৰ উল্লেখ পোৱা যায়। এই দেৱীক জাগ্ৰত কৰাৰ কাৰণে দশম শতিকাত ৰচিত "জ্বালিনীকল্প"ত কেইবাটাও তান্ত্ৰিক

আচাৰ দিয়া হৈছে। লগতে যেওঁক অষ্টমাতৃকাৰ এগৰাকী বুলিও কৈছে। কোলাপুৰৰ মহালক্ষ্মী মন্দিৰত পোৱা এখন তাম্রশাসনতো এই দেৱীৰ তান্ত্রিক ভাবনাৰ কথা উল্লেখ আছে। ইয়াত কোৱা হৈছে যে দেৱীৰ আচল মন্দিৰ হৈছে "শ্রীযন্ত্র"। তান্ত্রিক দেৱীক জাগ্রত কৰাৰ কাৰণে তান্ত্রিক সাধকসকলে যি এক ৰহস্যময় ছবি অঙ্কন কৰে সেয়ে হৈছে যন্ত্র"। "জ্বালিনীকল্প"ত বর্ণিত অষ্টমাতৃকাৰ বৃত্তও এই যন্ত্রই। মহালক্ষ্মী আৰু আন সাতগৰাকী দেৱীৰ কাৰণে ভূমিত এই যন্ত্র অংকণ কৰা হয়।

লক্ষ্মীৰ আলোচনা প্রসংগত 'গজলক্ষ্মী'ৰ প্রাচীন মূর্তি কল্পনাৰ যি প্রসিদ্ধি আছে তালৈ লক্ষ্য কৰিলে দেখা যাব যে তাতো পদ্ম আৰু সমুদ্রৰ লগত লক্ষ্মী সংশ্লিষ্টা। এটি পূর্ণবিকশিত পদ্মৰ ওপৰত লক্ষ্মী দণ্ডায়মানা। দুফালে দুটি হস্তীয়ে স্বর্ণকুম্ভৰ পানীৰে অথবা শুঁৰেৰে লক্ষ্মীক স্নান কৰাইছে। সমুদ্র মন্থনৰ উপাখ্যানত লক্ষ্মীক ঐৰাৱতে স্নান কৰোৱা কথাটো এই প্রসংগত স্মৰণীয়। তাত্ত্বিক দৃষ্টিত কোৱা হৈছে যে পদ্মক যিহেতু সৃজনীশক্তিৰ প্রতীক বুলি ধৰা হয় আৰু শ্রী বা লক্ষ্মীও সৃষ্টি-ৰূপিনী সেয়ে লক্ষ্মী পদ্মালয়া, পদ্মসনা, পদ্মা। পদ্মসলিলসম্ভূত কাৰণে লক্ষ্মীও সলিলসম্ভূতা হব পাৰে। গজলক্ষ্মীৰ আন এটি মূর্তি কল্পনা কিছু ৰহস্যময়। সেই ৰূপ কল্পনাত পদ্মস্থিতা লক্ষ্মীয়ে এহাতে এটি হস্তীক ধৰি গ্রাস কৰিছে, আকৌ তাকেই বমন কৰি বাহিৰ কৰিছে। কোনো কোনো পণ্ডিতে এই ৰূপ কল্পনাৰ মাজত বৌদ্ধ আখ্যানৰ প্রভাৱ পৰাৰ অনুমান, কৰিছে। বুদ্ধদেৱক গর্ভত ধাৰণ কৰাৰ পূবে তেওঁৰ মাতৃ মায়া- দেৱীয়ে হস্তীভক্ষণ আৰু বমনৰ যি স্বপ্ন দেখিছিল সেই স্বপ্নৰ প্রভাৱ লক্ষ্য কৰিছে।

"অনয়ৈৱ জগৎসংৱর্ সদেৱাসুৰমানুষম্
মোহয়ামি দ্বিজশ্রেষ্ঠা গ্রসামি বিসৃজামি চ।'

বুলি কুর্মপুৰাণত বিষ্ণুমায়াৰ যি বর্ণনা আছে সেই অর্থতো গজলক্ষ্মীৰ মূর্তিক ধৰিব পাৰি বুলি অন্য পণ্ডিতে ভাবে। দেৱীয়ে মানুহ, দেৱতা, অসুৰ সকলোকে ভক্ষণ কৰে আকৌ সৃজন কৰে, হস্তীও সেই বিশ্বব্রহ্মাণ্ডৰহে প্রতীক।

কোনো কোনো চিন্তাবিদে লক্ষ্মীপূজা অনার্য চিন্তাসম্ভূত বুলি কব খোজে। গাহৰি দাঁত, কলাবৌ, নাৰিকল, ধান ইত্যাদিৰে লক্ষ্মী পূজাত উপকৰণ আগবঢ়োৱা হয়। এনে উপাদান আর্যসকলৰ নহয়।

অনাৰ্য সমাজৰ কৃষি-উৎসৱেই লক্ষ্মীপূজালৈ ৰূপান্তৰিত হ'ল বুলি এনেসকল পণ্ডিতে ভাবে। কলৰ বাকলিত বিভিন্ন শস্য, সোণ, ৰূপ ইত্যাদি দি নাওত এইবোৰ উটাই দি লক্ষ্মী আৱাহন কৰা নিয়ম ভাৰতৰ বহুতো লোকসমাজত আছে। উত্তৰ ভাৰতৰ হিন্দু সমাজত বিশেষকৈ বংগদেশত বছৰটোত ছটা লক্ষ্মীব্ৰত পালন কৰা হয়। সেয়া হ'ল ভাদমাহত ভাদ্ৰলক্ষ্মী, আহিনৰ কোজাগৰী লক্ষ্মী, কাৰ্তিকৰ কাৰ্তিক লক্ষ্মী, (দীপান্বিতা), আঘোণৰ ক্ষেত্ৰলক্ষ্মী, পুহৰ পুহলক্ষ্মী আৰু চ'তৰ চৈত্ৰলক্ষ্মী। ঘৰৰ লক্ষ্মী আসনত ঘট, কড়ি, কেঁচা, সেন্দুৰৰ টেমা আৰু ঘটৰ মুখত আমপাত অন্ততঃ তিনিটা হলেও দিব লাগে। ঘটৰ গাত সেন্দুৰৰ ৰেখাও আঁকি থোৱা হয়।

পঞ্চোপচাৰ, দশোপচাৰ আৰু ষোড়শোপচাৰে কৰা লক্ষ্মী পূজাতো দেৱীক নাৰিকলৰ আধা অংশ উপকৰণ হিচাপে দিয়া হয়। এই নাৰিকলৰ সুগোল ফালটোক "কুবেৰৰ মূৰৰ প্ৰতীক" বুলি আৰু "কলাবৌ"ক বলি দিয়া মানুহৰ অন্তঃকৰণৰ প্ৰতীক বুলি কব খোজা হৈছে। এইবোৰৰ পৰাও দেৱীক অনাৰ্য কল্পনাৰ দেৱী বুলি চিন্তা কৰা হৈছে।

আহিনৰ সংক্ৰান্তিত বংগদেশত পালন কৰা "গাড়শী ব্ৰত' বা লক্ষ্মীব্ৰত আৰু এই লক্ষ্মীব্ৰতৰ পিছত কৰা অলক্ষ্মী পূজাৰ কথা লক্ষ্মী পূজাসম্পৰ্কীয় লোককল্পনা আৰু ধাৰণা বিশ্লেষণ কৰাৰ ক্ষেত্ৰত উল্লেখ কৰিব পাৰি।

বংগদেশৰ লক্ষ্মীব্ৰত উপলক্ষে ঘৰ-দুৱাৰ পৰিষ্কাৰ কৰি ৰাতিৰ চতুৰ্থ প্ৰহৰত (পুঁৱতী নিশা) সধৱা-বিধৱা, বালক-বালিকা একত্ৰিত হৈ, জ্বলন্ত প্ৰদীপ হাতত লৈ অন্তঃপুৰত সমাবত হয়। তাতে এখন পাত্ৰত এঘট পানী, বগৰীৰ পাত, সৰিয়হ, মিথি আৰু হালধি থোৱা হয়। তাৰ পিছত জ্বলি থকা মাটিৰ চাকিৰ শিখাত কেঁচা তেতেলি পুৰিব লাগে। কেঁচা তেতেলি পুৰি থাকোতে বাহিৰত বহি পুৰুষসকলে ধুমপান কৰিব। তেতেলি পোৰা গৰাকীক এগৰাকীয়ে সুধিব —"কেলেই ধুমপান কৰিছে, কেলেই তেতেলি পুৰিছে?" তেওঁ উত্তৰ দিব—'মানুহৰ কাহৰ ৰোগ আৰোগ্য হবৰ কাৰণে।' তাৰ পিছত উৰুলি দি সেইবেলাৰ কাম সমাধা কৰে। ইয়াৰ পিছত আগবেলাতে কেঁচা মগু, বুট, মাটিমাহ, নাৰিকল, কল দি লক্ষ্মীৰ পূজা হয়। ব্ৰতিনীসকলে অৰন্ধন পালন কৰে — 'হালৰ অৰ্জা, জালৰ মাছ' নাখায়। হাল নোবোৱাকৈ যিবোৰ

শাক-পাচলি হয় যেনে কলমৌ শাক, লাও, কোমোৰা আদিৰে, খেচাৰী দাইলেৰে আৰু "বোৰো" ধানৰ চাউলেৰে, তেলসম্ভাৰ নিদিয়াকৈ প্ৰস্তুত কৰা আহাৰ আহিনত বান্ধি এক কাতিৰ দিনা আটায়ে গ্ৰহণ কৰে। আহিনত বান্ধি কাতিত খালে ঘৰত লক্ষ্মী বন্ধা থাকে বুলি তেওঁবিলাকে বিশ্বাস কৰে। এনেবোৰ কথাৰ বিভিন্ন দিশৰ অৰ্থ হব পাৰে।

লক্ষ্মীৰ পূজা হৈ গলে অলক্ষ্মী পূজা কৰা হয়। অলক্ষ্মী হৈছে গোবৰেৰে তৈয়াৰ কৰা এক মূৰ্তি। অলক্ষ্মী কৃষ্ণবৰ্ণা, মুক্তকেশী, ক্ৰোধী। তেওঁৰ এহাতত কুলা, এহাতত ঝাড়ু। তেওঁৰ ধ্যান এনে :

ওঁ অলক্ষ্মীং কৃষ্ণবৰ্ণাঞ্চ ক্ৰোধানাং কলহপ্ৰিয়াং
কৃষ্ণবস্ত্ৰপৰিধানাং লৌহাভৰণভূষিতাং
ভগ্নাসনস্থাং দ্বিভুজাং শৰ্কৰাকৃষ্টচন্দনাং
সম্মাৰ্জনী সব্যহস্তাং দক্ষহস্ত শূপকাং ?
তৈলাভ্যক্তিতগোত্ৰাঞ্চ গৰ্দভাৰোহণাং ভজে ॥

অলক্ষ্মীৰ এনে মূৰ্তি সাজিবলৈ বাহি গাৰে, বাহি কাপোৰেৰে গোবৰ আনিব লাগে, আৰু মূৰ্তি সাজিব লাগে বাওঁহাতেৰে। -মাইকী মানুহৰ ছিগা চুলিৰে অলক্ষ্মীৰ চুলি দিব লাগে, চকু দিব লাগে কড়িৰে। মূৰ্তিৰ গোটেই গাতে কপাহৰ গুটি সিঁচি দিব লাগে। অলক্ষ্মীৰ আসন পত্ৰ হয় বাৰিৰৰ ভগা তক্তা বা পীৰাত। কল বাকলি বা কলৰ ডিলৰ পাত এটাত অলক্ষ্মীক বহুৱাই তেওঁৰ ধ্যান আৰু পূজা সমাপ্ত কৰি "অলক্ষ্মী যোৱাগৈ, লক্ষ্মী আহাঁ" বুলি মাতি মাতি তিনি আলিৰ মূৰত অলক্ষ্মীক এৰি থৈ আহিব লাগে। অলক্ষ্মীক বাটৰ মূৰলৈ নিওঁতে ল বাহোৱালীবোৰৰ দ্বাৰা কুলা বজাই বজাই নিব লাগে।

অলক্ষ্মীক দুৰ্ভাগ্যৰ দেৱী বুলি গণ্য কৰা হয়। এইটো সহজেই ধৰিব পাৰি যে কাতিৰ কাঙাল সময়খিনিকে প্ৰতীকি অৰ্থত অলক্ষ্মী বুলি বিদায় দি নতুন শস্যৰ প্ৰতীক লক্ষ্মীক আহ্বান কৰা হৈছে। লক্ষ্মীব্ৰত কৰোঁতে অৰন্ধন পালন কৰা হয়, হাল বাই কৰ্ষণ কৰি উৎপাদন কৰা বস্তু খোৱা নহয়। তাৰপৰাই নিশ্চয় কৰ পাৰি হাল বাই শস্য উৎপাদন কৰাৰ আগৰ অৱস্থাটোকে লক্ষীব্ৰতত দেখুৱা হৈছে। ব্ৰতৰ শেষতহে তথা কায়ে কষ্টে সাধনা কৰাৰ পাছতহে লক্ষ্মীক পোৱা গৈছে অৰ্থাৎ শস্যসম্পদ, শস্যশ্ৰী লাভ হৈছে।

প্ৰাচীন ব্ৰতকথা, প্ৰাচীন কিম্বদন্তীবোৰ বিশ্লেষণ কৰি চালে তত্ত্বৰ প্ৰতীকি অৰ্থই পোৱা যায়। সমুদ্ৰগৰ্ভা লক্ষ্মী মন্থনৰ শেষত আবিৰ্ভাৱ হৈছে। এই মন্থন কৃষিক্ষেত্ৰ কৰ্ষণৰ লগত একেই নহয় নে? দেৱতা আৰু অসুৰ তথা বুদ্ধি আৰু আসুৰিক পৰিশ্ৰমেৰে ক্ষেত্ৰ কৰ্ষণ কৰিলেহে শস্যশ্ৰী আবিৰ্ভূতা হয়। সোণোৱালী শস্যই হিৰণ্যবৰ্ণা শ্ৰী। শস্যৰ আবিৰ্ভাৱ আৰু অন্তৰ্ধানৰ যি চক্ৰ বছৰটোত সংঘটিত হয় তাকেই যেন এক প্ৰতীকি কাহিনী প্ৰাচীন এক 'মিথ'ত আমি পাইছোঁ।

# দেৱী সৰস্বতী

বিদ্যাৰ অধিষ্ঠাত্রী দেৱী সৰস্বতী। জ্ঞান-বিজ্ঞানৰ তেওঁ দেৱী। তেওঁ বেদমাতা। তুষাৰশুভ্ৰ তেওঁৰ দেহৰ কান্তি। শ্বেতপদ্মৰ ওপৰত আসীনা সেই দেৱী কুন্দকুসুমৰ দৰে বৰ্ণময়ী। চতুৰ্ভুজা তেওঁৰ ৰূপ। দক্ষিণহস্ত এখনিত স্বামীক অৰ্পণ কৰাৰ ভংগীত এপাহি ফুল। জ্ঞানৰূপ তেওঁৰ অন্য হস্তত এখনি পুস্তক। বামহস্ত এখনিত তেওঁ ধাৰণ কৰিছে শিৱমালা। অন্যহস্তত এটি 'ডমৰু'। প্ৰকাৰান্তৰে তেওঁৰ ৰূপ ঃ

মুক্তাকান্তিনিভাং দেবীং জ্যোৎস্না জালবিকাশিনীম্
মুক্তাহাৰযুতাং শুভ্ৰাং শশিখণ্ডবিমণ্ডিতাম্ ॥
বিভ্ৰতীং দক্ষহস্তাভ্যাং ব্যাখ্যাং বৰ্ণস্য মালিকাম্
অমৃতেন তথা পূৰ্ণং ঘটং দিব্যঞ্চ পুস্তকম্ ॥
দধতীং বামহস্তাভ্যাং পীনস্তনভৰান্বিতাম্
মধ্যে ক্ষীণাং তথা স্বচ্ছাং নানাৰত্নাদিভূষিতাম্ ॥

দেৱী ত্ৰিনয়না ঃ

বিপ্ৰানাং কমলাননাং কুণ্ডলাং বাগ্দেৱতাং।
বন্দে বাঞ্ছিতদপ্ৰদাং ত্ৰিনয়নাং সৌভাগ্যসম্পৎকৰীম্ ॥

তেওঁৰ মন্ত্ৰ "ঐঁ বাচস্পতে অমৃতে প্লাপ্লু।" দেৱীৰ গায়ত্ৰী হৈছে ঃ "বাগ্দেব্যৈ বীমহে কামৰাজায় ধীমহি তন্নো দেৱী প্ৰচোদয়াৎ।"

এই দেৱী সৰস্বতীৰ উল্লেখ বেদতে প্ৰথমে পোৱা যায় নেকি? সৰস্বতীৰ উল্লেখ ঋগ্বেদত কেবাঠাইতো কেবাপ্ৰসংগতো আছে। কিন্তু বৈদিক সৰস্বতী মূলতে নদীহে। আৰ্যসকলৰ ভাৰতৰ বাসস্থান এই সৰস্বতী নদীৰ কাষৰতে আছিল বুলি পুৰাতত্ত্ববিদ পণ্ডিতসকলে স্থিৰ কৰিছে। বেদজ্ঞ পণ্ডিত আচাৰ্য সামশ্ৰমীদেৱে বেদত কীৰ্তিত সুৱাস্তু জনপদেই আৰ্যসকলৰ নিবাস বুলি সিদ্ধান্ত কৰিছে। আৰ্যসকলৰ বসতিস্থান ব্ৰহ্মাৱৰ্ত, সৰস্বতী আৰু দৃশদ্বতী নদীৰ মাজৰ ঠাই আছিল বুলি কোৱা হয়। এই সৰস্বতী নদীৰ পাৰতে আৰ্যসকলে গভীৰ সাধনাত নিমগ্ন হৈ আধ্যাত্মিক জ্যোতিৰ দৰ্শন কৰিছিল।

ঋগ্‌বেদত যিবোৰ নদীৰ নাম আছে তাৰ ভিতৰত সৰস্বতী নদীৰ উল্লেখ বহুতবাৰ পোৱা গৈছে। "অম্বিতমে, নদীতমে, দেৱিতমে সৰস্বতী" বুলি সৰস্বতী নদীক নদীৰ ভিতৰত শ্ৰেষ্ঠ, দেৱীৰ ভিতৰত শ্ৰেষ্ঠ আৰু জননীসকলৰ মাজত শ্ৰেষ্ঠ বুলি কোৱা হৈছে। এই সৰস্বতী নদী পৰ্বতৰপৰা উৎপত্তি হৈ সমুদ্ৰত পৰাৰ কথাও স্পষ্টভাবে উল্লেখ আছে।[১]

"একাচেতৎ সৰস্বতী নদীনাং শুচিৰ্যতী গিৰিভ্য আসমুদ্ৰাৎ।"[২] অৰ্থাৎ "পুণ্যতোয়া যি সৰস্বতী নদী পৰ্বতৰপৰা সমুদ্ৰলৈ বৈ গৈছে, সেই সৰস্বতীয়েহে নদীবিলাকৰ ভিতৰত এই কথা জানে।" সৰস্বতী নৈৰ উদ্ভৱ হৈছে হিমালয়ৰপৰা। পাছে সমুদ্ৰ ক্ৰমে আঁতৰি যোৱাত সৰস্বতী নৈ ৰাজপুতনাৰ মৰুভূমিত (বিকানীৰ অঞ্চল) লুপ্ত হৈছে। কাৰো কাৰো মতে পাঞ্জাবৰ পাতিয়ালা ৰাজ্যৰ ওচৰত এই নদীৰ বিলুপ্তি ঘটিছে। বিলুপ্তি কাল খৃঃ পূঃ ৭৫০০ মানেই হব বুলি পুৰাতত্ত্ব-বিদ পণ্ডিত .কট্‌কাৰে সিদ্ধান্ত কৰিছে আৰু ভাৰতৰ প্ৰাচীন ইতিহাসৰ প্ৰখ্যাত পণ্ডিত অবিনাশচন্দ্ৰ দাস মহাশয়েও এই সিদ্ধান্ত সমৰ্থন কৰিছে।[৩] এই কালৰপৰা চাই উক্ত মন্ত্ৰৰ ৰচনাকাল তথা ঋকবেদৰো ৰচনাকাল খৃঃ পূঃ ৭৫০০ৰ পূৰ্ববৰ্তী হব বুলিয়েই পণ্ডিতসকলৰ মত।

পুণ্যসলিলা এই সৰস্বতী নদী আৰু ইয়াৰ কাষৰীয়া দৃশদ্বতী নদীৰ পাৰতে আৰ্যসকলে যজ্ঞসমূহ সম্পন্ন কৰিছিল। সেয়েহে বাধা-বিঘিনি নাহোৱাকৈ যজ্ঞ সমাধা কৰিবলৈ ঋষিসকলে সৰস্বতী নদীৰ আশীৰ্বাদ বিচাৰিছিল। ঋগ্‌বেদত সৰস্বতীক নদী আৰু বাকৰ দেৱতা এই দুটি ৰূপত পোৱা গৈছে। পবিত্ৰ সৰস্বতী নদীৰ পাৰতে ঋড্‌মন্ত্ৰ দৃষ্ট হৈছিল কাৰণে সৰস্বতী নদী দেৱীস্বৰূপা বুলি কল্পনা কৰি, জননীৰ দৰে স্নেহশীলা নদীত দেৱত্ব আৰোপ কৰা হৈছিল। সৰস্বতীৰ প্ৰভাৱতে বেদৰ মন্ত্ৰসমূহ ৰচনা সম্ভৱ হৈছে বুলি ঋষিসকলে উপলব্ধি কৰিছিল আৰু সেয়ে বচনৰ অধিষ্ঠাত্ৰীৰূপে সৰস্বতীক বাগ্‌দেৱী নামেৰেও অভিহিত কৰা হৈছিল। প্ৰসংগক্ৰমে কৈ থব পাৰি যে "বেদত বৰ্ণিত প্ৰত্যেক দেৱতাই একো একোটা পাৰ্থিব

---

১ ঋগ্‌বেদ ২/৪১/১৬
২ ঋ ৭/৯৫/২
৩ Rigvedic India (পৃষ্ঠা ৮)

বস্তু বা পাৰ্থিৱ পদাৰ্থৰ প্ৰতীক। 'অৰ্থাৎ একো একোটা পাৰ্থিৱৰ চৈতন্যসত্ত্বা বা অধিষ্ঠাতা একো একোজন দেৱতা।[৩]''

এই প্ৰসংগত ঋগ্‌ৱেদৰ প্ৰথম মণ্ডলৰ তৃতীয় সূক্তৰ কেইটিমান ঋক্ আৰু ত্ৰয়োদশ সূক্তৰ এটি ঋক্ নিতান্ত উল্লেখযোগ্য :

পাৱকা নঃ সৰস্বতী ৱাজেভিৰ্বাজিনীৱতী
যজ্ঞং ৱষ্টু ধিযাবসুঃ (১০)
চোদযিত্ৰী সূনৃতানাং চেতন্তী সুমতীনাম্ ?
যজ্ঞং দধে সৰস্বতী (১১)
মহোঅৰ্ণঃ সৰস্বতী প্ৰচেতযতি কেতুনা
ধিয়ো ৱিশ্বা ৱি ৰাজতি (১২)

"পৱিত্ৰকাৰিণী, অন্নযুক্ত, স্বৰবিশিষ্টা আৰু যজ্ঞফলৰূপে ধনদাত্ৰী সৰস্বতীয়ে আমাৰ অন্নযুক্ত যজ্ঞ কামনা কৰক (নাইবা আমাৰ অৰ্পিত অন্নৰদ্বাৰা আমাৰ যজ্ঞলৈ আকৃষ্ট হওক)।" (১০)

"প্ৰিয় সত্যবাক্যৰ প্ৰেৰয়িত্ৰী, সুবুদ্ধি থকা মানৱৰ শিক্ষয়িত্ৰী সৰস্বতীয়ে আমাৰ এই যজ্ঞ গ্ৰহণ কৰিছে।" (১১)

"সৰস্বতীয়ে প্ৰৱাহৰূপ কৰ্মৰদ্বাৰা (অৰ্থাৎ সৰস্বতী প্ৰৱাহিত হৈ) অনন্ত পানীৰ কথা মানুহক বুজাইছে আৰু সকলো জ্ঞান উদ্দীপন কৰিছে (বৃহৎ নদী সৰস্বতী বৈ থাকি নিজৰ দীপ্তিৰদ্বাৰা সকলো সজ বুদ্ধি পোহৰাই উজ্জ্বলতম কৰিছে।)" (১২)

সুখ-প্ৰদানকাৰী, ক্ষয়হীনা আৰু দীপ্তিশালী ইলা (ইডা), সৰস্বতী আৰু ভাৰতী (মহী) এই তিনি দেৱী কুশৰ ওপৰত বহক (ঋ ১।১৩। এই ঋক্‌ত যজ্ঞত অগ্নিক আহ্বান কৰাৰ লগতে দেৱীকো আহ্বান কৰা হৈছে। ঋগ্‌ৱেদৰ এই ঋ ১।১৩ সূক্তক আপ্ৰীসূক্ত বুলিও কব পাৰি। কাৰণ এই সূক্তত অগ্নিক প্ৰীতিযুক্ত কৰিবলৈ বিবিধ নামেৰে যজ্ঞলৈ আহ্বান কৰা হৈছে। লক্ষ্য কৰিব-লগীয়া যে বাক্যৰ দেৱী সৰস্বতীৰ নামো ভাৰতী। আনহাতেদি ইলা বা ইডা, সৰস্বতী আৰু ভাৰতী (মহী) — এই তিনিটা অগ্নিৰেই বিশেষ মূৰ্তিৰো নাম।

সৰস্বতীক প্ৰিয় সত্যবাক্যৰ প্ৰেৰয়িত্ৰী, মানৱৰ শিক্ষয়িত্ৰী আৰু জ্ঞান উদ্দীপিকা শক্তি বুলি প্ৰণতি জনোৱাৰ প্ৰথম নিদৰ্শন এনেকৈ ঋগবেদতে পোৱা গৈছে।

৩ ৱেদৰ পৰিচয় : ড' যোগীৰাজ বসু

ঋগ্বেদৰে এঠাইত সৰস্বতী দেৱী নগৰৰ ধাৰিণী অৰ্থতো উল্লিখিত হৈছে। "প্রক্ষোদসা ধায়সা সস্র এষা সৰস্বতী ধৰুণমায়সী পূঃ" (৭৯৫.১)... "এই সৰস্বতী দেৱী লোহাৰে তৈয়াৰী নগৰৰ ধাৰিণী হৈও পানীৰে সৈতে গমনশীলা।" ঋগ্বেদৰ ৭৯৬৩ শ্লোকো উল্লেখযোগ্য।

উৰ্বৰতাৰ শক্তিৰে সৰস্বতী নদী মাতৃ। নগৰ পৰিবেষ্টন কৰা বাবে নগৰৰ ধাৰিণী। সুশীতল বায়ু, প্রাকৃতিক সৌন্দৰ্য প্রদান কৰিব পৰা সুজলা সুফলা মাতৃৰূপে মানৱক সুস্থ মানসিক শক্তি আৰু জ্ঞানৰ উৰ্বৰতা দিব পৰা তেওঁ জ্ঞান উদ্দীপিকা দেবী।

ধাৰিণী শব্দটোৱে সৰস্বতীক শক্তি দেৱীৰ লগত অভিন্ন অৰ্থও কৰা যেন অনুভৱ হয়। সৰস্বতীৰ সিংহবাহনা মূৰ্তিও বহুত ঠাইত আৱিষ্কৃত হৈছে। সৰস্বতীৰ সৌন্দৰ্যত বহুত দেৱতাসকলৰ হাত এবাৰৰ কাৰণেই তেওঁ সিংহমূৰ্তি ধাৰণ কৰিছিল বুলি কোৱা হয় আৰু এই কাৰণেই তেওঁ সিংহবাহনা।

পঞ্চদশ শতিকাৰ উৰিয়া কবি শূদ্ৰমুনি সাৰলা দাসৰ "চণ্ডীপুৰাণ" নামৰ প্রসিদ্ধ কাব্যগ্রন্থত সৰস্বতীক শক্তিস্বৰূপা আদ্যা দেবীৰ লগত অভিন্ন কৰি দেখুৱা হৈছে। এই চণ্ডীপুৰাণত যোগনিদ্রাত নিমগ্ন নাৰায়ণ "অনাদি মাহেশ্বৰী বাক্যদেৱী"ৰ কোলাত শুইছে। অতিশয় সৌন্দৰ্যময়ী ধৱলাংগী বাক্য দেৱীক দেখি মধুকৈটভ দুটা দেত্যই উন্মত্ত লালসাৰে দেৱীৰ পিনে ধাবিত হ'ল। সৰস্বতী দেবীয়ে বিষ্ণুৰ শৰণ লোৱাত বিষ্ণু জাগ্রত হৈ দুই অসুৰ নিধন কৰিলে। মহিষাসুৰ নিধনৰ কাৰণেও দেৱতাসকলে এই 'বাক্যদেৱী'ৰেই শৰণ গ্রহণ কৰিছিল আৰু প্রাৰ্থনা কৰিছিল—'প্রভু যোগনিদ্রা ভাঙ্গ আগে মাতা।" তেতিয়া দেবীয়ে তেওঁৰ বীণা বজাই নাৰায়ণৰ নিদ্রা ভংগ কৰিলে। পাছত কিন্তু দেখা গ'ল দেৱতাসকলৰ মুখৰপৰা নিঃসৃত হোৱা তেজঃপুঞ্জ একত্রিত হৈছে দেবী চণ্ডিকাৰ ৰূপ ধাৰণ কৰিছে। ৰণোন্মত্তা এই চণ্ডিকাৰ ৰূপ কিন্তু "ধবল কামাক্ষী সে যে কৰ্পূৰ বৰণা।"

ড শশীভূষণ দাশগুপ্তৰ দৰে পণ্ডিত গবেষকে মহাসৰস্বতী, মহালক্ষ্মী আৰু মহাকালী এক আদ্যা দেবীৰে ত্রিতত্ত্ব বুলি কব খোজে। এইজনা পণ্ডিতৰ মতে এক আৰু অদ্বিতীয়া দেবীয়ে সাত্ত্বিক, ৰাজসিক আৰু তামসিক এই তিনি শক্তিক অৱলম্বন কৰি এই তিনি দেৱীৰ উৎপত্তি। চণ্ডীৰ মাজত প্রকাশ পোৱা দেৱীৰ স্বতন্ত্রৰূপেই দেবী ভাগৱতত বিস্তাৰ লাভ কৰিছে বুলি ড' দাশগুপ্তই সিদ্ধান্ত কৰিছে।

পাছৰ পুৰাণ সমূহত সৰস্বতী, 'বাক' দেবীৰ লগত অভিন্ন হৈছে। ঋগ্বেদৰ দেৱীসূক্তই হৈছে বাগ্দেৱীৰ আখ্যান। ঋগ্বেদৰ এই অংশত জগজ্জননী দেৱী ভগৱতী অম্ভৃণ ঋষিৰ কন্যাৰূপে অৱতীৰ্ণা হৈছে। তেওঁ নিজৰ পৰিচয় দিছে নিজৰ মুখেৰেই—"মই ৰুদ্ৰ বসু আদিত্য আৰু সকলো দেৱতাৰে সৈতে বিচৰণ কৰোঁ। মই মিত্ৰ আৰু বৰুণ, ইন্দ্ৰ আৰু অগ্নি আৰু অশ্বিনী দুজনক ধাৰণ কৰোঁ।। ১

শক্তিমন্ত সোম, ত্বষ্টা, পূষা আৰু ভগক ধাৰণ কৰোঁ। হবিস্ দান কৰোঁতা, পুণ্যশীল আৰু সোমৰস নিষ্কাসক যজমানক সম্পদ দান কৰোঁ।। ২

মই ৰাষ্ট্ৰী (ৰাজৰাণী, ৰাজ্যৰ অধীশ্বৰী)। মই সম্পদ আহৰণ কৰোঁ। মই জ্ঞানী আৰু পূজাৰীসকলৰ অগ্ৰণী। দেৱতাসকলে মোক নানা ঠাইত বিভক্ত কৰিছে যাতে মই বিভিন্ন ঠাইত থাকিবলৈ পাৰোঁ আৰু অনেক ঠাইত প্ৰৱেশ কৰিবলৈ পাৰোঁ। ৩

যিজনে খাদ্য গ্ৰহণ কৰে, যিজনে দেখে আৰু উশাহ লয় আৰু যি কোৱা হয় তাক শুনে, তেওঁ মোৰ যোগেদিহে আহাৰ গ্ৰহণ কৰে। অজ্ঞসকলে (মোক নাজানি) মোতে বাস কৰে। হে প্ৰসিদ্ধজন শুনা, তোমাক মই বিশ্বাসনীয় কথা কওঁ। ৪

দেৱতা আৰু মানুহৰ মন তুষিব পৰা প্ৰিয় কথা মই নিজে কওঁ। মই যিজনক ভাল পাওঁ তেওঁক উগ্ৰ (যুঁজাৰু) পুৰোহিত, ঋষি অথবা মেধাৱী কৰোঁ। ৫

মই ৰুদ্ৰৰ হকে শৰেৰে ব্ৰহ্মদ্বেষীজনক বধিবলৈ ধনু বিস্তাৰ কৰোঁ (অৰ্থাৎ ধনুৰ গুণ টানোঁ)। মই মানৱৰ কল্যাণৰ বাবে সমৰ কৰোঁ। মই স্বৰ্গ আৰু মৰ্ত্যলোকত প্ৰৱেশ কৰোঁ। ৬

মই মোৰ পিতাক (দ্যৌক) এই জগতৰ মূৰ্ধত প্ৰসৱ কৰিছোঁ। (স্বৰ্গ) জলৰ মাজত সাগৰত মোৰ আৱাসগৃহ। তাৰে পৰা মই সকলো চৰাচৰৰ মাজলৈ পৰিব্যাপ্ত হওঁ আৰু মোৰ শীৰ্ষভাগে আকাশক পৰশে। ৭

সকলো জীৱজগতকে সাবটি লৈ মই বতাহৰ দৰে চিৰদিন প্ৰবাহিত হওঁ। স্বৰ্গ আৰু এই পৃথিৱীৰ পৰা দূৰলৈ মই আপোন মহিমাতে বিয়পি আছোঁ। ৮ *

---

* অনুবাদ : ড থানেশ্বৰ শৰ্মা

দেৱীসূক্তৰ বাগ্‌দেৱীৰ এই উক্তি, মহাপ্ৰকৃতিৰে উক্তি। পৰম শক্তিস্বৰূপা প্ৰকৃতিয়েই জগজ্জননী। তেওঁৱে ব্ৰহ্মবিদ্যাস্বৰূপা, ঋষিৰ আৰু উত্তম জ্ঞান প্ৰদানকাৰিণী সৰস্বতী। সজ্জনৰ ৰক্ষাৰ কাৰণে নিৰন্তৰ সংগ্ৰাম কৰা তেওঁৱেই মহাচণ্ডী।

মহাভাৰতত সৰস্বতীক "বেদমাতা" বুলি সম্বোধন কৰা হৈছে। তৈত্তীৰিয় ব্ৰাহ্মণত বাগ্‌দেৱীক বোলা হৈছে বেদমাতা। মৎসপুৰাণত শতৰূপা, সাবিত্ৰী, গায়ত্ৰী আৰু ব্ৰহ্মাণী সৰস্বতীৰে বিভিন্ন নামৰূপে ব্যৱহাৰ হৈছে। বৰাহপুৰাণত সৰস্বতী গায়ত্ৰী, মহেশ্বৰী, সাবিত্ৰী বুলি সম্বোধন কৰা হৈছে। পিছৰ বহুতো পুৰাণত সৰস্বতী ব্ৰহ্মাণী, জ্ঞান-বিজ্ঞানৰ অধিষ্ঠাত্ৰী আৰু সংগীতৰ দেৱীৰূপে স্বীকৃতা হৈছে।

কোনো কোনো পুৰাণত সৰস্বতী, ব্ৰহ্মা, সাবিত্ৰী আৰু গায়ত্ৰীক লৈ কিছুমান আখ্যানৰ অৱতাৰণা কৰা হৈছে। স্কন্দপুৰাণৰ কাহিনীমতে ব্ৰহ্মাই পুষ্কৰত যজ্ঞ সমাপন কৰিবলৈ ওলাই দেখিছে যে পত্নী সাবিত্ৰী তেতিয়াও আহি পোৱা নাই। সাবিত্ৰীক ব্ৰহ্মাই মাতি পঠাইছে। সাবিত্ৰীয়ে অকলে যাবলৈ ইতস্ততঃ কৰি অন্য দেৱপত্নী সকলৰ লগ লৈছে। ইফালে সময় উকলি যায় যায় অৱস্থা হোৱাত পত্নী বিনে যজ্ঞৰ আহুতি দিবলৈ অসমৰ্থ, নিৰুপায় ব্ৰহ্মাৰ লগত বিষ্ণু, ইন্দ্ৰ, ৰুদ্ৰ আদি দেৱতাসকলে হাতত ধৰা লৈ সেইফালে অহা ধুনীয়া যুৱতী এগৰাকীকে গায়ত্ৰী নামেৰে বিয়াহ দি যজ্ঞসমাপ্ত কৰিলে। পলমকৈ যজ্ঞস্থলীত আহি প্ৰৱেশ কৰা সাবিত্ৰীয়ে সপত্নী গায়ত্ৰী সহ ব্ৰহ্মাক দেখি অভিশাপ দিলে যে ব্ৰহ্মাৰ পূজা কতো নহ'ব। শেষত গায়ত্ৰীয়ে সাবিত্ৰীৰ ভৰিত দীঘল দি পৰি ক্ষমা খোজাত সাবিত্ৰীয়ে গায়ত্ৰীক উদাৰতাৰে ক্ষমা কৰি সাৱটি ললে আৰু ব্ৰহ্মাৰ লগতে তিনিও যুক্ত হৈ ৰল।

আনহাতেদি বেদত সাবিত্ৰী বুলি কোনো দেৱীৰে উল্লেখ নাই। পৰবৰ্তী কালতহে বেদৰ অৱলম্বনত সাবিত্ৰীক দেৱীৰূপে গঢ়ি লোৱা হৈছে।

প্ৰকৃততে নদী সৰস্বতী নদী অধিষ্ঠাত্ৰী দেৱীলৈ ৰূপান্তৰিত হোৱাৰ পাছত, অৰ্থাৎ নদীখনে দেৱত্ব লাভ কৰাৰ লগে লগে নদীৰ অধিষ্ঠাত্ৰীয়েই সকলো পূজাৰ পৃষ্ঠপোষক হ'ল। তেওঁৰ নিৰ্দেশ আৰু আশীৰ্বাদ মানুহৰ সফলতাৰ কাৰণ প্ৰয়োজন হ'ল। শ্ৰোৰস্মৃষ্টিত তেওঁৰ শক্তি লাহে

লাহে স্বীকাৰ কৰা হ'ল আৰু তেওঁ বাক্‌দেৱীৰ লগত একাত্ম হৈ পৰিল। বাগ্‌দেৱী সৰস্বতীয়েই পিছৰ কালত বেদমাতাৰূপে কীৰ্তিতা হ'ল। জ্ঞানৰূপা, জ্যোতিৰ্ময়ী বাগ্‌দেৱী সৰস্বতীয়েই আকৌ গায়ত্ৰীৰ লগত মিলি গ'ল। গায়ত্ৰীও মূলতে এটি সুপ্ৰসিদ্ধ বৈদিক মন্ত্ৰহে ঃ

ওঁ তৎ সবিতুৰ্বৰেণ্যং ভৰ্গোদেৱস্য ধীমহি।
ধিয়ো যো নঃ প্ৰচোদয়াৎ।[১]

---

১ ঋ ৩।৬২।১০। ইয়াৰ ছন্দ গায়ত্ৰী (৩×৮) দেৱতা সৱিতা আৰু ঋষি বিশ্বামিত্ৰ গাথীন্।

# দেৱী অন্নপূৰ্ণা

অন্নপূৰ্ণা প্ৰাচুৰ্যৰ দেৱী। ইলা, সৰস্বতী আৰু অৰণ্যানী আৰু যৱাণীও প্ৰাচুৰ্য্যৰ দেৱী।

দেৱী অন্নপূৰ্ণাই ওঠৰ শ শতিকাৰ পৰা বঙ্গদেশত প্ৰাধান্য বিস্তাৰ কৰে। ষষ্ঠ শতিকাত বঙ্গদেশৰ বাহিৰৰ অনুশাসন কিছুমানত অন্নপূৰ্ণাৰসৈতে একে অৰ্থৰেই পিষ্টপুৰী দেৱীৰ নাম জনাজাত আছিল।

ডঃ সুকুমাৰ সেনৰ মতে দেৱী অন্নপূৰ্ণা ৰোমান দেৱী অন্নাৰ পৰাই লোৱাৰ বলিষ্ঠ সম্ভাৱনা আছে।* লাটিন নাম অন্নউন্না হয়তো ভাৰতীয়ৰ মনত অন্নপূৰ্ণা ৰূপে ধ্বনিত হৈছিল আৰু সেয়ে সহজেই সংস্কৃতৰ অন্নপূৰ্ণালৈ পৰিৱৰ্তিত হৈছিল। এই ক্ষেত্ৰত দেৱী শ্ৰীলক্ষ্মীৰ অন্য নাম যি "ৰমা" সেই ৰমা শব্দও লাটিন শব্দ "ৰমা"ৰ পৰা উদ্ভৱ হোৱা বুলি ভাবিবৰ প্ৰৱল যুক্তি আছে। ৰোমৰ অধিষ্ঠাত্ৰী দেৱীৰ নাম ৰমা আৰু এওঁ প্ৰাচুৰ্য্যৰো দেৱী।

ঋগ্বেদত উল্লেখিত "ইলা" দুগ্ধজাত আহাৰৰ দেৱীৰূপে সাধাৰণ দেৱীৰ শাৰীত পৰে। সেই দৰে "ভাৰতী"ও প্ৰাচুৰ্য্যৰ দেৱী। পাছলৈ পৌৰাণিক যুগত বাক্য আৰু সঙ্গীতৰ দেৱী সৰস্বতীৰ লগত ভাৰতী একাত্ম হৈ পৰিছে। সৰস্বতী এৰৈকেশখন নদীৰ ভিতৰত অন্যতমা। সুমাতৃ, সুনদী সৰস্বতী সুন্দৰী। ঋগ্বেদৰ (১০, ১৪৬) শ্লোকত অৰণ্যৰ দেৱী অৰণ্যানীৰ প্ৰশস্তি আছে। তেওঁ "মৃগানাম মাতৰম" —অৰ্থাৎ বণৰীয়া পশুৰ মাতৃ। বিনা নাঙলেৰেই তেওঁ বহুত আহাৰ উৎপন্ন কৰে অৰণ্যত হেৰোৱা সকলৰ তেওঁ আশ্ৰয়। জীৱ-জন্তুৰ, চৰাই চিৰিকতিৰ আৱাওৱে তেওঁৰ স্থিতিৰ স্বাক্ষৰ দিয়ে। নিৰ্ভয়া কিন্তু লজ্জাৱতী ছোৱালীৰ ৰূপত অঙ্কিত এই গৰাকী চিলভিয়ান দেৱী বুলি ডঃ সুকুমাৰ সেনে অভিমত প্ৰকাশ কৰিছে।

---

* The Great Goddesses in Indic Tradition—Dr Sukumar Sen.

# দেৱী কাত্যায়নী

কাত্যায়নী নামেৰে মাতৃস্নেই ধাত্রী হৈ জনকৰ গৃহত নৰকক ডাঙৰ দীঘল কৰি কামৰূপলৈ আনি কামাখ্যা শক্তিপীঠত প্রতিষ্ঠা কৰে।

এই কাত্যাযনী নামটোৱে কাত্যায়নী দেৱীৰ যি ধাৰা সেই ধাৰা বুজাইছেনে? নৰকে কাত্যাযনী ধাৰা মিথিলাৰ পৰা অসমলৈ আনিছিলে নেকি? এই কাত্যায়নী দেৱী কোন??

কাত্যায়নী দেৱী শক্তিৰ এক বিশিষ্ট ৰূপ। যোগিনীৰ লগতো কাত্যাযনীৰ সম্বন্ধ নির্ণয় কৰিব পাৰি। এই কাত্যায়নী ধাৰা যোগিনী ধাৰাৰ দৰেই ৰহস্যময়।

যোগিনী আৰু কাত্যায়নী ধাৰা চাবলৈ গলে সমসাময়িক ধাৰা। কোনো কোনো পণ্ডিতৰ মতে দুয়ো ধাৰাৰে লক্ষ্য দৈত্য দমন। উড়িয়া কালিকা পুৰাণৰ মতে দেৱীয়ে চৌষষ্ঠী যোগিনী আৰু ন কোটি কাত্যাযনী সৃষ্টি কৰিছিল। এই যোগিনী আৰু কাত্যাযনীবোৰৰ মুখৰ আকৃতি ভযাবহ ৰূপে কল্পনা কৰা হৈছিল।

যিবোৰ পুৰাণে বহুতো নজনা দেৱীৰ নাম পোহৰলৈ আনিলে, যিবোৰ পুৰাণে অখ্যাত দেৱীক সুখ্যাত কৰিলে সেই পুৰাণবোৰ কেতিয়া লিখা হৈছিল? পণ্ডিতসকলৰ বিচাৰ মতে চতুৰ্থৰ পৰা সপ্তম শতিকাৰ সময়খিনিয়েই পুৰাণৰ সময়। এই সময়ছোৱাতে শাক্ত ধাৰাই সমাজত অভিনৱ জনপ্রিযতা অর্জন কৰিছিল।

তৈত্তিৰীয় আৰণ্যকতে প্রথমে আমি দেৱী কাত্যাযনীৰ নাম বৈৰোচনী, দুর্গী, কন্যাকুমাৰী আদি দেৱীৰ লগতে পাওঁ। বেদৰ যুগৰ পাছৰ ফাললৈ কাত্যায়নী, অম্বিকা, দুর্গা, শ্রী, ভদ্রকালী আদি শক্তিসমূহ শক্তিমতী হৈ উঠে আৰু এইসকলৰ নামো লাহে লাহে বৌদ্ধ আৰু জৈন ধর্মতো সোমাই পৰে। প্রথম শতিকাতে লেখা হৰিবংশত কালৰাত্রি, নিদ্রা, কাত্যায়নী, কৌশিকী, বিৰূপা, বিৰূপাক্ষী, বিশালাক্ষী, মহাদেৱী, কৌমাৰী, চণ্ডী, দক্ষী, শিৱা, কালী, ভদ্ৰদা, বেতালী, শকুনি, যোগিনী, ভূতধাত্রী, কুষ্মাণ্ডী, আদিৰ নাম পোৱা গৈছে। এইসকল দেৱী পুৰাণৰ যুগতে বিখ্যাত হৈ উঠে আৰু তান্ত্রিক দেৱীৰূপে জনপ্রিয় হয়।

শক্তি দেৱীৰ প্ৰাধান্য দেখুওৱা পুৰাণসমূহৰ ভিতৰত প্ৰধান হৈছে বায়ুপুৰাণ, ব্ৰহ্মাণ্ডপুৰাণ, বিষ্ণুপুৰাণ, মাৰ্কণ্ডেয়পুৰাণ আৰু মৎস্য-পুৰাণ। দৈত্য দানৱক বিনাশ কৰিব পৰা ক্ষমতা আৰু মাহাত্ম্য প্ৰদৰ্শন কৰি এই পুৰাণ সমূহে শক্তিক ৰণজয়ৰ দেৱীৰূপে প্ৰতিষ্ঠা কৰে। এই সময়তে শাক্ত-তান্ত্ৰিক ধাৰাইও সমাজত প্ৰবল ৰূপ লয়।

দেৱী মাহাত্ম্য থকা কাহিনীসমূহৰ ভিতৰত কৌশিকী দেৱীৰ কাহিনীকে প্ৰথমে ধৰা হওক—মাৰ্কণ্ডেয় পুৰাণে এই দেৱীৰ মাহাত্ম্যৰ কথা বিস্তাৰিতভাৱে বৰ্ণনা কৰিছে। দৈত্য-দানৱৰ আক্ৰমণৰ পৰা দেৱতাসকলক ৰক্ষা কৰাৰ আশ্বাস প্ৰদান কৰাৰ সময়ত দেৱী কৌশি-কীয়ে ভীষণ আকাৰ ধাৰণ কৰাৰ কাহিনী মাৰ্কণ্ডেয় পুৰাণতে আছে।

এই কৌশিকী কাত্যায়নীৰ লগত, বিন্ধ্যবাসিনী, চণ্ডিকা আৰু নন্দাৰ লগত একাত্ম হৈছে। পাৰ্বতীৰ কোষৰ পৰা উৎপন্ন হোৱা দেৱী কৌশিকী বুলি (কৌষিকী?) কিংবদন্তী সৃষ্টি কৰা হৈছে যদিও প্ৰকৃততে কৌশিক নামৰ কোনো জনজাতিৰে এই দেৱী হয়তো আছিল। তেনেকৈয়ে হয়তো কাৰ্ত্য জনজাতিৰ দেৱীয়েই কাত্যায়নী। এই জনজাতীয় দেৱীক প্ৰচলিত শক্তি ধাৰণাৰ অন্তৰ্ভুক্ত কৰিবৰ কাৰণেই কাহিনীৰ সৃষ্টি হ'ল : মহিষাসুৰৰ দোৰ্দণ্ড অত্যাচাৰত জৰ্জৰিত হোৱা দেৱতাসকলৰ ক্ৰোধৰ পৰা যি শক্তিৰ উৎপত্তি হ'ল সেই শক্তিয়েই ঋষি কাত্যায়নৰ আশ্ৰমত কাত্যায়নী দেৱীৰূপে মূৰ্তিমন্ত হ'ল। এই দেৱীকে বিষ্ণু, সূৰ্য্য, শিৱ, বায়ু আদি দেৱতাসকলে নিজ নিজ অস্ত্ৰ দি শক্তিশালী কৰি তুলিলে। বিন্ধ্যবাসিনীও তেনেকৈয়ে আছিল বিন্ধ্যঅঞ্চলৰ দেৱী। তেওঁও চণ্ডিকা, কৌশিকী, কাত্যায়নীৰ লগত অভিন্ন হ'ল। অভিন্ন হ'ল শুম্ভ নিশুম্ভ বধ কৰা শক্তি নন্দাৰ লগতো।

কালিকা পুৰাণৰ মতে ৰাৱণ বধৰ কাৰণে ব্ৰহ্মাই মহাদেৱীক আৰাধনা কৰিছিল। আৰাধনাত তুষ্ট হৈ দেৱী লঙ্কাত অৱতীৰ্ণ হয় আৰু ৰাম-লক্ষ্মণক যুদ্ধৰ কাৰণে উদগাই দিয়ে। অদৃশ্যভাৱে দেৱীয়ে এই যুদ্ধ দৰ্শন কৰে। সাতদিন ধৰি চলা যুদ্ধত দেৱীয়ে ৰাম-লক্ষ্মণ আৰু বানৰসকলক ৰক্ষা কৰি শেষত ৰাৱণক নিহত কৰায়। এই দেৱীকেই জটামুকুট পৰিধান কৰা, কপালত কাঁচিজোনে শোভা কৰা দশভূজা দেৱী দুৰ্গাৰূপে ধাৰণা কৰা হয়।

সৰ্বদেৱতাৰ শক্তি একত্ৰিত হোৱাৰ পাচত এই দেৱীয়ে প্ৰথমে

ৰূপ পৰিগ্ৰহণ কৰিলে আহিন মাহৰ দেৱীপক্ষৰ শুক্লাসপ্তমীৰ দিনা। এই মহাশক্তিক কাত্যায়ন মুনিয়েই প্ৰথমে প্ৰণাম কৰিলে। তেতিয়াৰে পৰাই দেৱীৰ নাম কাত্যায়নী হল। শুক্লাঅষ্টমীৰ দিনা দেৱী অলংকাৰ, বাহন আৰু যুদ্ধ অস্ত্ৰেৰে সুসজ্জিতা হল। দশভূজা এই দেৱীৰ সোঁহাতসমূহত দেখা গল ত্ৰিশূল, খড়্গ, বাণ, চক্ৰ আৰু শক্তায়ুধ। বাওঁহাতসমূহত দেখা গল খেটক, পাশ, অঙ্কুশ, ঘণ্ট আৰু পৰশু। শুক্লা নৱমীৰ দিনা তেওঁ মহিষাসুৰক বধ কৰিলে আৰু শুক্লা দশমীৰ দিনা দেৱী অন্তৰ্ধান হল।

দেৱী কাত্যায়নী বা দুৰ্গাদেৱীৰেই অন্য নাম ভদ্ৰকালী। ভদ্ৰকালী ৰূপ ষোলহাতৰ ৰূপ। ষোলহাত ধাৰণ কৰাৰ সময়ত তেওঁৰ সোঁ হাতত থাকে ঢাল, খড়্গ, শঙ্খ, চক্ৰ, বাণ, শক্তি, বজ্ৰ আৰু দণ্ড— বাওঁহাতত থাকে খেটক, চৰ্ম, চাপ, পাশ, অঙ্কুশ, ঘণ্টা, পৰশু আৰু মুষল। ভদ্ৰকালীৰূপতো তেওঁ দুৰ্গাৰ দৰেই সিংহ বাহনা। মহিষাসুৰৰ বক্ষত ত্ৰিশূলেৰে আঘাত কৰাৰ মুহূৰ্তত দেৱীক ভদ্ৰকালীৰূপত দেৱতা-সকলে দৰ্শন কৰিছিল বুলি মাৰ্কণ্ডেয় মুনিয়ে সগৰে এই বিষয়ে কৰা প্ৰশ্নৰ উত্তৰত কৈছিল। ভদ্ৰকালীৰ প্ৰসঙ্গত আৰু এটি কাহিনী প্ৰচলিত হৈ আছে :

প্ৰতাপী দৈত্য মহিষাসুৰে এদিন স্বপ্নত দেখিলে যে, মহামায়া ভদ্ৰকালীয়ে উগ্ৰৰূপত তেওঁৰ শিৰ খড়্গেৰে দ্বিখণ্ডিত কৰি ৰক্ত পান কৰিছে। ভয়ত আতুৰ হৈ মহিষাসুৰে লগৰীয়াবোৰৰ সৈতে দেৱীক উপাসনা কৰিবলৈ ধৰিলে। স্বপ্নত দেখা মতেই ষোলহাতৰ ভদ্ৰকালীয়ে মহিষাসুৰৰ সমুখত দেখা দিলে। জগন্মাতা মহামায়াৰ চৰণত দীঘল দি মহিষাসুৰে স্তুতি কৰিবলৈ ধৰিলে—"হে দেৱী, স্বপ্নত দেখিলো, তুমি খড়্গেৰে মোৰ শিৰ খণ্ডিত কৰি ৰক্তপান কৰিছা। মই জানো তুমি মোৰ ৰক্ত পান কৰিবা। তাৰ আগতে তুমি মোৰ এটি মনো-বাঞ্ছা পূৰ্ণ কৰা। হে পৰমেশ্বৰী মই জানো, তুমি মোক নিধন কৰিবা, কোনে ভাগ্যৰ হাত সাৰিব পাৰে। হে দেৱী, গভীৰ তপস্যা কৰি মই শম্ভুৰ পৰা এক বৰ পাইছিলো। সেই বৰৰ কৃপাত তিনিটা দীঘলীয়া মন্বন্তৰ জুৰি মই দৈত্যৰাজ হৈ নিৰ্বিঘ্নে কটালো। কিন্তু কাত্যায়ন মুনিৰ ওচৰত মই এবাৰ অপৰাধী হলো— কাত্যায়ন মুনিৰ শিষ্য ৰৌদ্ৰাশ্ব ঋষিয়ে হিমালয়ত এক গভীৰ তপস্যা কৰি আছিল। মই সুন্দৰী নাৰীৰ ৰূপ ধৰি ঋষিক বিচলিত কৰিলো। সেই কথা

ধ্যানত কাত্যায়ন মুনিয়ে জানি তেওঁৰ শিষ্যক ৰক্ষা কৰে আৰু মোক অভিশাপ দিয়ে যে, মোৰ মৃত্যু নাৰীৰ হাতত হ'ব, যেহেতু মই মুনিক নাৰীৰূপত ছলনা কৰিলো। ত্ৰিভুবনত ভোগ কৰিবলৈ মোৰ বাকী নাই। স্বৰ্গৰাজ হৈ ইন্দ্ৰত্বও উপভোগ কৰিলো। হে দেৱী দুৰ্গা, মোৰ প্ৰাৰ্থনাত তুষ্ট হোৱা আৰু এটি বৰ দিয়া।" দেৱীয়ে কোন বৰ লাগে বুলি প্ৰশ্ন কৰাত মহিষাসুৰে দেৱীৰ চৰণৰ তলত সদায় থাকিবলৈ আৰু দেৱীৰ লগতে সদায় পূজা পাবলৈ বৰ মাগিলে। যি নহওক ভদ্ৰকালী, কাত্যায়নী আৰু দুৰ্গা একে শক্তিৰেই বিভিন্ন নাম। কাত্যায়নী প্ৰসঙ্গত ভাগৱতত উল্লেখ আছে এনেকৈ :

আঘ্ৰণ মাসত ব্ৰত কুমাৰীকা যত<br>
কাত্যায়নী দেৱীৰ ধৰিলা সবে ব্ৰত<br>
বালিৰ প্ৰতিমা সাজি যমুনা তীৰতে<br>
গন্ধে পুষ্পে ধূপে দীপে পূজে প্ৰতিদিনে<br>
ফলমূল তাম্বুল বিবিধ উপহাৰ<br>
উছৰ্গি দেৱীক দিয়া কৰে নমস্কাৰ<br>
মহামায়া কাত্যায়নী দিয়া একবৰ<br>
আমাৰ হুউক স্বামী নন্দৰ কুমাৰ<br>
মাসপূৰ্ণ ভৈল যেবে ব্ৰজবধূ যত—<br>
কৰিলন্ত পাছে মহাব্ৰত সমাপত।

কাত্যায়নী দেৱীয়ে কেৱল দৈত্যদমনেই নকৰে, ব্ৰতৰ প্ৰাৰ্থনাও তেওঁ সিদ্ধি কৰে।

ব্ৰজবধূসকলে স্বামী লাভ কৰিবৰ অৰ্থে দেৱী কাত্যায়নীৰ ব্ৰত কৰাৰ কথা এনেকৈয়ে ভাগৱতত লিপিবদ্ধ হৈছে। এই কাত্যায়নী দেৱী উৰ্বৰাশক্তিশালিনী দেৱী বুলি পৰিগণিত হৈছিল এনে নাৰীব্ৰতৰ পৰাই নিশ্চিত হ'ব পাৰি। তেনেহলে কাত্যায়নী দেৱী ভূমি দেৱীৰেই বা দেৱী বসুন্ধৰাৰেই ৰূপান্তৰ বুলি কলে নিশ্চয় ভুল নহ'ব। প্ৰসঙ্গক্ৰমে ক'ব পাৰিযে শাক্ত তান্ত্ৰিক উৰিষাৰ অধিষ্ঠাতা দেৱ-দেৱী হ'ল জগন্নাথ আৰু কাত্যায়নী।

"মাদাৰ গডেচ"ৰ ধাৰা ভাৰতত অতি প্ৰাচীন কালৰে পৰা উৰ্বৰা উপসনাৰ শাখাৰূপে প্ৰচলিত হৈ আহিছিল। উৰ্বৰা শক্তিৰ উপাসনাৰ প্ৰমাণ মেচোপটেমিয়াতো পোৱা গৈছে। খৃঃ পূঃ ২৫০০-২০০০ ৰ ভিতৰত সিন্ধু উপত্যকাত পোৱা মূৰ্তিবোৰৰ ভিতৰত

মাদাৰ গদেচৰ মূৰ্তি বহুত পোৱা গৈছে। অৱশ্যে ইয়াৰ ভালেমান মূৰ্তি শিল্পজনোচিত নহয়। কিন্তু হৰপ্পাত পোৱা নাৰীমূৰ্তিবোৰ বহল নিতম্ব, সৰু কঁকালত উন্নত বক্ষৰে চকুত লগাকৈ শিল্পসুলভ। কৃষিযুগৰ সৃষ্টি আৰু প্ৰজনন ক্ষমতাৰ প্ৰতীক স্বৰূপ দেৱীমূৰ্তি বুলি এইবোৰ স্বীকৃত হৈছে।

খৃঃ পূঃ ১৫০০-১৩০০ ৰ ভিতৰত বিৰচিত বেদৰ যুগত নাৰী উপাসনাই বেছি প্ৰাধান্য পোৱা নাছিল যদিও নাৰী উপাসনাৰ ধাৰা নাইকিয়া হৈছিল বুলি কব নোৱাৰি। যক্ষী ( কৃষক দেৱী ), অদিতি, পৃথিৱী, সৰস্বতী ( প্ৰাচুৰ্য্য ) আৰু জ্ঞানৰ দেৱী ) ইত্যাদিৰ ৰূপত মাতৃ ধাৰা বৈ আছিল। আনহাতেদি চাবলৈ গলে সৰস্বতীও নদীৰ লগত জড়িত। নদীৰ পানীবো বীজ আৰু শস্যৰ লগত ওতপ্ৰোত সম্বন্ধ।

আৰ্য্যসকল আছিল অঘৰী। কৃষিৰ লগত সংশ্লিষ্ট দেৱ-দেৱীক আৰ্য্যসকলে প্ৰাধান্য দিয়া নাছিল। মূৰ্তি উপাসনাবো প্ৰচলন আৰ্য্যসকলৰ মাজত পোৱা নগৈছিল। আৰ্যেতৰ সকলে জন্তু বা মানুহৰ ৰূপতে শক্তিক পূজিছিল। স্থানীয় লোকৰ ধৰ্মীয় প্ৰভাৱত আৰ্য্য ধ্যান-ধাৰণাৰ সঘন পৰিবৰ্তন সাধন হল। কিছুমান দেৱতাই কাৰ্য্য হেৰুৱালে, কিছুমান দেৱতাই হেৰুৱালে সম্মান। বহুতো নতুন দেৱতা মূৰ্ত হল। অনাৰ্য্য কৃষিদেৱতাৰ লগত আৰ্য্যদেৱতাৰ সংমিশ্ৰণ হল। বহুতো স্বাধীন দেৱীক ব্ৰহ্মৰ শক্তি ৰূপে দেখুওৱা আৰম্ভ হল আৰু তাৰ দ্বাৰাও ধৰ্মৰ সমন্বয় সাধন কৰা হল।

তন্ত্ৰৰ যুগতেই বহুতো স্বাধীন দেৱীৰ কল্পনা দেখা গৈছে। তন্ত্ৰই হিন্দুধৰ্ম, বৌদ্ধধৰ্ম, দুয়োটাকে সমানে প্ৰভাৱান্বিত কৰিলে। পূব ভাৰতত পালযুগেই শাক্ত তন্ত্ৰৰ শীৰ্ষ সময়। সেই সময়তে শক্তি সাধনাই গুৰুত্ব পালে। দেৱী সাধনাৰ লগত প্ৰতীক সংযুক্ত হল। ভীষণ ৰূপৰ মূৰ্তি আৰু মিথুন ইঙ্গিতৰ মূৰ্তি — এই দুয়োটা কথাও প্ৰকৃত অৰ্থত প্ৰতীকি কথাহে। চাবলৈ গলে মুণ্ডমালাও প্ৰতীক। যোনিলিঙ্গও শিৱশক্তিৰ প্ৰতীক।

তন্ত্ৰ সাধনাৰ বস্ত্ৰৰ ৰঙ্গৰঙো প্ৰতীকি অৰ্থৰ ৰঙা। এই ৰক্তিমতা নাৰীৰ ঋতু স্ৰাৱৰ ৰক্তৰ ৰক্তিমতা। নাৰীৰ ঋতুস্নান গৰ্ভসঞ্চাৰৰে আহ্বান। ঋতুমতী নাৰী উৰ্বৰতাৰ প্ৰতীক তথা উৰ্বৰ শস্যক্ষেত্ৰৰ প্ৰতীক। শস্যৰ উৰ্বৰতা আৰু জীৱনৰ উৰ্বৰতাৰ কাৰণেই তান্ত্ৰিক সাধকে সাধিকাৰ ঋতুৰ সময়ত প্ৰতীকি সঙ্গমত ব্ৰতী হয়। কাৰণ ৰক্তিম যৌনক্ষমতা তেতিয়া শীৰ্ষলৈ উঠে।— এনে তত্বৰ পটভূমিত

কাত্যায়নী তথা নৰকমাতৃ বসুমতীৰ নৰকজন্ম প্ৰসঙ্গত থকা কিম্বদন্তী পৰ্য্যালোচনা কৰি চাব পাৰি । কিম্বদন্তীমতে বসুমতীৰ ঋতুকালত বৰাহৰূপী বিষ্ণুৰ লগত সঙ্গম হোৱাত নৰকৰ জন্ম হল আৰু নৰক অসামান্য ক্ষমতাৰ অধিকাৰী হল। বিষ্ণুৰ বৰাহৰূপো মন কৰিবলগীয়া। আদিতে লোকদেৱতা বৰাহ আৰু নৰসিংহ পাছলৈ বৌদ্ধতান্ত্রিক দেৱতালৈ পৰিবৰ্তিত হল বুলি গবেষণাৰ দ্বাৰা পৰিগণিত হৈছে। বৰাহৰে স্ত্ৰী দেৱতা হৈছে বৰাহী বা বাৰাহী । নৰসিংহৰ স্ত্ৰী দেৱতা তেনেকৈ নাৰাসিংহী। মাতৃকাৰ ভিতৰত বাৰাহী, নাৰাসিংহীও আছে। নৰকৰ আখ্যানৰ আঁৰত আদিম ভূমি দেৱীৰ প্ৰাধান্য, শাক্ত-বৈষ্ণৱ-তন্ত্ৰ ধৰ্মৰ সম্মিলন পৰিলক্ষিত হৈছে।

উৰিষ্যাৰ পৰা (মন কৰিবলগীয়া উৰিষ্যাত জগন্নাথ মহাপ্ৰভু আৰু তেওঁৰ প্ৰিয়া কাত্যায়নী ) পূব মুখে অহা কাত্যায়নী ধাৰা আহি মিথিলাত বৈ, তাৰ পৰা আগুৱাই আহি কামাখ্যাত স্থিতি লোৱা (কিম্বদন্তীমতে মাতৃ কাত্যায়নীয়ে নৰকক উদ্ধাই লৈ আহি প্ৰাগজ্যোতিষ-পুৰত বিষ্ণুৰ সহায়ত স্থাপন কৰিলে) কথা নৰকৰ কাহিনীৰ পৰা আমি ধৰি লব পাৰো। কামাখ্যা যোনি দেৱী তথা ভূমি দেৱীৰেই নামান্তৰ আৰু ইয়েই নিশ্চয় কাত্যায়নীৰ লগত সংযোগৰ মূল কথা।

সদ্যভূমিষ্ঠ নৰকে মানুহৰ লাওখোলত মূৰ থৈ শয়ন কৰিছিল আৰু তেনে অৱস্থাত জনকে পাইছিল বুলি কাহিনী প্ৰচলিত আছে। মানুহৰ লাওখোলা তান্ত্রিক সাধনাৰে উপাদান । তন্ত্ৰসাধনাত নৰমুণ্ডৰ প্ৰয়োজন। নৰকৰ জন্মৰ যজ্ঞস্থলী চিতাযজ্ঞৰ স্থলীও হব পাৰে।

# দশমহাবিদ্যা

পিতৃ দক্ষই আৰম্ভ কৰা মহাযজ্ঞলৈ বিনা নিমন্ত্ৰণে সতী যাবলৈ ওলোৱা দেখি স্বামী শিৱই নিষেধ কৰাত সতী ক্ৰোধান্বিতা হল আৰু নিজৰ সোণবৰণীয়া ৰং পৰিত্যাগ কৰি মুহূৰ্ততে কাজল ক'লা ৰঙলৈ পৰিৱৰ্তিত হল। তেওঁ দিগম্বৰা হল। তেওঁৰ চুলি মুকলি হল, জিভাখন ওলাল, উগ্ৰমূৰ্তি তেওঁ ধাৰণ কৰিলে। তেওঁৰ হাত চাৰিখন দেখা গল। তেওঁ মুণ্ডমালা বিভূষিতা হল, তেওঁৰ এই ভয়ঙ্কৰ ৰূপ কোটি সূৰ্য্যৰ প্ৰভাৰ দৰে অতি উজ্জ্বল হল। ক্ৰোধৰ ভয়াবহ ধ্বনি তেওঁৰ মুখৰ পৰা নিঃসৃত হল।

সতীয়ে নিজশক্তিৰ দ্বাৰা ভয়ঙ্কৰ মূৰ্তি ধাৰণ কৰি, মহেশ্বৰৰ সমুখত অট্টহাস্য কৰি থিয় হল। মহাদেৱে সতীৰ এই অতি উগ্ৰভীষণ মূৰ্তি দৰ্শন কৰি ভয়ত অধীৰ হৈ সতীৰ সমুখৰ পৰা পলোৱাৰ কথা চিন্তা কৰিবলৈ ধৰিলে। মহাদেৱৰ ভয় দেখি সতীয়ে অট্টহাস্য কৰি উচ্চস্বৰে মাভৈঃ মাভৈঃ ধ্বনি কৰিবলৈ ধৰিলে। সতীৰ বিকট অট্টহাসাত মহাদেৱৰ ভয় আৰু বৃদ্ধি পালে আৰু বিহ্বল হৈ তেওঁ বেগেৰে পলায়ন কৰিব খুজিলে। অতি বেগেৰে পলায়ন কৰি মহাদেৱ যিপিনেই গল সেইপিনেই একো একোটি বিভিন্ন ৰূপৰ ভয়ঙ্কৰ মূৰ্তি ধৰি সতী উপস্থিত হল। বাৰে বাৰে দশোদিশে পলায়ন কৰিও কোনোপিনেই ভয়শূন্য নোহোৱাত মহাদেৱে নিৰুপায় হৈ মাটিত চকু মুদি পৰি দিলে। কিছুসময়ৰ পাছত আন্তৰিক বিভীষিকাৰে যেতিয়া ত্ৰিনয়ন মেলি মহাদেৱে চালে তেতিয়া তেওঁৰ সমুখত দেখা পালে বিমুক্তকেশা, চতুৰ্ভূজা, দিগম্বৰী, মৃদু হাঁহিৰ, পীনোন্নত পয়োধৰা বিশাললোচনা কোটিসূৰ্য্যৰ প্ৰভাৰে উজ্জ্বল হৈ থকা দক্ষিণা কালীৰ দিব্যমূৰ্ত্তি। ভগৱতীৰ এনে ৰূপ দৰ্শন কৰি সদাশিৱ মহাভীত হৈ প্ৰশ্ন কৰিলে - "শ্যামাৰূপিনী তুমি কোন? মোৰ প্ৰাণপ্ৰিয়া সতী ক'ত?" দেৱীয়ে ক'লে "তোমাৰ সতীয়েই তোমাৰ সমুখত।" মহাদেৱ অতি বিস্মিত হল আৰু সতীক পুনৰায় প্ৰশ্ন কৰিলে— "যদি তুমিয়েই সতী তেনেহলে তুমি কেনেকৈ কৃষ্ণবৰ্ণা হলা? তুমি কেনেকৈ ভয়ঙ্কৰী হলা? দিকবিদিক কেনেকৈ ভয়ঙ্কৰ হল?"

সতীয়ে উত্তৰ দিলে — 'মই সূক্ষ্মা, অবাঙমনসগোচৰা, সৃষ্টিসংহাৰ-কাৰিণী মহাপ্ৰকৃতি। তোমাক পতিৰূপে লাভ কৰিবৰ কাৰণে, পত্নীৰূপে তোমাক মোহিত কৰিবৰ কাৰণে, স্বৰূপ সম্বৰণ কৰি পিতৃ দক্ষৰ ঘৰত জন্ম লৈ গৌৰীৰূপ ধাৰণ কৰিছিলো। প্ৰজাপতি দক্ষৰ মহাযজ্ঞ বিনাশ কৰিবৰ কাৰণে এই মহাভয়ঙ্কৰী মূৰ্তি মই ধাৰণ কৰিছো। দশোদিশে তুমি দেখা পোৱা মহাভীমা দশমূৰ্তি মোৰেই প্ৰতিকৃতি। হে প্ৰভু, তুমি মহাজ্ঞানী। তোমাৰ জ্ঞান নেত্ৰেৰে মোৰ স্বৰূপ দৰ্শন কৰা। এই সকলো মহাবিদ্যা মোৰেই মূৰ্তি। এই দশমহাবিদ্যাৰ নাম হল কালী, তাৰা, ষোড়শী, ভুবনেশ্বৰী, ভৈৰবী, ছিন্নমস্তা, সুন্দৰী (কমলাত্মিকা), বগলামুখী, ধূমাবতী আৰু মাতঙ্গী।

তোমাৰ সমুখত থকা কৃষ্ণবৰ্ণা যি মূৰ্তি দৰ্শন কৰিছা, যাৰ দৃষ্টিৰ পিনে চাই তোমাৰ দৃষ্টি বাৰে বাৰে ভয়গ্ৰস্ত হৈছে, যাক তুমি ভীমা বুলি সম্বোধন কৰিছা সেয়েই কালী।

এই দশমহাবিদ্যাৰ ভিতৰত যি বিদ্যাই তোমাৰ ওপৰৰ পিনে ৰূপ লৈ স্থিতা হৈছে তেওঁৱেই মহাকালস্বৰূপিনী মহাবিদ্যা তাৰা। তেওঁৰ ৰং ক'লা নহয়, তেওঁৰ ৰং নীলবৰ্ণা ক'লা। জলদগম্ভীৰ তেওঁৰ ৰূপ। তেওঁ খৰ্বাকৃতি, চতুৰ্ভুজা আৰু লম্বোদৰা। লোলজিহ্বাৰে তেওঁৰ মুখাকৃতি ভয়াবহ, তেওঁ ত্ৰিনয়না আৰু ব্যাঘ্ৰচৰ্মৰ দ্বাৰা আবৃতা। তেওঁ মুণ্ডমালা ধাৰিণী। তেওঁ নবযৌৱনসম্পান্না, একজটাধাৰী। তেওঁৰ শিৰত অক্ষোভ্যই শোভা কৰে। তেওঁ জলস্থিত শুভ্ৰ পদ্মৰ ওপৰতো বিৰাজ কৰে।

ষোড়শী হৈছে তৃতীয় মহাবিদ্যা। তেওঁ নতুন সূৰ্য্যৰ দৰে উজ্জ্বল। ত্ৰিনয়না এই বিদ্যাৰ চাৰিহস্তত ধনু বান, পাশ আৰু জবীয়ে শোভা কৰে। তেওঁৰ আসন স্বয়ং সদাশিৱ। মহাকালৰ আসনত উপবিষ্টা হৈ এই ষোড়শী মহাবিদ্যাই আনন্দমগ্না হয়।

ভুবনেশ্বৰী অত্যন্ত সৌন্দৰ্য্যময়ী, উষাদীপ্তা মহাবিদ্যা। এই মহাবিদ্যাৰ কপালত কাঁচিজোনে শোভা কৰে। তেওঁৰ নিটোলবক্ষ অমৃতেৰে পূৰ্ণ। তেওঁ সদাহাস্যময়ী আৰু ত্ৰিনয়না। তেওঁৰ চতুৰ্ভুজৰ দুহাতত পাশ আৰু জবীয়ে শোভা কৰিছে। আন দুহাতত বৰদা আৰু অভয়মুদ্ৰা।

পঞ্চম মহাবিদ্যা হৈছে ভৈৰবী। প্ৰভাতী সূৰ্য্যৰ ৰক্তিম আভা তেওঁৰ ৰং, তেওঁৰ কণ্ঠত মুণ্ডমালা। ৰক্তবসনা এই বিদ্যাৰ চাৰিহস্তৰ

দুহাতত বৰদা আৰু অভয় মুদ্ৰা, আন দুহাতত পুস্তক আৰু জপৰ মালা। মুকুট পৰিহিতা তেওঁৰ শিৰত কাঁচি জোনৰ শোভা। তেওঁৰ ত্রিনয়ন ৰক্তপদ্মৰ দৰে। মৃদু হাস্যই তেওঁক শোভান্বিতা কৰি ৰাখে। তোমাৰ অধোভাগত এই ভীমামূৰ্তি ভৈৰবীয়ে বিৰাজ কৰিছে।

তোমাৰ দক্ষিণফালে থকা মহাবিদ্যাৰ নাম **ছিন্নমস্তা**। তেওঁ শীৰ্ষহীনা আৰু অতি ভয়ঙ্কৰী। দশকোটি সূৰ্য্যৰ প্ৰভাৱে তেওঁ যেন জ্যোতিৰ্ম্ময়ী। তেওঁৰ মুখ মেল খোৱা। জিভা বাহিৰলৈ ওলোৱা। তেওঁৰ নিজৰ কণ্ঠ নিঃসৃত ৰক্ত নিজেই পান কৰিছে। ডিঙিত তেওঁৰ নৰমুণ্ডৰ মালা, সোঁহাতত তেওঁ ধাৰণ কৰিছে অস্ত্ৰ, বাওঁহাতত নৰমুণ্ড। মুক্তকেশী, বসনবিহীনা এই দেৱীৰ সোঁ ভৰি আগবঢ়া, বামভৰি পাছত থকা। যজ্ঞ উপবীতৰ নিচিনাকৈ এটি সাপে তেওঁক মেৰাই আছে। আলিঙ্গনাবদ্ধ ৰতি আৰু কামদেৱৰ ওপৰত তেওঁ স্থিতা। ষোল বছৰীয়া গাভৰুৰ দৰে তেওঁ উন্নতস্তনা। এই ছিন্নমস্তাৰ দুফালে আছে ডাকিনী আৰু বৰ্ণিনী। এই মহাবিদ্যাৰ কণ্ঠনিঃসৃত ৰক্ত এই ডাকিনী, বৰ্ণিনীয়েও পান কৰিছে। ডাকিনী কল্পশেষৰ অস্তমিত সূৰ্য্যৰ দৰে। অগ্নিৰ দৰে ভয়ঙ্কৰ ডাকিনীৰ জটবন্ধা চুলি বিদ্যুতৰ দৰে জিলিকি পৰা। তীক্ষ্ণদন্তা, ত্রিনয়না, উলঙ্গা, দীৰ্ঘজিভা সম্পান্না নৰমুণ্ডমালা ধাৰণ কৰা ডাকিনীৰ হাততো নৰমুণ্ড। বৰ্ণিনী ৰক্তবৰ্ণা, নগ্না, মুক্তকেশী। এহাতত অস্ত্ৰ, অন্যহাতত নৰমুণ্ড। সৰ্পনিৰ্মিত উপবীত তেওঁ ধাৰণ কৰিছে।

তোমাৰ নৈঋত কোণত যি অৱস্থিতা তেওঁৰ নাম **ত্রিপুৰাসুন্দৰী বা কমলাত্মিকা**।

**বগলা** ঃ—অমৃতৰ সাগৰত মণিমুক্তাখচিত আসনত দেৱী বগলা স্থিতা। তেওঁ সোণবৰণীয়া, তেওঁৰ বসনৰ ৰঙো ঘণ্টাকৰ্ণ ফুলৰ দৰে হালধীয়া। বগলা বিদ্যা তোমাৰ পৃষ্ঠভাগত অৱস্থিতা। তেওঁ শত্রু সংহাৰ কৰে।

**ধূমাবতী** ঃ—তোমাৰ অগ্নিকোণত বিধবাৰূপ ধাৰিণী মহাবিদ্যা মহেশ্বৰী ধূমাবতী। তেওঁৰ ৰূপ শেঁতা, তেওঁ উচ্চাকৃতিৰ। ওলমি পৰা স্তনেৰে তেওঁ দন্তবিহীনা, বিবৰ্ণা, বিশৃঙ্খল চুলিৰ। মলিয়ন তেওঁৰ বসন, তেওঁ ৰথত আৰোহন কৰে। দুয়ো চকু কৰুণাবিহীন। তেওঁৰ এহাতত আছে কুলা, এহাতে প্ৰদৰ্শন কৰিছে বৰদা মুদ্ৰা। তেওঁ ক্ষুধা আৰু তৃষ্ণাৰ প্ৰতীক। দ্বন্দ্বপৰায়ণা তেওঁৰ স্বভাৱ।

বায়ুকোণত অধিষ্ঠিতা যি বিদ্যা তেওঁৱেই মাতঙ্গী।

সতীয়ে দশমহাবিদ্যাৰ স্বৰূপ মহাদেৱৰ আগত ব্যক্ত কৰি কলে যে মোৰ নবকোটি বিভূতিমূৰ্তিৰ ভিতৰত দশমহাবিদ্যা মূৰ্তিয়েই পূৰ্ণবিভূতিময়। মাৰণ, উচ্চাটন, ক্ষোভন, মোহন, দ্ৰাৱণ, বশীকৰণ, স্তম্ভন বিদ্বেষণ আদি সকলো অভীষ্ট এওঁবিলাকে প্ৰদান কৰে। তোমাক ভয় প্ৰদৰ্শন কৰিবৰ কাৰণে দশমহাবিদ্যা উপস্থিত হোৱা নাই, শক্তিৰ স্বৰূপহে ইয়াৰ দ্বাৰা প্ৰকাশিত হৈছে।

সৰ্বভূতত অৱস্থিতা, ইচ্ছাময়ী, পৰমা বিদ্যা, নিত্যা, চৈতন্যময়ী মহাশক্তিয়ে দশমহাবিদ্যাৰ স্বৰূপ এনেকৈয়ে প্ৰদৰ্শন কৰিলে।

# ॥ চৰ্য্যাপদৰ দেৱী ॥

সহজীয়া তত্ত্ব বুদ্ধিৰে বুজা বস্তু নহয়। ইন্দ্ৰিয়ৰ দ্বাৰাও ইয়াক উপলব্ধি কৰিব নোৱাৰি। কায়, বাক্য, চিত্ত একোৱেই ইয়াক চুকি নেপায়। এই অতীন্দ্ৰিয় উপলব্ধি অথবা সহজানন্দ হৈছে অতীন্দ্ৰিয়ৰ দ্বাৰা অনুভূত হোৱা অৱস্থা।

সহজীয়া তত্ত্বৰ মূল লক্ষ্য হৈছে নিৰ্বাণ। বৌদ্ধ ধৰ্মত যাক নিৰ্বাণ বুলি কোৱা হয় হিন্দু উপনিষদত সেয়েই "মোক্ষ"। উপনিষদ আৰু বেদান্ত দৰ্শনৰ মতে জীৱাত্মাই পৰমাত্মাত সম্পূৰ্ণৰূপে লীন যাবলৈ হলে অশেষ কষ্ট, সাধনা, কৰ্মবন্ধন ত্যাগৰ মাজেদি যাব লগা হয়। সৰ্বসুখময় নিৰ্বাণ প্ৰাপ্তিৰ কাৰণে বৌদ্ধধৰ্মতো প্ৰয়োজন হয় জাগতিক তৃষ্ণা দূৰ কৰিব পৰা ক্ষমতা।

নিত্য, করুণ স্বভাৱ আৰু আনন্দময়— এই তিনিটা প্ৰধান কথা নিৰ্বাণৰ বিশেষত্ব, বৌদ্ধধৰ্মৰ প্ৰধান শাখা মহাযান পন্থামতে নিৰ্বাণৰ কাৰণে লাগে দুটা প্ৰধান কথা— সেয়া হৈছে জগতৰ তথা চিত্তৰ শূন্যতা আৰু করুণা। ইয়াৰ লগত পাছৰ কালত আহি যোগ হল অনিৰ্বচনীয় মহাসুখৰ ধাৰণা। এই মহাসুখ বাদেই হৈছে সহজীয়া পন্থাৰ মূল ভেটি।

সহজযান বজ্ৰযানৰ পৰিণত অৱস্থা বুলি কবও পাৰি। বজ্ৰযান পন্থাই বা কি? মহাযান বৌদ্ধ ধৰ্মৰ মতবোৰৰ ভিতৰত দুটা ধাৰা প্ৰধানকৈ উল্লেখনীয়। সেয়া হৈছে নাগাৰ্জুন প্ৰৱৰ্ত্তিত শূন্যবাদ বা মাধ্যমিকবাদ আৰু আনটো হল মৈত্ৰেয়, অসঙ্গ, বসুবন্ধু প্ৰৱৰ্ত্তিত বিজ্ঞানবাদ বা যোগাচাৰবাদ।

মৈত্ৰেয় নামে তৃতীয় খৃষ্টাব্দত প্ৰৱৰ্তন কৰা যোগাচাৰ শাখাৰ মতে বোধিলাভৰ সৰ্বোত্তম পন্থা হল যোগ অভ্যাস। যোগৰ দ্বাৰা যাৰ চিত্তই স্থিৰতা লাভ কৰে তেওঁৰহে বোধিপ্ৰাপ্ত হোৱাৰ সম্ভাৱনা থাকে।

উপনিষদৰ নিৰ্গুণ ব্ৰহ্মতত্ত্বৰ লগত নাগাৰ্জুনৰ শূন্যতত্ত্ববাদৰ দৰ্শন তুলনীয়। বিশ্লেষণ কৰি চালে দেখা যাব যে শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদ আৰু বৌদ্ধ শূন্যবাদৰ মাজত কোনো পাৰ্থক্য নাই। বৌদ্ধৰ প্ৰজ্ঞা

আৰু উপায়, বৈষ্ণৱৰ জীৱাত্মা আৰু পৰমাত্মা শৈৱ-শাক্তৰ শিৱ-শক্তি একেই বস্তু, একেই তত্ত্ব, একেই দৰ্শন।

খৃষ্টীয় সপ্তম শতিকাৰ মাজত মহাযানবাদৰ বিবর্তন ঘটে আৰু বহুতো ধাৰা উপধাৰাৰ সৃষ্টি হয়। নালন্দা, বিক্রমশীলা, ওদন্তপুৰী আদি বৌদ্ধধর্ম আৰু শিক্ষাৰ মূল কেন্দ্রসমূহত বৌদ্ধ দর্শনৰ যি নতুন সোঁত প্রৱাহিত হল ই তিব্বতো স্পর্শ কৰিলেগৈ। এই নতুন প্রৱাহত বৌদ্ধ ধর্মৰ সোতৰ লগত তন্ত্রৰ সোঁত মিহলি হয় আৰু নতুন নতুন আচাৰৰ উদ্ভৱ কৰে। এই সংমিশ্রিত নতুন প্রৱাহেই তন্ত্রযান নামেৰে পৰিচিত হয।

তন্ত্রযানৰ ভাগ তিনিটা— কালচক্রযান, বজ্রযান আৰু সহজযান। কালচক্রযানৰ মতে শূন্যতা আৰু করুণা দুয়োটা অভিন্ন। ইযাৰ মাজত ত্রিজগতৰ উৎপত্তি আৰু ক্ষয বুলি বস্তু এটা নাই। জ্ঞান আৰু জ্ঞেয, ত্রিকাল-(অতীত, বর্তমান, ভবিষ্যত) আৰু ত্রিকায (বুদ্ধৰ বিভিন্ন প্রকৃতি) তাতেই নিহিত থাকে। কালৰ ভেদজ্ঞান লোপ পালেই চৰমজ্ঞানসিদ্ধি হয।

সাধাৰণ লোকৰ জ্ঞানৰ কাৰণে বুদ্ধই ধর্মসূত্র আদি যেতিযা দান কৰে তেতিযা বুদ্ধক নির্মাণকায বুলি কোৱা হয। বোধিসত্ত্বৰ ওচৰত তেওঁ যেতিযা ধর্মৰ গূঢ়ার্থ ব্যাখ্যা কৰে তেওঁ তেতিযা সম্ভোগকায বুদ্ধ। পৰমার্থিক সত্যত বিচৰণ কৰাৰ সময়ত তেওঁ ধর্মকায বুদ্ধ।

দ্বিতীয় ভাগ হল বজ্রযানৰ ভাগ। শূন্য, বিজ্ঞান, মহাসুখৰ সমন্বয়েই হৈছে বজ্র। দৃঢ়, অচ্ছেদ্য, অভেদ্য, এই অর্থতে বজ্র শব্দ ব্যৱহাৰ হৈছে। এই মার্গত শূন্য তথা নৈৰাত্মা দেৱীক আলিঙ্গন কৰি বোধিচিত্তই বিজ্ঞানবদ্ধ হৈ চিৰসুখত তন্ময হয। এই মার্গত কঠোৰ সাধনাৰ প্রয়োজন। সাধনাত সিদ্ধিলাভ কৰিলে মন বজ্রৰ দৰে সুকঠিন, অবিচলিত আৰু অভেদ্য হয। ইযাকে বুদ্ধত্ব লাভ কৰা বোলা হয। এনে বুদ্ধত্ব লাভ কৰা সাধকসকলক বজ্রধৰ বা বজ্রসত্ত্বও বোলা হৈছিল। গৌতম বুদ্ধই যি আসনত বহি সিদ্ধিলাভ কৰিছিল সেই আসনৰ নামো বজ্রাসন।

মন্ত্রযান, সহজযানো তেনেকৈয়ে উদ্ভৱ বৌদ্ধিক মতবাদ। মন্ত্রযান শাখাৰ মতে মন্ত্রৰ মার্গইদিয়েই জ্ঞান বা বোধি লাভ কৰিব পাৰি আৰু ই নির্বাণ লাভৰো প্রকৃষ্ট উপায। মন্ত্রযান শাখাত গুৰুৰ প্রাধান্য বেছি। তান্ত্রিক প্রভাৱো মন্ত্রযানৰ ওপৰত লক্ষ্যণীয।

খৃষ্টীয় অষ্টম শতিকামানৰে পৰা প্ৰবল ৰূপ পোৱা সহজযানে কৰুণা আৰু আনন্দত প্ৰাধান্য দিছিল। মাধ্যমিক বিভাগে শূন্য আৰু সংসাৰত যি জটিল তত্ত্বৰ অৱতাৰণা কৰিছিল, সেই জটিল তত্ত্বক সহজযানীসকলে সহজ কৰি তুলিলে। বোধি লাভ হলে বোধিচিত্ত নিৰাত্মাত লীন হয় আৰু তেতিয়াই মহাসুখৰ উদয় হয়। সুখময় ভাবেৰে তৃষ্ণক নিৰোধ কৰিবৰ যেন এই যাত্ৰা।

নিৰ্বাণ হৈছে মায়ামোহহীন শূন্য অৱস্থা প্ৰাপ্তি। এই শূন্য বা নৈৰাত্মাক নৈৰাত্মা দেৱীৰূপে মহাযানীসকলে কল্পনা কৰে আৰু তেওঁতেই নিৰৱিচ্ছিন্ন আশ্ৰয় লৈ নিৰৱিচ্ছিন্ন, অপাৰ্থিৱ তৃপ্তি লাভ কৰিব খোজে। মনৰ অতীন্দ্ৰিয় আধ্যাত্মিক স্তৰত (ধৰ্মকায়ত) সহজযানীয়ে নৈৰাত্মাদেৱীৰ লগত সম্পূৰ্ণ মিলন অনুভৱ কৰে। তেতিয়াই দ্বৈতভাৱ লুপ্ত হয়, অদ্বৈতজ্ঞান লাভ হয় আৰু লক্ষ্যত একাত্ম হয়। বৈষ্ণৱ সহজীয়া আৰু শাক্ত তান্ত্ৰিকতাৰ লগত এই ধাৰা মূলতে অভিন্ন।

খৃঃ সপ্তম শতিকাত চীনা পৰিব্ৰাজক হিউৱেন চাঙ কামৰূপলৈ আহে আৰু তেওঁ লিখা কামৰূপৰ বিৱৰণত পোৱা গৈছে যে বৌদ্ধধৰ্মী লোকসকলে যতদূৰ সম্ভৱ শৈৱধৰ্মৰ প্ৰাবল্যৰ কাৰণেই গোপনে নিজধৰ্ম পালন কৰিছিল। এই সময়ছোৱাতে পুৰণি কামৰূপত তন্ত্ৰযান, বজ্ৰযান, মন্ত্ৰযান, সহজযান আদি বৌদ্ধ ধৰ্মৰ শাখা-প্ৰশাখা সমূহৰো আধিপত্য আছিল। কামৰূপ-কামাখ্যা পাছলৈ বৌদ্ধতান্ত্ৰিক, শাক্ত তান্ত্ৰিকৰ মূল কেন্দ্ৰস্থান হৈ পৰে। উল্লেখযোগ্য যে বৌদ্ধধৰ্মৰ ভিত্তিত মগধ, বঙ্গ, কলিঙ্গ, কামৰূপ নেপাল আৰু তিব্বতত তান্ত্ৰিক বৌদ্ধধৰ্ম নামে এক বিৰাট ধৰ্ম সম্প্ৰদায় গঢ় লৈ উঠিছিল আৰু তান্ত্ৰিক বৌদ্ধমতৰ সিদ্ধাচাৰ্য্যসকলে নিজা ধৰ্ম মতৰ তত্ত্বকথা গীত পদৰ আকাৰত ৰচনা কৰিছিল। এই গীতবোৰৰ বেছিভাগেই সান্ধ্য ভাষাত ৰচনা কৰা হৈছিল।

অষ্টম শতিকাৰ পৰা ত্ৰয়োদশ চতুৰ্দশ শতিকাৰ ভিতৰত তান্ত্ৰিক বৌদ্ধধৰ্মৰ বহুত শাস্ত্ৰ গ্ৰন্থ ৰচনা কৰা হৈছিল আৰু সেইবোৰৰ প্ৰায়বোৰ গ্ৰন্থ তিব্বতী ভাষালৈ অনুবাদ কৰা হৈছিল। তিব্বতী ভাষাত অনুদিত হোৱা গ্ৰন্থসমূহক দুভাগত ভাগ কৰা হৈছে—কাঞ্জুৰ আৰু তাঞ্জুৰ। কাঞ্জুৰ হৈছে "বুদ্ধ বচন" আৰু "তাঞ্জুৰ" হৈছে বুদ্ধৰ পাছৰ পণ্ডিতসকলৰ দ্বাৰা ৰচিত গ্ৰন্থ। কাঞ্জুৰ বা বুদ্ধবচন ন ভাগত বিভক্ত হৈছে—বিনয়, প্ৰজ্ঞা পাৰমিতা, অৱতংসক, ৰত্নকুট, সূত্ৰবৰ্গ, শতসহস্ৰ তন্ত্ৰ, প্ৰাচীন তন্ত্ৰ, কালচক্ৰ আৰু ধাৰণী সংগ্ৰহ। তাঞ্জুৰৰ ভাগ হৈছে সোতৰটা—স্তোত্ৰ, তন্ত্ৰ, প্ৰজ্ঞা, পাৰমিতা, মাধ্যমিক সূত্ৰবৃত্তি, বিজ্ঞানবাদ,

অভিধৰ্ম, বিনয়, জাতক, লেখমালা, ন্যায়শাস্ত্ৰ, প্ৰমাণ সমুচ্চয় আদি বৌদ্ধ ন্যায়ৰ গ্ৰন্থ, শব্দ শাস্ত্ৰ, চিকিৎসা বিদ্যা, শিল্প শাস্ত্ৰ, সাধাৰণ, নানাৰ্থ আৰু দীপঙ্কৰ শ্ৰীজ্ঞানৰ দ্বাৰা লিখিত অনেক গ্ৰন্থ।

চৰ্য্যানীতি সমূহ চৰ্য্যানীতি কোষত পোৱা গৈছে। এই গ্ৰন্থ সহজযান পন্থাৰ তত্ত্বধাৰক গীতৰ গ্ৰন্থ। এই গ্ৰন্থ মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰী ডাঙৰীয়াই নেপাল দৰবাৰৰ গ্ৰন্থাগাৰত আৱিষ্কাৰ কৰে আৰু ১৯১৬ খৃঃত কলিকতাৰ বঙ্গীয় সাহিত্য পৰিষদে ইয়াক ছপা কৰি উলিয়ায়।

কেইবাটিও চৰ্য্যাগীতৰ ৰচক লুই পাদ, সৰহপাদ, গোৰক্ষনাথ আদি সিদ্ধ পুৰুষসকল কামৰূপৰ লোক বুলি প্ৰমাণিত হৈছে। তিব্বতৰ লামা তাৰানাথৰ সিদ্ধ চৰিতাৱলীত মীননাথ আৰু তেওঁৰ পুত্ৰ মচ্ছিন্দ্ৰনাথ নামৰ দুজন কামৰূপীয়া সিদ্ধৰ উল্লেখ পোৱা গৈছে।

তিব্বতৰ ৮৪ জন মহাসিদ্ধৰ ভিতৰত এওঁলোকো অন্তৰ্ভুক্ত। ৰূপকধৰ্মী আৰু প্ৰতীকধৰ্মী কেইবাটিও চৰ্য্যাগীতত সান্ধ্যভাষাত নৈৰাত্মাদেবীৰ আৰু তন্ত্ৰযোগ সম্বন্ধীয় মতবাদ আছে। তিনি নম্বৰ চৰ্য্যাত আছে ঃ

ৰাগ গৱড়া ঃ বিৰুৱাপাদানম্
এক সে শুণ্ডিনি দুই ঘৰে সান্ধঅ
চীঅন বাকলঅ বাৰুনি সান্ধ
সহজে থিৰ কৰি বাৰুনি সান্ধ
জেঁ অজৰামৰ হোই দিট কান্ধ॥
দশমি দুৱাৰত চিহ্ন দেখিআ
আইল গৰাহক অপনে বহিআ
চউশঠি ঘড়িয়ে দেল পসাৰা
পইঠেল গৰাহক নাহি নিসাৰা
এক ঘড়ুলী সৰুই নাল
ভনন্তি বিৰুআ থিৰ কৰি চাল॥

এগৰাকী শুণ্ডি নাৰীয়ে দুইখন ঘৰতে অগা-যোৱা কৰি চিকুণ বাকলিৰে, সহজ চিত্তৰে বাৰুনি মদ বান্ধিছে ?

মদিৰাৰ গ্ৰাহকে দশমি দুৱাৰত চিন দেখি নিজেই আহি সেই ঘৰতে সোমাইছেহি। শুণ্ডি নাৰীয়ে চৌষষ্ঠীটা গাগৰীত মদিৰা ঢালিছে। গ্ৰাহক প্ৰবেশ কৰি নিঃসাৰ সাৰ হৈছে। গাগৰী এটা। নাল সৰু। বিৰুআই সাৱধান কৰি কৈছে—সৰু নালেৰে মদিৰা ঢালোতে মন থিৰ কৰি ৰাখিবা।

ইয়াৰ অৰ্থ হল মানুহৰ নাকৰ বাওঁফালে ললনা নাড়ী আৰু সোঁফালে ৰসনা নাড়ী থাকে। ললনা নাড়ী যেন গ্ৰাহক, ৰসনা নাড়ী গ্ৰাহ্য। এই দুয়ো নাড়ীৰ মাজত থাকে গ্ৰাহ্য গ্ৰাহক ভাৱনাহীন অৱধূতী নাড়ী। এই অৱধূতী নাড়ীয়েই নৈৰাত্মা দেৱী। অৱধূতীকাৰূপা গুণ্ডিনী নাৰী সৰ্বসাধাৰণৰ দ্বাৰা বোধগম্য নহয়। এই অৱধূতীকাই দুয়োডাল নাড়ীৰ কথা বুজি সেইবিলাকক যেন নিজৰ পথলৈ আনিছে অৰ্থাৎ যেন বোধিচিত্তক বান্ধিছে।

শৰীৰত থকা দশম দুৱাৰখন বৈৰোচন দুৱাৰ—নিৰ্বাণ প্ৰাপ্তিৰ পথ। বাকী দুইখন দুৱাৰ হৈছে দুই চকু, দুই কাণ, নাকৰ দুই ছিদ্ৰ, মুখ, গুহ্য আৰু মূত্ৰদ্বাৰ। বোধিচিত্তই দশমদুৱাৰ দেখি আনন্দত বিভোৰ হৈ তন্ময় হৈছে অৰ্থাৎ নৈৰাত্মা দেৱীত বিলীন হৈছে। ক্ষুদ্ৰ অৱধূতী পথেৰে তথা ষট চক্ৰৰ মাজেৰে গৈ নিৰ্বাণ লাভ কৰা সহজ নহয়। সেয়ে সাৱধান হবা।

চাৰি নম্বৰ চৰ্য্যাত আছে—

তিঅড্ডা চাপী জোইনি দে অঙ্কৱালী
কমল কুলিশ ঘাণ্ট কৰহুঁ বিআলী

ইয়াত যোগিনী হল নৈৰাত্মা দেৱী। তিঅড্ডা শব্দই ললনা, ৰসনা আৰু অৱধূতীকা নামৰ তিনিডাল প্ৰধান নাড়ী বুজাইছে।... যোগিনীয়ে আলিঙ্গন দিছে, সাধক প্ৰেমিক আকুল হৈছে,..........

গুণ্ডৰীপাদ আছিল তন্ত্ৰশাস্ত্ৰত বিদগ্ধ পণ্ডিত। তন্ত্ৰমতে সহস্ৰসাৰ পদ্ম আনন্দৰ আধাৰ।

সেইদৰেই সাতাইশ নম্বৰ চৰ্য্যাত আছে :

**ৰাগ কামোদ : ভুসুক পাদানম্**

মাজনিশা কমলৰূপ চিত্ত বিকশি উঠিছে (সাধনাৰ সময় নিজম নিশা)। অৱধূতীকা নৈৰাত্মাই কমলৰসৰ দ্বাৰা নিজদেহ সিক্ত কৰি প্ৰকৃত পথেৰে মহাসুখ চক্ৰৰ উদ্দেশ্যে গতি কৰিছে। সাধকৰ শৰীৰৰ ললনা, ৰসনা আদি বত্ৰিশডাল সূক্ষ্ম নাড়ী সহস্ৰাৰ পদ্মত মিলি আনন্দত ব্যাকুল হৈছে। সহজানন্দ মহাসুখ লাভ হৈছে।

তন্ত্ৰমতে দেহৰ ভিতৰতেই বিশ্ব ব্ৰহ্মাণ্ড, দেহৰ ভিতৰতেই সত্য। ইড়া পিঙ্গলা নাড়ীয়েই চন্দ্ৰসূৰ্য্য। মাজৰ সুষুম্না নাড়ীয়েই অৱধূতীকা।

# দেৱী চামুণ্ডা

ভ্ৰূকুটিকুটিলাং তস্যা ললাটফলকাদ্রুতম্
কালী কৰালবদনা বিনিষ্ক্ৰান্তাসিপাশিনী॥
বিচিত্ৰ খট্বাঙ্গধৰা নৰমালা বিভূষণা
দ্বীপিচৰ্ম পৰীধানা শুষ্কমাংসাতিভৈৰবা॥
অতিবিস্তাৰবদনা জিহ্বাললন ভীষণা।
নিমগ্নাৰক্তনয়না নাদাপুৰিতদিঙ্মুখা॥

বিচিত্ৰ নৰকঙ্কালধাৰিণী, নৰমুণ্ডমালিনী, ব্যাঘ্ৰচৰ্ম পৰিহিতা, অস্থিচৰ্মসাৰ দেহা, অতি ভীষণা, বিশালবদনা, লোল জিহ্বাৰে ভয় প্ৰদান, ৰক্তনয়না কোটৰগত চক্ষু বিশিষ্টা বিকট শব্দেৰে দিকমণ্ডল পূৰ্ণকাৰিণী ৰূপে দেৱী চামুণ্ডাৰ ৰূপ শ্ৰীশ্ৰীচণ্ডীৰ সপ্তম অধ্যায়ত বৰ্ণিত হৈছে।

চণ্ডমুণ্ড প্ৰমুখ্যে দৈত্যবোৰে যেতিয়া শুম্ভৰ আদেশত হস্তী, অশ্ব, ৰথ আৰু পদাতিক সৈন্যৰে সমৃদ্ধ হৈ, বিবিধ অস্ত্ৰ উত্তোলন কৰি হিমাচলশৃঙ্গত সিংহবাহনা হৈ আবিৰ্ভাব হোৱা দেৱীৰ পিনে ধাবিত হল আৰু দেৱীক ধৰিবলৈ উদ্যত হল তেতিয়া দেৱী অত্যন্ত ক্ৰুদ্ধা হল। দেৱীৰ মুখ ক্ৰোধত কৃষ্ণবৰ্ণ হল আৰু দেৱীৰ ভ্ৰূকুটি কুটিল ললাটৰ পৰা শীঘ্ৰে খড়্গ আৰু পাশহস্তা ভীষণবদনা কালী বিনিঃসৃতা হল। চণ্ড আদি অসুৰবোৰ তমোগুণসম্পন্ন কাৰণেই সেই অসুৰসমূহ বিনাশৰ কাৰণে তামসী দেৱীৰ আবিৰ্ভাৱ হল।

এই তামসী, ভীষণবদনা দেৱীয়ে বেগেৰে গৈ অসুৰ সৈন্যৰ মাজত সোমাই সৈন্যসমূহ ভক্ষণ কৰিবলৈ ধৰিলে। হস্তী চালনাকাৰী গজাৰুঢ় বীৰ আৰু গলঘণ্টা থকা হস্তীবোৰকো দেৱীয়ে এহাতেৰে ধৰি ধৰি নিজ মুখত নিক্ষেপ কৰিবলৈ ধৰিলে। তাৰোপৰি অশ্ব আৰু অশ্বাৰোহী যোদ্ধাক, সাৰথিৰে সৈতে ৰথক দেৱীয়ে মুখত সুমুৱাই দাঁতেৰে চূৰ্ণ বিচূৰ্ণ কৰিবলৈ ধৰিলে। দেৱীয়ে কাৰোবাৰ কেশত, কাৰোবাৰ ডিঙিত ধৰি পদদলিত কৰি মৰ্দন কৰিলে। আগ্নেয় অস্ত্ৰসমূহো মুখত দি চামুণ্ডাই দাঁতেৰে চোবাবলৈ ধৰিলে। এনেকৈয়ে চৰ্বন, ভক্ষণ আৰু মৰ্দনৰ দ্বাৰা অসুৰ সৈন্যসমূহ মুহূৰ্ত্ততে বিনাশ কৰিলত

সেনাপতি চণ্ড আৰু মুণ্ড ক্ৰোধান্বিত হৈ দেৱীৰ পিনে অগ্ৰসৰ হ'ল। চণ্ডই অজস্ৰ শৰ বৰ্ষণ কৰি, মুণ্ডই হাজাৰ হাজাৰ চক্ৰাকাৰ অস্ত্ৰ নিক্ষেপ কৰি ভীমনেত্ৰা চামুণ্ডাক আচ্ছন্ন কৰিলে। সেই চক্ৰ আৰু শৰসমূহে চামুণ্ডাৰ মুখ গহ্বৰত প্ৰৱেশ কৰিলে।

দেৱী চামুণ্ডাই ভীষণ ক্ৰোধত অট্টহাস্য কৰিলে আৰু ক্ৰোধ সূচক হুং শব্দ উচ্চাৰণ কৰি মহাক্ৰোধেৰে মহাখড়্গ তুলি লৈ চণ্ডৰ চুলি এহাতেৰে ধৰি আনহাতেৰে চণ্ডৰ শিৰ ছেদন কৰিলে। চণ্ড নিহত হোৱা দেখি মুণ্ডই আগবাঢ়ি যোৱাত দেৱীয়ে মুণ্ডকো খড়্গেৰে মুহূৰ্ততে নিহত কৰিলে। দেৱীয়ে চণ্ড আৰু মুণ্ডৰ দুয়ো মূৰ হাতত লৈ আহি দেৱী চণ্ডিকাক নিবেদন কৰি প্ৰচণ্ড অট্টহাস্য কৰি কলে,

"যুদ্ধৰূপ তোমাৰ যজ্ঞত মহাপশু চণ্ড আৰু মুণ্ডৰ মূৰ উপহাৰ দিলো।" দেৱী চণ্ডিকাই চণ্ড মুণ্ডৰ কটা মূৰ অনা দেখি এই তামসী দেৱীৰ নাম দিলে "চামুণ্ডা"।

চণ্ডমুণ্ড বধৰ বিস্তৃত বৰ্ণনা বামন পুৰাণৰ ৫২তম অধ্যায়তো আছে।

দেৱী চামুণ্ডাৰ প্ৰসঙ্গত থকা লোকআখ্যান এটি উল্লেখযোগ্য। কিম্বদন্তীমতে এখন নৈত এটি মৰা মানুহৰ খোলা উটি গৈছিল। পানত থকা গৰখীয়া ল'ৰাবোৰে সেই খোলাটো আনি মুখত পিন্ধি বং ধেমালি কৰোঁতে খোলাটো মুখত পৰা নেৰোৱা হ'ল। বহুত চেষ্টা কৰিও খোলাটো এক্ৰাব নোৱাৰাত আটায়ে বিবুধি হ'ল। ৰাতি গৰখীয়া ল'ৰাজনে সপোন দেখিলে এগৰাকী দেৱী আহি সপোনত কৈছে "মোৰ নাম চামুণ্ডা, মোৰ নাম বাঁশুডাণী মোক যেতিয়ালৈকে পূজা দিয়া নহয় তেতিয়ালৈকে মুখা খোল নেখায।"

পাছদিনাই এই স্বপ্নাদিষ্ট কথা প্ৰচাৰিত হ'ল। নানা অনুষ্ঠানেৰে দেৱী চামুণ্ডাৰ পূজা আৰম্ভ হ'ল। চামুণ্ডা পূজা কৰাৰ পাছতেই গৰখীয়াজনৰ মুখা খোল খালে। চামুণ্ডা পূজা আৰু পূজাৰ লগত মুখত মুখাপিন্ধি কৰা নৃত্য তেতিয়াৰে পৰাই সমাজত প্ৰচলিত হ'ল। ঘৰে ঘৰে গৈও এনে নৃত্য গীত কৰা নিয়ম। চ'ত-আহাৰ আহিন আৰু আঘোণত এই পূজা পতা হয় যদিও চৈত্ৰ সংক্ৰান্তিত চামুণ্ডা দেৱীৰ মহোৎসৱ উদ্‌যাপিত হয়।

দেশীয় মানুহে কৰা এই পূজাত দেৱীয়ে কোনোবা এজন ভক্তৰ ওপৰত ভৰ কৰে। সংক্ৰান্তিৰ আগদিনা "মডাৰ" মাথা আনি

দেৱীপূজাত দিয়া নিয়ম। পূজাৰ দিনা মঁদিৰা সেৱন কৰি, লাওখোলা লৈ নৃত্য গীত কৰি, সমদল যাত্ৰাৰে লাওখোলা নদীত বিসর্জন দিয়া প্ৰথা প্ৰচলিত হৈ আহিছে। পূজাৰ শেষৰ দিনা দেৱীক গাঁও প্ৰদক্ষিণ কৰোৱাটোও অনার্য্য ৰীতি। ইয়াৰ লগত নির্বিচাৰ বলি-দানৰ কথাও উল্লেখযোগ্য।

চামুণ্ডাৰ মূর্তি নিষিদ্ধ চীনৰ পিপিঙতো পোৱা গৈছে। এই প্ৰসঙ্গত বিভিন্ন পণ্ডিতে কব খোজে যে আদিতে ভাৰতবর্ষৰ শবৰ, ব্যাগ্ৰক্ষত্ৰিয় আদি দেশীয় মানুহৰ দ্বাৰা পূজিতা দেৱী বজ্ৰযানীসকলৰ দ্বাৰা গৃহীত হৈছিল আৰু চামুণ্ডাৰ পূজাই ভাৰতৰ পৰা নেপাল, তিব্বত হৈ চীন পৰ্য্যন্ত বিস্তাৰ লাভ কৰিছিল। আৰু এটা স্তৰ আগবাঢ়ি গৈ দৃঢ়ভাৱে চিন্তা কৰিব পাৰি যে, বজ্ৰযানী বৌদ্ধসকলৰ চৰ্চ্চিকাই হৈছে চামুণ্ডাৰ পৰিবর্তিত ৰূপ। পালযুগতেই হিন্দু বৌদ্ধ দেৱ-দেৱীৰ মিলন মিশ্ৰণ হোৱাৰ সময়।

অসমত চামুণ্ডা মূর্তি কেইবাঠাইতো পোৱা গৈছে। নগাওঁৰ নভঙ্গা নামে ঠাইত চামুণ্ডাৰ মূর্তি এটি আছে। ক্ষীণকায়া দেৱীৰ মূৰত জটা, ডিঙি আৰু কঁকালত নৰমুণ্ডমালা। তেওঁৰ আসনৰূপেও মৰাশ। তেওঁৰ সোঁফালে শগুণ আৰু বাঁওফালে শিয়াল। চাৰিওফালে মৰামানুহৰ হাড়ৰ দম। এই মূর্তি একাদশ দ্বাদশ শতিকাৰ হব পাৰে বুলি পণ্ডিত সকলে কৈ গৈছে। কামৰূপৰ ছয়গাওঁ অঞ্চলতো চান্দসদাগৰৰ মেৰঘৰৰ ওচৰত এটি চামুণ্ডাৰ মন্দিৰ আছে। এই মন্দিৰৰ চামুণ্ডাৰ শিলৰ মূর্তিটিও একাদশ দ্বাদশ শতিকাৰ হব পাৰে।

# দেৱী কুমাৰী

যোগিনীতন্ত্ৰত কুমাৰী পূজাৰ কথা বৰ্ণিত হৈছে এনেকৈ—

কাম্য উবাচ

ইদানীং শ্ৰূয়তাং বিষ্ণো হন্মি কোলাং সবান্ধবং

কোলা নগৰামাস্থায় কুমাৰীৰূপমাস্থিতা ।

কালীয়ে বিষ্ণুক কলে — হে বিষ্ণু! শুনা। এতিয়া মই কোলা নগৰলৈ গৈ কুমাৰী ৰূপ ধাৰণ কৰি কোলাসুৰক সবান্ধৱে বধ কৰিম।

এই কোলাসুৰ কোন? দেৱীয়ে কুমাৰী ৰূপ ধাৰণ কৰিব লগা হ'ল কিয়? এই কথাৰ পম খেদি গ'লে দেখা যাব যে এবাৰ ব্ৰহ্মশাপত অতুল তেজস্বী বিষ্ণুৰ পাপ উদ্ভৱ হ'ল। ব্ৰহ্মশাপত নিপীড়িত হৈ সৰ্বজ্ঞ বিষ্ণুৱে তপস্যা কৰিবলৈ ধৰিলে আৰু সকলো পাপ ক্ষয়কাৰিণী মহাকালীৰ অষ্টাক্ষৰী মহাবিদ্যা নিবিষ্টচিত্তে জপ কৰিবলৈ ধৰিলে।

দহ হেজাৰ বছৰৰ মূৰত মহাকালী সন্তুষ্ট হ'ল। তেওঁ সন্তুষ্ট হোৱা মাত্ৰেই বিষ্ণুৰ হৃদয়পদ্মৰ পৰা 'কোলা' নামে এক মহা অসুৰৰ আবিৰ্ভাৱ হ'ল। সেই দুৰাত্মা দৈত্যই ইন্দ্ৰাদি দেৱতাসকলক বলপূৰ্বক পৰাস্ত কৰি স্বৰ্গৰাজ্য অধিকাৰ কৰি ল'লে। বিষ্ণুৰ বৈকুণ্ঠপুৰী আৰু ব্ৰহ্মাৰ পদ্মাসনো অধিকাৰ কৰিলে। তেতিয়া বিষ্ণু আদি দেৱতা-সকলে সনাতনী মহাবিদ্যা কালীৰ কাষত ৰক্ষাৰ কাৰণে ভক্তিপূৰ্বক প্ৰাৰ্থনা আৰম্ভ কৰিলে।

কালীয়ে সুপ্ৰসন্না হৈ কুমাৰী ৰূপ ধাৰণ কৰি কোলাসুৰক বধ কৰিব বুলি বিষ্ণু প্ৰমুখ্যে দেৱতাসকলক আশ্বাস দিলে। দেৱতাসকলে আনন্দ মনেৰে প্ৰস্থান কৰাৰ পিছত দেৱীয়ে কোলাপুৰলৈ গৈ দ্বিজকুমাৰীৰ ৰূপ ধাৰণ কৰি কোলাসুৰক ভিক্ষা মাগি কলে—"মই পিতৃ-মাতৃহীনা অসহায়া দ্বিজবালিকা। ভোকত মই বৰ আতুৰ হৈছোঁ। মোক খাবলৈ দিয়া।"

মহামায়াৰ মায়া ধৰিব নোৱাৰি কোলাসুৰে সেই কুমাৰীক অন্তঃপুৰলৈ লৈ গল আৰু কুমাৰীক কলে: "তোমাৰ যি মন যায় তাকেই ইচ্ছামতে খোৱা।" এইবুলি দ্বিজবালিকাক মণিময়

আসনত বহুৱাই নানাবিধ আহাৰ খাবলৈ দিলে। দ্বিজবালিকাই সকলো বস্তু তত্তালিকে ভক্ষণ কৰি "আৰু দিয়া" বুলি খুজিলে। দৈত্যৰাজ কোলাসুৰে এইবাৰ প্ৰচুৰ দ্ৰব্য কুমাৰীলৈ আগবঢ়ালে। সেই সকলোবোৰ নিমিষতে খাই কুমাৰীৰূপী দেৱীয়ে "মোৰ ভোক গুচা নাই, আৰু খাবলৈ দিয়া" বুলি কোলাসুৰক কলে। তেতিয়া দৈত্যৰাজে "তোমাৰ ভোক দুৰগুচালৈকে যি মন যায় নিজে লৈ খোৱা" বুলি বালিকাক কোৱাত কুমাৰীৰূপী দেৱীয়ে তথা কালীয়ে দৈত্যৰাজৰ সমস্ত ৰাজকাৰ, হাতী-ঘোঁৰা, সৈন্য-সামন্ত, বন্ধু-বান্ধৱ ভক্ষণ কৰি শেষত কোলাসুৰকো ভক্ষণ কৰিলে।

মহাকালৰূপিনী মহাকালীৰ প্ৰতিভূ কুমাৰীয়ে নিমিষতে কোলাপুৰ শূন্য কৰি দিলে। ব্ৰহ্মাদি দেৱতাসকলে, বিদ্যাধৰী কিন্নৰীসকলে কোলাসুৰ নিপাত হোৱাত আনন্দত নৃত্যগীত কৰি পুষ্পবৃষ্টি কৰিবলৈ ধৰিলে। দেৱতাসকলে সুগন্ধি দ্ৰব্য আৰু ফুলৰ দ্বাৰা নিজ নিজ ঘৰত কুমাৰী পূজা কৰিবলৈ আৰম্ভ কৰিলে। সেই কালী অপ্ৰসূতি আৰু সদায় কুমাৰীৰূপধাৰিণী আছিল কাৰণে দেৱতা-মনুষ্য সকলোৱে ব্ৰহ্মৰূপিনী দেৱীক কুমাৰীৰূপত পূজা কৰিবলৈ ধৰিলে। তেওঁক নানাবিধ অন্নেৰেও পূজা কৰা হয়।

যোগিনীতন্ত্ৰত বাৰে বাৰে গুৰুত্ব দি কোৱা হৈছে যে,

তস্মাচ পূজয়েদ্বালাং সৰ্ব্বজাতিসমুদ্ভৱাং
জাতিভেদো ন কৰ্তব্যঃ কুমাৰী পূজনে শিবৈ।
..
দেৱী বুদ্ধ্যা মহাভক্ত্যা তস্মাত্তাং পৰিপূজয়েৎ
সৰ্ব্ববিদ্যাস্বৰূপা হি কুমাৰী নাত্ৰ সংশয়ঃ।

সকলো জাতিৰ কুমাৰীকে পূজা কৰিব লাগে। কুমাৰী পূজাত জাতিভেদৰ বিচাৰ কৰিব নাপায়। যিহেতু কুমাৰী সৰ্ববিদ্যাস্বৰূপা, সেইকাৰণে কুমাৰীক দেৱী জ্ঞান কৰি মহাভক্তি কৰি পূজা কৰিব লাগে।

এগৰাকী কুমাৰী পূজা কৰিলে সকলো দেৱতাকে পূজা কৰা হয়। বস্তুত কুমাৰীৰ পূজা কৰিলে ত্ৰৈলোক্যত থকা সকলো দেৱতাৰ পূজা কৰাৰ ফল পোৱা যায়। সৌভাগ্যক্ৰমে বেশ্যাকুলসম্ভৱা কুমাৰী পোৱা যায় যদি তেনেহলে সাধকসকলে অতি আনন্দিত মনে সোণ-ৰূপ আদি সৰ্বস্ব দান কৰি তেওঁক পূজা কৰিব। বেশ্যা কুমাৰী পূজাৰ ফলত

সাধকৰ মহাসিদ্ধি লাভ হয় আৰু তেওঁ সদাশিৱৰ তুল্য হয়।

কুমাৰী সাধকৰ লক্ষণো যোগিনীতন্ত্ৰত আছে—

যিসকলে কুমাৰী সাধন কৰে, তেওঁৰ শৰীৰ কাঞ্চনৰ নিচিনা কান্তিযুক্ত হয়, তেওঁ সকলো সিদ্ধি লাভ কৰি ভৈৰৱৰ দৰে স্বৰ্গত ক্ৰীড়া কৰি থাকে। স্বৰ্গ, মৰ্ত্ত্য আৰু তিনিও লোকত তেওঁ অবাধে গতি কৰিব পাৰে আৰু যেতিয়াই যি ভাব মনলৈ আহে তেতিয়াই সেই সেই ৰূপ ধাৰণ কৰিব পাৰে।

কুমাৰী সাধকসকলে বিস্তৃত ৰূপ ধাৰণ কৰি তৎক্ষণাৎ ব্যাপক হবও পাৰে আৰু পুৰন্দৰৰ নিচিনাকৈ সকলোতে আধিপত্য বিস্তাৰ কৰিব পাৰে। দেৱতা, দানৱ, গন্ধৰ্ব, নাগ, কিন্নৰ, কিন্নৰী, বিদ্যাধৰী আৰু ৰাজনাৰীসকলে অহৰ্নিশে সদায় সেই সাধকক সেৱা কৰি থাকে। সাধকে অন্তিম কালত পৰম নিৰ্বাণ লাভ কৰে। কুমাৰী পূজা কৰিলে সাধক শিৱত্ব প্ৰাপ্ত হয়।

যোগিনীতন্ত্ৰত ইয়াৰ দুটা উদাহৰণ দি কোৱা হৈছে যে বিশ্বম্ভৰ নামে চৈত্ৰবংশীয় ৰজা এজনে বেশ্যাকুলসম্ভৱা কাঞ্চী নামে কুমাৰী এগৰাকীক পূজা কৰিছিল। সেই কাঞ্চী আছিল উজ্জ্বল ক'লা বৰণৰ আৰু সকলো শুভলক্ষণযুক্তা। পূজাৰ সময়ত কাঞ্চী কুমাৰীৰ ক'লা শৰীৰত অতি উজ্জ্বল জ্যোতিয়ে শোভা কৰিছিল। সেই উজ্জ্বল শৰীৰৰ কান্তিৰ দ্বাৰা আচ্ছন্ন হৈ ৰজাই মোক্ষলাভ কৰিছিল। সেই কাঞ্চী কুমাৰীক যি ঠাইত পূজা কৰা হৈছিল সেই ঠাই কাঞ্চীপুৰী নামে, মোক্ষদায়িনী পুৰীৰূপে প্ৰখ্যাত হ'ল।

কম্পিল্ল নামে ৰজা এজনেও কাম্পিল্য নগৰত কাঞ্চী কুমাৰীৰ পূজা কৰি সিদ্ধিলাভ কৰিছিল। সেই কুমাৰী শিলামূৰ্তি হৈ এতিয়াও তাত বাস কৰিছে।

কুমাৰীৰ প্ৰসংগত দাক্ষিণাত্যৰ সৰ্বশেষ দক্ষিণত থকা কন্যাকুমাৰীৰ কথাও আহি পৰে।

কন্যাকুমাৰীৰ বিষয়ে প্ৰচলিত আখ্যান হ'ল: শিৱপ্ৰেমিকা কন্যাই বিবাহ বেশত সজ্জিতা হৈ অপেক্ষা কৰি বল। লগ্ন উকলি গল। বিবাহৰ কাৰণে শিৱৰ আগমন নঘটিল। কন্যাই কুমাৰী ৰূপতেই অপেক্ষাতে শিলা হৈ বল।

শৃঙ্গাৰৰ কাৰণে সজ্জিতা সেই কুমাৰীৰ পূজা এই মন্দিৰত এতিয়াও অনুষ্ঠিত হয়। তান্ত্ৰিক সাধনা সিদ্ধিৰ ককুঁৱাৰণেহে মাৰী, বিবাহৰ

কাৰণে নহয়। অন্তৰালৰ এনে ইঙ্গিতো প্ৰচলিত কিম্বদন্তী শুনোতে মনলৈ আহে। দাক্ষিণাত্যৰ মন্দিৰ সমূহত দেৱদাসী প্ৰথা এক প্ৰচলিত প্ৰথা। দেৱদাসীসকলক বসভী (বৃষভী) বোলা হৈছিল। দেৱতাৰ সেৱাৰ অৰ্থে, বিশেষ কামনাৰে পিতৃ-মাতৃয়ে এনে ছোৱালী মন্দিৰত উছৰ্গা কৰিছিল। তেনে ছোৱালীয়ে কেতিয়াও বিয়া হব নোৱাৰে। সেই ছোৱালী দেৱগণিকা ৰূপে পৰিগণিত হয়। অবিবাহিত অৰ্থতেই দেৱদাসীসকল কুমাৰী। কন্যাকুমাৰীৰ কুমাৰী এনে কুমাৰীয়েই।

কামাখ্যা পীঠত যি কুমাৰী পূজা এতিয়া প্ৰচলিত হৈ আছে তাৰ ৰূপ এনেকুৱা:

কামাখ্যা ধামত ছয় বছৰৰপৰা দহ বছৰৰ অপুষ্পিতা কন্যাক কুমাৰী বুলি গণ্য কৰা হয়। এনে কুমাৰী এটিক দেৱীস্বৰূপা কৰি পীৰা, তামুলী পীৰা আদি আসনত বহুৱাই দুয়োভৰি এখন কাঁহীৰ ওপৰত থবলৈ দিয়া হয়। তেওঁৰ সম্মুখত ত্ৰিভুজ, বৃত্ত, চতুৰ্ভুজ মণ্ডল অংকন কৰি তাৰ ওপৰত কোষ্য, অৰ্ঘা থোৱা হয়। ইয়াৰ পাছত পূজা আৱাহন কৰি, মুদ্ৰা দেখুৱাই, ফুলেৰে নিজে আচমন কৰি, অৰ্ঘ্যৰে কুমাৰীৰ ভৰি ধুৱাই ভৰিত আলতা পিন্ধাই দিয়া হয়। ইযাৰ পিছত গণেশাদি পঞ্চদেৱতা, আদিত্যাদি ইন্দ্ৰাদি দশদিকপাল, যজ্ঞ-পুৰুষ নাৰায়ণ, কামাখ্যা দেৱী আৰু গুৰুক নমস্কাৰ কৰি কামাখ্যা দেৱীৰ সুপ্ৰীতি কামনা কৰা হয়। মাতৃনাং ৰূপধাৰিণী, নবদুৰ্গা, কামাখ্যা স্বৰূপা "কুমাৰীক পানীৰে অৰ্ঘ্য প্ৰদান কৰি ইযাৰ পিছত কামাখ্যা দেৱীৰূপা কুমাৰীক প্ৰদীপ, ধূপ, গন্ধ-পুষ্প, বস্ত্ৰ (ৰঙা পাৰীৰ শাৰী, কোনোৱাই ৰঙা ফুল বছা মেখেলা চাদৰ), আৰ্চী, ফণী, সেন্দুৰ, শাখা উছৰ্গা কৰা নিয়ম। কাঁহৰ বাটিত সজোৱা মধুপৰ্ক মিঠাই প্ৰদান কৰি তামোল খুৱাই দি কামাখ্যা মন্ত্ৰেৰে সেৱা কৰা হয়— কামাখ্যাং বৰদে দেৱী নীল পৰ্ব্বত বাসিনী . .. ।"

এই "কুমাৰী" দেৱীৰ সম্পৰ্কত যোগিনীতন্ত্ৰত যি কোলাসুৰ বধৰ আখ্যান দিয়া হ'ল সেই কথা মনত ৰাখি আমি যোগিনীতন্ত্ৰৰে অন্য এটা অধ্যায়লৈ এই প্ৰসংগতে চকু দিয়া ভাল হব। যোগিনীতন্ত্ৰৰ অষ্টাদশ পটলত আছে—

স্তোত্ৰেণানেন সন্তুষ্টঃ সদাহং তৱ পুত্ৰক
গচ্ছ শীঘ্ৰং যোনিপীঠং দেৱিশিখৰমাশ্ৰিতঃ
ভজ কালীং কুলাচাৰ ভাৱবেত্তাপৰায়ণঃ
অচিৰাদ্বাঞ্ছিত সিদ্ধিৰ্ভৱতি তেন সংশয়ঃ ॥

মহাকাল ভৈৰৱে কৰালভৈৰৱৰ স্তুতিত সন্তুষ্ট হৈ কলে—"তুমি অতিশীঘ্ৰে দেৱীশিখৰত আশ্ৰয় কৰি থকা যোনিপীঠলৈ যোৱা, আৰু কুলাচাৰভাৱে বেশ্যাপৰায়ণ হৈ কালীৰ ভজনা কৰাগৈ। অচিৰেই তোমাৰ মনৰ বাঞ্ছিত সিদ্ধি হ'ব।"

তাৰ পিছত পুনৰ কৈছে—

বেশ্যামধ্যগতং বীৰং কদা পশ্যামি সাধকং
এবং বদতি সা কালী তস্মাদ্বেশ্যা পৰো ভৱ॥
মন্ত্ৰাচাৰে হি সৰ্ব্বত্ৰ ন হি দোষঃ কদাচন
তস্মাদ্ভ্ৰান্তিং পৰিত্যজ্য কুলধৰ্ম্মং সমাশ্ৰয়॥
ভ্ৰান্তিস্তত্ৰ ন কৰ্ত্তব্যা সিদ্ধিহানিৰ্যতোভৱেৎ
বিশুদ্ধচিত্তো ভূয়াচ্চেৎ সিদ্ধিঃ স্যাদপৰোৰ্দ্ধগা॥

মহাকালীয়ে কলে—"বেশ্যামধ্যগত বীৰসকলক মই চাবলৈ বিচাৰো। সেইকাৰণে বীৰ সাধনত বেশ্যাপৰায়ণ হোৱা। মন্ত্ৰাচাৰ সাধনত বেশ্যাগমন দোষ হ'ব নোৱাৰে। সেইকাৰণে এই ভ্ৰান্তধাৰণা ত্যাগ কৰি কুলধৰ্ম্মৰ আশ্ৰয় লোৱা। সাধনা সিদ্ধি বিষয়ত ভ্ৰান্তি জ্ঞান জন্মিলে সিদ্ধিলাভ নহয়। বিশুদ্ধ চিত্ত হৈ কাৰ্য্য কৰিলে উৰ্দ্ধগামিনী সিদ্ধি অতি সোনকালে লাভ হয়।"

এই শ্লোককেইটাত উল্লেখ কৰা কুলাচাৰ, বেশ্যাপৰায়ণ, সাধন, সিদ্ধি, উৰ্দ্ধগামিনী সিদ্ধি এই কথাকেইটাত গুৰুত্ব দিয়া বোধকৰো উচিত হ'ব। যোগিনীতন্ত্ৰমতেই কামাখ্যাৰ অধিষ্ঠাত্ৰী ত্ৰিপুৰা। ত্ৰিপুৰাৰ তিনি নাম—ত্ৰিপুৰাবালা, ত্ৰিপুৰাসুন্দৰী আৰু ত্ৰিপুৰা ভৈৰৱী। কামাখ্যা পীঠ কৌলাচাৰৰ মুখ্য কেন্দ্ৰ যে আছিল সেই বিষয়ে সন্দেহ নাই। ষটচক্ৰ সাধন, কুণ্ডলিনীৰ জাগৰণ তথা উৰ্দ্ধমুখী গতি সাধনো তন্ত্ৰৰ প্ৰধান কথা। ভৈৰৱৰ সাধনাত পশু, বীৰ, দিব্য এই তিনিটা স্তৰ। এই তিনিটা স্তৰেদি যাব লগা সাধনাত নাৰী বা কুমাৰীৰ একান্ত প্ৰয়োজন আছিল।

প্ৰাক ঐতিহাসিক যুগৰে পৰা পূজিতা অষ্টিক আই গোসাঁনী ( Mother Goddess ) কামাখ্যাৰ ৰূপ আছিল মাতৃ গোসাঁনীৰ ৰূপ। সেই মাতৃৰ ৰূপ তন্ত্ৰৰ যুগত হ'ল কুমাৰীৰ ৰূপ। "অপ্ৰসূতিচ সা কালী কুমাৰীৰূপধাৰিণী।" দেৱী হ'ল অপ্ৰসূতা — তেওঁ কামদা, কামস্বৰূপিনী, কামাখ্যা। তেওঁ হ'ল ত্ৰিপুৰাসুন্দৰী, ললিতকান্তা।

কুমাৰীৰ অৰ্থ অবিবাহিতাহে। অক্ষত যোনিৰ অৰ্থত এই কুমাৰী বুজোৱা হোৱা নাই। বৰ্তমানেও প্ৰচলিত কুমাৰীপূজাত যি বৃত্ত, মণ্ডল অঙ্কন কৰা যায় সেই মণ্ডলো উৰ্দ্ধমুখী, অৰ্দ্ধমুখী, ত্ৰিকোণাকৃতি সমূহক পৰিবেষ্টন কৰা অষ্টদল পদ্মৰ মণ্ডল। এই মণ্ডল কৌলাচাৰ তথা তান্ত্ৰিক সঙ্গমৰ প্ৰতীক স্বৰূপ। এতিয়াৰ কুমাৰীপূজাৰ ৰূপ কৌলাচাৰৰ পিনে যোৱা প্ৰথম পদক্ষেপ হব পাৰে অথবা প্ৰতীকি ৰূপান্তৰো হব পাৰে।*

এটা পোহৰে কাৰৰ বস্তুকো পোহৰ কৰে। কামাখ্যাত প্ৰচলিত কুমাৰী পূজাৰ ধাৰাই অন্য দিশৰো ইঙ্গিত দিয়ে। এই প্ৰসঙ্গত ডঃ বাণীকান্ত কাকতিয়ে 'কলিতা জাতিৰ ইতিবৃত্ত' নামৰ গ্ৰন্থত প্ৰসংগক্ৰমে কৈছে যে, "যোগিনীতন্ত্ৰৰ কোলাসুৰৰ আখ্যান এটি ৰূপক মাথোন। এই আখ্যানৰ ব্ৰহ্মশাপগ্ৰস্ত ধ্যানী বিষ্ণু হৈছে স্বয়ং বুদ্ধদেৱ। যোগিনীতন্ত্ৰত কামৰূপৰ ধ্যানী জনাৰ্দন মূৰ্তিক বুদ্ধ স্বৰূপ বুলি কোৱা হৈছে—জনাৰ্দ্দনশ্চ দেৱেশং কলৌ বুদ্ধ স্বৰূপিনীম্। ভাগৱত পুৰাণত বুদ্ধদেৱক বিষ্ণুৰ অৱতাৰ বুলি স্বীকাৰ কৰি তেওঁৰ উপাসকসকলক সুৰদ্বেষী বুলি কোৱা হৈছে। অসুৰৰ বিমোহনৰ কাৰণে বিষ্ণুৰ বুদ্ধ অৱতাৰ হ'ল। বৌদ্ধসকলে ব্ৰহ্মা বিষ্ণু, ইন্দ্ৰক পদচ্যুত কৰাত মহাদেৱীয়ে গ্ৰাস কৰিলে অৰ্থাৎ শাক্ত মতাৱলম্বী হ'ল।

* কুমাৰী পূজা প্ৰসঙ্গত অৰুণোদইত (আগষ্ট, ১৮৫২, পৃষ্ঠা ১১৯) প্ৰকাশিত এটি পদ্যৰ উদ্ধৃতি দি ব'ব পাৰি। কাৰণ ই সেই সময়ৰ প্ৰচলিত ধাৰণা আৰু আচাৰ-ৰীতিৰ স্বৰূপ বহন কৰিছে:

মদ মাংস আদি কৰি সংখৰ সবদে,
নানা ফুল চন্দনাদি আৰু বেলপাতে,
তাহাক নি গুপুতৰূপে এক ঘৰ মাজে,
ভক্তি ভাৱে কুমাৰিক জিবিলাকে পূজে,
তাহাতে কামাখ্যা দেবি হৰিস মনত
জেন বৰ খোজে, তাক দিব সেই খেনত
... .............. ...... . .. ...,

পূজা হলে তাৰ পাচে কৰে আক্ষ দান
অৱসেসে মদ আদি কৰে ধুয়ো পান
ম'ন মানে ধুয়ো জনে ঘৰৰ ভিতৰে
কোন ইচা হই তাক কৰিবাক পাৰে,
বামুণে বোলই, তাত নাহি কিছু দোস
মন্দ কৰ্ম্ম ন হই সিতো সক্তিৰ সন্তোষ ।
—তিৰ্থৰ বিবৰণ ॥

# দেৱী শীতলা

জনশ্ৰুতি মতে শীতলা দেৱীৰ জন্মকাহিনী এটি উবিষ্যাৰ পৰা বংগদেশলৈ আহিছিল। সেই কাহিনীৰ অৱলম্বনত মেদিনীপুৰ অঞ্চলৰ কেইজনমান কবিয়ে শীতলামংগলৰ গান ৰচনা কৰিছিল—

কৰিল পুত্ৰেষ্টি যজ্ঞ নহুষ ৰাজন
কত মুনি ঋষি আইল কে কৰে গনন
নিৰ্বিঘ্নে কৰিযা যজ্ঞ দিলেক আহুতি
হইলেক পূৰ্ণ যজ্ঞ শান্তমতি ॥
যজ্ঞপূৰ্ণে নিভাইল যাজ্ঞৰ অনল
তাহে জনমিল এক কন্যা সমুজ্জ্বল
মস্তকে ধৰিযা কুলা বাহিৰ হইলা
দেখি প্ৰজাপতি তাৰে যত্নে সুধাইলা
কে তুমি সুন্দৰী কন্যা কাহাৰ গৃহিণী
কি হেতু অগ্নিতে ছিলা কহ সে কাহিনী
দেৱী কন অগ্নিকুণ্ডে মম জন্ম হইল
কোথা যাই কি কৰিবি পৰাণ বিকল
শ্ৰৱণ কৰিযা ব্ৰহ্মা কহিলা বচন
যজ্ঞ শীতলেৰ কালে তোমাৰ জনম
সেহেতু শীতলা নাম তোমাৰে হইল
মম বাক্যে যাও তুমি শীঘ্ৰ ভূমণ্ডল।

শীতলাৰ জন্ম সম্পৰ্কীয় এনে আখ্যান অসমত এতিয়ালৈকে পোৱা হোৱা নাই। কিন্তু শীতলা দেৱী অসমত প্ৰাচীন কালৰেপৰা পূজিতা। শীতলাৰ প্ৰতি ভয়-ভক্তি উজনি-নামনি জুৰি পৰিদৃষ্ট হয়। আনকি অসমৰ মুছলমান লোকসকলেও এই দেৱীক সন্মান কৰাৰ কথা শুনা যায়।

শীতলা দেৱী বসন্ত ৰোগৰ অধিষ্ঠাত্ৰী। শীতলা দেৱীক সন্মান কৰি "আই" বুলি অসমত কোৱা হয়। ৰৰআই, মাজুআই, সৰুআই,

যি আয়েই দেখা দিয়ক, শীতলাৰ সন্তুষ্টিৰ অৰ্থে মাননি, নৈবেদ্য আগবঢ়াই ভাবে-ভক্তিৰে স্তুতি কৰা হয়। আইৰ সন্তুষ্টিৰ অৰ্থে, আইৰ কৃপা, করুণা লাভ কৰিবৰ অৰ্থে অসমৰ মাইকী মানুহে যিবোৰ অতি শুৱলা, সুৰীয়া নাম গায়, সেইবোৰক বোলা হয় "আইনাম"। আইনামত শীতলা দেৱীৰ ৰূপ এনে—

নমামি শীতলা দেৱী জটা-জুটি কেশ
মাজ্জ'নী কলস লৈয়া ফুৰা দেশে দেশ ॥

এনে ধৰণৰ শাৰীবোৰ নিশ্চয় স্কন্দ পুৰাণৰ আৱন্ত্য খণ্ডৰ শীতলা ধ্যানৰ পৰাই অহা—

নমামি শীতলাং দেৱী ৰাসভস্থাং দিগম্বৰীম্
মাৰ্জ্জনী কলশোনেতাং শূৰ্পালংকৃতমস্তকাম্ ॥

দ্বিতীয় মন কৰিবলগীয়া কথা হ'ল যে "শীতলা দেৱী" সদায় সাতভনীৰ এগৰাকী —

আই মোৰ উজাইয়ে আহিলে
আই মোৰ আইৰে সাতে ভনী
আই মোৰ বালিতে খপিলে ৰাতি।

"সাতভনী"ৰ কথাৰ প্ৰসংগত "সপ্তমাতৃকা"ৰ প্ৰসংগ আহি পৰে। মাতৃকা সকলৰ বিষয়ে "সপ্ত মাতৃকা" নামৰ প্ৰবন্ধত আলোচনা কৰা হৈছে।

ভাৰতবৰ্ষৰ জনজাতীয় লোকসকলৰ মাজত শীতলা পূজাৰ প্ৰচলন বেছি। যি ৰোগে মানুহৰ দেহ সম্পূৰ্ণ বিকৃত কৰি তুলিব পাৰে সেই মাৰাত্মক ৰোগৰ অধিষ্ঠাত্ৰী ৰূপে শীতলাৰ প্ৰতি ভীতি স্বাভাৱিক কথা। শীতলা দেৱী বিতুষ্ট হলে অন্য বিবিধ ব্যাধিৰো উৎপত্তি হব পাৰে বুলি সৰ্বসাধাৰণে বিশ্বাস কৰে।

শাওণৰ শুক্লা সপ্তমীত পঞ্জাবৰ চিকলিগড়ৰ মানুহে শীতলা পূজা অনুষ্ঠিত কৰে। এই শুক্লা সপ্তমী শীতলা সপ্তমী নামেৰে খ্যাত। কেৱল তুফুট ওখ শীতলাৰ সৰু মন্দিৰত দেৱীৰ উদ্দেশ্যে নৈবেদ্য-উপচাৰ সজাই থোৱা হয়। সেই নৈবেদ্য খোৱাও নহয়, বিলোৱাও নহয়। কাৰণ যিজনেই এই নৈবেদ্য খায় বা নিয়ে তেওঁৰেই সেই বেমাৰ হব বুলি বিশ্বাস কৰা হয়। শীতলাৰ বাহন গাধ। সেইকাৰণে চিকলিগড়ৰ মানুহে গাধক মাহ খুৱায় আৰু তেনে কৰিলে দেৱী তুষ্ট হয় বুলি বিশ্বাস কৰে। আন কিছুমানে বগা কুকুৰা, গাহৰি আদিও দেৱীৰ নামত এৰি দিয়ে। উল্লেখযোগ্য যে ৰৱআই ওলাই বাচি উঠা মানুহে এই পূজা নকৰে।

থাৰু জনজাতীয় মানুহে বিশ্বাস কৰে সাতভনীৰ সামূহিক নাম মাতা "ভৱানী"। তেওঁৱে বিতুষ্ট হলে মহামাৰীৰূপ ব্যাধি মানুহৰ মাজলৈ পঠাই দিয়ে। তেওঁবিলাকৰ বিশ্বাসত বেলেগ বেলেগ ব্যাধিৰ অধিকাৰী বেলেগ বেলেগ। প্ৰতি গৰাকীৰে নৈবেদ্যও বেলেগ। তেওঁবিলাকৰ বিশ্বাসত শীতলা বৰআইৰ গৰাকী। তেওঁলৈ আগবঢোৱা হয় লং, তামোল-পাণ আৰু নাৰিকলৰ নৈবেদ্য। হোম কৰাও হয়।

"দুৰ্গা" হৈছে থাৰু জনজাতীয় বাইজৰ বিশ্বাসত কলেৰাৰ গৰাকী। এই মহামাৰীৰ পৰা ৰক্ষা পাবৰ কাৰণে তেওঁলৈ ৰঙা পতাকা, লোহাৰ ত্ৰিপদী আৰু হোম আগবঢোৱা হয়। কোনো কোনো গাঁৱত এটা ছাগলীও নৈবেদ্যৰূপে দিয়া হয়।

"জ্বালা" হৈছে জ্বৰৰ গৰাকী। তেওঁলৈ হোম আগবঢালেই তেওঁ সন্তুষ্ট হয়।

"কল্‌কা" বিতুষ্ট হলে মানুহৰ কঁপনি জ্বৰ হয়। হোম দিলে তেওঁ তুষ্ট হয় বুলি ধাৰণা প্ৰচলিত।

সাতভনীৰ পঞ্চম গৰাকী হ'ল "হুল্‌কা"। হুল্‌কা দেৱী বিতুষ্ট হলে তেজবমি হয়। তেওঁকো হোমেৰেই সন্তুষ্ট কৰা নিয়ম।

ষষ্ঠগৰাকী দেৱীৰ নাম হ'ল "পুৰুৱা" (আমাৰ পৰুৱা ? পৰুৱাই পালে বাট হেৰায়, একেটা বাটতে ঘূৰি থাকে। পৰুৱাক অপদেৱতা বা অপদেৱী বুলি অসমত ভবা হয়।) "পুৰৱা" অসন্তুষ্ট হলে মানুহৰ মগজুৰ বিকাৰ ঘটে, কথা নাইৰে। তেওঁ তুষ্ট হয় হোমেৰে।

সপ্তম গৰাকীক থাৰুসকলে কয় "পাৰ্বতী"। পাৰ্বতী অসন্তুষ্ট হলে সাংঘাতিক মূৰৰ কামোৰণি বা মূৰৰ বিষ হয়। তেওঁকো হোম দি সন্তুষ্ট কৰা হয়।

বংগদেশৰ লোধাসকলৰ বিশ্বাসত শীতলাৰ ছয়ভনী। এই ছয়ভনী ছয় ব্যাধিৰ লগত জড়িত। সেইবিলাকৰ প্ৰথম বিধ হ'ল "কড়া বসন্ত।" কড়া বসন্ত বৰআইৰ এবিধ। দ্বিতীয়বিধ হ'ল "লতাগৰিয়া"। লতাগৰিয়া অতি ভয়াবহ ৰূপৰ বৰআইক বোলা হয়। ই দেহা ক'লা পেলায়। তৃতীয়বিধ হ'ল "বৈঞ্চা" বা মাজুআই। এই বসন্ত দেখাত "বৈঞ্চা" ফলৰ দৰে। চতুৰ্থবিধ হ'ল "চাল্‌তাফুলীয়া"। এই আই দেখাত চালতা ফুলৰ দৰে। এই আই দেখা দিলে দেহা ফুলি উঠে আৰু ৰোগী শীঘ্ৰে মৃত্যুমুখত পৰে। পঞ্চমবিধ হ'ল "মিলমিটা" (সৰু আই)। ষষ্ঠবিধ হ'ল "ওলাওঠা"। ইয়াৰ অন্য নামেই কলেৰা। মহামাৰীৰ সময়ত শীতলা মানুহৰ গালৈ যায় বুলি লোধাসকলে বিশ্বাস কৰে।

চাওৰা জনজাতীয়সকলে ভাবে দেৱীৰ যেতিয়াই ঋতু হয়, তেতিয়াই মানুহৰ গাত বসন্তই দেখা দিয়ে। সেই সময়ত দেৱীয়ে গাঁও পৰিভ্ৰমণ কৰে আৰু মানুহৰ মৃত্যু হয়। তেওঁবিলাকে দেৱীক পূজা নকৰি গাঁৱৰ পৰা যাতে আঁতৰি যায় তাৰ কাৰণে চেষ্টা কৰে। মহামাৰীৰ সময়ত গাঁৱৰ ওজাই এখন বথত খৰি বোজাই কৰি গাড়ীখন গাঁৱৰ মাজেৰে ঘূৰাই, গাঁওখন পাৰ কৰি শানিচাম মন্দিৰত গৈ থৈ আহেগৈ। এনে কৰিলে দেৱী গাঁৱৰ পৰা যাযগৈ বুলি বিশ্বাস কৰা হয়।

মেলাৰচসকলৰ মাজত বৰআই ওলালে চক্ৰ গোসাঁইক পূজা কৰে। বিশ ফুটমান ওখকৈ দুটা খুটা পুতি সেই খুটাক আমকাঠেৰে জোৰা লগোৱা হয়। এযে চক্ৰ গোসাঁই। গৰু বলি দি সেই বলিৰ তেজ খুটাৰ ওপৰত ঢালি দিলে চক্ৰ গোসাঁই সন্তুষ্ট হয় বুলি পূৰ্বাপৰ' বিশ্বাস প্ৰচলিত।

জয়ন্তীযা পাহাৰৰ চিনটেংসকলে বসন্ত ওলোৱাটো বৰ সন্মানৰ কথা বুলি ভাবে। তেওঁবিলাকে বসন্তৰ দাগবোৰক "আইৰ চুমা" বুলি কয়। ৰোগ কামনা কৰি বসন্ত ৰোগীয়ে ব্যৱহাৰ কৰা পানীৰে মাইকীমানুহে মূৰ ধোৱে আৰু ৰোগ হবৰ কাৰণে সৰু ল'ৰা-ছোৱালী ৰোগীৰ কাষলৈ লৈ অহা হয়। ৰোগীৰ ঘৰখনকে পবিত্ৰ জ্ঞান কৰি হাত-ভৰি ধুইহে ঘৰৰ ভিতৰত সোমোৱা হয়।

মধ্য প্ৰদেশৰ বলহীসকলৰ কলেৰাৰ দেৱী হ'ল মাৰি মাতা। দেৱীৰ কৃপা হ'লে এই ৰোগৰ ৰোগীৰ জীৱন ৰক্ষা হয়। অন্যথাই মৃত্যু সুনিশ্চিত।

সিন্ধী গাঁওবোৰত আই ওলোৱা গোটেই সময়খিনিত শীতলা উপাসনা কৰা হয়।

তেলেংগানাৰ তেলেগুসকলৰ মাজত পেচাম্মা হ'ল বৰআই, মুত্যালাম্মা হ'ল মাজুআই, বালাম্মা হৈছে বন্ধ্যাদোষ খণ্ডনৰ আই, আৰু মহাকলম্মা হৈছে কলেৰাৰ আই। গাঁৱত মহামাৰী হলে নিৰ্দিষ্ট ৰোগৰ অধিষ্ঠাত্ৰী দেৱীৰ পূজা দিয়াৰ উপৰিও হানৱা, দুৰ্গাৱা, বাসৱা, ঈশ্বৰা আৰু হনুমান পূজা কৰা হয়।

ব্ৰহ্মপুত্ৰ উপত্যকাত বসন্ত ৰোগক সততকৈ "আই ওলোৱা" বুলি কোৱা হয়। বসন্ত ৰোগৰ ভয়াবহতাক মাৰ্জিত সৌন্দৰ্য্যময় ৰূপ কেনেকৈ অসমত দিয়া হৈছে তাৰ প্ৰমাণ উজ্জ্বল ৰূপত জিলিকি আছে

অসমীয়া নাৰীয়ে গোৱা আইনাম/বাৰত। আইনামৰ উদাহৰণ গ্ৰন্থৰ শেষত সন্নিবিষ্ট হৈছে। বসন্তৰ ব্যাপকতাক আইৰ গতিময়তা বুলি কোৱা হৈছে। আয়ে চহৰ ফুৰিবৰ মানসেৰে উলাই আহে—"হস্তীৰ গমনে আই নামি আহে চহৰ ফুৰিবৰ মনে।" লগত আহে সাতভনী।

উলাই আহিলে আইৰে সাতভনী
বসন্তে বা বলাই
বনৰ পশু-পক্ষী সবেও মাথা দোঁৱায
সাগৰেও জল যোগায়।
উলাই আহিলে আইৰে সাতেভনী
বসন্তে বা বলাই
টেমাতে আনিছে জাতি চন্দনে
সবাকো দিছে পিন্ধাই।
আই গুটিমালী যুলবে ভবালী
ফুলে জকেমকে কৰে
দিন বাৰ লেখি ফুল জোকাৰিলে
মাটিত সৰি সৰি পৰে।

নামনি অসমত প্ৰচলিত আইনামত পোৱামতে আই দহগৰাকী বা বাৰগৰাকী।

এ মোছা-কাচা ঠাইখনি ফুলে মহ্‌মহ্‌ কৰে
তাতে বহি শীতেলী আই, তিলেনী আই শ্ৰৱণ-কীৰ্তন কৰে।
এ মোছা-কাচা ......
তাতে বহি পানীমালা, ৰংমালাই শ্ৰৱণ-কীৰ্তন কৰে।
এ মোছা-কাচা..... .
তাতে বহি বাঁহামুৰী, লাফামুৰী শ্ৰৱণ-কীৰ্তন কৰে।
এ মোছা-কাচা...
তাতে বহি লুটিগুটি, পানীচমোৰী, ধনমালাই
শ্ৰৱণ-কীৰ্তন কৰে।
এ মোছা কাচা·
তাতে বহি কাহুৰী আই কেতেৰী আই শ্ৰৱণ-কীৰ্তন কৰে।

ঘৰত কোনোবাজনৰ 'আই' দেখা দিলেই গোটেই ঘৰ সন্ত্ৰস্ত

হয়। লগে লগে ঘৰত তাঁত বোৱা, ঢেঁকী দিয়া, নৃত্য-গীত, আমোদ-প্ৰমোদ কৰা, চিঞৰ-বাখৰ কৰা আদি নিষিদ্ধ হয় তথা তাৰ দ্বাৰা আইৰ প্ৰতি শ্ৰদ্ধা-ভক্তি আৰু সমীহ নম্ৰভাৱে জ্ঞাপন কৰা হয়। পদূলি-চোতাল সাৰি-মচি, ঘৰ-দুৱাৰ মচি-কাচি ৰোগীৰ শয্যাত ধোৱা পৰিষ্কাৰ কাপোৰ পাৰি দিয়া হয়। সেই শয্যাত মহানিমৰ পাত ৰখাও নিয়ম। সোতা, বাঢনি, মেখেলা, চুৰীয়া আদি চোৱা ছাওঁৰে আই ওলোৱাজনক কেতিয়াও স্পৰ্শ কৰিব নেপায়। তেনে ভুল হলে আইৰ দোষ লাগি, ঘাটি লাগে বুলি ভবা হয়। গোটেই ঘৰ ধূপ-ধুনাৰ গোন্ধেৰে আমোলমোলাই ৰাখিব লাগে। ৰোগীৰ শয্যাৰ কাষৰত আগলি কলপাতৰ ওপৰত ৰখা শৰাই বা বটা এখনত তগৰ, যূতি, খৰিকাজাঁই, বগা গোলাপ আদি বগাফুল সজাই থব লাগে। ওচৰতে এখন সৰু তামুলী পীৰা বগা কাপোৰেৰে সজাই আসন পাতি তাৰ ওপৰত ঘট এটিত এঘট পানী আৰু আমপাত দি ঘটত এৰ্‌ঁাসূতা আৰু সেন্দুৰৰ ফোঁট দি থোৱা হয়। ওচৰতে এগছ মিঠাতেলৰ বন্তি আৰু থুৰীয়া তামোলো থব লাগে। এই আসন আই নোযোৱা পৰ্যন্ত অৰ্থাৎ আই চৰমি শেষ নোহোৱা পৰ্যন্ত ভাঙিব নেপায়। পুৱা-গধূলি এই আসনৰ ওচৰতে নাম গাব লাগে।

আই দেখা দিয়াৰ লগে লগেই ঘৰৰ মূল মানুহ এগৰাকীয়ে গা ধুই, শুদ্ধ বস্ত্ৰ পিন্ধি অথবা তিতা কাপোৰেৰেই গোসাঁই ঠাই মচি, গৰু ঘিউ বা মিঠাতেলৰ বন্তি এগছ জ্বলাই আগ-গুৰি কটা তামোল-পাণ বা পইচা আঠঅনা বা এটকা টোপোলা বান্ধি আইলৈ আগবঢাই মনতে আইসবাহ বা শীতলা পূজা কৰিম বুলি সংকল্প কৰে আৰু আই সুপ্ৰসন্না হৈ সন্তানক দয়া কৰি যাব লাগে বুলি প্ৰাৰ্থনা জনাই সেই টোপোলা গোসাঁই থাপনাত থৈ দিয়ে। শীতলা পানী বা শীতলাৰ দোল (কামৰূপত জাপ) জাৰি দিব জনা মানুহৰ হতুৱাই জৰাই আনি ৰোগীৰ গাত দিলে ৰোগীয়ে শান্তি অনুভৱ কৰে। শীতলা পানী ৰোগীৰ মূৰৰ পৰা তললৈ সময়ে সময়ে সানি দিলে গা শীতল কৰে আৰু আই সন্তুষ্ট হয়। আই চৰমিলে শীতলা মন্ত্ৰপূত কৰ্পূৰ মিহলি নাৰিকল তেল সানি দিলে আইৰ চোকোৰা সোনকালে, দুখ নিদিয়াকৈ, বেছি খজুৱতি নোহোৱাকৈ সৰি পৰে। শীতলা পূজা কৰিম বুলি মানস কৰিলে সেই পূজা পুৰোহিতৰ দ্বাৰা কোনো দুৰ্গা বা কালী মন্দিৰত, আইথানত বা ঘৰতে পতা হয়।

এই পূজা সাধাৰণতে পুৱাবেলা হয়। তামৰ ঘটত পানী তুলি, ঘট স্থাপন কৰি, মাহ-প্ৰসাদ আৰু বগা পাৰৰ নৈবেদ্য উচৰ্গা কৰি শীতলা পূজা পতা হয়। শীতলাৰ নামত মন্দিৰত বগা পাৰ উৰাই দিয়াৰ নিয়ম আছে।

সৰ্বসাধাৰণ ৰাইজে শীতলা পূজাৰ সলনি আইক ভোগ দিয়া আৰু আই সবাহেই বেছিভাগ পাতে। আই দেখা দিয়াৰ তৃতীয় দিনত, সপ্তম দিনত বা নৱম দিনত গৃহস্থৰ সুবিধা অনুযায়ী এই মানস কৰা কামখিনি গৃহস্থই কৰি পেলায়। সাধাৰণতে আই দেখা দিয়াৰ তিনিদিনত এৰ্‌াঁ ছোৱালী তিনিটি পাঁচোটি বা সাতোটিক ভাবে-ভক্তিৰে, শুদ্ধভাৱে, আচুতীয়াকৈ প্ৰস্তুত কৰা পৰমান্ন ৰোগীৰ কাষৰ আসনৰ ওচৰত বা গোসাঁইঘৰত আগলি কলপাতত দি খুউৱা হয়। লগতে আই দেখা দিয়া জনকো আগলি কলপাতত বিশেষভাৱে দিযা হয়। পৰমান্নৰ কাষত থুৰীয়া তামোল দুখনিকৈও দিয়া নিয়ম। সমুখত এগছি বন্তি, ধূপ-ধূনা আৰু বগাফুলো শৰাই ভৰি সজাই দিয়া হয়। নৈবেদ্য আগবঢোৱা গৰাকীয়ে আইক প্ৰাৰ্থনা কৰে যাতে এই নৈবেদ্য গ্ৰহণ কৰি আই সন্তুষ্ট হয়।

আইসবাহ সাধাৰণতে আবেলি তিনিমান বজাৰে পৰা সন্ধিয়ালৈকে হয়। গোসাঁই-ঘৰ থাকিলে গোসাঁই-ঘৰতে, নহলে মাৰল-ঘৰ বা চ'ৰা-ঘৰতে কোঠা এটা ধুই-মচি তাত আগলি কলপাতৰ ওপৰত এগছি বন্তি, শৰাইভৰা বগাফুল থৈ, ধূপ-ধূনা জ্বলাই দিয়া হয়। মগু, বুট, কল, কুঁহিয়াৰ, নাৰিকল, অমিতা আদি ফলমূল, থুৰিওৱা তিনিখনি তামোল, অকমান আৰৈ চাউল দি সজোৱা প্ৰতিখনি শৰাইতে আৰৈ চাউলৰ কেঁচা পিঠাগুড়িৰ মিঠৈও (গৰু গাখীৰ, চেনি, গৰুঘিউ, কৰ্পূৰ দি সানি তৈয়াৰ কৰা) দিযা হয়। এই সকলোবিলাক অতি পৰিষ্কাৰ-পৰিচ্ছন্নভাবে, আচুতীয়াকৈ, ধোৱা কানি-কাপোৰ পিন্ধা, কাকো স্পৰ্শ নকৰা তিৰোতা মানুহে কৰে। মচা-কোচা ঠাইত ধোৱা কলপাতৰ ওপৰত শৰাই থৈ, শৰাইখন আকৌ আগলি কলপাত বা ফুলজালি কটা কলপাত দি ঢাকি দিয়া হয়। শৰাই তিনিখনি, পাঁচখনি, সাতখনি, নখনি, বাৰখনি সাধ্যানুসাৰে সজাব লাগে। মিঠৈ দিয়াৰ উপৰিও বাঁহৰ খৰাহীত কলপাত পাৰি কেঁচা পিঠাগুড়ি, গাখীৰ আৰু চেনি আগবঢোৱা হয়। কোনোৰে আচুতীয়াকৈ, নতুন সাজ-বাচনত তৈয়াৰ কৰা পৰমান্নও অন্য নৈবেদ্যৰ লগতে আগবঢায়।

আই ওলোৱাজনৰ কাঁহ থাকিলে কাহৰী আইৰ প্ৰতি কঠালপাত সাত, ন বা এঘাৰখিলাত জালুক, নিমখ দিয়া শুকান কৰাইগুড়ি মাহ-প্ৰসাদৰ নৈবেদ্যৰ লগতে দিয়া হয়।

এনে আইসবাহৃত আইৰ প্ৰতিমা আদি সমুখত একো নেথাকে। আদ্যাশক্তি মহামায়া আই ভগৱতী। আইৰ কাৰণে শৰাই-সঁফুৰা সজাই, ভক্তিমতী গোপিনীসকল গোটখাই সেৱা-সৎকাৰ কৰি আইৰ নাম ললেই যেন আই সন্তুষ্ট হয়। আইনামৰ সুললী বিনম্ৰ সুৰত সকলো শংকা-ভয় যেন আঁতৰি পলায়, মন জুৰ পৰি যায়—

দুখীয়াৰ ঘৰলৈ আইলোক আহিছে কি দি কৰিমে সেৱা।
দিম চক ভৰি শুকুল পিঠাগুড়ি দিম বটা ভৰি গুৱা॥
দুখীয়াৰ ঘৰলৈ আইলোক আহিছে দিবলৈ নাইকিয়া একো।
মূৰৰে কেশেৰে পাও মলচিমে দেহাৰ পাৰি দিমে সাৰেঁ॥

প্ৰচলিত বিশ্বাসমতে বসন্ত ৰোগ কোনো ঔষধে ভাল কৰিব নোৱাৰে, বৰং আই ওলোৱাৰ পিছত ঔষধ দিলে ৰোগ বেছি হয় বুলি মানুহে বিশ্বাস কৰে। প্ৰতিষেধক ঔষধৰ কথা সুকীয়া—

আই মোৰ লুইতৰে বালি
আই মোৰ তিয়াব নোৱাৰি
আই মোৰ লুইতে নিতিয়ায় মানে
আই মোৰ মনিচৰ পোৱালি
আই মোৰ তুলিব নোৱাৰি
আই মোৰ আয়ে পাও চুকুৰায় মানে।

'আইৰ মাননি শুকুল পিঠাগুড়ি' আগবঢ়াই গোপিনীয়ে দোষ ক্ষমিবলৈ, সন্তানক উদ্ধাৰ কৰিবলৈ প্ৰাৰ্থনা জনায়। তিনিটা, পাঁচোটা, বা সাতোটা নাম গোৱাৰ পিছত সন্তানৰ হৈ মাতৃয়ে, স্বামীৰ হৈ স্ত্ৰীয়ে বা তেনেকৈ আপোনজনে লোণ, অৰিহণা আৰু তামোল-পাণ শৰাইত থৈ আঁঠুকাঢ়ি গলবস্ত্ৰ হৈ সেৱা কৰে। গোপিনীসকলে "দাম্তে তৃণ ধৰি কাকুতি কৰা দাসীক মহামায়া মাতৃয়ে কৃপা কৰিব লাগে" বুলি "অ হৰি, অ ৰাম" বুলি আশীৰ্বাদ দিয়ে। অখণ্ড বিশ্বাসত মহামায়া মাতৃয়েও সৰ্বদোষ মৰিষণ কৰি দুখীয়াৰ জীৱক উদ্ধাৰ কৰি যায়।

তাৰ পিছত প্ৰসাদ বিলোৱা গৰাকীয়েও প্ৰথম শৰাইখনি ভাঙি সুন্দৰকৈ আগলি কলপাতত সজাই আই ওলোৱাজনৰ সমুখত আথেবেথে দিয়ে। তেওঁ যি মন যায় গ্ৰহণ কৰে, বাকীখিনি তিনিআলিৰ মূৰত

পেলাই দিয়া হয় অথবা পানীত পেলাই দিয়া হয়। নামনি অসমত আই ওলাই থকা সময়ত সবাহ পাতিলে জহা চাউল, কল, গকগাখীৰ, চেনি কলপাতত দি নৈবেদ্য আগবঢ়োৱা হয়। পৰমান্ন অথবা পকাঅন্নৰে আইক শেষত আকৌ বিদায় দিয়া হয়। আই চৰমিলে উজনিত জহা চাউলৰ অন্নৰ সগত শুকান খৰিচা আৰু মাগুৰ মাছ একেলগে ভাজি ভোগ দিয়া হয়। ঠায়ে ঠায়ে বগা পাৰৰ মাংসৰেও ভোগ দিয়া নিয়ম আছে। একেঘৰতে বা একেজনাৰ গাত বহুত দিন জুৰি আই থাকিলে মংগলতীয়া বাঁহৰ মূঢ়াৰ ওচৰত পায়সৰ ভোগ দিবলৈ বিধান দিছে।

শীতলাৰ প্ৰসংগত "আসন পতা সবাহ"ৰ উল্লেখো কৰিব লাগে। উজনি অসমৰ কোনো কোনো ঠাইত আই দেখা দিলে নখন শৰাই সজাই উপাবাসে থাকি আসন পতা সবাহ পতা নিয়ম আছে। বিশেষকৈ গোলাঘাট অঞ্চলৰ চুতীয়া সম্প্ৰদায়ৰ ভিতৰত আই দেখা দিলে আসন পতা সবাহ অনুষ্ঠিত কৰা হয়। মাৰলঘৰ বা চ'ৰাঘৰৰ পৰিষ্কাৰভাৱে মচা ঠাইত জোৰা নিদিয়াকৈ সজা, ত্ৰিকোণ, চতুষ্কোণ অথবা পদ্মফুল অঁকা এখনি পীৰা আসনৰূপে সজাই তাৰ ওপৰত নতুন পাটৰ মেখেলা, ৰিহা-চাদৰ সজাই দি বাকচৰ কেৰু, মণি, খাৰু উলিয়াই ধুই-পখালি তাকো সজাই দিয়া হয়। ফুল বন্তি আৰু ধূপ-ধূনাও দিয়া হয়। মাহ-প্ৰসাদৰ নৈবেদ্যৰ লগতে পৰমান্ন আৰু হাঁহৰ মাংসত পিঠাগুড়ি দি ৰন্ধা আঞ্জাৰে অন্নৰ নৈবেদ্য আইৰ প্ৰতি আগবঢ়োৱা হয়। গোপিনীসকলে আইনাম গাই স্তুতি কৰে।

বিস্ফোটক, কলেৰা আদি মহাভয়ৰপৰা পৰিত্ৰাণ কৰিব পৰা শীতলা প্ৰমুখ্যে দেৱীসকল আচলতে উগ্ৰৰূপৰ, বিনাশৰ দেৱী বুলি ভবা হয়। সেয়ে ভীতিগ্ৰস্ত আতুৰ মানুহে তেওঁৰ সন্তুষ্টিৰ কাৰণে আতুৰ হৈ অশেষ ভক্তি কৰে। শীতলা দেবী ৰক্ষাকৰ্ত্ৰী দেৱীৰূপে পিছত পৰিগণিত হৈছে। মহাভাৰতত শিশুৰক্ষাকাৰী শক্তিৰূপে "জৰা ৰাক্ষসী"ৰ নাম পোৱা গৈছে। দুটা উপায়েৰে জৰা ৰাক্ষসীক সন্তুষ্ট কৰাৰ কথা পোৱা যায়। এটা হৈছে শিশুবৃন্দৰ সৈতে তেওঁৰ ছবি ঘৰৰ বেৰত অংকন কৰিব লাগে। দ্বিতীয় উপায় হৈছে ফুল, সুগন্ধি দ্ৰব্য আৰু সুন্দৰ আহাৰৰ নৈবেদ্য তেওঁলৈ আগবঢ়াব লাগে। মহাভাৰতত প্ৰখ্যাত বীৰ জৰাসন্ধই দুফাল হৈ জন্ম লোৱাত পানীত পেলাই দিয়া হৈছিল। জৰা ৰাক্ষসীয়েই পাই জোৰা লগাই জৰাসন্ধক নতুন জীৱন দিলে।

বৌদ্ধ ধৰ্মত বিস্ফোটকৰ অধিষ্ঠাত্ৰী দেৱীৰূপে হাৰিতী দেৱীৰ উল্লেখ আছে। এওঁ ৰক্ষাকৰ্ত্ৰী দেৱী। জনপ্ৰিয় বৌদ্ধ আখ্যানমতে হাৰিতী আছিল যক্ষী। এই যক্ষীয়ে শিশুভক্ষণ কৰি ফুৰিছিল। যেতিয়া বুদ্ধৰ সান্নিধ্যলৈ আহিল এই যক্ষীৰ পৰিবৰ্তন সাধিত হ'ল তেতিয়াৰে পৰা হাৰিতী হ'ল শিশু-ৰোগৰ ৰক্ষাকাৰিণী দেৱী। মথুৰাৰ ওচৰত আৱিষ্কৃত হোৱা হাৰিতী দেৱীৰ মূৰ্তিৰ কোলাত চাৰিটি শিশু, ভৰিৰ মাজতো চাৰিটি শিশু খোদিত আছে। তেওঁৰ আসনতো শিশুবৃন্দ খোদিত আছে। গাঁৱৰ মানুহে এই মূৰ্তিক এপদ কৌৰৱৰ মাতৃ গান্ধাৰীৰূপেও পূজা কৰে। আদিম ধাৰণাৰ ভয়াবহ শক্তিয়েই মাৰ্জিত ধাৰণাত নিশ্চয় ৰক্ষাকৰ্ত্ৰী দেৱী হৈ পৰিল।

# দেৱী মনসা

কাশ্যপ মুনিৰ মানস কন্যা মনসা। আত্মাৰামা দেৱী। সিদ্ধা। বৈষ্ণৱী। যোগিনী। জগত ঈশ্বৰৰ ওচৰত তিনিযুগ তপ কৰি নিৰাহাৰত দেহা অতি ক্ষীণ হ'ল। জনাৰ্দনে নাম দিলে তেতিয়া জৰৎকাৰী। প্ৰথমে নাৰায়ণক পূজিলে। তেওঁৰ ৰূপৰ তুলনা নাগলোক মৰ্ত্যলোক, স্বৰ্গলোক, ব্ৰহ্মলোকত নাই। সেয়ে তেওঁৰ নাম জগৎ গৌৰী। শঙ্কৰৰ শিষ্যা কাৰণে "শৈৱী" নামেৰে খ্যাত। জন্মেজয়ৰ যজ্ঞত নাগকুল ৰক্ষা কৰা কাৰণে নাগভগ্নীৰ "নাগেশ্বৰী" নাম হ'ল। বিষসংহাৰ কৰিব পৰা শক্তি থকাৰ কাৰণে নাম হ'ল "বিষহৰি"। যোগিনী হৈ অবিৰাম তপ কৰাত মহাজ্ঞানধাৰী দেৱীৰ নাম "মৃতসঞ্জীৱনী" ৰূপে প্ৰসিদ্ধা। তেওঁ আস্তিক মুনিৰ মাতৃ, জৰৎকাৰু মুনিৰ ভাৰ্য্যা। তেওঁৰ দ্বাদশ নাম ব্ৰহ্মবৈৱৰ্তপুৰাণৰ প্ৰকৃতিখণ্ডত এনেকৈ আছে:

জগৎকাৰী, জগৎগৌৰী বৈষ্ণৱৰূপিনী
নাগেশ্বৰী শৈৱী আৰু নাগৰ ভগিনী
সিদ্ধ যোগিনী আৰু মনসা সুন্দৰী
জৰৎকাৰুপ্ৰিয়া, আস্তিক মাতা, বিষহৰি
মহাজ্ঞানযুতা দেৱী ব্ৰহ্মাণ্ড পূজিতা

মনসা দেৱীৰ নাম লগে নাগভয়, নাগক্ষত দূৰ হয়। ভুজংগ পলায়। তেওঁৰ দশলক্ষ জপ কৰিলে নৰে সিদ্ধদেহ পায়। আষাঢ়সংক্ৰান্তি আৰু পঞ্চমীত এই দেৱীক নানা দ্ৰব্য আৰু বলিদানেৰে পূজা কৰা হৈছিল।

পূৰ্বতে নাগ ভয় আৰু নাগবিষত মনুষ্য ব্যথিত হৈছিল, প্ৰাণ গৈছিল। তেতিয়া,

পদ্মযোনি আজ্ঞায় কাশ্যপ তপোধন
বীজ অনুসাৰে মন্ত্ৰ কৰিলা সৃজন
মন্ত্ৰ অধিষ্ঠাত্ৰী দেৱী সৃজন কৰিব
বহুদিন পুষ্কৰেতে তপ আচৰিল
মানসে জন্মিলা নাম মনসা বিখ্যাত....

কৈলাসৰ গৌৰীনাথৰ কাষলৈ গৈ মনসাই সহস্ৰ বছৰ পূজা কৰাত শঙ্কৰে তুষ্ট হৈ দিব্যজ্ঞান দিলে।

পুনঃ অষ্টাক্ষৰী কৃষ্ণমন্ত্ৰ দিল কৰ্ণে
লক্ষ্মী মায়া কামবীজ দিলেন প্ৰসন্নে ॥

শঙ্কৰৰ আজ্ঞাত দেৱী পুষ্কৰলৈ গ'ল। তাত তিনিযুগ তপ কৰিলত দেহা কৃশ হ'ল। জনাৰ্দ্দন তুষ্ট হৈ বৰ দান দিলে—

"ত্ৰিভুবনত লোকে তোমাক পূজিব।"

ব্ৰহ্মাৰ আজ্ঞাত জৰৎকাৰু মুনিয়ে মনসাক গ্ৰহণ কৰিলে। লগতে কিন্তু কলে—"মোৰ বাক্য কেতিয়াও লংঘন নকৰিবা। যেতিয়াই লংঘন কৰিবা তেতিয়াই তোমাক ত্যাগ কৰিম।" পুষ্কৰত বটৰ মূলত তেওঁবিলাকে বাস কৰিবলৈ ললে। মনসাই মুনিৰ আজ্ঞা সন্তৰ্পণে পালন কৰি থাকিল।

এদিন সন্ধ্যাৰ সময়ত জৰৎকাৰু মুনিৰ নিদ্ৰা হোৱাত মুনিয়ে মনসাৰ উৰুত মূৰ থৈ শুলে। সন্ধ্যা পাৰ হওঁ হওঁ হ'ল—কি কৰিব উপায় নেপাই সন্ধ্যা ভংগ তথা ধৰ্ম লোপ হোৱাৰ ভয়ত জৰৎকাৰুক জগাই দিযাত জৰৎকাৰু মুনিয়ে মনসাৰ ওপৰত ক্ৰোধান্বিত হৈ সূৰ্য্যকেই অভিশাপ দিব খোজাত সূৰ্য্যই অস্ত হোৱা নাই বুলি উত্তৰ দিয়াত, প্ৰতিজ্ঞা ৰক্ষাৰ কাৰণেই জৰৎকাৰু মুনিয়ে মনসাক ত্যাগ কৰিবলৈ ওলাল। মনসাই তেতিয়া কাশ্যপ, ব্ৰহ্মা আৰু শঙ্কৰক স্মৰণ কৰিলে। ব্ৰহ্মাই 'পুত্ৰ উৎপত্তি নোহোৱাকৈ ভাৰ্য্যা কেনেকৈ ত্যাগ কৰিবা' বুলি প্ৰশ্ন কৰাত জৰৎকাৰু মুনিয়ে ভাৰ্য্যাৰ নাভি স্পৰ্শ কৰি গৰ্ভৱতী কৰি পত্নীক ত্যাগ কৰিলে। মনসাই শঙ্কৰৰ ওচৰত সকলো কথা কান্দি কান্দি ব্যক্ত কৰাত শঙ্কৰে মহাজ্ঞানী পুত্ৰ জন্ম হব বুলি মনসাক প্ৰবোধ দিলে। সেই বাক্যমতেই মনসাৰ সৰ্বসুলক্ষণ পুত্ৰৰ জন্ম হ'ল আৰু তেওঁ খ্যাত হ'ল আস্তিক নামেৰে। শঙ্কৰে মাতৃ-পুত্ৰ উভয়কে আশ্ৰয় দিলে আৰু পিছত দুয়োকে কাশ্যপৰ ঘৰলৈ পঠাই দিলে।

আনন্দেৰে কাশ্যপ মুনিৰ ঘৰত থাকোতেই অভিমন্যু পুত্ৰ পৰীক্ষিত ৰজাই এক মুনিৰ ডিঙিত ধেমালিতে মৃত সৰ্প তুলি দিয়াত মুনিয়ে পৰীক্ষিতৰ সাতদিনৰ ভিতৰত সৰ্পদংশন হব বুলি অভিশাপ দিলে। পৰীক্ষিত ৰজাই এই অভিশাপৰ পিছত গংগাতীৰলৈ গৈ কৃষ্ণনাম লৈ থাকোতেই তক্ষকে আহি দংশন কৰিলে। পৰীক্ষিতপুত্ৰ জন্মেজয়ে ইয়াৰ প্ৰতিশোধ স্বৰূপে সৰ্পক্ষয় যজ্ঞ আৰম্ভ কৰাত বহুত সৰ্পই প্ৰাণত্যাগ

কৰিব লগা হ'ল। তক্ষকে গৈ ইন্দ্ৰত শৰণ ললে। ইন্দ্ৰসহ তক্ষক নিহত হব বুলি জানি নাগসকলে আস্তিকক পঠাই দিলে।

আস্তিকে সৰ্পকুল ৰক্ষাৰ অৰ্থে ভিক্ষা মাগিলত জন্মেজয়ে সেই বাঞ্ছা পূৰ্ণ কৰিলে। আস্তিকে ইন্দ্ৰক ৰক্ষা কৰাত ইন্দ্ৰযো মনসা পূজা আৰম্ভ কৰিলেঃ

. ইন্দ্ৰ শুচি শান্ত হয়ে
পূজিল দেৱীৰ পদ ভক্তিযুগ হয়ে
দশাক্ষৰী মূলমন্ত্ৰ কৰেন জপন
ষোড়শোপচাৰে দ্ৰব্য কৰেন পূজন।
আসন বসন আৰু মধুপৰ্ক দিলা
ৰত্ন অলংকাৰে দেৱী ভূষিত কৰিলা।
তুমি স্বৰ্গে লক্ষ্মী বৈকুণ্ঠে কমলা
লক্ষ্মী অংশে জন্ম তব প্ৰকৃতিৰ কলা॥

আনহাতেদি পদ্ম পুৰাণৰ কথাৰে প্ৰায় ৫৫ হেজাৰ পদত ৰচিত সুকনানীঃ পদ্মাৱতীৰ বিষহৰি খণ্ডত দেখা গৈছে যে মহেশ্বৰৰ শৰীৰৰ ঘামৰপৰা আচম্বিতে নেতাৰ উৎপত্তি হৈছে। মহাদেৱে চিনিব নোৱাৰি কামাকুল হৈ নেতাক আলিংগন বিচাৰিছে। নেতাই "তুমিয়ে মোৰ পিতৃ" বুলি কোৱাত কন্যাৰ শৰীৰত নিজৰ নেত বস্ত্ৰ দি, নেতা নাম দি কৈলাসলৈ পঠালে।

চণ্ডিকাক ক্ষীণ কৰোতে কামাকুল মহাদেৱৰ বীৰ্য্য পদ্ম পত্ৰত পৰিল। সেই বীৰ্য্য পুষ্পবনৰ (পদ্মবন?) নেওৰা পক্ষীয়ে ভক্ষণ কৰি অস্থিৰ হৈ পুনৰ পদ্মপত্ৰৰ ওপৰত বীৰ্য্য থলেগৈ। সেই বীৰ্য্য সহস্ৰ নালেৰে গৈ পাতাল পালেগৈ আৰু বাসুকীৰ ওচৰত দেখা দিলে। ধ্যান কৰি বাসুকীয়ে মহাদেৱৰ বীৰ্য্য বুলি জানিব পাৰি "নিৰ্মাণী" নামৰ কন্যা মাতি আনি শিৱৰ লক্ষণেৰে কন্যা নিৰ্মাণ কৰিবলৈ আদেশ দিলে—

এতশুনি নিৰ্মাণী হুঙ্কাৰ মাৰিলা
মহাদেৱৰ বীৰ্য্য আনি একত্ৰ কৰিলা
নিৰ্মিলা কন্যা তেবে মহা ৰূপৱতী
শুভক্ষণে জন্ম হৈলা দেৱী পদ্মাৱতী।

নাগলোকত যিহেতু গঠন হ'ল সেয়ে "নাগমাতা"—
ত্ৰিনয়না পদ্মাৱতীৰ চাৰিহাত, দুখনি চৰণ।

ধৱল মুখৰ জ্যোতি রক্তবৰ্ণ গৌৰ কান্তি
হৈল কন্যা শিৱৰ লক্ষণ
বিশ্বম্ভৰ কুমাৰী নাম হৈল বিষহৰি
প্ৰকাশিত পাতাল ভূষণ।

ইযাৰ পিছত সেই পদ্ম নলাইদি (যি নলাৰে বীৰ্য্য পাতাললৈ আহিছিল) পদ্মাই শিৱক সাক্ষাৎ কৰিবলৈ গ'ল। আচম্বিতে সুন্দৰীক কামপাশে দেখি কাৰ কুমাৰী, ক'ৰপৰা আহিছা বুলি সুধিলে আৰু প্ৰণয়মুগ্ধ হৈ অনিংগন বিচাৰিলে পদ্মাই ৰাম ৰাম স্মৰণ কৰি "তোমাৰ ছুহিতা" বুলি চিনাকি দিয়াত শিৱই 'মোৰ কুমাৰী হোৱা যদি নিজৰূপ ধৰি এবাৰ আহাঁ" বুলি কোৱাত পদ্মাৱতী অন্তৰ্ধান হৈ নাগৰ কংকন, নাগৰ বসন আদি পিন্ধি বিষাগ্নিস্থ নাগিনীৰে শিৱৰ আগত দেখা দি বিষনয়নেৰে চোৱাত কমলবনতে শিৱ ঢলি পৰিল। অমৃতনয়নেৰে চাওঁতে উঠি বহিল। (পদ্মাৱতীৰ দুই ৰূপ ইযাতে প্ৰত্যক্ষ কৰিব পাৰি।)

ইযাৰ পিছত সদাশিৱই "বাপ-জী কৈলাসলৈ যাওঁ" বুলি এক কৰণ্ডি সজাই তাতে পদ্মাক ভৰাই লৈ যাওঁতে "ত্ৰিদশকোটি দেৱতাই তোমাক পূজা কৰিব, বিষহৰি বুলি তুমি পৰিচিতা হবা" বুলি কলে।

বাটত যাওঁতে পদ্মাইও নিজ মাহাত্ম্য দেখুৱাই কৈছে "আমাক পূজিলে হয় ধনৰ অধিকাৰী।" শেত আসনত বহুৱাই অগৰু চন্দন দি, পদ্মপাত, কলৰ থোৰ, তিল, চাউল দুগ্ধ দি পূজিবলৈ পদ্মাই উপদেশ দিছে। হংস, ছাগল, ভেৰা অথবা মহৰ বলি দিবলৈও বিধান দিছে। শ্ৰাৱণ মাহৰ কৃষ্ণ পঞ্চমী দিবসত তেওঁক পূজিলে ধনে-পুত্ৰে চিৰকাল লগ দিয়ে বুলি পদ্মাই স্বমুখে কৈছে।

কৈলাসত গৈ শিৱই চণ্ডীক পদ্মাৰ বাৰ্তা নকৈ হিঙ্গুলীয়া ঘৰত সুৰকাই থলে। টুটকাযা নাৰদে চণ্ডীৰ আগত এই গোপন বতৰা কৈ দিয়াত চণ্ডী কুপিতা হৈ সতিনী বুলি ভাবি কংকনেৰে কোবাই পদ্মাৰ এটা চকু কণা কৰিলে। ক্ৰোধত পদ্মাই সৰ্প ৰূপ ধৰি চণ্ডীক দংশন কৰিলে। চণ্ডী ঢলি পৰিল। সিজু গছত স্থিতা হৈ বিষহৰিয়ে দংশনৰ কাৰণ শিৱক দৰ্শালে আৰু শিৱৰ কাকুতিৰ অনুৰোধত চণ্ডীক বিষহৰিয়ে জীয়াই তুলিলে।

গ্ৰীষ্মপ্ৰধান দেশ ভাৰতবৰ্ষ অৰণ্যেৰে ভৰা। তীক্ষ্ম গতিৰ অজস্ৰ প্ৰকাৰৰ বিষধৰ সৰ্পবো ভাৰতত বাসস্থান। ভাৰতবৰ্ষৰ সৰ্পপূজাৰ প্ৰচলন ভয়ৰপৰাই উদ্ভৱ হৈছিল বুলি নিশ্চিত হব পাৰি। কিন্তু এই সৰ্পপূজা কেতিয়াৰপৰা প্ৰচলন হৈছিল'

এই সৰ্পপূজা আৰু মনসাৰ কাহিনীৰ সন্দৰ্ভত ভিন্নজনৰ ভিন্নমত। এই সন্দৰ্ভত সৰ্পপূজাৰ লগত মনসাৰ সম্বন্ধ, মনসা নামৰ তত্ত্ববিচাৰ, মনসা পূজাৰ লগত জড়িত থকা ধৰ্মপূজা, অসমত মনসা পূজাৰ ধৰণ আৰু এই পূজাৰ লগত জড়িত দেওধনী নাচ, বেউলা-লক্ষীন্দাৰৰ আখ্যান—এই সবাবো কথাৰ ওপৰত দৃষ্টিপাত কৰাটো উচিত হব।

কিছু পণ্ডিতে কব খোজে যে ভাৰতত প্ৰচলিত যি সৰ্পপূজা আছে সেই পূজা মধ্য এচিয়াৰ শক, কুশান আদিৰ পৰা অহা। বেদৰ যুগৰ সাহিত্যত এই পূজাৰ আভাস কি আছে বিচাৰ কৰি চালে দেখা যায় যে ঋক্‌বেদত সৰ্পপূজাৰ উল্লেখ নাই। "সৰ্প" শব্দৰ ব্যৱহাৰ হৈছে ইন্দ্ৰৰ শত্ৰু বৃত্ৰক বুজাবৰ কাৰণে। সৰ্প অধিষ্ঠাত্ৰী দেৱীৰ নামো ঋক্‌বেদত নাই। অথৰ্ববেদৰ যুগত সাপক প্ৰতিহত কৰিবৰ কাৰণে "ৰক্ষামন্ত্ৰ" কিছুমান ৰচনা হৈছিল। মাঘৰ পূৰ্ণিমাৰ দিনা সাপক সন্তুষ্ট কৰাৰ প্ৰযাসেৰে যি আচাৰ পালন কৰা হৈছিল সেই আচাৰৰ বৰ্ণনাও অথৰ্ববেদত আছে। ব্ৰাহ্মণ আৰু গৃহ্যসূত্ৰত সৰ্পপূজাৰ আভাস আছে।

ঐতৰেয় ব্ৰাহ্মণত অৰ্বুদ নামে যি সৰ্পঋষিৰ কথা আছে তেওঁ কদ্ৰুৰ পুত্ৰ। মহাভাৰততো নাগসকল কদ্ৰুৰ তনয়।

পণ্ডিত ফাৰ্গুচনৰ মতে তুৰানীয়সকলে ভাৰতবৰ্ষত প্ৰথমবাৰৰ কাৰণে সৰ্পপূজাৰ প্ৰচলন কৰে। এই তুৰানীয়সকলৰে বংশধৰ দ্ৰাবিড়ীসকল বুলি কোনো কোনো পণ্ডিতে কয়।

আনহাতেদি ইলিয়ট স্মিথে ভাৰতত সৰ্পপূজা ফিনিচীয়সকলেহে প্ৰচলন কৰে বুলি কব খোজে। ফিনিচীয়সকলে প্ৰাচীন মিচৰৰ পৰা এই পূজা ভাৰতলৈ আনে।

মেঘালয়ৰ তথা পুৰণি অসমৰ খাচীসকল সৰ্পপূজক। উথে্‌লন নামৰ সৰ্পদেৱতাক নৰৰক্তৰ অৰ্ঘ্য দি তেওঁবিলাকে পূজা কৰে আৰু তাৰ দ্বাৰা ঐশ্বৰ্য্যবান হয় বুলি তেওঁবিলাকে বিশ্বাস কৰে। খাচী পৰিয়ালৰ মাজত থে্‌লন তথা সাপ পোহাৰো ৰীতি আছে। অসমৰ উত্তৰ-পূব সীমান্তত থকা মিচিমিসকলৰ ঠাইত ওখই আঠ হাতমান এটি আঠসিৰীয়া স্তম্ভৰ গাত এটা সাপৰ শিলাৰ প্ৰতিকৃতি পোৱা গৈছে। এনে নিদৰ্শনে সৰ্পপূজাৰ ইংগিতেই দিয়া যেন লাগে। বাভাসকলেও গহ্বৰস্থিত সৰ্পক শিশুবলিৰ দ্বাৰা পূজা কৰাৰ কথা

শুনা যায়। হাজংসকলেও সৰ্পপূজা কৰি ৰোগ নিৰাময়ৰ প্ৰাৰ্থনা কৰিছিল। মণিপুৰৰ অধিবাসীসকলে পিতৃপুৰুষক সৰ্পৰূপেত দেখে বুলি বিশ্বাস কৰে।

উত্তৰ ভাৰত আৰু মধ্য ভাৰততো সৰ্পপূজাৰ প্ৰচলন আছে। সাপক পূজা নকৰি এই এই ঠাইত পূজা কৰা হয় সৰীসৃপ মূৰ্ত্তিৰ. সাপৰ অধিপতি বাসুকী নামে নাগক। মহীশূৰ, কৰ্ণাটক আদি ঠাইত সৰ্পৰ অধিষ্ঠাত্ৰী দেৱী মঞ্জাম্মা আৰু সুদামা। অন্ধ্ৰ দেশত এই দেৱীৰ নাম নাগম্মা বা বালনাগম্মা। উৰিষ্যাত এই দেৱীৰ নাম বৈৰাটপাট ঠাকুৰাণী বা খেচিঙ্গেশ্বৰী। অসম আৰু বংগদেশত সৰ্পদেৱীৰ নাম মনসা, পদ্মাৱতী বা বিষহৰি। মাৰৈদেৱীও তেওঁৰ অন্য এক নাম। দক্ষিণ ভাৰতৰ মহামাৰীৰ অধিষ্ঠাত্ৰী দেৱীৰ নাম "মাৰিয়াম্মা"। মাৰিযাম্মাৰ অপভ্ৰংশ ৰূপ হিচাপেও মাৰৈ হব পাৰে। পদ্মাৰ মাহাত্ম্য প্ৰকাশক হাচান-হুচেনখণ্ড সুকবি নাৰাযণদেৱৰ পদ্মপুৰাণত যোগ হোৱালৈ চাই মৰীযাসকলৰ দ্বাৰা উপাসিতা "মাৰৈ" হবও পাৰে। মাৰি-মৰকত পূজিতা স্বৰূপেও মাৰৈ হোৱা অসম্ভৱ নহয়। পদ্মপুৰাণত উল্লেখ আছে—"তুমি হুয়া ব্ৰহ্মানী, মৰিযাক বোলে বাণী, ধন-জন বাঢ়িবো অপাৰ।" মৰিষাসকলে অসমত পোনপ্ৰথমে মনসা দেৱীৰ পূজা কৰিছিল বুলি কিম্বদন্তী আছে। মনসাৰ জাগৰণী গীতত ওজাপালিয়ে দেবীৰ জাগৰণৰ লগতে মৰিষা-মৰিয়ানীক জগায়।

মনসা দেৱীৰ বহুত নামৰ ভিতৰত জাংগুলী বুলিও এক নাম আছে। তান্ত্ৰিক বৌদ্ধ সম্প্ৰদাযৰ মহাযানী বৌদ্ধসকলৰ মাজত "জাংগুলী" নামৰ সৰ্পদেৱী এগৰাকী আছে। বৌদ্ধ জাংগুলী দেৱী শবৰ কন্যা, সৰ্পবিদ্যা বিশাৰদা। ধ্যানমতে তেওঁৰ ৰূপ হ'ল চতুৰ্ভুজা, দুখন হাতত বীণা, সোঁহাত এখনত বৰদান মুদ্ৰা, আনখন বাওঁহাতত বগা সাপ এটা, জাংগুলী দেৱীৰ সাধন বজ্ৰযানীসকলৰ সাধনমালাত পোৱা যায়। বংগদেশৰ ধৰ্মপূজা বিধানতো মনসাক জাংগুলী বোলা হৈছে।

মনসাৰ আন এটা নাম "তোতলা" বা "তোতোলা"। মহাযানী তন্ত্ৰত তাৰাদেৱীৰ মন্ত্ৰত থকা "তুত্তাৰা" শব্দৰ লগত তোতোলা শব্দৰ সম্বন্ধ আছে যেন লাগে। বৌদ্ধস্থাপত্য আৰু জাতক কাহিনীতো নাগৰ উল্লেখ আছে।

ড° সুকুমাৰ সেনৰ অভিমত মতে "মনসা কাহিনীৰ প্ৰাচীনতম সূত্ৰবোৰে বৈদিক দেৱ আখ্যান আৰু বৈদিক যুগৰ শেষ ভাগৰ গুপ্ত

আচাৰৰ ফালে স্পষ্টকৈ আঙুলিয়ায়।" অথর্ব বেদত উল্লেখিত পর্বতৰ পাদদেশত সোণৰ খনিতিৰে ঔষধ খনা কিৰাতকন্যাৰ লগত মনসাৰ সম্পর্ক দেখুৱাই ড° সেনে আদিৰেপৰা মনসাৰ ৰূপত অনার্য্য উপাদান নথকাৰ ইংগিত দিছে। ড° সেনে লগতে আৰু কৰ খোজে যে উষা আৰু লক্ষ্মী, অশ্বিনসকল, সোম, গন্ধর্ব আৰু অপ্সৰা, শ্রী আৰু সৰস্বতী, অৰায়ী আৰু নিঋতি—এনে বৈদিক দেৱ-দেৱী আৰু দেৱীভূত আৰু অৰ্দ্ধ দেৱীভূত ধাৰণাৰ ওপৰত দেৱীক প্রতিষ্ঠা কৰা হৈছে।

অথর্ব বেদৰ সৰস্বতী বিষহৰিৰূপে শবৰ কন্যা। সৰস্বতীৰ নাম বিষহৰি, ব্রহ্মানী। হংস তেওঁৰ বাহন। মনসাৰ নামো বিষহৰি, ব্রহ্মানী, হংস তেওঁৰ বাহন। স্বৰূপার্থত বিষহৰি এক "বিদ্যাহে। মহাভাৰতৰ আদিপৰ্বত এটি শ্লোক আছে:

ইত্যুক্ত্বা সৃষ্টিকৃদ্দেৱস্তং প্রসাদ্য প্রজাপতিং
প্রাদাদ ৱিষহৰিং ৱিদ্যাং কাশ্যপায় মহাননে॥

মনসাৰ অন্য নামসমূহৰ ভিতৰত জৰৎকাৰু, জগদ্‌গৌৰী, সিদ্ধযোগিনী, বৈষ্ণৱী, নাগভগিনী, শৈৱী, নাগেশ্বৰী, জৰৎকাৰুপ্রিয়া, আস্তিকমাতা বিষহৰি আৰু মহাজ্ঞানযুতা।

মহাভাৰতত পোৱা মতে নাগৰাজ বাসুকীৰ জৰৎকাৰু বুলি ভগ্নী এগৰাকী আছিল। জৰৎকাৰু মুনিৰ লগত তেওঁৰ বিয়া হৈছিল, সেয়ে তেওঁ নাগভগিনী। জৰৎকাৰু মুনিয়ে নাভি স্পর্শ কৰি দিয়া আশীর্বাদতে তেওঁৰ আস্তিক নামৰ পুত্র জন্ম হ'ল। সেয়ে তেওঁ আস্তিক মাতা। এই আস্তিক মুনিয়েই জন্মেজয় ৰজাই পতা সর্পযজ্ঞত নাগকুল ৰক্ষা কৰে। সেইফালৰ পৰা তেওঁ নাগৰ লগত জড়িত আৰু মনসাও নাগমাতা হ'ল। নাগৰ দ্বাৰা পৰিবেষ্টিতা কাৰণ নাগেশ্বৰী। সুকনানী পদ্মাৱতীত আছে:

মনসাৰ যত কথা শুন বিবৰণ।
মুনি এৰিয়া পুত্র গৈল তপোৱন॥
আপুনা মনতে যুক্তি কৰিয়া মনসা।
কালিহদৰ কূলে গৈয়া কৰিলেক বাসা॥
দশক্রোশ যুৰিয়া কৰিল পদ্মওৱাৰী।
হুংকাৰ মাৰিয়া দেৱী কৰিল একপুৰী॥
চৌখণ্ড কপাটঘৰ নাগৰ দুৱাৰ।
চাৰিদিশে যুৰি বৈল নগৰ ভিতৰ॥

কাতো কাতো নাগ হৈল যে তুৱাৰী।
সৰ্পৰ প্ৰহৰী হৈল সৰ্পৰ ভাণ্ডাৰী॥
বিষে মত্ত হৈযা বৈল সৰ্পৰ অধিকাৰী।
চৌদিশে বৈল সৰ্প যোগানক ধৰি॥

কুমাৰী কালত মনসা দেৱীয়ে তপস্যাৰে মহাদেৱৰপৰা যোগ তথা মহাজ্ঞানৰ শিক্ষা লৈছিল। মহাজ্ঞানৰ দ্বাৰা মৰাক জীয়াব পাৰি। সেয়ে তেওঁ সিদ্ধযোগিনী আৰু "মহাজ্ঞানযুতা"। ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ মতেই মহাদেৱৰ আদেশত মনসাই তিনিযুগ ধৰি বিষ্ণুক তপস্যা কৰে। বিষ্ণুৱে তুষ্ট হৈ তেওঁক বৰ দিয়ে—"পৃথিৱীত দেৱীৰূপে তুমি আজিৰ পৰা পূজিত হোৱা।" সেয়ে তেওঁ বৈষ্ণৱী। সৰ্পৰ লগত মনসাৰ সম্বন্ধ বিচাৰ কৰিলে দেখা যায় যে কিছু কিছু ক্ষেত্ৰত সৰ্পৰ লগত মনসাৰ সম্পৰ্ক পাছত সংযুক্ত কৰা যেন লাগে। সৰ্পভয়ৰপৰা নৰকুল ৰক্ষা কৰিবৰ উপায় বিচাৰি ব্ৰহ্মাই কশ্যপক তপস্যাৰ দ্বাৰা বীজমন্ত্ৰ সৃষ্টি কৰিবলৈ উপদেশ দিলে। কশ্যপে বীজমন্ত্ৰৰ সৃষ্টি কৰাৰ উপৰি মনৰপৰা অধিষ্ঠাত্ৰী দেৱী এগৰাকীৰো সৃষ্টি কৰিলে। মনৰপৰা সৃষ্টি—সেয়ে তেওঁৰ নাম মনসা।

তেনেকৈয়ে সৰ্পকুল ৰক্ষা কৰা আস্তিক মুনিৰ মাতা ৰূপেও তেওঁ সৰ্পৰ লগত জড়িত।

পদ্মাৱতী তথা মনসাৰ ৰূপ দুটা। তেওঁৰ দৃষ্টিত যেতিয়া বিষ থাকে তেতিয়া ঃ বিষ নয়নে পদ্মা যেখানে চাহিল।

কমল বনতে শিব ঢলিয়া পৰিল॥

সুকনানী পদ্মাৱতীৰ "হাসন হুসন" খণ্ডত ৰাখালৰ মাজত তেওঁৰ মাহাত্ম্য প্ৰদৰ্শন কৰাৰ কাৰণেও ঃ বিষচক্ষে পদ্মাৱতী চাহিল কোপ হৈয়া।

যতেক ৰাখাল আছিল পৰিল ঢলিয়া॥

হাসন-হুসন দুই ভায়ে পদ্মাৰ নতি স্বীকাৰ নকৰি যুদ্ধত প্ৰবৃত্ত হোৱাৰ কাৰণে—বিষদৃষ্টি পদ্মা চাইল দুই ভাই ঢলিয়া পৰিল

ধোঁৱা চাৰি পৰিলা ভূমিতলে।

বিষহৰিয়ে যেতিয়া অমৃত নয়নেৰে চায—অমৃত নয়নে যেবে চাহিল বিষহৰি।

উঠিল বসিল তেবে দেব ত্ৰিপুৰাৰি॥

তেনেকৈয়ে পূজাৰ প্ৰতিশ্ৰুতি হাসন হুসনৰ মাতৃৰপৰা পাই—"দুই ভাই জীয়াই পদ্মা হুংকাৰ মাৰিয়া।"

এই পটভূমিত "মনসা"ৰ তত্ত্ববিচাৰৰ প্ৰয়াস কৰা হওক।

মনসাৰ জন্ম দেখাতেই ৰহস্যময়। "সুকনানী : পদ্মাৱতী"ত শিৱই চণ্ডিকাক কৈছে :

তোমাক এৰি গৈলো মই কমলেৰ বনে।
টলিলেক কাম মোৰ পৰিলেক তৃণে॥
পদ্মপত্রে বীর্য্য মই থৈলোহো ঢালিয়া।
পক্ষিনী কৰিল আহাৰ পদ্মপত্রে পাইয়া॥
অষ্ট প্রহৰ আছিল পক্ষীৰ উদৰে।
পক্ষিনী নাপাৰে তাৰ ভাৰ সহিবাৰে॥
সহস্র নলে গৈল বীর্য্য পাতাল ভুবনে।
নাগলোকে পায়া কন্যা কৰিলা গঠনে॥

অনন্ত বাসুকী নাগ যুগুতি কৰিযা।
নির্মাণী নামক কন্যা আনিল ডাকিযা॥
বাসুকী বোলে নিমাণি শুনিয়ো উত্তৰ।
মহাদেৱ বীর্য্য দেখা কন্যা গঠন কৰ॥
চাৰিখন হস্ত দিলা তিনিটা নয়ন।
শিৱৰ লক্ষণে কন্যা কৰিলা নির্মাণ॥

নাগলোকে পাযা কন্যা কৰিলা গঠন।
সেহি হেতু নাগমাতা বোলে সর্বজন॥

লেচাৰি ছন্দত ইয়াৰ পাছৰখিনি কোৱা হৈছে এইদৰে :

জয় জয় পদ্মাৱতী পাতালত উৎপত্তি
নির্মাণী কৰিলা নির্মাণ।
মেৰুদণ্ড সুন্দৰ বত্তিস যে পাঞ্জৰ
ঘটে জীৱ হৈল অধিষ্ঠান॥

••

ধৱল মুখৰ জ্যোতি ৰক্তবর্ণ গৌৰ কান্তি
হৈল কন্যা শিৱৰ লক্ষণ।
বিশ্বম্ভৰ কুমাৰী নাম হৈল বিষহৰি
প্রকাশিত পাতাল ভুবন॥

ওপৰোক্ত উদ্ধৃতিত প্রথমেই "নির্মাণী" শব্দই গভীৰ অৰ্থৰ ইংগিত

দিয়ে। শিৱবীৰ্য্য, সহস্ৰনাল পদ্ম, পাতাল, ঘট ইত্যাদিও ইংগিতবহ। পাতালৰ অৰ্থ আমি গুপ্ত বুলি ধৰিব পাৰো।

এইক্ষেত্ৰত কুলকুণ্ডলিনীৰ সাধনাৰ কথা বিশেষভাৱে প্ৰণিধানযোগ্য। হিন্দুতন্ত্ৰ আৰু যোগশাস্ত্ৰবোৰত কুলকুণ্ডলিনী শক্তিৰ কথা বৰ্ণিত হৈছে। এই শক্তি মানুহৰ দেহতেই সুপ্ত হৈ থাকে। ষট্‌চক্ৰসাধনৰ দ্বাৰা কুণ্ডলিনীৰ জাগৰণ শাক্ত সম্প্ৰদায়ৰ বৈশিষ্ট্য। সকলো শ্ৰেণীৰ অধিকাৰ থকা চক্ৰপূজা ৬০০ খৃঃৰপৰা প্ৰচলিত হয়। কুণ্ডলিনী শক্তি কাল্পনিক সৰ্বনিম্নচক্ৰত সৰ্পৰ আকাৰত কুণ্ডলী পকাই নিদ্ৰা গৈ থাকে। এই শক্তিক জাগ্ৰত কৰা কামেই সাধনা। শক্তি জাগ্ৰত হোৱাৰ লগে লগে সাধকৰ দেহত স্পন্দন আৰম্ভ হয়। বিদ্যুৎ প্ৰবাহৰ দৰে স্পন্দনৰ শিহৰণ হৈছে দিব্য আনন্দময় অনুভূতিৰ শিহৰণ। শক্তি জাগৰণ হৈ ক্ৰমান্বয়ে উৰ্দ্ধগামী হয় আৰু এটি এটি চক্ৰ ভেদ কৰি গৈ থাকে। শেষত সৰ্বোচ্চ ধাম সহস্ৰসাৰত গৈ এই শক্তিয়ে পৰমস্থিতি লাভ কৰে। সহস্ৰ পাপবিযুক্ত মস্তকস্থ শেষচক্ৰ উষ্ণীষ কমলত গৈ এই শক্তিৰ স্থিতি হলেই লাভ হয় বিশুদ্ধ আনন্দৰূপ সহজানন্দ মহাসুখ।

মানৱদেহৰ শক্তিকেন্দ্ৰ স্বৰূপ এই চক্ৰ তন্ত্ৰত বৰ্ণিত মতে ছটা বা নটা। সুষুম্না নাড়ীৰ মাজতে এই চক্ৰৰ অৱস্থান কল্পনা কৰা হয়। এই চক্ৰবোৰ মানৱদেহৰ লাখ লাখ বিভিন্ন নাড়ীৰ মিলন কেন্দ্ৰ। তন্ত্ৰত ধূপ-ধূনা আদি উপচাৰেৰে কৰা পূজা হৈছে বহিৰ্যাগ। অন্তৰ্যাগৰ প্ৰধান কাম হৈছে ষটচক্ৰভেদ। সুপ্তা কুণ্ডলিনীক জাগ্ৰত কৰি ছটা চক্ৰ ভেদ কৰি ওপৰলৈ নি মস্তকত স্থাপন কৰা প্ৰক্ৰিয়াই তন্ত্ৰৰ গুপ্ত সাধনা। বৌদ্ধতন্ত্ৰত চক্ৰ চাৰিটা: নাভিত নিৰ্মাণ, হৃদয়ত ধৰ্ম, কৰ্মত সম্ভোগ, মস্তকত মহাসুখচক্ৰ।

গোৰক্ষ সম্প্ৰদায়ৰ ধৰ্মত এই চক্ৰ নটা। মূলাধাৰ, স্বাধিষ্ঠান, মণিপুৰ ( নাভি, ) অনাহত ( হৃদয়, ) বিশুদ্ধ ( কণ্ঠ ), তালুচক্ৰ, ঘন্টিকা ধ্যেয় আৰু ব্ৰহ্ম বা সহস্ৰাৰ।

নাথমতেও নৱচক্ৰ: প্ৰথমে মূলাধাৰত ৰক্তবৰ্ণ "আধাৰচক্ৰ"। ইয়াৰ অধিষ্ঠাতা হ'ল গণেশ আৰু তেওঁৰ দুই শক্তি সিদ্ধি আৰু বুদ্ধি। তন্ত্ৰৰ মূলাধাৰৰ লগত ইয়াৰ স্থান একে। দ্বিতীয় চক্ৰ "মহাপদ্মচক্ৰ" ( এই চক্ৰৰ বিষয়ে তন্ত্ৰত নাই )। ইয়াৰ অধিপতি দেৱতা "নীলকণ্ঠ"। তৃতীয় "স্বাধিষ্ঠান" চক্ৰ। ইয়াৰ দেৱতা ব্ৰহ্মা আৰু শক্তি সাবিত্ৰী। চতুৰ্থ নাভিস্থানত মণিপুৰ চক্ৰ। ইয়াৰ দেৱতা বিষ্ণু।

স্বাধিষ্ঠান চক্ৰ আৰু মণিপুৰ চক্ৰৰ মাজত আৰু তিনিটা চক্ৰ কল্পনা কৰা হয়। সেইকেইটাৰ নাম ষড়দল সুষুম্না চক্ৰ, গৰ্ভ আৰু কুণ্ডলিনী )। অনাহত চক্ৰৰ স্থান হৃদয়ত। ইয়াৰ ৰূপ দ্বাদশদল পদ্মৰ ৰূপ। ইয়াৰ দেৱতা মহাদেৱ। উমা তেওঁৰ শক্তি। ( মণিপুৰ আৰু অনাহাতৰ মাজত লিংগচক্ৰ আৰু তাৰ ওপৰত মনৰ স্থান "মনস্' কল্পনা কৰা হয়। ) কণ্ঠত কল্পনা কৰা হৈছে ষোড়শদল "বিশুদ্ধচক্ৰ"। ( কণ্ঠকূপত প্ৰাণচক্ৰৰো অৱস্থান বুলি কল্পনা কৰা হয়। ইয়েই মানৱদেহৰ দশম দুৱাৰ। ) ভ্ৰূ মধ্যস্থিত চক্ৰ হৈছে "আজ্ঞা চক্ৰ"। ইয়েই হংসদেৱতা আৰু সুষুম্না শক্তিৰ অধিষ্ঠান। (বিশুদ্ধচক্ৰ আৰু আজ্ঞা-চক্ৰৰ মাজত অৱণাচক্ৰ, চিবুকচক্ৰ, ত্ৰিবেণীচক্ৰ আদিও কল্পনা কৰা হয়। ) ইয়াৰ পিছত কপালৰ উৰ্দ্ধত ব্ৰহ্মদ্বাৰ চক্ৰ। ই ৰামধেনু ৰঙেৰে ৰঞ্জিত এশপহীয়া পদুমৰ তুল্য। ইয়াক অতিক্ৰম কৰিলেই পোৱা যায় মস্তকাস্থিত 'সহস্ৰাৰ চক্ৰ"। ব্ৰহ্মৰন্ধ্ৰস্থিত ই হেজাৰ পহীয়া পদুম। ইয়াতে চৈতন্য-শক্তিৰ আবাস। সাধকৰ ইয়ে পৰম লক্ষ্য।

শংকৰাচাৰ্য্যৰ "আনন্দলহৰী"ত কোৱা হৈছে যে কুণ্ডলিনীৰ অষ্ট অংগ আছে, ষট চক্ৰ তেওঁৰ বিশ্ৰাম কৰাৰ স্থান, সহস্ৰাৰহে কুণ্ডলিনীৰ স্থায়ী বাসস্থান। কুণ্ডলিনী শক্তি জাগ্ৰত কৰাই যোগীৰ প্ৰধান আৰু প্ৰথম কৰ্তব্য। কুণ্ডলিনী শক্তিয়েই মানৱদেহ বিৰাজিত শিৱৰ শক্তি। এই কুণ্ডলিনী শক্তি উজ্জ্বল সৰ্পআকৃতি বিশিষ্ট, অতি বক্ৰগতিৰ পদ্মতন্তুৰ নিচিনা সূক্ষ্ম, মংগলদায়িনী, সমস্ত প্ৰাণীৰ জননী, কোটি সূৰ্য্যৰ নিচিনা প্ৰভান্বিতা।

আনন্দ লহৰীত আছে : মহীং মূলাধাৰে কাপি মণিপুৰে হুতবহং
স্থিতং স্বাধিষ্ঠানে হৃদি মৰুতমাকাশমুপৰি
মনোহপি ভ্ৰূমধ্যে সকলমপি ভিত্বা কুলপথং
সহস্ৰাৰে পদ্মে সহ ৰহসি পত্যা বিহৰসি ॥

দেৱী ! তুমি কুণ্ডলিনীস্বৰূপ হৈ মূলাধাৰচক্ৰস্থিত মহীমণ্ডল, স্বাধিষ্ঠানচক্ৰ-স্থিত জলমণ্ডল, মণিপুৰচক্ৰস্থিত অগ্নিমণ্ডল, অনাহতচক্ৰস্থিত বায়ুমণ্ডল, বিশুদ্ধচক্ৰস্থিত আকাশমণ্ডল, ভ্ৰূদ্বয়মধ্যস্থিত আজ্ঞাচক্ৰৰ অন্তৰ্গত মনশ্চক্ৰ, এই ষট্চক্ৰ ভেদ কৰি কুলপথ দ্বাৰেদি সহস্ৰাৰলৈ গমন কৰি পতিৰ লগত একান্তে বিহাৰ কৰা।

এই চক্ৰসাধনা তথা কুণ্ডলিনীৰ জাগৰণ আৰু উৰ্দ্ধগতি সাধন নাথ সম্প্ৰদায়ৰো মূল কথা।

এতিয়া এনেকৈ ভাবিব পাৰিনে যে কল্পিত সৰ্পাকৃতি কুণ্ডলিনী

শক্তিকে মনসাৰ ৰূপ দিয়া হৈছে। এই চিন্তাৰ সমৰ্থনত এই কথাখিনি আমি এনেকৈ ভাবিব পাৰোঁ:

মহাদেৱৰ বীৰ্য্য পদ্মপত্ৰত থোৱা হ'ল। পদ্মপত্ৰ পদ্মাসন নে মূলাধাৰ চক্ৰ? পদ্মপত্ৰৰ বীৰ্য্য পক্ষিণীয়ে ভক্ষণ কৰিলে।

খেচো নামে পাখীযোৰ পুষ্পবনে থাকে।
মহাদেৱৰ বীৰ্য্য পক্ষী দেখিলা সম্মুখে॥
অমৃত জানিয়া পক্ষী ভক্ষণ কৰিলা।
এখানি বৃক্ষত যাই উৰাদি পৰিলা॥

পক্ষিণী বোলেন শুন আমাৰ বচন।
পক্ষী কেনে প্ৰাণ মোৰ কৰে উচাটন॥
অজ্ঞানেতে খাইলো কিবা পদ্মপত্ৰে পাযা।
সেই হৈতে পোৰে তনু মহাদুখ পাযা॥
. .... ....

থাযা নাপাইলা সুখ পুৰিযা উঠিল বুক
প্ৰাণ মোৰ পোৰে সেহি হৈতে।

স্বৰূপাৰ্থত এই পক্ষিণী খেচৰত উৰিব পৰা শক্তিহে। খেচৰী মুদ্ৰাৰ দ্বাৰা এই শক্তি সম্পাদিত হয়। গোৰক্ষ মতেও "বজ্ৰোলী মুদ্ৰা" সাধন দ্বাৰা বিন্দু ৰক্ষা হয়, যোগত সিদ্ধি হয়। সিদ্ধদেহ লঘুদেহ। সিদ্ধদেহে ক্ষিপ্ৰগতি লাভ কৰে, ই যিকোনো ৰূপ লব পাৰে। "জল, অগ্নি যায় ভেদ কৰি।" সিদ্ধই আকাশমাৰ্গত ভ্ৰমণ কৰিব পৰা, ভূত-ভৱিষ্যত কব পৰা শক্তি লাভ কৰে। আনহাতেদি "পাৰদ"কো ৰস, ধাতু (তথা বীৰ্য্য) বোলা হয়। এই ৰস ভক্ষণ কৰিব পাৰিলে "খে গমন" (আকাশ বিচৰণ) শক্তি লাভ হয়। ৰসসিদ্ধজনে অত্যক্ত শৰীৰ লৈ ত্ৰিলোক বিচৰণ কৰে।

আকাশত উৰিব পৰা সিদ্ধি লাভ হোৱাৰ পিছত শিৱশক্তি স্বৰূপ সিদ্ধ যোগীৰ শক্তিস্বৰূপ সেই শক্তিয়ে স্বাধিষ্ঠান তথা নিৰ্মাণ চক্ৰলৈ উত্থিত হ'ল। নাভিস্থলৰ এই কেন্দ্ৰক জলৰ স্থল, নীল সৰোবৰ ৰূপেত কল্পনা কৰা হয়। ইযাতেই যেন জাগৃত কুণ্ডলিনীয়ে ৰূপ পালে। এই স্তৰত কুণ্ডলিনী শিৱৰূপ হ'ল, ত্ৰিনয়ন হ'ল বুলি কল্পনা কৰা হ'ল। কুণ্ডলিনীৰ উৰ্দ্ধগতি হৈ বিষ্ণুচক্ৰত বৈষ্ণৱী হৈ, ব্ৰহ্মচক্ৰত ব্ৰহ্মাণী হৈ, হংসসিদ্ধি লাভ কৰি (হংস এক বিদ্যা) হংসবাহনা হৈ, শিৱস্থান সহস্ৰাৰ

পদ্মত উপনীত হ'ল। ইয়াৰ দ্বাৰা সাধকৰ লক্ষ্য শিৱশক্তিৰ সাধন হ'ল। ব্ৰহ্মৰন্ধ্ৰত কুণ্ডলিনী গৈ পালে উন্মনী অৱস্থা হয়, অনাহত নাদ শুনা যায় আৰু কালজয়ী অমৃতৰ ক্ষৰণ হয়।

যে নালে গৈল বীৰ্য্য পাতাল ভুবন।
সেই নালেই গৈল পদ্মা কমলেৰ বন॥
শিবৰ সাক্ষাতে গৈল কৰিয়া উল্লাস।
আচম্বিতে সুন্দৰী দেখিলা বাম পাশ॥
শিবে বোলে মোৰ বাক্য শুনহ সুন্দৰী।
কোথা হৈতে আসি আছা কাহাৰ কুমাৰী।

কুণ্ডলিনী শক্তি শিৱ তথা যোগীৰ শক্তি। সেয়ে তেওঁ শিবৰ কুমাৰী। সৰ্পৰূপ কুণ্ডলিনী শক্তিৰ যেতিয়া নিৰ্মাণ চক্ৰত জাগৰণ হয় তেতিয়া প্ৰজ্বলিত অগ্নিৰ নিচিনাকৈ দাহন আৰম্ভ হয়।

উল্লেখযোগ্য মনসা পূজাত পদ্মাবতীক জগোৱা হয়—"মণ্ডল জাগৰে, হৰিষ বদনে।"

জাগ জাগ বুলিয়া পদ্মাৰে আজ্ঞা হৈল।
উঠে হাতে মৃত্তিকা পাতাল হৈতে আইল॥

বিভিন্ন চক্ৰৰ বিভিন্ন পাপৰিবিশিষ্ট পদ্ম ৰূপত কল্পনা কৰা হয়। বিভিন্ন চক্ৰত অৱস্থান কৰি কুণ্ডলিনীয়ে উৰ্দ্ধমুখ গতি কৰে আৰু সহস্ৰাৰ পদ্মত গৈ স্থিত হয়। সেয়ে তেওঁ পদ্মা। পদ্মাৱতী।

বংগ আৰু অসমৰ লগত নাথযোগীসকলৰ সম্বন্ধ ঘনিষ্ঠ। নাথ মাৰ্গত তন্ত্ৰ আৰু ৰহস্যবাদৰ অপূৰ্ব মিশ্ৰণ হৈছে। "নাথ মাৰ্গৰ যি সিদ্ধ দেহ, বৌদ্ধসকলৰ সেয়ে বজ্ৰদেহ, ৰসেকাৰ সম্প্ৰদায়ৰ সেয়ে হৰগৌৰীতনু, পাতঞ্জল মতে এয়ে কায়সম্পদ। নাথবোৰৰ কুণ্ডলিনী শক্তি, বৌদ্ধসকলৰ নৈৰাত্মা দেৱী। বাৰুণী, সহজ, শূন্য মন্ত্ৰযোগ, মুদ্ৰা প্ৰভৃতিৰ সাধন মধ্যযুগৰ বৌদ্ধ, জৈন, সন্ত, চুফী সম্প্ৰদায়ৰ মাজত বিভিন্ন ৰূপত দেখা যায়।" (কল্যাণী দেৱী)

নাথযোগীসকলৰ মাজত লিংগ জয় কৰিবৰ কাৰণে "ওল্টাসাধন"ক বিশেষ গুৰুত্ব আৰোপ কৰা হৈছিল। ওল্টাসাধনৰ দ্বাৰা মহাজ্ঞান লাভ হয়। বৈষ্ণৱ সহজীয়াৰ মাজত, চুফী বাউল আদি উত্তৰ ভাৰতৰ সাধকসকলৰ মাজতো, উৰিষ্যা প্ৰভৃতি অঞ্চলতো এই ওল্টাসাধন প্ৰচলিত আছিল বুলি বিশেষজ্ঞসকলে কব খোজে।

নাথমাৰ্গৰ সাধনত মূলা বা নাভিস্থানৰ পৰাই মনসৰ ঊৰ্দ্ধগতি সম্পাদিত হয়। "মনত জন্মিলা কন্যা নাম মনসা।" (পদ্মপুৰাণ) মনৰপৰা তেওঁৰ সৃষ্টি। সেয়ে মনসা। মধ্যযুগীয় বৈয়াকৰণিকসকলে মনসা শব্দটো সমৰ্থন কৰিবৰ কাৰণে নতুন সূত্ৰৰ সৃষ্টি কৰিলে—পাণিনিয়ে "মনসঃ সংজ্ঞায়াম" চন্দ্ৰ গোমীয়ে "মনসো নাম্নি" সূত্ৰ কৰি মনসা স্রষ্টা দেৱীৰ পৰা অলুক সমাস কৰি "মনসা দেৱী" সিদ্ধ হোৱা দেখুৱাইছে। (ড° নেওগ ঃ পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি, পৃঃ ৫৪)।

সৰ্পবেষ্টিত পূৰ্বভাৰতৰ সৰ্প কাহিনী ৰূপকত, সূক্ষ্ম আধ্যাত্মিক তত্ত্বত স্থাপন কৰা হৈছিল। কায়সাধনাৰ দ্বাৰা সহজসুখ অৱস্থা লাভ, মোক্ষলাভৰ পথ দৰ্শন কৰা ৰহস্যবাদী সাধকসকলে তেওঁবিলাকৰ দৰ্শন সাংকেতিক ভাষাত ৰচনা কৰিছিল। ৰহস্যবাদীসকলে পৃথিৱীৰ সকলো ঠাইতেই সাংকেতিক ভাষাৰ ব্যৱহাৰ কৰিছিল। বৌদ্ধতন্ত্ৰৰ সকলোতে ৰূপক আৰু সাংকেতিক ভাষাৰ প্ৰচুৰ ব্যৱহাৰ দেখা যায়। ৰসেশ্বৰ সম্প্ৰদায়ৰ গ্ৰন্থ এতিয়াও দুৰ্বোধ্য। গোৰক্ষ, দত্তাত্ৰেয়, নবনাথ, নাগাৰ্জুন আদি বৌদ্ধ ৰাসায়নিক আৰু মহাসিদ্ধ পুৰুষ আছিল।

অসম আৰু বংগদেশত মনসা পূজাৰ লগত ধৰ্মপূজাৰো স্থান আছে। অসমত দৰং অঞ্চলত প্ৰচলিত মনসা পূজাত যি তিনিখন চাৰিচুকীয়া বেদী নিৰ্মাণ কৰা হয় সেই বেদীৰ বাওঁফালৰখন ডাঙৰ। সেয়ে হ'ল মনসাৰ বেদী। মাজৰখন ধৰ্মদেৱতাৰ আৰু সিয়ৰখন হ'ল শীতলা দেৱীৰ। মনসা পূজাৰ বেদীত বিচিত্ৰ বৰ্ণৰ মণ্ডল অঁকা হয়। কিন্তু ধৰ্মদেৱতা আৰু শীতলাৰ বেদীত মণ্ডল বগা পিঠাগুড়িৰেহে ৰচনা কৰা হয়।

মনসা পূজা পঞ্চদেৱতা (গণেশ, দীনেশ, বাসুদেৱ, শিৱ, শিৱা) ৰ পূজাৰে আৰম্ভ হয়। পঞ্চদেৱতাৰ পূজাৰ লগতেই ধৰ্মদেৱতালৈ পূজা আগবঢোৱা হয়। এই ধৰ্মদেৱতাৰ কোনো মূৰ্তি নাই। ঘটত শুক্লবস্ত্ৰ পৰিধান কৰোৱা হয় আৰু এয়েই ধৰ্মদেৱতাৰ প্ৰতীক। এই ধৰ্মদেৱতা বৌদ্ধিক তান্ত্ৰিক দেৱতা। এইফালৰপৰাও মনসা বৌদ্ধতান্ত্ৰিক দেৱী। মনসাৰ বিচাৰ কৰোতে ধৰ্মদেৱতাৰ বিচাৰ প্ৰসংগ অপ্ৰাসংগিক নহয়।

পূৰ্বভাৰতত দ্বাদশ শতাব্দীমানৰপৰা বৌদ্ধতান্ত্ৰিক ধৰ্ম লোপ পাই অহাত শাক্ততন্ত্ৰৰ মাজত বৌদ্ধতান্ত্ৰিক দেৱ-দেৱীসকলে আশ্ৰয় গ্ৰহণ কৰিলে। লগতে ব্ৰাহ্মণ্য, বৌদ্ধ আৰু অনাৰ্য্য দেৱতাৰো সমাবেশ হ'ল।

ধৰ্মদেৱতা বিষ্ণু আৰু শিৱ, বৌদ্ধস্তুপৰ প্ৰতীক কচ্ছপৰূপেও পূজিত এক ৰহস্যময় দেৱতা।

অসমত ধৰ্মপূজা বৰ্ত্তমান কি কি ৰূপত, কেনেকৈ প্ৰচলিত আছে তালৈ যদি প্ৰথমে চকু দিয়া যায়, দেখা যাব যে, মনসাৰ লগত হোৱা ধৰ্মপূজা সকলোতকৈ লক্ষ্যণীয়। অসমৰ সকলো হিন্দুবিবাহত দৰা-কন্যাৰ স্নানৰ অৰ্থে তোলা পানী থবলৈ বিশেষভাৱে যুগুত কৰা মণ্ডল, মণ্ডল পাতি স্থাপন কৰা ধৰমৰ টেকেলীৰ ব্যৱহাৰ, ধৰ্মৰ নামত বগা পাৰ উচৰ্গা কৰি শূন্যত উৰুৱাই দিয়া প্ৰথা, পশ্চিম অসমত প্ৰচলিত চণ্ডকপূজা ইত্যাদিৰ প্ৰচলন থকিলেও ধৰ্মদেৱতাৰ নামত বেলেগ মন্দিৰ নাই।

ধৰ্মদেৱতাৰ বিৱৰণ মনসাপূজাৰ ওজাপালিৰ গীতত এনেকৈ আছে :

অ ধৰমপূজা লোৱে নামিয়া দেৱগণ
শীঘ্ৰে নামি পূজা লৌ মণ্ডৰ ভিতৰ
ধৰম পূজা লোৱে
ধৱল আসন, ধৱল বসন
শূন্যৰ যে নামি আইল অনাদি ধৰম।
প্ৰথম, কলিৰ শেষে এক ধৰ্ম উপজিলা
ব্ৰহ্মা বুলি তাৰ নাম থৈলা
ব্ৰহ্মা বুলি পুত্ৰ যাৰ মহাপণ্ডিত ভৈলা
চাৰিবেদ তাৰ হাতে দিলা।
দ্বিতীয়, কলিৰ শেষে এক ধৰ্ম উপজিলা
বিষ্ণু বুলি তাৰ নাম থৈলা
বিষ্ণু নামে পুত্ৰ যাৰ মহাপণ্ডিত ভৈলা
শংখ চক্ৰ তাৰ হাতে দিলা।
তৃতীয়, কলিৰ শেষে এক ধৰ্ম উপজিলা
মহেশ বুলি তাৰ নাম থৈলা
মহেশ বুলি পুত্ৰ যাৰ মহাপণ্ডিত ভৈলা।
গংগা দুৰ্গা দুই ঘৰিণী লভিলা।
আৰু কলিৰ শেষে এক ধৰ্ম উপজিলা
বৃদ্ধ বাপ মাও তেও নিচিনিলা ..

সুকনানী পদ্মাৱতীৰ সৃষ্টিপাতন খণ্ডত "নিৰঞ্জন"ৰ উৎপত্তিৰ কথা কোৱা হৈছে এনেদৰে :

জ্যোতি ভৈল ধূমমাত্র　　জ্ঞান ভৈল অচেতন
পৰমপুৰুষ হৈল স্থিতি
প্ৰভুৱে কৰিয়া মায়া　　গঢ়িল আপোন কায়া
নিৰঞ্জন তাহে উৎপত্তি ।
শুদ্ধ পঞ্চভূত এক হৈয়া　　গঢ়িলেক এক কায়া
নিৰঞ্জন ৰূপে উৎপত্তি
একপুৰুষ নিৰঞ্জন　　দ্বিতীয় নাহি কোনজন
সৃষ্টি কৰিবাৰ প্ৰতি ।

'শূন্যপুৰাণ'ত ধৰ্মদেৱতাৰ অন্য নাম নিৰঞ্জন, অনাদি প্ৰভু, শূন্য-মূৰ্তি। ধৰ্মদেৱতাক কবি মনকৰেও তেওঁৰ মনসাকাব্যত "অৰ্দ্ধ অংগ মহাদেৱ অৰ্দ্ধ অংগ ধৰ্ম" বুলিছে। ধৰ্ম আৰু মহাদেৱৰ এনে অভেদাত্মক বৰ্ণনা ধৰ্মসাহিত্যতো পোৱা যায়। উল্লেখযোগ্য যে এই ধৰ্মদেৱতাৰ পূজা ৰাঢ়দেশ তথা পশ্চিমবংগত নিম্নশ্ৰেণীৰ হিন্দুসকলে বাৰদিনীয়া উৎসৱ পাতি সমাৰোহেৰে পালন কৰে। এই ধৰ্মদেৱতাই সত্যনাৰায়ণৰ দৰেই অনাবৃষ্টি দূৰ কৰে, অপুত্ৰকক পুত্ৰ দিয়ে, নিৰ্ধনীক ধন। অসমৰ হিন্দুবিবাহৰ আজিও এৰাব নোৱাৰা অংগ হৈ থকা, মঙল পাতি থোৱা ধৰমৰ টেকেলীৰে পানী তুলি দৰা-কন্যাক গা ধুওৱা, মুৰত দিয়া সেই পানী চুলিৰে বৈ আহোঁতে হাত পাতি ধৰি তিনিচলু খাব লাগে বুলি থকা নিয়ম, জলৰূপী ধৰ্মদেৱতাক উৰ্বৰতাৰ দেৱতা বুলিয়েই নিশ্চয় বিশ্বাস কৰা নিয়ম। দুৰ্গাবৰৰ "বেউলা আখ্যান"ত সনেকাই পুত্ৰ লাভৰ কাৰণে গংগাৰ সোঁতত প্ৰথম ডুব মাৰিছে ধৰ্মক উদ্দেশ্য কৰিয়েই—

সুবৰ্ণৰ দুইকুল দিলন্ত পেলায়া।
তিনি গোটা ডুব দিলা মাথা দমায়া॥
ধৰ্মৰ নামত প্ৰথমে ডুব দিলা।
দোসৰা ডুবত কন্যা কুৰ্মক চিন্তিলা॥

তেওঁক নিন্দা কৰিলে শ্বেতকুষ্ঠ হয় বুলি বিশ্বাস কৰা হয়। সূৰ্য্য-দেৱতায়ো শ্বেতকুষ্ঠ আৰোগ্য কৰে বুলি প্ৰাচীন কালৰেপৰা বিশ্বাস চলি আহিছে। উৰিষ্যাৰ কোনাৰকৰ সূৰ্য্যমন্দিৰ স্থাপনৰ প্ৰসংগতো এনে কিম্বদন্তী আছে। এইকালৰপৰা ধৰ্মদেৱতা সূৰ্য্যদেৱতাৰে ৰূপ হব পাৰে। কামৰূপত সূৰ্য্য উপাসনাৰ প্ৰচলন প্ৰাচীন কালৰেপৰাই আছিল।

"তিব্বতৰ বুৰঞ্জীবিদ তাৰানাথ ৰচিত বৌদ্ধধৰ্মৰ বুৰঞ্জীত (১৬০৯ খৃঃ ত) অসমত পিছৰ কালডোখৰত হোৱা বৌদ্ধধৰ্ম প্ৰচলনৰ কথাৰ উল্লেখ আছে। তাৰানাথে লিখিছে যে ধীতিক নামৰ বৌদ্ধ সন্ন্যাসী এজন বৌদ্ধধৰ্ম প্ৰচাৰৰ কাৰণে কামৰূপলৈ আহিছিল। তেওঁ অহাৰ আগেয়ে অসমৰ মানুহবিলাক সূৰ্য্যৰ উপাসক আছিল। সূৰ্য্য উপাসনাৰ ঠাইত বৌদ্ধধৰ্ম প্ৰচলন কৰাই ধীতিকৰ উদ্দেশ্য আছিল।" (অসমৰ সাংস্কৃতিক বিনিময় আৰু বৈশিষ্ট্য: ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ প্ৰবন্ধ, নিৰ্বাচিত প্ৰবন্ধ, প্ৰকাশক সাহিত্য অকাদেমী।

ড° সত্যেন্দ্ৰনাথ শৰ্মাই "ধৰ্মদেৱতা আৰু কামৰূপত ধৰ্মপূজা" শীৰ্ষক প্ৰবন্ধত (নিৰ্বাচিত প্ৰবন্ধ: সাহিত্য অকাদেমী) স্পষ্টভাৱে ব্যক্ত কৰিছে যে ধৰ্মদেৱতাৰ যি ৰূপ, যি ধ্যান আৰু পূজা-পদ্ধতি প্ৰচলিত আছে। তাত তান্ত্ৰিক বৌদ্ধ আৰু হিন্দুধৰ্মৰ প্ৰাধান্য লক্ষ্য কৰা যায়। ড° কাকতিয়ে The Fish and Tortoise deities শীৰ্ষক ইংৰাজী প্ৰবন্ধত ধৰ্মপূজা যে মূলতঃ আদিবাসীৰ কূৰ্মপূজাৰ পৰিশোধিত ৰূপ তাক দেখুৱাবলৈ চেষ্টা কৰিছে। পণ্ডিতসকলৰ মতে ধৰ্মদেৱতা মূলতঃ গ্ৰাম্য বা জনজাতীয় দেৱতা। ড° সুকুমাৰ সেনৰ Is Dharma a Buddhist Cult প্ৰবন্ধত ধৰ্মদেৱতাৰ উৎপত্তি সম্বন্ধে আলোচনা কৰি ধৰ্মঠাকুৰৰ বৌদ্ধ যোনিত্ব অস্বীকাৰ কৰিছে। কিন্তু ধৰ্মদেৱতাৰ মাহাত্ম্যসূচক সাহিত্যৰপৰা ধৰ্ম যে মূলতে আদিমবাসীৰ দেৱতা আছিল সেইকথা ধৰা কষ্টসাধ্য। ধৰ্ম নামটো বৌদ্ধশাস্ত্ৰৰপৰা আহিছে। বুদ্ধদেৱৰ অন্যতম নাম হ'ল ধৰ্মৰাজ। ধৰ্ম বৌদ্ধ ত্ৰিৰত্নৰ অন্যতম। নেপাল দেশত বুদ্ধক ধৰ্ম নামেৰেও পূজা কৰা হয়। ধৰ্মদেৱতাৰ ধ্যানটোৱে বৌদ্ধ শূন্যবাদৰ প্ৰভাৱ স্পষ্টভাৱে দেখুৱাই দিয়ে। ধৰ্মদেৱতাক শূন্যময়, নিৰঞ্জন বুলি ধৰ্ম সাহিত্যৰ অনেক ঠাইত উল্লেখ কৰা হৈছে।

তান্ত্ৰিক বৌদ্ধধৰ্মৰ পতনৰ পিছত আৰু পৌৰাণিক হিন্দুধৰ্মৰ অভ্যুত্থানৰ লগে লগে ধৰ্মদেৱতাক হিন্দুদেৱতাৰ পোছাক পৰিহিত কৰাই হিন্দুদেৱতাৰূপে প্ৰতিষ্ঠা কৰা হয়। শৈৱ নাথ সম্প্ৰদায়ৰ প্ৰভাৱ পৰি আকৌ ধৰ্মদেৱতা কোনো কোনো প্ৰস্তুত শিৱৰ লক্ষণাক্ৰান্ত হৈ পৰিল। ধৰ্মক স্থানবিশেষে মহেশ্বৰ, মহাদেৱ, দেৱাদিদেৱ আদি বিশেষণেৰে ভূষিত কৰা হল। ধৰ্মজা বিধানৰ এঠাইত ধৰ্মক এইদৰে নমস্কাৰ কৰা হৈছে—

উলূকবাহনং ধৰ্মং কামাখ্যাসহিতং শিৱম্‌
ধৌত কুন্দেন্দু ধৱলং সৰ্বসম্পৎ ফলপ্ৰদম্‌
(ধৰ্মপূজা বিধান, পৃঃ ৮৭)

পিছৰ বৈষ্ণৱ যুগত অৰ্থাৎ পঞ্চদশ শতিকাৰপৰা আৰম্ভ কৰি এই কাল-ছোৱাত ধৰ্মমাহাত্ম্যসূচক, ধৰ্মমংগল কাব্যসমূহত ধৰ্মদেৱতাক বিষ্ণুৰ লগত চামিল কৰি দিয়া হ'ল। এই মংগল কাব্যত বৰ্ণিত হোৱা ধৰ্মদেৱতা হল— নবঘনশ্যাম, চতুৰ্ভুজ, শংখ-চক্ৰ-গদা-পদ্মধাৰী। হিন্দুৰ পৌৰাণিক দেৱতা যমৰাজৰ ধৰ্ম নামৰ লগত ধৰ্মদেৱতাৰ নামৰ সাদৃশ্য হেতুকে স্থানবিশেষে তেওঁক যমদেৱতাৰ লগত অভেদ বুলিও কোৱা হৈছে।

ধৰ্মক শূন্যমূৰ্তি বুলি অনেক ঠাইত কৈছে যদিও নানা ঠাইত তেওঁৰ আসন, বসন, মালা, উপবীত, শৰীৰ বৰণ পৰ্য্যন্তও পোৱা যায়। শ্বেত আসন-বসনযুক্ত, কুন্দেন্দুধৱল, উলূকবাহনাৰূঢ়, চন্দন কুংকুম-চৰ্চিত, হেমকুণ্ডল পৰিহিত ইত্যাদি সাকাৰ দেবতাৰূপতো বিৱৰণ আছে।

মূঠতে ধৰ্মদেৱতাৰ উৎপত্তি আৰু পৰিণতিত বিভিন্ন সম্প্ৰদায়ৰ প্ৰভাৱৰ আভাস পোৱা যায়। বিশেষকৈ আদিম জনজাতীয় ধৰ্ম, তান্ত্ৰিক বৌদ্ধধৰ্ম আৰু পৌৰাণিক হিন্দুধৰ্মই ধৰ্মদেৱতাৰ উৎপত্তি আৰু ক্ৰমপৰিনতিত প্ৰভাৱ পেলাইছে। ফলস্বৰূপে আমি ধৰ্মদেৱতাত ভালেকেইজন দেৱতাৰ লক্ষণ দেখা পাওঁ।

এই প্ৰসংগত ধৰ্মপূজা-বিধানত থকা দুটামান শ্লোক লক্ষ্য কৰিবলগীয়া ঃ

শূন্যমাৰ্গে স্থিতং শূন্যাদেৱদিৱাকৰম্
ওম্‌ অহং ভজামি শ্ৰীধৰ্মায় নমঃ
নিৰালম্বে ৰথে মাৰ্গে শূন্যমূৰ্তিং দিৱাকৰম
মণ্ডলং বৰ্তুলাকাৰং শূন্যদেহং মহাবলম্‌।

শূন্যমাৰ্গত স্থিত দিবাকৰ তথা সূৰ্য্যদেৱতাৰ লগত ধৰ্মক ইয়াত অভেদ কৰা হৈছে। ধৰ্মৰ বিগ্ৰহ হিচাপে গোলাকাৰ শিলাখণ্ড, কাছ আকৃতিৰ শিলাখণ্ড পূজা কৰা হয়। শূন্যত থকা সূৰ্য্যৰ ৰূপো গোলাকাৰ। শ্ৰীসূৰ্য্য-পাহাৰৰ সূৰ্য্যমূৰ্তি লিংগৰূপৰ। চিত্ৰাচলৰ নবগ্ৰহ ধামৰ সূৰ্য্যমূৰ্তিও লিংগৰূপৰ। আদিম জনজাতীয় দেৱতা, জলৰূপে, শিলাখণ্ডৰূপে পূজিত হৈ ক্ৰমান্বয়ে সূৰ্য্য, শিৱ, বিষ্ণুৰ ৰূপত অভেদ হৈ পৰিল।

ধৰ্মদেৱতাৰ প্ৰসংগত ধৰ্মমাহাত্ম্যসূচক শূন্যপুৰাণৰ সৃষ্টিতত্বও লক্ষ্য কৰিবলগীয়া। মনসাকবি মনকৰৰ পদ্মপুৰাণ, মাধৱদেৱৰ

নামত প্ৰচলিত গুপ্তমণি, কৃষ্ণানন্দ দ্বিজৰ পু। ভাগৱত আৰু গুপ্তসাৰ আদি গ্ৰন্থতো সৃষ্টিতত্ত্ব আছে। কিন্তু ৰামাই পণ্ডিতৰ শূন্যপুৰাণৰ সৃষ্টিতত্ত্ব বিশদ।

সৃষ্টিৰ আদিতে চন্দ্ৰ-সূৰ্য্য, ৰাতি-দিন একো নাছিল। জল-থল-আকাশো নাছিল। মেৰুমন্দৰ নাছিল কৈলাসো নাছিল। কেৱল শূন্য, শূন্যময়। শূন্যত স্থিত হৈ প্ৰভুৱে কি সৃষ্টি কৰিব ভাবি আছিল। প্ৰভুৰপৰা তেতিয়া অনিলদ্বয়ৰ জন্ম হল। তাৰ পিছত "আপনি নিৰঞ্জিল প্ৰভু আপোনাৰ কায়া" (এই কায়া স্থূল শৰীৰৰ ভিতৰৰ সূক্ষ্ম কায়া নহয় নে?) সেই দেহেই ধৰ্মকায় নিৰঞ্জন।

জন্ম হোৱাৰ পিছত ধৰ্ম তথা নিৰঞ্জনৰ চৈধ্যযুগ ব্ৰহ্মজ্ঞানত গল। তাৰ পিছত তেওঁৰ 'হাসি'ৰপৰা উলুক বা ফেচা পক্ষীৰ জন্ম হল। বৌদ্ধতন্ত্ৰৰ প্ৰভাৱ পৰা চৰ্য্যাপদ প্ৰমুখ্য সাহিত্যৰ ভাষা সাংকেতিক, তথা ৰূপকেৰে ভৰা। পক্ষীৰ ৰূপকৰ ব্যৱহাৰ অজস্ৰ ঠাইত আছে। ধৰ্মই উলুকৰ ওপৰত ভৰ কৰি আৰু চৈধ্যযুগ অতিবাহিত কৰিলে। কিন্তু উলুকে ভাৰ সহ্য কৰিব নোৱাৰা যেন দেখি ধৰ্মই নিজ মুখৰ অমৃত দান কৰিলে। উলুকে সেই অমৃত মুখ পাতি গ্ৰহণ কৰোঁতে কিছু শূন্যত পৰিল। (শুকনানী পদ্মপুৰাণত বৰ্ণিত শিৱৰ বাগ্য শূন্যত পৰা, পক্ষিণীয়ে খোলা আদি কথাৰ লগত এই কথাখিনিৰ সাদৃশ্য মন কৰিবলগীয়া।) শূন্যত পৰাখিনিৰপৰা পানীৰ উদ্ভৱ হল। সেয়ে ধৰ্ম জলৰূপীও) উলুকবাহন ধৰ্মই পানীৰ ওপৰত ভাঁহি থাকিল। অৱশেষত উলুকৰ পাখি ছিগি পৰে। তাৰপৰা জন্ম হল পৰমহংসৰ। তেতিয়া ধৰ্ম হংসবাহন হল। (হংসও প্ৰতীকি শব্দ। হংস বিদ্যা।) যুগ-যুগান্তৰৰ পিছত হংসযো ভাৰ সহ্য কৰিব নোৱাৰি আঁতৰি গল। তেতিয়া কুৰ্ম সৃষ্টি কৰি ধ্যানত বহিল। কুৰ্মইও উলুক আৰু হংসৰ পথকে লোৱাত ধৰ্মই সোণৰ লগুণ পানীত পেলাই দি সহস্ৰ ফণাযুক্ত বাসুকী নাগ সৃষ্টি কৰিলে। (এই বাসুকী নাগো কুণ্ডলিনী শক্তিৰে প্ৰতীক।)

তাৰ পিছত ধৰ্মই পৃথিৱী স্ৰজন কৰিলে আৰু বাসুকীৰ মুৰৰ ওপৰত সেই পৃথিৱী স্থাপন কৰিলে। পৃথিৱী ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে আৰু পৃথিৱীত ধৰ্মই পৰিভ্ৰমণ আৰম্ভ কৰিলে। পৰিভ্ৰমণে অনা ক্লান্তিত ধৰ্ম ক্লান্ত হল আৰু ঘৰ্মাসিক্ত হ'ল। গাৰ ঘামৰ পৰাই আবিৰ্ভাৱ হল আদ্যাশক্তিৰ (কুণ্ডলিনী জাগ্ৰত কৰিলে নিজ শৰীৰতে অশেষ প্ৰভাযুক্ত পৰমোজ্জ্বল শক্তিৰ জন্ম হয়।)

আদ্যাশক্তি স্ৰজন হোৱাৰ পিছত জগজ্জনৰ সৃষ্টিৰ অৰ্থে ধৰ্ম তপস্যাত বহিল। ইতিমধ্যে আদ্যাশক্তিৰ যৌৱন অৱস্থা প্ৰাপ্ত হ'ল। যৌৱনৰ চিন্তাতে কামদেৱৰ আবিৰ্ভাৱ হ'ল। কামদেৱে গৈ আদ্যাৰ যৌৱনৰ কথা ধৰ্মক কলেগৈ, ধৰ্মযো তপস্যা ভংগ কৰি আদ্যাক বিষভাণ্ড এটা দি প্ৰস্থান কৰিলে। আদ্যাই যৌৱনৰ তাড়নাত বিষভাণ্ড পান কৰি আত্মহত্যা কৰিবলৈ ওলাল। পৰিণতি স্বৰূপে আদ্যা গৰ্ভৱতী হ'ল আৰু তেওঁৰপৰা ব্ৰহ্মা, বিষ্ণু, শিৱৰ জন্ম হ'ল। জন্ম পিছতেই ব্ৰহ্মা, বিষ্ণু, শিৱই তপস্যাৰ অৰ্থে গমন কৰিলে।

ধৰ্মই ব্ৰহ্মা, বিষ্ণু, শিৱক পৰীক্ষা কৰিবৰ কাৰণে দুৰ্গন্ধ শৱৰ ৰূপ লৈ পানীত ওপঙি থাকিলে। উটি উটি শৱটো গৈ প্ৰথমে ব্ৰহ্মা, তাৰ পিছত বিষ্ণুৰ ওচৰ চাপিল। ব্ৰহ্মা-বিষ্ণুৱে শৱ বুলি ভাবি আঁতৰি থাকিল। শিৱই কিন্তু ধৰ্মনিৰঞ্জন বুলি চিনি পাই সাৱটি ধৰি আনন্দত নৃত্য কৰিবলৈ ধৰিলে। ধৰ্মই শিৱক ত্ৰিলোচন হবলৈ বৰ প্ৰদান কৰিলে আৰু ব্ৰহ্মা, বিষ্ণু, শিৱক সৃষ্টি, স্থিতি, প্ৰলয়ৰ ভাৰ দিলে। আদ্যাশক্তিক শিৱৰ পত্নীৰূপে ধৰ্মই প্ৰদান কৰিলে। আদ্যায়ো সকলো জীৱৰ যোনিৰূপে স্থিত হৈ জীৱসৃষ্টিত সহায় কৰিলে।

গভীৰভাৱে চিন্তা কৰিলে দেখা যাব যে ধৰ্মপুৰাণত থকা সৃষ্টি-তত্ত্বৰ এনে ব্যাখ্যাৰ মাজত মনসা আখ্যানৰ বহুতখিনি কথাৰ সাদৃশ্য আছে। পদ্মাৰ ৰহস্যময় জন্ম জৰৎকাৰু মুনি, পদ্মাক এৰি জৰৎকাৰু মুনিৰ প্ৰস্থান গৰ্ভৱতী পদ্মা, পদ্মাক শিৱৰ হাতত অৰ্পণ আদিৰ লগত আদ্যাৰ কাহিনীৰ প্ৰায় একেচপা।

যেনেকৈ লৌকিক দেৱতা ধৰ্মৰ স্তৰে স্তৰে পৰিবৰ্তন সাধন হ'ল, তেনেকৈয়ে লৌকিক দেৱী মনসাতো বিভিন্ন বিশ্বাস আৰু চিন্তাৰ সমাহাৰ ঘটিছে। পানীৰ মাজত ধৰ্মৰ অৱস্থান, ধৰ্মৰ হংস কুৰ্ম বাহন, ধৰ্মৰ বাসুকী সৃষ্টি কৰিব পৰা, মৃত শৱ হ'ব পৰা, শিৱৰ লগত আদ্যাৰ মিলন কৰাব পৰা ক্ষমতা আটাইবোৰ চিন্তা কৰিলে ধৰ্ম নাথমাৰ্গৰ কায়সাধনাৰ 'সূক্ষ্ম শৰীৰ'ৰ কাষ চাপে। বৈদিক তান্ত্ৰিক, বৌদ্ধতান্ত্ৰিক, লোকবিশ্বাস আটাইবোৰে সমাহাৰত ধৰ্মদেৱতা আৰু মনসা দেৱীৰ ৰূপ সাধিত হৈছে।

অসমীয়া পদ্মপুৰাণ লিখে সুকবি নাৰায়ণদেৱে। এই পুৰাণত বেউলা লখীন্দাৰৰ যি কাহিনী আছে সংস্কৃত পদ্মপুৰাণত নাই। এই কাহিনী কোনো পুৰাণ, উপপুৰাণতো নাই। মনকৰৰ মনসাকাব্যৰ সৃষ্টিতত্ত্ব

আৰম্ভ হৈছে, তাৰ পিছত হৰ গৌৰীৰ বিবাহৰ মাজেদি পদ্মৰ জন্মকাহিনী ব্যক্ত কৰিছে আৰু দুৰ্গা পদ্মাৰ বিবাহত কাব্য শেষ কৰিছে। আনজন মনসাকবি দুৰ্গাবৰে চন্দ্ৰধৰৰ ছয়পুত্ৰৰ জন্মৰ কাহিনীতে আৰম্ভ কৰি বেউলাই স্বামী লক্ষীন্দাৰক জীয়াই আনি চম্পক নগৰত প্ৰৱেশ কৰাৰ দৃশ্য বৰ্ণনাৰে কাব্য সামৰিছে।

অসম আৰু বংগদেশত প্ৰচলিত বেউলা আখ্যানটো এক ৰূপক আখ্যান হব পাৰে। শিৱপূজক চন্দ্ৰধৰ। শৈৱধৰ্মৰ লগত বৌদ্ধতন্ত্ৰৰ সংযোগৰ ফলতে এই ৰূপকৰ সৃষ্টিৰ সময়। চন্দ্ৰধৰৰ ছয়পুত্ৰ, চৈধ্যখন ডিঙা ( নাথমাৰ্গমতে দেহতে চৈধ্যভুবন আছে। সেয়ে চৈধ্য ডিঙা হব পাৰে ), বেউলাই দেৱপুৰীলৈ উজাই যোৱা, গুঞ্জৰী সাগৰ, শিৱলোক, শিৱলোকৰ বেউলা নৃত্য ইত্যাদি প্ৰতীকি শব্দ বুলি ভাবিবৰ থল আছে।

বেউলা-লক্ষীন্দাৰৰ আখ্যান ওপৰে ওপৰে চালে সৰ্পাঘাতত জৰ্জৰিত এক শিৱভক্ত পৰিয়ালৰ দুৰ্যোগ আৰু শেষত মনসা দেৱীৰ চৰণত শৰণৰ দ্বাৰা আশ্ৰয় লাভ, জীৱন লাভৰ কাহিনী যেন লাগে। অলপ গভীৰভাৱে চালে দেখা যায় শৈৱ, শাক্তধৰ্মৰ মিলনৰ পিছত অনাৰ্য্য দেৱীৰ লগত সংঘৰ্ষ আৰু মিলন হৈছে।

বেউলা আৰু লক্ষীন্দাৰ নাম দুটা আমি এনেকৈও ভাবিব পৰা হওঁনে যে বেউলা ব্যাকুলা শব্দৰ প্ৰতিৰূপ আৰু লক্ষীন্দাৰ দশমদ্বাৰৰ প্ৰতিৰূপ ??? শ্ৰীকৃষ্ণ কীৰ্তনত আছে ঃ

ইডা পিংগলা সুষুম্না সংগী
মন পবন তাত কৈল বন্দী
দশমী দুয়াৰে দিলা কপাট
এবে চড়িলো মো সে যোগবাট।

বাহ্যদ্বাৰ ৰুদ্ধ কৰি যোগী সমাধিস্থ হলে যি আবেশ ভাবৰ উদয় হয় সেয়ে দশমী দুৱাৰ প্ৰত্যাহাৰ বা দশইন্দ্ৰিয়ৰ প্ৰত্যাহাৰ। তাৰদ্বাৰা বাহ্যজ্ঞান লুপ্ত হয় আৰু সকলো দ্বাৰপথ ৰুদ্ধ হৈ যায়। কুম্ভকৰ দ্বাৰা সকলো নাড়ী সুষুম্নাত একীভূত হয় আৰু বিভিন্ন নাড়ীত সঞ্চৰণশীল বায়ু সমৰসীভূত হৈ একমাত্ৰ 'প্ৰাণ' ৰূপে পৰিণত হয়। লক্ষীন্দাৰ তথা দৰ্শমদ্বাৰক শৱ কৰি ললেহে মন ব্যাকুল হব।

ছয়পুত্ৰ ছয়চক্ৰৰ প্ৰতীক, গুঞ্জৰীসাগৰ নাদসমুদ্ৰৰ প্ৰতীক, পদ্মা সৰ্পাকৃতি কুণ্ডলিনী শক্তিৰ প্ৰতীক, চন্দ্ৰধৰ চন্দ্ৰ যি ধাৰণ কৰে শিৱ

তথা যোগীৰ প্ৰতীক, চৈধ্য ডিঙা দেহতে থকা চৈধ্যভুবনৰ প্ৰতীক হোৱাবো থল আছে। যিহেতু এই দেহসাধনা ৰহস্যসাধনা আৰু তাৰ প্ৰকাশ সাংকেতিক ভাষাৰ দৰেই।

গোটেই মনসাকাব্যত সৰ্পবশীকৰণ ক্ষমতা, মানুহক সাময়িকভাৱে মৰণ-জীৱন দিব পৰাৰ নিচিনা ক্ষমতা (ভোজবিদ্যা, যাদুবিদ্যা ?) কামনা অনুযায়ী ৰূপ গ্ৰহণৰ ক্ষমতা, ইচ্ছা অনুসাৰে জলে-স্থলে ভ্ৰমণৰ ক্ষমতা, সৃষ্টি কৰিব পৰা ক্ষমতা আদি ব্যক্ত হৈছে। যোগতন্ত্ৰ, বৌদ্ধতন্ত্ৰ সাধনৰ দ্বাৰা অলৌকিক শক্তি লাভ কৰাৰ সময়ছোৱাত পদ্মাপুৰাণ হয়তো ৰচিত হৈছিল আৰু ঔষধবিদ্যাও ইয়াত নিশ্চয়কৈ সন্নিবিষ্ট হৈছিল।

উজনি অসমত মনসা দেৱীৰ পূজা নাই বুলিয়ে কব পাৰি। নামনি অসম আৰু দৰং জিলাত এই পূজাৰ প্ৰচলন আজিও আছে। মনসা পূজা কৰিলে পাৰ্থিৱ সম্পদ লাভ হয় বুলি বিশ্বাস আছে। এনেকুৱা অনুমান হয়, হয়তো য'ত য'ত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ তীব্ৰভাৱে নপৰিল তাতেই মনসা পূজাৰ প্ৰচলন হৈ গ'ল। কামাখ্যাক কেন্দ্ৰ কৰি কামৰূপ আৰু কদলী ৰাজ্য (বৰ্ত্তমান নগাঁৱৰ অন্তৰ্গত) বৈদিক ধৰ্ম, তন্ত্ৰ, বৌদ্ধতন্ত্ৰ আৰু নাথমাৰ্গীয় শৈৱধৰ্মৰ সমন্বয় সাধনৰ কেন্দ্ৰ স্থান আছিল।

দশম-একাদশ শতিকাৰ পৰাই মনসা পূজাৰ উদ্ভৱ হয় বুলি পণ্ডিতসকলে অনুমান কৰে। বংগদেশ আৰু অসমত মনসাৰ মূৰ্তি দশম-একাদশ শতিকামানৰে পৰা পোৱা গৈছে। অসমত পোৱা মনসা মূৰ্তিৰ ভিতৰত নগাঁৱৰ শিলঘাটৰ ওচৰত পোৱা হস্তীবাহনা মনসা মূৰ্তিটোৱেই প্ৰাচীন। সৰ্পৰ উপৰিও হাতী বুজাবলৈও 'নাগ' শব্দৰ ব্যৱহাৰ আছিল বুলি জনা যায়। মনসা দেৱীক ব্ৰহ্মবৈবৰ্ত্ত পুৰাণত "নাগেন্দ্ৰ বাহিনী" বুলিও কোৱা হয়।

পদ্মপুৰাণৰ সৃষ্টিপাতনিত থকা 'গণেশ বন্দনা' কৰা হৈছে :

বন্দো দেৱ শিৱসুত···
খৰ্ব কলেৱৰ স্থূলাকাৰ লম্বোদৰ

এয়াও তাৎপৰ্য্যপূৰ্ণ। গোৱালপাৰা জিলাৰ শ্ৰীসূৰ্য্য পাহাৰৰ ধ্বংসাৱশেষৰ মাজত দ্বাদশভুজা, পদ্মবাহনা, প্ৰহৰণধাৰিণী দেৱী মূৰ্তিৰ ওপৰত সাতটা সাপৰ ফণা থকালৈ চাই এই মূৰ্তি দশম শতিকাৰ মনসা মূৰ্তি হব পাৰে বুলি ভৱা হৈছে। দ্বাদশ, এয়োদশ শতিকাত গুৱাহাটী নগৰতো

এটি সক মনসা মূৰ্তি পোৱা গৈছে। ললিতাসনত উপবিষ্টা এই মূৰ্তি দ্বিভুজা। সোঁহাতত বৰদামুদ্ৰা। বাওঁহাতত শিশু। মূৰ্তিৰ ওপৰত সৰ্পফণা।

অসমত মনসাৰ পূজা প্ৰায়ে ঘটত কৰা হয়। সেই ঘটৰ ঠাইত সিজু পাতো পুতি থোৱা হয়। কোনো কোনো ঠাইত মাটিৰ মূৰ্তি বা কুহিলাৰ মজুতো এই পূজা সম্পন্ন হয়। বংগদেশৰ কিছুমান ঠাইত সিজু গছ স্থাপন কৰি পূজা কৰা হয়। বাংলাত সিজুগছক মনসা গাছ বুলিও কোৱা হয়। বড়োসকলৰ বাথৌ পূজাত (শিৱপূজা) সিজুগছ অপৰিহাৰ্য্য। গাৰোসকলৰ মাজতো সিজুগছৰ পূজাৰ প্ৰচলন আছে।

মনসা পূজা প্ৰধানকৈ চাৰিপ্ৰকাৰ ৰূপত অসমত প্ৰচলিত হৈ আহিছে। প্ৰথমবিধ হ'ল একপৰীয়া মাৰৈ বা ৰং পূজা। দ্বিতীয়বিধ হ'ল এদিন এৰাতি বিয়পা ৰং পূজা বা গোটা ৰং। তৃতীয়বিধ হ'ল তিনিদিনীয়া মাৰৈপূজা বা ৰডিয়াল মাৰৈপূজা। চতুৰ্থবিধ হ'ল পাঁচ, সাত, ন, এঘাৰ আদি বিষুৰীয়া দিনেৰে দীঘলীয়াকৈ কৰা পূজা।

একপৰীয়া মনসা পূজা এপৰমান বেলিৰপৰা আৰম্ভ হয়। মনসা দেৱীৰ পূজা, হোমযজ্ঞ, আৰু আবেলি ওজাপালিৰ গীতেৰে পূজাৰ সকলো কাম সম্পন্ন হয়।

দ্বিতীয় বিধৰ পূজা আগদিনা গধূলিৰপৰাই আৰম্ভ হয়। ওজা-পালিৰ জাগৰণৰ গীতেৰে দেৱীক জগাই ও'ৰ ৰাতি ওজাপালি সুকনানী গীত গোৱা হয়। ইয়াকে অধিবাস বা গোন্ধ বুলিও কোৱা হয়। গন্ধ-গাঠিয়ন আদি সুগন্ধি দ্ৰব্যৰে মন্ত্ৰ মাতি দেৱীক স্নান কৰোৱা হয় কাৰণে ইয়াক সাধাৰণতে গোন্ধ বোলা হয়। সেন্দুৰ, তেল আদি উচৰ্গা হয়। গৃহস্থই পেৰাৰপৰা আ-অলংকাৰো আনি দেৱীৰ মূৰ্তিৰ কাষত থয়। পিছদিনা দুপৰীয়া হয় পূজা-বন্দনা, বলিদান, হোম। আবেলি আকৌ সুকনানীৰ ওজা-গীতেৰে পূজা সমাপ্ত কৰা হয়।

তিনিদিন জুৰি যি পূজা হয় তাক বোলা হয় "ৰডিয়াল মাৰৈ"। তিনিদিনীয়া এই ৰডিয়াল মাৰৈ ওজাপালি গীত, দেওধনি নৃত্য, কছাৰী পূজা আদিৰ সমাহাৰ।

তিনিদিনীয়া, পাঁচদিনীয়া, সাতদিনীয়া আদি মাৰৈ পূজাত দেৱীক পূজাৰ আগদিনা আৱাহনী মন্ত্ৰেৰে আহ্বান কৰি, চোঁৱৰ বুলাই আদৰি

আনি বেদীত প্ৰতিষ্ঠা কৰা হয়। প্ৰতিষ্ঠাৰ সময়ত ওজাপালিয়ে তাল-বাদ্যৰ সহায়ত বন্দনা গীত গায়, আয়তীয়ে উৰুলি দিয়ে, শংখ-ঘণ্টাৰ শব্দে মাংগলিক পৰিবেশ সৃষ্টি কৰে। ঢোল-তালৰ উপৰিও পূজাৰ কেইদিন পানীহিলৈ, বৰটোপ, বন্দুক আদি ফুটাইও আনন্দৰ ঢৌ বতাহত বিযপোৱা হয়।

এটা মন কৰিবলগীয়া কথা যে এই মনসা পূজাত ধৰ্মদেৱতাৰ পূজাৰ লগতে শীতলা, শুভচনী / সভাচেনী (সুবচনী) গ্ৰামদেৱতা আৰু অষ্টনাগৰো যথানিয়মে পূজা কৰা হয়।

# দেৱী ষষ্ঠী

অসমৰ বৰ্ণহিন্দুসকলৰ মাজত প্ৰচলিত এক নিয়ম অনুসৰি শিশু ভূমিষ্ঠ হোৱাৰ ছদিনৰ দিনা ৰাতি বিধাতাপুৰুষ শিশুৰ কাষলৈ আহে। সেই ৰাতি তেওঁ শিশুৰ ভাগ্যত যি দি থৈ যায় সেই ভাগ্যই গোটেই জীৱন নিয়ন্ত্ৰণ কৰে।

এই বিশ্বাসতে বিধাতা আহিবৰ কাৰণে সন্ধিয়া কঁঠালগছত ছাগলী এটি বান্ধি থোৱা হয়। শিশুৰ শয্যাৰ কাষত এখনি তামুলী পীৰা পাৰি সুন্দৰ গামোচাৰে ঢাকি তাৰ ওপৰত টকা কাকত-কলম থোৱা হয়। বাকচৰ সোণ-মণি উলিয়াইও তাত থোৱা হয়। ধূপ, দীপ প্ৰদীপ আসনৰ আগত আগবঢ়োৱা হয়। দুৱাৰমুখত থোৱা হয় বগৰী জেং। অপদেৱতাৰ আগমন নিবাৰণৰ কাৰণেই এই বিশ্বাসৰ ৰীতি। ষষ্ঠ দিনাৰ ৰাতি মাক শোৱাৰ নিয়মো নাই। শয্যাৰ চাৰিওফালে সৰু সৰু ধনু চাৰিখন পাতি থোৱা হয়। জাগি থকা মাকৰ হাতত থাকে এখন ধনু। কেচুৱাটি কোচত লৈ হাতেৰে ধনু ধৰি উজাগৰে মাকে ৰাতিটো কটোৱাৰ নিয়ম। বিধাতাপুৰুষে অদৃশ্য হাতেৰে কাকতত শিশুৰ ভাগ্য ৰচনা কৰি যায়। সেই দিনটোক বোলা হয় 'ষষ্ঠীযোগ''।

অসমৰ জনজাতীয় সমাজত এনে নিয়ম আছে যদিও সেইবিধায় জনা হোৱা নাই।

অসমৰ কাষৰীয়া বঙ্গদেশত শিশুৰক্ষাৰ কাৰণে প্ৰাৰ্থনা জনোৱা এগৰাকী বিশেষ দেৱীৰ নাম ষষ্ঠী। শিশুৰ জন্মৰ ষষ্ঠদিনা এই প্ৰাৰ্থনা কৰা হয়। গাওঁবাসীসকলে কঁঠালগছৰ তলত এই ষষ্ঠী দেৱী প্ৰতিষ্ঠা কৰে। দেৱীক প্ৰতিনিধিত্ব কৰে সাধাৰণতেই এছটা শিলে। লোক বিশ্বাসমতে অপশক্তিৰ বিৰুদ্ধে এই শক্তিয়ে শিশুক ৰক্ষা কৰে। এই পূজাত আগবঢ়োৱা কড়ি পাছত শিশুৰ গাত ৰক্ষা কবচ ৰূপে আঁৰি দিয়া হয়। কড়ি মাতৃশক্তিৰ প্ৰতীকো।

ষষ্ঠী দেৱী সম্বন্ধে ব্ৰহ্মবৈবৰ্ত্তপুৰাণত এটি কাহিনী আছে। স্বয়ম্ভু মনুৰ সময়ত প্ৰিয়ব্ৰত নামে এজন বৰ সাধু নৃপতি আছিল।

তেওঁৰ সতি-সন্ততি বহুদিন জুৰি কোনো নাছিল। তেওঁ সেয়ে কাশ্যপৰ হতুৰাই "পুত্ৰেষ্টি যজ্ঞ" কৰাত বাৰ বছৰ জুৰি গৰ্ভাৱস্থাত থকাৰ পাছত তেওঁৰ পত্নীয়ে এটি মৃত সন্তান প্ৰসৱ কৰিলে। ৰজাই বৰ আঘাত পালে আৰু নিজেই শিশুটিৰ অন্ত্যেষ্টি ক্ৰিয়াৰ কাৰণে শ্মশানলৈ গল। হঠাতে তেওঁৰ সমুখত এগৰাকী দেৱীৰ আবিৰ্ভাব হল। দেৱীয়ে নিজৰ পৰিচয় ব্ৰহ্মাৰ কন্যা আৰু কাৰ্তিকেয়ৰ পত্নী বুলি দিলে আৰু শিশুটিৰ মৃতদেহত প্ৰাণসঞ্চাৰ কৰিলে।

নৃপতিয়ে এই কথাত ইমান আনন্দিত হল যে তেওঁ এই দেৱীৰ পূজা কৰিবলৈ আৰু দেৱীমাহাত্ম্য প্ৰচাৰ কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হল। তেতিয়াৰ পৰা ষষ্ঠী দেৱীৰ উপাসনা প্ৰচলিত হল। ষষ্ঠী দেৱী প্ৰকৃতিৰ ষষ্ঠ অঙ্গ আৰু স্কন্দৰ পত্নী বুলি খ্যাত। স্কন্দৰ যেতিয়া জন্ম হৈছিল তেতিয়া বহুত ভয়াবহ অঘটন পৃথিৱীত ঘটিছিল। দেৱতাসকলে স্কন্দৰ শক্তিৰ কথা শুনি তেওঁক তত্‌কালিকে বধ কৰিবলৈ ইন্দ্ৰক উপদেশ দিলে। ইন্দ্ৰই স্কন্দক মাৰিবলৈ মাতৃ শক্তিবোৰক পঠাই দিলে। কিন্তু স্কন্দক দেখা পাই তেওঁবিলাক মোহিত হল। স্কন্দই তেওঁবিলাকক সন্মানেৰে অভ্যৰ্থনা কৰিলে। সেয়ে মাতৃসকলে তেওঁক ৰক্ষা কৰিলে। যেতিয়া ইন্দ্ৰই দেখিলে তেওঁৰ সকলো আঁচনি ব্যৰ্থ হল তেওঁ তেতিয়া সৈন্য বাহিনী স্কন্দৰ বিপক্ষে পঠালে। সকলো দেৱসৈন্য পৰাজিত হল আৰু স্কন্দৰ বশ্যতা স্বীকাৰ কৰিলে। উপায়ান্তৰ হৈ ইন্দ্ৰই বজ্ৰ মাৰি পঠালে। স্কন্দৰ সোঁফালে সেই বজ্ৰ পতিত হল আৰু তাৰ পৰা তৎক্ষণাৎ বিশাখৰ উৎপত্তি হল। বিশাখক দেখি ইন্দ্ৰ কম্পিত হল আৰু তেওঁৰ আশ্ৰয় বিচাৰিলে। স্কন্দই বজ্ৰৰ দ্বাৰা আঘাত পোৱাত বহুতো মাতৃশক্তিৰ সেই ঠাইত আবিৰ্ভাৱ ঘটিল আৰু স্কন্দৰ আশীৰ্বাদত তেওঁবিলাক শিশুৰক্ষাকাৰী শক্তি বুলি পৰিগণিত হল। তেওঁবিলাকৰ নাম হল কাকী, হালিমা, মালিনী বৃনহিলা, আৰ্য্যা, পলালা, আৰু বৈমিত্ৰা। স্কন্দই দেৱসেনাক বিবাহ কৰিলে। ষষ্ঠী, লক্ষ্মী, আশা, সুখপ্ৰদা, সিনিবালী, কুহু, সদ্‌বৃত্তি আৰু অপৰাজিতা নামেৰেও দেৱসেনা প্ৰখ্যাত।

বঙ্গদেশৰ বিভিন্ন স্থানত ঢেলাই চণ্ডী আৰু মৈমনসিঙত বনদুৰ্গাৰ পূজা সন্তান কামনাৰে পালন কৰা হয়। এই দেৱীসকলে অৰণ্যত বাস কৰে। চণ্ডী বা ষষ্ঠী দেৱীৰ পূজা চমাৰ সম্প্ৰদায়ৰ মানুহৰ ভিতৰত

অধিক। এই সম্প্ৰদায়ৰ মানুহ বিন্ধ্যৰ উত্তৰত সিঁচৰিত হৈ আছে। দাক্ষিণাত্যৰ গ্ৰাম্য মাতৃদেৱী সমূহো শিশুৰ ৰক্ষাদেৱী ৰূপে পৰিগণিত। প্ৰকৃততে তেওঁবিলাক স্থানীয় পটভূমিৰ স্থানীয় বিশ্বাসৰ দ্বাৰা সৃষ্টা লোকদেৱী—অসমলৈ অহা বহিৰাগতৰ পৰা হয়তো এই আচাৰ অসমতো সোমাই পৰিল। "ষষ্ঠীযাগ" বুলি অনুষ্ঠানটোক কোৱাই হয। ছাগলীও বন্ধা হয়। মাত্ৰ ষষ্ঠীৰ ঠাই ত বিধতা পুৰুষ বুলি অসমত কোৱা হয।

# ডাকিনী, ৰাকিনী, লাকিনী, কাকিনী, শাকিনী, হাকিনী

কুলাৰ্ণৱ তন্ত্ৰত অলৌকিক জগতৰ এই কেইগৰাকী শক্তিৰ ৰূপ এনেকৈ পোৱা গৈছে :

(১) ডাকিনী—এওঁ সৰ্পবদনা, বিস্তৃজাতা, অগ্নিপ্ৰভা, কমণ্ডলু আৰু কৰ্তৃবাধাৰিণী আৰু বৰদায়িনী।

(২) ৰাকিনী—এওঁ উলুক বদনা (ফেঁচাৰ দৰে মুখৰ), নীলসন্নিভা, খড়্গাখেটকধাৰিণী আৰু সৰ্বালঙ্কাৰভূষিতা।

(৩) লাকিনী—উচ্চকপালী, পাশঅঙ্কুশধাৰিণী, পাটলীপুষ্পৰ নিচিনা, সৰ্বাভৰণভূষিতা।

(৪) কাকিনী—ঘোটক আননা (ঘোঁৰাৰ দৰে মুখৰ), মাণিক্যৰ দৰে জ্যোতিৰ্ময়ী, তিনিমুখীয়া, মুণ্ডধাৰিণী সিদ্ধিদায়িনী আৰু সৰ্বশোভনা।

(৫) শাকিনী—কাজল বৰণীয়া, মাৰ্জাৰমুখী (মেকুৰীৰ মুখৰ নিচিনা) সুশোভনা, শুচিস্মিতা, আৰু কুলিশদণ্ডধাৰিণী।

(৬) হাকিনী—ঋক্ষ বদনা (ভালুকৰ দৰে মুখ), নীলনীৰদ সন্নিভা, তেওঁৰ হাতত কপাল আৰু শূল আৰু তেওঁ ঢাল শোভিতা। তেওঁ একমুখী দুইমুখী, তিনিমুখী, চাৰিমুখী, পাঁচমুখী, ছয়মুখী। তেওঁ দুৰ্জ্জেয়া আৰু অভয়া।

# যোগিনী ধাৰা

শাক্তধাৰাৰে এক গুৰুত্বপূৰ্ণ ধাৰা হল যোগিনী ধাৰা। তান্ত্ৰিক ধাৰাত যোগিনী শব্দটোৱেই এক গুৰুত্বপূৰ্ণ ঠাই লৈছে। তন্ত্ৰৰ জগতত একশ্ৰেণীৰ দেৱীক আৰু গাত দেৱী শক্তি থকা বুলি ভবা জীৱন্ত নাৰীকেই আগতে যোগিনী বুলি ভবা হৈছিল। তেনে নাৰীয়ে পাছত দেৱত্বৰ স্থান লাভ কৰিছিল। সেইকালৰ পৰাই যোগিনীতন্ত্ৰৰ এই শ্লোকটো তাৎপৰ্য্যপূৰ্ণ—"অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে"। শাক্ততান্ত্ৰিক সাধনাক্ষেত্ৰ কামৰূপত সাধনসঙ্গিনী হব পৰা নাৰী পোৱা গৈছিল অথবা এসময়ত কামৰূপৰ গৃহে গৃহে এই গুহ্যসাধনা প্ৰচলিত আছিল।

তদুপৰি কামৰূপতে শাক্ততান্ত্ৰিক প্ৰসিদ্ধ গ্ৰন্থ যোগিনীতন্ত্ৰ ৰচিত হৈছিল। কামৰূপতে যোগিনী ধাৰা এক শক্তিশালী ধাৰা আছিল বুলি নিসন্দেহ কব পাৰি।

যোগিনীতন্ত্ৰত বিভিন্ন ধৰণে যোগিনীৰ উল্লেখ আছে—

"তত্ৰ কোটি যোগিনীভিঃ কালী বসতি তাৰিণী"—

সেই ঠাইত কোটি সংখ্যক যোগিনীৰে সৈতে জগত্তাৰিণী কালিকাদেৱীয়ে বাস কৰে (শ্লোক ৫১। একাদশ পটল)"। সেই ঠাই হৈছে কামৰূপ।

সেই যোগিনীতন্ত্ৰতে পুনৰ কোৱা হৈছে—

"তদৈব পৰমামায়া যোগিনীগণ বন্দিতা কৰিষ্যতি"।

"তেতিয়া যোগিনীসকলৰ বন্দিতা শ্যামবৰ্ণা, হাঁহি থকা মুখযুক্তা, লোলজিহ্বা, বলিহস্তা, মুণ্ডমালাধাৰিণী, দিগবসনা, পৰমামায়া কামাখ্যাই পৰ্বতৰ ওপৰৰ শৃঙ্গৰ পৰা ৰক্তপান কৰিব (শ্লোক ৫৮।৫৯-একাদশ পটল)"।

এই যোগিনীধাৰাৰ উৎপত্তি অত্যন্ত ৰহস্যময়। এই ধাৰাৰ বিচাৰ কৰিবৰ কাৰণে সমলো তেনেই তাকৰীয়া। নৃতত্ত্ববিদ, প্ৰাচ্যতত্ত্ববিদ, প্ৰত্নতত্ত্ববিদ সকলেও ইয়াৰ উৎপত্তি বিচাৰি এতিয়ালৈকে স্থিৰ সিদ্ধান্তত উপনীত হব পৰা নাই।

বেদ আৰু উত্তৰ বেদৰ সময়ছোৱাত যোগিনী ধাৰাক শাক্ত ধাৰাৰে অঙ্গ বুলি কোৱা হৈছে। শাক্ততান্ত্ৰিক ধাৰাৰূপে যোগিনী

ধাৰাৰ অৱস্থান ষষ্ঠ, সপ্তম শক্তিকাতে লক্ষ্য কৰা যায়। শত্রুবিনাশ কৰিবৰ কাৰণে যোগিনী উপাসনা কৰিলে যোগিনীয়ে অলৌকিক যাদুকৰী শক্তিৰে প্ৰভূত সহায় কৰে বুলি সেইসময়ৰ মানুহৰ দৃঢ় ধাৰণা আছিল আৰু সেই উদ্দেশ্যে কৰা সাধনা শাক্ততন্ত্ৰবাদৰ অন্তৰ্ভুক্তি আছিল।

ভাৰতৰ পূব প্ৰান্তত চৌষষ্ঠী যোগিনীৰ সাধনা এক অন্যতম সাধনা আছিল। মৎস্যেন্দ্ৰনাথে জনপ্ৰিয় এই ধাৰাক কৌলজ্ঞান নিৰ্ণয় (কৌলযান নিৰ্ণয়) নামৰ গ্ৰন্থত লিপিবদ্ধ কৰিছে।

যোগিনীমন্দিৰ সমূহৰ যি যি অৱশিষ্ট ভাৰতবৰ্ষত পোৱা গৈছে সেইবোৰৰ গঢ়-পিত চাই এই মন্দিৰসমূহ অষ্টমৰ পৰা নৱম শতিকাৰ ভিতৰত নিৰ্মিত হৈছিল বুলি বিশেষজ্ঞসকলে মত দিছে। মন্দিৰ-সমূহৰ নিৰ্মাণৰ পৰা বুজা যায় যে, এই ধাৰাৰ লোকসকলে যোগিনী ধাৰাক জনপ্ৰিয় কৰি তুলিবলৈ চেষ্টা কৰিছিল।

অষ্টমাতৃকাৰ প্ৰসঙ্গ বিভিন্নক্ষেত্ৰত উল্লেখ কৰা হৈছে। প্ৰতি মাতৃকাই নিজকে পুনৰ অষ্টৰূপত প্ৰকাশ কৰে বুলিও কোৱা হৈছে। অৰ্থাৎ চৌষষ্ঠী ৰূপৰ মাতৃকা বা যোগিনী এনেদৰেই ৰূপ পাইছে বুলি তান্ত্ৰিক সকলে মত প্ৰদান কৰিছে।

ভাৰতত এতিয়ালৈকে অৱস্থিত থকা যোগিনী মন্দিৰসমূহৰ ভিতৰত উৰিষ্যা, মধ্য প্ৰদেশ, উত্তৰ প্ৰদেশ, তামিলনাড়ু, কইম্বাটোৰ আদিৰ মন্দিৰেই উল্লেখযোগ্য। অসমতো যোগিনী মন্দিৰ থকাৰ সম্ভাৱনা আছে বুলি ভাবো। এই ফালৰ পৰা মালিনী থান, মঙ্গলদৈৰ মঙ্গলা থান, আৰু উত্তৰ লক্ষীমপুৰৰ পিছলাথানৰ মন্দিৰ যোগিনী মন্দিৰ বুলি ভবাৰ অৱকাশ আছে।

জব্বলপুৰৰ ভেৰাঘাটৰ যোগিনী মন্দিৰত চৌষষ্ঠী যোগিনীৰ উপৰিও অষ্ট শক্তি, তিনিখন নদী, চাৰিজনা অন্য দেৱী, শিৱ আৰু গণেশৰ মূৰ্তি পোৱালৈ লক্ষ্য ৰাখি অসমৰ দৰঙৰ দহ পৰ্বতীয়া গাঁৱত অৱস্থিত হোৱা গঙ্গা যমুনাৰ মূৰ্তি অলঙ্কৃত, অনুপম সৌন্দৰ্য্য মণ্ডিত চৌকাঠখনি যোগিনীমন্দিৰৰ (গঙ্গা-যমুনাও যোগিনী) বাটচ'ৰা বা প্ৰবেশ পথৰ চৌকাঠ (ষষ্ঠ শতিকাৰ) যেন অনুভৱ হয়। বিশদভাৱে আৰ্কিয়লজিকেল খনন কাৰ্য্য আৰু অধ্যয়ন আৰম্ভ হলে অসমৰ ঐতিহ্যৰ আন্ধাৰত থকা ফালটো উদ্ভাসিত হৈ উঠিব।

উল্লেখযোগ্য যে এই যোগিনী মন্দিৰবোৰৰ নিৰ্মাণ পদ্ধতি বৈশিষ্ট্যপূৰ্ণ। মন্দিৰবোৰ আকাশৰ পিনে মুকলি। চৌষষ্ঠী যোগিনী, চৌষষ্ঠী ভৈৰৱ, চৌষষ্ঠী ৰতিবন্ধনৰ কাৰণে প্ৰতি মন্দিৰতে চৌষষ্ঠী দেৱালৰ খাপ ( niches ) লক্ষ্য কৰা হৈছে।

যোগিনীৰ বিষযে থকা কাহিনীবোৰ বিভিন্ন পুৰাণ, ৰাজতৰঙ্গিনী বেতালপঞ্চবিংশতিতেই পোৱা যায।

মাৰ্কণ্ডেয় পুৰাণৰ সময় যথেষ্ট প্ৰাচীন। দেৱী মাহাত্ম্য প্ৰচাৰ কৰা গ্ৰন্থৰূপে এই পুৰাণ প্ৰসিদ্ধ। সকলো দেৱতাৰ শক্তিৰূপে দেৱী আবিৰ্ভূতা আৰু শক্তিৰূপে সকলোতে তেওঁ স্থিতা ( যা দেৱী সৰ্ব্বভূতেষু শক্তিৰূপেন সংস্থিতা )। মাৰ্কণ্ডেয় পুৰাণতে মাতৃকাসকলৰ কথা আছে। মাতৃকাবোৰে ৰক্তবীজ দৈত্যক বধ কৰিবলৈ অম্বিকাক সহায় কৰিছিল। ৰক্তবীজ নামৰ ভয়ঙ্কৰ দৈত্যৰ পৰা উদ্ভূত হোৱা শ-শ দৈত্যৰ তেজ পিবৰ কাৰণে যোগিনী নিয়োগ কৰা হৈছিল আৰু এনেকৈযে দৈত্যৰ তেজ বিনাশ কৰা হৈছিল।

মহাভাগৱত পুৰাণত মহাদেৱে কালীৰ স্থানৰ বিষয়ে কওঁতে কৈছে— তেওঁৰ স্থান সুবিস্তৃত। চাৰিওফালে চাৰিখন দুৱাৰ। সিংহৰ আসনত দেৱী উপবিষ্টা। তেওঁৰ চাৰিওফালে চৌষষ্ঠী যোগিনী আৰু ভৈৰৱ। তেওঁবিলাকে দুৰ্গ ৰক্ষা কৰি থাকে।

মৎসপুৰাণত এক আকৰ্ষণীয় কাহিনী আছে। অন্ধক নামে এক অসুৰে স্বৰ্গৰাজ্যত দেৱ-দেৱীসকলক এবাৰ ভীষণ অত্যাচাৰ কৰাত, পাৰ্বতীকো আনকি ধৰ্পিয়াই নিবলৈ বিচৰাত শিৱৰ লগত দৈত্যৰ ভীষণ যুদ্ধ আৰম্ভ হয়। শিৱই কোপত পাশুপাত অস্ত্ৰ অন্ধকলৈ মাৰি পঠোৱাত অন্ধকৰ ৰক্ত ক্ষৰণ হ'ল আৰু অজস্ৰ দৈত্য দৈত্যৰ তেজৰ পৰাই উৎপত্তি হবলৈ ধৰিলে।

সেই অসুৰবোৰৰ মূৰ কাটি পেলোৱাত ৰক্তৰ পৰাই পুনৰ হাজাৰ হাজাৰ অসুৰৰ আৰ্বিৰ্ভাৱ হ'ল। সিহঁতৰ তেজ বিনাশ কৰিবৰ কাৰণে তথা ৰক্ত পি খাবৰ কাৰণে শিৱই মাতৃকাগণৰ সৃষ্টি কৰিলে—মাহেশ্বৰী, ব্ৰাহ্মী, কৌমাৰী, মালিনী, সৌপৰ্ণী, বায়ব্যা, শক্ৰী, নৈঋতি, সৌৰী, সৌম্যা, শিৱা, দূতী, চামুণ্ডা, বাৰুণি, বাৰাহী, নাৰসিংহী, বৈষ্ণৱী, চলচ্চিকা, সতানন্দা, ভগানন্দা, পিছলা, ভগমালিনী, বালা, অতিবালা, ৰক্তা, সুৰভি, মুখমণ্ডিকা, মাতৃনন্দা, সুনন্দা, বিড়ালী, সকুনি, ৰৈৱতী, মহাৰক্তা, পিলপিচিকা, জয়া, বিজয়া, জয়ন্তী, অপৰাজিতা, কালী,

মহাকালী, দূতী, সুভগা, দুৰ্ভগা, কৰালী, নন্দিনী, অদিতি, দিতি, মাৰী, মৃত্যু, কৰ্ণমতী, গ্ৰাম্যা, উলূকী, ঘটোদৰী, কপালী, বজ্ৰহস্তা, পিশাচী, ৰাক্ষসী, ভূসুন্দী, শঙ্কৰী, চণ্ডা, লাঙ্গলী, পুতভি, খেটা, সুলোচনা, ধূম্ৰা, একবীৰা, কৰালিনী, বিশালদ্ৰংষ্টিনী, শ্যামা, ত্ৰিজটি, কুকুৰী, বিনাযকী, বৈতালী, উমটুডুম্বৰী, সিখি লেলিচানা, কৈকৰী, গৰ্দ্দভী, ভ্ৰূকুটি, বহুপুত্ৰী, প্ৰেয়ায়না, বিড়ম্বিনী, ক্ৰোধনা, শৈলমুখী বিনতা, সুৰসা, ডম্বু উমা ৰম্ভা মেনকা, সলিলা, চিত্ৰৰূপিনী, স্বাহা, স্বধা, বষত্‌কাৰা, ধৃতি, জ্যেষ্ঠা, কপৰ্দিনী, মায়া, বিচিত্ৰাৰূপা, কামৰূপা, সঙ্গমা, মুখোভিলা, মঙ্গলা, মহানাশা, মহামুখী, কুমাৰী, ৰোচনা, ভীমা, সদাহাসা, মহোন্মতা, অলংবাক্ষী, কালপৰ্ণী, কুম্ভকৰ্ণি, মহাসুৰী, কোসিনী ( কোষিনী ? কোচিনী ? ), শঙ্খিনী, লম্বা, পিঙ্গলা, লোহিতমুখী, ঘণ্টাৰবা, দ্ৰংষ্টালা, ৰোচনা, কালজজ্বিকা, গোকৰ্ণিকা, অজমুখী, মহাগ্ৰীৱা, মহামুখী, উল্কামুখী, ধূমশিখা, কম্পিনী, পৰিকম্পিনী মোহনা, কম্পনা নিৰ্ভয়া, বহুশালিনী, সৰ্পকৰ্নি, একাক্ষী, বিশোকা, নন্দিনী, জ্যোৎস্নামুখী, ৰভসা, নিকুম্ভা, ৰক্তকম্পনা, অধিকাৰা, মহাচিত্ৰা, চন্দ্ৰসেনা, মনোৰমা, অদৰ্শনা, হৰতপাপা, মাতঙ্গী, লম্বমেখলা, অবলা, বঞ্চনা, কালী, প্ৰমোদা, লাঙ্গলবতী, চিত্তা, চিত্তজলা, কোণা, শান্তিকা, অঘবিনাশিনী, লম্বস্থানী, লম্বস্থা, বিস্তা, লসচূৰ্ণিনী, সখলাস্তি, দীৰ্ঘকেশী, সুচিত্ৰা, সুন্দৰী, শুভা, আযুমুখী, কটুমুখী, ক্ৰোধিনী, আসনী, কুটুম্বিকা, মুক্তিকা, চন্দ্ৰিবা, বালামাহিনী, সামাগ্যা, হাসিনী, লম্বা, কোবিদাৰী, সমসৰী, কঙ্কুকৰ্ণি, মহানন্দা, মহাদেৱা, মহোদৰী, হুঙ্কাৰি, ৰুদ্ৰসুস্ততা, ৰুদ্ৰেশী, ভূতডামৰী, কুণ্ডজিহ্বা, শিৱা, চলজ্জলা, জ্বালামুখী ইত্যাদি।

এই মাতৃকাসকলে অসুৰবোৰৰ ৰক্ত পি খালে। তাৰ পাচত অন্ধক মৰাৰ উল্লাসত মাতৃকাসকলে ভীষণ মূৰ্তি ধৰি বিশ্ব বিনাশ কৰিবলৈ উদ্যত হল। শিৱই উপায়হীন হৈ নৰসিংহক আৰাধনা কৰিলে। বৃহৎ মেলামুখেৰে, লহ লহ জিহ্বাৰে, দীঘল দন্তেৰে, ৰক্ত চক্ষুৰে, বজ্ৰৰ দৰে নখেৰে, হিৰণ্যকশিপুক বধ কৰা ৰক্তৰঞ্জিত হাত আৰু মেঘগৰ্জনৰ দৰে শব্দেৰে কালধুমুহাৰ সৃষ্টি কৰি, এই যোগিনীসমূহ দমন কৰিবৰ কাৰণে নৰসিংহই বত্ৰিশমাতৃকাৰ সৃষ্টি কৰিলে। এই মাতৃকা-সকলৰ নাম হল ঘণ্টাকৰ্নি, ত্ৰৈলোক্য মোহিনী, সৰ্বস্বত্বসম্মাকাৰী চক্ৰহৃদয়া, ব্যায়মোচাৰিনী, শঙ্খিনী, লেখনি, কামশঙ্খসেনী, সঙ্কৰিনী, অশ্বত্থামা, বীজভাৱা, অপৰাজিতা, কল্যাণী, মধুদ্ৰংষ্টা, অজিতা, কমলোৎপল হস্তিকা,

বৃদ্ধা, সুপ্ৰহৃদৰা, বেশমোদনসনা, নৰসিংহ ভীৰবা, বিৰ্বা, গৰুড়হৃদয়া, জয়া, আকৰ্ণনী, সভতা, উত্তৰমল্লিকা, পদ্মকৰা, আলমেখি, ভীষণিকা, কাম ধেনসা আৰু বালিকা।

এই সকল মাতৃকাই শিৱই উৎপন্ন কৰা মাতৃকাসকলক দমন কৰি নৰসিংহৰ ওচৰত আশ্ৰয় ললে। এই মাতৃকাসকল জগতক ৰক্ষা কৰা কামত আৰু দেৱীক সাহায্য কৰা কামত নিয়োজিত হল।

মাতৃকাসকলৰ উদ্ভৱৰ ক্ষেত্ৰত মৎস পুৰাণৰ তথ্য উল্লেখযোগ্য। এই পুৰাণত মাতৃকাসকল বেছিভাগৰে নাম পোৱা গৈছে আৰু এইসকল যোগিনী বুলি স্বীকৃত হৈছে।

অন্য পুৰাণবোৰত এইসকল মাতৃকাৰ নাম পোৱা যায়। সপ্তম অষ্টম শতিকামানত ৰচিত হোৱা দেৱীভাগৱত পুৰাণ, গৰুড় পুৰাণ, স্কন্দপুৰাণ আদিত এই মাতৃকাবোৰৰ নামেই যোগিনীৰূপে পোৱা গৈছে।

দেৱীৰ ৰূপ পুঞ্জীভূত মাতৃকাৰ ৰূপ। মুণ্ডমালাতন্ত্ৰই কৈছে— "যত্তেই নাৰী, ততেই মই।" মুণ্ডমালা ধাৰণৰ আধ্যাত্মিক অৰ্থ এনেকৈও হয় যে নাৰী শক্তিয়ে সকলো পুৰুষ শক্তিক বশ কৰিছে।

শক্তি অনাদিৰূপা, ব্ৰহ্মৰূপা। তেওঁ চৈতন্যৰূপিনী দেৱী। তেওঁ সকলো ভূতকে প্ৰকাশ কৰে। প্ৰকৃত অৰ্থত তেওঁ স্ত্ৰীও নহয়, পুৰুষো নহয়। মাতৃৰ ৰূপ, প্ৰকৃতিৰ সকলো ৰুদ্ৰ ৰূপ, সৌন্দৰ্য্যময় ৰূপ, কল্যাণময় ৰূপ, ধ্বংসময় ৰূপৰ মাজত তেওঁ নিজক প্ৰকাশ কৰিছে।

# মাতৃকা মূৰ্তি

সপ্তমাতৃকাৰ মূৰ্তি যিমান পোৱা গৈছে তাৰ ঠাইত অষ্টমাতৃকাৰ মূৰ্তি বৰ কম। কৰ্ণাটকৰ ধাৰৱাৰ বিশ্ববিদ্যালয়ৰ আৰ্ট আৰু আৰ্কিয়লজিৰ মিউজিয়ামত অষ্টমাতৃকাৰ মূৰ্তি ৰক্ষিত হৈছে আৰু লানি হৈ থকা মাতৃকাসকল ললিতাসন ভঙ্গীত বহি আছে। তলত তেওঁবিলাক প্ৰত্যেকৰে বাহন আছে। পুৰাণত বৰ্ণিত মাতৃকামূৰ্তিৰ লগত এইসকল মাতৃকাৰ মিল পৰিলক্ষিত হয়। মহাৰাষ্ট্ৰৰ এলিফেণ্টাৰ মূল গুহাৰ লগত সংলগ্ন গুহাত অষ্টমাতৃকাৰ লানি (পেনেল) দেখা গৈছে। আটাইবোৰ মাতৃকামূৰ্তি থিয় হোৱাৰ ভঙ্গীত আছে আৰু তেওঁবিলাকৰ বথীয়া হৈ আছে গণেশ আৰু কাৰ্তিক।

দাক্ষিণাত্যৰ মন্দিৰবোৰত মাতৃকামূৰ্তিবোৰৰ বথীয়া হৈ আছে এফালে গণেশ আৰু আনফালে বীৰভদ্ৰ। ৰাজস্থানৰ মন্দিৰত সপ্ত-মাতৃকা আৰু অষ্টমাতৃকা দুয়োবিধৰে মূৰ্তি আছে। লগতে কোলাত কেঁচুৱা লৈ থকা আৰু এটা মূৰ্তিক যোগেশ্বৰী অথবা হাৰিতী দেবীৰ মূৰ্তি বুলি কোৱা হৈছে। হাতত শিশু ধাৰণ কৰি থকা বাৰাহী আৰু ইন্দ্ৰাণীৰ মূৰ্তিও পোৱা গৈছে।

ৰাজস্থানৰ আৰু চিৰোহীৰ ওচৰত শিলৰ দুখন মাতৃকা প্ৰতিমা পোৱা গৈছে। ইয়াৰে মহেশ্বৰীৰ কোলাত আছে এটি শিশু। চামুণ্ডা এটি মৰাশৰ ওপৰত অৱস্থিত। মাতৃকাৰ মুকুট ৰূপে নৰমুণ্ড দেখা গৈছে। নৰ মুণ্ডৰে গঁথা মালা কঁকালতো ওলমি আছে। চতুৰ্ভুজা বৰাহী বহাৰ ভঙ্গীত। বৈষ্ণৱী আৰু ঐন্দ্ৰীকো দেখা গৈছে। দেৱাঙ্গনাৰ ওচৰৰ কোনোবা মন্দিৰত হয়তো এই মাতৃকাসকলক পূজা কৰা হৈছিল।

উৰিষ্যাৰ শিৱ মন্দিৰবোৰত সপ্তমাতৃকাৰ মূৰ্তি সাধাৰণতেই দেখা যায়। পৰশুৰামেশ্বৰ নামৰ প্ৰাচীনতম দেৱালয় এটিৰ উত্তৰৰ পিনৰ দেৱালৰ কাষত বীৰভদ্ৰ আৰু গণেশক লৈ থকা মাতৃকাসকলৰ মূৰ্তি দেখা গৈছে। সিংহনাথ দেৱালয়ৰ "মুখ শালা"তো মাতৃকামূৰ্তি দেখা গৈছে।

নৰ্মদা নদীৰ পাৰত থকা শক্তিপীঠৰ নাম "সতমাত্ৰা" অৰ্থাৎ সপ্তমাতৃকা। জব্বলপুৰৰ ভেৰাঘাট অঞ্চলৰ গৌৰীশঙ্কৰ মন্দিৰতো

মাতৃকামন্দিৰ আছে। দাক্ষিণাত্যৰ পশ্চিমঘাটত শিলত কটা মাতৃকা মূৰ্তি দেখা গৈছে। গুপ্তযুগৰ ক্লাচিক আৰ্টৰ নিদৰ্শন গুজৰাটৰ মাতৃকা মূৰ্তিত পোৱা গৈছে। উৰিষ্যা, মধ্যপ্ৰদেশ, গুজৰাট, ৰাজস্থান, হিমাচল, প্ৰদেশত পোৱা মাতৃকামূৰ্তিবোৰ বিচাৰ কৰিলে দেখা যাব যে প্ৰতি-ঠাইৰ মূৰ্তিতে স্থানীয় বৈশিষ্ট্য আছে। বৰোদাৰ আশে-পাশে পোৱা মূৰ্তিবোৰৰ গঠন বৰ ছন্দময় আৰু নাৰীসুলভ বৈশিষ্ট্যেৰে ভৰা। নিটোল সৌন্দৰ্য্যৰ প্ৰতীকৰূপ এই মাতৃকামূৰ্তিসকল ভাৰতীয় ভাস্কৰ্যৰ গৌৰৱময় নিদৰ্শন। মূৰ্তিবোৰৰ গঠন শৈলীয়ে প্ৰমাণ কৰে যে এই মূৰ্তিবোৰৰ গঠনসময় অষ্টম শতিকামানেই হব।

পণ্ডিত কে, চি, আধ্যনৰ মতে হিমাচল প্ৰদেশৰ চম্বা জিলাৰ ব্ৰাহ্মোৰৰ লক্ষণা দেৱীৰ মন্দিৰত পোৱা মাতৃকামূৰ্তি সকলেই এতিয়ালৈকে উদ্ধাৰ হোৱা মাতৃকামূৰ্তিৰ ভিতৰত প্ৰাচীনতম। কুলু উপত্যকাতো মাতৃকামূৰ্তিৰ ষষ্ঠ শতিকাৰ প্ৰাচীনতম নিদৰ্শন পোৱা গৈছে। লক্ষণা দেৱীৰ মন্দিৰ সপ্তম শতিকাত নিৰ্মাণ কৰা হৈছিল। এই মন্দিৰৰ প্ৰধান দুৱাৰৰ সমুখত এই মাতৃকালানিৰ মূৰ্তি ৰক্ষিত হৈছে। এই মাতৃকালানিৰ ৰখীয়াৰূপে এফালে গণেশ আৰু আনফালে বীৰভদ্ৰৰ মূৰ্তি লক্ষ্য কৰিবলগীয়া।

এই মাতৃকাসমূহ কৌশিকী দেৱীয়ে শুম্ভ-নিশুম্ভ যুদ্ধৰ সময়ত নিজ দেহৰ পৰা সৃষ্টি কৰে বুলি মাৰ্কণ্ডেয় পুৰাণে উল্লেখ কৰিছে।

# সপ্ত মাতৃকা

উজাইয়ে আহিলে আইৰ সাতেভনী
সাতালি পৰেবত জুৰি
তৃণ-তৰু-লতা সবেও মাথা দোঁৱায়
আই আহিবৰে শুনি
উজাইয়ে আহিলে আইৰে সাতেভনী
বালিতে খপিলে ৰাতি
নেজানি ঘাটৈয়ে পাৰে নকৰিলে
সুগন্ধিৰ লগালে বাতি ॥
উজাইয়ে আহিলে আইৰে সাতেভনী
বসন্তে বা-বলাই
কোঁচত গুটিমালী, জাঁই
টেমাতে আনিছে জাতি চন্দনে
সবাকো দিছে পিন্ধাই ॥

আইমাতৃৰ সাতগৰাকী ভগ্নীয়ে ৰাজ্য ফুৰিবলৈ আহে নৈ পাৰ হৈ। সময়ে সময়ে। তেওঁবিলাকৰ আগমনত বতাহ সুবাসিত হয়। সেই সুবাস গুটিমালী ফুলৰ—যি গুটিমালী ফুল আইমাতৃৰ স্পৰ্শ বা করুণাৰ প্ৰতীক হিচাবে সন্তানৰ গাত প্ৰস্ফুটিত হয়।

বসন্ত ৰোগৰ দেৱী বুলি যি "আইক" মনা হয় তেওঁৰ লগতে এই দেৱী কেইগৰাকীৰ সম্পৰ্ক। "দেৱী আইৰ মাননি শুকুল পিঠাগুড়িৰ নৈবেদ্য আগবঢ়াওঁতে সাতখন অথবা নখন নৈবেদ্য আগবঢ়োৱা নিয়ম। বসন্তৰ লগত যুক্ত হৈ আহা কাঁহ, অথবা খহু ইত্যাদিৰ দেৱী ৰূপে এই সাতগৰাকীৰ নাম কাহুৰী আই, খহুলী আই ইত্যাদি। কাহুৰী আইৰ উদ্দেশ্যে আগবঢ়োৱা হয় কঠালৰ পাতত কড়াইগুড়ি, জালুক আৰু নিমখ। আইসকল চৰমিলে আগবঢ়োৱা হয় মাগুৰ মাছ আৰু শুকান খৰিছাৰ ভজা।

'তৃথীয়াৰ ঘৰলৈ আইলোক আহে। "আইলোক", "আইৰ সাতভনী" সপ্ত মাতৃকাৰে পৰিচায়ক। অসমৰ কিছুমান জনবিশ্বাসত আইৰ সাতভনী মহামাৰীৰ পৰা ত্ৰাণকৰ্ত্ৰী দেৱী। তেওঁ ৰক্ষা নকৰিলে কৰোতা নাই। সেই কাৰণেই "মুৰৰ কেশেৰে পাৰে মলচিমে দেহাৰ পাৰি দিমে সাঁকো।"

অসমৰ লালুং সমাজত "সাতোৱাই"ৰ পূজা আছে। সাতোৱাইৰ অৰ্থ সাতআই। তেনেকৈয়ে "বাটোৱাইৰ" *অৰ্থ বাট আই। আইৰ সাতভনীৰ কথা যেনেকৈ প্ৰচলিত তেনেকৈ তিনিভনী, নভনী, বাৰভনীৰ কথাও প্ৰচলিত। তিনিভনীৰ কিম্বদন্তী প্ৰসঙ্গত লালুং ভাষাত ৰচিত এটি গীত পোৱা গৈছে—

এ ওৱাং না হে হোৱাং

চাংমাজি বালাং লাং

চাংমাজি কৰাইমাজি বাজিং কলিগা

জিংক বাকাবে ঠাং

গীতটিৰ অৰ্থ হল তিনিও ভনীয়ে তেওঁবিলাকৰ আদি দেৱতা লুংলা মহাদেৱৰ পৰা বিদায় লৈ এঠাইত ধ্যানস্থা হলহি। ধ্যানৰ অন্তত তেওঁবিলাকে ইষ্ট দেৱতাৰ দৰ্শন পালে। ইষ্ট দেৱতাই দিয়া নিৰ্দেশ পালন কৰি তেওঁবিলাকে চলিবলৈ ললে।

এই তিনি ভনীৰ কথা অন্য এটি লোকগীতত আছে এনেকৈ:

লালী, হিলালী, লাই—

দকৈ পথাৰত ঘূৰাই লৈ আছিলে

অন্তলা লালুঙক পাই।

অৰ্থাৎ জনশ্ৰুতিমতে প্ৰথম ভনী লাইয়ে মিকিৰ পাহাৰ অঞ্চলত মদাৰ শিলৰ পৰা উৎপত্তি হৈ মিকিৰ জাতি প্ৰতিষ্ঠা কৰিলে। মাজুভনী হিলালীৰ পৰা গাৰোপাহাৰ, আৰু গোৱালপাৰা অঞ্চলৰ বড়ো বা কছাৰী জাতিৰ উৎপত্তি হয়। লালী বা লেহীক আজলী পাই ভোমৰ দ পথাৰত (নগাঁৱত) এৰি থৈ যায়।

তিওৱা (লালুং) সকলে "ধানৰ মৰণাৰ উৎসৱ"ত ধান্যলক্ষীৰ যি কল্পনাগীত গায় সি কল্পনাৰ ফালৰ পৰা অতি সুন্দৰ আৰু সাত আইৰ প্ৰসঙ্গত তাৎপৰ্য্যপূৰ্ণ। তেওঁবিলাকৰ মতে লক্ষী সাত আই অথবা বাৰ আই। তেওঁবিলাকৰ কোলাত "পু-চনা" (কেঁচুৱা) থাকে। কোঁচত কেঁচুৱা লৈ এই সোণৰ ৰূপৰ মৰণা উৎসৱলৈ আহিবলৈ লালুং বাজে আহ্বান জনায়।

চাকৰ মা সংকাই বয়ে

চা লছে কোবাই কই আই

* "সুদৰ্শন চক্ৰ কৱতি মন্ত্ৰ"ত বাটোৱালী আই ডাইনীৰ পৰ্য্যায়ৰ। বাটত পাই মানুহৰ হাত-ভৰি কোঙা কৰি অনিষ্ট কৰে।

দিকৰ মা সংকাই বয়ে
দিলছে কোবাই কই আই

ইয়াত আইৰ ৰূপ কোলাত থকা শিশুৰে সৈতে মাতৃৰূপ। তেওঁলোক লক্ষী তথা সম্পদৰ, কল্যাণৰ দেৱী।

লালুংসকলৰ জংকং পূজাৰ লগতো "ভগৱতী" বা সাতোআই"ৰ পূজা আছে। জংকং পূজা থলদেৱতাৰ পূজা। এইপূজা বসন্তকালত নির্দিষ্ট ঠাইত অনুষ্ঠিত হয়। এই পূজাত বহুদেৱতাৰ পূজাৰ লগতে ঘাইকৈ বাঘদেও, জলকালিকা, থলকালিকা, বঙা বাঙলী, ভগৱতী, সাতোৱাইৰ পূজা আগবঢোৱা হয়। থল দেৱতাৰ পূজা অপদেৱতাৰ পৰা ৰক্ষা পাবৰ কাৰণে পতা হয। এই অর্থত সাতোৱাই ৰক্ষাৰ দেৱী।

ভাৰতৰ কোল উপজাতিৰ বিশ্বাসত বসন্তৰ অধিপতি সাতভনী স্বৰ্গত থাকে। মানুহৰ পূজা পাবলৈ নামি আহে। এই সাত আই বা সপ্তমাতৃৰ পূজাৰ পম খেদি গৈ থাকিলে দেখা যায যে খৃষ্টীয়ান শতিকাৰ আদিৰে পৰাই পেনিনচুলাত সপ্তমাতৃৰ মার্গ এক জনপ্ৰিয মার্গ। "শিৱদিকৰম"ত উল্লেখ থকা সপ্তমাতৃৰ সৈতে একেই। ষষ্ঠ শতিকাৰ বৃহৎ সংহিতাত মাতৃবৃত্তৰ যি উল্লেখ আছে সেই কথাৰ পৰাও দেৱীৰ লগত যুক্ত কেইগৰাকীমান দেৱীৰ ধাৰণা কৰিব পাৰি। দহ শতিকাৰ যশতিলকত সপ্তমাতৃৰ পূজাৰেই উল্লেখ আছে। দহশতিকাৰ "জালিনী কল্প"তো সমবেত মাতৃপূজাৰ উল্লেখ আছে। পিছে সেই দেৱীমণ্ডলীৰ সংখ্যা সাত নহয়, আঠ।

দাক্ষিণাত্যৰ মন্দিৰবোৰত মূল দেৱী দর্শন আৰু পূজনৰ লগতে ভক্তই সপ্তমাতৃকাবো পূজা কৰে। ধাৰৱাৰ নামৰ ঠাইৰ সিদ্ধেশ্বৰ মন্দিৰৰ শিল এখণ্ডত সাত আইৰ মূৰ্তি কাটি থোৱাই হৈছে। ৰামেশ্বৰ মন্দিৰ আৰু ইলোৰাৰ কৈলাস মন্দিৰৰ বলিকটা স্থানত সপ্তমাতৃৰ মূৰ্তি দেখা গৈছে। গোদাৱৰী নদীৰ পাৰতো এনে সপ্ত মাতৃৰ মূৰ্তি উদ্ধাৰ হৈছে আৰু ইয়াক চালুক্য বংশৰ দিনৰ মূৰ্তি বুলি ঠাৱৰ কৰা হৈছে। দশম একাদশ শতিকাত দাক্ষিণাত্যত এই পূজাই প্ৰসিদ্ধি লাভ কৰিছিল আৰু প্ৰতি মন্দিৰতে সপ্তমাতৃৰ পূজা নিয়মিতভাবে অনুষ্ঠিত হৈছিল।

মাতৃকামণ্ডলত সাধাৰণতে আই সাত গৰাকীযেই থাকে। পাছে মাজে মাজে ইয়াৰ সংখ্যা আঠ বা নও হয়। তামিলদেশত মাতৃকাৰ সংখ্যা সদায় সাত। তৃতীয় মহেন্দ্ৰবৰ্মণে সজা কৈলাসনাথ মন্দিৰৰ

মাতৃকামূৰ্তিও সাত। চিঙ্গেলপেট, তিৰুবিৰেপেলী আদি ঠাইতো সাত। এঘাৰ শতিকাত ৰচিত "ভৈৰৱ পদ্মাৱতী কল্প" নামৰ গ্ৰন্থতো এই মাতৃৰ উল্লেখ কৰা হৈছে সাতগৰাকী বুলি। আনহাতেদি ভুবনেশ্বৰৰ ওচৰৰ হীৰাপুৰৰ যোগিনী মন্দিৰত সাতগৰাকী মাতৃমূৰ্তিৰ ঠাইত পোৱা গৈছে নজনাৰ মূৰ্তি। স্থানীয়ভাবে তেওঁবিলাকক নব কাত্যায়নী বুলি কোৱা হয়। চণ্ডীৰ অষ্টম অধ্যায়ত এই দেৱীৰ সংখ্যা সাত গৰাকী। কিন্তু চণ্ডীৰ মতেই চামুণ্ডা বা কালী আৰু চণ্ডিকাক ধৰি ন গৰাকী। চণ্ডীৰ মতে এই ন গৰাকী হৈছে ৰণজয়ৰ দেৱী।

এই মাতৃসকলৰ ভয়াবহ ৰূপৰ বৰ্ণনা চণ্ডীত আছে। চণ্ডীৰ অষ্টম অধ্যায়ত কোৱা হৈছে—অসুৰসকলৰ বিনাশৰ কাৰণে আৰু অমৰ সকল বিজয়ৰ অৰ্থে ব্ৰহ্মা, বিষ্ণু, বৰাহ, নৃসিংহ, শিৱ, ইন্দ্ৰ, কাৰ্তিকৰ মহাবীৰ্য্য মহাবল বহিৰ্গত হৈ দেৱতাসকলৰ অনুৰূপ দেৱীমূৰ্তি ধাৰণ কৰিলে আৰু চণ্ডিকাৰ কাষলৈ গমন কৰিলে:

যস্য দেবস্য যদ্রূপং যথা ভূষণ বাহনম্
তদবদেব হি তচ্ছক্তিৰ সুৰান্ যোদ্ধুমাযযৌ
হংসযুক্ত বিমানাগ্ৰে সাক্ষসূত্ৰ কমণ্ডলুঃ
আযাতা ব্ৰহ্মণঃ শক্তিব্ৰ্ৰহ্মানী সাঽভিধায়তে ॥
মাহেশ্বৰী বৃষাৰূঢ়া ত্ৰিশূল বৰধাৰিণী
মহাহিবলযা প্ৰাপ্তা চন্দ্ৰৰেখা বিভূষণা
কৌমাৰী শক্তি হস্তাচ ময়ূৰ বৰবাহনা
যোদ্ধুমভ্যাযথৌ দৈত্যানম্বিকা গুহৰূপিনী ॥ ...
তৈথৱ বৈষ্ণবীশক্তিৰ্গৰুড়োপৰি সংস্থিতা
শঙ্খচক্ৰগদাৰ্শাঙ্গখড়্গ হস্তাভ্যুপাযযৌ ॥
যজ্ঞ বাৰাহমতুলং ৰূপং যা বিভ্ৰতো হৰেঃ
শক্তি সাপ্যাযযৌ তত্ৰ বাৰাহীং বিভ্ৰতী তনুম্ ॥
নাৰসিংহী নৃসিংহস্য বিভ্ৰতী সদৃশং বপুঃ
প্ৰাপ্তা তত্ৰ সটাক্ষেপক্ষিপ্ত নক্ষত্ৰ সংহতিঃ ॥
বজ্ৰহস্তা তথৈবৈন্দ্ৰী গজৰাজোপৰিস্থিতা
প্ৰাপ্তা সহস্ৰ নয়না যথা শক্ৰস্তথৈব সা ॥

এই সাতগৰাকী দেৱীৰ লগত কালী (চামুণ্ডা) আৰু চণ্ডিকা একত্ৰিত হৈ ৰক্তবীজৰ বিনাশৰ কাৰণে ঘোৰতৰ যুদ্ধ আৰম্ভ কৰিলে। তেওঁবিলাকৰ প্ৰত্যেকেই স্বীয় অস্ত্ৰেৰে অসুৰবোৰক ক্ৰমান্বয়ে ধ্বংস

কৰিলে, বিভিন্ন কৌশলেৰে ৰক্তবীজৰ পৰা সহস্ৰ সহস্ৰ অসুৰৰ ৰক্তশূন্য কৰি ভূতলত পতিত কৰিলে।

এই সাত গৰাকী দেৱী পুনৰ দুৰ্গা তথা কালী তথা চামুণ্ডাতে বিলীন হৈছে। চণ্ডীৰ দশম অধ্যায়ত শুম্ভই ক্ৰোধত স্ফীত হৈ দুৰ্গাক কৈছে ঃ

"হে বল গৰ্বত উদ্ধতা দুৰ্গা, তুমি গৰ্ব নকৰিবা। কাৰণ অতি গৰ্বিতা হৈও তুমি অকলে ৰণজয় কৰা নাই। তুমি অন্যান্য দেৱীৰ শক্তি গ্ৰহণ কৰিহে বিজয়ী হৈছা।"

তেতিয়া দেৱীয়ে হাঁহি হাঁহি উত্তৰ দিছে—

একৈবাহং জগত্যত্ৰ দ্বিতীয় কা মমাপৰা
পশ্যৈতা দুষ্ট ময্যেৱ বিশন্ত্যো মদবিভূতয়ঃ
ততঃ সমস্তাস্তা দেব্যো ব্ৰহ্মানী প্ৰমুখালয়ম
তস্যা দেব্যাস্তনৌ জগ্মুৰেকৈবাসীৎ তদাম্বিকা॥

এক মহাদেৱীৰ পৰা আবিৰ্ভূতা নে স্পষ্ট-অস্পষ্ট অজস্ৰ উৎসৰ পৰা আবিৰ্ভূতা এইসকল বহুদেৱী সেয়া নিশ্চয় চিন্তনীয়। ভাৰতৰ বহু জাতিৰ, বহু বিশ্বাসৰ, বহুতো লৌকিক দেৱীৰ আখ্যানৰ ধাৰাই এক ক্ৰমবিবৰ্তনৰ মাজেদি আহি যে একত মিলন হৈছেহি আৰু সেই মিলনৰ লগতে তত্ত্ব বুদ্ধিত যে মিলিত হৈ এক মহাদেৱীৰ ৰচনা কৰিছে সেই কথা বিশ্লেষণৰ মাজেদি নিশ্চিত হৈ পাৰে।

অম্বিকাৰ ক্ৰোধৰ পৰাই উৎপত্তি নৃমুণ্ড মালিনী কালীৰ। কালীয় চণ্ডমুণ্ড বধ কৰাৰ কাৰণে তেওঁ চামুণ্ডা। কালীৰ স্বীয় জটাৰ পৰা উৎপত্তি হোৱা এক ভয়ঙ্কৰী অৰ্দ্ধশুক্লা-অৰ্দ্ধকৃষ্ণা দেৱীৰ নাম চণ্ডমাৰী। তেওঁ কাত্যা জাতিৰ দেৱীৰূপে কাত্যায়নী। এনে বিশ্লেষণতো এক দেৱীয়েই বহুৰূপত ৰূপায়িতা।

অন্য বিশ্লেষণত বহু দেৱী একত বিলীনা। দশমহাবিদ্যাৰ দশ দেৱী মূলতে বিভিন্ন দহগৰাকী দেৱী বুলি কিছু পণ্ডিতে মত পোষণ কৰে। সতীৰ দেহা একাৱন্ন খণ্ড কৰি একাৱন্ন স্থানত পেলোৱা হৈছে আৰু ইয়াৰ দ্বাৰাই একাৱন্ন পীঠত একাৱন্ন বিভিন্ন লোক দেৱীক এক মহাদেৱী (শক্তি)ৰ লগত একাত্ম কৰা হৈছে।

আদি মধ্যযুগৰ আৰম্ভণিৰ পৰাই এই মাতৃকাসকলক তান্ত্ৰিক পূজা-পদ্ধতিৰ লগত জড়িত দেখা যায়। পঞ্চম শতিকাৰ সামন্ত ৰাজ ময়ুৰাক্ষই এইসকল দেৱীৰ পূজাৰ কাৰণে মন্দিৰ নিৰ্মাণ কৰাই দিয়াৰ উল্লেখ পোৱা গৈছে।

এই মাতৃকাসকলৰ মূৰ্তিয়েও প্ৰমাণ কৰি দেখুৱাইছে যে তেওঁবিলাক তান্ত্ৰিক পদ্ধতি আৰু আচাৰৰ লগত জড়িত। মাতৃকামূৰ্তিৰ লগত যি যি ঠাইত হাৰিতী দেৱীৰ মূৰ্তি পোৱা গৈছে সেই হাৰিতীধাৰা উৰ্দ্ধৱতাৰে ধাৰা।

# ন বিদ্যা মাতৃকা পৰা

তন্ত্ৰ চিন্তা মতে বিশ্বব্ৰহ্মাণ্ডৰ পৰমশক্তি এক দেৱী—প্ৰকাশ অনুসাৰে তেওঁৰেই বিচিত্ৰ নাম। "শক্তিসংগম তন্ত্ৰ"ৰ উৎপত্তি খণ্ডত "এক জটা উগ্ৰতাৰা"কে আৰম্ভ কৰি দেৱীৰ একান্নন্ন অভিব্যক্তি দাঙি ধৰা হৈছে আৰু মাতৃকা কলাৰ বিষয়েও তত্ত্ব বিচাৰ হৈছে। "স্বচ্ছন্দ তন্ত্ৰ"ত কোৱা হৈছে যে 'মাতৃকা' অবিহনে কোনো জ্ঞানেই সম্ভৱ নহয়। এই মাতৃকাৰ ব্যাখ্যা তন্ত্ৰশাস্ত্ৰত ৰহস্যময় আৰু কৌতূহল উদ্দীপক।

কোনো কোনো তন্ত্ৰসিদ্ধান্ত মতে সংস্কৃত বৰ্ণমালাই মাতৃকা। মাতৃৰ বিভিন্ন অভিব্যক্তি তথা চিত্ৰই বৰ্ণমালাসমূহৰ উৎস আৰু ৰূপ। হিমাচল প্ৰদেশৰ চম্‌বা পৰ্বতৰ ব্ৰাহ্মৌৰ নামে ঠাইৰ মন্দিৰৰ দুৱাৰমুখত থকা কাঠৰ খোদিত মাতৃকাসকলৰ মূৰ্তি আৰু ৰাজস্থান, গুজৰাট, দক্ষিণ ভাৰতত প্ৰাপ্ত মাতৃকাসকলৰ শিলামূৰ্তি সংস্কৃত বৰ্ণ-মালাৰ অধিষ্ঠাত্ৰী বুলি বিশ্বাস কৰা হয়।

আনুমানিক খ্ৰী: পূ: চাৰি হেজাৰ বছৰমানৰেপৰা হিন্দুধৰ্মৰ দুটা বিশিষ্ট চিন্তাধাৰাই "তান্ত্ৰিক" (আগমিক) আৰু বৈদিক (নিগমিক) নাম লৈ সমান্তৰালভাৱে প্ৰৱাহিত হৈ আহিছে। হিন্দু ঋষি তথা দ্ৰষ্টাসকলে এনে সময়ৰেপৰাই জ্ঞান অন্বেষণৰ মহাযাত্ৰাত সাফল্য লাভ কৰাৰ প্ৰমাণ পোৱা গৈছে জ্যোতিষ, চিকিৎসা, স্থাপত্য, ভাস্কৰ্য্য, সংগীত, নৃত্য আদি বিষয়ত কৰা নতুন আবিষ্কাৰ আৰু সৃষ্টিৰপৰাই। এনে সময়ৰেপৰা ই চিত্ৰলিপি ( Pictograph ) বিষয়তো পৰীক্ষাৰ সূচনা হৈছিল বুলি অনুমান কৰা হৈছে। মহেঞ্জোদাৰোৰ মোহৰবোৰতো লিপিৰ প্ৰাচীন স্তৰ এটা চিত্ৰলিপিৰ আৰ্হিত দেখা গৈছে।

স্বৰূপাৰ্থত লিপিৰ বিবৰ্তনৰ যাত্ৰা এক মনোমুগ্ধকৰ যাত্ৰা। তান্ত্ৰিক আৰু বৈদিক দুয়ো ধাৰাতে আধ্যাত্মিক, পাণ্ডিত্যপূৰ্ণ আৰু উচ্চ স্তৰৰ সাহিত্যিক অৱৰোহণৰ কাৰণে এক নতুন দুৱাৰহে যেন বৰ্ণমালা তথা লিপিৰ আবিষ্কাৰে মুকলি কৰি দিলে।

তান্ত্ৰিক চিন্তাই কব খোজে যে দেৱনাগৰী লিপিসমূহ প্ৰতীকৰ বাহিৰে অন্য একো নহয়। প্ৰাচীন কালৰেপৰা হিন্দু দেৱ-দেৱী সকলক কোনো নহয় কোনো ৰূপত লৈ ধ্যান কৰাৰ, উপাসনা কৰাৰ পৰম্পৰা চলি আহিছে আৰু চিত্ৰিত প্ৰতীক এই বিষয়ত ব্যৱহাৰ কৰা হৈ আহিছে। মাতৃ উপাসনাৰ কাৰণে যি প্ৰতীক ব্যৱহাৰ হৈছিল তাকেই "মাতৃকা" বুলি কোৱা হৈছিল। পাণিনিৰ ব্যাকৰণতো 'কা' প্ৰত্যয়ে চিত্ৰও বুজায়। যেনে কৃষ্ণকা, কৃষ্ণৰ চিত্ৰ, শিৱকা, শিৱৰ চিত্ৰ। কালৰ সোঁতত আচল বস্তু আৰু প্ৰতীকৰ মাজৰ বিভিন্নতা আঁতৰি গ'ল, যি দেৱীৰ কাৰণে চিত্ৰ অঁকা হৈছিল সেই প্ৰতীক স্বৰূপ চিত্ৰ তথা বৰ্ণমালাই শক্তিধাৰিণী মাতৃৰূপা হৈ উঠিল। অক্ষৰ, ব্ৰহ্মা আদি দেৱতাৰ নামো চিত্ৰিত প্ৰতীকৰ লগত অভিন্ন হ'ল। সেয়ে বৰ্ণৰে ৰচিত মন্ত্ৰক দেৱতাৰ সূক্ষ্ম শৰীৰ বুলিও কোৱা হয়।

প্ৰাচীন কালৰেপৰা হিন্দু দেৱ-দেৱীৰ প্ৰতীক ছবি বৃত্ত আৰু ত্ৰিভূজৰ মাজত অঁকা হয়। চিত্ৰিত প্ৰতীক আৰু জ্যামিতিক প্ৰতীকৰ সমন্বয়েই দেৱনাগৰী লিপিৰ জন্ম দিলে বুলি তান্ত্ৰিক পণ্ডিতসকলে কব খোজে। তৈত্তীৰিয় উপনিষদত কোৱা হৈছে দেৱনাগৰী লিপি "দেবানাং নগৰম্" অৰ্থাৎ দেৱতাৰ নগৰত উদ্ভৱ হৈছিল।

শিব শক্তিৰ যুগ্ম উপাসনাক কেন্দ্ৰ কৰিয়েই তান্ত্ৰিক নীতি-চিন্তা দৰ্শনে বিকাশ লাভ কৰে। দণ্ড, ত্ৰিভুজ, বিন্দুৰ উপৰিও চতুৰ্ভুজ, বৃত্ত, অৰ্দ্ধচন্দ্ৰ আদি জ্যামিতিক ৰেখাবপৰাই বৰ্ণমালাৰ সৃষ্টি হয়। মাইক্ৰকজম (পিণ্ড) আৰু মেক্ৰকজম্ (ব্ৰহ্মাণ্ড) মাজৰ সম্পৰ্ক হিন্দু দ্ৰষ্টাসকলে হাজাৰ হাজাৰ বছৰৰ আগতেই স্থাপন কৰিব পাৰিছিল। দেবনাগৰী লিপিৰ পৰম্পৰাগত ৰূপৰ লগত পাছৰ অশোক যুগৰ লিপিৰ সামঞ্জস্য অশেষ।

জ্ঞান অন্বেষণৰ অসীম যাত্ৰাৰ পথে পথে মাণিক, মুকুতা বোটলা দ্ৰষ্টাসকলে তেতিয়াই উপলব্ধি কৰিছিল যে বৰ্ণমালাই কেৱল বিশেষ ধ্বনিকে সূচায়। ব্ৰহ্মাণ্ডৰ সৃষ্টি ৰহস্য, নীতিৰ সৃষ্টি, সংৰক্ষণ আৰু ধ্বংসৰ কাৰণেও ই সমানে শক্তিশালী। মানুহৰ মনৰ খং, ঘৃণা আৰু লোভৰ ৰসক এহাতে ই প্ৰেৰণা যোগায়, আনহাতে মানুহৰ আধ্যাত্মিক উন্নতি আৰু আত্মাৰ মুক্তিও সাধন কৰে। প্ৰকৃততে বৰ্ণমালা যেন সমগ্ৰ মানৱ জগতৰ ৰত্নভাণ্ডাৰৰ সঁচাৰ কাঠি। সেয়ে হিন্দু দৰ্শনত ইয়াৰ বিশেষ তাৎপৰ্য্য আছে।

তন্ত্ৰশাস্ত্ৰত বৰ্ণমালাৰ দ্বাৰা সৃষ্ট মন্ত্ৰৰ স্থান অতি বিশিষ্ট। প্ৰকৃত অৰ্থত মন্ত্ৰৰ দ্বাৰা ইষ্ট দেৱতাৰ লগত উপাসক একাত্ম হয়। যিজনে মন্ত্ৰ প্ৰকৃত উচ্চাৰণেৰে পাঠ কৰিব পাৰে তেওঁ আশ্চৰ্য্য শক্তি লাভ কৰিব পাৰে।

মন্ত্ৰমালা অক্ষৰ (আগতে যি কোনো অ, ই, হ ইত্যাদি বৰ্ণই অক্ষৰ। পাচত ব্যঞ্জনৰ লগত যোগ হোৱা স্বৰক তথা Syllableক অক্ষৰ বোলা হ'ল।) সন্নিবিষ্ট হৈ ৰূপ লয়। আধুনিক ভাষা-বিজ্ঞানত প্ৰয়োগত বিৰোধ নোহোৱা ধ্বনিগত মিল থকা পদ লগ লাগি বৰ্ণ হয়। সংস্কৃতত 'অ'ৰ পৰা 'ক্ষ'লৈ এই সমস্তক কোৱা হয় 'বৰ্ণমালা'। কোনো কোনো তন্ত্ৰশাস্ত্ৰত 'ক্ষ' ক ধৰা হোৱা নাই। স্বৰবৰ্ণ বাদ দিলে ব্যঞ্জনবৰ্ণসমূহৰ ভিতৰত ক বৰ্গত আছে ক খ গ ঘ ঙ এই পাঁচোটা বৰ্ণ। চ বৰ্গত আছে চ ছ জ ঝ ঞ, ট বৰ্গত আছে ট ঠ ড ঢ ণ, ত বৰ্গত আছে ত থ দ ধ ন, প বৰ্গত আছে প ফ ব ভ ম, য বৰ্গত আছে য ৰ ল ৱ আৰু শ বৰ্গত আছে শ ষ স হ ক্ষ। এই সপ্ত বৰ্গই সপ্তমাতৃকা। এই মাতৃকাগণৰ জ্ঞান পূৰ্ণ নহলে তন্ত্ৰশাস্ত্ৰত প্ৰৱেশ কৰিবই নোৱাৰি।

তান্ত্ৰিক ব্যাখ্যা মতে ষোল স্বৰবৰ্ণ শিৱ, ক বৰ্গ পঞ্চভূত, চ বৰ্গ পঞ্চেন্দ্ৰিয়, ট বৰ্গ পঞ্চ অংগ, ত বৰ্গ মানসিক গুণসমূহ, প বৰ্গ মন, অহং, বুদ্ধি, প্ৰকৃতি আৰু পুৰুষ, য বৰ্গ বতাহ, বিজ্ঞান, কলা, আৰু মায়া, শ বৰ্গ হৈছে শক্তি, শিৱ আৰু সদাশিৱ।

শিৱ-শক্তি তন্ত্ৰই সংস্কৃতৰ বৰ্ণমালাসমূহ ওঁৰ পৰা ৰূপ পোৱা বুলি বিশ্বাস কৰে। ওঁত নিহিত থকা 'অ উ ম' এই তিনিটা বৰ্ণ তিনিটা ধ্বনিৰ পৰাই একাৱন্নটা বৰ্ণ হৈছে। অ দহটা কলাৰ সমষ্টি, উ দহটা কলাৰ সমষ্টি, মতো সন্নিবিষ্ট দহটা কলা, বিন্দুত আছে পাঁচোটা কলা আৰু 'অ'ৰ পৰা 'নাদ'লৈ ষোলটা কলা। এনেকৈয়ে শক্তিৰ একাৱন্ন পীঠ একাৱন্ন বৰ্ণই ৰচনা কৰিছে। প্ৰতিটো বৰ্ণৰে ৰং, ৰূপ, আয়ুধ, বাহন, শক্তি, ঋষি আৰু ছন্দ আছে। বৰ্ণই মানুহৰ মনত নানা অনুভূতিৰ সৃষ্টি কৰে।

বৰ্ণ, বিন্দু আৰু পদৰ সমষ্টিতে 'শব্দ' হয়, শব্দই অৰ্থ বহন কৰে, শব্দ শক্তিৰ প্ৰতীক। অক্ষৰৰ বিন্দু, মাত্ৰা, ৰেখাও ব্ৰহ্মস্বৰূপ। বৰ্ণইয়ে 'পদ' আৰু 'পদে' 'বাক্য' সৃষ্টি কৰে। মন্ত্ৰৰ স্পন্দনো বৰ্ণইয়ে সৃষ্টি কৰে। সেয়ে বৰ্ণৰ শক্তি আৰু অৰ্থ হৃদয়ংগম নকৰালৈকে মন্ত্ৰৰ আচল অৰ্থ উদ্ধাৰ কৰিব নোৱাৰি। 'বিশেষ বিশেষ' বৰ্ণ

সমষ্টিক 'মাতৃকাচক্র'ও বোলা হয়।

মন্ত্ৰৰ অৰ্থ হৈছে মতা (আহ্বান কৰা)। মাতটোত ধ্বনি থাকে আৰু শক্তি থাকে। শক্তিয়ে আকৰ্ষণ কৰে। চাবলৈ গ'লে ধ্বনিয়েই শক্তি নহয় কিন্তু ই শক্তিযুক্ত হব পাৰে—অসীম শক্তিযুক্ত। শুদ্ধ উচ্চাৰণেৰে মন্ত্ৰ মাতিলে, মন্ত্ৰৰ লগত জড়িত মুদ্ৰা (ইংগিত) প্ৰদৰ্শন সঠিকভাৱে কৰিব পাৰিলে, মন্ত্ৰই কি বুজাইছে, মুদ্ৰাইও তাকে সমানে সমানে শুদ্ধভাৱে বুজাব পাৰিলে, হৃদয়ত চিত্ৰ সংস্থাপিত হলে মাতৃপূজা সাৰ্থক নোহোৱাকৈ নেথাকে।

# দেৱী কামাখ্যা

শক্তি ধাৰণাৰ মূলতেই আছে পৃথিৱীৰ সকলো দেশৰে আদিম বিশ্বাসত থকা আই গোসাঁনীৰ ধাৰণা। আই গোসাঁনী হৈছে "প্ৰকৃতি আই"। তেওঁৱেই মাতৃ পৃথিৱী, তেওঁৱেই বসুমতী। তেওঁৰ পৰাই সকলোৰে জীৱন হৈছে। মৃত্যুতো তেওঁৱেই আমাক তেওঁৰ বুকুলৈ টানি লয়। এনেকৈয়ে তেওঁ জীৱন-মৃত্যুৰ সৃষ্টি ধ্বংসৰ মূল শক্তি।

পৃথিৱী জুৰি থকা প্ৰাচীন এনে ধাৰণাৰ দৰেই অসম তথা কামৰূপতো আই গোসাঁনী শক্তিৰূপা কামাখ্যা ৰূপে বিৰাজমানা—

কামাখ্যে বৰদে দেবি নীলপৰ্বতবাসিনী
ত্বং দেবি জগতাংমাতৰ্যোনিমুদ্ৰে নমোঽস্তুতে ॥

মনোভব গুহাৰ মাজত ৰক্তপাষাণৰূপিনী কামাখ্যাৰ যোনিপীঠ। যোনিৰূপা তেওঁ মাতৃ পৃথিৱী। প্ৰাগজ্যোতিষপুৰৰ নীলাচলত এই যোনিৰূপতে নৰকাসুৰৰ সময়ৰ আগৰেপৰা তেওঁ পূজিতা হৈ আছিল আদিম সমাজৰ দ্বাৰা। অষ্ট্ৰিকসকলৰ ধাৰণাত কামাখ্যা (খাচীসকলৰ মতে কামেইখা) শ্মশান সংশ্লিষ্টা দেৱী—মৃতকৰ হাড়-পোতা উৎসৱ এই দেৱীৰ লগত জড়িত। শ্মশান—যি একাধাৰে ধ্বংস আনহাতে নতুন জন্মৰ ক্ষেত্ৰ।

কামৰূপৰ পূৰ্ব নাম আছিল ধৰ্মাৰণ্য। পুণ্যভূমি ভাৰতৰ ঈশান কোণৰ প্ৰাচীন ৰাজ্য কামৰূপ। যাৰ তাতোকৈও পুৰণি নাম প্ৰাগজ্যোতিষ-পুৰ। মহাকাব্য, পুৰাণখ্যাত কামৰূপ—যাৰ সীমা পশ্চিমে কৰতোৱাৰপৰা দিক্কৰ বাসিনীলৈকে, উত্তৰে কঞ্জগিৰি, পূবে তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী, দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু লাক্ষানদীৰ সংগম পৰ্য্যন্ত। শ যোজন ব্যাপি থকা ত্ৰিকোণাকৃতি কৃষ্ণবৰ্ণ, পৰ্বতবেষ্টিত, শ শ নদী প্ৰবাহিত এই কামৰূপ আছিল যোগী, ঋষি, তপস্বীৰ আবাসভূমি। কামৰূপ যে ঘাইকৈ দেৱীক্ষেত্ৰ আছিল তাৰ ঘোষণা কুব্জিকাতন্ত্ৰ, যোগিনী তন্ত্ৰ আৰু কালিকা পুৰাণত বিদ্যমান—"কামৰূপং দেবীক্ষেত্ৰং কুত্ৰাপি তৎসমং ন চ"।

কামৰূপ কামাখ্যাৰ যোনিপীঠ আৰু যোনিমণ্ডল এই দুয়োখন সুকীয়া স্থান। যোনিপীঠ এক বিস্তৃত ভূমিখণ্ড। ইযাৰ পৰিমাণ পাঁচক্রোশ। তাৰ ভিতৰত নীল নামে পৰ্বতত মনোভব গুহাৰ ভিতৰত যোনিমণ্ডল আছে। এই পাঁচক্রোশৰ ভিতৰত আন আন পৰ্বতো আছে। তাৰ ভিতৰত প্রধান হৈছে ব্রহ্মশৈল, নীলশৈল, মণিপর্বত আৰু ভস্মাচল— (তত্র পূৰ্বো ব্রহ্মশৈলঃ··· ···যত্নু ভস্মাচলাহ্বয়ঃ)।

কামৰূপৰ কামপীঠৰ নীলশৈল। অদূৰত ব্রহ্মপুত্রৰ জলৰাশিৰ মাজত ভস্মাচল। নীলপর্বতত ভৈৰৱী। উমানন্দত ভৈৰৱ। তান্ত্রিক মতে দুয়ো সংশ্লিষ্ট। কামাখ্যা ভৈৰৱী সমগ্র ভাৰতৰ একান্নটা তান্ত্রিক কেন্দ্রৰ অন্যতম। এই পীঠৰ বিৱৰণী দশম-একাদশ শতিকামানত ৰচিত কালিকাপুৰাণে দিছে এনেকৈ ঃ

সৃষ্টিৰ আৰম্ভণি। ব্রহ্মা, বিষ্ণু সৃষ্টি কাৰ্য্যত তন্ময়। মহাদেৱ কঠোৰ তপস্যাত ব্রতী হৈ সৃষ্টি কাৰ্য্যৰপৰা আঁতৰি ৰ'লে সৃষ্টি কেনেকৈ সম্ভৱ হ'ব? উপায়হীন হৈ ব্রহ্মাই মানসপুত্র দক্ষক জগন্মাতৃ মহামায়াৰ পূজা কৰিবলৈ উপদেশ দিলে—' "পুত্র দক্ষ, তুমি এই প্রাৰ্থনা কৰা যাতে তেওঁ তোমাৰ কন্যাৰূপে জন্মগ্রহণ কৰি শিৱৰ পত্নীৰূপে খ্যাত হয়।"

সেইমতে দক্ষই বহুত বছৰ জুৰি কঠোৰ তপস্যা কৰি জগন্মাতাক সন্তুষ্ট কৰিলে। মহামায়া আবিৰ্ভূতা হৈ ক'লে—"মই তোমাৰ কন্যাৰূপে জন্মগ্রহণ কৰি শিৱপত্নী হ'ম। কিন্তু যেতিয়াই অনাদৰ হ'ব তেতিয়াই দেহত্যাগ কৰিম।'

এই প্রতিজ্ঞামতে দেৱী আদ্যাশক্তি মহামায়াই দক্ষৰাজ পত্নী বীৰিনীৰ গৰ্ভত জন্মগ্রহণ কৰে আৰু সতী নামে প্রখ্যাত হয়। সতীয়ে নিজৰ পূজাৰে মহাদেৱক সন্তুষ্ট কৰে আৰু দক্ষ প্রজাপতিয়ে শিৱক কন্যা সম্প্রদান কৰে। কৈলাশ শিখৰত বাস কৰা শিৱৰদ্বাৰা প্রাপ্য সন্মান নেপাই দক্ষৰাজে অপমানিত বোধ কৰি শিৱক দেৱতাসকলৰ আগত হেয় প্রতিপন্ন কৰিবৰ মানসেৰে এক শিৱহীন যজ্ঞৰ আয়োজন কৰি শিৱ আৰু সতী বিনা ত্রিভুবনবাসীক নিমন্ত্রণ কৰে। যথা-সময়ত যজ্ঞ আৰম্ভ হয়। নাৰদৰ মুখে যজ্ঞৰ সবিশেষ সংবাদ পাই পিতৃ গৃহলৈ বিনা নিমন্ত্রণেৰেই যাবলৈ ওলাই সতীয়ে স্বামীৰ অনুমতি প্রাৰ্থনা কৰিলে। অনিমন্ত্রিত হৈ যজ্ঞস্থলীলৈ যাবলৈ শিৱই নিষেধ কৰাত সতী ব্যাকুল হ'ল। ক্রোধত অধীৰ হৈ সতীয়ে ক্ষন্তেক মৌন হৈ ৰ'ল। তাৰ পিছত ক্রোধদীপ্ত নয়নেৰে শিৱক নিৰীক্ষণ কৰিবলৈ

ধৰিলে। দাক্ষায়ণী সতীৰ ভীষণ লোচন সদাশিৱই চাওঁতে চাওঁতেই দেখিলে দেৱীৰ ক্ৰোধান্বিত তৃতীয় নয়নৰপৰা অগ্নিৰাশি নিৰ্গত হৈছে আৰু দেৱীয়ে ক্ৰমান্বয়ে চাৰিহস্ত ধাৰণ কৰি সাক্ষাৎ শ্যামা মূৰ্তিলৈ পৰিবৰ্তিতা হৈছে। মহেশ্বৰে সেই মূৰ্তি দেখি স্তম্ভিত হৈ অধীৰ হৈ তাৰপৰা মুক্ত হব খুজি পলায়ন কৰিব খুজিলে—

তাং ধাবমানাং গিৰীশং দৃষ্ট্বা দাক্ষায়ণী সতী
মা ভৈ মাভৈৰিতি গিৰা মা পলায়ন্তো বাচসা
তথা প্যেনং পলায়ন্তং হ্যনিবৃত্তং বিলোকহ
দশমূৰ্ত্তিধৰো দেৱী দশদিক্ষু শিৱেক্ষিতা ॥

শিৱই যিপিনেই লৰি পলাব খুজিলে সেইপিনেই সতীয়ে দশমহাবিদ্যাৰ ৰূপ ধাৰণ কৰি আগচি ধৰিলে—

কালী তাৰা মহাবিদ্যা ষোড়শী ভুবনেশ্বৰী
ভৈৰৱী ছিন্নমস্তা চ বিদ্যা ধূমাবতী তথা
বগলা সিদ্ধবিদ্যা চ মাতঙ্গী কমলাত্মিকা
এত দশমহাবিদ্যাঃ সিদ্ধবিদ্যাঃ প্ৰকীৰ্ত্তিতাঃ ॥

শিৱই ভীতিগ্ৰস্ত হৈ সতীৰ পথ এৰি দিলে। সতীয়ে পাৰিষদগণক লগত লৈ যজ্ঞস্থলীত আহি উপস্থিত হ'ল। দক্ষ প্ৰজাপতিয়ে অনিমন্ত্ৰিত সতীক দেখি ক্ৰোধত-অতীষ্ঠ হৈ শিৱনিন্দা কৰিবলৈ ধৰিলে। অবিৰত স্বামীৰ নিন্দা শ্ৰৱণ কৰি সতীয়ে শোকে-দুখে বিহ্বল হৈ পতিনিন্দাৰ অগ্নি নিৰ্বাপিত কৰিবৰ কাৰণে যজ্ঞস্থলীত যোগ অবলম্বন কৰি প্ৰাণ বিসৰ্জন দিলে। এই সংবাদত অত্যন্ত ক্ৰুদ্ধ হৈ বীৰভদ্ৰ আদি অনুচৰগণক লগত লৈ সদাশিৱ আহি যজ্ঞস্থলীত উপস্থিত হ'ল আৰু ৰুদ্ৰমূৰ্তি ধাৰণ কৰি দক্ষপ্ৰজাপতিৰ মুণ্ড ছেদন কৰিবলৈ অনুচৰগণক নিৰ্দেশ দিলে। পিছত বীৰিনিৰ স্তুতিত ছাগমুণ্ড পুনৰ প্ৰদান কৰি দক্ষৰাজৰ প্ৰাণদান কৰি সদাশিৱই মৃত সতীৰ দেহ পুনৰ কান্ধত তুলি ললে আৰু উন্মত্তৰ দৰে ত্ৰিভুবন ভ্ৰমণ কৰিবলৈ ধৰিলে। শিৱৰ তাণ্ডৱত যেন প্ৰলয় উপস্থিত হ'ল। ভয়ত সন্ত্ৰস্ত হৈ শিৱৰ ক্ৰোধ উপশম কৰিবৰ কাৰণে ব্ৰহ্মা আদি সকলো দেৱতাই বিষ্ণুৰ পদত সৃষ্টি ৰক্ষাৰ অৰ্থে আকুল প্ৰাৰ্থনা জনালে। জগতপালক বিষ্ণুৱে সৰ্বতোভাৱে মংগলৰ কাৰণে, সুদৰ্শন চক্ৰৰ দ্বাৰা মহাদেৱৰ স্কন্ধস্থিতা সতীৰ দেহ ধীৰে ধীৰে খণ্ড খণ্ড কৰি কাটি একাৱন্নটা খণ্ডত বিভক্ত কৰিলে। কোনো ঠাইত পৰিল সতীৰ পদ, কোনো ঠাইত জংঘা—

চক্রেণ বিষ্ণুণা ছিন্না দেব্যা অবয়বস্তু তে
নিপেতুৰ্ধৰণ্যৌ বিপ্ৰ সা সা পুণ্যতৰাক্ষিতিঃ
কচিৎপাদৌ কচিজ্জঙ্ঘি কচিজ্জিহ্বা কচিন্মুখম
কচিৎস্তনৌ কচিদ্বক্ষঃ কচিদ্বাহু কচিৎ কৰৌ
ক্বচিৎপাৰ্শ্বে ক্বচিদযোনিঃ পপাত শিবমস্তকাৎ
যত্ৰ তত্ৰ সতীদেহভাগাঃ পেতু সুদৰ্শনাৎ
তে তে দেশা ধৰাভাগা মহাভাগাঃ বিলাভবন ॥

যতেই সতীৰ অংগ পৰিল সেয়ে পুণ্যপীঠ হ'ল, কামৰূপত পৰিল মহাযোনি—সেয়ে কামৰূপ শক্তিৰূপিনী মহামায়াৰ মহাপীঠ, তীৰ্থচূড়ামণি।

কামৰূপং মহাপীঠং সৰ্বকামফলপ্ৰদম,
কলৌ শীঘ্ৰ ফলং দেৱী কামৰূপে জপঃ স্মৃতঃ
কামৰূপং দেবীক্ষেত্ৰং কুত্ৰাপি তৎ সমং ন চ
অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে ॥

পাৰ হৈ গ'ল এনেকৈয়ে বহুত কাল। দানৱ, অসুৰ, পাল, সেন বংশীয় ৰজাসকলৰ শাসনত থাকিল কামৰূপ। তাৰ ভিতৰত অসুৰৰ ৰাজত্বকালত শক্তিৰূপিনী মহামাযাৰ লগত নৰকাসুৰৰ কাহিনী বিশেষভাৱে জড়িত।

কালিকা পুৰাণৰ ষটত্ৰিংশ অধ্যায নৰকাসুৰৰ উপাখ্যানৰূপে বৰ্ণিত হৈছে।

ৰজস্বলায়া গোত্ৰায়া গৰ্ভে বীৰ্য্যেণ পোত্ৰিণঃ
যতো যাতস্ততোভূতো দেবপুত্ৰোঽপিসোঽসুতঃ
গৰ্ভসংস্থং মহাবীৰং জ্ঞাত্বা ব্ৰহ্মাদয়ঃ সুৰাঃ
বৰাহপুত্ৰং দুৰ্দ্ধৰ্ষং মহাবল পৰাক্ৰমং ॥

ৰজস্বলা ধৰিত্ৰীৰ গৰ্ভত বৰাহদেৱৰ ঔৰসত জন্মলাভ কৰাৰ কাৰণে নৰক অসুৰ-যোনি প্ৰাপ্ত হ'ল। ব্ৰহ্মাদি দেৱগণে স্বকীয় দৈৱশক্তিৰ বলেৰে পৃথিৱীৰ গৰ্ভত মহাবীৰ উৎপন্ন হব জানি বহুকালৰ কাৰণে পৃথিৱীৰ গৰ্ভ কঠিন কৰি পুত্ৰ প্ৰসৱত বাধা উৎপন্ন কৰিলে· ·

গৰ্ভভাৰ সহ্য কৰিব নোৱাৰি বসুমতীয়ে বিষ্ণুৰ কাষত প্ৰসৱৰ কাৰণে ক্ৰন্দন কৰাত বিষ্ণুৱে সত্যযুগ শেষ হৈ ত্ৰেতাযুগৰ অৰ্ধভাগ যোৱাত সন্তান প্ৰসৱৰ উপদেশ দিলে। যি যজ্ঞভূমিত সীতাদেৱীৰ উৎপত্তি হৈছিল সেই স্থানত গৈ যথাসময়ত গোপনে বসুমতীয়ে অলৌকিক পৰাক্ৰমী মহাবীৰ পুত্ৰ প্ৰসৱ কৰিলে। বসুমতীয়ে ৰজা

জনকক মহাতেজস্বী পুত্ৰৰ জন্মবৃত্তান্ত বাতিঘেই গোপনে জনোৱাত জনক ৰজাই যজ্ঞভূমিলৈ গৈ মৃত মনুষ্যৰ মস্তকত নিজ মস্তক দি ভূমি লুণ্ঠিত হৈ থকা চন্দ্ৰ সূৰ্য্যৰ নিচিনা তেজস্বী ভূমিপুত্ৰক দেখিবলৈ পালে। ৰজা জনকে পৃথিৱীৰ ওচৰত এই বিস্তীৰ্ণনয়ন, সিংহস্কন্ধ, উন্নত বাহু, প্ৰশস্ত বক্ষ, শ্যামবৰ্ণ পুত্ৰ পালনৰ প্ৰতিশ্ৰুতি দি নিজ গৃহলৈ লৈ আহিল। বসুমতীয়ে নিৰ্জনত কোৱা কথা ৰাজমহিষীৰ ওচৰতো ৰজা জনকে গোপনীয় কৰি থ'লে আৰু নিজ পুত্ৰৰ দৰে পালন কৰিবলৈ ক'লে।

গৌতম মুনিয়ে এই ভূমিপুত্ৰৰ জন্মসংস্কাৰ কৰি নাম থ'লে নৰক, কাৰণ তেওঁ জন্মতে মানুহৰ মূৰত নিজ মূৰ থৈছিল। ক্ষত্ৰিয়োচিত, মনুষ্য আচৰণীয় সকলো শিক্ষা নৰকে জনক গৃহত লাভ কৰিলে। মনুষ্যৰূপ লৈ মাতৃ বসুমতীয়েও জনক ৰজাৰ ভৱনত কাত্যায়নীৰূপে ধাত্ৰী হৈ যোল বছৰ থাকি নৰকক নীতিশিক্ষা দিলে। নৰকে বলবীৰ্য্য শিক্ষা-দীক্ষা সকলোতে জনক ৰজাৰ পুত্ৰসকলক অতিক্ৰম কৰি গ'ল। সেই কথাত ৰজা জনক চিন্তিত হ'ল। ভৱিষ্যতে নৰকৰ প্ৰত্যুৎপন্ন মতি আৰু অমোঘ বীৰত্বই তেওঁৰ নিজপুত্ৰক স্বস্থানচ্যুত কৰিব বুলি আশংকিত হোৱাৰ উমান পাই বসুমতীয়ে নৰকক নিৰ্জনলৈ মাতি নি তেওঁৰ গোপন জন্মবৃত্তান্তৰ সবিশেষ ক'লে, পিতৃ বিষ্ণুকো দৰ্শন কৰালে, লগতে পুত্ৰৰ ভৱিষ্যতৰ স্থিতি আৰু সমৃদ্ধিৰ কাৰণে গৰুড়-ধ্বজ মাধৱৰ কৃপা ভিক্ষা কৰিলে। জগতকৰ্তা নাৰায়ণে প্ৰাৰ্থনা পূৰণৰ অৰ্থে বসুমতী আৰু পুত্ৰক লগত লৈ গংগাত প্ৰৱেশ কৰি ক্ষণকালৰ ভিতৰতে প্ৰাগজ্যোতিষপুৰত উপস্থিত হ'ল। যি ঠাইত দেৱী কামাখ্যা নায়িকা, যি ঠাই মহাদেৱে নিজে গোপন কৰি নিজ পুত্ৰৰ কাৰণে থৈছিল সেই ঠায়েই হৈছে প্ৰাগজ্যোতিষপুৰ। সেই স্থান বহুত কিৰাতৰ বাসস্থান আছিল। বিনা কাৰণত মুণ্ডিত মস্তক মদ্য মাংস ভোজনৰত কিৰাতকুলে সেই ঠাইত নৰক আদিক দেখি কুপিত হ'ল। কিৰাতসকলৰ অধিপতিৰ নাম আছিল ঘটক। অতি বীৰ্য্যবান। চতুৰংগ সেনাৰে ঘটকে ক্ৰোধান্বিত হৈ নৰক আৰু নাৰায়ণক আক্ৰমণ কৰাত মহাপৰাক্ৰমী নৰকে সিংহই হৰিণ বিনাশ কৰাৰ দৰে কিৰাত সেনাপতিসকল আৰু বীৰসকলক বিনাশ কৰিলে। বাকীবোৰ শৰণাগত হ'ল। বিষ্ণুৱে দিক্কৰ বাসিনীৰ স্থান পৰ্য্যন্ত কিৰাতসকলক অপসাৰিত কৰিবলৈ আৰু শৰণাগতক ৰক্ষা কৰিবলৈ উপদেশ

দি কলে যে, কৰতোৱাৰ স্থান, ললিতাকান্তা দেৱীৰ স্থান পৰ্য্যন্ত তোমাৰ পুৰ হব। এই স্থানত দেৱী মহামায়া জগত প্ৰসৱিনী যোগনিদ্ৰা কামাখ্যাৰূপ ধাৰণ কৰি সৰ্বদা বিৰাজ কৰিছে, ব্ৰহ্মপুত্ৰ আৰু লৌহিত্য নামৰ নদ আছে। এই স্থানত স্বয়ং মহাদেৱ, ব্ৰহ্মা আৰু মই আছোঁ। ই অতি ৰহস্যস্থান। এই পুৰীত মহাদেৱে, এটি নক্ষত্ৰ পৰিত্যাগ কৰিছিল সেয়ে ইন্দ্ৰপুৰীৰ সদৃশ এই পুৰীৰ নাম হল প্ৰাগজ্যোতিষ।"

বিষ্ণুৰ উপদেশ আৰু মহাদেৱৰ আজ্ঞা লৈ নৰকে পূৰসাগৰৰ কাষৰ ভূমিত নিজৰ বাসস্থান নিৰ্ণয় কৰিলে। ললিত কান্তাৰ পূৰ্বভাগৰ পৰা সাগৰ পৰ্য্যন্ত ভূমি কিৰাতসকলৰ ভূমি, আৰু ললিত কান্তাৰ পশ্চাদভাগক সীমা কৰি কৰতোৱা নদী পৰ্য্যন্ত কামাখ্যাদেৱীৰ বাসস্থান হ'ল। এই স্থানৰ পৰা কিৰাতসকলক আঁতৰাই নৰকে বেদশাস্ত্ৰবিদ বহুত ব্ৰাহ্মণাদি শ্ৰেষ্ঠবৰ্ণৰ বাসস্থান কৰিলে। পিতৃ বিষ্ণুৰ আদেশ অনুসাৰে জগন্মাতা মহামায়াৰূপিনী কামাখ্যাদেৱীৰ পূজাতেই কেৱল নৰকে নিজৰ ৰতি বঢ়ালে। নীলকূট নামৰ পৰ্বত, নানা সুখভোগত আসক্ত শত্ৰুৰ অজেয় নৰকৰ এই বিজেতা ৰূপ বিদেহৰাজেও আহি দৰ্শন কৰিলেহি।

এইদৰে ত্ৰেতা অতীত হৈ দ্বাপৰৰ শেষভাগ হ'ল। ইতিমধ্যে শোণিতপুৰত বাণাসুৰ বলবান হৈ উঠিল। বাণ শিৱৰ পৰমভক্ত। বলিপুত্ৰ বাণ প্ৰবল প্ৰতাপশালী হৈ নৰকৰ লগতো পৰম মিত্ৰতা স্থাপন কৰিলে। বাণে মহাদেৱক আৰাধনা কৰি অকুতোভয় হৈ অসুৰৰ দৰে বিচৰণ কৰিবলৈ লোৱা দেখি তেওঁৰ মিত্ৰ নৰকেও একে পন্থা ললে। কামাখ্যা দেৱীৰ প্ৰতি নৰকৰ আগৰ দৰে ভক্তি নোহোৱা হ'ল। বিষ্ণু আৰু পৃথিৱীৰ প্ৰতি পূজাত আৰু অন্য ধৰ্মকাৰ্য্যত মনযোগ নোহোৱা হ'ল।

এনে সময়তে ব্ৰহ্মনন্দন বশিষ্ঠ মুনিয়ে কামাখ্যা দৰ্শন কৰিবলৈ আহিল। কিন্তু নৰকে নীলকূট পৰ্বতৰ দুৰ্গৰ মাজত থকা মহামায়াক দৰ্শন কৰিবলৈ অনুমতি নিদিলে। বশিষ্ঠ মুনিয়ে এনে ব্যৱহাৰত অত্যন্ত কুপিত হৈ বাৰে বাৰে নৰকৰ কুলপ্ৰথা স্মৰণ কৰাই দেৱী দৰ্শন বিচৰাতো কৰ্কশ ব্যৱহাৰ কৰি অনুমতি নিদিয়াত বশিষ্ঠ মুনিয়ে নৰকক বিনাশৰ অভিশাপ দিলে আৰু নৰকৰ মৃত্যু হোৱাৰ পিছত জগন্মাতা কামাখ্যাৰ পূজা কৰিহে নিজ স্থানলৈ যাম বুলি প্ৰতিজ্ঞাবাণী শুনালে। নৰক যিমানদিন জীয়াই থাকিব সিমানদিন জগৎজননী কামাখ্যাও পৰিবাৰসহ অন্তৰ্ধান হবলৈ বশিষ্ঠই অভিশাপ দি

সন্ধ্যাচলত গৈ আশ্ৰম পাতি বহগৈ। নৰকেও মন্দিৰলৈ গৈ মন্দিৰ ভগৱতীবিহীন শূন্য দেখিলে। হতভাগ্য, শ্ৰীৰহিত হৈ নৰকে বাণৰ উপদেশ-ক্ৰমে ব্ৰহ্মাক একান্তভাৱে আৰাধনা কৰি ব্ৰহ্মা সুপ্ৰসন্ন হোৱাত নৰকে সুৰাসুৰ আৰু দেবযোনি মাত্ৰৰ দ্বাৰা অবধ্য হবলৈ, অজেয় হবলৈ, অখণ্ড ঐশ্বৰ্য্যৰ অধিপতি হবলৈ, উত্তম ৰূপসম্পন্ন স্ত্ৰীৰ পতি হবলৈ, অবিচ্ছিন্ন সন্তান লাভ কৰিবলৈ বৰ প্ৰাৰ্থনা কৰিলে। বশিষ্ঠৰ শাপ অতিক্ৰম কৰিবৰ কাৰণে যি বৰ প্ৰাৰ্থনা কৰিব লাগিছিল সেই বৰ প্ৰাৰ্থনা কৰিবলৈ নৰকৰ বুদ্ধি হত হল।

ৰাজ্যভোগ, স্ত্ৰীভোগ কৰি ভগদত্ত প্ৰমুখ্যে পুত্ৰ উৎপাদন কৰি হয়গ্ৰীব প্ৰমুখ্যে অসুৰৰ সহায়ত ইন্দ্ৰাদি দেৱগণক নানা অধৰ্ম, অত্যাচাৰ কৰি, ষোড়শ সহস্ৰ স্ত্ৰী হৰণ কৰি, অদিতিৰ কাণৰ কুণ্ডল হৰণ কৰি দলন-উৎপীড়ণত নৰক নৃশংসভাৱে প্ৰবৃত্ত হল। নৰকসদৃশ দুৰ্দমনীয় নৰকক বিনাশ কৰিবৰ কাৰণে বিষ্ণুৰ পূৰ্ণ অংশ দ্বাৰকাৰ শ্ৰীকৃষ্ণই ইন্দ্ৰাদি দেৱতাসকলৰ প্ৰাৰ্থনাত প্ৰাগজ্যোতিষপুৰলৈ গমন কৰি ষটসহস্ৰ পাশেৰে বেষ্টিত হৈ থকা প্ৰাগজ্যোতিষপুৰৰ পাশসমূহ খণ্ডন কৰি, প্ৰধান অষ্টশত সহস্ৰ অসুৰ বিনাশ কৰি শেষত নৰকক বিনাশ কৰিবলৈ উদ্যত হল। নৰকে সমুখ সমৰত শংখ-চক্ৰ-গদা-পদ্মধাৰী কিৰীটি কুণ্ডল বিভূষিত পীতবসন বনমালী শ্ৰীহৰিক দেখিলে আৰু সংগ্ৰামৰ মধ্যত বিষ্ণুৰ কাষত কালিকামূৰ্তিও দেখিবলৈ পালে। তেওঁৰ মুখ ৰক্তবৰ্ণ, চক্ষু ৰক্তবৰ্ণ, দীৰ্ঘ কলেবৰ, হাতত খড়্গ আৰু পাশ। তেওঁৱেই জগদ্ধাত্ৰী, জগন্মোহিনী কামাখ্যা দেৱী। নৰকৰ পৰম ভয় উদ্ভৱ হল আৰু হৰিৰ সুদৰ্শন চক্ৰৰ আঘাতত নৰক দ্বিখণ্ডিত হল।

প্ৰচলিত এক কিম্বদন্তীমতে নৰকে দেৱী কামাখ্যাৰ ৰূপত মুগ্ধ হৈ বিবাহৰ প্ৰস্তাৱ কৰাত দেৱীয়ে কৌশলেৰে ছলনা কৰিবৰ অভিপ্ৰায়েৰে ৰাতিৰ ভিতৰতে তেওঁৰ মন্দিৰলৈ উঠিবৰ কাৰণে শিলৰ খটখটি কৰি দিব পাৰিলেহে সন্মত হব বুলি কোৱাত, নৰকে সকলো আসুৰিক শক্তি প্ৰয়োগ কৰি ৰাতিপুৱাৰ আগতে নিৰ্মাণ কাৰ্য্য সমাপ্ত কৰো কৰো হোৱাত দেৱীয়ে মায়া কুকুৰাৰ দ্বাৰা ৰাতিপুওৱাৰ সংকেত দি নৰকৰ অভিলাষ ব্যৰ্থ কৰিলে। এই একে কিম্বদন্তী কেঁচাইখাতী মন্দিৰৰ শিলৰ খটখটি নিৰ্মাণ প্ৰসংগতো শুনিবলৈ পোৱা যায়।

নৰকৰ পিছত কামৰূপত অনেক উত্থান-পতন হল। হিন্দুৰজা বহুতেই কামৰূপত ৰাজত্ব কৰে। ৰাষ্ট্ৰবিপ্লৱ, ধৰ্মবিপ্লৱ, যুগবিপ্লৱত দেৱীমন্দিৰ বহু পৰিমাণে ক্ষতিগ্ৰস্ত হল। মহাপীঠৰ স্থান পৰিপূৰ্ণ

হল গভীৰ অৰণ্যেৰে। মহামুদ্রাপীঠ পুনৰায় অপ্ৰকট হৈ পৰিল। অষ্টম শতাব্দী মানত বেদান্তবাদী শংকৰাচাৰ্য্য অৱশ্যে কামৰূপৰ এই মহাতীৰ্থলৈ আহিছিল আৰু ইয়াৰ পণ্ডিত অভিনবগুপ্তৰ লগত শাস্ত্ৰৰ বিষয়ে তৰ্কযুদ্ধত অৱতীৰ্ণ হৈছিল বুলি প্ৰবাদ আছে।

পূৰ্বৰ প্ৰস্তৰনিৰ্মিত দেৱীৰ পীঠমন্দিৰ কালক্ৰমত ধ্বংসপ্ৰাপ্ত হৈ মৃত্তিকা স্তুপত পৰিণত হোৱা অৱস্থাত নীলাচলত আছিল কেইঘৰমান মাত্ৰ মেছ, কোঁচ আদি অধিবাসী। কাষৰ স্তুপবোৰতকৈ মৃত্তিকাস্তুপ উচ্চ হোৱা কাৰণে দেৱীৰ আসনৰূপে সেই স্তুপ খ্যাত হল আৰু এই স্তুপকে নীলাচলবাসীয়ে পশু-পক্ষীৰ বলি দি সভয়ে পূজা কৰিবলৈ ধৰিলে।

সেই সময়তে কোচবিহাৰৰ অধিপতি মহাৰাজ বিশ্বসিংহ আৰু শিৱসিংহই আহোম ৰজাৰ লগত যুদ্ধত প্ৰবৃত্ত হৈ নৈশ অভিযান কৰোঁতে পথভ্ৰষ্ট হৈ সৈন্যদলৰ পৰা বিচ্ছিন্ন হল আৰু শিলাময় পথে পথে ঘূৰি নীলাচল গিৰিশিখৰত গৈ উপনীত হল। নিবিড় অন্ধকাৰ ৰাতি ৰাজভ্ৰাতৃ দুয়োজন তৃষ্ণাৰ্ত হৈ জনপ্ৰাণীহীন নিশাৰ অন্ধকাৰত পানী বিচাৰি ফুৰোঁতে ৰাজভ্ৰাতৃদ্বয়ৰ চকুৰ আগত যেন আলোকচ্ছটা ভাঁহি উঠিল। পীঠস্তুপ এটিত এগৰাকী বৃদ্ধাই পূজা অৰ্পণ কৰা তেওঁবিলাকে দেখিবলৈ পালে আৰু দুয়ো ৰাজভ্ৰাতাই সেই পীঠ জাগ্ৰত পীঠ বুলি বৃদ্ধাৰপৰা অৱগত হল। বৃদ্ধাই দিয়া জল পান কৰি, নিজ সৈন্যদলৰ লগত অবিলম্বে মিলিত হবৰ কাৰণে দুয়ো ৰাজভ্ৰাতাই পীঠস্থিতা দেবীক কাতৰ প্ৰাৰ্থনা জনালে আৰু অভিষ্ট সিদ্ধি হলে সোণৰ মন্দিৰ গঢ়াই পূজা-অৰ্চনাৰ ব্যৱস্থা কৰি দিব বুলি অংগীকাৰ জনালে।

ৰজাৰ আকুল ভক্তিত কৰুণাময়ী দেৱীয়ে মনৰ কামনা পূৰ্ণ কৰিলে। অচিৰেই ৰজাই সৈন্যদল লাভ কৰি নিষ্কণ্টক হৈ দেৱীৰ অপাৰ মহিমাত বিস্ময়াম্বিত হৈ পণ্ডিতমণ্ডলীক এই বিষয়ে প্ৰশ্ন কৰাত এই স্থান একান্ন পীঠৰ অন্যতম তথা শক্তিপীঠস্থান বুলি সিদ্ধান্ত দিলে। সেইমতে ৰজাই মন্দিৰ নিৰ্মাণত হাত দিলে।[১] কিন্তু পূৰ্বৰ মানসমতে সোণৰ মন্দিৰ নগঢ়াত মন্দিৰ বাৰে বাৰে খহি খহি গল।

---

[১] অসম বুৰঞ্জী : গুণাভিৰাম বৰুৱা, পৃঃ ৪১

সৰ্বানন্দ ৰাজকুমাৰৰ মতে প্ৰথম কোঁচৰজা বিশ্বসিংহই ১৫১৫-৪০ খৃঃত কামাখ্যা মন্দিৰ প্ৰথম নিৰ্মাণ কৰে।

ৰজা নিৰুপায় হল। সংকট কালত সংকট উদ্ধাৰৰ অৰ্থে দেৱীক ৰজাই পুনৰ প্ৰাৰ্থনা জনালে। স্বপ্নত ৰক্তবস্ত্ৰপৰিহিতা হৈ দেৱীয়ে ৰজাক দেখা দি পূৰ্বৰ প্ৰতিজ্ঞা স্মৰণ কৰালে আৰু প্ৰতি ইটাৰ মাজত মাত্ৰ এৰতি সোণ দি দি মন্দিৰ নিৰ্মাণ কৰিবলৈ আদেশ দিলে।

স্বপ্নত পোৱা আদেশমতে কাৰ্য্য কৰিলত মন্দিৰ নিৰ্মাণ সম্পূৰ্ণ হ'ল। দেৱীমাহাত্ম্য দেশে দেশে প্ৰচাৰিত হল।

কিছুকালৰ পিছত অসম বুৰঞ্জীৰ মতে ১৪৭৫ শকত ১৫৫৩ খৃঃত (সৰ্বানন্দ ৰাজকুমাৰৰ মতে ১৫৮৩ খৃঃত) কালাপাহাৰে দিগ্বিজয় কৰিবলৈ আহি এই মন্দিৰ ধ্বংস কৰাৰ পিছত, বিশ্বসিংহৰ প্ৰথম পুত্ৰ নৃপতি নৰনাৰায়ণৰ ভ্ৰাতৃ শুক্লধ্বজে মহামায়াৰ অলৌকিক আদেশত মন্দিৰ পুনৰ সংস্কাৰ কৰে। অসম বুৰঞ্জী মতে ১৪৮৭ শকত মন্দিৰ নিৰ্মাণ সম্পূৰ্ণ হয়। নতুন মন্দিৰত অতি পয়োভৰেৰে নিজ দেশৰপৰা ব্ৰাহ্মণ আনি পূজা পতা হল। দৰং ৰাজবংশাৱলীত পোৱা যায় যে কামাখ্যা মন্দিৰ নিৰ্মাণ কৰি মন্দিৰ উচৰ্গা কৰোঁতে মহাৰাজ নৰনাৰায়ণে তিনিলক্ষ হোম, একলক্ষ বলি (হাঁহ, পাৰ প্ৰমুখ্যে) দি, তামৰ ফলি দি সাতবুৰি পাইকক দেৱীৰ নামত উচৰ্গা কৰিছিল। ড° সূৰ্য্যকুমাৰ ভূঞাৰ "স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ" নামৰ গ্ৰন্থত লেখা হৈছে যে কোচবেহাৰৰ নৰনাৰায়ণ আৰু শুক্লধ্বজ কোঁৱৰে কামাখ্যাৰ ভগ্ন মন্দিৰ নিমাণ কৰি উদ্বোধন কৰোতে এশতকৈও সৰহ মানুহ বলি দিছিল।

মহাৰাজ নৰনাৰায়ণ বহুত ভূ সম্পত্তি উচৰ্গা কৰি পূজা-অৰ্চনাৰ বিহিত ব্যৱস্থা কৰি অনেক সেৱক সেৱাইত নিযুক্ত কৰিলে।

কামাখ্যাৰ লগত সিদ্ধপূজক দৈৱজ্ঞ ব্ৰাহ্মণ কেন্দুকলাইৰ কিম্বদন্তীও জড়িত আছে।

প্ৰতিদিন সন্ধ্যাকালত আৰতিৰ সময়ত যেতিয়া ঘণ্টাধ্বনি হয় তেতিয়া ভক্তিবিহ্বল চিত্তেৰে পূজাৰী ব্ৰাহ্মণ কেন্দুকলায়ে স্তোত্ৰ পাঠ কৰে। সেই ভক্তিত দেৱী কামাখ্যাই তালে তালে নৃত্য কৰি পূজাৰী ব্ৰাহ্মণক দৰ্শন দিয়ে। দেৱীৰ এই অলৌকিক আৱিৰ্ভাৱৰ কথা শুনি মহাৰাজ নৰনাৰায়ণে সৰ্বমংগলা দেৱীদৰ্শনৰ পৰম আকাঙ্ক্ষাৰ কথা পূজাৰীক জনাই সেই বাঞ্ছা পূৰ্ণ কৰিবলৈ অনুৰোধ জনালে। পূজাৰীৰ শিৰত যেন বজ্ৰপাত পৰিল। মহা অনিষ্টৰ আশংকাত তেওঁৰ বুকু কঁপি উঠিল। ছলে বলে দেৱীদৰ্শন সম্ভৱ নহব বুলি কেন্দুকলায়ে বাৰে বাৰে ৰজাক বুজোৱাতো ৰজা সন্মত নোহোৱাত

আৰু মহামায়াৰ চেতন মূৰ্তি দেখুৱাবলৈ অনুৰোধ কৰাত বিষন্নচিত্তে পূজাৰী সন্মত হ'ল। দিনমণি অস্তমিত হ'ল। মন্দিৰত বাজি উঠিল সান্ধ্য ঘণ্টাধ্বনি। পূজাৰীৰ নয়ন অশ্ৰুধাৰাৰে প্লাবিত হ'ল। আৰম্ভ হ'ল দেৱীৰ স্তুতি। দেৱীযেও মন্দিৰৰ সমুখত আৱিৰ্ভূতা হৈ তালে তালে নৃত্য কৰিবলৈ ধৰিলে। ৰজাইও ক্ষণ গণিছিল এই মুহূৰ্তলৈকে। পূজাৰীৰ ইংগিতত মন্দিৰৰ গবাক্ষইদি গোপনে দেৱীক চাব খুজিলে। সৰ্বজ্ঞা মহামায়া দেৱীয়ে তৎমুহূৰ্তে দিকমণ্ডল প্ৰকম্পিত কৰি পূজাৰী ব্ৰাহ্মণক সজোৰে আঘাত কৰি প্ৰস্তৰ প্ৰাপ্ত কৰিলে। অন্যমতে কেন্দুকলাইৰ মস্তক দেহৰ পৰা খণ্ডিত কৰিলে আৰু সেই মস্তক গৈ নিজ জন্ম ঠাই মঙ্গলদৈৰ কলাইগাঁৱত পৰিলগৈ। সেই ঠাইতে "মুৰাভগা" দেৱালয় আছে। দেৱীয়ে ৰজাকো ভীষণ ৰোষদৃষ্টিৰে চাই সেই মুহূৰ্ততে নীলাচল পৰিত্যাগ কৰিবলৈ আদেশ দিলে। ৰজাৰ ভৱিষ্যত বংশধৰসকলে এই পীঠ দৰ্শন কৰা দূৰৰ কথা, কোনোবাই যদি নীলাচল পৰ্বতত আৰোহণো কৰে তেতিয়া হ'লেও সি নিৰ্বংশ হ'ব বুলি অভিশাপ দিলে।[২]

কোঁচৰাজাৰ পৃষ্ঠপোষকতাৰ পিছত আহোম ৰাজশক্তিৰ দ্বাৰা কামাখ্যা মাহাত্ম্য প্ৰবলভাৱে প্ৰচাৰিত হয়। পোস্কৰ শতিকাৰ নৰনাৰায়ণ ভ্ৰাতৃ শুক্লদেৱে কামাখ্যা মন্দিৰত দুৰ্গাদেৱীৰ পূজা-অৰ্চনা আৰম্ভ কৰায় আৰু দুৰ্গা প্ৰতিমা সাজিব জনা কোচবিহাৰৰ শিল্পী আহোম ৰাজ্যলৈ আনে।

১৬৩৬ শকৰ ১৩ ভাদ্ৰৰ দিনা স্বৰ্গদেৱ ৰুদ্ৰসিংহ স্বৰ্গী হোৱাত তেওঁৰ ৰৰজনা পুতেকে শিৱসিংহ নাম লৈ সিংহাসনত বহি পিতৃৰজাৰ অন্তিম উপদেশমতে কৃষ্ণৰাম ন্যায়বাগীশৰপৰা শাক্তমন্ত্ৰ অনুসাৰে দীক্ষামন্ত্ৰ গ্ৰহণ কৰে। এই কৃষ্ণৰাম ন্যায়বাগীশৰপৰা অসমৰ ৰজাঘৰ আৰু অন্যান্য ঠাইত শাক্ত মতৰ প্ৰাধান্য বাঢ়িবলৈ ধৰে। ন্যায়বাগীশ পণ্ডিতে অসমৰ দেৱালয় আদিৰ পূজাবিধি নিৰূপণ কৰি দিয়ে আৰু যোগিনীতন্ত্ৰ, কালিকাপুৰাণ আদি গ্ৰন্থৰ স্তৱ কৱচ আদি উদ্ধাৰ কৰি প্ৰত্যেক ঠাইতে বেলেগ বেলেগ পদ্ধতি নিবদ্ধ কৰে। তেওঁৱেই সৌৰ, গাণপত্য, শৈৱ, শাক্ত আৰু বৈষ্ণৱ দেৱালয়ত সেই সেই মতৰ নিত্য-নৈমিত্তিক ক্ৰিয়া-কলাপৰ বিধি প্ৰস্তুত কৰি প্ৰচাৰ কৰে আৰু তাত যথাৰীতি পূজাৰ ব্যৱস্থা কৰি দিয়ে। ন্যায়বাগীশে কামাখ্যা দেৱালয়ৰ

২ অসম বুৰঞ্জী : গুণাভিৰাম বৰুৱা, পৃঃ ৪৫

কাৰণে "দুৰ্গাবচন মঞ্জৰী" নামে দুৰ্গাপূজাৰ এক বিধি সংগ্ৰহ কৰি তাক প্ৰৱৰ্তন কৰায়।

পুৰাণ আদিত থকা কামাখ্যাৰ উৎপত্তি আৰু বিৱৰণ, প্ৰচলিত কিম্বদন্তী আৰু অসম বুৰঞ্জীৰ তথ্য আদিৰ পটভূমিত কামাখ্যা শব্দৰ তত্ব আৰু আচাৰ আদিৰ ওপৰত সামান্য অনুধাবন কৰাৰ চেষ্টা এতিয়া কৰা হওক ঃ

কালিকাপুৰাণত কামাখ্যা-প্ৰসংগত কোৱা হৈছে—

একৈব তু মহামায়া কাৰ্য্যাৰ্থং ভিন্নতাং গতা
কামাখ্যা তু মহামাযা মূলমূৰ্ত্তিঃ প্ৰণীয়তে
পীঠৈ ভিন্নাহ্বয়া সা তু মহামায়া প্ৰণীয়তে
এক এব যথা বিষ্ণু নিত্যৰাদ্ধি সনাতনঃ
... .. ..
এবং সদা মহামায়া কামাখ্যা চৈকৰূপিনী ॥

অৰ্থাৎ এক মহামাযাই নিজৰ ইচ্ছাত নানাৰূপ ধাৰণ কৰিছে। কামাখ্যাই মহামায়া আৰু মূলমূৰ্তি বুলি কীৰ্তিত হৈছে। এই মহামায়াৰে ভিন্ন ভিন্ন পীঠত ভিন্ন ভিন্ন ক্ৰিয়া কীৰ্তিত হৈছে। যেনেকৈ বিষ্ণু নিত্য বুলি সনাতন নামেৰে অভিহিত আৰু জনগণক মৰ্দন কৰে বুলি জনাৰ্দন নামেৰে অভিহিত হয় তেনেকৈযে মহামাযাই লোকৰ অভিলাষ পূৰণৰ কাৰণে পৰ্বতত সংগত দেৱতা আৰু মনুষ্যৰ দ্বাৰা কামাখ্যা নামে অভিহিত। যেনেকৈ কোনো মহাপুৰুষে হাতত ছত্ৰ গ্ৰহণ কৰিলে লোকে তেওঁক ছত্ৰী বুলি কয় আৰু তেওঁৰেই স্নানৰ কালত স্নাপক যেনেকৈ নাম লয়, কামাখ্যা নামো তেনেকুৱা। কাম পূৰণৰ কাৰণে মহামাযাৰ শৰীৰেই কামাখ্যা ৰূপে অৱতীৰ্ণ হৈছে। এওঁ কামকালত খড়্গ ত্যাগ কৰি কামাৰ্থে নিবেদিত লোহিত কুংকুমেৰে পীতবৰ্ণ মালা স্বয়ং গ্ৰহণ কৰে। যেতিয়া কাম পূৰ্ণ হয় তেতিয়া পুনৰ্বাৰ খড়্গ গ্ৰহণ কৰে।

কাম কালত সিতপ্ৰেতত বিন্যস্ত লোহিত পংকজত ৰমণ কৰে আৰু কাম পৰিত্যাগ কৰি প্ৰেতৰূপ শিৱৰ ওপৰত বিৰাজ কৰে। এনেকৈয়ে তেওঁ সিংহস্থা হৈ ইতস্ততঃ বিচৰণ কৰি কাম প্ৰদান কৰে। কেতিয়াবা তেওঁ সিতপ্ৰেতত আৰু কেতিয়াবা ৰক্তপংকজত অৱস্থান কৰে। পূজাৰ সময়ত তেওঁ কেতিয়াবা প্ৰেতত, কেতিয়াবা পদ্মত আৰু কেতিয়াবা সিংহৰ ওপৰত অৱস্থিত হয়। যেতিয়া ৰক্তপদ্ম অৱস্থিত এওঁক ধ্যান কৰিবৰ সময় হয় তেতিয়া আগতে হৰিক চিন্তা

কৰিব লাগে। যেতিয়া সিংহস্থিত হৈ থাকে তেতিয়া আগতে ব্ৰহ্মা আৰু শিৱৰ চিন্তা কৰিব লাগে। ব্ৰহ্মা, বিষ্ণু আৰু শিৱ এই তিনিজনৰ ধ্যান কৰিলে ক্ৰমে পদ্ম সিংহলৈ গমন কৰে আৰু এই তিনি মূৰ্তি সন্নিহিত থাকিলে সেই কামদা দেৱী আৰু কামদায়িনী হয়। এটা এটা ৰূপতো শিৱাক যথাবিহিত চিন্তা কৰিব লাগে। তেওঁৱেই সমস্ত জগতৰ প্ৰকৃতি আৰু স্থাপনকৰ্ত্ৰী। সেই জগৎমাতা শিৱা ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ দ্বাৰা ধৃত হৈছে। মহাদেৱেই সিতপ্ৰেত, ব্ৰহ্মাই লোহিত পংকজ আৰু বিষ্ণুৱেই সিংহ—এই তিনিজনেই সেই মহাতেজোময়ী দেৱীৰ বাহন। স্ব স্ব মূৰ্তিত বাহন হোৱা যুক্তিসিদ্ধ নহয় কাৰণে তেওঁবিলাকে অন্য মূৰ্তি ধাৰণ কৰি দেৱীৰ বাহনতা প্ৰাপ্ত হৈছে। মহামায়া শিৱাই যি যি মূৰ্তিত প্ৰীতি লাভ কৰে সেই তিনিজনো সেই সেই ৰূপে বাহনতাপ্ৰাপ্ত হৈছে। সিংহৰ ওপৰত ৰক্তপদ্ম, তাৰ ওপৰত শৱ, তাৰ ওপৰত মহামায়া অৱস্থিত—সেই মহামায়াই বৰ আৰু অভয় প্ৰদান কৰে। যি সাধকে এনে ৰূপ মূৰ্তিৰ ধ্যান কৰি পূজা কৰে,, সেই পূজাৰ দ্বাৰা ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰো পূজিত হয়। মহামায়া আৰু কামাখ্যা এক হৈও ধ্যান আৰু স্বৰূপত ভিন্ন—এইকাৰণে কামৰূপতেই কামাখ্যাৰ পূজা কৰিব লাগে।

কামাখ্যাৰ তত্ত্ববিচাৰ প্ৰসংগত যোগিনীতন্ত্ৰত উল্লেখিত কাহিনীও মন কৰিবলগীয়া। যোগিনীতন্ত্ৰৰ পঞ্চদশ পটলত দেৱীয়ে মহেশ্বৰক "কামাখ্যা কোন" বুলি যি প্ৰশ্ন সুধিছে তাৰ উত্তৰত মহেশ্বৰে কৈছে—

যা কালী পৰমাবিদ্যা ব্ৰহ্মৰূপা সনাতনী
কামাখ্যা সৈব দেবেশি সৰ্ব্বাসিদ্ধি বিনোদিনী

তেতিয়া দেৱীয়ে ব্ৰহ্মৰূপা কালী কেনেকৈ কামাখ্যা হল সেই বিৱৰণ বিচৰাত মহেশ্বৰে কলে—

ব্ৰহ্মাই সৃষ্টিকাৰ্য্য সম্পাদন কৰাৰ পিছত মনলৈ অহংকাৰ আহিল। ব্ৰহ্মা অহংকাৰত মগ্ন হোৱা দেখি পৰমেশ্বৰী কালীয়ে ব্ৰহ্মাৰ দেহত উদ্ভৱ হোৱা অহংকাৰৰপৰা কেশী নামে পৰম দুৰ্দ্ধৰ্ষ দৈত্য এটাৰ সৃষ্টি কৰিলে। সেই দৈত্য ব্ৰহ্মাৰ দেহৰপৰা বাহিৰ হৈ ব্ৰহ্মাকেই গ্ৰাস কৰিব খুজিলে। তাৰ পিছত সেই দৈত্যই কেশীপুৰ নামে এখন পুৰী নিৰ্মাণ কৰি তাত থাকিয়েই ভূলোক, দ্যুলোক, স্বৰ্গলোক আদি সকলো চৰাচৰ ভোগ কৰিবলৈ ধৰিলে আৰু "ব্ৰহ্মাক বধ কৰা" এই ধ্বনি ব্ৰহ্মাণ্ডমণ্ডলত অনবৰত উঠিবলৈ ধৰিলে।

তাৰ পিছত জগতৰ ধাতা ব্ৰহ্মাই অহংকাৰ পৰিত্যাগ কৰি বিষ্ণুৰ সৈতে সৰ্ববিঘ্নবিনাশিনী জগদ্ধাত্ৰী মহাকালীৰ স্তুতি কৰিবলৈ ধৰিলে :

হে দেৱী পৰমকল্যাণী, প্ৰাণাত্মা পৰমেশ্বৰী, তোমাক নমস্কাৰ কৰোঁ। যি নিজবীজস্বৰূপা, কামবীজস্বৰূপা, মুণ্ডমালাসমূহৰ দ্বাৰা শোভিতা, লোলজিহ্বা, সনাতনী, মায়াবীজস্বৰূপা, কুৰ্চবীজস্বৰূপা তোমাক নমস্কাৰ কৰোঁ। জগতৰ কৰ্ত্ৰী, কমললোচনী, ঘোৰৰবযুক্তা, শিবাশব্দা, মুক্তকেশী দিগম্বৰী, মহাকালীক নমস্কাৰ কৰোঁ।

এইবুলি ব্ৰহ্মা আৰু বিষ্ণুৱে দেৱীক স্তুতি কৰি কেশী দৈত্যক বধ কৰিবলৈ প্ৰাৰ্থনা কৰিলে।

ব্ৰহ্মাৰ অহংকাৰ দেখিহে দেৱীয়ে এই বিঘ্ন উৎপাদন কৰিছো বুলি কৈ অহংকাৰ চূৰ্ণ হোৱা কাৰণে কেশী দৈত্যক এতিয়া বধ কৰা হব বুলি আশ্বাস দি হুংকাৰৰ দ্বাৰা সেই মহাদৈত্য কেশীক বধ কৰিলে। তাৰ পিছত অহংকাৰৰ পৰা ওপজা পাপ বিনাশনৰ কাৰণে কেশী দৈত্যৰ ভস্মৰ দ্বাৰা স্তুপীকৃত এক পৰ্বতৰ সৃষ্টি কৰিবলৈ ব্ৰহ্মাক নিৰ্দেশ দিলে। সেই পৰ্বতত লতা-ঘাঁহ-তৃণ আদি গজিলে আৰু সেই তৃণ গৰুৱে খালে ব্ৰহ্মাৰ পাপক্ষয় হব বুলি দেৱীয়ে নিৰ্দেশ দিলে।

ব্ৰহ্মাই সেই নিৰ্দেশ পালন কৰিলে আৰু পৰ্বতৰ নাম গোবৰ্দ্ধন ৰাখিলে আৰু ব্ৰহ্মাৰ পাপ গো-গ্ৰাসৰ লগে লগে খণ্ডন হবলৈ ধৰিলে।

তাৰ পিছত ব্ৰহ্মা-বিষ্ণুৱে জগতৰ প্ৰাণীসকলৰ মংগলৰ কাৰণে দানবৰ অশুভ পীড়া দিৰপৰা ৰক্ষা পাবৰ কাৰণে দেৱীৰ মহামুক্তিদায়ক, অতি নিৰ্মল, অদৃশ্য, গোপনীয়, আকাৰবৰ্জিত, মংগলদায়ক চৰণ যুগল কেনেকৈ পূজা কৰিব তাৰ উপায় বিচাৰি প্ৰাৰ্থনা কৰাত দেৱীয়ে ক'লে—"যি হুংকাৰ বীজৰ দ্বাৰাই দানৱক ভস্ম কৰিছিলো, কেশীমন্ত্ৰ মহাবীজ আৰু শব্দব্ৰহ্মস্বৰূপ সেই বীজ মহা তেজোময় আৰু পৰমদায়ক বুলি জানিবা। কেশী অসুৰক বধ কৰি সেই বীজ কেশীপুৰত থৈ আহিছোঁ আৰু এক ক্ৰোশ পাতাল পৰ্য্যন্ত তেজৰ দ্বাৰা আবৃত হৈ আছে। গতিকে সেই কেশীপুৰ ঠাইখনেই অতি উৎকৃষ্ট আৰু তেজোময় স্থান। সেই ঠাইত অতি গোপনভাৱে পূজা কৰিলে মনৰ অভিলষিত ফল লাভ হয়। মোৰ এই পূজা যাতে আন কোনেও জানিব নোৱাৰে সেই ৰূপে পূজা কৰিবা।

কেশী দৈত্য বধৰ কাৰণে যি ঠাইত মোক পূজা কৰিছিলা সেই ঠাইতে তোৱা মোৰ যোনিমণ্ডল উৎপন্ন হৈছে। এই যোনিমণ্ডল মোৰ তেজঃপুঞ্জৰ দ্বাৰাই উৎপন্ন হৈছে। এই যোনিয়েই সকলো জীৱৰে উদ্ভৱস্থান। এই যোনিমণ্ডলৰ পূজা কৰিলেই তুমি যথাযথৰূপে সৃষ্টি আৰম্ভ কৰা। সেই পীঠত মোৰ অধিষ্ঠান আছে। গতিকে সেই পীঠৰ অধিষ্ঠাত্ৰীৰূপে মোৰ অতি সুশোভন যোনিমণ্ডল বিদ্যমান আছে বুলি জানিবা। সেই কামাখ্যাৰ যোনিমণ্ডলত সদায় পূজা কৰিবা। যিজনে কামাখ্যাৰ যোনিমণ্ডলত গৈ কামাখ্যাৰ পূজা কৰে তেওঁ সকলো সিদ্ধিৰ অধিকাৰী হৈ ইহকাল আৰু পৰকালত সুখ ভোগ কৰিব। তোমালোকৰ হিতৰ কাৰণে আৰু অন্য জনসাধাৰণৰ হিতৰ কাৰণে এই যোনিমণ্ডল স্থাপিত হৈছে। এই মহাস্থান পৃথিৱীৰ ভিতৰত ভাৰতবৰ্ষত কামৰূপ নামে প্ৰসিদ্ধ হব আৰু এই স্থান মহা ফলদায়ক হব। এই নবযোনিসংযুক্ত মহাফলপ্ৰদ মনোহৰ নবযোন্যাত্মক যোনিমণ্ডল কামৰূপত কামাখ্যাৰ তেজৰ দ্বাৰাই দীপ্তিপ্ৰকাশ কৰি আছে। কিন্তু তোমাৰ পাপৰ কাৰণেই মোৰ যোনিমণ্ডল দেখা পোৱা নাই।"

কামৰূপৰ পবিত্ৰ নবযোনিসমূহ হল বীথি, উপবীথি, পীঠ, উপ-পীঠ, সিদ্ধপীঠ, মহাপীঠ, ব্ৰহ্মপীঠ, বিষ্ণুপীঠ আৰু ৰুদ্ৰপীঠ। ইয়াৰ উপৰি যোগিনীতন্ত্ৰ মতে "অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে।"

এই সকলোখিনি কথাৰ গভীৰৰ তত্ত্ব অনুধাৱন কৰা বৰ সহজ নহয়। বিভিন্ন ধৰ্মীয় চিন্তা আৰু কৰ্মৰ বিভিন্ন স্ৰোতে কামৰূপ কামাখ্যাৰ প্ৰকৃত পৰিচয়ৰ ওপৰত নতুন নতুন তৰপ পেলাই নতুন অৰ্থৰ সংযোজন কৰি গৈছে।

যোগিনীতন্ত্ৰত বৰ্ণিত কেশীদৈত্য আৰু কেশীপুৰ শব্দৰ পম খেদি চিন্তাবিদ পণ্ডিত ড° বাণীকান্ত কাকতিয়ে "দেৱীপূজাৰ চলতি" নামৰ প্ৰবন্ধত কৈছে—"কেশী শব্দটোও অনাৰ্য্য ভাষাৰপৰা অহা। যোগিনী-তন্ত্ৰৰ উপাখ্যানত শ্ৰীকৃষ্ণৰ বৃন্দাবন লীলাৰ লগত কেশীপুৰৰ সম্বন্ধ এটি স্থাপন কৰিবৰ চেষ্টা দেখা যায়। গোবৰ্দ্ধন, বৃন্দাবন আদি দ্ব্যৰ্থক শব্দ তাৰ উদাহৰণ। কেশী নামে দৈত্য এটা শ্ৰীকৃষ্ণই বধ কৰিছিল। দেৱীয়ে কেশী দৈত্যক বধ কৰিলে। কৃষ্ণলীলাৰ গোবৰ্দ্ধন, বৃন্দাবন আদি শব্দ বিভিন্ন অৰ্থত কেশীপুৰৰ লগত মিলোৱা হৈছে। সেইদৰে কৃষ্ণলীলাৰ "কেশী" আৰু কেশীপুৰৰ "কেশী" সমন্বয়াত্মক

হলেও বেলেগ অৰ্থ প্ৰকাশ কৰিছে। কৃষ্ণলীলাৰ বৃন্দাবন এখন বনৰ নাম। কেশীপুৰৰ বৃন্দাবন হৈছে তুলসীবন। সেইদৰে কৃষ্ণলীলাৰ কেশী এটি অসুৰৰ নাম, কেশীপুৰৰ কেশী এটি গছৰ নাম। অষ্ট্ৰিক খাচীয়া ভাষাত (ksch) ক্সেহ = সৰল গছ। ক্সেহ < কেসেহ < কেশে < কেশি। এনে অনুমান হয় যে সৰল গছেৰে আবৃত মাটিয়া পৰ্বত এখন শ্মশানভূমি আছিল। সেই গছবোৰ পুৰি পৰ্বত মুকলি কৰি সেই শ্মশানতেই কোনোবা সন্ন্যাসীয়ে "কামা" নামৰ শ্মশান দেৱীৰ পূজা আৰম্ভ কৰিলে। কালক্ৰমে সেই "কামা" নামক দেৱী মহাকালীৰ ৰূপান্তৰ বুলি স্বীকৃত হ'ল।"

ড° কাকতিদেৱৰ চিন্তাক সম্মান জনাই এনেদৰেও ভাবিব পাৰি যে যোনিমণ্ডলৰ পোহৰেৰে উদ্ভাসিত সেই অনুচ্চ পৰ্বত কোনোবা "কেশী" নামৰ জাতি বা সেই নামৰ প্ৰতিপত্তি থকা লোকৰ অধীনত আছিল? পূৰ্ব কামাখ্যা নাম পোৱা কেঁচাইখাতী পীঠ চুটিয়া আৰু বড়োসকলৰ উপাস্যা দেৱী হোৱাৰ দৰে পশ্চিমৰ এই থানো আদিতে আৰ্যেতৰ সকলৰ মাতৃ উপাসনাৰ ঠাই যে আছিল এইবিষয়ে কোনেও দ্বিমত প্ৰকাশ নকৰে। খাচীসকলৰ "কা-মেই খা" আৰু বড়োসকলৰ 'খাম্-মাইখা" দুয়োটা শব্দ "প্ৰসৱকাৰিণী মাতৃ" ব্যঞ্জক। অষ্ট্ৰিক খাচী-সকলৰ মাজত মাতৃৰ প্ৰাধান্য বেছি। মংগোলীয় গোষ্ঠীৰ বড়ো-কছাৰীসকল আৰু পূব অসমত প্ৰাধান্য বিস্তাৰ কৰা চুটিয়া সকলো শক্তিপূজক। অষ্ট্ৰিক আৰু ম'গোলীয় দুই ধাৰাৰে উপাস্যা মাতৃদেৱীৰ থানৰূপে কামাখ্যাৰ প্ৰাচীন অধিষ্ঠান থাকিব পাৰে। আদিতে ব্ৰহ্মাৰ উপাসক সেই অঞ্চলে হয়তো কেশী দৈত্যৰ ব্ৰহ্মাৰ শৰীৰৰপৰা উৎপত্তি। কোনোবা কেশী নামৰ দৈত্যই গৰ আৰু পৰাক্ৰমেৰে পীঠস্থান সাম-য়িকভাৱে অধিকাৰ কৰি লোৱা অসম্ভৱ কথা নহয়।

দ্বিতীয় চিন্তামতে কেশেৰে পৰিপূৰ্ণ অৰ্থাৎ কেশী হবও পাৰে। এই অৰ্থত যোনিমণ্ডল আবৃত কৰি ৰখা গছ-তৃণ বক্ষাৰ পাৰে। (যোগিনীতন্ত্ৰত দিয়া মতে যি ঠাইত কেশী দৈত্য বধ হৈছিল তাতেই যোনিমণ্ডল সৃষ্টি হৈছে।) গছ-তৃণৰ দ্বাৰা আবৃত হৈ যোনিমণ্ডল অপ্ৰকট হৈ পৰাত দেৱীয়ে নিজ মাহাত্ম্যৰে গছ-তৃণ দূৰ কৰাই পুনৰ উপাসনা প্ৰচলন কৰিলে। ব্ৰহ্মা-বিষ্ণুৰ উপাসক সকলৰো এই পীঠৰ প্ৰতি শ্ৰদ্ধা-ভক্তি হৈ আছিল এই অৰ্থতো হ'বা দেৱী মাহাত্ম্য প্ৰচাৰৰ কাৰণেও কেশী দৈত্য বধৰ কাৰণে ব্ৰহ্মা-বিষ্ণুৰ স্তৱ আদি যোগিনী-তন্ত্ৰত সন্নিবিষ্ট হব পাৰে। উল্লেখযোগ্য যে দেৱীয়ে যোনিপূজা

কৰি উঠি সৃষ্টি ৰচনা কৰিবলৈ ব্ৰহ্মাক উপদেশ দিছে—

সংপূজ্য যোনিং দেবেশ সৃষ্টিং কুরু যথার্থতঃ
সর্বতোঽপি ভয়ং ন স্যাত্তব কাপি পিতামহ ॥

—যোগিনীতন্ত্ৰ (পঞ্চদশ পটল, ৪৮)

ড° কাকতিয়ে কামাখ্যাৰ 'কামা' শব্দটো আৰ্য্যভাষাসম্ভূত নহবও পাৰে বুলি লিখিছে। অষ্ট্ৰিক "কামই" শব্দই অশ্বৰ, "কামইতে" চয়তান, "কমিনে" শ্মশান, "কামেতে" শব্দ বুজায়। চাওঁতালীবোৰৰ "কামৰু" এক দেৱতা।

দেখা গ'ল "কামৈ" এই শব্দবোৰ শ্মশান আৰু ভূত-প্ৰেতৰ লগত জড়িত। "কামা" দেৱী শ্মশান দেৱীও হব পাৰে আৰু তেওঁ আদিম মাতৃকো প্ৰতিনিধিত্ব কৰিব পাৰে। ধ্বনিৰ ফালৰপৰা জাপানী চিন্তু দেৱতা 'কামীৰ' লগত 'কামা'ৰ কিবা সম্বন্ধ আছে নেকি জনা নেযায়। চিন্তু কামী প্ৰকৃতি দেৱতা। জাপানী চিন্তু মন্দিৰতো কোনো বিগ্ৰহ নাই, এখন আৰ্চিৰ দৰে এক প্ৰতীকহে আছে।

এইখিনিতে খাচীসকলৰ কা-মেইখা সম্পৰ্কে যৎকিঞ্চিৎ আলোচনা কৰিব পাৰি। প্ৰত্নতত্ত্ববিদ ৰাজমোহন নাথৰ "কামাখ্যা দৰ্শন" নামৰ প্ৰবন্ধত কোৱা হৈছে "অষ্ট্ৰিক গোষ্ঠীৰ খাচীয়া ভাষাত গৰ্ভধাৰিণী জননী মাত্ৰেই কা-মাই=শক্তি মাতৃ। আদি বৈদিক যুগত যেনেকৈ দেৱতা, দৈত্য-দানৱসকলে নিজৰ মাতৃ অদিতি, দিতি, দনুৰ নাম অনুসৰি নিজৰ বংশ পৰিচয় দিয়াৰ ৰীতি আছিল তেনেকৈ খাচীসকলো নিজ মাতৃৰ বংশানুসৰি জনাজাত। কিন্তু পিতা নহলে মাতৃৰ পৰা জন্ম হব নোৱাৰে। গতিকে পিতাকৰ মাক মূল মাতৃ আকাশচাৰিণী মাতৃ (খা)। অৰ্থাৎ পিতৃপক্ষৰ আদিমাতৃ "কা-মাই খা"। খাচী ভাষাত 'খা' শব্দৰ অৰ্থ প্ৰসৱকাৰিণী। আকাশ (খ) বিস্তাৰিত হলেই সৃষ্টিৰ বীজ বৰষুণ পাত হয়। আদ্যা প্ৰসৱকাৰিণী মাতৃ অৰ্থে কা-মাই খা। তেওঁৰেই আদি মাতৃ কামাইখা=কামাখ্যা।

এই প্ৰসংগতে ড° সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াৰ অভিমতো উল্লেখ কৰিব পাৰি। "অতীজতে গুৱাহাটীৰ কামাখ্যা দেওশাল আৰু বিশ্বনাথত অনাৰ্য্য জাতিৰ কোনো উপাস্য দেৱতাৰ পূজা চলিছিল বুলি অনুমান কৰিব পাৰি। পিছলৈ অনাৰ্য্য দেৱতা হিন্দুৰ গ্ৰহণীয় হৈ অহাত উপৰোক্ত দেওশালবোৰত হিন্দু পদ্ধতি মতে পূজাবিধিৰ ব্যৱস্থা হবলৈ ধৰিলে। মনত ৰখা উচিত যে কামৰূপৰ আদিমবাসী অনাৰ্য্য

জাতিবৃন্দহে। আৰ্য্যসকলৰ বসতি পিছে-পৰেহে হৈছিল। কামাখ্যা দেৱীক খাচীয়াসকলে অতীজতে নিজৰ দেৱথল বুলি কব খোজে। কা স্ত্ৰীলিংগবাচক উপশব্দ। মেইখা=বুঢ়ীআই। অৰ্থাৎ খাচীয়া দোৱানমতে কামাখ্যা হৈছে তেওঁলোকৰ বুঢ়ীআই বা বঢ়ী গোসাঁনীৰ থান।"[৩]

বড়ো-কছাৰীসকলৰ ভাষাত কামাখ্যা হৈছে "খাম মাইখা"। বাথৌব্ৰাই তেওঁবিলাকৰ মহাদেৱ বা শিব্ৰায়। বাথৌব্ৰাই তথা বুঢ়া মহাদেৱৰ লগতে বড়ো-কছাৰীসকলে খাম্ মাইখা বা কামাখ্যাক পূজা কৰে। লগতে নৈৰূপী দেৱী ভৱলীকো। তেওঁবিলাকৰ মতে কামৰূপৰ কামাখ্যা, নগাঁৱৰ কামাখ্যা, শদিয়াৰ কেঁচাইখাতী কামাখ্যা থানৰ কাষে কাষে নৈৰূপী ভৱলী বঢ়ী আৰু বাথৌ দেৱতাৰ থান আছে। থেৰাব পূজাৰ বেদীতো কামাখ্যাৰ বেদী নিৰ্মাণ কৰা হয়।

"কা-মেইখা" বা "খাম্ মাইখা" নামেৰে প্ৰসূতী, আদিমাতৃৰ এই পীঠস্থান। এই পীঠস্থান চীন পৰিব্ৰাজক সপ্তম শতিকাত কামৰূপলৈ অহালৈকে অস্ত সমাজত জনাজাত হোৱা নাছিল। কাৰণ হিউৱেন চাঙৰ টোকাত এই বিষয়ে একো উল্লেখ নাই। তাৰ দ্বাৰা অৱশ্যে এইটো প্ৰমাণ নহয় যে সেই সময়লৈকে অসমত শক্তিপূজাৰ সোঁত একেবাৰে সোমোৱা নাছিল। কোনো কোনো পণ্ডিতৰ মতে প্ৰথম মিথিলাৰপৰা বৈদিক শক্তিপূজা প্ৰাগজ্যোতিষপুৰলৈ আহে নৰকৰ আগমনৰ লগে লগেই। সেইসকল পণ্ডিতৰ মতে নৰকে প্ৰাগজ্যোতিষপুৰৰ অধীশ্বৰ হৈ প্ৰাচীন স্থানীয় মাতৃপীঠত শক্তিপূজাৰ সমন্বয় কৰে। এই প্ৰসঙ্গতে প্ৰশ্ন হয় নৰকক প্ৰকৃততে পশ্চিমৰ মিথিলাৰপৰা প্ৰাগজ্যোতিষপুৰলৈ মাতৃ বসুমতীয়ে আনিছিল নে? কাত্যায়নীৰূপে নৰকৰ ধাত্ৰী আছিল বসুমতী। মন কৰিবলগীয়া যে কাত্যায়নী ভূ-দেবীৰেই প্ৰতিভূ। এই বিষয়ে কাত্যায়নী প্ৰবন্ধত লিখা হৈছে। বুৰঞ্জীবিদ কনকলাল বৰুৱাৰ মতে নৰক দ্ৰাবিড়ী উৎসৰ ক্ষত্ৰিয়। তেওঁ কামাখ্যা পূজা কৰাটো স্বাভাৱিক আৰু আৰ্য্যমতে শিক্ষা পালেও নিজা সংস্কাৰৰ লিঙ্গ পূজালৈ (শৈৱ ধৰ্ম) উভতি যোৱাও স্বাভাৱিক।[৪] নৰকে বিষ্ণুৰ লগত সংগ্ৰাম কৰাৰ সময়ত, বিষ্ণুৰ লগত জগন্মাতা

---

[৩] স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ : ড° সূৰ্য্যকুমাৰ ভূঞা।

[৪] Early History of Kamrupa—K. L. Barua. Page 26-27.

কালিকাকো ৰক্ত চকুৰে দেখা পাইছিল বুলি কালিকাপুৰাণে কৈছে। আনহাতেদি সেই কালিকাই কামাখ্যা বুলিও কৈছে। প্ৰাগজ্যোতিষ-পুৰত নৰকক স্থাপন কৰোতে বিষ্ণুৱে কামাখ্যাক ভজিবলৈহে কৈছে। অন্য কোনো শক্তি দেৱী উপাসনাৰ উল্লেখ নাই—এইটোও তাৎপৰ্য্য-পূৰ্ণ। কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰত কামাখ্যাৰ গোপন আচাৰৰ কথা বাৰে বাৰে উল্লেখ হৈছে। "সৰ্ব্বেশো যোগিনীপীঠে ধৰ্ম্মং কৈৰাতজং মতং (নৱম পটল ১৩)। কিৰাত বা পৰ্বতীয়া জাতিৰ আচাৰৰপৰা উদ্ভূত কৈৰাতজ ধৰ্ম কামৰূপত প্ৰচলিত আছিল। অদৃশ্য, আকাৰবৰ্জিত আছিল দেৱী। কোনো দেওশাল বা পীঠত দেৱী বিগ্ৰহ থকাৰ প্ৰমাণ নাই। পীঠবোৰত থকা বৰ্তমানৰ সকলোবিলাক প্ৰতিমা পিছৰ সংযোজন। মহামুনি বশিষ্ঠইও এই গোপন পীঠকে দৰ্শন কৰিব খুজি বিফল মনোৰথ হৈছিল।

এনে এক সিদ্ধান্তলৈ আমি আহিব পাৰো যে, বৌদ্ধতন্ত্ৰৰ প্ৰাধান্য যি সময়ত প্ৰাগজ্যোতিষপুৰত বাঢ়িল সেই সময়তে প্ৰাগজ্যোতিষপুৰৰ নাম সলনি হৈ হ'ল কামৰূপ আৰু কা-মেইখা বা খাম মাইখা নামৰ প্ৰাচীন পীঠো পৰিণত হ'ল তন্ত্ৰসাধনাৰ পীঠ কামাখ্যাৰূপে। কামেইখাক কাম+আখ্যা কামাখ্যা কৰা কঠিন কাম নাছিল। এইখিনিতে দুটা কথালৈ আঙুলিয়াব পাৰি। শাক্ত দুই ধৰণৰ। কেটাৰিক প্ৰথম বিধে স্থূল বস্তুকে পূজা কৰে, দ্বিতীয়বিধে পূজা কৰে প্ৰতীকক। পূৰ্ব কৌলসকলে শ্ৰীচক্ৰৰ ছবিৰ পূজা কৰে। উত্তৰ কৌলসকলে পূজা কৰে সুন্দৰী জীৱন্ত নাৰীৰ যোনিৰ—মদ, মাংস, মৎস্য আদিৰে আৰু আত্মসমৰ্পণেৰে।

দ্বিতীয় কথা হ'ল প্ৰতীকৰ—আগমিক অথবা তান্ত্ৰিক সাহিত্যই উদঙাই দেখুৱাইছে যে প্ৰাচীন দেৱনাগৰী লিপিবোৰ প্ৰতীকৰ বাহিৰে অন্য একো নহয়। হিন্দু দেৱ-দেৱীৰ প্ৰতিমা বা মূৰ্তিৰূপত পূজা কৰাৰ আগতেই প্ৰতীকৰ (যি বস্তু এটাৰ ছবি বুজায়) ব্যৱহাৰ হৈছিল; জগতৰ প্ৰসৱকাৰিণী শক্তি এগৰাকী আছে বুলি ভাবি তেওঁকে সৰ্বশ্ৰেষ্ঠ শক্তি বুলি গণ্য কৰি জগদম্বা বা আই নামেৰে অভিহিত কৰা হৈছিল। তেওঁৰেই মাতৃ। তেওঁৰেই মাতৃকা। এই 'কা' প্ৰত্যয়ৰ অৰ্থ পাণিনিয়ে তেওঁৰ ব্যাকৰণত 'ছবি' বুলি কৈছে। সেই-কালৰপৰা মাতৃকা শব্দৰ অৰ্থ মাতৃৰ ছবি। যেনে কৃষ্ণকা, শিৱকা ইত্যাদি। কালক্ৰমত প্ৰতীক আৰু যাক প্ৰতীক কৰা হৈছিল এই

দুটাৰ মাজৰ পাৰ্থক্য নোহোৱা হ'ল। এই দৃষ্টিভংগীৰে চালে কাম+ খ্যা=কামাখ্যা হোৱাও অসম্ভৱ নহয়। কামৰ ছবিৰূপে (যোনিৰূপে) তেওঁ কামাখ্যা।

মহেঞ্জোদাৰোত আৱিষ্কৃত প্ৰাচীন সমলবোৰে দেখুৱায় যে প্ৰাচীন কালৰ পূজা লিংগ আৰু যোনিৰ প্ৰতীকতেই হৈছিল। লিংগ আৰু যোনি হৈছে সৃষ্টিৰ উৰ্বৰতাৰ প্ৰতীক। ঋক্‌বেদত শিশ্নদেৱৰ উল্লেখ আছে। এই শিশ্নদেৱসকল আছিল লিংগ উপাসক।

বিশেষ আকৃতিৰ গাঁত বা পৃথিৱীকো প্ৰাচীন কালত যোনি বুলি ভবা হৈছিল। লিংগাকৃতিৰ পৰ্বতশৃংগকো স্বয়ম্ভু লিংগ বা শিৱলিংগ বুলি কোৱা হৈছিল।

এনে এক সিদ্ধান্তলৈও আমি আহিব পাৰো যে, কায়সাধনাৰ দ্বাৰা দেহস্থ কামক বজ্ৰযানীসকলে ভস্মীভূত কৰিছিল। লগতে চক্ৰসাধনাক ভৈৰবীযুক্ত কৰি উৰ্দ্ধৰেতা বজ্ৰযানী ভৈৰৱসকলে কামক ৰূপ দিছিল নতুন ৰূপে। এনেকৈয়ে শিৱৰ লগত শক্তি যুক্ত হৈ পৰিল তথা প্ৰসূতী কামাখ্যা অপ্ৰসূতী কুমাৰী নামেৰেও খ্যাত হৈ উঠিল। কালিকা পুৰাণৰ এটা শ্লোক এই ক্ষেত্ৰত প্ৰণিধানযোগ্য ঃ

ভগবান উবাচ—কামাৰ্থমাগতা যস্মান্ময়া সাৰ্দ্ধং মহাগিৰৌ
কামাখ্যা প্ৰোচ্যতে দেৱী নীলকূটে ৰহোগতা
কামদাকামিনী কামা কান্তা কামাঙ্গদায়িনী
কামাঙ্গনাশিনী যস্মাৎ কামাখ্যা তেন বোচ্যতে॥

"মহাদেৱে কলে, যিহেতু আমাৰ লগত কাম চৰিতাৰ্থ কৰিবৰ কাৰণে মহাগিৰিলৈ আগমন কৰিছিল সেয়ে এই নীলকূট পৰ্বতত নিৰ্জনস্থা দেৱী কামাখ্যা নামেৰে কথিত হৈছে। এওঁ কামিনী, কামদা, কামা, কান্তা আৰু কামাংগদায়িনী।

এই কুব্জিকাপীঠত সতীৰ যোনিমণ্ডল পতিত হয় আৰু মহামায়া দেৱীও সেই যোনিত বিলীন হয়। পৰ্বতৰূপী মোত সেই যোনিমণ্ডল পতিত হ'লত আৰু তাতে যোগনিদ্ৰা বিলীন হ'লত সেই পৰ্বত নীলবৰ্ণ হ'ল। [পৰ্বতৰ নামো নীলাচল। নীল শব্দটো বৌদ্ধতন্ত্ৰৰ বহুত ঠাইত ব্যৱহৃত] মহামায়াৰ গাঢ় আক্ৰমণৰ কাৰণে সেই শিল পাতাল তলত প্ৰৱেশ কৰিলত ব্ৰহ্মাই ধাৰণ কৰিব নোৱাৰাত আৰু আসক্ত হৈ অধোগতি হোৱাত, বৰাহৰ লগত সংসক্ত হোৱাত সেই শৈলৰূপী মাধৱে শৈলৰূপী মোক ধাৰণ কৰিবলৈ উদ্যত হ'ল। .. নীল পৰ্বতৰ

অগ্ৰভাগত মহামায়া দেৱী মোৰ লগত সদায় নিৰ্জনত বাস কৰে। সতীৰ বিশীৰ্ণ যোনিমণ্ডল পৰ্বতত পতিত হৈ প্ৰস্তৰত্বপ্ৰাপ্ত হৈছে আৰু সেই প্ৰস্তৰময় যোনিতে কামাখ্যাই বিৰাজ কৰিছে।"

সদাশিৱই যি নীলশৈলৰূপ ধাৰণ কৰিলে ই ত্ৰিকোণাকাৰ আৰু দ। ইয়াৰ মাজত ছয়ত্ৰিশ শক্তি সমন্বিত সুচাৰুমণ্ডল। তাতে মনোভৱ নিৰ্মিত কামগুহা। এই গুহাৰ অভ্যন্তৰতে শিলাত অধিষ্ঠিত শিলাৰূপিনী মনোহৰ গুহা। সেই যোনি এক বিতস্তি পৰিমিত আৰু ইয়াৰ আয়তক্ষেত্ৰ একৈশ আঙুলি। ক্ৰমশঃ সূক্ষ্মৰূপে বিনিৰ্মিত আৰু ভস্মশৈলানুগামিনী এই পীঠ সেন্দুৰ আৰু কুমকুমৰ নিচিনা ৰক্তবৰ্ণা আৰু সৰ্বকাম প্ৰদায়িনী। এই যোনিতে নিত্যপঞ্চৰূপা, মূলভূতা, সনাতনী জগদ্ধাত্ৰী, মহামায়া কামাখ্যা দেৱীয়ে ক্ৰীড়া কৰে। কামাখ্যাৰ অষ্টযোগিনীৰ নাম হ'ল—গুপ্তকামা, শ্ৰীকামা, বিন্ধ্যবাসিনী, কোটিশ্বৰী বনস্থা, পাদদুৰ্গা, দীৰ্ঘেশ্বৰী আৰু ভুবনেশ্বৰী। যোগিনী শব্দটোৱেই শিৱশক্তি মিলনৰ সময়ছোৱাৰ ইংগিত দিয়ে।

কামাখ্যাৰ দুটা ৰূপৰ এটা হ'ল সম্ভোগ মূৰ্তিৰ ৰূপ, আনটো হ'ল সংহাৰ মূৰ্তিৰ ৰূপ। সংহাৰ মূৰ্তিৰ ৰূপত মংগোলীয় উগ্ৰৰূপা দেৱী তথা কালীধাৰাৰ প্ৰভাৱ পৰিলক্ষিত হয়। সম্ভোগ ৰূপৰ মূৰ্তি বৌদ্ধ তান্ত্ৰিক শক্তিবাদৰ দ্বাৰা উদ্ভুতা।

যোগিনীতন্ত্ৰত দেৱীয়ে ব্ৰহ্মাক কৈছে—"তোমাৰ অহংকাৰৰ কাৰণেই মোৰ যোনি দেখা নাই।" তাৰ অৰ্থ হ'ল সেই পূজা গুহ্যপীঠত গোপনে সিদ্ধ হয়। অষ্টমৰপৰা দ্বাদশ শতিকাৰ সময়ছোৱাত বাহিৰত অন্য মাৰ্গৰ পূজা হলেও গুহ্যপীঠসমূহত গুহ্য সাধনা যে চলিছিল এই বিষয়ে সন্দেহ নাই। "অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে" এই শ্লোকটোৰ কথাও গুহ্যসাধনা প্ৰসংগত মনলৈ আহে। তাৰ অৰ্থ এনেকুৱা হব পাৰে যে ইতিমধ্যেই কামৰূপত তন্ত্ৰাচাৰৰ প্ৰভাৱ বেছি হৈছিল। গুহ্যসাধনাৰ সংগীৰূপে কামৰূপৰ প্ৰতি গৃহতে দেৱীস্বৰূপা নাৰী পোৱা সম্ভৱ হৈছিল। তান্ত্ৰিকমতে গুহ্যসাধনত জাতি বিচাৰো কৰা নহয়।

যোগিনীতন্ত্ৰৰ নবম পটলত আছে যি পীঠৰ যি আচাৰ নিৰ্দিষ্ট আছে সেই পীঠত সেয়েই বিধি। ওড্ৰত, পুৰুষোত্তম ক্ষেত্ৰত, আৰু যোনিপীঠত অন্নৰ দোষ নাই। উচ্চ নীচ জাতিৰ স্পৰ্শাস্পৰ্শ বোধ, যোনিদোষ, পানদোষ গণ্য নহয়। সেই তীৰ্থত স্ত্ৰীলোকৰ অন্যত্ৰ

শয়ন আৰু গোপ্য আলাপ দোষণীয় নহয় ( নবম পটল ১০, ১১ )। কামৰূপত দীৰ্ঘতম সন্ন্যাস গ্ৰহণ, নিৰামিষ ভোজন, ব্ৰহ্মচৰ্য্য ব্ৰতধাৰণ কৰাৰ মত নাই ( নবম পটল ১৩, ১৪ )।

উল্লেখযোগ্য যে মহাভাৰতত প্ৰাগজ্যোতিষক ম্লেচ্ছ দেশ বুলি কোৱা কথাৰপৰা এই দেশ আৰ্য্যসভ্যতাৰ বাহিৰত থকা বুলি ঠাৱৰ কৰিব পাৰি। মহাভাৰতৰ সভাপৰ্ব, উদ্যোগপৰ্ব আৰু কৰ্ণপৰ্বত প্ৰাগজ্যোতিষাধিপতি ভগদত্তৰ নাম আছে। মহাভাৰতৰ আন এঠাইত ইয়াক অসুৰ' ৰাজ্যও বোলা হৈছে। বনপৰ্ব আৰু উদ্যোগপৰ্বত এই ঠাইৰ ৰজাক্ৰমে নৰক আৰু মুৰুৰ নামো উল্লেখ কৰা হৈছে। সভা আৰু উদ্যোগ পৰ্বত কোৱা হৈছে যে ই কিৰাত আৰু চীনদেশৰ সীমান্ত ভূমিত আছিল।

পুৰণি বিশেষজ্ঞ পাৰ্জিটাৰ চাহাবৰ মতে "পুৰণি প্ৰাগজ্যোতিষ মংগোলীয় কোনোবা জাতিৰ দ্বাৰা স্থাপিত হোৱা যেন লাগে। আৰ্য্যাৱৰ্তৰ ৰাজবংশসকলৰ এই ৰাজ্যৰ সম্পৰ্কত কোনো উল্লেখ নাই। প্ৰাগজ্যোতিষ ৰাজ্যৰ উৎপত্তিৰ বিষয়েও কোনো ঐতিহ্য নাই, অৰ্থাৎ প্ৰাগজ্যোতিষ আৰ্য্য উপনিবেশৰ দাতিকাষৰীয়া ৰাজ্য।"[৪]

মাৰ্কণ্ডেয় পুৰাণত লৌহিত্য সবান্বিত প্ৰাগজ্যোতিষ বুলি উল্লেখ কৰা আছে। পণ্ডিতসকলে অনুমান কৰে যে পুৰণি প্ৰাগজ্যোতিষ ৰাজ্যৰ ভিতৰত কেৱল কামৰূপ ৰাজ্যই নহয়, উত্তৰ বংগ, উত্তৰ বিহাৰৰ ভালেখিনি অন্তৰ্ভুক্ত আছিল।[৫]

কামাখ্যা বিচাৰ প্ৰসংগত উপৰোক্ত কথাখিনিও আহি পৰে। লগতে এই কথাখিনিও মনত ৰাখিব লাগিব যে দেৱী ভাগৱতৰ মতে সকলো গ্ৰামাদেৱী তেওঁৰ আংশিক প্ৰকাশ ( ৯ ১ ১৩৬ )। সতীৰ মৃতদেহা বিষ্ণুৱে চক্ৰৰে ছিন্ন কৰি বিভিন্ন পীঠত পেলাই সকলো গ্ৰাম্য-দেৱীক এক সূত্ৰত গাঁথিবৰ কাৰণ কৰা ই এক চেষ্টা বুলি ড° কাকতিয়ে কব খোজে।[৬] দেৱীভাগৱতে কামাখ্যা দেৱীৰ প্ৰিয়স্থান বুলি কৈছে, কিন্তু দেৱীৰ অংগ তাত পৰিছে বুলি কোৱা নাই। উল্লেখযোগ্য যে মহাপুৰাণত সতীৰ মৃতদেহ ছিন্নই কটিওৱাৰ কথাও নাই।

[৪] পাৰ্জিটাৰ: Ancient Indian Historical Tradition, 1922 P. 292.

[৫] B C. Law . Geographical Essays, Vol I P 152

[৬] Dr. B. K. Kakati: The Mother Goddess Kamakhya, P. 65

বৃহদ্ধৰ্মপুৰাণত তাৰ পুনৰুক্তি আছে। সেইকাৰণে এই কাহিনী যে অস্ত্ৰযুগৰ উদ্ভাৱনা এই বিষয়ে কেইবাটিও দিশৰপৰা নিশ্চিত হ'ব পাৰি। কামাখ্যাই যেতিয়া প্ৰাধান্য পালে কালিকাপুৰাণে হয়তো এই কিম্বদন্তীত নতুনকৈ হাত বুলালে আৰু সতীৰ যোনিপীঠ তাত পতিত হোৱাৰ কথা সংযোগ কৰিলে। ড° কাকতিৰ মতে কালিকা পুৰাণৰ উদ্দেশ্য শিৱৰ প্ৰাধান্য খৰ্ব কৰা আৰু দেৱী মাহাত্ম্য বঢ়োৱা। কালিকাপুৰাণেই পুৰণি অসমৰ আৰ্য্য শাক্তপীঠবোৰ পৰিগণিত কৰিলে। যিমানবোৰ ঠাইত শিৱৰ কান্ধস্থিত সতীৰ দেহা পৰিল সিমানবোৰ ঠায়ে "যাজ্ঞিক দেশ" নাম পালে। কামগিৰিত সতীৰ যোনি পৰিল। অলপ পূবলৈ পৰিল নাভি—নাম হ'ল উগ্ৰতাৰা। দেৱীৰ শিৰো পৰিল প্ৰাচীন কামৰূপত— নাম পালে দিক্কৰবাসিনী আৰু ললিতাকান্তা।

নৰকে মিথিলাৰ পৰা শক্তিপূজা লগত আনে বুলি কালিকাপুৰাণে ইংগিত দিয়ে। তেওঁৰ মাতৃ বসুমতী, ধাত্ৰী কাত্যায়নী। বসুমতীৰ পুত্ৰ ভৌম নৰকে কাত্যায়নী দেৱীৰ পূজা লগত আনিছিল নেকি? কাত্যায়নী দুৰ্গাৰ এক নাম। বসুমতীয়ে কাত্যায়নী নাম লোৱা কথাই শক্তিৰ উপাসিকাৰ ইংগিত দিয়ে। দুৰ্গাৰ নাম, তেওঁক অৰ্জুনে স্তৱ কৰাৰ কথা (কৃষ্ণৰ আদেশত) মহাভাৰতৰ ভীষ্ম-পৰ্বত আছে। হৰিবংশ, মহাভাৰতত দেৱী মাহাত্ম্যৰ কথা আছে। আনহাতেদি মিথিলাও শক্তিপূজাৰ কেন্দ্ৰস্থান আছিল।

গৌড়ে প্ৰকাশিবা বিদ্যা মৈথিলৈঃ প্ৰবলীকৃতা
কচিৎ কচিন্ মহাৰাষ্ট্ৰে গুৰ্জৰে প্ৰলয়ংগতা ॥[৭]

গৌড়ত প্ৰকাশ হোৱা বিদ্যা মিথিলাত প্ৰবল হ'ল, মহাৰাষ্ট্ৰত কিছু কিছু থাকিল, গুজৰাটত প্ৰায় লুপ্ত হ'ল।

পুৰণি কামৰূপত শিৱপূজাৰ প্ৰাধান্য আছিল। দেৱীপূজা বিষয়ত অতি উদাৰ মত চলিছিল। আন দেশৰপৰা সাধক আহি যি দেশৰ সাধক সেই নিয়ম অনুসাৰে পূজা কৰিব পৰাৰ ৰীতি প্ৰচলন আছিল। নৰকে ব্ৰাহ্মণ সজ্জনক আনি প্ৰাগজ্যোতিষপুৰত স্থাপন কৰে বুলিও উল্লেখ আছে। সেই ব্ৰাহ্মণসকলে মিথিলাৰ শক্তিপূজা আনি কামাখ্যা যোনিপীঠত সমন্বয় কৰাব পাৰে। সেই সময়তে প্ৰাগজ্যোতিষপুৰত প্ৰচলিত থকা শৈৱধৰ্মৰ লগতো শাক্ত-ধৰ্মৰ সমন্বয় হ'ব পাৰে। যি স্থানৰ যি ধৰ্ম সেই ধৰ্ম সামৰি নললে নতুন উপনিৱেশ স্থাপন কৰা সকলৰ পক্ষে

---

[৭] Chanda : Indo-Aryan Races

সেই ঠাইত বাস কৰা অথবা প্ৰতিপত্তি দেখুওৱা কঠিন কাম। এইদৰেই হয়তো প্ৰাচীন দেওশাল কামাখ্যা নৱকৰ সময়ৰ পৰা শক্তি পূজাৰো স্থান হৈ পৰিছিল আৰু শিৱশক্তিৰ অভিন্নতা আনিবৰ কাৰণে পুৰাণ আদিয়ে কাহিনী কিছুমানৰ অৱতাৰণা কৰিবলগা হৈছিল।

শক্তিক সতীৰূপত প্ৰথম কিৰাতসকলৰ দেৱতা অনাৰ্য্য শিৱৰ পত্নীৰূপে মিলোৱা কথা যে প্ৰাগজ্যোতিষপুৰত সংগঠিত হৈছিল তাৰ একো প্ৰমাণ নাই। কিন্তু শিৱক শৱৰূপী সতীৰ লগত সংশ্লিষ্ট কৰাৰ কাহিনী, বিষ্ণুচক্ৰৰ দ্বাৰা ছেদনৰ কাহিনী, যতেই সতীৰ অংগ ততেই শিৱস্থান, শিৱ য'ত পৰিল ততে শিৱ বৈ যোৱাৰ আখ্যান এই আটাইবোৰ কথাৰ ৰহস্য নোহোৱা নহয়। বিষ্ণুৱে চক্ৰেৰে সতীৰ দেহা ছিন্ন ছিন্ন কৰি পেলোৱা অংশ বাদ দিলে দেখা যায় যে শক্তি ৰহিত হলে শিৱৰ সময় নিষ্ফল সময়। বিষ্ণুচক্ৰেৰে শিৱযুক্ত সতীৰ দেহ খণ্ডন কৰা কথাটোৱে এনেকুৱাকৈয়ো চিন্তা কৰাব পাৰেনে যে শৈৱ-শাক্তৰ মিলনক তৃতীয় ধাৰা বৈষ্ণৱী মতে ছেদন কৰিব খুজিছিল ?

অথবা এনেও হব পাৰেনে যে দেহ সাধন মাগত বিশ্বাসী নাথমাৰ্গীক বা বৌদ্ধতান্ত্ৰিক চিন্তাত সতী তথা নিজ বামভাগক মৃত কৰি সাধনা কৰিছিল ? সতী তথা নাৰী দেহতে আছে ( অৰ্দ্ধনাৰীশ্বৰৰ কল্পনা ) —যোগৰ দ্বাৰা তেওঁক শৱ কৰি লব পাৰি আৰু সেই যোগতে শিৱ 'উন্মাদ'। অথবা বজ্ৰযানী মতৰ শিৱ শক্তিৰ ( ভৈৰৱ-ভৈৰৱীৰ ) বীৰাচাৰ, দিব্যাচাৰ সাধনাক তন্ময়, বামাচাৰী যুগল সাধনাক ব্যভিচাৰী, নিন্দনীয় সাধনা বুলি শিৱৰপৰা শক্তিক আঁতৰাই আনাৰ প্ৰচেষ্টা শাক্ত বৈষ্ণৱৰ দ্বাৰা হৈছিল ? চক্ৰেৰে খণ্ড খণ্ড কৰা কথাটো চক্ৰবান মন্ত্ৰেৰে বন্ধন কটা অৰ্থও হব পাৰে। কামৰূপৰ মন্ত্ৰ সাধনৰ সময়ো এয়েই। বামাচাৰী পূজাত সাধন-সংগিনীৰ একান্ত প্ৰয়োজন। সেই সংগিনী সতী, সাধ্বী, অক্ষত যোনিৰ তিৰোতা হব লাগে। বিশ্লেষণাত্মক দৃষ্টিৰে সতী এগৰাকী ভৈৰৱী নাৰী ( যি যোগেৰে দেহত্যাগ কৰিছিল ) আৰু শিৱ শৈৱ মতাৱলম্বী কোনো পুৰুষ হবও পাৰে। অথবা এই মাৰ্গৰ লগত বৈষ্ণৱ মতৰ সংঘৰ্ষ হবও পাৰে। কাৰণ বামাচাৰী পন্থা বশিষ্ঠৰ লগে লগে নতুনকৈ প্ৰাগজ্যোতিষপুৰত প্ৰৱেশ কৰিছিল আৰু অবশ্যম্ভাৱীৰূপেই বিভিন্ন প্ৰচলিত ধৰ্মপন্থাৰ লগত সংঘৰ্ষৰ সমুখীন হৈছিল।

একে সময়তে ঘটনা ( সতীৰ দেহ ছিন্ন ছিন্ন হৈ পৰাৰ পিছতে শিৱ যোগত বহিল। তেওঁৰ ধ্যান ভংগ কৰিবৰ কাৰণে দেৱতাসকলে কামদেৱক

পঠালে।) কামদেৱ ভস্ম হোৱাৰ ঘটনাও। কামদেৱ শিৱৰ ত্ৰিনয়নৰ অগ্নিৰে ভস্মীভূত হৈছে। আমি এনেকৈ ভাবিব পাৰো যে এই ত্ৰিনয়নৰ অগ্নি হৈছে আজ্ঞা চক্ৰৰে শক্তি। দেহ সাধনা, যোগ, কুলকুণ্ডলিনী শক্তিৰ দ্বাৰা চক্ৰভেদ, যাদু, মন্ত্ৰ, ইন্দ্ৰজাল আৰ্যেতৰ সভ্যতাৰ দান। আগ্নেয়, দ্ৰাবিড়, কিৰাত আদি সভ্যতা ইয়াতে অন্তৰ্ভুক্ত হৈছে। মন কৰিবলগীয়া যে 'কাম'ৰ প্ৰচলিত প্ৰকৃত অৰ্থ হ'ল দেহসম্ভোগ, ৰমণ। কামদেৱ হৈছে তাৰেই প্ৰতীক। চলিত অৰ্থৰ কামক শিৱই ভস্ম কৰিলে। নতুন ৰূপত কামদেৱ জন্ম পালে ৰতিৰ ইচ্ছাত। (ৰতিৰ অৰ্থও সংগম। কিন্তু এই সংগম গুহ্য তান্ত্ৰিক সংগম—যি সংগমৰ লক্ষ্য সন্তান জন্ম নহয়, যি সংগমৰ লক্ষ্য মহাসুখবাদ, মুক্তি।)

যি দশমহাবিদ্যাই শিৱক দশোদিশৰপৰা ভয় জন্মাইছিল সেই দশমহাবিদ্যা সতীৰ মাজত দশ মহাশক্তি (কালী, তাৰা ইত্যাদি) ৰূপে সন্নিবিষ্ট কৰা হৈছে। অন্য দৃষ্টিৰে চালে দশমহাবিদ্যা এক তান্ত্ৰিক মায়া। সতীয়েও মহাযোগেৰে কালীৰূপ ধাৰণ কৰিছে। মূল আখ্যানৰ লগত দশমহাবিদ্যা পিছৰ সংযোজন হবও পাৰে।

বিদ্যা শব্দই শক্তি আৰু নাৰী দুয়োটা বুজায়। শক্তিৰ ৰূপ নাৰীৰে ৰূপ। পাশুপত মাৰ্গত থকা কাৰ্য্য, কাৰণ, যোগ, বিধি আৰু দুঃখান্ত এই পাঁচোটা পদাৰ্থৰ ভিতৰত কাৰ্য্যৰ মাজত আছে বিদ্যা, কলা আৰু পশু। অবোধো এক বিদ্যা, বোধো এক বিদ্যা।

যোগিনীতন্ত্ৰৰ উনবিংশ পটলত দেৱীয়ে শিৱক সুধিছে—"কৰাল-ভৈৰৱে কোন বিদ্যাক আশ্ৰয় কৰি সৰ্বজীৱ ভয়প্ৰদ ক্ৰোধযুক্ত ভৈৰৱ হল?" "আদিনাথ সেই ভৈৰৱে মহাকাল ভৈৰৱাদি গুৰুমুখৰপৰা নিৰ্গত হোৱা সুন্দৰী, ৰৰদায়িনী, বিদ্যাৰাজ্ঞী, ঘোৰা, কালী, অনিৰুদ্ধা, সৰস্বতী নামে মহাবিদ্যা গ্ৰহণ কৰিছিল," মহাদেৱে উত্তৰ দিলে। পুনৰ যোগিনী-তন্ত্ৰত আছে, "কালী, তাৰা মহামন্ত্ৰ, বিদ্যামন্ত্ৰ যি লোকে কুলাচাৰ ব্যতিৰেকে জপ কৰে তেওঁ নৰকগামী হয়।" সেইকালৰপৰা বিদ্যা আচাৰযুক্ত এক সাধন প্ৰণালী।

কামাখ্যাৰ প্ৰসংগত কেন্দুকলাইৰ আখ্যানটোও আলোচনাৰ বিষয়। কেন্দুকলাইৰ কাহিনী আগতে বৰ্ণনা কৰা হৈছে। কামৰূপৰ বুৰঞ্জীৰ প্ৰাচীন কামৰূপ অধ্যায়ত যিজন ৰজাই কুম্ভাক্ষৰ জলাৰে দেৱীৰ নৃত্য চাইছিল সেইজন ৰজা আছিল ধৰ্মপাল। প্ৰাচীন এই বুৰঞ্জীত ধৰ্মপালক

ভগদত্তৰ পুত্ৰ বোলা হৈছে। * গুণাভিৰাম বৰুৱাৰ অসম বুৰঞ্জীমতে ( চতুৰ্থ অধ্যায ) এই ৰজা ধৰ্মপাল নহয়। "এনে এটি কথা প্ৰচাৰ হৈ আছে বোলে কেন্দুকলাই বাপুৱে যেতিয়া গধূলি গোসাঁনী পূজা কৰি ঘণ্টা বজায তেতিয়া গোসাঁনীয়ে আহি নাচে। নৰনাৰায়ণ ৰজাই এই কথাৰ বুজ পাই আৰু দেৱীক চৈতন্যৰূপে দৰ্শন পাবলৈ ইচ্ছা কৰি নীলাচলৰ ফাললৈ নেচায়।"

দেৱীৰ নৃত্য দেৱদাসীৰ নৃত্য হোৱাটোৱেই বাস্তৱ যেন লাগে। মন্দিৰ নিৰ্মাণৰ পিছত অন্য বৃত্তিৰ মানুহৰ লগতে নট বৃত্তিৰ মানুহো মন্দিৰৰ পাইক ৰূপে উচৰ্গা কৰা হৈছিল। এই ক্ষেত্ৰত ড° কাকতিৰ মতামত এনে ঃ "অসমৰ দেৱমন্দিৰবোৰতো আগৰ দিনৰপৰাই দেৱদাসীৰ সমতুল্য নটিনী সম্প্ৰদায এটি আছে। তাত নটিনীসকলে আৰতিৰ সময়ত নাচন-বাজন কৰে। বৰ্তমান কামৰূপ জিলাৰ হাজো আৰু ডুবিৰ নটী এতিয়াও আছে। সেইবোৰক নটজাতৰ মানুহ বোলা হয়। খৃঃ নৱম শতাব্দীত বনমালদেৱৰ তামৰ ফলিত দলুহাংগনাৰ উল্লেখ আছে। দলুহাংগনা শব্দৰ অৰ্থ হৈছে দেৱালয়ৰ তিৰোতা।"

ৰজাই উচৰ্গা কৰা নট সম্প্ৰদায়ৰপৰা দেৱদাসীয়ে কামাখ্যা মন্দিৰত নৃত্যগীত কৰাটোৰপৰাই হয়তো দেৱীয়ে স্বয়ং নৃত্য কৰে বুলি জনৰৱ উঠিছিল। ৰজাই চাব খোজাত দেখুৱাব নোৱাৰি এনে কাহিনী কৌশলেৰে অৱতাৰণা কৰা হ'ল।

---

* তাৰ পাচে ভিন্নবংশী নৰকাসুৰ, তানপুত্ৰ ভগদত্ত, তানপুত্ৰ ধৰ্মপাল। · পাচে গৌৰৰপৰা ধৰ্মপাল নামখেত্ৰিৰ ৰাজা হ'ল আহি। গোদণ্ড পৰ্বতত পাট কৰি ৰাজা হৈ গৌৰৰ, কনৌজৰ, মন্দাৰতলাৰ, জৰইসাহানৰ, তিৰ্হুটৰ, বাৰকাৰ, এই ছয ঠাইৰ ব্ৰাহ্মণ, কায়স্থ, কলিতা আনি পণ্ডিতৰ সভা কৰি ৰাজাই কৰে।

পাচে কেন্দুকলাই ব্ৰাহ্মণে কামাখ্যাক পূজা কৰি গীত গায। গীতত তুষ্ট হৈ দেবী দিগম্বৰী হৈ নাচে। এই কথা শুনি ৰাজা বামুণক বোলে, "কামাখ্যা কিৰূপে নাচে মোক দেখাও।" বামুণে বোলে তুমি কুন্দ্ৰাক্ষ জালাই আঁৰ হৈ থাকিবা, মঞি দেখাম।" পাচে কেন্দুকলাই প্ৰজাৰ সংগে চাপৰি বজাই গীত গায়, এতেকে দেৱী নাচিব লাগিল। ৰাজাক কুন্দ্ৰাক্ষ জালাই দেখি লাজ পাই দেৱী বিবস্ত্ৰে উবুৰি হৈ পৰিল। ক্ৰোধ হৈ ৰাজাক শাপ দিলে, বোলে, "তোৰ বংশে মোক দেখিলে তৎকালে মৃত্যু হবো, কেন্দুকলাইবো বংশ ছেদ হবোক।"

দীনেশচন্দ্র সৰকাৰৰ 'দি শক্তিপীঠ" নামৰ গ্ৰন্থত কোৱা হৈছে—মহাভাৰতৰ তীৰ্থযাত্ৰা (বনপৰ্বত) তিনিখন পীঠস্থানৰ কথা আছে। এই তিনি পীঠত পৰিছে পঞ্জাৱত পঞ্চনদৰ ভীমস্থানত থকা যোনিকুণ্ড, উদ্যত পৰ্বত থকা যোনিকুণ্ড আৰু গৌৰী শিখৰত থকা যোনিকুণ্ড।[৮] এই গৌৰীশিখৰ শব্দই হিমালয় শৃংগও বুজাব পাৰে। মহাভাৰতে গৌৰীশিখৰ আৰু উদ্যত পৰ্বত দুয়োটা পূব ভাৰতৰ বুলিহে কব খোজে। উদ্যত পৰ্বত গয়া অঞ্চলত হব পাৰে। সঠিক নিৰ্ণয় এতিয়াও সন্দেহাতীত নহয় যদিও সেই নামৰ পাহাৰ অসমৰ গৌহাটীৰ কামৰূপত থকাৰ কথা পীঠ নিৰ্ণয়ে কয়।

গৌৰীশিখৰ শব্দৰ সম্পৰ্কত এটা কথা উল্লেখযোগ্য যে কামৰূপ শাসনাৱলীত প্ৰলম্ভ বংশৰ বনমালবৰ্মণৰ (৮৩৫—৮৬০) শিলালিপিত নৃপতিয়ে যি কামেশ্বৰ মহাগৌৰীৰ বন্দনা কৰিছে সেই মহাগৌৰীয়েই নীলাচল পৰ্বতৰ শৃংগত অধিষ্ঠিতা দেৱী ভুবনেশ্বৰীৰ নামে খ্যাত হল বুলি পণ্ডিতসকলে ঠাৱৰ কৰে।[৯]

এইটো নিশ্চিত যে তন্ত্ৰপীঠৰ ভিতৰত কামৰূপ প্ৰধান আছিল। 'গৌড়বাহ' নামৰ প্ৰাকৃত কাব্যৰপৰা জনা যায় যে মধ্যভাৰতৰ অষ্টম শতিকামানৰেপৰা তান্ত্ৰিক শক্তি উপাসনা চলিছিল। এলাহাবাদৰ স্তম্ভলিপিত (চতুৰ্থ শতিকা) কামৰূপৰ নাম আছে। আনহাতেদি মহাভাৰতৰ তীৰ্থযাত্ৰা খণ্ডত কামৰূপ কামাখ্যাৰ নাম নাই। সপ্তম শতিকাৰ নৃপতি ভাস্কৰবৰ্মাৰ ৰাজসভালৈ অহা পৰ্য্যটক হিউৱেনচাঙো কামাখ্যাৰ বিষয়ে নিমাত। হয়তো কামাখ্যা এই নামটোৱে তেতিয়া প্ৰাধান্য পোৱা নাছিল যদিও গৌৰীশিখৰত যোনিকুণ্ড থকা কথাৰ প্ৰসিদ্ধি আছিল।

হেৱজ্ৰ তন্ত্ৰ ৰচিত হয় ৬৯৩ এ ডিৰ আগে আগে। হেৱজ্ৰ তন্ত্ৰৰ ৰচয়িতা পদ্মবজ্ৰ। পালবংশৰ প্ৰতিষ্ঠাতা ৰজা গোপালৰ পুত্ৰ অনংগবজ্ৰৰ তেওঁ গুৰু। গোপালে অষ্টম শতিকাত ৰাজ্য স্থাপন কৰিছিল বুলি কোৱা হয়। তেতিয়াহলে "হেৱজ্ৰতন্ত্ৰ" সেই শতিকাৰেই হব। এই তন্ত্ৰত চাৰিখন পবিত্ৰ পীঠৰ কথা কোৱা হৈছে—জলন্ধৰ, উড্ডীয়ান, পূৰ্ণগিৰি, আৰু কামৰূপ। কালিকাপুৰাণৰ মতেও পীঠ চাৰিখন—ওড্ৰ, জালশৈল, পূৰ্ণ বা পূৰ্ণ শৈল, আৰু কামৰূপ। শাস্ত্ৰীৰ মতে ওড্ৰ হৈছে পশ্চিমত আৰু সেয়া জগন্নাথ আৰু কাত্যায়নীৰ ঠাই। জালশৈল হৈছে উত্তৰত—চণ্ডী আৰু মহাদেৱৰ ঠাই। তিনি হৈছে পূৰ্ণ বা পূৰ্ণশৈল,

৮ Mahabharata, III 82, 83-85, III 84, 93-95 and 151-53

৯ পবিত্ৰ অসম, পৃঃ ১৯৯

এই ঠাই হৈছে দক্ষিণত। দেৱী পূর্ণেশ্বৰী আৰু মহানাথৰ ঠাই। চতুৰ্থতে হৈছে কামৰূপ। এই কামৰূপ পুৰত আৰু ই কামেশ্বৰ আৰু কামেশ্বৰীৰ ঠাই। [ বৌদ্ধ সাধনমালা মতেও পীঠ চাৰিখন আৰু সেয়া হৈছে উড্ডীয়ান, পূর্ণগিৰি, কামৰূপ বা কামাখ্যা আৰু শ্ৰীহট্ট। ]

শাস্ত্ৰীৰ মতে উড্ডীয়ান উৰিষ্যাত বুলি কোৱা হৈছে যদিও ভট্টাচাৰ্য্যৰ মতে এই স্থান অসমত। তন্ত্ৰসাৰত উড্ডীশ নামটো উৰিষ্যাৰ বুলি আৰু উড্ডীয়ান ঠাইখনৰ উল্লেখ বেলেগে বেলেগে থকা কাৰণে উড্ডীয়ান উৰিষ্যাত হব নোৱাৰে। যাদুবিদ্যাৰ কাৰণে উড্ডীয়ান প্ৰখ্যাত আছিল। কামৰূপ কামাখ্যা এতিয়াও যাদুবিদ্যাৰ কাৰণে প্ৰখ্যাত।

দেৱী কামাখ্যাৰ ৰূপ যোগিনীতন্ত্ৰত বৰ্ণিত হৈছে এনেদৰে→

"সিংহ চৰ্মোত্তবাসঙ্গা কামাখ্যা বিপুলোদৰা
বৈয়াঘ্ৰচৰ্মবসনা যথা চৈব হৰোদৰা
পৰমানন্দসংভূতা সাট্টহাসা মহোৎসৱা
সুনন্দা লোকপ্ৰীতা চ ব্যক্তাষ্টাদশলোচনা
চাৰুমাণিক্যসংপূৰ্ণা কুণ্ডলদ্বয়শোভিতা
ৰৌদ্ৰাকাৰৈস্তথা ৰৌদ্ৰী ভৃঙ্গালী সহমালিকা

. .... ........ ...... ... .... ...

.... ....... মাতৃকাং পৰমেশ্বৰীং

কামাখ্যা দেৱীৰ সিংহচৰ্মৰ দ্বাৰা সমস্ত অংগ আবৃতা, বিপুল উদৰযুক্তা, ব্যাঘ্ৰচৰ্ম পৰিধানা, হৰোদৰা, পৰম আনন্দযুক্তা, অট্টহাস্য মহোৎসৱযুক্তা, সুনন্দা, লোকপ্ৰীতিকাৰিণী, ব্যক্ত অষ্টাদশলোচনা, চাৰুমাণিক্যযুক্ত কুণ্ডল যুগলৰ দ্বাৰা শোভিতা, ৰৌদ্ৰাকৃতি ৰৌদ্ৰী ভৃঙ্গালীৰ দ্বাৰা মালাকাৰে শোভিতা, মুকুট কোটি শুভ্ৰাংশু কোমল জ্যোতিযুতা, নানা মণিসমূহৰ দ্বাৰা কণ্ঠ শোভা কৰা, স্নিগ্ধকোমল মৃণাল সদৃশ দ্বাদশ বাহুযুক্তা, ৰত্নাদি নিৰ্মিত দিব্য পদ্মমালাৰ দ্বাৰা শোভিতা, কাণ দুখনত শৃভাৰ জৰীৰে আঁৰি থোৱা শৱযুগলে শোভা কৰা বাম আৰু দক্ষিণ ছয়বাহুত কোদণ্ড, মুণ্ড, খট্টাঙ্গ, নীৰজ, মৃণাল, নাল, কনাল, পুস্তক, ঘণ্টা, মুণ্ডমালা, নিবীতিযুতা, তুলাকোটি পৰাক্ৰান্তা, পাদপদ্মচ্ছায়াশ্ৰিতা, সিংহাসনৰ অৰ্দ্ধভাগত প্ৰসুপ্ত শৱাসন কৰি থকা, পৰমেষ্ঠী শিৱৰ দ্বাৰা মণিপ্ৰভা বিধি অনুসাৰে আলিঙ্গিতা, নৱকামুৰৰ দ্বাৰা সংশ্লিষ্টা এই ৰূপে মাতৃ পৰমেশ্বৰী কামাখ্যাক ধ্যান কৰি যথাবিধি ন্যাস কৰিব।"

এই বৰ্ণনাৰপৰা কামাখ্যা যোনি প্ৰতীকৰ ওপৰত শিহুত আৰোপ

কৰা বৌদ্ধতান্ত্ৰিক দেৱীৰ ৰূপ সহজেই তন্ত্ৰময়।

নৰনাৰায়ণ ৰজাই কামাখ্যা মন্দিৰ ১৫৬৫ খ্রীঃত পুনৰ্নিৰ্মাণ কৰাই কেনেকৈ উচৰ্গা কৰিছিল তাৰ বিৱৰণ দৰং ৰাজবংশাৱলীত সুন্দৰকৈ আছে ঃ

ছয় মাস মান মঠ যেৱে বান্ধা ভৈলা
তেৱে নৃপতিৰ ঠাই দূতক পঠালা ॥
দূত গৈয়া কহিলন্ত নৃপতিৰ আগে
মঠ বান্ধা ভৈল আজ্ঞা কৰা যেন লাগে ॥
তেৱে নৃপতিৰ মন আনন্দিত ভৈলা
উচৰ্গা কৰিবে দুই ভাই চলি গৈলা ॥
বিধিমতে মঠক প্ৰতিষ্ঠা কৰাইলন্ত
যতেক দক্ষিণা দিলা নাহি আদি অন্ত ॥
মহিষ ছাগল হংস মৎস পাৰাৱত
হৰিণ কচ্ছপ বলি উপহাৰ যত ॥
পূজা কৰাইলন্ত চতুঃষষ্টি উপহাৰে
সপ্ত দিন আছে দুই ভাই নিৰাহাৰে ॥
তিনি লক্ষ হোম দিলা এক লক্ষ বলি
সাত কুড়ি পাইক দিলা কৰি তাম্ৰফলি ॥
সুবৰ্ণ ৰজত তাম্ৰ কাংস্য পাত্ৰচয়
অখণ্ড প্ৰদীপ উচৰ্গিলা মনোময় ॥
দিনে দিনে পাঠ হোম পূজা কৰাইলন্ত
প্ৰতি দিনে পঞ্চ পুৰা চাউল লগাইলন্ত ॥
বিল ভূমি গ্ৰাম শস্য সব উচৰ্গিলা
তাল পত্ৰ শঙ্খ ঘণ্টা বাদ্যসব দিলা ॥
দণ্ড ছত্ৰ সিংহাসন শ্বেত যে চামৰ
উচৰ্গা কৰিলা নাৰায়ণ নৃপবৰ ॥
ব্ৰাহ্মণ দৈবজ্ঞ নট ভাট তাঁতী মালী
কমাৰ কহঁাৰ বাঢৈ ধোবা সালৈ তেলী ॥
সোণাৰি কুমাৰ হিৰা কৈৱৰ্ত চমাৰ
মুচিয়াৰ হাড়ি আদি দিলা নিৰন্তৰ ॥
সাঙ্গোপাঙ্গে ধন দিলা পঁচিশ হাজাৰ
আপোনাৰ প্ৰতিমাক সজাইলা শিলাৰ ॥

বোলে গোসাঁনীৰ পূজা প্ৰথমে কৰিব
গোসাঁনীৰ প্ৰসাদ আমাক আগে দিব ॥

নৰক কোন এইলৈও বিস্তৰ মতভেদ। ৰামায়ণে ৰামচন্দ্ৰৰ সমসাময়িক ৰজা এজনৰ নামো নৰক বুলি কৈছে। ব্ৰহ্মাণ্ডপুৰাণে কৈছে পৰশুৰামে হত্যা কৰা এজন ভৌম নৰকৰ কথা। অথৰ্ববেদতো এজন নৰকৰ নাম আছে। নৰক এটা উপাধি বুলি কথাও নোৱাৰি। কাৰণ ভগদত্তৰে নৰক উপাধি নাই।

নৰক যদি ৰামচন্দ্ৰৰ সমসাময়িকেই হয় তেন্তে দ্বাপৰৰ শ্ৰীকৃষ্ণৰ হাতত তেওঁ নিহত হয় কেনেকৈ। পৰশুৰামে হত্যা কৰা নৰক এজন আছিল যদিও কামাখ্যাৰ লগত জড়িত নহয়। যি নৰকপুত্ৰ ভগদত্তই অসীম সাহসেৰে কুৰুক্ষেত্ৰ যুদ্ধত দুৰ্যোধনৰ ফলীয়া হৈ সংগ্ৰাম কৰিছিল সেই ভগদত্ত পিতৃ নৰক দ্বাপৰৰ মহাভাৰতৰ সময়ৰেই হোৱাটো নিশ্চিত। এই কুৰুক্ষেত্ৰৰ যুদ্ধ খৃঃ পূঃ চৈধ্যশৰপৰা তেৰশৰ ভিতৰত হৈছিল বুলি দৃঢ় সিদ্ধান্ত দিছে।[১০] সকলো কালৰপৰা লক্ষ্য কৰি আনুমানিক খৃঃ পূঃ দুহাজাৰৰপৰা চৈধ্যশৰ ভিতৰত নৰকে প্ৰাগজ্যোতিষপুৰত ৰাজত্ব কৰিছিল বুলি ঠাৱৰ কৰিব পাৰি। ক্ষেত্ৰজ নৰকক বৰাহপুত্ৰ বুলিও কোৱা হৈছে। বৰাহক টোটেম হিচাপে লোৱা কোনোবা প্ৰাক আৰ্য্য জাতিৰ সন্তানো হব পাৰে।

নৰকৰ লগে লগে বশিষ্ঠৰ অভিশাপৰ কথাও তাৎপৰ্য্যপূৰ্ণ। বশিষ্ঠই ব্ৰহ্মাৰপৰা এটা গোপন মন্ত্ৰ পাই তাকে লৈ সাধনা কৰি নফলিওৱাত পুনৰ পিতৃক মন্ত্ৰ বিচৰাত পিতৃষে অথৰ্ববেদৰ মতে দেৱী বুদ্ধেশ্বৰীক ধ্যান কৰি তাতে মন নিয়োগ কৰিবলৈ কলে। রুদ্ৰ যামলৰ মতে বশিষ্ঠ সমুদ্ৰসমীপলৈ গ'ল। কিন্তু ব্ৰহ্মযামলৰ মতে কামাখ্যা পাহাৰলৈ গৈ প্ৰয়োজনীয় তপ-ধ্যান আচৰণ কৰাতো ফল নোপোৱাত দেৱী বুদ্ধেশ্বৰীক শাপ দিলে। দেৱীয়ে পথ ভুল হৈছে বুলি কলে আৰু মহাচীনত সহজে চলা, বেদঅজ্ঞাত পন্থাইহে তেওঁক সন্তুষ্ট কৰিব বুলি কলে। বশিষ্ঠই তালৈ গৈ বুদ্ধদেৱৰ দিহা লৈ তপস্যা কৰিলে সাৰ্থক হব বুলিও দেৱীয়ে কলে। বশিষ্ঠ সেইমতে মহাচীনলৈ গ'ল। কিন্তু বুদ্ধদেৱক নগ্ন স্ত্ৰী, মদিৰাৰ মাজত মহাসক্ত দেখি আশ্চৰ্য্যান্বিত হল। হতভম্ব হৈ এনে আচাৰত বিৰক্তি প্ৰকাশ কৰি বশিষ্ঠ আঁতৰি আহিব খোজাত, বশিষ্ঠ আঁতৰি নাযাবৰ কাৰণে আৰু সেই পন্থা লবৰ কাৰণে আকাশবাণী

১০ History of Classical Sanskrit Literature Mr Krishnamachari

হ'ল। এনেকৈয়ে পঞ্চ ম-কাৰৰ মাৰ্গত বশিষ্ঠই সিদ্ধি লাভ কৰিলে।

তাৰাতন্ত্ৰমতে বশিষ্ঠই সিদ্ধিলাভ কৰা মাৰ্গ তাৰাদেৱীৰ লগত জড়িত। যোগিনীতন্ত্ৰই ইয়াক সমৰ্থন কৰি বশিষ্ঠৰ ধ্যান কামাখ্যা পাহাৰলৈ আনিলে। বৌদ্ধধৰ্মীয় তন্ত্ৰ মঞ্জুশ্ৰীমূলকল্পত কামৰূপ তাৰামাৰ্গৰ কাৰণে প্ৰশস্ত ঠাই বুলি কৈছে।

বশিষ্ঠই কামৰূপৰ ধৰ্মৰ ইতিহাসত নতুন অধ্যায়ৰ সূচনা কৰিছে। বশিষ্ঠৰ শাপতে নিৰ্দিষ্ট সময়ৰ কাৰণে কামাখ্যা নিজ পীঠৰপৰা অন্তৰ্ধান হ'ল। শিৱ আৰু উগ্ৰতাৰাকো শাপ দিলে আৰু ফলত বামাচাৰৰ বিকাশ কামৰূপত আৰম্ভ হ'ল। আদিতে জনজাতীয় দেৱী কামাখ্যাৰ ওপৰত শাক্ত, বৌদ্ধতন্ত্ৰৰ প্ৰভাৱ যে তৰপে তৰপে পৰিছিল সেই বিষয়ে দ্বিমত হোৱাৰ থল নাই।

কামাখ্যা ধামত তাৰাৰ এক স্বকীয়া মন্দিৰো আছে। এই মন্দিৰটি কামাখ্যাৰ মূল পীঠৰ উত্তৰে থকা পুখুৰীটোৰ পূৰ-দক্ষিণ কোণত অৱস্থিত। ইয়াৰ উপৰিও কামাখ্যাৰ পুৰণি পাহাৰীয়া বাটৰ মাজভাগত আলিৰ কাষতে সোঁহাতে এটি পদ্মপাণি বুদ্ধৰ আৰু এটি ধ্যানী বুদ্ধৰ মূৰ্তি ক্ষত অৱস্থাত বিৰাজ কৰিছে। তাৰোপৰি পশ্চিম শিলৰ কাছ পুখুৰীলৈ যোৱাৰ বাটত সন্তানক কোলাত লৈ ৰৰ আলফুলে মৰম কৰি থকা যিটি মাতৃমূৰ্তি দেখা গৈছে সেই মূৰ্তিটিও হাৰিতী দেৱীৰ মূৰ্তি বুলি কিছু গবেষকে ঠাৱৰ কৰিব খোজে। এক মাতৃমূৰ্তি বাওঁকালেও আছিল কিন্তু সামান্য অৱশিষ্টৰ বাহিৰে বাকীখিনি এতিয়া ধ্বংসপ্ৰাপ্ত হৈছে। পশ্চিম বাটচ'ৰাৰ ভিতৰফালে পূৰ্ণকুম্ভও দেখা গৈছে। এই আটাইবোৰ বস্তু বৌদ্ধধাৰাৰ।

মহাৰাষ্ট্ৰ আৰু উত্তৰ প্ৰদেশত যথাক্ৰমে হাতী আৰু বলদৰ চূড়াৰে অশোকস্তম্ভ থকাৰ দৰে কামাখ্যা প্ৰাঙ্গণতো অশোকস্তম্ভৰ অৱশেষ, হাতীৰ মূৰ্তি, বলধৰ মূৰ্তি ভগ্ন অৱস্থাত পোৱা গৈছে।

কামাখ্যা আৰু হয়গ্ৰীৱ মাধৱ—এই দুযো মন্দিৰৰ লগত থকা দুটা পুখুৰীত কাছৰ প্ৰাধান্য থকালৈ চাই বৌদ্ধ প্ৰভাৱৰ কথা মনলৈ আহে। বৌদ্ধজাতকত এবাৰ ভগৱান বুদ্ধই কূৰ্ম (কাছ) অৱতাৰ ধৰি বহুতো নাৱিকক সঙ্কটৰ পৰা উদ্ধাৰ কৰে বুলি উল্লেখ আছে। তেতিয়াৰে পৰা কাছ বৌদ্ধসকলৰ নমস্য।

কামাখ্যা মন্দিৰ নিৰ্মাণতো বৌদ্ধসাঁচ পৰিলিক্ষিত হয় বুলি কিছু পণ্ডিতে মত প্ৰকাশ কৰে। বোধগয়াৰ অনুকৰণতে হয়তো কামৰূপৰ

দক্ষিণফালৰ পাহাৰৰ ওপৰত সাতোটা (কামাখ্যা, জনাৰ্দন, শুক্রেশ্বৰ বাণেশ্বৰ উমানন্দ, উগ্ৰতাৰা, মঙ্গলচণ্ডী) আৰু উত্তৰ ফালৰ পাহাৰত সাতোটা (মাধৱ, কেদাৰ, কামেশ্বৰ, সিদ্ধেশ্বৰ, ধাৰেশ্বৰ, অশ্বক্লান্ত আৰু দীৰ্ঘেশ্বৰী) মন্দিৰ সজোৱা হৈছিল।

কামাখ্যা প্রসঙ্গত এটা অতি উল্লেখযোগ্য কথা যে, এই মন্দিৰত বাৰ্ষিক অম্বুবাচী উৎসৱ আহাৰ (আষাঢ়) মাহত অনুষ্ঠিত হয়। ভগৱতী ৰজঃস্বলা হোৱা উপলক্ষে অম্বুবাচী প্ৰবৃত্তিৰ পৰা অম্বুবাচী নিবৃত্তিলৈকে মূল মন্দিৰ বন্ধ থাকে। অম্বুবাচী নিবৃত্তিৰ দিনা মূলপীঠ দৰ্শন কৰিবলৈ দূৰ-দূৰণিৰ অন্য ৰাজ্যৰ যাত্ৰীৰ সমাগম হয়। ৰজঃস্বলা অৱস্থাৰ ৰক্তবস্ত্ৰৰূপে এইকেদিন পীঠত থোৱা ৰঙা কাপোৰৰ খণ্ড যাত্ৰীসকলে নিৰ্মালীৰূপে অশেষ শ্ৰদ্ধাৰে গ্ৰহণ কৰে আৰু এনে বস্ত্ৰই ঘৰলৈ সৌভাগ্য আনে বুলি বিশ্বাস কৰি নিজ নিজ ঘৰৰ পৱিত্ৰ স্থানত এই বস্ত্ৰ ৰক্ষা কৰে।

দেখাতেই এই কথা স্পষ্ট যে ই এক তান্ত্ৰিক বিশ্বাস। এই তান্ত্ৰিক ধাৰা আৰু আদিম উৰ্বৰা ধাৰাৰ সংমিশ্ৰণত ৰূপ লোৱা কামাখ্যাৰ অম্বুবাচী উৎসৱ এক অনন্য উৎসৱ।

কামৰূপৰ কামাখ্যাত এতিয়ালৈকে প্ৰচলিত হৈ থকা কুমাৰী পূজাৰ বিষয়ে সবিশেষ আলোচনা অন্য এক প্ৰবন্ধত কৰা হৈছে। মন কৰিবলগীয়া যে কামাখ্যাৰ লগত ত্ৰিপুৰাধাৰাকো একাত্ম কৰা হৈছে। ত্ৰিপুৰাধাৰাৰ-পৰাই কুমাৰী পূজাৰ ধাৰা হৈছে বুলি অনুমান কৰা হৈছে।

# দেৱী ভুবনেশ্বৰী

কামৰূপৰ নীলাচল পৰ্বতৰ শৃঙ্গত মহাগৌৰী দেৱী ভুবনেশ্বৰীৰ পীঠ। নীলাচলৰ এই শৃঙ্গ থকা ঠাই ব্ৰহ্মপৰ্বত নামে পুৰাণ আদিত ব্যক্ত হৈছে। কালিকাপুৰাণত কোৱা হৈছে: "এই স্থানত দেৱীক বেষ্টন কৰি মূলভূতা, সনাতনী আঠগৰাকী যোগিনী অৱস্থান কৰে—গুপ্তকামা, শ্ৰীকামা, বিন্ধ্যবাসিনী, কোটিশ্বৰী, বনস্থা, পাদদুৰ্গা, দীৰ্ঘেশ্বৰী আৰু ভুবনেশ্বৰী"। (১)

মহাগৌৰী তু যা দেৱী যোগিনী সিদ্ধৰূপিণী
সা ব্ৰহ্ম পৰ্ব্বতে চাস্তে শিলাৰূপেণ চোৰ্দ্ধতঃ (২)
অতীৱ ৰূপসম্পন্না নাম্না সা ভুৱনেশ্বৰী
যত্ৰ ব্ৰহ্মাতু সংসাক্তো ময়ি পৰ্ব্বতৰূপিণী (৩)

"মহাগৌৰী নামে সিদ্ধৰূপিণী যি যোগিনী আছে তেওঁ ব্ৰহ্মপৰ্বতৰ উৰ্দ্ধত শিলাৰূপে অৱস্থান কৰিছে। তেওঁ অতিশয় সৌন্দৰ্য্যশালিনী আৰু ভুবনেশ্বৰী নামে প্ৰসিদ্ধ। য'ত পৰ্বতৰূপী মোত ব্ৰহ্ম সংযুক্ত হৈ আছে তাতেই তেওঁ অৱস্থিতা।"

যোগিনী তন্ত্ৰত কোৱা হৈছে:

মনোভৱগুহাবক্ষৌ দেব্যা শিখৰমুন্নতং
তত্ৰাহোগ্ৰমিতি খ্যাতং পীঠং পৰমদুৰ্লভং
সিদ্ধিকালী ব্ৰহ্মৰূপা দেৱতা ভুৱনেশ্বৰী
নিবসেত্তত্ৰ যা কালী ঘোৰদৈত্যবিনাশিনী (৪)

"মনোভৱ গুহাৰ বহ্নিত দেৱীৰ শিখৰ উন্নত হৈ আছে। সেই পৰম দুৰ্লভ পীঠ মনোগ্ৰ নামে বিখ্যাত। সেই পীঠত ঘোৰ দৈত্য-নাশিনী, সিদ্ধিকালী, ব্ৰহ্মৰূপা ভুবনেশ্বৰী দেৱী বাস কৰি আছে।" যোগিনীতন্ত্ৰৰ একাদশ পটলত উপবিদ্যাসকলৰ ভিতৰত ভুবনেশ্বৰীক ধৰা হৈছে।

---

(১) কালিকাপুৰাণ ৯৫/৯৬ শ্লোক—৬২ অধ্যায়
(২) কালিকাপুৰাণ ১২৫ শ্লোক—৬২ অধ্যায়
(৩) কালিকাপুৰাণ ১২৬ শ্লোক—৬২ অধ্যায়
(৪) একাদশ পটল— যোগিনীতন্ত্ৰ

ভুবনেশ্বৰীৰ প্ৰণাম মন্ত্ৰ হৈছে :

ভুবনেশীং মহামায়াং সূৰ্য্যমণ্ডলৰূপিণীম্।

নমামি বৰদাং শুদ্ধাং কামাখ্যাৰূপিণীং শিৱাম ।।

তেওঁৱেই সিদ্ধিকালী, তেৱেঁই উপবিদ্যা, তেওঁৱেই পুনৰ সূৰ্য্যমণ্ডল-ৰূপিনী। সেওঁ এই কাৰণেই সিদ্ধিকালী— কাৰণ ভুবনেশ্বৰী পীঠত বহি দহবাৰ মন্ত্ৰ জপ কৰিলে মন্ত্ৰ সিদ্ধি হয় আৰু উপাসক শিৱ সদৃশ হয়। তেওঁ ৰহ্মৰূপা তথা জ্ঞানৰূপা। তেওঁ সূৰ্য্যমণ্ডলৰূপিনী। এই সূৰ্য্যমণ্ডল কথাটোৱেই মন ঢ়কিবলগীয়া। এই সূৰ্য্যমণ্ডলৰূপিনী কথাটো এনে কাৰণে ব্যৱহাৰ হৈছে বুলি ভাবিব পাৰি—

(১) প্ৰাগজ্যোতিষপুৰে সৌৰকৃষ্টিৰ এক বিশেষ ঐতিহ্য বহন কৰি আহিছে। সৌৰধাৰাত সূৰ্য্যই পৰম ব্ৰহ্ম। ভুবনেশ্বৰী পীঠ থকা ব্ৰহ্ম পৰ্বত সেই অৰ্থত সূৰ্য্য পৰ্বত। তাৰ অধিষ্ঠাত্ৰী দেৱী সেযে সূৰ্য্য মণ্ডলৰূপিনী।

(২) কামাখ্যাৰূপিনী ভুবনেশ্বৰী পীঠ তান্ত্ৰিক পীঠ। সেয়ে তান্ত্ৰিক দৃষ্টিকোণৰপৰা চালে "সূৰ্য্যমণ্ডলৰূপিণী" শব্দটোৰ প্ৰয়োগ অন্য অৰ্থৰ। দেহৰ ছয় চক্ৰৰ যি কল্পনা তাৰ মূলাধাৰ চক্ৰক সূৰ্য্যচক্ৰ বুলিও কোৱা হয়। এই সূৰ্য্য চক্ৰৰ পৰা কুণ্ডলিনী ঊৰ্দ্ধমুখী কৰি নি চন্দ্ৰচক্ৰ বা সহস্ৰাৰত মিলন কৰালেই অমৃত ক্ষৰিত হয়। গুহ্য সাধনাৰ পীঠ ভুবনেশ্বৰী ভৈৰবী চক্ৰ (বৃত্তাকাৰ)ৰ পীঠ। সেই অৰ্থত তেওঁ সূৰ্য্যমণ্ডলৰ প্ৰতীক স্বৰূপা হব পাৰে। সূৰ্য্যক কেন্দ্ৰ কৰি সূৰ্য্যমণ্ডল বৃত্তাকাৰ।

(৩) ভুবনেশ্বৰী পীঠক "মহোগ্ৰ' বুলি যোগিনীতন্ত্ৰত কৈছে। শিৰত থকা "উষ্ণীষ কমল" বা সহস্ৰাৰকো ঊৰ্দ্ধমেৰু, পৰ্বত শিখৰ বা মূলশক্তিৰ আবাসস্থল বুলি অভিহিত কৰা হয়। ভুবনেশ্বৰী শৃঙ্গ সেই দিশৰ পৰাও "মহোগ্ৰ" (মহা উগ্ৰ) তথা মহোচ্চ শৃঙ্গ।

# দেৱী মঙ্গলচণ্ডী

গুৱাহাটীৰ উজানবজাৰ অঞ্চলৰ সুশোভিত এক স্থানত ছত্ৰাকাৰ পাহাৰ। কাষেদি বিশাল ব্ৰহ্মপুত্ৰ প্ৰৱাহিত হৈ মনোৰম দৃশ্যৰ সৃষ্টি কৰিছে। কেউকাষে গুলঞ্চ, বকুল গছৰ অপৰূপ শোভা। পাহাৰৰ ওপৰত মহামায়া মঙ্গলচণ্ডীৰ প্ৰাচীন মন্দিৰ। কাষৰ এটি ভগ্ন মন্দিৰত শিৱলিঙ্গ প্ৰতিষ্ঠাপিত আৰু ইয়াত শিৱ পূজা প্ৰচলিত। এই মন্দিৰতে বংশী গোপালৰো এটি ধুনীয়া মূৰ্তি আছে।

যোগিনী তন্ত্ৰত এই ছত্ৰাকাৰৰ উল্লেখ এনেকৈ আছে :

"ছত্ৰকোৰগিৰি র্যোহসৌ সাগৰিঃ পৰিপাত্ৰকঃ
তস্য আৰোহণ মাত্ৰেণ ন পুনৰ্জ্জায়তে ভুৱি ॥"

(নৱম পটল, ৮১)

কল্পবৃক্ষৰ দক্ষিণত দুই কডি নিক্ষেপ যোগ্য অন্তৰত ছত্ৰকোৰ নামে গিৰি আছে। সেই পৰ্বতক সাগৰী আৰু পৰিপাত্ৰকো বোলে। এই পৰ্বতত আৰোহণ কৰিলে পৃথিৱীত পুনৰ্জন্ম নহয়। কামৰূপৰ বুৰঞ্জী মতে উগ্ৰতাৰাৰ উত্তৰে দ্বিতীয় মদনাচল। তাতে মঙ্গলচণ্ডীৰ স্থান।

এই মঙ্গলচণ্ডীৰ ৰূপ অভয়মুদ্ৰাধাৰিণী বৰদা ৰূপ। মঙ্গলচণ্ডী কি চণ্ডীমঙ্গলৰ দেৱী? এই বিষয়ে অনুধাৱন কৰিবলৈ গলে বাংলা মঙ্গল কাব্যসমূহৰ কথা আহি পৰে। এই প্ৰসঙ্গত ড° শশীভূষণ দাশগুপ্তৰ 'ভাৰতৰ শক্তি সাধনা ও শাক্ত সাহিত্য' নামৰ গ্ৰন্থৰ "বাংলা মঙ্গল-কাব্যে দেবী" শিতানত লেখা কথাখিনি মন কৰিবলগীয়া—

"বাংলা মঙ্গলকাব্য"ৰ মাজত দেৱীক প্ৰধানকৈ পোৱা গৈছে চণ্ডীমঙ্গল কাব্যসমূহৰ মাজত। চণ্ডীমঙ্গলবোৰত যি দেৱীৰ সাক্ষাৎ লাভ কৰা হৈছে তেওঁৰ সাধাৰণ নাম মঙ্গলচণ্ডিকা। এই মঙ্গল-চণ্ডিকা যে মূলৰ পৌৰাণিক চণ্ডিকাৰ লগত অভিন্ন নহয়, এওঁ যে বাংলাদেশৰ লৌকিক দেৱী এই কথাও পূৰ্বতে অনেকে আলোচনা কৰিছে। ড° আশুতোষ ভট্টাচাৰ্য্যৰ বাংলা মঙ্গলকাব্যৰ ইতিহাসতো এই কথা আলোচিত হৈছে। মঙ্গলচণ্ডিকাৰ পৌৰাণিক চণ্ডিকাৰ লগত

অভিন্নতা লাভৰ ইতিহাসকে আমি চণ্ডীমঙ্গল কাব্যবোৰত দেখিবলৈ পাওঁ— মূলত দেৱীৰ নাম মঙ্গলচণ্ডিকা নাছিল বুলিয়েই অনুমান হয়। মূলত সম্ভৱতঃ তেওঁ আছিল মঙ্গলা, সৰ্বমঙ্গলা বা অমঙ্গলা। উপ-পুৰাণবোৰত তেওঁ মঙ্গলচণ্ডী হৈ উঠিল। অৱশ্যে পৌৰাণিক চণ্ডিকা দেৱীও বহুত স্থলত মঙ্গলময়ী ৰূপেও কীৰ্ত্তিতা, মাৰ্কণ্ডেয় চণ্ডীৰ মাজতো তেওঁক আমি সৰ্ব্ব মঙ্গল মাঙ্গল্যে আৰু 'শিবে' বুলি সম্বোধিত হোৱা দেখিছো। "মঙ্গলময়ী" এই অৰ্থত তেওঁৰ শিবা বৰ্ণনা বহুতবাৰ পাইছো। প্ৰসিদ্ধ অৰ্গলা স্তোত্ৰৰ মাজতো দেৱীক মঙ্গলা বুলি কোৱা হৈছে। দেৱীৰ মঙ্গলা বা শিবা নাম বা বিশেষণ অন্যান্য পুৰাণতো আছে। কিন্তু তথাপি ভাব হয় মঙ্গলাদেৱী এগৰাকী স্থানীয় লৌকিক দেৱীহে। দেৱী পুৰাণ, দেৱী ভাগৱত, বৃহৎ পুৰাণ, ব্ৰহ্মবৈৱৰ্ত পুৰাণ প্ৰভৃতিত মঙ্গলচণ্ডিকা দেৱীৰ নানাভাৱে উল্লেখ পোৱা যায়। এইসকল অৰ্বাচীন পুৰাণ উপপুৰাণকাৰসকল দেৱীৰ "মঙ্গলা" নামৰ ইমান প্ৰসিদ্ধিৰ কাৰণ সম্বন্ধে নিশ্চিত নাছিল। দেৱী মঙ্গলকাৰিণী কাৰণে "মঙ্গল" এই সাধাৰণ আৰু সহজ ব্যাখ্যা সকলোৱে স্বীকাৰ কৰি লৈছে। তাৰ পিছত দেৱীক মঙ্গলবাৰ, মঙ্গলগ্ৰহ, মঙ্গল দৈত্য, মঙ্গল নৃপতি, মঙ্গলাকাঙ্ক্ষী মানুহ— সৰ্ববিধ মঙ্গলৰ লগত যুক্ত কৰিবৰ চেষ্টা কৰা হৈছে। এই বিষয়ে ব্ৰহ্মবৈৱৰ্ত পুৰাণ আৰু দেৱী ভাগৱতত একে বৰ্ণনাই পোৱা যায়।"

প্ৰকৃততে ড° শশীভূষণ দাশগুপ্তৰ নিচিনা বিদ্বান লোকৰ মতে "মঙ্গল" দেৱী হ'ল বাংলাদেশৰ নাৰীসকলৰ ব্ৰতৰ দেৱী। পৌৰাণিক দেৱীসকলৰ উপৰিও নাৰীসকলৰ ব্ৰতৰ দেৱীও অনেক। মঙ্গলা, পিঙ্গলা, ধন্যা, ভ্ৰমৰি, ভদ্ৰিকা, উল্কা, সিদ্ধি আৰু সঙ্কটা এই অষ্ট দেৱীক জ্যোতিষত অষ্টযোগিনী বুলি ধৰা হৈছে। চণ্ডী সপ্ত শতীত ভ্ৰমৰীৰ স্থান মহাদেৱীৰ লগত একে বুলি কোৱা হৈছে। মূল দেৱী দুৰ্গা বা চণ্ডীৰ লগত অভিন্ন নোহোৱা পৰ্য্যন্ত তেওঁবিলাকক যোগিনী বুলি কোৱা হৈছে।

মঙ্গলচণ্ডীৰ দ্বাৰা মঙ্গলদৈত্য নিধনৰ কাহিনী দ্বিজ মাধৱৰ মঙ্গলচণ্ডী গীতত আৰু দ্বিজ ৰামদেৱ বিৰচিত "অভয়ামঙ্গলৰ" মাজত পোৱা যায়। সঙ্কটত্ৰাৰিণী মঙ্গলময়ী সৰ্বশক্তিময়ী দেৱীয়ে শৰণাগতক দৈত্যৰ হাতৰ পৰা ৰক্ষা কৰি সৰ্বমঙ্গল প্ৰদান কৰে। উৰিষ্যাৰ শাক্ত কবিৰ ৰচনাতো দেৱীৰ সৰ্বমঙ্গলা ৰূপেই প্ৰাধান্য পাইছে। চণ্ডীপুৰাণৰ

কাহিনী এটিত সৰ্বমঙ্গলা দেৱী প্ৰথমে উপদেৱী আছিল বুলি স্পষ্টভাৱে কোৱা আছে। যেতিয়া মহিষাসুৰক দেৱীয়ে কোনোমতেই বধ কৰিব পৰা নাছিল তেতিয়া দুৰ্গাৰ সহচাৰিণী মনোৰমাই দুৰ্গা দেৱীক বিবসনা কালীৰূপ ধাৰণ কৰিবলৈ উপদেশ দিলে। সেই উপদেশত দেৱীয়ে বিবসনা কালী ৰূপ ধাৰণ কৰি মহিষাসুৰ নিধন কৰিলে। দুৰ্গাদেৱীক উপদেশ দান কৰি এই দেৱী নৰগণৰ সকলোতকৈ বেছি মঙ্গলকাৰিণী হোৱাত দেৱীয়ে কলে—

সমস্ত সুলভ হৈব তোৰ পৰসাদে
সৰ্বমঙ্গলা নাম তোৰ হৈয়া আছে।

দ্বিজ মঙ্গলৰ 'চণ্ডীমঙ্গল' নামৰ যি জনপ্ৰিয় কাব্য আছে তাত থকা ধনপতি উপাখ্যানৰ কাহিনীটো এনে—

ধনপতি সদাগৰৰ দুই পত্নী। লহনা আৰু খুলনা। লহনাই খুলনাক গহীন বনত ছাগলী চৰাবৰ কাৰণে আদেশ দিয়াত খুলনাই ছাগলী চৰাই থাকোঁতে তাৰে এটা ছাগলী দেৱীৰ চক্ৰান্তত নোহোৱা হোৱাত সপত্নীৰ ভয়ত খুলনাই ছাগলী বিচাৰি ফুৰোঁতে পদ্মাই পালে। পদ্মা আছিল চণ্ডীৰ সহচৰী। পদ্মাই বৃক্ষ লৈ বনৰ একোণত উৰুলি জোকাৰ দি ঘট স্থাপন কৰি দেৱীৰ পূজা আৰম্ভ কৰি দিলে। খুলনাই শব্দ শুনি সেইপিনেই ছাগলী আছে বুলি ভাবি গৈ থাকোঁতে দেখিলে পঞ্চকন্যা বহি লৈ দেৱীৰ পূজা কৰিছে। পদ্মাই খুলনাক ঘট স্থাপন কৰি কৰা এনে দেৱী পূজাৰ মাহাত্ম্য বৰ্ণাই হেৰোৱা ছাগলী পাবৰ অৰ্থে এনে পূজা কৰিবলৈ কলে। খুলনাই তেতিয়াই নৈত স্নান কৰি পদ্মাই দিয়া উপদেশেৰে দেৱীৰ পূজা অৰ্চনা কৰি বৰ লাভ কৰিলে। এনে ব্ৰত আৰু পূজা বিশেষ পূজা পদ্ধতিৰ ব্ৰত বা পূজা নহয়—এতিয়াও বিভিন্ন ঠাইত প্ৰচলিত নাৰীৰ ব্ৰত আৰু পূজাৰে ই উদাহৰণ। ঘৰতো খুলনাই ঘট পাতি পূজা কৰোতে শিৱ উপাসক ধনপতি সদাগৰে এনে ঘট ভাঙি পেলাইছিল। চান্দ সদাগৰৰ পত্নী সনেকাইও মনে মনে ঘট পাতি পদ্মাৰ পূজা কৰাৰ কথা আছে। ধনপতি সদাগৰৰ দৰে চান্দ সদাগৰেও সেই ঘট লাঠি মাৰি ভঙাত পদ্মাৰ ৰোষত পৰি সৰ্বস্বান্ত হব লগা হৈছিল। কবি মুকুন্দৰামৰ চণ্ডীমঙ্গলৰ আৰম্ভনিতে আছে—

"স্ত্ৰীলোকেৰ পূজা লৈতে চণ্ডী কৈল মতি
পদ্মাৱতী সনে মাতা কৰিলা যুকুতি॥"

এই কাব্যত ছাগলী বিচাৰি পৰিশ্ৰান্ত হৈ গছৰ তলত শুই পৰা খুল্লনাক দেৱীয়ে নিজে স্বপ্ন দেখুৱাইছে—দেৱী ব্ৰত কৰি পূজা কৰিলে হেৰোৱা বস্তু ঘূৰাই পাব বুলি । বনত পূজা পাতি উদাহৰণ দেখুওৱা কন্যাসকলে ইন্দ্ৰৰ পাঁচ ভনী বুলি চিনাকি দি কৈছে যে,

"পূজিবে অম্বিকা প্ৰতি মঙ্গল বাসৰে
বিপদ সাগৰে চণ্ডী হইবে কাণ্ডাৰে ।
...অষ্ট তণ্ডুল দূৰ্বা নিত্য নিৰমিয়া
পূজিবে মঙ্গলবাৰে জয় জয় দিয়া ॥"

এই অষ্টধান্য দূৰ্বাৰ দেৱীয়েই মঙ্গলা তথা অষ্ট-মঙ্গলা ।

"চণ্ডীমঙ্গল" কাব্যৰ দ্বিতীয় কাহিনী হ'ল কালকেতু ব্যাধৰ কাহিনী । কালকেতুৰ আখ্যান চাবলৈ গলে সমাজ বিবৰ্তন, ধৰ্ম বিবৰ্তনৰে আখ্যান । এই কাহিনীত সমাজৰ নিম্ন স্তৰত থকা জাতি উচ্চ স্তৰলৈ উন্নীত হৈছে । লগে লগে তেওঁবিলাকৰ পূজিতা দেৱী উচ্চ স্তৰৰ দ্বাৰা পূজিতা চণ্ডিকা দেৱীৰ লগতো অভিন্না হৈছে ।

কালকেতু আছিল ৰাঢ় অঞ্চলৰ ব্যাধ । পশু চিকাৰ আৰু পশুৰ মাংস, ছাল আদিৰ বেপাৰেই আছিল কালকেতুৰ জীৱন আৰু জীৱিকা । কালকেতুৱে নিজ পৰিশ্ৰমৰ দ্বাৰা ধনবান আৰু প্ৰবল শক্তিশালী হৈ উঠিল । ব্যাধ কালকেতুৰ প্ৰতিপত্তি দেখি কলিঙ্গৰাজে সহ্য কৰিব নোৱাৰি নানা ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে ।

কালকেতুৱে ধন-সম্পত্তি কৰি নগৰ পাতিবলৈ ওলাল । কাল-কেতুৱে পতা নগৰত বৰ্ণহিন্দুসকলে থাকিবলৈ অস্বীকাৰ কৰিলে । নগৰত থাকিবৰ কাৰণেও নানা প্ৰলোভন দিব লগা হ'ল । কলিঙ্গ ৰাজ্যত আকস্মিক বান অহাত কালকেতুৱেই অৰণ্য পৰিষ্কাৰ কৰি মানুহক বসতি দিবলৈ ধৰিলে । এই কলিঙ্গ ৰাজ্য কংস নদীৰ পাৰৰ অঞ্চল বুলি পণ্ডিতসকলে কব খোজে । এই কংস নদী বৰ্তমানৰ কাঁসাই নদী ( ৰাঢ় ভূমিৰ ) বুলিও স্থিৰ কৰা হৈছে । যি নহওক কলিঙ্গৰাজ আৰু কালকেতুৰ মাজত দ্বন্দ্ব সংঘৰ্ষ হৈ শেষত আপোচ হ'ল ।

কংস নদীৰ তীৰৰ মন্দিৰত থকা প্ৰাচীন চণ্ডিকা বুলি খ্যাত দেৱীয়েই আছিল কালকেতু প্ৰমুখ্যে বন্য ব্যাধৰ দ্বাৰা পূজিতা, বনৰ অধিবাসী পশুবোৰৰ দ্বাৰা পূজিতা ( কংস নদীৰ পাৰৰ বিজু বনত পশুবোৰে দেৱীৰ পূজা দিছিল বুলি মুকুন্দৰামে বৰ্ণাইছে ) আদিম

দেৱী। এই দেৱী কি দেৱী আছিল বুলি স্বাভাৱিকতে প্ৰশ্ন হয়— আটাইবোৰ চণ্ডীমঙ্গলতে এই কথা আছে যে দেৱীয়ে "স্বৰ্ণ গোধিকা" ৰূপ ধাৰণ কৰি বনত ব্যাধ কালকেতুৰ কাষত ধৰা দিছিল। ব্যাধ কালকেতুৱে চিকাৰ ৰূপেই অনা স্বৰ্ণ গোধিকাই কালকেতুৰ ঘৰত অপৰূপ সুন্দৰী দেৱী মূৰ্তিৰ ৰূপ ধাৰণ কৰিলে। বৃহদ্ধৰ্ম পুৰাণতো আছে গোধিকা ৰূপেৰে দেৱীয়ে কালকেতুক ছলনা কৰিছিল।

গোধিকা তথা গোধাৰ লগত দেৱীৰ সম্পৰ্কসূচক কথা প্ৰসঙ্গত কব পাৰি যে, চণ্ডিকাৰ প্ৰীতিৰ কাৰণে গোধা বলিদান কৰাৰ কথা কালিকা পুৰাণত আছে। ইয়াৰ দ্বাৰা উচ্চ স্তৰৰ দেৱীৰ লগত নিম্ন স্তৰৰ উপাস্যৰ (totemৰ) সংঘৰ্ষ তথা দমনৰ ইঙ্গিত আছে। বিশ্বসাৰ তন্ত্ৰৰ পঞ্চম পটলতো আছে—গোধা মাংসৰ দ্বাৰা গুহ্য কালী তুষ্ট হয়। বঙ্গদেশত পোৱা বহুতো প্ৰাচীন দেৱী প্ৰতিমাৰ বাহন গোধা। জৈন মূৰ্তি শিল্পত গোধা বাহনা গৌৰী মূৰ্তিৰ উল্লেখ আছে। সেই দেৱীৰ ধ্যান এনে:

গৌৰীং দেৱীং গোধাবাহনাং চতুৰ্ভুজাং
বৰদ মুষলযুতদক্ষিণ কৰাং
অক্ষমালাকুবলয়ালঙ্কৃতবাণহস্তাম্ ॥

গোপীনাথ ৰাওৰ Elements of Hindu Iconography গ্ৰন্থৰ প্ৰতিমা লক্ষণত উদ্ধৃত কৰিছে—

"গোধাসনা ভবেদ্ গৌৰী লীলয়া হংসবাহনা।"
"অক্ষসূত্ৰ তথা পদ্মম্ অভয়ং চ বৰং তথা
গোধাসনাপতি মূৰ্তিগৃহে পূজ্যা শ্ৰিয়ে সদা॥

শ্ৰীযুত সুধীভূষণ ভট্টাচাৰ্য্যৰ এটি মত এইখিনিতে বিশেষ প্ৰণিধান-যোগ্য "মধ্য প্ৰদেশৰ কেইটামান আদিম জাতিয়ে গোধাক এতিয়াও কুলকেতুৰূপে (totem) পূজা কৰি থাকে।" ইয়াৰপৰা বুজা যায় যে, যিবিলাক আদিম জাতিৰ মাজত গোধা বা গোধিকা আছিল কুলকেতু বা কুলদেৱতা, সেই আদিম জাতিৰ বিৱৰ্তন আৰু অন্য উচ্চ স্তৰত সংস্কৃতিৰ লগত মিশ্ৰণৰ লগে লগে সেই কুলদেৱতাও মিশ্ৰিত হৈ নৱৰূপ পৰিগ্ৰহণ কৰিবলৈ ধৰিলে। আৰ্য্য-অনাৰ্য্য সকলো দেৱী ক্ৰমান্বয়ে এক দেৱীত পৰিণত হ'ল। গোধাক কুলকেতু কৰি লোৱা জাতিবোৰৰ দেৱী গোধাসনা গৌৰী ৰূপে প্ৰতিষ্ঠা হ'ল।

মঙ্গলচণ্ডীৰ সামান্য তত্ত্ব বিচাৰ প্ৰসঙ্গ সামৰি গুৱাহাটীৰ ছত্ৰাকাৰ স্থিতা মঙ্গলচণ্ডীৰ সম্পৰ্কত কিম্বদন্তীমূলক কথা ইয়াকে কব পাৰি যে এই মঙ্গলচণ্ডী কামৰূপৰ প্ৰতাপী হৰদত্ত, বীৰদত্তৰ ৰাজলক্ষ্মীৰূপে প্ৰতিষ্ঠিতা আছিল। মানব আক্ৰমণত হৰদত্ত বীৰদত্ত পতিত হ'লত তেওঁবিলাকৰ কুলদেৱী মঙ্গলচণ্ডীক জলাশয়ত মানবপৰা লুকুৱাই থোৱা হ'ল। জলত প্ৰতিমা বিসৰ্জন দি চকুলো টুকি কোৱা হৈছিল যে "তুমি যদি নিজে উদ্ধাৰ হব পাৰা তেতিয়া নিজ ঠাইলৈ তোমাৰ ইচ্ছা অনুসৰি গমন কৰিবা।" বড়িয়াৰ কোনো এক জলাশয়ত প্ৰতিমাৰ লগতে অষ্ট ধাতুৰ ছটি পদুম কলিও বিসৰ্জন দিয়া হৈছিল।

আহোম স্বৰ্গদেৱ কমলেশ্বৰ সিংহৰ দিনত কলীয়া তোমোৰা মন্ত্ৰী আছিল। ৰজা আৰু মন্ত্ৰীক একে নিশাতে দেৱীয়ে স্বপ্ন দেখুৱাই তেওঁক উদ্ধাৰ কৰি শিৱ আৰু বিষ্ণু মন্দিৰৰ ওচৰত নি প্ৰতিষ্ঠা কৰিবলৈ কলে। স্বপ্নাদিষ্ট হৈ নৌকা, হস্তীসহ সমদল পদযাত্ৰা কৰি দেৱীক জলাশয়ৰপৰা উদ্ধাৰ কৰি আনি শিৱ আৰু বিষ্ণু দেৱালয়ৰ লগত সমান ঠাইত স্বপ্নৰ আদেশ মতে প্ৰতিষ্ঠা কৰা হল। চণ্ডীৰূপত প্ৰতিষ্ঠা কৰি, আমিষ, নিৰামিষ দুয়ো ভোগ দেৱীক আগবঢোৱা হয়।"

পিছত অন্য ধাতুৰ প্ৰতিমাখনিত ললিতা কান্তাৰ ৰূপ পৰিদৃষ্ট হয়।

# দেৱী দীৰ্ঘেশ্বৰী

পশ্চিমে কামনাথস্য সপ্তধন্বন্তৰে স্থিতাং
দৃষ্টা দীৰ্ঘেশ্বৰীং দেৱীং সৰ্ব্বকাম ফলপ্ৰদাং
ষষ্টিবৰ্ষসহস্ৰানি দেৱবদ্ভুবি মোদতে ( ৭.১১৭ )

যোগিনীতন্ত্ৰৰ সপ্তম পটলৰ এশ সোতৰ শ্লোকত কোৱা হৈছে: কামনাথৰ পশ্চিমে সাতধনু অন্তৰত থকা সকলো কামনা সিদ্ধিকাৰিণী দীৰ্ঘেশ্বৰী দেৱীক দৰ্শন কৰিলে ষাঠি হাজাৰ বছৰ দেৱতাৰ তুল্য হৈ পৃথিৱীত মহা আনন্দেৰে কাল যাপন কৰে।

দীৰ্ঘেশ্বৰী মন্দিৰ থকা ঠাইখণ্ডৰ বৰ্তমান নাম উত্তৰ গুৱাহাটীৰ ৰংমহল অঞ্চল। এই ঠাই গুৱাহাটীৰপৰা চাৰিমাইল দূৰত ব্ৰহ্মপুত্ৰৰ সিপাৰে। দেৱালয় থকা পৰ্বতখন আৰু তাৰ গাতে লাগি থকা পৰ্বতখন লেচৈৰালগা গুণে দীৰ্ঘেশ্বৰী পৰ্বতেই বোলা যায়। ১৬৩৪ শকত ৰুদ্ৰসিংহ স্বৰ্গদেৱে ক্ষেত্ৰপৰ্বত বিচৰাই লিখোৱা এখন সাঁচিপতীয়া পুথিত এই পৰ্বতৰ আন নাম সীতাপৰ্বত বুলি কৈছে।

এই দেৱালয়ৰ নিৰ্মাণৰ ৰূপ সাধাৰণ গঢ়ৰ। উচ্চতা ত্ৰিশ-পয়-ত্ৰিশ ফুটমান হব। এই মন্দিৰত ৰজা শিৱসিংহই দিয়া শিলৰ ফলিৰ সময় ১৬৫৭ শক।

"মিলন" নামৰ অসমৰ এসময়ৰ পত্ৰিকাত সোণাৰাম চৌধুৰীয়ে এই দেৱালয়ৰ সম্পৰ্কত লিখিছিল—'আগৰ দিনত দেৱালয়খন ব্যাঘ্ৰসঙ্কুল ঠাইত থকা দেখি ইয়াৰ অধিষ্ঠাত্ৰী দেৱী বা গোসাঁনীৰ আন এটা নাম বাঘেশ্বৰী। ইয়াৰ দলৈ পূজাৰী আদিয়ে বাঘক এই গোসাঁনীৰ বাহন বুলি কয়।"

কালিকা পুৰাণত কামাখ্যাৰ অষ্টযোগিনীৰ ভিতৰত দীৰ্ঘেশ্বৰীও এক যোগিনী বুলি কোৱা হৈছে আৰু সেই যোগিনীসকলৰ বিভিন্ন পীঠ আছে বুলিও উল্লেখ কৰিছে।

এই দীৰ্ঘেশ্বৰী দেৱালয়ৰ দেৱী পীঠৰ ঢাকনি স্বৰূপে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে ১৬৭৯ শকত ৰূপৰ জাপি উৎসৰ্গা কৰিছিল। ১৬৭৯ শকত মন্দিৰৰ নামত মাটি-বৃত্তিও দিয়া হৈছিল। এই জাপি এতিয়া নাই।

দীৰ্ঘেশ্বৰী দেৱীৰ প্ৰাচীন সময়ৰ কোনো বিগ্ৰহ এতিয়া দেখা নেযায়। যি চতুৰ্ভুজা দেৱী মূৰ্তিত এতিয়া পূজা কৰা হয় সেয়া তুলনামূলকভাৱে বহুত নতুন। সৰ্বেশ্বৰ শৰ্মা কটকীয়ে "বৰদৈচিলা" (বহাগ ১৮৫৬ শক)ত লেখা প্ৰবন্ধত লেখিছিল—"মঠৰ ভিতৰত য'ত পূজা কৰা হয় তাত দেৱীৰ অঙ্গ আচ্ছাদন কৰি থোৱা আছে বা ঢাকি থোৱা আছে।" কিম্বদন্তী মতে গোসানীৰ দক্ষিণ উৰুৰ ওপৰত এই মন্দিৰ প্ৰতিষ্ঠিত আৰু ইয়াক গুপ্ত কামাখ্যা বুলি কয়। প্ৰকৃততে ই এখনি পীঠহে।

পূজাৰীসকলে কোৱামতে এই মন্দিৰ তান্ত্ৰিক মন্দিৰ। দেৱালয়ৰ বীজমন্ত্ৰসমূহ তান্ত্ৰিক। হোম আদিও তান্ত্ৰিক পদ্ধতিৰে হয়। বলি-উচৰ্গাৰ ভিতৰত হাঁহ, পাৰ, ছাগলী, পাঠা, কাছ, মাগুৰ মাছ, ম'হ ইত্যাদি প্ৰধান। এই মন্দিৰত বৰ্তমান দুৰ্গাপূজা, কালীপূজা, নাগপঞ্চমী, মদন উৎসৱ, শিৱৰাত্ৰি আদি উৎসৱ উদ্‌যাপিত হয়।

মন কৰিবলগীয়া এই যে এই দেৱালয়ক বাঘেশ্বৰী দেৱালয় বুলিও জনা যায়। কিম্বদন্তী মতে এহাল বাঘ-বাঘিনীয়ে সদায় আহি মন্দিৰৰ ভোগ-প্ৰসাদ খাই গৈছিল। পূৰ্বতে এই বনাঞ্চলতেই মাৰ্কণ্ডেয় মুনিৰ আশ্ৰম আছিল বুলি কিম্বদন্তী আছে।

এই দেৱালয় থকা পৰ্বতৰ গাত যিবোৰ শিলত কটা মূৰ্তি দেখা গৈছে তাৰ ভিতৰত চণ্ডিকা, যোগিনী, যম, হনুমান, গণেশ, শিৱৰ মূৰ্তিয়েই প্ৰধান।

দীৰ্ঘেশ্বৰী দেৱী ব্যাঘ্ৰবাহনা বুলি কোৱা হৈছে। অৰ্থাৎ বাঘৰ তেওঁ অধিষ্ঠাত্ৰী, বাঘক তেওঁ দমন কৰিছে অথবা বাঘেও তেওঁৰ শৰণ লৈছে। দীৰ্ঘেশ্বৰী পৰ্বতত এতিয়াও বাঘ ওলাই মানুহ, জন্তু আদি ভক্ষণ কৰাৰ সংবাদ সময়ে সময়ে পোৱা যায়। বাঘ-প্ৰধান এই অঞ্চলত দেৱীৰ অৱস্থান সম্পৰ্কে দুই ধৰণে চিন্তা কৰিব পাৰি। নাহৰ-ফুটুকী, লতামাকৰি, ঢেকীয়াপতীয়া আদি বিবিধ বাঘে গতিবিধি আচৰণ হিংস্ৰতাৰে যেনেকৈ ত্ৰাসৰ সৃষ্টি কৰে তেনেকৈ শক্তি-সৌন্দৰ্য্য-উগ্ৰতা আৰু ক্ষীপ্ৰতাৰ সমাহাৰেৰে মানুহৰ মাজত ৰহস্যময় আকৰ্ষণো বঢ়ায়। লোকসমাজত বাঘক কেন্দ্ৰ কৰি নানা উপকথা, কল্পনা, বিশ্বাস, আচাৰ-অনুষ্ঠান সেয়ে গঢ়ি উঠিছে।

দীৰ্ঘেশ্বৰী পৰ্বতৰ আশেপাশে থকা থলুৱা লোকসকল হ'ল বড়ো-

কছাৰী-কোচসকল। বাঘৰ দুৰন্ত আক্ৰমণৰপৰা ৰক্ষা পাবলৈ এইহাতে অতীজৰেপৰা বাঘ-পূজা, ব্যাঘ্ৰদেৱী বা ব্যাঘ্ৰ দেৱতাৰ পূজা কৰি তেওঁবিলাকে নিশ্চয় আত্মৰক্ষাৰ কাৰণে চেষ্টা কৰিছিল। এই প্ৰসংগত অসম, বংগদেশ তথা উত্তৰ-পূৰ্বাঞ্চলত ব্যাঘ্ৰ দেৱ-দেৱীৰ পূজাৰ আলোচনা অপ্ৰাসংগিক নহ'ব।

ভাৰতৰ পূৰ্বাঞ্চলৰ ঠায়ে ঠায়ে লৌকিক ব্ৰত পূজা আদিত যি বাঘাই আৰু সোণাৰায়ৰ পূজা পোৱা যায় তাৰ মূলতেই হৈছে ব্যাঘ্ৰ-দেৱতা তথা ব্যাঘ্ৰৰূপী আৰু ব্যাঘ্ৰপ্ৰকৃতিৰ দেৱতাৰ ধাৰণা। ব্যাঘ্ৰ দেৱতাৰ প্ৰভাৱ এসময়ত আনকি পৌৰাণিক দেৱতাৰ ওপৰতো পৰিছিল। ব্যাঘ্ৰমুখ বিষ্ণুৰ একাধিক প্ৰাচীন মূৰ্তি পোৱা গৈছে। বৃকবদন দেৱী, বিষ্ণু আৰু শিৱৰ মূৰ্তি পূৰ্বভাৰতত পূজিত হয়।

ব্যাঘ্ৰপূজা প্ৰসংগত যি তথ্যপাতি পোৱা গৈছে সেইবোৰ অধ্যয়ন কৰিলে দেখা যায় যে বংগদেশৰ চৌবিশ পৰগণাত "দক্ষিণ ৰায়" এক প্ৰধান লোকদেৱতা। হাওড়া, হুগলী, খুলনা, যশোহৰ, নোৱাখালি ইত্যাদি ঠাইত দক্ষিণ ৰায়ৰ প্ৰাধান্য বেছি। এই অঞ্চলত বিবিমা, বনবিবি কালুৰায়, পঞ্চানন, পীৰ গাজী আদিতকৈ দক্ষিণ ৰায়ৰ পূজা বেছি জনপ্ৰিয়। চৌবিশ পৰগণাত দক্ষিণ ৰায়ৰ পূজা দুই ধৰণৰ মূৰ্তি সাজি কৰা হয়। প্ৰথম বিধ হ'ল হাতত ধনু-কাঁড়, তৰোৱাল, বন্দুক আদি লৈ বাঘৰ ওপৰত বহি থকা যোদ্ধা বেশৰ মনুষ্য মূৰ্তি। দ্বিতীয়বিধ হ'ল গা-হীন মনুষ্যৰ মূৰ। এই মূৰ পাতৰ নিচিনা বস্তুৰে কেউকাষে সজ্জিত। কোনো কোনো ঠাইত ধোঁৱাৰ ওপৰত বগা গা-হীন মূৰক বড়া ঠাকুৰ বুলি পূজা কৰা হয়।

যিবোৰ ঠাইত উচ্চ সংস্কৃতিৰ লোকৰ বসবাস সেইবোৰ ঠাইত দক্ষিণ ৰায়ক পূৰ্ণ মনুষ্য-মূৰ্তিৰ ৰূপত দেৱালয়ত দৈনিক পূজা কৰাৰ নিয়মো আছে। কোনো কোনো ঠাইত মঙ্গল, শনিবাৰে, সপ্তাহে-পষেকে এই পূজা পালন কৰা হয়। এই পূজাত হাঁহ, পাৰ, কুকুৰা, ছাগলী উৎসৰ্গিত হোৱা দেখা যায়। দক্ষিণ ৰায়ৰ পূজা পুহৰ সংক্ৰান্তিৰ দিনা অথবা মাঘ মাহৰ প্ৰথমদিনা ডাঙৰকৈ উদ্‌যাপিত কৰাৰ নিয়মো প্ৰচলিত আছে।

নৈৰ পাৰ, পুখুৰী পাৰ, অৰণ্য, গছৰ গুৰি, পথাৰ অথবা গাঁৱৰ সীমাত ওখ ভেটি কৰি বড়া ঠাকুৰ মূৰ্তি থোৱা হয়। ব্ৰাহ্মণ, মাছ-মৰীয়া, নাৱৰীয়া, মৌ-সংগ্ৰহ কৰোঁতা, কাঠকটীয়া, কৃষক আটায়ে মিলি দক্ষিণ ৰায়ৰ উপাসনা কৰা দেখা যায়।

বংগদেশৰ "ঝাটাল" উৎসৱো এই দক্ষিণ ৰায়ৰ পূজাৰে অন্য এক প্ৰকৰণ বুলিব পাৰি। এই পূজা ৰাতি অৰণ্যত উদ্‌যাপিত হয়। খাজুৰ গছৰ পাতেৰে সজোৱা এখনি বেদীত বড়াঠাকুৰৰ এটি পুৰুষ, এটি নাৰী মূৰ্তি থোৱা হয়। কাষত জোৰ জ্বলোৱা হয়। সেই বেদীত চৰাইৰ তেজ বেদী উটি যোৱাকৈ ঢলা হয়। চৰাই বা জন্তুৰ মঙহ নৈবেদ্যৰূপে আগবঢোৱা হয়। লগতে মদ আৰু ভাঙৰ নৈবেদ্যও থাকে। ঢোল বজাই অশ্লীল নৃত্যগীত কৰি নিম্নস্তৰৰ হিন্দুৱে এই পূজা প্ৰচলন কৰি আহিছে।

পূৰ্ণ মনুষ্য মূৰ্তিৰ দক্ষিণ ৰায়ৰ পূজা আৰু দেহবিহীন বড়া মূৰৰ পূজাৰ মাজত পাৰ্থক্য আছে। আদিম বড়া মূৰৰ পূজায়েই বিবৰ্তনৰ মাজেদি ব্ৰাহ্মণ্য প্ৰভাৱত মনুষ্য মূৰ্তিৰ ব্যাঘ্ৰ দেৱতাৰ পূজাত পৰিণত হৈছে বুলি ভবাৰ অৱকাশ আছে।

বংগদেশৰ জনপ্ৰিয় ৰায়মংগল কাব্যত কৃষ্ণৰাম দাসে লিখিছে—

বাঘের ওপর নাঞি দক্ষিণের রায়
একখানি মুণ্ড মাত্র "বাবা" বলে তায়
কাটামুণ্ড "বাবা" পূজা সেই হইতে করে
কোনখানে দিব্যমূর্তি ব্যাঘ্রর ওপরে ॥

ইয়াৰ পৰাই বুজা যায় যে দক্ষিণ ৰায়তকৈ ওপৰ বাঘ আৰু নাই, দেহহীন মুণ্ডৰে নাম 'বাবা' (বড়া)। বাবা পূজাৰ উপৰিও বাঘৰ ওপৰত বহা মূৰ্তিও পূজিত হৈ আহিছে।

উল্লেখযোগ্য যে যেনেকৈ বড়া ঠাকুৰৰ মুণ্ড দক্ষিণ ৰায়ৰ প্ৰতীক তেনেকৈ এই মুণ্ড গাজী, কালু অথবা শনিৰ দ্বাৰা খণ্ডিত গণেশৰ মুণ্ড, শিৱৰ দ্বাৰা খণ্ডিত ব্ৰহ্মাৰ মুণ্ড হিচাপেও ঠায়ে ঠায়ে স্বীকৃত। যি ঠাইত বড়া ঠাকুৰৰ দুই মুণ্ড পূজা কৰা হয়, গোঁফৰ চিন নোহোৱা নাৰী মুণ্ডক "নাৰায়ণী" বুলি কোৱা হয়।

দক্ষিণ ৰায়, দক্ষিণ দ্বাৰ, দক্ষিণেশ্বৰ, দক্ষিণ দাৰ, বড়া ঠাকুৰ আদি বহুত নাম একেজন লৌকিক দেৱতা বুজাবলৈ ব্যৱহাৰ কৰাৰ দৰে তেওঁবিলাকৰ ক্ষমতা আৰু দৈৱত্ব লৈও বিভিন্ন কাহিনী আছে। ব্যাঘ্ৰদেৱতা বাস্তুদেৱতা, ক্ষেত্ৰপাল হোৱাৰ উপৰিও তেওঁৰ বৰষুণ দিব পৰা ক্ষমতা, কীট-পতংগৰপৰা শস্য ৰক্ষা কৰিব পৰা ক্ষমতা আৰু ৰোগ আৰোগ্য কৰিব পৰা ক্ষমতা আছে বুলি বিশ্বাস কৰা হৈ আহিছে। গছপাতৰ নিচিনা মুকুট পৰিধানৰ কথাই ব্যাঘ্ৰদেৱতা দক্ষিণৰ অধিপতি

ৰক্ষা বুলি ইংগিত দেখুওৱাৰ উপৰিও 'চিলভিয়ান স্পিৰিট' ইয়াৰ লগত সমন্বয় হোৱাৰ ইংগিতো দিয়ে।

বাঘৰপৰা ৰক্ষা পাবৰ কাৰণে ব্যাঘ্ৰপূজা কৰাৰ লগত নিশ্চয় শস্য বৃদ্ধিৰ কাৰণে নৰৰক্ত আৰু পশুৰক্তৰ অৰ্ঘ্য দিয়া প্ৰথাও মিলিত হৈ বড়া ঠাকুৰৰ পূজাৰ চলিত ৰূপ লৈছিল।

ব্ৰহ্মপুত্ৰ উপত্যকাত অজনজাতীয় লোকসমাজত প্ৰচলিত যিগৰাকী ব্যাঘ্ৰ দেৱতা আছে তেওঁৰ নাম সোণাৰায। সোণাৰায়ৰ প্ৰভাৱ পশ্চিম প্ৰান্তৰ গোৱালপাৰা জিলাৰ ভিতৰত সীমাবদ্ধ।

গোটেই পুহমাহ জুৰি পশ্চিম গোৱালপাৰাৰ চেমনীয়া আৰু ডেকা ল'ৰাবোৰে কান্ধত এমুৰে ফুল ওলোমোৱা ডৰ (দণ্ড) লৈ

বাঘ নামিল ৰে চিতিয়া পাকেৰা
ভোৰ বিযানে নামিল বাঘ মান্‌ষি কামেৰা

আদি "সোণাৰাযৰ গীত" গাই ঘৰে ঘৰে পইচা তুলি মাঘবিহুৰ দিনা নৈৰ পাৰত ভোজ-ভাতৰ আয়োজনেৰে সোণাৰাযৰ পূজা পাতে। কান্ধত লৈ ফুৰোৱা ডৰবোৰকে মাটিত পুতি সোণাৰায়ৰ প্ৰতীক ৰূপ দিয়া হয। পুৰোহিত, মন্ত্ৰ আদি এই পূজাত নাই। গৰখীয়া লৰাবোৰেই এই পূজা লৌকিকভাৱে সমাধা কৰে। "দশজনীয়া ধামত" (ৰাজহুৱা পূজাথলী) সোণাৰাযৰ কুঁহিলা মূৰ্তি থোৱা কেতিয়াবা দেখা যায়।

ব্যাঘ্ৰ দেৱতা সন্তুষ্ট হ'লে গৃহস্থৰ গোসম্পদ ৰক্ষা হোৱাৰ উপৰিও গৃহস্থালীৰ সকলো ঐশ্বৰ্য্য বৃদ্ধি হয। সোণাৰাযৰ মাহাত্ম্য দক্ষিণা সংগ্ৰহকাৰীযে দিয়া আশীৰ্বাদত উজ্জ্বল—

সত্য ঠাকুৰ সোণাৰায গাইৰস্তক দে তুই বৰ
ধনে জনে বাড়ুক গিৰী চন্দ্ৰ দিবাকৰ
গোইলে বাড়ুক গাই গৰু গোলাত বাড়ুক ধান
দেৱানে-দৰবাৰে পাউক বটা ভৰা পান
গোইলে বাড়ুক গাই গৰু, জাঙ্গালে বাড়ুক লাই
গিৰী ঘৰেৰ শত্তুৰ দুশমন্‌ বাঘে ধৰিয়া খাওক।

অন্যহাতে,

সোণাৰায়ৰ দক্ষিণা দিতে যাই কৰিবে হেলা
হাত-পাত খসিয়া পৰে চক্ষুৰ বিৰায় ঢেলা।

সোণাবায় পাতি বাভা বসতি প্রধান দক্ষিণ গোৱালপাৰা অঞ্চলতো স্বীকৃত এক লৌকিক দেৱতা। এই অঞ্চলৰ মাবৈপূজাৰ গীতত সোণাৰায়ৰ নাম আছে আৰু মাবৈপূজাত সোণাবায়ৰ আৰু বাঘেশ্বৰীৰ উদ্দেশ্যত ফুল আগবঢ়োৱা হয়। সোণাবায়ে পূজা ল'লে হেবোৱা গৰু-দামুৰী উলিয়াই দিয়ে। পাতিদৰং অঞ্চলত সোণাবায় পূজাৰ নিয়ম হ'ল—তিনিটা মাটিৰ বেদীত প্ৰত্যেকতে দুখনকৈ ছখন কলপটুৱাৰ ঠগী দিয়া হয়। এই ঠগীত জহাচাউল, ফৰ্মা চাউল, মালভোগ কল, গাখীৰ, ধূপ, সেন্দুৰ আৰু তামোল দিয়া হয়।

সোণাৰায়ক অৱহেলা কৰিলে বাঘা-বাঘিনী নামৰ ভিতি উৎপন্ন বেমাৰ হয় বুলি বিশ্বাস কৰা হয়। মাহাত্ম্যত শিশু কৃষ্ণৰ লগত বহুত ক্ষেত্ৰত অভিন্ন কৰি দেখুওৱা এই সোণাবায় বাঘক আদৰ কৰা অৰ্থত "সোণা", সোণালী ৰঙৰ অৰ্থত সোণা, নে সোণা নামৰ কোনোবা অনন্যসাধাৰণ শক্তিশালী পুৰুষে অসাধাৰণ শক্তিৰে দেৱত্ব লাভ কৰিছে জনা নেযায়।

অৰণ্যৰ পশুৰ অধীশ্বৰ, ব্যাঘ্ৰবাহন আন এজন লোকদেৱতা হ'ল বাদছাহ। কাছাৰ জিলাৰ কৰিমগঞ্জ মহকুমাত এই দেৱতাৰ প্ৰভাৱ যথেষ্ট বেছি। খৰিকটীয়া, চিকাৰী, নাৱৰীয়া আদিয়ে তেওঁক বিশেষভাৱে মান্য কৰে।

ভৈয়ামত বাস কৰা জনজাতীয় গোষ্ঠি যিবোৰ অসমত আছে তাৰ ভিতৰত বড়ো-কছাৰী আৰু তিৱাসকলৰ জনবিশ্বাসত বাঘে বহুত ঠাই অধিকাৰ কৰি আছে।

বড়ো-কছাৰীৰ দেৱ-দেৱীসকলৰ ভিতৰত ছং ৰাজা, ছং ৰাণীয়ে এক প্ৰধান ঠাই অধিকাৰ কৰিছে। এওঁবিলাকক বন্য পশুৰ অধিষ্ঠাত্ৰী দেৱ-দেৱী বুলি গণ্য কৰা হয় আৰু চিকাৰৰ সফলতাৰ কাৰণে ৰঙা কুকুৰা চৰাই অৰ্পণ কৰা হয়। আনকি চিকাৰৰ জাল গুথিবৰ সময়তো এই দুই দেৱ-দেৱীলৈ মদ আৰু কুকুৰা চৰাই উৎসৰ্গা কৰা হয়। গাৰ্জা পূজাত এই দুই দেৱ-দেৱী জীমান জীলা আৰু জীমান বুৰী নামে পূজিত হয়।

বাঘ সম্পৰ্কত আন এবিধ উল্লেখযোগ্য পূজা হ'ল বড়ো-কছাৰী সকলৰ খেৰাই পূজা। এই খেৰাই পূজাত বাঘ দেৱতাৰ আসনত অধিষ্ঠিত হয়। এই পূজাৰ লগত সংশ্লিষ্ট দেওধনী নাচত দেওধনীয়ে "বাঘৰ নাচ" (ভিক মাছা মেলেনায় নাচ) নাচে।

বড়ো, কছাৰীৰকলৰ মুছাহাৰি বা মৌছাৰি খেলটোৰ আন নাম বাগলাৰী বা বাঘলাৰী। এই খেলটোৰ মানুহে নিজকে বাঘৰ বংশধৰ বুলি চিনাকি দিয়ে। বাঘৰ মৃত্যুৰ বাতৰি পালে তেওঁবিলাকে আনকি চরু-হাড়ি পেলাই, ঘৰ-দুৱাৰ পৰিস্কাৰ কৰি, কানি-কাপোৰ ধুই, লঘোণ দি শোক পালন কৰে। ৰাইজলৈ ভোজভাত দি বা গৰখীয়া ল'ৰাক সিধা দি উদ্ধাৰ পৰাচিত হোৱাৰ প্ৰথাও আছে।

তিৱা বা লালুংসকলৰ মাজতো বাঘ-পূজা প্ৰচলিত আছে। তেওঁবিলাকৰ ব্যাঘ্ৰদেৱতাৰ নাম বাঘদেউ, বাঘৰজা, বনৰজা ইত্যাদি। বহাগৰ বিহুৰ সময়ত গৰুক গা ধুওৱাৰ আগতে যিসকল দেৱ-দেৱী পূজা কৰে তাৰ ভিতৰত বাঘদেৱতা অন্যতম। চংখং পূজাৰ সময়ত তিৱা পুৰোহিতে যি চাৰিখন বেদী সজায় সেই বেদীকেইখন হ'ল— বাঘৰজাৰ বেদী, জলথল দেৱতাৰ বেদী, মহাদেউ বা হোজাইৰ বেদী আৰু চাৰি ভাই চাৰি কাৰাৰ বেদী। খেতি চপোৱাৰ আগতে তিৱা সকলে যি মাংগলিক অনুষ্ঠান কৰে তাতো বাঘৰজাৰ অৰ্থে বেদী স্থাপন কৰি পথৰা কুকুৰা, ডুখন বহল পাতত বুকুৰা কণী, ৰন্ধা ভাত, ৰূপৰ আঙঠি আৰু তামোল-পাণ আগবঢ়োৱা হয়।

কাৰ্বি সমাজত প্ৰচলিত "ৰংখাং' পূজাত পুৰোহিতে বাঘক নিমন্ত্ৰণ কৰে আৰু ৰাইজে বিশ্বাস কৰে যে বাঘে আহি পুৰোহিতৰ হাতৰ অন্ন খাই যায়হি। কাৰ্বি সমাজত বাঘৰপৰা মানুহ হব পৰা অলৌকিক ক্ষমতা বাঘৰ আছে বুলি বিশ্বাস কৰা হয় আৰু সেই বাঘৰপৰা হোৱা মানুহক "কিলিং চক্ৰো" বুলি কোৱা হয়। তেনেকৈ মন্ত্ৰ আৰু দ্ৰব্যগুণৰ সহায়েৰে মানুহো বাঘলৈ ৰূপান্তৰিত হৈ পুনৰ মানুহ হব পাৰে বুলি ভৈয়ামৰ বহুতো মানুহে আজিও পূৰ্ণভাৱে বিশ্বাস কৰে। গাৰো, খাচী, বড়ো, কাৰ্বি সমাজতো একে বিশ্বাস প্ৰচলিত। খাচী সমাজৰ প্ৰচলিত বিশ্বাসত কিছুমান মানুহে যে কেৱল বাঘৰ ৰূপ ধৰিব পাৰে এনে নহয় তেওঁবিলাকৰ আত্মায়ো বাঘৰ শৰীৰত প্ৰৱেশ কৰিব পাৰে। গাৰোসকলৰ ভিতৰত এক প্ৰবল বিশ্বাস আছে যে "মাট্‌চাহ্" নামৰ এক প্ৰেতে ইচ্ছা কৰিলেই বাঘৰ, ইচ্ছা কৰিলেই মানুহৰ আকৃতি ধাৰণ কৰিব পাৰে। গাৰোসকলৰ মহাকাব্যধৰ্মী পুৰাকাহিনীত মাট্‌চাম্মা বা খোক্‌চি ডৰক্‌মা মাতৃ বুলি অভিহিত মাট্‌চাহ্ কুলৰ অধিষ্ঠাত্ৰী ব্যাঘ্ৰদেৱী এগৰাকীক সসম্মানে উল্লেখ কৰা হৈছে।

চেমা নগা, ইহুমিচিমিসকলেও বাঘক অতি পৱিত্ৰ বুলি গণ্য কৰে। চেমা নগা আৰু মিজোৰামৰ আদি জনগোষ্ঠীৰ মাজতো মানুহ আৰু বাঘৰ সম্পৰ্ক ওচৰ। তেওঁবিলাকে ভাবে মানুহৰ গাতেই বাঘৰ গুণ লুকাই থাকে আৰু সময় বিশেষে দেখা দিয়ে।

বাঘৰ গাত ঐন্দ্ৰজালিক শক্তি আছে এনে ধাৰণাৰে বাঘৰ বিভিন্ন অংগ অসমৰ থনুৱা পৌৰাণিক ঔষধ আৰু ইন্দ্ৰজালিত ব্যৱহৃত হয় আৰু এইবোৰ মানুহৰ শক্তি সামৰ্থ্য বৃদ্ধি কৰে বুলি গভীৰভাৱে বিশ্বাস কৰা হয়। বাঘ আৰু মানুহক লৈ বহুতো সাধু, জ'তুৱা ঠাচ, প্ৰবাদ অসমত প্ৰচলিত।

নামনি অসমৰ মহোহো অনুষ্ঠান মহ-দাঁহ, কীট-পতংগ খেদোৱা অনুষ্ঠানৰ উপৰিও বাঘ-খেদাবো অনুষ্ঠান হব পাৰে বুলি চিন্তা কৰিব পাৰি। মহোহো গীতত আছে—

আবু মই বিয়া খাওঁ
বাঘৰ মাৰনে যাওঁ
বাঘ কাকা হানিযা
মুইচ কাকা খুনিযা

গোৱালপাৰা অঞ্চলতো এই গীতত বাঘৰ উল্লেখ আছে—

অ'ৰে বাং বাং
খুজিযা মাগিযা খাং
বাঘৰ বলনি দি যাং
বাঘ আছে বায ফল ॥

দীৰ্ঘেশ্বৰী তথা ব্যাঘ্ৰেশ্বৰী দেৱীৰ প্ৰসংগত অসমৰ আৰু দুখনমান ব্যাঘ্ৰেশ্বৰী দেৱালয়ৰ নাম উল্লেখ কৰিব পাৰি। কামৰূপত হাজোৰ উত্তৰে নলবাৰীৰপৰা দহ মাইলমান দক্ষিণে আদাবাৰী গাঁৱত বাঘেশ্বৰী থান। কোনোৰে এই থানক দেওবাঁহগুৰি আৰু কোনোৰে বাঘেশ্বৰী থান বুলি কয়। ব্যাঘ্ৰেশ্বৰী দেৱালয় জয়দুৰ্গাৰ থানৰূপেও জনাজাত। কিম্বদন্তী মতে এজন ব্ৰাহ্মণে হেৰোৱা বোৱাৰীযেকক বিচাৰি বিচাৰি গৈ বোৱাৰীয়েকৰ চাদৰৰ আগ এটা তেওঁ পূজা কৰা পাষাণ প্ৰতিমাৰ মুখত পালেগৈ। তেওঁ খঙত গোসাঁনীক লটিঘটি কৰি পেলাই দিয়াত য'ত পেলাইছিল ত'তে এটি টিপ হ'ল। তাতে গৰখীয়াবোৰে ফৰিং কাটি পূজা কৰিবলৈ ধৰিলে। এদিন এজন ল'ৰাই পালমতে ফৰিং দিব নোৱাৰাত আটাইবোৰে ল'ৰাজনক ধৰি বিৰিণা পাতেৰে ধেমালি

কৰি বলি দিবাৰ ভাও দেখুৱাওঁতেই ল'ৰাজনৰ ডিঙি কটা গ'ল আৰু গোসাঁনী জাগ্ৰত হ'ল বুলি ধৰি তেতিয়াৰেপৰা তাতে থানৰূপে পূজা দিয়া আৰম্ভ হ'ল।

যি ঠাইত গৰখীয়া ল'ৰাবোৰে এচাৰি ওভোতাই পুতি বলিশাল সাজিছিল সেয়ে ওভতনুৰীয়া বাঁহগছ হৈ গজি দেওবাঁহগুৰি আখ্যা পালে।

পলাশবাৰীৰ ওচৰৰ মিৰ্জাত এখন বাঘেশ্বৰী দেৱালয় থকাৰ উপৰিও শোৱালকুছিৰ সিদ্ধেশ্বৰ (যাক যোগিনীতন্ত্ৰত বিন্ধ্যাচল বুলিছে) শিৱৰ মন্দিৰৰ পশ্চিমে বাৰস্তি মৌজাত বাঘেশ্বৰী দেৱীৰ থান বিৰাজমান।

ইয়াৰ উপৰিও বঙাইগাঁৱৰ পূব-দক্ষিণ কোণত বাঘেশ্বৰী নামে এক দেৱালয় আছে। এই দেৱালয়ত ব্যাঘ্ৰবাহিনী বাঘেশ্বৰী প্ৰতিষ্ঠাতা হৈ আছে। দেৱীৰ প্ৰতীক এখন তৰোৱাল। সিংহাসন এখনিৰ ওপৰত এই তৰোৱাল সজ্জিত হৈ আছে। দেৱালয়ৰ পূব-উত্তৰ ফাললৈ বাঘেশ্বৰী পাহাৰ আৰু তাৰ ওচৰতে বাঘেশ্বৰী ডোবা।

এই দেৱালয়ৰ দেউৰী (পূজাৰী) সকল ৰাজবংশী মানুহ। পুৰুষানুক্ৰমে তেওঁবিলাকে এই পূজা চলাই আহিছে। দেৱী মনস্কামিনী সিদ্ধিকাৰিণী বুলি জনাজাত। ১৯০৪ চনত বিজনীৰ ৰাণী অভয়েশ্বৰীয়ে এই মন্দিৰলৈ দিয়া তামৰ নাগৰা আৰু কাঁহৰ ঘণ্টা দেখিবলৈ পোৱা যায়।

দেৱীৰ পূজা অম্বুবাচী, দুৰ্গাপূজা আৰু মাঘবিহুৰ সময়ত সমাৰোহেৰে পতা হয়। ম'হ-ছাগলী ইত্যাদিৰ বলি হয়।

এই বাঘেশ্বৰী দেৱালয় সম্পৰ্কত তিনিটা কিম্বদন্তী প্ৰচলিত।

প্ৰথম কিম্বদন্তী মতে এজন খেতিয়কে এদিন কান্ধত ধানৰ ভাৰ এখন লৈ বীৰঝৰা জানটো পাৰ হব খুজিছিল। তেওঁৰ ভাৰখন এপিনে পাতল পাতল লগাত জানৰ বুকুৰপৰা উধান হেন শিল এটা তুলি দি জান পাৰ হৈ ঘৰ পালেগৈ। ধান সিজাবৰ কাৰণে উধানৰ প্ৰয়োজন হোৱাত তেওঁৰ পত্নীয়ে সেই শিলটোকে তিনিটা উধানৰ এটা কৰি ললে। ৰাতিলৈ মানুহজনে সপোনত দেখিলে যে বুকুত মেখনি মৰা ফুলান খোপাৰে এগৰাকী সুঠাম গাভৰুৱে মূৰৰ শিতানত থিয় হৈ খেতিয়কক কৈছে—'তই মোক নিজৰাৰপৰা লৈ আহিয়েই নেৰিলি, পুৰিও কষ্ট দিলি। কাইলৈ মোক পুৱাতেই নি নিজৰাৰ

পানীত থৈ আহিছি। তোক মই যি ৰূপেৰেই দেখা দিওঁ তই ভয় নকৰিবি। মোক তুলি আনি পূজা কৰি থাকিবি।”

পিছদিনা পুৱা সপোনৰ কথামতে তেওঁ শিলটো নি নিজবাড়ৰ থৈ গা-পা ধুই থিয় হৈ দেখিলে যে এখন তৰোৱাল পানীৰ তলে তলে চিক্‌মিক্‌ কৰে উটি আহিছে। থেক্তিয়কজনে তৰোৱালখন খাপ মাৰি ধৰি তুলিলে আৰু ভাৱে-ভক্তিৰে থাপনা পাতি তৰোৱালখনি থৈ হাঁহ পাৰ কুকুৰা কাটি বলি দি পূজা কৰিলে। সেই সময়ত সেই ঠাইত বাঘৰ বৰ উপদ্ৰৱ হৈছিল। তৰোৱালৰূপী দেৱীক বলিবিধানেৰে পূজা দিয়াৰপৰা বাঘৰ উপদ্ৰৱ নোহোৱা হ’ল।

দ্বিতীয় কিম্বদন্তী মতে সতীৰ দেহ বিষ্ণুৱে কাটি খণ্ড খণ্ড কৰাৰ সময়ত দেৱীৰ হাতৰ তৰোৱাল এই ঠাইত পৰে আৰু তৰোৱাল তেতিয়াৰে পৰা বাঘেশ্বৰী ৰূপে পূজিত হয়।

তৃতীয় কিম্বদন্তী মতে মূলা গাভৰুৱে নাৰীবাহিনী লৈ মোগলৰ লগত ৰণ দিবলৈ আহোঁতে এক বীৰাঙ্গনা ৰণত নিহত হয়। তেওঁৰ হাতৰ তৰোৱাল সৈন্য-বাহিনীয়ে শ্ৰদ্ধাসহকাৰে থাপনা কৰে। বাঘৰ নিচিনা শক্তিসম্পন্নতা কাৰণে বীৰাঙ্গনাৰ উদ্দেশ্যেই বাঘেশ্বৰী নাম হয়।

ব্যাঘ্ৰেশ্বৰী বা দীৰ্ঘেশ্বৰী দেৱালয়ৰ প্ৰসঙ্গত অসমত থকা Tiger lore বা ব্যাঘ্ৰ-কিম্বদন্তী মতে যৎসামান্য আলোচনা কৰি অনুমান হৈছে যে অনুসন্ধান কৰিলে এনে কাহিনী আৰু পোৱা যাব। আদিম কালৰেপৰা ব্যাঘ্ৰ আদি হিংস্ৰ জন্তুৰ লগত এহাতে সংঘাত আনহাতে সহ-অৱস্থানে বিচিত্ৰ ভয় আৰু শ্ৰদ্ধাৰ বেদী মানুহৰ মনত ৰচনা কৰিছিল। সৰ্পদেৱীৰ দৰেই ব্যাঘ্ৰ দেৱ বা দেৱীৰ কল্পনা কৰি তেওঁ-বিলাকৰ ভক্ষ্য বস্তু নৈবেদ্যৰূপে আগবঢ়াইছিল। বহু যুগৰ বহুধাৰা আহিও ইয়াত ৰূপে ৰূপে সম্মিলিত হৈছে আৰু পাৰ্বত্য দেৱী ব্যাঘ্ৰ-বাহনা হোৱাত স্বাভাৱিকত্বই দেখা দিছে।

মাতৃ পূজা বা দেৱীপূজাৰ ইতিহাসত দেখা যায় যে অতি প্ৰাচীন কালৰেপৰা এচিয়া, ইউৰোপ আৰু আফ্ৰিকাৰ বহুত ঠাইত এনে মাতৃ-ধাৰা থকাৰ ইতিহাস আছে আৰু বহুত ক্ষেত্ৰত দেৱী পৰ্বত আৰু বন্যজন্তুৰ লগত সংযুক্তা। ক্ৰীট দ্বীপৰ পৰ্বত শিখৰত দণ্ডায়মানা দুটি সিংহৰ দ্বাৰা পৰিবেষ্টিতা দেৱীৰ মুদ্ৰাংকিত আঙঠী পোৱা গৈছে। গ্ৰীক মাতৃদেৱীও সিংহৰ দ্বাৰা পৰিৰক্ষিতা আৰু পৰ্বতস্থিতা। পণ্ডিত সকলৰ অনুমানত ক্ৰীট মাতৃদেৱীয়েই এচিয়াৰ মাতৃদেৱী চিচিলিৰ লগত

একাত্ম হয়। চিচিলি আসনাক্তা হলেও তেওঁৰ পাদদেশত সিংহ, বাঘ, ভালুক ইত্যাদি বন্য পশু। পৃথিৱীৰ অন্য ঠাইত সন্ধেদ পোৱা এই পশুবাহনা মাতৃদেৱীয়েই পৰবৰ্তী কালত ভাৰতত পশুবাহনা শক্তিদেৱীলৈ ৰূপান্তৰিত হৈছে বুলিও শ্ৰীশশীভূষণ দাসগুপ্তৰ দৰে চিন্তাবিদ পণ্ডিত-সকলে ইংগিত দিব খোজে।

বৈদিক সাহিত্যৰ ভিতৰত অথৰ্ব বেদতে প্ৰথম দেৱীৰ স্পষ্ট উল্লেখ যি পোৱা গৈছে তাত থকা এটি সূক্ত ব্যাঘ্ৰবাহনা দেৱীৰ সম্পৰ্কত আঙুলিয়াব পাৰি—

সিংহে ব্যাঘ্ৰে উত যা পৃদাকৌ
ত্বিষিৰগ্নৌ ব্ৰাহ্মণে সূৰ্যে যা
ইন্দ্ৰং যা দেৱী সুভগা জজান
সা ন ঐতু বৰ্চসা সংবিদানা ॥
যা হস্তিনী দ্বীপিনি যা হিৰণ্যে
ত্বিষিৰপ্‌সু গোষু যা পুৰুষেষু।
ইন্দ্ৰং যা ······ ,
ৰথে অক্ষেষ্‌ৱৃষভস্য বাজে
বাতে পৰ্জন্যে বৰুণস্য শুষ্মে
ইন্দ্ৰং যা দেৱী ··· ॥
ৰাজন্যে দুন্দুভাবায়তাষা
মশ্বস্য বাজে পুৰুষস্য মায়ৌ
ইন্দ্ৰং যা দেৱী ॥

যি সিংহ, বাঘ আৰু সৰ্পৰ ভিতৰত, দীপ্তি যি অগ্নিত, ব্ৰাহ্মণত সূৰ্যত, ইন্দ্ৰক জন্ম দিছিল যি সুভগা দেৱীয়ে তেজোদীপ্তা সেই দেৱী মোৰ ওচৰলৈ আহক। যি হস্তীত, দ্বীপিত, যি হিৰণ্যত, দীপ্তি যি জলৰাশিত, গোসমূহত, পুৰুষসমূহত, ইন্দ্ৰক জন্ম দিছিল যি সুভগা দেৱীয়ে তেজোদীপ্তা সেই দেৱী মোৰ ওচৰলৈ আহক। যি ৰথসমূহত, অক্ষসমূহত, ঋষভৰ শক্তিত, যি বায়ুত, পৰ্জন্য-বৰুণৰ শক্তিত, ইন্দ্ৰক জন্ম দিছিল যি সুভগা দেৱীয়ে তেজোদীপ্তা সেই দেৱী মোৰ ওচৰলৈ আহক। যি ৰাজন্যত, দুন্দুভিত, অশ্বৰ গতিত, পুৰুষৰ গৰ্জনত, ইন্দ্ৰক জন্ম দিছিল সি সুভগা দেৱীয়ে তেজোদীপ্তা সেই দেৱী মোৰ ওচৰলৈ আহক।

অথৰ্ববেদত দেৱী ইন্দ্ৰৰ জন্মদাত্ৰী আৰু কেন উপনিষদত বহুশোভা-মানা হৈমবতী উমাৰূপে তেওঁ ইন্দ্ৰৰ সমুখত উপস্থিতা। তেওঁৱেই কি মাৰ্কণ্ডেয় পুৰাণৰ চণ্ডীস্বৰূপা সেই মহাশক্তি যি সকলো ভূতত্তে শক্তিৰূপে বিৰাজ কৰে ?

যা দেৱী সৰ্বভূতেষু শক্তিৰূপেন সংস্থিতা
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ ॥

---

কৃতজ্ঞতাৰে উল্লেখ কৰা হৈছে বিশেষ সহায়ঃ (১) ৰায়মঙ্গল কাব্যসমূহ ( কলিকতাৰ নেচনেল লাইব্ৰেৰী )

(২) ড° বীৰেণ দত্তৰ উত্তৰ-পূব ভাৰতত ব্যাঘ্ৰ দেৱতাৰ পূজা আৰু ব্যাঘ্ৰজড়িত লোকবিশ্বাস, লোকাচাৰ, লোককাহিনী আদি ঃ অসম সাহিত্য সভা পত্ৰিকা, অষ্টত্ৰিংশ বছৰ ১৯৮১, ২য় সংখ্যা : সম্পাদক— নাহেন্দ্ৰ পাদুন।

(৩) উত্তৰ গুৱাহাটীৰ শ্ৰীযুত ৰবীন শৰ্মাৰ (চাংসাৰি স্কুলৰ শিক্ষক) পৰা পোৱা সমল।

# দেৱী কেঁচাইখাতী

নামেই উগ্ৰ। তীক্ষ্ণদন্তা তেওঁ কেঁচাইখাতী। শিলচৰৰপৰা সাত মাইলমান উত্তৰলৈ কুমিগ্ৰামত থকা তান্ত্ৰিক পীঠৰ অধিষ্ঠাত্ৰী কছাৰী ৰজাৰ উপাস্যা দেৱীৰূপে তেওঁ কাঁচাখান্তী নামত অভিহিতা। উত্তৰ লক্ষীমপুৰ নগৰৰপৰা আঠৈমাইল দূৰত থকা কৰ্চনবকল গাঁৱৰ দেৱালয়খনিও কেঁচাইখাতীৰ থানৰূপে প্ৰসিদ্ধ। হিডিম্বিয়াল কছাৰী-সকলৰ শেষ ৰাজধানী "খাচপুৰ"ত কাঁচাইখাতী মন্দিৰ এতিয়াও আছে।

সবাতোকৈ প্ৰসিদ্ধ সদিয়াৰপৰা ৩ঠৰ মাইল উত্তৰ-পূবে চল নদীৰ পাৰৰ তাম্ৰেশ্বৰী মন্দিৰৰ অধিষ্ঠাত্ৰী দেৱীৰূপে থকা কেঁচাইখাতী গোসাঁনীৰ কথা।

এটি কৌটিকলীয়া প্ৰবাদ—এসময়ত কেঁচাইখাতী গোসাঁনীয়ে তেওঁৰ মাহাত্ম্য প্ৰকাশৰ কাৰণে শিলাৰূপে দিবাং নৈত ওপঙি আছিল। তাকে দেখি কুণ্ডিলৰ ভীষ্মক ৰজাই দেশৰ সকলো লোকক মতাই আনি শিলাৰূপী দেৱীক পানীৰপৰা তুলিবলৈ নিৰ্দেশ দিলে। কিন্তু মহাশক্তি স্বৰূপা ৰহস্যময়ী দেৱীক কোনেও লৰাবকে নোৱাৰিলে। শেষত নিৰুপায় হৈ ৰজাই ঢোল পিটি জাননী দিলে যে যেয়ে এই শিলামূৰ্তি নিব পাৰিব তেওঁৱেই ৰাজপুৰোহিত হৈ বিখ্যাত বুঢা-বুঢী বলিয়াবাবা আৰু তাম্ৰেশ্বৰী মন্দিৰৰ পূজাৰী হ'ব। এই বাতৰি প্ৰচাৰ হোৱা মাত্ৰকতে নানা জাতিৰ মানুহ বিধে বিধে গোটখাই মূৰ্তিখনি নিয়াৰ চেষ্টা কৰিলে। কিন্তু ভগৱতীৰ কি ইচ্ছা! তেওঁ ইমান গধুৰ হৈ পৰিল যে সেই মূৰ্তি দাঙিবৰ কাৰো শক্তি নহ'ল। শেষত চাৰিজন চুতীয়া মানুহে পা-পা ধুই অতি শুদ্ধভাৱে দেৱীক স্তুতি-নতি কৰি দাঙিব খোজাত শিলাৰূপী দেৱী তেনেই পাতল হৈ পৰিল আৰু তেতিয়া দেৱীমূৰ্তিক চুতীয়া চাৰিজনে দোলাত তুলি লৈ গৈ তাম্ৰেশ্বৰী মন্দিৰত থাপনা কৰিলে। তেতিয়াৰেপৰা সেই চাৰিজন আৰু বংশধৰসকল তাম্ৰেশ্বৰী মন্দিৰ প্ৰমুখ্যে চাৰি দেৱালয়ৰ পুৰোহিত, আঠপৰীয়া আদি হ'ল।

এই চুতীয়াসকল আছিল প্ৰাচীন কামৰূপৰ উত্তৰ-পূবত বাস কৰা উন্নত কৃষ্টিসম্পন্ন, শৌৰ্য্য-বীৰ্য্যশালী স্বাধীন পৰাক্ৰমী জাতি। তেওঁবিলাকৰ

ৰাজ্য আছিল সমৃদ্ধিশালী। চুতীয়াসকলৰ নিজস্ব ৰাজনৈতিক আৰু সামাজিক পদ্ধতি আছিল। ভাস্কৰ্য্য আৰু স্থাপত্য বিদ্যাত তেওঁবিলাক পাৰ্গত আছিল আৰু তেওঁবিলাকৰ নিজা লিপিও আছিল। প্ৰত্নতাত্ত্বিক আৰু বুৰঞ্জীবিদ পণ্ডিতসকলৰ মতে আৰু মেজৰ হেনে চাহাবেও ১৮৪৮ খৃঃত এচিয়াটিক ছচাইটি অব্ বেংগল পত্ৰিকাৰ জুন মাহৰ সংখ্যাত ৪৬৮ পৃঃত লিখিছে—"আহোমসকল অহাৰ আগেয়ে কেৱল চুতীয়া ভাষাই লিখিত ভাষা আছিল।"

চুতীয়াসকল আছিল শক্তি উপাসক। মাতৃতান্ত্ৰিক এই চুতীয়াসকলৰ ভিতৰত জনাবুজা বিদ্বান আৰু শ্ৰেষ্ঠবিলাকেই "দেউৰী" নাম লৈ গোসাঁই-গোসাঁনীৰ পূজা-সেৱা চলাইছিল। "দেউৰী" শব্দ সংস্কৃত 'দেৱগৃহিকা' শব্দৰপৰা হৈছে বুলি সংস্কৃতজ্ঞসকলে কব খোজে। এই কথাও চিন্তনীয়। দেউৰী ভাষা চীন তিব্বতীয় ভাষা পৰিয়ালৰ পৰিধিভুক্ত তিব্বতবৰ্মী বিভাগৰ বৃহত্তৰ বড়োভাষাৰ অন্তৰ্গত, স্বৰবিশিষ্ট এক ভাষা।

এতিয়াও অসমৰ সকলো মঠ-মন্দিৰতে 'দেউৰী' শব্দটোৰ প্ৰচলন আছে 'দেউৰী' তথা চুতীয়াসকলৰ পৰিচয় প্ৰসংগত প্ৰত্নতত্ত্ববিদ ৰাজমোহন নাথে কব খোজে যে বড়োসকলৰ এটা ঠালে হিমালয়ৰ উত্তৰে, মানস সৰোবৰৰ পূবে আৰু সৰোবৰৰ পাৰত বাস কৰিছিল। তেওঁবিলাকে সোৱণশিৰিৰ পাৰ ধৰি দক্ষিণলৈ নামি আহে। লোহিত আৰু সোৱণশিৰিৰ সংগম স্থলত তথা উত্তৰ লক্ষীমপুৰৰ উত্তৰ-পূবত (প্ৰায় সপ্তম শতিকাত বৰ্মণ বংশৰ ৰজাই কামৰূপ শাসন কৰাৰ সময়ত) তেওঁবিলাকে বসতি স্থাপন কৰে। স্বাতীৰপৰা স্বাতীয়া, তাৰপৰা চুতীয়া নামকৰণ হয়। [১]

১৯০১ চনৰ লোকপিয়লত দেউৰীসকলৰ প্ৰাচীন বসতি সদিয়াৰ পূবত থকা কুণ্ডিলপানী নৈৰ পাৰ বুলি উল্লেখ কৰা হৈছে। ১৮৩৭ চনত ব্ৰাউন চাহাবে লিখা "দেউৰী চুতীয়া" ব্যাকৰণত কোৱা হৈছে "সদিয়াৰ সিপাৰে দেউৰীবিলাকৰ মূল বাসস্থান আছিল। প্ৰায় এক শতিকাৰ আগতে তেওঁবিলাক তাৰপৰা বৰ্তমান থকা ঠাইলৈ আহে আৰু কিছুমানে এতিয়াও ধৰ্মসংক্ৰান্ত বিষয়ত সদিয়ালৈ অহা-যোৱা কৰে।

বৰ্তমান সদিয়াৰ অলপ দূৰতে দিক্‌ৰাই দিক্ৰংপানী বা দিকৰ

১। The Background of Assamese Culture-R. M. Nath, P.68

নদী। এই দিকৰ নদীৰ পাৰত বাস কৰা দেবীৰ নামহে দিকৰ বাসিনী। দিকৰ নদী প্ৰাচীন কামৰূপৰ সীমা আছিল— 'কৰতোযাং সমাৰভ্য যাবদদিক্কৰ বাসিনীম"। যোগিনীতন্ত্ৰমতে প্ৰাচীন কামৰূপৰ সীমা নিৰ্ণয় হৈছিল পশ্চিমে কৰতোৱা, পূবে দিক্কৰবাসিনী, উত্তৰে হিমালয়, দক্ষিণে সাগৰ। বৰ্তমান অসম আৰু তেতিয়াৰ কামৰূপৰ পূব সীমাত আৰব মিচিমি পৰ্বতমালাৰ সৌন্দৰ্য্য যেনেকৈ অপৰূপ আছিল ই তেনেকৈ দুৰ্গম। এই দুশাৰী দুৰ্গম পৰ্বতৰ ওপৰতে তিব্বত দেশ।

কুণ্ডিলপানী নৈ য'ত বৈ আছে তাৰে পাৰতে আছিল পুৰণি বিদৰ্ভ ৰাজ্যৰ ৰাজধানী কুণ্ডিল নগৰ। তাতে ৰাজত্ব কৰিছিল ভীষ্মক ৰজাই আৰু ভীষ্মককন্যা ৰুক্মিণীক শ্ৰীকৃষ্ণই বিবাহ কৰাইছিল বুলি কিম্বদন্তী আছে।

দেউৰীসকলৰ বিশ্বাসত জগতৰ অসীম মহাশক্তিৰ প্ৰতীক, সৃষ্টি শক্তিৰ মূল পুৰুষ-প্ৰকৃতি হ'ল কুণ্ডি আৰু মামা। কুণ্ডি পুৰুষ, মামা প্ৰকৃতি। কুণ্ডি-মামাৰে অন্য নাম গিৰা-গিৰাচি বা বুঢা-বুঢী অথবা শিৱ-শক্তি। উল্লেখযোগ্য যে গিৰা-গিৰাচি কছাৰীসকলৰো উপাস্য মূল দেৱ-দেৱী।

কুণ্ডি-মামাৰে ৰৰপুত্ৰ শিশাডেমা বা বলিযাবাবা। কন্যা হ'ল পিশাছিডেমা, বৰজীযেক তথা তাম্ৰেশ্বৰী। সৰ্বতো প্ৰকাৰৰ শৌৰ্য্য-বীৰ্য্য ঐশ্বৰ্য্য-বিভূতি, দীৰ্ঘায়ু, সুস্থতা পাবৰ কাৰণে, অপমৃত্যু, ভয়, ব্যাধি ৰোধ হবৰ অৰ্থে চুতীযা-দেউৰীসকলে শক্তিপূজা অনাদিকালৰপৰা কৰি আহিছে বুলি কয়। দেউৰীসকলৰ তিনিটা খেল দিবঙীযা খেলে কুণ্ডি-মামাক, টেঙাপনীযা খেলে বলিযাবাবাক আৰু বৰগঞাখেলে তাম্ৰেশ্বৰী মাতৃক বেলেগ বেলেগ তিনিখনি দেৱালযত পূজা কৰে। লগতে পাটৰশালো এক দেৱালয়। এই দেৱালয় কেখনিত মূৰ্তিত পূজা নহয়। চন্দ্ৰতাপ তৰা পীঠতহে পূজা হয়।

উল্লেখযোগ্য যে দেউৰীসকলে প্ৰকৃত পূজালৈ সাদিনমান থকাৰ পৰা মন্ত্ৰপাঠৰ দ্বাৰা দেৱী জাগৰণ আৰু আহ্বান কৰে। এই নিযম এতিয়াও প্ৰচলিত হৈ আছে। আগতে আটাই কেউখন দেৱালয়ৰ পুৰোহিত গোটখাই পাটৰশালত একেলগে দেৱী-দেৱীৰ জাগৰণ আৰু নিমন্ত্ৰণ কাৰ্য্য সম্পাদন কৰিছিল।

বহাগ বিহুৰ সময়ত দেৱালয়ত যি পূজা-উৎসৱ হয় তেতিয়া দেও নমাই আনিবৰ কাৰণে তাত আৰবৰ নাম গোৱা হয়। সেই আৰবৰ নামত স্থানীয় বিশ্বাস স্পষ্ট হৈ উঠিছে।

গোৰত গোৰোহা, হাজোত কঁকালি
পাট সদিয়াত মূৰে কিনা
সদায় বিৰাজে সতীৰ পবিত্ৰ
চৰণ কমল তাতে কিনা
সদিয়া ৰাজ্যতে চাৰিশাল গোসানী
দেউৰীয়ে পূজে কিনা ।

পাট সদিয়াত মূৰ তথা দেৱীৰ মস্তক পতিত হৈছিল বুলি বিশ্বাস কৰা হয় যেতিয়া—

চক্ৰেণ বিষ্ণুনা ছিন্ন দেৱ্যা অবয়বাস্ত তে
নিপেতু ধৰনৌ বিপ্ৰ সা সা পুণ্যতৰা ক্ষিতিঃ
ক্বচিৎ পাদৌ ক্বচিদ জঙ্ঘে ক্বচি জিহ্বা ক্বচিন্মুখম্
ক্বচিৎ স্তনৌ ক্বচিদ্বক্ষঃ ক্বচিদ্বাহু ক্বচিৎকাৰৌ
ক্বচিৎ পাৰ্শ্বে ক্বচিদ যোনিঃ পপাত শিবমস্তকাৎ

বৃহদ্ধৰ্ম পুৰাণ, মধ্যখণ্ড ।

পূৰ্ব কামাখ্যা বুলি খ্যাত এই কেঁচাইখাতী দেৱালয় সম্পৰ্কত স্থানীয় লোকৰ মাজত আৰু প্ৰবাদ আছে যে এই দেৱালয়ত কামাখ্যাৰ দৰেই যোনিপূজা প্ৰচলন হৈ আহিছে। কোনো কোনো কিম্বদন্তী মতে ১২০৪ খৃঃত চুতীয়া ৰাজ্য স্থাপন হোৱাৰ পূৰে কছাৰীসকলে সেই ঠাইত ৰাজত্ব কৰি কেঁচাইখাতী গোসানীৰ পূজা কৰিছিল। কিন্তু চুতীয়াতকৈ কছাৰীৰ ৰাজ্যভোগ কৰা কথাটো আগ বুলি দেউৰীসকলে স্বীকাৰ নকৰে। সদিয়াৰপৰা দহ মাইল উত্তৰে দিব্ৰাং আৰু দেওপানী নৈৰ সংগম স্থলত তৰানি নামে নিৰ্জন হাবিত অৱস্থিত বুঢ়া-বুঢ়ী মন্দিৰ এটি আছে। এই মন্দিৰক গিৰা-গিৰাচিৰ মন্দিৰ বুলি কোৱা হয়। গিৰা-গিৰাচি নামেৰে কছাৰীসকলে শিৱ-শক্তিকে পূজা কৰে। গিৰা-গিৰাচি শব্দ দুটা চুতীয়াসকলেও বুঢ়া-বুঢ়ী বুজোৱা অৰ্থত ব্যৱহাৰ কৰে। সেইকালৰপৰা কেঁচাইখাতী গোসানী থকা অঞ্চল ৰাজ্য-ভোগত আগপাচ হলেও কছাৰী আৰু চুতীয়া উভয়ৰে সন্মিলিত স্থান আছিল বুলি কব পাৰি।

জনবিশ্বাসমতে দেৱীয়ে কেঁচাই তেজ খায়, কেঁচাই বলি লয়। সেয়ে তেওঁৰ নাম কেঁচাইখাতী, কাঁচাখাত্তী।

দেউৰীসকলৰ মতে বজাই শক্তিপূজা নকৰিলে দেশত বিঘিনি ঘটে। দেশৰ মংগলৰ কাৰণে কেঁচাইখাতী দেৱী পূজাত নৰবলি দি সমূহৰ

কল্যাণ কামনা কৰা হৈছিল। নৰবলিয়ে সুখ-শান্তি, সমৃদ্ধি অনাৰ দৃঢ় বিশ্বাস ভাৰতৰ বিভিন্ন স্থানৰ আদিম সম্প্ৰদায়ৰ মাজত আছিল। উৰিষ্যাৰ মাৰিয়াসকল, অসমৰ নগাসকলৰ মাজতো এই বিশ্বাস থকাৰ প্ৰমাণ স্পষ্ট।

নৰবলিৰ বাহিৰেও হাতী, ঘোঁৰা, ম'হ, ছাগলী, গাহৰি, কুকুৰা, হাঁহ, পাৰ, কেঁকোৰা, মাছ, কোমোৰা কচু, কুঁহিয়াৰ আদি সকলো বলিৰূপে গণ্য হৈছিল। মাইকীমানুহ আৰু কুকুৰ অৱশ্যে বলিৰ অন্তৰ্ভুক্ত নহয়।

ষোল শতাব্দীৰ আদিতেই চুতীয়া ৰাজ্য আহোমৰ হাতলৈ যোৱাৰ পিছত চুতীয়া ৰজাই বছৰি চলাই অহা ৰীতি অনুসৰি বছেৰেকীয়া পূজা-উৎসৱত বলি দিয়া নিয়ম প্ৰবৰ্তাইছিল। স্বৰ্গদেৱসকলেও দেউৰী পূজাৰ নিৰ্দেশ আৰু পৰামৰ্শক্ৰমে চুতীয়া ৰজাসকলৰ পৰম্পৰাগতভাৱে চলি অহা বিধি-বিধান, ৰীতি-নীতি আদিকে বাহাল ৰাখিছিল। বহাগ বিহুৰ পূজা উৎসৱত বছৰি এজোটা নৰবলি দিয়া বাবে এই মন্দিৰ বিখ্যাত আছিল। স্বৰ্গদেৱসকলে এই পূজা-উৎসৱত ৰাজভঁৰালৰ পৰা প্ৰচুৰ অৰ্থ ব্যয় কৰিছিল। সেইবুলি যাকে তাকে বলি দিয়া নহৈছিল। বলি পৰা ডেকাজনৰ গাত কিছুমান বিশেষ গুণ থাকিব লাগিব। তেনে গুণ নেথাকিলে বলিৰ অনুপযুক্ত বুলি বলি দিব নোৱাৰিছিল। গাত ঘূণ নলগা, বিয়া নকৰোৱা চফল "ষাড'ৰ ঘৰৰ ডেকাহে বলিৰ যোগ্য বুলি বাছনিত উঠিছিল। কিন্তু কণীয়া, জাবজ, পয়ালগা, কুকুৰ শিয়াল সাপ আদিয়ে কামোৰা, অংগক্ষত থকা, বসন্তৰ দাগ থকা, কাণ বিন্ধোৱা, উচ্ছিষ্ট আৰু অখাদ্য ভক্ষণ কৰা "ষাড"ৰ বংশজাত ডেকা হলেও অনুপযুক্ত বুলি বলিলৈ গ্ৰহণ কৰা নহৈছিল। আনকি চুলি পৰ্য্যন্ত কাটিব নোৱাৰিছিল। এনেকুৱা নিখুঁত, নিপোটল পৰিপুষ্ট দেহযুক্ত চফল পুৰুষহে দেৱতাৰ প্ৰীতিযুক্ত বুলি পৰিগণিত হৈছিল। বামুণ আৰু ৰাজবংশৰ মানুহে বলিৰ পৰা অব্যাহতি পাইছিল। ডোমসকল, হাৰীসকল আৰু মুছলমানসকলকো বলিৰ অন্তৰ্গত কৰা নহৈছিল ....।(২) দেউৰী পুৰোহিতৰ বাহিৰে সৰ্বসাধাৰণৰ এই মন্দিৰত প্ৰবেশাধিকাৰ যে নাছিলেই, ৰজা আৰু ব্ৰাহ্মণসকলৰো তাত অধিকাৰ নাছিল। এই নিয়ম আজিও অব্যাহত।

বলি দিব খোজা ডেকাজনে পূজাৰ সাদিনমান আগৰেপৰা নিজে

বলিৰূপে মন্দিৰলৈ গৈ গোসাঁনীক গা দেখুৱাই তাতে থাকিবলৈ লৈছিল বুলি জনপ্ৰবাদ আছে। বলোৰে ধৰি নিয়া নিয়ম নাছিল। পৰীয়াসকলে বৰক'ঁহ বজাই সকলোকে এই বাতৰি জনাই দিছিল। তেতিয়াৰেপৰা তেওঁক পূজাৰ নিৰ্দ্ধাৰিত দিনলৈকে মন্দিৰৰ আচুতীয়া বেলেগ ঘৰত থৈছিল। মন্দিৰৰ বিষয়ববীয়া আৰু পৰীয়াই পূৰ্বাপৰ নিয়ম অনুযায়ী দৈনিক মাহ-হালধিৰে নোৱাই ধুৱাই সন্তোষেৰে ৰাখিছিল। সেই কেদিনত তেওঁ একোকে নেখাইছিল। কিন্তু খাবলৈ ইচ্ছা কৰিলে ভোগ মাহ-প্ৰসাদৰ বাহিৰে একো দিয়া নিষম নাছিল। বলি দিবলৈ বৰ্ছা ডেকাটিক দুদিনমান বেলেগ মন্দিৰত ৰাখি ভালকৈ খুৱাই বুৱাই নিপোটল কৰা কথা দেউৰী লোকে নকয়।

তেওঁ প্ৰিয়জনক চাবলৈ বা কোনো আত্মীয় লোকৰ লগত কথা পাতিবলৈ হেঁপাহ কৰিলে সেইজনক তৎক্ষণাৎ অনাই দিয়া হৈছিল। ৰজায়ো ইয়াৰ অন্যথা কৰিব নোৱাৰিছিল।

পূজাৰ নিৰ্দ্ধাৰিত দিনা নিৰ্দিষ্ট সময়ত বলিপ্ৰাৰ্থী ডেকাজনক নোৱাই-ধুৱাই নতুন মূল্যবান সাজপাৰ, সোণ-ৰূপৰ অলংকাৰ, মুকুট, কপালী আদি পিন্ধাই উৰাই ৰজা-প্ৰজাসকলক দেখুওৱা হৈছিল। তেতিয়া নানা বাদ্যাদি ধ্বনি কৰা হৈছিল। উপস্থিত ৰাইজৰ তুমুল হৰ্ষধ্বনিৰ মাজত মুখ্য পুৰোহিত বৰদেউৰীয়ে দেৱীৰ আগত বলি উছৰ্গা কৰিছিল। বৰভৰালীয়ে বলিক মন্দিৰৰ বাহিৰত থকা এটা কুণ্ডলৈ লুকুৱাই লৈ গৈছিল। তালৈ আন মানুহক যাবলৈ দিয়া নহৈছিল। তাত তেওঁ বলিৰ গাত থকা অলংকাৰ পাতি খহাই দিছিল। পিছতহে নৰবলি দিয়া পুৰোহিতে বলি দিছিল। সেই মুহূৰ্তটোৰ অতিশয় গাম্ভীৰ্য্য বঢাবলৈ বৰটোপ আৰু হিলৈৰ শব্দ কৰা হৈছিল। বলিৰ গাটো গংগা প্ৰবাহিত কুণ্ডত পৰে আৰু মূৰটো তাতে থাকে। পূজাৰ সমানে স্তুতি-পাঠৰ সময়ত শংখ ঘণ্টাদি ধ্বনি কৰাৰ লগে লগে মূৰটো আপোনাআপুনি কুণ্ডত পৰেগৈ আৰু তাতে বলিটো লুপ্ত হয়। [৩]

এই নৰবলি প্ৰথা স্বৰ্গদেৱ গৌৰীনাথসিংহই ওঠৰ শতিকাত ( ১৭৮০-৯৪ খৃঃত ) বন্ধ কৰে। দেউৰীসকলে বিশ্বাস কৰে যে তাম্ৰেশ্বৰী

২। Brahmans and members of royal family were exempted as a privilege Doms, Haris and Musalmans were excluded—Delton

৩। দেউৰী সংস্কৃতি— ভদ্ৰকধৰ দেউৰী, পৃঃ ৬৮, ৬৯, ৭০.

মন্দিৰত মানুহ বলি দিবলৈ এৰা বাবেই আহোম ৰাজ্যৰ পতন হ'ল।

আগতেই উল্লেখ কৰা হৈছে এই দেৱী কেঁচাইখাতীয়ে তীক্ষ্ণদন্তাৰূপে কালিকাপুৰাণত প্ৰসিদ্ধি লাভ কৰিছে।

দেৱী কেঁচাইখাতীৰ তীক্ষ্ণ ক্ৰোধৰপৰা ৰক্ষা পাবলৈ তেওঁৰ কৃপাৰ ছত্ৰছায়া পাবৰ কাৰণে, অভিলষিত মনস্কামনা সিদ্ধিৰ কাৰণে দূৰদূৰণিৰ হেজাৰ-বিজাৰ যাত্ৰীৰ সমাগম হৈছিল। পূজা-উৎসৱৰ অন্যতম আকৰ্ষণীয় আৰু অবিচ্ছেদ্য অংগ হৈছে দেওধনিৰ দৈৱবাণী আৰু বলিকটা তীক্ষ্ণ অস্ত্ৰৰ ওপৰত নৃত্য প্ৰদৰ্শন। দেশৰ বা ব্যক্তিগত জীৱনৰ অপায়-অমংগল খণ্ডন হবৰ কাৰণে উপায় বিচাৰি, ভূত-ভৱিষ্যতৰ কথা শুনিবৰ কাৰণে, ঈপ্সিত ফল লাভৰ আশাৰে কেঁচাইখাতী গোসাঁনীৰ বছেৰেকীয়া পূজা-উৎসৱলৈ অশেষ যাত্ৰী গৈছিল।

কেঁচাইখাতী মন্দিৰৰ চালখন তামৰ আছিল বুলি কোৱা হয় কাৰণেই মন্দিৰৰ নাম "তাম্ৰেশ্বৰী মন্দিৰ" হ'ল বুলি জনাজাত। দেউৰীসকলৰ মাজত প্ৰচলিত কিম্বদন্তী মতে গোসাঁনীযে নিজে এই তামৰ মন্দিৰ নিৰ্মাণ কৰোৱায়। এদিন গোসানীয়ে বিদৰ্ভ ৰাজ্যৰ সুবাহু ছুটান নামেৰে ভীষ্মক ৰজাৰ উপবিপুৰুষ, এজন প্ৰখ্যাত ৰজাক নাৰীৰূপে দেখা দি পৰীক্ষাত অৱতীৰ্ণ কৰালে। যদি ৰজাই ৰাতিটোৰ ভিতৰতে প্ৰথম কুকুৰা ডাকৰ আগতে গোসাঁনীৰ কাৰণে তামৰ চাল দি শিলৰ দেৱালয় এখন আৰু তাৰপৰা নৈলৈ উঠা-নমা কৰিব পৰা শিলৰ খট্‌খটিৰে পকাঘাট এটা সাজি দিব পাৰে তেনে তেওঁ ৰজাক ভজিব। নহলে ৰজাই গোসাঁনীক ভজিব লাগিব। ৰজাই পিৰ্খাছিডেমাক ভজাবৰ অৰ্থে অতি উৎসাহেৰে সমগ্ৰ নিশা ধৰি অলেখ কাৰিকৰৰ হতুৱাই নিৰ্মাণ কাৰ্য্য কৰাবলৈ লাগিল। নিৰ্মাণ প্ৰায় শেষ হওঁ হওঁ হোৱা দেখি দেৱীয়ে এক মায়া কুকুৰা সৃষ্টি কৰি ডাক দিয়াই ৰাতি পুওৱাৰ সংকেত দিলে। ৰজাই প্ৰতিশ্ৰুতিমতে পিৰ্খাছিডেমাক ভজিবলগীয়া হ'ল।

একে কিম্বদন্তী কামৰূপ কামাখ্যাৰ ক্ষেত্ৰতো শুনা যায়। দেউৰীসকলৰ মতে ৰজাই মন্দিৰ সাজি দি ভজনা কৰাৰ পৰাহে পিৰ্খাছি 'দেৱী' পদবাচ্য হৈ উঠিল আৰু চুতীয়া-দেউৰীৰ আৰাধ্যা দেৱী হ'ল।

এই তাম্ৰেশ্বৰী মন্দিৰৰ বিৱৰণ প্ৰসংগত ১৮৩৭ খৃঃত মহামতি ডব্লিউ. বি. ব্ৰাউন চাহাবে তেওঁৰ "দেউৰী-চুতীয়া" নামৰ ব্যাকৰণত লিখিছে— "দীঘে পুতলে প্ৰায সমান, লোহাৰ গজাল লগাই কৰা এটি সৰু শিলেৰে নিৰ্মিত মন্দিৰ। শিলবোৰত কৰালৰ নামেই নাই। মন্দিৰৰ চালখন তামৰ আছিল। কিন্তু বৰ্তমান ই ভাগিছিগি পৰি আছে। ভিতৰখন দীঘে আৰু পুতলে আঠফুট। ইযাৰ মেৰটো চাৰে চাৰিফুট ডাঠ। মন্দিৰৰ চাৰিওফালে ত্ৰিশফুট দীঘল আৰু এশ ত্ৰিশ ফুট পুতলৰ ইটাৰ দেৱাল গঠা আছে। পশ্চিমফালৰ দেৱালৰ ওচৰতে এটি সৰু শিলৰ ত্ৰিপদ আছে।"

১৮৪৬/৪৭ খৃঃত বেংগল সৈন্যবিভাগৰ মেজৰ এচ. এফ. হেনে নামৰ এজন ইংৰাজ পৰিদৰ্শকে এই মন্দিৰৰ ভগ্নাৱশেষ পৰিদৰ্শন কৰি চমু টোকা লেখে এনেদৰে:

"তাম্ৰেশ্বৰী মাইৰ তামৰ মন্দিৰ দেউল পানী বোলা মনোৰম সৰু জুৰিৰ সোঁফালে অৱস্থিত। মন্দিৰৰ ভিতৰখনৰ দীঘ-পুতল আঠ ফুট। সমুখৰ বাহিৰে ইযাৰ মেৰটো প্ৰায চাৰে চাৰি ফুট ডাঠ। দুৱাৰৰ দুযোকাষে গোট গোট তিনিচলা শিলৰ সজা মুকলি ঠাই। দেৱালৰ বাহিৰফাল প্ৰায় সোতৰ ফুট। দুৱাৰৰ দুযোকাষে আৰু পেৰ ফালৰ বাহিৰে দেৱালৰৰ বাকী অংশ কাৰুকাৰ্যবিহীন। বাহিৰফালে ভেটিৰপৰা প্ৰায দহফুট ওখ দেৱালৰ ওপৰ অংশৰ শিলাখণ্ড কিছু আগবঢ়া। ইয়াৰ ওপৰতো আৰু চালিলৈ আৰু দুফুটমান দেৱাল বৰ্দ্ধিত আছিল যেন লাগে। তাৰ কোনো নিদৰ্শন পাৱা নাযায কাৰণ এই অদ্ভুত গাঠনিৰ বিষয়ে একো কব নোৱাৰি। তথাপি ভিতৰত পৰি থকা আঠচোখৰ দীঘল শিলাখণ্ড দেখি অনুমান কৰিব পাৰি যে হয়তো ইযাৰেই চাল ভেজা দি ৰখা হৈছিল। সিঁচৰতি হৈ পৰি থকা তামৰ টুকুৰাবোৰৰপৰা অনুমান কৰিব পাৰি যে মাজৰ শূন্য অংশবোৰ এই তামৰ অংশৰ লগত সংযুক্ত কৰি পূৰ কৰা হৈছিল। চালক ভেজা দি ৰখা বেঁকা অংশ পাঁচ ফুটৰ পেৰ নহয। বৰ্তমান নদীৰ গৰ্ভত থকা কাৰুকাৰ্য্যখচিত অংশই গম্বুজৰ মাজৰ ভাগ বুলি ভাবিবৰ থল আছে আৰু এই গম্বুজ সম্ভৱ সমান আছিল। গাঠনিৰ ওপৰৰ পাতল চুণশিলৰ তৰপৰপৰা এইটো অনুমান কৰিব পাৰি যে পুৰণি সজুলিৰেই পোন্ধৰ শতিকাৰ মাজভাগত মন্দিৰটি পুনৰ্নিৰ্মাণ কৰা হৈছিল।

মন্দিৰ গ্ৰেণাইটৰ দ্বাৰা গঠিত। ইয়াৰ দুৱাৰ সুন্দৰ কাৰুকাৰ্য্যেৰে পৰিপূৰ্ণ আৰু দুৱাৰৰ সমুখত এটা ডাঙৰ শিলৰ হাতী আছে। হাতীৰ দাঁত দুটা ৰূপৰ আছিল বুলিও কয়।"

১৯০৪ চনৰ জানুৱাৰী মাহত ভাৰতীয় পুৰাতত্ত্ব বিষয়ক জৰীপৰ বিষয়া ডক্টৰ টি. ব্লক চাহাবে এই মন্দিৰৰ ভগ্নাৱশেষ পৰিদৰ্শন কৰি লিখিছিল—"বৰ্তমান অৱস্থাত মন্দিৰটোক কেৱল ভগা শিলৰ এটা দম বুলিব পাৰি। বেৰৰ এক অংশ মাথোন থিয় হৈ আছে। মূধটো খহি পৰিল। এজোপা বৃহৎ গছে ভগ্নাৱশেষটো আগুৰি থৈছে। মন্দিৰৰ ভগ্নাৱশেষত অংকিত কৰা উত্তৰ দ্বাৰৰ ওপৰফালে দুটা মূৰ্তি দুৱাৰৰক্ষক ভংগীৰ মহাদেৱ। বেৰৰ পূবফালৰ সীমাত কিছুমান ইটাৰ ঘৰ থকাৰ অনুমান কৰিব পাৰি। তাত তিনিখন আৰাধ্য দেৱতাৰ মূৰ্তি অনুমান কৰিব পাৰি। সেয়ে হৈছে সূৰ্য্য, শিৱৰ বুকুত নৃত্যৰতা কালী, তৃতীয় হৈছে সৰস্বতী ( সোঁ হাতত থকা অস্পষ্ট বস্তুটো যদি সংগীতৰ যন্ত্ৰ হয়। )

প্ৰত্নতাত্ত্বিকৰ দৃষ্টিত অন্যান্য গুৰুত্বপূৰ্ণ দিশ হ'ল—পৰম্পৰ প্ৰায় তিনিফুট দূৰত্বৰ নক্সাকটা ইটাৰ শাৰি। পূবপিনৰ বাহিৰে আন তিনিওফালে এই শাৰি দেখা যায়। এই খোদিত নক্সাবোৰে মানৱমূৰ্তি ( অৱশ্যে হেনেৰ মতে এই মূৰ্তি কোনো হিন্দু অৱতাৰ নহয় ), জন্তু, চৰাই, ফুল আৰু ধৰ্মীয় দৃষ্টিৰপৰা অৰ্থহীন কিছুমান জ্যামিতিক চিত্ৰৰ সূচনা কৰে। ডক্টৰ ব্লকে লগতে কয় যে ডিমাপুৰ আৰু অসমৰ অন্যান্য ঠাইৰ খোদিত নক্সাবোৰৰ দৰে ইয়াৰ নিৰ্মাণ কাৰ্য্যও অৰ্দ্ধসভ্য প্ৰণালীৰ। মন্দিৰৰ ওচৰে পাজৰে তামৰ টুকুৰা দেখা পোৱা নগ'ল।

## কেঁচাইখাতী প্ৰসঙ্গত উপৰঞ্চি ঃ

শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰৰ অনুৰূপ ( একেই জোখ-মাপৰ ) এক মন্দিৰৰ ধ্বংসাৱশেষ মিকিৰ পৰ্বত জিলাত, সৰস্বতী ( হৰ-কা-থাতি) নৈৰ পাৰৰ ডেনাৰৰ পূব অঞ্চলত মহামায়া পৰ্বতত পোৱা গৈছে। অসমৰ বহুতো অঞ্চলত কেঁচাইখাতীৰ থান আছে। মধ্যযুগৰ কছাৰী ৰাজধানী মাযঙতো আছে ৰণচণ্ডীৰ শিলৰ মন্দিৰ। কেঁচাইখাতী তথা "তাম্ৰেশ্বৰী" দেৱীৰ সংক্ৰান্ত অনুধাবন কৰিবলগীয়া বহুত দিশ আছে।

উত্তৰ গুৱাহাটী প্ৰমুখ্যে যিবোৰ কেঁচাইখাতী থান আছে সেই থানবোৰত এতিয়াও দেৱীদুৰ্গাৰ পূজাৰ সময়ত এডোখৰ শিলক দেৱী জ্ঞান কৰি পূজা কৰা হয়। বহুতো অঞ্চলত দেওধা, দেওধনীয়ে নৃত্য কৰে আৰু হাঁহ, পাৰ আদি বলিৰ ডিঙি মুচৰি, তেজ খাই, ভৱিষ্যত বাণী কৰে।

"শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰৰ ধ্বংসাৱশেষৰ মাজত যিবোৰ দেৱ-দেৱীৰ মূৰ্তি পোৱা গৈছে তাৰ ভিতৰত বিশেষ উল্লেখযোগ্য হল কালী, সূৰ্য্য, গণেশ, হৰ-পাৰ্বতীৰ মূৰ্তি। ইয়াৰ উপৰিও পোৱা মাটিৰ তিনিখন ফলিত যথাক্ৰমে ৰণৰ সাজপাৰ পিন্ধোৱা এটা ঘোঁৰা, যুদ্ধৰ সৈনিকৰ বৰ্ম পিন্ধা আৰু হাতত বৰ্শা থকা এজন সৈনিক পুৰুষ আৰু ৰাজপুত জাতিৰ ডাঙৰীয়াৰ সাজপাৰ পিন্ধা আন এজন পুৰুষৰ চিত্ৰ পোৱা গৈছে। শেষৰ চিত্ৰ মন কৰিবলগীয়া —মানুহজনৰ মুখৰ আকৃতি দীঘল, নাক দীঘল, মূৰত ঘূৰণীয়া আৰু টিং থকা টুপী, পিছপিনে ওলমি থকা দীঘল চুলি, কঁকালৰ পৰা আঁঠুলৈকে ধুতি পিন্ধা, কঁকালত একপ্ৰান্ত ওলমি থকা চাদৰৰ কোমৰবন্ধা আৰু তৰোৱাল, সোঁহাতত বৰ্শা।

তুৰ্কী ৰাজ্যত এক প্ৰবল, পৰাক্ৰান্ত জাতিৰ ৰাজ্য আছিল। তেওঁবিলাকৰ প্ৰাচীন ৰাজধানীৰ নাম আছিল "হাওছবা"। বৰ্তমান তুৰ্কীৰাজ্যৰ বঘাজুকুই নামৰ ঠাইত সেই নগৰৰ অলেখ প্ৰাচীন কীৰ্ত্তিৰ আৱিষ্কাৰ হৈছে। পোৱামাটিৰ অসংখ্য ফলিও পোৱা গৈছে। ফলিবোৰৰ পাঠ উদ্ধাৰ কৰা হৈছে। ভাষা সংস্কৃত ভাষাৰ অনুৰূপ। তেওঁবিলাক আছিল চন্দ্ৰ, সূৰ্য্য আদি দেৱতাৰ উপৰিও 'মা' বা "মামা" নামৰ এগৰাকী দেৱীৰ উপাসক।

তেওঁবিলাকেই পোনপ্ৰথম যুদ্ধত ঘোঁৰাই টনা ৰথ আৰু লোহাৰ অস্ত্ৰ ব্যৱহাৰ কৰে। সেই পৰাক্ৰান্ত জাতিটোৰ নাম ইজিপ্তৰ ফলি আৰু বাইবেলৰ গ্ৰন্থতো পোৱা যায়। জাতিটোৰ নাম ভিন্ ভিন্ ঠাইত ভিন্ ভিন্ ভাবেৰে লিখা হৈছে— হিট, হেত খেত, খত্তি, ছত্তি, হত্তি ক্ষত্তি, হিটি, হিটাইট ইত্যাদি। ছত্তি জাতিয়ে পূজা কৰা 'মা' বা "মামা" দেৱী আছিল যুদ্ধৰ দেৱী আৰু ৰাজ্যৰ ঈশ্বৰী। তেওঁ আছিল সিংহবাহিনী। যুদ্ধত বন্দী কৰা শত্ৰুৰ তেজেৰে দ্বাৰা তেওঁক পূজা কৰা ৰীতি আছিল। মন কৰিবলগীয়া যে কেঁচাইখাতীৰ আগতো ৰণত ধৰা কৰিবলগীয়া নৰৰ বলি দিয়া হৈছিল। ইতিহাসমতে ৰাজ্যজয়ৰ আশাৰে তেওঁৰ পূজা কৰা হৈছিল।

"এই ছত্তি জাতিৰ লগত মিছৰৰ প্ৰথমতে শত্ৰুতা আৰু পিছত মিত্ৰতা হৈছিল। মিছৰবাসীসকলে ছত্তি জাতিক খেত জাতি বুলিছিল আৰু খেতসকলে পূজা কৰা 'মা' দেৱীক ৰণ জয়ৰ দেৱীৰূপে পূজা কৰিবলৈ আৰম্ভ কৰিছিল। মা বা মামা দেৱীৰ পূজা ছত্তি জাতিৰ বহুত আগৰ পৰাই চুমেৰ আৰু ক্ৰীট দ্বীপত প্ৰচলিত আছিল।

ৰঘাজকুইত ছত্তি জাতিৰ বীৰ পুৰুষৰ যি ভাস্কৰ্য্য চিত্ৰ পোৱা গৈছে তাৰ লগত শদিয়াত পোৱা পোৰামাটিৰ ৰাজপুতৰ চিত্ৰৰ হুবহু মিল আছে।"

"মনুস্মৃতি, উপনিষদ, পুৰাণাদি গ্ৰন্থত অশ্বপালক, ৰথচালক, ৰাজসূয় যজ্ঞৰ কাৰণ এৰি দিয়া অশ্বসঙ্গী, ৰাজদণ্ডাজ্ঞাপ্ৰাপ্ত দোষীৰ শাস্তি দিওঁতা এবিধ জাতিৰ উল্লেখ আছে— খত্তা, ক্ষত্তি, ছত্ৰি, ছত্তি, উগ্ৰক্ষত্ৰিয়। ৰাজমোহন নাথৰ মতে তেওঁবিলাক আচলতে ক্ষত্ৰিয়, কিন্তু বৈদিক আৰ্য্যসংস্কাৰ বৰ্ণাশ্ৰমৰ অন্তৰ্গত নহয়। অৰ্থাৎ এওঁবিলাক আদি আৰ্য্য দলৰ লগত অহা নাছিল। পিছৰ বা আগৰ যুগৰ এচিয়া মাইনৰ ক্ৰীট, ভূমধ্যসাগৰীয় অঞ্চল, মধ্যপ্ৰাচ্য আদি দেশৰ পৰা অহা শদিয়াৰ চুতিয়া বা দেউৰী জাতি তেনেবিধ ক্ষত্ৰিয় জাতিৰ ফৈদ বুলি স্পষ্টকৈ শ্ৰীযুত নাথে কৈছে।

এওঁবিলাক প্ৰথমতে ব্ৰহ্মপুত্ৰ উপত্যকাইদি আহি চাম্পু আচা, সিদ্ধক্ষেত্ৰী, স্বতী, কৌণ্ডিল (কুণ্ডিল) চাংচকলু, লাইবাৰী, লক্ষাবাৰী, শদিয়া বা চতিয়া, সতিয়া আদি ঠাইত বাস কৰিছিল।

দেউৰী ভাষাত "কুঁউম''ৰ (কুঁ=ডিম্ব আকাৰ, উম—ডিম্বৰ ভিতৰৰ কুসুম) পৰা ওলাইছে "কোন্দি" বা পুৰুষ আৰু "মামা" বা প্ৰকৃতি। এই কোন্দি মামাৰ পৰাই গিৰাগিৰাচী, বুঢ়া-বুঢ়ী, বলিয়া বাবা (পিচা ডেমা), তাম্ৰেশ্বৰী (পিচাচী ডেমা) ওলাইছে।" *

---

* বন্ধনী চিহ্নৰ ভিতৰৰ আটাইখিনি কথা বিশ্বকান্ত দেউৰী ভড়ালীৰ "দেউৰীপাঠ''ৰ পাতনিত শ্ৰীৰামেশ্বৰ দেউৰীয়ে লিখা 'দেউৰী সংস্কৃতিৰ পৰিচয়' নামৰ প্ৰবন্ধৰ পৰা উদ্ধৃতি কৰা হৈছে আৰু কৃতজ্ঞতা স্বীকাৰ কৰা হৈছে।

# প্ৰসূতী আই

এই আইও সৰ্বশক্তিময়ী দেৱী মহামায়াই। গৰ্ভৱতী নাৰীৰ সুপ্ৰসব কামনা কৰি গৰ্ভৰ নৱম মাহত আই সবাহৰ দৰেই এই সবাহ অসমত পতা হয়। প্ৰসূতি আইৰ সবাহত পিঠাগুড়ি, গাখীৰ আৰু কল, মাহ-প্ৰসাদৰ শৰাইৰ লগতে বেলেগে আগবঢোৱা হয়। নামৰ অন্তত গোপিনীসকলে এই পিঠাগুড়ি গ্ৰহণ কৰি সন্তানসম্ভৱা নাৰীক সুপ্ৰসৱৰ বাবে আশীৰ্বাদ দিয়ে। প্ৰসূতী আইৰ সবাহত দেৱী মাহাত্ম্য থকা নাম গোৱা হয়।

পৌৰাণিক ধাৰণাত প্ৰসূতী দক্ষ প্ৰজাপতিৰ স্ত্ৰী আৰু সতীৰ মাতৃ। সতী হৈছে শিৱজায়া। ব্ৰহ্মাৰ দেহাংশৰূপ ক্ষত্ৰ ধাতুৰপৰা স্বয়ম্ভুৱ মনু উৎপন্ন হৈছিল। প্ৰজাপ্ৰসৱকাৰিণী ক্ষেত্ৰৰূপিনী শক্তি শতৰূপা এওঁৰ স্ত্ৰী। শতৰূপাৰে তিনি কন্যা—আকুতি, দেৱাহুতি আৰু প্ৰসূতি।

প্ৰসূতিৰ সতীকে ধৰি ষাঠী কন্যা। এই প্ৰসূতিক উৰ্বৰা শক্তিস্বৰূপা বসুমতী তথা মহাশক্তিশালিনী মহামায়া ৰূপত সন্তান কামনাৰে অসমৰ নাৰীয়ে উপাসনা কৰে। বনদুৰ্গাৰ উপাসনাও এই একে শাৰীতে পৰে।

যি প্ৰসূতী তথা প্ৰকৃতিয়ে উৰণ, বুৰণ, গজন, গমন আদি সমস্ত প্ৰাকৃতিক বস্তু প্ৰসৱ কৰে সেই মহা প্ৰকৃতি বা প্ৰসূতীক সুপ্ৰসৱৰ কাৰণে প্ৰাৰ্থনা কৰা নিতান্তই স্বাভাৱিক কথা। তেওঁৱেই আদ্যা, তেওঁৱেই জগতজননী ভগৱতী। অসমৰ বহুতো অঞ্চলত এই প্ৰাৰ্থনা থকাটো লক্ষ্য কৰিলে থিৰাং কৰিব পাৰি যে অসমত শাক্তধৰ্মৰ এক শক্তিশালী তৰঙ্গ সুপ্ৰাচীন কালৰেপৰা এতিয়ালৈকে নিজাৰূপত প্ৰবাহিত হৈ আছে।

# অপেশ্বৰী আই

কোনোবা ভুবাই শীণাই গলে একাংগী হলে অথবা লৰা-ছোৱালীৰ মাত নোলোৱাকৈ থাকিলে অপেশ্বৰীৰ দোষ লাগিছে বুলি ভাবি অপেশ্বৰীৰ সবাহ পতা নিয়ম উজনি-নামনি দুয়ো ঠাইতে আছে। পিঠাগলীৰা আদি অসুখ হলে, চকু বথা হলে, খহু-কাক, মাৰি-মৰক হলেও অপেশ্বৰী আইৰ দোষ লাগিছে বুলি ভবা হয়। অপেশ্বৰী সকলে শূইন আকাশত দুপৰীয়া মেল মাৰি থাকোঁতে তেওঁলোকৰ ছায়া পৃথিৱীত পৰে— সেই ছায়া যদি কোনোবাই গচকে তেতিয়াই অপেশ্বৰীৰ দোষ লাগে। সেইকাৰণে যাৰ ঘৰত অসুখ হয় সেই ঘৰৰ চোতাল মচি-কাচি ন বিধ ফল, কেঁচা পিঠাগুড়ি, গাখীৰ, চেনি আদিৰ নৈবেদ্য মুকলি চোতালত সজাই বুঢ়ী গোপিনীসকলে গোট খাই ভৰ দুপৰীয়া নাম গায়—

জোনে বেলিয়ে লগে ভটিয়ায়
লগত যায় তামুলী তৰা
কন্যেক বৈ যোৱা আই অপেচৰী
লৈ যোৱা কুমাৰী পূজা॥
ৰূপৰে জখলা সোণৰে মেখেলা
আহে অপেচৰী নামি
নামেৰে সেৱাকৈ গোপিনী মাতে আই
তুষ্ট হোৱা ভগৱতী॥

বুঢ়ী গোপিনীসকলৰ লগতে কুমাৰী ছোৱালীকো অপেশ্বৰীৰ অৰ্থে আগবঢ়োৱা নৈবেদ্য খুউৱা হয়। কামৰূপত তিনি বা পাঁচগৰাকী কুমাৰীক অপেশ্বৰীৰূপে সজাই, চোতালৰ ঘূৰণীয়া মণ্ডপত বহুৱাই আবেলি সময়ত আইসকলে নাম গায়—

এ আই অপেশ্বৰী মণ্ডপে নামিলা
সুবৰ্ণৰ পঞ্চ ঘটে পূজা আৰম্ভিলা।
তুলসীৰে পাত হৰি তুলসীৰে পাত
নৰ-মনিচে কিবা জানে অপেশ্বৰীৰ মাত

তুলসীৰে গছ হৰি তুলসীৰে গছ
বিদায় দিয়া অপেশ্বৰী গোপিনী ধৰক পথ।

মন কৰিবলগীয়া যে অপেশ্বৰী আই এগৰাকী নহয়, কেবাগৰাকীও। এই আইসমূহ মাতৃকা থলৰে অন্তৰ্গত।

সোণৰে এখুৰি ধূপ এ ৰূপৰে এখবি ধূপ
সৰগৰে পৰা অপেচৰী নামে
মনিচে নেদেখে ৰূপ॥

কামৰূপৰ বৰনগৰ, ভৱানীপুৰ আদি ঠাইত অপেশ্বৰীৰ সবাহৰ দৰেই চোতালত গোপিনীসবে ওপৰঠেলীৰ সবাহ পাতে। উপবাসে থকা গোপিনীয়ে সৰা-মোচা চোতালত এখন পীৰা পাৰি, বগা কাপোৰ দি ঢাকি, তাৰ ওপৰত কলৰ দোনাৰে ঘূৰণীয়াকৈ বেৰা দি তাৰ ভিতৰত বন্তি, ধূপ-ধুনা, বগা দোৰোণ, বগনা আদি ফুল দি থাপনা সজায়। থাপনাত সেন্দুৰৰ ফোঁট দিয়াও হয়। পৰমান্ন, মাহ-প্ৰসাদৰ নৈবেদ্য আগবঢ়াই গোপিনীসকলে চোতালত বহি আইৰ নাম গায়। নামৰ শেষত থাপনা ভাঙি নৈত বা আঁতৰাই বাটৰ মূৰত পেলাই থৈ অহাৰ পিছতহে নামৰ প্ৰসাদ বিলোৱা হয়।

বৈষ্ণৱপ্ৰধান অঞ্চলবোৰত এতিয়া এইবোৰ ক্ৰমান্বয়ে লুপ্ত হৈছে। আসনপতা সবাহ, ওপৰঠেলীৰ সবাহ, অপেশ্বৰী সবাহৰ সমন্বয় হৈ অসমৰ কোনো কোনো ঠাইত ওপৰ ভাগৰ সবাহবো ৰূপ লৈছে। চোতালত আসন পাতি, তামৰ ঘটত বা মাটিৰ ঘটত অতি ভক্তিমতী গোপিনীয়ে তুলি অনা পানী সজাই, কেঁচা পিঠাগুড়িৰ নৈবেদ্য দি আইৰ নাম গোৱা হয়।

চোতালত ছুপৰীয়া আগবঢ়োৱা এনে পূজা, মণ্ডল আঁকা নিয়ম, ঘট স্থাপন কৰা ( ঘট তথা পূৰ্ণকুম্ভ জগতজননী মহামায়া মাতৃৰ প্ৰতিভূ ), এই সকলো কথালৈ লক্ষ্য কৰিলে এনে স্ত্ৰীআচাৰবোৰত তান্ত্ৰিক প্ৰভাৱ আছে যেন লাগে। সোণৰ খলাৰে আই নামি অহা কল্পনাত সূৰ্যৰ সোণালী ৰশ্মিকে বুজোৱা হৈছে যেন লাগে। সূৰ্য্য পূজাও তান্ত্ৰিক পদ্ধতিত বিশেষভাৱে আছে।

# কাক গোসাঁনীৰ থান

অসম বুৰঞ্জীৰ এক দুৰ্যোগপূৰ্ণ অস্থিৰ সময়। ৰজা ভঙা-পতা, ক্ষমতা আৰু স্বেচ্ছাচাৰিতাৰ এক টলমল অৱস্থা। ডুংখুঙীয়া ফৈদৰ গদাপাণিক সিংহাসনৰ অযোগ্য কৰিবৰ কাৰণে ৰাজসিংহাসনৰ গোপন ষড়যন্ত্ৰ। সেই ষড়যন্ত্ৰৰ উমান পাই ৰাতিয়েই সতীপত্নী জয়মতীয়ে সকলো সংকটৰ নিজে সন্মুখীন হোৱাৰ দৃঢ়তাৰে স্বামী গদাপাণিক ছদ্মবেশেৰে দূৰলৈ আঁতৰাই পঠোৱাৰ করুণ সেই পটভূমি।

এক গুপ্তবাসৰ অধ্যায়। ৰাকাখাটৰপৰা প্ৰায় দহ মাইল দূৰৰ মিকিৰ পৰ্বতৰ সৰু এটা পাহাৰত মালচি বুঢ়াৰ পঁজা। সন্তানৰ আধাফুটা মাতেৰে মুখৰিত নোহোৱা অনুৰ্বৰ এক সংসাৰ। সেই পঁজাতে ছদ্মবেশী গদাপাণিয়ে সন্ধিয়া এদিন আশ্ৰয় বিচাৰি ওলালগৈ। বুঢ়া-বুঢ়ীয়ে হৃষ্টপুষ্ট মানুহজন দেখি ভাবিলে গৰখীয়া কৰিয়ে ৰাখিব পৰা যাব লেখান। আশ্ৰয় হ'ল। এদিন মালচি বুঢ়াই পথাৰত গৈৰা বনৰীয়া ম'হ ধান খাইছে বুলি শুনি গদাপাণিক ম'হ খেদিবলৈ পঠালে। ঢেঁকীশালৰ ঢেঁকীটোকে লৈ গৈ নিমিষতে ম'হটো মাৰি আনি গদাপাণিয়ে চোতালত পেলালেহি। বুঢ়ীক ৰান্ধি-বাঢ়ি দিবলৈ কোৱাত বুঢ়ীয়ে ৰান্ধি-বাঢ়ি দিলে আৰু গদাপাণিয়ে পৰম তৃপ্তিৰে আহাৰ কৰিলে। এই অসাধাৰণ কথাবোৰ দেখি বুঢ়া-বুঢ়ীৰ গা চেৰালে। ছদ্মবেশী কোনোবা এয়া দেৱতা নে আন কিবা? লুকাই চুৰকৈ গৰখীয়াটোৰ আলেখলেখ লবলৈ আৰু তাক গুপুতে কোৱাত আন গৰখীয়া লৰা কেইটামানে কেইদিনমানৰ মূৰত বুঢ়া-বুঢ়ীক কলেহি যে হাবিৰ মাজৰ জুৰিৰ পাৰত কাপোৰ-কানি সলাই গা ধোৱা এই অচিনাকি গৰখীয়াটোৰ কথা-কাণ্ড দেখোন আচৰিত। বুকুৰ কাপোৰৰ তলত কাকবাঁহৰ চুঙাত ভৰাই কিবা এক প্ৰতিমা লুকুৱাই লৈ ফুৰেচোন। গা ধুই উঠি সেই প্ৰতিমা জুৰিৰ পাৰতে থৈ পূজা-সেৱা কৰি উঠি আকৌ কাকবাঁহৰ চুঙাত ভৰাই বুকুত বান্ধি লৈ ফুৰে। কথাবোৰ শুনি বুঢ়া-বুঢ়ীয়ে ভাবিলে এই কথাইতো কথা নহয়। এওঁ নিশ্চয় কোনোবা অশৰীৰী। ছদ্মবেশত মানুহ ৰূপ লৈ কিবা দোষত ইয়াত কাল কটাইছে।

বুঢা-বুঢী হুয়ো সেই ৰাতিয়েই গদাপাণিৰ ভৰিত দীঘল দি পৰি দায়-দোষ ক্ষমা কৰিবলৈ কৈ চিনাকি দিবলৈ কাকুতি কৰিলে।

ৰজাৰ গুপ্তচৰে কেনেবাকৈ যদি গম পায়। কেনেবাকৈ যদি ইকাণ-সিকাণকৈ কথাটো ওলাই পৰে গদাপাণি ইয়াত পলাই আছেহি বুলি! নিজৰ পৰিচয় গোপন কৰি মনে মনে ইয়াৰপৰা আঁতৰি গলেও আশংকা— কথাবোৰ বাত্ৰি হৈ পৰিবও পাৰে। গদাপাণিয়ে মুহূৰ্ততে সিদ্ধান্ত কৰি সকলো পৰিচয় বুঢা-বুঢীক দিয়াটোকে উচিত বুলি ভাবিলে। লগতে আৰু কলে সকলো কথা একান্ত গোপনে বুঢা-বুঢীয়ে যদি ৰাখে সময়ত তেওঁ বুঢা-বুঢীক মনত পেলাব। (সেইমতেই ৰজা হৈ মালচি বুঢা-বুঢীক ৰাজধানীলৈ নিবলৈ তেওঁ মানুহ পঠাইছিল। কিন্তু বুঢা-বুঢীৰ সেয়া উচিত নহব বুলি ৰাইজে ভয় খুৱালে—জানোচা কৰ্কৰা-পইতা খুৱাই গৰখীয়া কৰি অতদিনে ৰখাৰ পোতক ৰজাই এতিয়া তোলে। ভয়তে বুঢা-বুঢী পলাল। বুঢাৰ নামেই পাহাৰটোৰ নাম মালচি পাহাৰ হল বুলি কিম্বদন্তিয়ে কয়।) বুঢা-বুঢীয়ে কথা দিলে। লগতে আৰু কলে যে তেওঁ ৰাজ্যলাভ কৰাৰ শুভ-আকাঙ্ক্ষা সফল হবনে নহয় চাই দিবলৈ ওচৰতে এজন আশ্চৰ্য শক্তি সম্পন্ন জ্যোতিষী আছে।

কনৌজৰপৰা অৰ্জুন শৰ্মা নামৰ জ্যোতিষশাস্ত্ৰত বিদগ্ধ পণ্ডিত এজন আহি বোকাখাটৰ উত্তৰ-পশ্চিম চুকে (পিছত সেই ঠাইৰ নাম 'গণক বিল') তেতিয়া অপৰিসীম খ্যাতি লাভ কৰিছিল। সঁচা জ্যোতিষী হয়নে নহয় প্ৰমাণ চাবৰ মনেৰেই এদিন গৰখীয়া ছদ্মবেশতে গদাপাণি গৈ টঙাগছৰ কাষত জৰ লৈ থকা জ্যোতিষীৰ সন্মুখত থিয় হলগৈ। ৰাজপুৰুষৰ চিহ্ন সৰশৰীৰত চিনি পাই গৰখীয়াজনক অৰ্জুন পণ্ডিতে ততালিকে কান্ধৰ গামোচা মাটিতে পাৰি দি আথেবেথে কলে "স্বৰ্গদেউ বহক।' গদাপাণিয়ে মনৰ অভীষ্ট পূৰ্ণ হবনে নহয় এই কথা এইজন পণ্ডিতকে নিঃসংকোচে সুধিব পৰা যাব বুলি নিমিষতে নিশ্চিন্ত হল আৰু ভবিষ্যতৰ কথা একান্ত গোপনে সুধিলে। জ্যোতি-ষীয়েও কোন শকৰ, কোন তিথিৰ, কিমান প্ৰহৰ যাওঁতে তেওঁ ৰাজপাটত উঠিব এই কথাৰ ভবিষ্যতবাণী কৰি কলে যে চুলি এডালো ইফাল সিফাল নোহোৱাকৈ এই কথা ফলিয়াব। (এই জ্যোতিষীক গদাধৰসিংহ ৰজাই ৰাজপাটত উঠাৰ পিছত অব্যৰ্থ ভবিষ্যত গণনাকাৰী বুলি ৰাজসন্মান দেখুৱাই নিস্পিখেৰাজ মাটি-বাৰী, পুখুৰী, তামৰ ফলি, সোণৰ লগুণ, নাপিত, চমাৰ, কমাৰ দি বৰদলৈ উপাধি প্ৰদান

কৰে। টঙাগছৰ কাষত বজাই প্ৰথম লগ পোৱা বাবে এই বৰদলৈৰ বংশ 'টঙা বৰদলৈ'ৰ বংশৰূপে প্ৰখ্যাত।)*১

জ্যোতিষীৰ গণনামতে সময় সমাগত। গুপ্তবাসৰ অধ্যায় শেষ হোৱাৰ লগত ৰাজধানীলৈ উলটি অহাৰ পৰত গদাপাণিয়ে বুকুত বান্ধি লৈ ফুৰোৱা সেই শক্তি প্ৰতিমা কাক-বাঁহৰ চুড়াৰে সৈতে চাটনি দলঙৰ কাষৰ অৰণ্যৰ এক গছত ওলোমাই এৰি থৈ যায়।

( In the early part of their rule, saktism found it difficult to enter the court of the Ahoms. The advent of the Tungkhungia dynasty with Gadadhar Singh as the first ruler marked the ushering of the Sakta influence Gadadhar Singh was a patron of Sakta Hinduism

কাক বাঁহৰ চুড়াত থোৱা সেই শক্তি প্ৰতিমাই নাম পালে কাক গোসাঁনী। প্ৰতিষ্ঠা হল সেই ঠাইত (বোকাখাটৰ পৰা তিনি মাইলমান আঁতৰত) আই ভগৱতীৰ থান। শ শ বছৰ ধৰি সেই থানত চলি আহিছে বাসন্তী পূজা আৰু শাৰদীয়া দুৰ্গাপূজাত বলিবিধানেৰে আই ভগৱতীৰ পূজা।

শাৰদীয় মহাষ্টমী-মহানৱমী তিথি। কাক গোসানীৰ থানৰ মণিকূটত [illegible] পৰিহিত পুৰোহিতৰ চণ্ডীপাঠ সমাপ্ত হল। পূজা [illegible] জনসমাবেশেৰে পৰিপূৰ্ণ। পূজামণ্ডপত সাধাৰণভাৱে বহি কথা বাৰ্তা পাতি থকা [illegible] ( দণ্ড উঠা মানুহ ) তিনিজনক পূজাৰীয়ে প্ৰতিমাৰ সন্মুখলৈ আহ্বান জনালে। মণিকূটত প্ৰতিমাৰ সন্মুখত থৈ তিনিওজন পুৰুষে আহৰণ [illegible] শান্তি পানী ছটিয়াই [illegible] পূজাৰ সেন্দুৰৰ ফোঁট [illegible] কপালত আঁকি দিলে [illegible] থাৰলৈ দিলে। লগে লগে বাহিৰত বিশেষ ঢোল, তাল, ডগা, খোল, [illegible] সেই মুহূৰ্ততে [illegible] কৰিলে। তিনিওজন হোজাইক [illegible] দেৱী [illegible] চিকমিকাই পৰা বলিকটা দাখন হাতত লৈ চুলি মেলি উদং গাৰে ( [illegible]

---

* ১। লেখিকাৰ পিতৃবংশ টঙা বৰদলৈৰ বংশৰ।

* ২। A History of Assam By E. A. Gait. Page 288 )

সামান্য বস্ত্ৰ মাথোন) প্ৰথম হোজাই মণিকূটৰপৰা নাচি নাচি ওলাই আহিল। বক্তৰ চকুত ত্ৰাস জন্মাব পৰা দৃষ্টি। বলিকটিয়ালৈ দাখন দলি মাৰি দি তিনিওজন হোজাই (হালোৱা, কাক আৰু ফুলেশ্বৰী নামৰ দেৱীৰ তিনিগৰাকী বাই-ভনীয়ে একেলগে পূজা খাবলৈ আহে বুলি জনসাধাৰণে পৰম্পৰাগতৰূপে বিশ্বাস কৰে আৰু সেইদেখি দেওধনি তিনিজন হোজাইৰ গাত উঠে) এইবাৰ পূজামণ্ডপত পুবা-পশ্চিমাকৈ অহা-যোৱা কৰি কৰি নাচিবলৈ ধৰিলে। ভকতই আগবঢ়োৱা প্ৰতিমাৰ আগত উৎসৰ্গা কৰি কৰি শান্তিপানী ছটিয়াই থোৱা মহ, ছাগলী, হাঁহ, পাৰৰ নিঘূণী বলি বলিশালৰ কাষত পৰ্বতাকাৰ হৈ আছে। জয়ধ্বনিৰ লগে লগে বলিকটীয়াই ম'হ বা ছাগলীৰ ডিঙিত ঘাপ দিয়াৰ লগে লগে উন্মত্তভাৱে দেওধনিয়ে জপিয়াই গৈ সেই তেজ নিমিষতে পান কৰি থয়। বলি লোৱাৰ লগে লগে দেওধনিৰ তেজ চৰি আহিল। ভকতই হাতত তুলি তুলি দিয়া হাঁহ-পাৰৰ ডিঙি হেলাৰঙে হিঁডি ছিঙি (নৈচা এৰা সূতা এডাল ছিঙোতে যিমান সময় লাগে তাতোকৈও কম সময় আৰু কম আয়াসত) তেজ পি পি দেওধনিয়ে ছয়-সাত ফুট ওখ জাপ মাৰি মাৰি উল্লাসময় গতিত অবিৰামভাৱে নাচিবলৈ ধৰিলে। আশ্চৰ্যজনকভাৱে এবাৰ একোজন দেওধনিয়ে এশ-ডেৰশ হাঁহ, চল্লিশ-পঞ্চাশটা ছাগলী, তিনি-চাৰিটা ম'হৰ তেজ একো একোদিনত পূৰা স্বচ্ছন্দভাৱে পান কৰে। অভক্ত মনেৰে আগবঢ়োৱা বলি বা ঘূণ ধৰা বলিৰ ডিঙি দাৰ সাকনাৰ ঘপিয়ালেও আচৰিতভাৱে নাকাটে। ঢোল বজোৱা কোনোবাকৈ ভুল হ'লে সেই ঢুলীয়াক গতা মাৰি দি দেওধনিয়ে জনতাৰ মাজৰপৰা ঢোল বজাব জনা ঢুলীয়া থাপ মাৰি কাঢ়ি লয়। পূজাৰীয়ে পূজাৰ সময়ত মন্ত্ৰ উচ্চাৰণ কৰোঁতে বা চণ্ডীপাঠ কৰোঁতে যদি ভুল-ভ্ৰান্তি কৰিছিল দেওধনিয়ে পূজাৰ সময়ত উপস্থিত নপৰাকৈয়ে সেই কথা গম পায় আৰু তাৰ পাছে সমজুৱাকৈ পূজাৰীৰ কৈফিয়ৎ সুধি কৰথনা কৰে। সমজুৱাৰ মাজত কোনোবাই ৰঙা শাৰী পিন্ধি থকা দেখিলে দেওধনিয়ে খড়্গ খেদা মাৰি যায়। সেই সময়খিনিত থানৰ আগেদি বাটত প্ৰণাম নকৰাকৈ কোনোবা যদি মটৰ গাড়ী বা হাতীত উঠি যায় তেন্তে তেওঁৰ অনিষ্ট সাধন হয়। দেওধনি উঠি থকা সময়ত বাইজে ভাগমান-পাণ দি ভূত-ভবিষ্যতৰ কথা সুধিলে দেওধনিয়ে তাৰ উত্তৰ দিয়ে।

বেলি লহিয়ায়। উৎসর্গা কৰি থোৱা বলি-বিধান লোৱাও শেষ হয়। বাইজে দেওধনি পৰিবৰ সময় হৈছে বুলি জানি কলপাত মাটিত পাৰি দি সাজু হৈ থাকে। দেওধনিয়ে আঠকাটি কলপাতত মূৰটো থৈ কিছু সময় আছাৰি থকাৰ পিছত কৰ্ফাল খাই ওপৰমুখ হৈ চিৎ হৈ পৰিব খোজাৰ লগে লগে কেবাজন মানুহে পাছফালৰপৰা শাঁত নপৰালৈকে ধৰি থাকে। পিছত তন্দ্ৰাত থকাৰ দৰে অভিভূত হৈ থকা দেওধনিক লাহে লাহে কাষৰে লুবিলৈ লৈ গৈ গা পৰাই দিয়াৰ পিছত লগে লগে পুনৰ আগৰ সাধাৰণ, শান্ত মানুহৰ অৱস্থা ঘূৰি আহে। সাধাৰণতে শূদ্ৰ সম্প্ৰদায়ৰ মানুহতে অতীজৰেপৰা এতিয়ালৈকে এই থানত দেওধনি (থলুৱা ভাষাত হোজাই) উঠি আহিছে। হোজাইক সাধাৰণতে দেৱীয়ে "তই এইবাৰ মোৰ পূজাত ধোঁৱা হব লাগিব" বুলি স্বপ্নত আদেশ দি বাছি লয়। কাল্পনিক যেন লাগিলেও সচা এবাৰ কলাই হোজাই বোলাজন কিবা কথাত যাটেকত পৰিল। তেতে গোলাঘাট জেলত থকাৰ সময়ত দুৰ্গাপূজা আৰম্ভ হল, হালোৱা আৰু মালেশ্বৰী—দেৱীৰ (কাক গোসানীৰ) দুই বাই-ভনীৰ দুজন হোজাই উঠিছে। কাক গোসানীৰ হোজাই কলাই ফাটেকত। হালোৱাই কৈছে "মোৰ ভনী আহিব।" বাইজে কৈছে—"ৰজাই বন্দী কৰি থৈছে কেনেকৈ আহিব?" হালোৱাই কলে—"মোৰ ভনী কাকৰ নামত ছাগলী এটা ধুৱাই হৰিধ্বনি কৰি ডবা-কাঁহ বজাই দিয়া — দেখিবা।" কি আশ্চৰ্য। ইফালে হৰিধ্বনি কৰিছে সিফালে জেলৰ জিঞ্জিৰি ছিঙি কাক গোসানীৰ হোজাই কলাই আহি থানত উপস্থিত। কেনি আহিল কেনেকৈ আহিল কোনেও কব নোৱাৰে। মাজৰ ধনশিৰী নৈ সাঁতুৰি পাৰ হৈ আহিল। থানত আহি উৎসৰ্গা কৰি থোৱা ছাগলীৰ ডিঙি হাতেৰে ছিঙিযেই তেজ খাব খুজিছিল, ৰজাৰ বন্দী হৈ আছে বাবে কেনেকৈ আহিব বুলি কৈ বাইজে অৱজ্ঞা কৰা দেখি খঙতে বলিকটা শিল বুকুত মাৰিছিল—সমূহ বাইজে স্তুতি-মিনতি কৰি প্ৰাৰ্থনা জনোৱাতহে দেওধনি ক্ষান্ত হৈছে।

এবাৰ কলাই হোজাইৰ বাইজৰ লগত মতান্তৰ ঘটাত পূজাৰ দিনা থানলৈ নাহি বাৰীত কোৰ মাৰি আছিল। তিনিমহীয়া কেঁচুৱা শুৱাই থৈ তেওঁৰ পত্নী গৈছিল নৈলৈ পানী আনিবলৈ। থানত পূজাৰ বাদ্য সিফালে বাজি উঠাৰ লগে লগে তেওঁৰ গাত ঘৰতেই দেৱী লম্ভিলে। একেজাপেই পিৰালিৰ পাটিত শুৱাই থোৱা কেঁচুৱাটোৰ

ডিডি মোহাৰি তেজ খাই থান পালেহি। থানত বলি-বিধান লৈ দেওধনি গাৰপৰা যোৱাৰ পিছতহে নিজৰ কেঁচুৱাৰ কথা গম পাই (নিজেই ডিডি মোহাৰি তেজ খালে বুলি) হুক্হুক্ কৰে কান্দিবলৈ ধৰিলে।

এবাৰ বেজীয়া তোজাই বোলা আন এজনৰ ভৰি বাইচে কটাত ঘৰতে উঠিব নোৱাৰা হৈ বিছনাত পৰি আছিল। সেইদৰে পূজাৰ বাদ্য থানত বাজি উঠাৰ লগে লগে সেই ভৰিৰেই উৰি অহাদি আহি থান পাই উন্মত্ত হৈ নাচিবলৈ ধৰিলে। দেওধনি গাৰপৰা যোৱাৰ পিছত কটা ভৰিৰ বাবে তেওঁক আকৌ ডাংকোলা কৰিহে ঘৰলৈ আনিব লগাত পৰিল।

আজি প্ৰায় পঞ্চাশ বছৰমানৰ ভিতৰতে ঘটা আন এটা ঘটনা: গোলাঘাটৰ এঘৰ মানুহৰ অকল ছোৱালী সন্তান থকাত ল'ৰা সন্তানৰ আশাৰে থানত আহি কাকুতি কৰি দেওধনিক সুধিলে—"আই মোক গোটে লাগে, আটাইবোৰ পতান।" দেওধনিয়ে উত্তৰ দিলে—'মই বাক গোট দিম, তই মোক ইমানটো (মহ বলি) দিবি?" তেতিয়াই গোসানীলৈ মহ আগ বঢ়াশত ঘুৰি বছৰত ল'ৰা এটিৰ জন্ম হল। সেইমতে গোসানীকো বলি-বিধান দিয়া হল। লৰাটো কেঁচুৱা হৈ থাকোতেই এবাৰ মাকে গৰৰ গাড়ীৰে এঠাইলৈ গৈছিল। যাওঁতে বাটতে "বিহৰা"ত মাক টোপনি গৈ থকা অৱস্থাতে লৰাটো বাটত সৰি পৰিল। মাকে গম নোপোৱাকৈয়ে গাৰ্ডা গৈ ধনশিৰী ঘাটত বোৱাতহে খবৰ হল ল'ৰা নাই। কান্দি-কাটি ধৰমৰকৈ গাড়ী আকৌ ঘূৰাই ল'ৰা বিচাৰি মাক আদি যাওঁতেই ইফালে নাহৰজান বাগিচাত থকা দেউতাকক ভগৱতীয়ে স্বপ্নত দেখুৱাই কলে— "তোৰ ল'ৰা মই বাটত ৰখি আছো, লৈ যাহি।" দেউতাকে কি স্বপ্ন দেখিলো বুলি লৰালৰিকৈ ল'ৰা বিচাৰি গৈ দেখে ইমান বাঘ ওলোৱা ঠাইতো লৰাৰ হানি-বিঘিনি একো ঘটা নাই— কাৰোবাৰ কোলাত শুই থকাৰ দৰে বাটৰ কাষৰ বিৰিণাৰ জোপাত লৰা শুই আছে। ননী বৰুৱা নামৰ সেই লৰা আজিও জীৱিত।

১৯৬৪ চনৰ দুৰ্গাপূজাৰ দিনা বোকাখাটৰ কাক গোসানীৰ থান চাবলৈ যাওঁতে নিজে দেখা আৰু শুনা কথাখিনি ইয়াত থুলমূলকৈ আগবঢ়োৱা হল। কাজিৰঙাতো এখন কাক গোসানীৰ থান আছে। সেই থানবো এনে অলৌকিক মাহাত্ম্য আছে বুলি বাইজে কয়।

এবাৰ সেই থানৰ বাবে ৰাইজে অনা টিনপাত ব্যৱসায়ী এজনে চুৰ কৰি নি নিজৰ ঘৰ সাজিছিলগৈ। ৰাইজে ভগৱতীক জনোৱাত "দেখিবি নহয়" বুলি দেওধনিৰ মুখে কোৱালে। সঁচাকৈয়ে সেই ৰাতিয়েই প্ৰচণ্ড বা-মাৰলীয়ে টিনপাত আটাইখিনি কাঠৰ ফ্ৰেমেৰে সৈতে দাঙি নি হেনো থানৰ পদূলিত পেলাই দিলেগৈ।

অসমত এনে দেৱী মাহাত্ম্যৰ কথাৰে পৰিপূৰ্ণ হৈ থকা অজস্ৰ থান আছে। এনে থানৰ কিছুমানত দেওধনি উঠে তিৰোতা মানুহৰ গাত। আন কিছুমানত পুৰুষ দেওধনিহে দেখা যায়। কিছুমান থানৰ দেওধনি নৃত্যক প্ৰকৃতপক্ষে নৃত্য বুলি কবই নোৱাৰি। হাত ভৰিৰ উন্মত্ত সঞ্চালনহে মাত্ৰ। কিন্তু গোৱালপাৰা জিলাৰ গৌৰীপুৰত চড়ক পূজাৰ সময়ত অনুষ্ঠিত হোৱা "কালীচণ্ডী পূজা"ত কুহিলাৰ মুখা লৈ নচা দেওধনিৰ সুন্দৰ নৃত্যভংগিমা আছে বুলি শুনা গৈছে।

তান্ত্ৰিক পদ্ধতি আৰু থলুৱা বিশ্বাসৰ সমন্বয়ত গঢ়লোৱা অসমৰ শক্তি থানসমূহৰ দেৱীপূজাৰ লগত এনে দেওধনি অনুষ্ঠান অংগাংগী ভাবে জড়িত আছিল। নতত্ত্ব আৰু অসমৰ সাংস্কৃতিক ইতিহাস বিশ্লেষণ কৰি চালে দেওধনি অনুষ্ঠান আৰু নৃত্য মংগোলীয় সংস্কৃতিৰ অৱদান যেন লাগে।

# বীৰুকুছিৰ আই গোসাঁনীৰ থান

পাহাৰৰ শিখৰত মহাভৈৰৱ। পাহাৰৰ নামনিত আই গোসাঁনী। শিলৰ মন্দিৰৰ বন্ধন নাই। মুক্ত প্ৰাংগন। মুক্ত মন্দিৰ। ওপৰত নীলা আকাশৰ চন্দ্ৰতাপ। বা ৰিব ৰিব কোমল বতাহে ঢুলাই থাকে চোৰৰ। আম, বেল, কৰচ, কদম, বকুল, হিজল গছেৰে ভৰা সেউজীয়া অৰণ্যই প্ৰহৰে প্ৰহৰে মূৰ দোৱাই কৰে প্ৰণিপাত। বনৰ চৰাযে কোন অতীজৰেপৰা গাই আহিছে সেই দেৱীৰ বন্দনা। সেই থানিৰ প্ৰৱেশৰ দেহলি ৰচনা কৰিছে সুবিশাল এক বৃক্ষৰ শিপাই। হয়তো এয়া অলৌকিক, হয়তো এয়া কেৱল কল্পনা। কিন্তু বুজা-নুবুজাৰ মাজতেই যে ৰহস্যময়তাৰ বেদী।।

দূৰে দূৰে জনজাতীয় লোকালয়। বড়ো-কছাৰী, মিকিৰসকলৰ। প্ৰায় চৌদিশে ওখ-চাপৰ পাহাৰ। মাজৰ সেই বিস্তীৰ্ণ ভূমিতেই আদিম দেৱীৰ প্ৰায়লুপ্ত এই স্থান।

মাটিৰ এটি ওখ টিপ। তাৰ ওপৰত শিলৰ বহল বেদী। তাতেই দেৱীৰ দ্বিভুজা মূৰ্তি। মুখত উগ্ৰতা বা ভয়ংকৰতাৰ চিহ্নমাত্ৰও নাই। এনে লাগে যেন বিদ্যাধৰী অপ্সৰাৰহে মূৰ্তি। সোঁ বা বাওঁহাতে কিবা এটা ধৰি থকা যেন লাগিলেও ভগ্ন মূৰ্তিৰ কাৰণে একো বুজা নেযায়। মূৰ্তিৰ কাষত গোল, তিনিচুকীয়া আদি আকাৰৰ সৰু সৰু শিলাখণ্ড প্ৰায় একুৰিৰো ওপৰ। এখনি দশভুজা প্ৰতিমা তিনি বছৰমানৰ আগলৈকে সেই বেদীত আছিল বুলি দেখা ভক্তসকলে বিশ্বাসযোগ্যভাৱেই কৈছে। এতিয়া অৱশ্যে সেই প্ৰতিমা নাই। দৈৱক্ৰমে সেই প্ৰতিমাখনি হয়তো কাৰোবাৰ উপাসনা গৃহৰ দেৱীৰূপেও প্ৰতিষ্ঠিতা হৱগৈ পাৰে। বৰ্তমান অধিষ্ঠিত প্ৰতিমাৰপৰা এই স্থান শ্ৰীশ্ৰীদুৰ্গা বা শ্ৰীশ্ৰীকালিকাৰ বুলি নিশ্চিত হব নোৱাৰিলেও, বেদীৰ ওপৰত অতকাল উন্মুক্ত হৈয়ে পৰি থকা দহ-বাৰখন বিশাল বলিকটা খড়্গয়ে নিমিষতে প্ৰমাণ কৰে এই থানৰ পূজাক, পূজাৰ পৰম্পৰাক, অধিষ্ঠিতা দেৱীক উগ্ৰ ৰূপেৰে আৰাধনা কৰাৰ ইতিহাসৰ কথা।

পৰম ধাৰ্মিক নৃপতি নৰনাৰায়ণ আৰু অসীম সাহসী বীৰ চিলাৰায়ৰ (শুক্লধ্বজ) স্বৰ্ণমণ্ডিত কাহিনী ইতিহাসৰ বুকুত চিৰউজ্জ্বল। এই নৃপতিৰ বংশৰ ঐতিহ্য পণ্ডিত সূৰ্যখড়িৰ "দৰং ৰাজবংশাৱলী"ত সুন্দৰভাৱে অংকিত হৈছে। অৱশ্যে সেই বংশাৱলী অসম্পূৰ্ণ। হলেও এই ঐতিহাসিক কাব্যত চাৰিশ বছৰৰ পূৰ্বে বিশ্বসিংহ নৃপতিয়ে স্থাপন কৰা কোচৰাজ্য আৰু এই ৰাজ্যৰ ৰজাসকলৰ ৰাজনীতি পৰিচালনা আৰু দিগ্বিজয়ৰ কাহিনী, অৰ্থনৈতিক আৰু সাংস্কৃতিক দিশৰ কথা অতি বিশ্বাসযোগ্যভাৱে বৰ্ণিত হৈছে।

মহাবলী চিলাৰায় তথা শুক্লধ্বজ পুত্ৰ ৰঘুদেৱ নাৰায়ণ আৰু নৃপতি নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ মাজত সোণকোষ নদী মাজত থৈ, কোচবিহাৰ ৰাজ্য ৰজা নৰনাৰায়ণেই দুভাগ কৰি দিয়ে। তেতিয়াৰে পৰা বীৰ চিলাৰায়ৰ দাল পূবৰ ৰাজ্যৰ অধীশ্বৰ হয়। ৰঘুদেৱ নাৰায়ণৰ পিছত তেওঁৰ পুত্ৰ পৰীক্ষিত নাৰায়ণে বিজয়নগৰত কিছুকাল ৰাজ্য চলোৱাৰ পিছত বিদেশত মৃত্যুমুখত পৰিলত তেওঁৰ ভ্ৰাতৃ বলিনাৰায়ণে ৰাজনৈতিক কাৰণত বিপদৰ আশংকা কৰি দৰং ৰাজ্য অভিমুখে যাত্ৰা কৰে আৰু অনতিবিলম্বে আহোম স্বৰ্গদেৱৰ লগত মিত্ৰতা কৰি উপহাৰ স্বৰূপে দৰং ৰাজ্য লাভ কৰে। কালক্ৰমত চিলাৰায়ৰ দিগ্বিজয়ৰ পিছত শাসন কটকটীয়া নোহোৱাৰ কাৰণেই হয়তো পূবৰ কোচৰাজ্যৰ প্ৰবল প্ৰতাপ হ্ৰাস হবলৈ ধৰে আৰু বৃটিছৰ দিনত এই ৰাজ্য বৃটিছৰ শাসনলৈ আহে। চিলাৰায়ৰ বংশধৰ সকলৰ ৰাজ্যৰ একাংশ "বেলতলা দেশ (এতিয়াৰ সংকুচিত বেলতলা মৌজা)ৰ ৰজাসকলৰে দেৱী অৰ্চনাৰ এইখনি এথন থান বুলি বীৰকুছিৰ (গুৱাহাটীৰপৰা কেবামাইলো পূবলৈ) এই আইথানখনি চিহ্নিত হৈছে।

দেৱীপূজা কোঁচ ৰজাসকলৰ বংশত পৰম্পৰাগতভাৱে বিদ্যমান। এই কথাৰ প্ৰমাণ দৰং ৰাজবংশাৱলীৰ ছত্ৰে ছত্ৰে। মহামায়া এই ৰজাসকলৰ ইষ্টদেৱী। বিশেষ সময়ত, বিশেষ সংকটতো এই দেৱীৰ পূজা কৰাৰ প্ৰমাণ কাব্যখনত আছে। আহোম ৰাজ্য আক্ৰমণ কৰিবৰ সময়ত নৰসিংহ নৃপতিয়ে দেৱীপূজা কৰিছে—

প্ৰভিমাৰপৰা বিপ্ৰগণ পূজা কৰে।<br>
বেদ স্তুতি চণ্ডীপাঠ পাঢ় উচ্চ স্বৰে॥<br>
পূজা অৱসানে বিপ্ৰগণে কৰে জপ।

সেইবেলা উপস্থিত বিশ্বসিংহ নৃপ ॥
কুশহস্ত হৈয়া বসি বিষ্ণুক সুমৰি।
গোসাঁনীক পূজা কৰে মূলমন্ত্ৰ স্মৰি ॥
বলি দিয়া স্তুতি কৰি প্ৰণাম কৰয়।
বেদমন্ত্ৰ পঢ়ি বিপ্ৰগণে আশীষয় ॥

ৰজাই দেৱীৰ কালিকা ৰূপৰ পূজা কৰাৰ প্ৰমাণো এনেকৈ এই কাব্যত পোৱা গৈছে—

একদিনা কাতিক মাসত নৰপতি।
মধ্যনিশাভাগে পূজা কৰি ভগবতী ॥
অমাবস্যা তিথি মধ্যৰাত্ৰি সময়ত।
ৰণ কৰিবাক প্ৰতি সংকল্প মনত ॥
মন্ত্ৰ জপি ধ্যান কৰি চক্ষু মুদি ৰৈলা।
নিজৰূপে মহাকালী উপস্থিত ভৈলা ॥

ৰজা নৰনাৰায়ণেও "আপোনাৰ নীতিৰে' পূজা-পাতল কৰাৰ প্ৰমাণৰ উপৰিও অজস্ৰ ঠাইত দেৱী প্ৰতিমা স্থাপন কৰি, ষোড়শোপচাৰে চণ্ডিকাৰ পূজা কৰা, ম'হ-পঠা বলি দি কমতেশ্বৰী, ধনেশ্বৰী, ত্ৰিশূল দেৱীৰ পূজা কৰা, সংকটত ইষ্টদেৱীক স্মৰণ কৰি স্বপ্নত দেৱীৰ নিৰ্দেশ লোৱা, নিজহাতে তীক্ষ্ণ খড়্গ ধৰি ৰজাই দেৱীৰ সন্তুষ্টিৰ কাৰণে বলিকটা, নীলাচলৰ গোসাঁনীৰ থান দৰ্শন কৰি মঠ বান্ধিবৰ পৰিকল্পনা কৰা আৰু যুদ্ধ জয়ৰ কাৰণে নিৰাহাৰ ব্ৰত ধৰি চিলাৰায়ে দেৱী উপাসনা কৰা, দেৱীৰ অলৌকিক শক্তি লাভ কৰি গৌড়ৰ পাৎছাহৰ মাতৃক সৰ্পদংশনৰ পৰা চিলাৰাযে নিৰাময় কৰা, কামাখ্যাৰ মঠ-মন্দিৰ পুনৰ্নিৰ্মাণ কৰি দেৱীৰ কালিকা প্ৰচাৰ কৰা আদি কাৰ্যাৰ শিহৰিত বিৱৰণেৰে এই বংশৰ ইতিহাস ঐশ্বৰ্য্যশালী।

বেলতলাৰ ৰজাসকলৰ ইষ্টদেৱী হৈ আজিও শৰতৰ মহা অষ্টমীৰ মাজৰাতিৰ সন্ধিক্ষণত ম'হ, পঠা আদি বলিৰ নৈবেদ্যৰে পূজিতা হৈ থকা ( নিৰ্দিষ্ট কেইখনমান থানৰ বাহিৰে অন্য স্থানত দুৰ্গাপূজাৰ বলি সপ্তমী, অষ্টমী, নৱমী কেউ তিথিতে দিনৰ দ্বিপ্ৰহৰত আৰম্ভ হৈ সূৰ্য্য অস্ত যোৱাৰ আগতে শেষ হয়।) এই থানৰ শক্তি দেৱীয়েও স্বপ্নত নিৰ্দেশ দিয়াৰ কিম্বদন্তী আছে :

ৰজা চন্দ্ৰনাৰায়ণদেৱৰ পিতৃযে মা মহামায়াৰ মন্দিৰ কৰি দিব খুজিলে এই থানৰে এজোপা বিশাল গছৰ কাঠেৰে। সকলো যা-যোগাৰ প্ৰস্তুত হল। গছ কটোৱাৰ আগদিনা ৰাতি মহামায়াই স্বপ্নত

দেখুৱালে— "গছজোপা কাটিব খুজিছ কিয়? মই চিৰ উন্মুক্ত। মোক মন্দিৰত থবলৈ চেষ্টা নকৰিবি। তইঁতে কটাব খোজা গছজোপাতে মোৰ শুকুলা ধোঁৱাটো বান্ধো। গছ নকটাবি।" তেতিয়াৰেপৰা এই থানত মন্দিৰ সজাৰ সাহস কোনেও আজিলৈকে কৰা নাই। দেৱী মুক্ত ৰূপতেই বিৰাজমান হৈ আছে এই থানত। বছৰটোত কেৱল এই দুৰ্গা মহাষ্টমীতেই বলিবিধানেৰে মাজৰাতি পূজা লোৱা এই থানত অজান হাতীয়ে আহি, শুকুলা ধোঁৱাই আহি সেৱা কৰি যায়। বনৰ সৰ্পই দণ্ডৱতে পৰি প্ৰণাম জনায়। প্ৰাৰ্থনা কৰে মানুহে আশীষৰ, মংগলৰ, সংকট ত্ৰাণৰ দেৱীৰ এই মাহাত্ম্যপূৰ্ণ থানত।

# ফুলবাৰীৰ থান

"পিছলাৰ ঘাটতে আয়ে পানী তোলে
তামৰে কলসী লৈ।"
"পিছলাৰ ঘাটতে আয়ে স্নান কৰে
লাহৰ চুলিটাঁৰি মেলি।"
"বৰ আই পাচিছে সৰু আই আহিছে
ফুলবাৰী দেওঘৰৰ পৰা।"

পুৰণি কালৰে পৰা, নামতীসকলৰ মুখে মুখে চলি অহা আই নামত এই পিছলা আৰু ফুলবাৰী দেওঘৰৰ উল্লেখ আছে। এই ফুলবাৰী ক'ত? পিছলা নদীৰ অৱস্থান ক'ত?

এসময়ৰ বাৰভূঞা ৰাজ্য উত্তৰ লক্ষীমপুৰ অঞ্চলত প্ৰতিপত্তিপূৰ্ণ হৈ উঠিছিল। সেই সময়তে নাৰায়ণপুৰৰ ফুলবাৰী অঞ্চলক কেন্দ্ৰ কৰি শাক্ত ধৰ্মও পয়োভৰপূৰ্ণ হৈ উঠিছিল।

ফুলবাৰী নগৰ পিছলা নৈৰ পাৰত। পিছলা নৈৰ বিশেষ বিৱৰণ ১৮০০ চনত লেখা ৱেডৰ বুৰঞ্জীত পোৱা গৈছে। ডফলা পৰ্বতৰ পৰা ওলোৱা পিছলা নৈ বুঢ়াগোহাঁই ৰাজ্য নাৰায়ণপুৰৰ মাজেদি বৈ গৈ নৈমুখ গাঁৱত ব্ৰহ্মপুত্ৰৰ লগত সংলগ্ন হৈছে। পিছলাৰ পাৰত ফুলবাৰী অঞ্চলত এটি দেৱালয় আছিল আৰু এই দেৱালয়ত কামাখ্যাৰূপী আইৰ পূজা-সেৱা চলিছিল। এই দেৱালয়ক কেন্দ্ৰ কৰি যিবোৰ আই নাম মুখে মুখে ৰচিত হৈছিল তাত ফুলবাৰী আৰু পিছলাৰ উল্লেখ যথেষ্ট আছে।

উজনিৰ আৰু পৰ্বতীয়া অঞ্চলৰ যাত্ৰীৰে ভৰপূৰ হৈ থকা আন এখনি দেৱীৰ দেৱালয় আছিল মুৰাভগা। মুৰাভগাৰ ওচৰতে দেওঘৰ বুলি আৰু এখনি দেৱী থান আছে। আইসকলে গোৱা আইনামত এই দেওঘৰৰ উল্লেখো আছে। হয়তো থগুৱা জনজাতীয় লোকৰে এই থান আছিল। মাতৃ তান্ত্ৰিক লোকসকলৰ এতিয়াও অজস্ৰ আইথান লক্ষীমপুৰৰ বিভিন্ন স্থানত দেখা যায়। হাঁহ পাৰৰ উচৰ্গাৰে বলি বিধানেৰে মাতৃপূজা মিচিংসকলে এনে থানত পূজা কৰা এতিয়াও দেখা যায়।

ফুলবাৰী দেৱালয়ৰ কাষত আহোম ৰজাসকলে বাহৰ পতাৰ কথা বুৰঞ্জীত আছে। ৰেড চাহাবৰ বুৰঞ্জী মতে স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহই (১৭৫১-৬৯ খৃঃত) পিছলা নৈত স্নান কৰি, ফুলবাৰী দেৱালয়ত গোসাঁনী সেৱা কৰি চৈধ্য হাজাৰ নাৰী আৰু শিশুৰ মাজত বস্ত্ৰ আৰু ধন সোণ দান কৰে।

ফুলবাৰী দেৱালয় কোনে কেতিয়া নিৰ্মাণ কৰিছিল জনা নেযায়। ইটাৰ গড়, মাটিৰ গড়েৰে পৰিবেষ্টিত সুন্দৰ শিল্প কৰ্মৰে আৰু বাট-চ'ৰাৰে শোভিত প্ৰাচীন এই মন্দিৰ ভগ্ন অৱস্থাতহে এতিয়া পোৱা গৈছে। শ্ৰীপুনাৰাম চেতিয়া চাওৰুং ফুকনৰ হাতত থকা সাঁচিপতীয়া পুথি মতে ফুলবাৰী দেওঘৰৰ দ'ল ওখকৈ বত্ৰিশ হাত, বেৰে সত্তৰ হাত। ডাঠে চাৰে চাৰি হাত, গহ্বৰ চাৰে বাৰ হাত, পোত সাত হাত। জগমোহনৰ ঘৰটিৰ দীঘে দহ হাত এবেগেত, পথালি শূন্য চাৰে আঠ হাত, ডাঠে এহাত, ওখকৈ ন হাত, শূন্য সাত হাত।

এই দেৱালয় গুহ্য কালীৰ দেৱালয় আছিল বুলি জনা যায়। মানৰ দিনত মানে এই মন্দিৰ আক্ৰমণ কৰি সম্পত্তি লুটপাত কৰি শিবিৰ পাতি থাকোঁতে মন্দিৰত গো হত্যা কৰি মন্দিৰ অশুচি কৰে। মানৰ ভয়ত দ'লৈ দেউৰীসকলে বিগ্ৰহ আগতেই গোপনে আঁতৰাই কলাবাৰীত নি লুকুৱাই থয়। কলাবাৰীত দেৱীৰ মন্দিৰ সাধাৰণ ঘৰবাৰী যদিও কলাবাৰীতে তেওঁক প্ৰতিষ্ঠা কৰাত সেই মন্দিৰ বৰ কালিকা গোসাঁনীৰ মন্দিৰ বুলি প্ৰখ্যাত হয়। অন্য মতে পূজাৰীসকলে মানৰ হাতৰ পৰা বিগ্ৰহ ৰক্ষা কৰিবৰ কাৰণে বিগ্ৰহ এখন বিলত লুকুৱাই থয়। পিছত সেই বিগ্ৰহ বিচাৰি নেপাই দ'লত থকা অন্য এখন বিগ্ৰহ তেজপুৰ মহকুমাৰ গহপুৰ মৌজাৰ কলাবাৰীত স্থাপন কৰে। কিছুদিন যোৱাৰ পিছত মাছ মাৰোতে প্ৰকৃত গুহ্য কালীৰ বিগ্ৰহ মাছমৰীয়াসকলে নাৰায়ণপুৰৰ গাভৰু বিলত পালে। তেতিয়াৰে পৰা সেই অঞ্চল দেওতোলা অঞ্চলৰূপে প্ৰখ্যাত হ'ল।

যি বিগ্ৰহ নি কলাবাৰীত স্থাপন কৰা হ'ল সেই বিগ্ৰহ প্ৰখ্যাত হৈ উঠিল বৰকালিকা ৰূপে। থানৰ নাম হ'ল বৰকালিকা থান।

কালিকা পুৰাণতো পিছলা নৈৰ উল্লেখ আছে। এই পিছলা নৈক "গৌতমস্য মহাফলা" বুলি তীৰ্থৰ মৰ্যাদা দিয়া হৈছে। পিছলা নৈৰ পাৰত ৰচিত "পিছলা তন্ত্ৰ" এখনিও আছে।

"পিছলা" প্ৰকৃততে চৌষষ্ঠী যোগিনীৰে এক যোগিনী। মহামাৰী বসন্তৰ গুটিফুলৰ উৎস বা কেন্দ্ৰ অৰ্থতেই নিশ্চয় ফুলবাৰী শব্দটোৱেও গঢ় লৈছিল।

# মালিনী থান

ডিব্রুগড় মহকুমাৰ চিচি বৰগাঁৱৰ পৰা উত্তৰ পশ্চিমত, অৰুণাচলৰ নামনিত আৰু অসম অৰুণাচলৰ সীমান্তেই প্ৰাকৃতিক সৌন্দৰ্য্যমণ্ডিত পৰিবেশত এই থান। তাৰ পূজিতা হৈ আছে দশভূজা এক দুৰ্গা মূৰ্ত্তি। চৈধ্য পোন্ধৰ বছৰৰ আগতে এই থানৰ আশেপাশে আৱিষ্কৃত হৈছে অত্যন্ত সুষমাপূৰ্ণ প্ৰাচীন বহুতো প্ৰতিমা।

আমি গৈ পাওঁতে বেলি লহিয়াইছিল। গছৰ ছাঁয়াৰে সুশোভিত থানখনলৈ উঠি যাবলৈ আছিল সুন্দৰ শিলৰ খটখটি। টিলাৰ ওপৰত থকা থানখনিৰ কাষতেই দেখা পাইছিলো প্ৰাচীন মন্দিৰৰ ধ্বংসাৱশেষ। সম্পূৰ্ণ শিলৰ এই মন্দিৰৰ ভেটিটোহে এতিয়া পৰি আছে। পদ্মৰ পাপৰিৰ ওপৰত পদ্মৰ পাপৰি দি কোণবিশিষ্ট কৰি ৰচনা কৰা মন্দিৰৰ ভেঁটিটোৱে ধৰ্মৰ এক বিশিষ্ট ধাৰাৰ মন্দিৰ নিৰ্মাণৰ শাস্ত্ৰ-সন্মত ৰূপৰ ইঙ্গিত প্ৰথমেই দিলে।

এই মালিনীথান সম্পৰ্কে তিনিটা কিম্বদন্তী এতিয়ালৈকে প্ৰচলিত হৈ আছে। ভীষ্মক ৰজাৰ কন্যা ৰুক্মিণীক নিয়া কৰাৰৰ কাৰণে শ্ৰীকৃষ্ণ দ্বাৰকাৰ পৰা আহিছিল। বিবাহৰ পিছত দ্বাৰকা অভিমুখে যোৱাৰ পথত শ্ৰীকৃষ্ণ আৰু ৰুক্মিণী এই ঠাইতে জিৰাইছিল। তেতিয়া শিৱ পাৰ্বতীয়ে আতিথ্য দিছিল আৰু শ্ৰীকৃষ্ণক পাৰ্বতীয়ে ফুলৰ মালাৰ উপহাৰ আগবঢ়াইছিল। সেইকাৰণেই শ্ৰীকৃষ্ণই পাৰ্বতীক "মালিনী" বুলি অভিহিত কৰিছিল। মালিনী বাস কৰা স্থানখনেই মালিনীথান নামে প্ৰসিদ্ধ হয়।

মালিনীথানৰ প্ৰাচীন ধ্বংসাৱশেষৰ লগত মূৰ নাইকিয়া এটি নাৰীমূৰ্ত্তি পোৱা গৈছিল। স্থানীয় বাইজৰ মতে এই মূৰ্ত্তিয়েই মালিনীৰ মূৰ্ত্তি। কিম্বদন্তীমতে এগৰাকী মালিনী শিৱৰ প্ৰণয়াকাঙ্ক্ষী হোৱা কাৰণে পাৰ্বতীৰ কোপত পৰিল আৰু তাৰে ফলস্বৰূপে মালিনীয়ে নিজৰ মস্তক হেৰুৱাব লগা হল।

তৃতীয় কাহিনীমতে (কালিকা পুৰাণত বৰ্ণিত) সতীৰ মৃত দেহা বিষ্ণুচক্ৰই কাটি খণ্ড-বিখণ্ড কৰোতে সতীৰ শিৰ পূৰৱ আকাশীগঙ্গাৰ

কাষৰত পতিত হৈছিল। মালিনীথানৰ পৰা অনতিদূৰত থকা লিকা-বালিৰ ওচৰতে সেই আকাশীগঙ্গাৰ স্থান বুলি কিম্বদন্তীয়ে কয়। সতীৰ শিৰ পৰা এই থানখনিয়েই মালিনীথান বুলি বহুতে বিশ্বাস কৰে।

যি নহওক কেউটা কাহিনীযেই দেৱীৰ লগত সংশ্লিষ্ট। কেউগৰাকী দেৱীয়েই পাৰ্বতী অথবা সতী। মালিনীথানত বৰ্তমান যি মূৰ্তিটিত পূজা-সেৱা কৰা হয় সেই মূৰ্তি অসুৰ ঘাতিনী, সিংহবাহনা দশভূজাৰ। অৱশ্যে পিছত আনি স্থাপন কৰা এনে মূৰ্তিয়ে প্ৰাক-ঐতিহাসিক স্থানৰ প্ৰকৃত বুৰঞ্জী নিদিয়ে।

মালিনী প্ৰসঙ্গত পোনেই মনলৈ আহে মালিনী নামৰ চৌষষ্ঠী যোগিনী এগৰাকীৰ কথা। "যোগিনী ধাৰা" অধ্যায়ত এই বিষয়ে বিস্তৃত আলোচনা কৰা হৈছে। অন্ধক নামৰ এক প্ৰবল প্ৰতাপী অত্যাচাৰী দৈত্যইও দেৱ-দেৱীসকলক অত্যাচাৰ কৰি পাৰ্বতীলৈ থপিয়াই নিব খোজাত শিৱই সংগ্ৰামৰ চূড়ান্ত মুহূৰ্তত পাশুপাত অস্ত্ৰ মাৰি পঠালে। অন্ধকৰ প্ৰচুৰ ৰক্ত ক্ষৰণ হল আৰু সেই ৰক্তৰ পৰাই হাজাৰ হাজাৰ দৈত্য জন্ম হল। যি যি দৈত্যৰ মূৰ পতিত হল সেই ৰক্তৰ পৰাও হাজাৰ হাজাৰ দৈত্যৰ জন্ম হল। তেতিয়া এই যুদ্ধত শিৱক সহায় কৰিবৰ কাৰণে শিৱই মাতৃকাগণৰ সৃষ্টি কৰিলে। এই মাতৃকাসকলে দৈত্যৰ তেজ পি খাই দৈত্যৰ তেজ বিনাশ কৰিলে। এই মাতৃকা-সকলৰ ভিতৰৰ চতুৰ্থ গৰাকীৰ নামেই মালিনী।

এই চৌষষ্ঠী মাতৃকাই অন্ধক মৰাৰ পিছত তেজস্বী, ভীষণ মূৰ্তি ধাৰণ কৰি শিৱক বিনাশ কৰিবলৈ উদ্যত হল। শিৱই উপায়হীন হৈ নৰসিংহক আৰাধনা কৰিলে। নৰসিংহই ভীষণ ৰূপ ধাৰণ কৰি এই মাতৃকা বা যোগিনীসমূহ দমন কৰিবৰ কাৰণে অন্য বত্ৰিশ মাতৃকাৰ সৃষ্টি কৰিলে আৰু এই সকল মাতৃকাই শিৱই সৃষ্টি কৰা যোগিনী-সমূহক দমন কৰি দেৱীক সাহায্য কৰা কামত নিয়োজিত হল।

মৎস পুৰাণত বৰ্ণিত এই কাহিনীৰ অন্তৰালৰ কথা লক্ষ্য কৰিবলগীয়া। যোগিনী জড়িত শৈৱ ধৰ্মৰ লগত বৌদ্ধ হিন্দু মিশ্ৰিত দেৱতা নৰসিংহ ধাৰাৰ সংঘৰ্ষ আৰু সমন্বয়ৰ কথাও সূক্ষ্মভাবে ইয়াত নিহিত আছে। নৰসিংহৰ লগত শাক্তধাৰাও সংযুক্ত হৈছে। মহাশক্তিৰ অন্য এক নাম নাৰসিংহীও। নৰসিংহই সৃষ্টি কৰা যোগিনী তথা দেৱীক সাহায্য কৰা যোগিনীয়ে শিৱই সৃষ্টি কৰা যোগিনীক দমন কৰিছে। সেইকালৰ পৰা দেৱীৰ কোপত মালিনীয়ে মূৰ হেৰুওৱা কিম্বদন্তীয়ে বিশিষ্ট

বিণিকি আভাস দিব পাৰিছে আৰু মৎসপুৰাণৰ কাহিনীৰ কাষ চাপিছে।

মালিনীক যোগিনীসকলৰ এগৰাকী বুলি ঠাৱৰ কৰিবলৈ আৰু এক যুক্তি আছে যে, প্ৰাচীন কামৰূপত যোগিনীধাৰাই ঐতিহ্যপূৰ্ণ স্থান অধিকাৰ কৰি আছিল। কামৰূপৰ বচ্ছন্দ বিভু তথা সিদ্ধ মৎস্যেন্দ্ৰনাথ আছিল যোগিনী কৌল সম্প্ৰদায়ৰ প্ৰৱৰ্ত্তক। মৎস্যেন্দ্ৰনাথৰ সময় কোনো কোনো পণ্ডিতৰ মতে খৃঃ পঞ্চম শতিকা, কোনো কোনো পণ্ডিতৰ মতে খৃঃ নৱম বা দশম শতিকা। এইজনা সিদ্ধপুৰুষ মৎস্যেন্দ্ৰনাথৰ পৰাই কাশ্মীৰৰ দাৰ্শনিক আচাৰ্য্য অভিনৱগুপ্তপাদে কৌল-দৰ্শন গ্ৰহণ কৰিছিল বুলি বহুত পণ্ডিতে কব খোজে। আচাৰ্য্য অভিনৱগুপ্ত পাদৰ "মালিনী বিজয় কাৰ্ত্তিক" এখন উল্লেখযোগ্য গ্ৰন্থ।

অসমৰ মালিনীথানত প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পৰিলক্ষিত হৈছে। এই মন্দিৰৰ ওপৰ ভাগ কেনে আছিল সেই বিষয়ে নিশ্চিত সিদ্ধান্ত এতিয়ালৈকে পোৱা নাই। যোগিনী মন্দিৰবোৰৰ এক বিশেষ ৰূপ সাধাৰণতেই লক্ষ্যণীয় আছিল। এই মন্দিৰবোৰ আকাশৰ পিনে মুকলিকৈ গঠন কৰা হৈছিল। দেৱালে আগুৰা এই মন্দিৰবোৰৰ ভিতৰত আছিল মুকলি আয়তক্ষেত্ৰ। এনে অঙ্গনতে ভৈৰৱী চক্ৰ অনুষ্ঠিত হৈছিল। এনে মন্দিৰসমূহ অষ্টমৰ পৰা নৱম শতিকাত নিৰ্মাণ কৰা হৈছিল।

১৯৬৮ চনতে আৰম্ভ কৰি ১৯৭০ চনত খনন কাৰ্য্যৰ সুফল পোৱা এই মালিনীথানত এশতকৈও অধিক অত্যন্ত আকৰ্ষণীয় দেৱ-দেৱীৰ মূৰ্তি, নৃত্যৰত যক্ষ, হাতী, সিংহ, ষাড আদি জীৱ-জন্তুৰ 'মটিফ', শিলত কটা জ্যামিতিক গঢ়ৰ আৰু ফুলাম ডিজাইন আৱিষ্কৃত হৈছে। ১৯৭১ চনত হোৱা খনন কাৰ্য্যত ঐৰাৱতত বহি থকা ইন্দ্ৰ, ময়ূৰাসনত থকা কাৰ্তিক, মুষিকবাহনৰ সৈতে গণেশৰ উপৱিও হাতত বীণা লৈ থকা সৰস্বতীৰ মূৰ্তি, দুৰ্গামূৰ্তি, উৰণীয়া যক্ষ বা পৰীৰে শোভিত মন্দিৰৰ স্তম্ভ, আৱিষ্কৃত হৈছে। এই মূৰ্তি আটাইবোৰ শিলত কটা আৰু অতি সুশোভন মালিনীথানত পোৱা শিৱলিঙ্গ আৰু বিভিন্ন ভঙ্গীৰ মিথুন মূৰ্তিবোৰে তান্ত্ৰিক উৰ্বৰা ধাৰা ( fertility cult ) ৰ কথাকে স্পষ্ট প্ৰমাণ কৰে।

মালিনীথানৰ ইফালে সিফালে থকা থান বা মন্দিৰবোৰ লক্ষ্য কৰিলে দেখা যাব যে এই আটাইবোৰতেই উগ্ৰৰূপা, ভীষ্ণকান্তা দেৱী পূজিত হৈছিল। উত্তৰ লক্ষীমপুৰৰ বঠাৰতী গোসানী, পঞ্চানন (কালী গোসানী), মূৰাভগা, কেঁচাইখাতী, লোণপানী, নীল গোসানী,

সাৰ্হি গোসাঁনী আৰু তেজপুৰৰ চণ্ডী, মহাভৈৰৱী গোসাঁনীৰ পূজা প্ৰাক্ আহোম কালৰে পৰা চলি আহিছে। তাৰ মাজত ললিতা কান্তা দেৱী তথা ত্ৰিপুৰা ভৈৰৱীৰ উপাসনাক কেন্দ্ৰ কৰি ভৈৰৱী চক্ৰ অনুষ্ঠিত হোৱা মন্দিৰ সম্ভৱতঃ এই অঞ্চলত এইটোৱেই আছিল। মালিনী শব্দটোৱে নৃমুণ্ড মালিনীলৈও মনত পেলাব পাৰে। অসম, অৰুণাচল, ব্ৰহ্মদেশৰ সীমান্ত অঞ্চলত থকা এই স্থানলৈ বৌদ্ধ তান্ত্ৰিক ভীষণৰূপা শক্তি উপাসনাৰ ধাৰা চীন, তিব্বত, ব্ৰহ্মদেশৰ পৰা সোমোৱাটো অস্বাভাৱিক নহয়। বজ্ৰযোগিনীৰ ৰূপ মস্তকবিহীনা মালিনীথানৰ মালিনীমূৰ্তিও মস্তক বিহীনা। অৱশ্যে মালিনীথানৰ সূৰ্য্যমূৰ্তিৰ দৰেই মালিনীমূৰ্তিৰো শিৰ পিছত বিধ্বস্ত হব পাৰে। লগতে এইটোও উল্লেখযোগ্য যে মালিনীথানৰ মালিনীমূৰ্তিত নৰমুণ্ডৰ মালা নাই।

মালিনীথানত শ্ৰীসূৰ্য্য, শ্ৰীগণেশ আৰু শিৱলিঙ্গ আৱিষ্কৃত হৈছে। আৱিষ্কৃত হোৱা মূৰ্তি আৰু গছলতাৰ ডিজাইনৰ সৈতে ডিমাপুৰত আৱিষ্কৃত মূৰ্তিকলা আৰু উৰিষ্যাৰ শিল্পকলাৰ লগত ওচৰ সাদৃশ্য পৰিলক্ষিত হৈছে। বিভিন্ন দিশৰ পৰা বিচাৰ কৰি চালে কব পাৰি এই থানৰ আশে-পাশে আৱিষ্কৃত হোৱা শিল্পসম্ভাৰখিনি একে মানৰ নহয়। সূক্ষ্ম কলাৰ লগত স্থুল কলাৰ বস্তুও বহুখিনি পোৱা গৈছে। এই নিৰ্মাণ একে সময়ৰো নহয়। উৰণীয়া যক্ষৰ বা অপ্সৰাৰে সৈতে মন্দিৰৰ খুটাৰ যি অংশ পোৱা গৈছে সেই শিল্প তেজপুৰৰ ওচৰৰ দ পৰ্বতীয়াৰ ভাস্কৰ্য্যৰ সৈতে বহুত একে। সেয়ে মালিনীথানৰ মন্দিৰৰ ভাস্কৰ্য্য অষ্টম শতিকাৰ পৰা বাৰ শতিকাৰ ভিতৰত পৰে বুলি অনুমান কৰিব পাৰি।

মালিনীথানৰ অঞ্চল হৈছে দিকৰ বাসিনীৰ অঞ্চল (কালিকাপুৰাণ)। দিকৰ বাসিনী দেৱীৰ তীক্ষ্ণকান্তা আৰু ললিতকান্তা দুটি ৰূপ। ললিতকান্তাৰ উপাসনাৰ অঞ্চলতে বাসুদেৱো প্ৰাচীনকালৰ পৰাই পূজিত হৈছিল। বাসুদেৱ পূজাৰ লগত জড়িত মণ্ডল, যন্ত্ৰ, ন্যাস মুদ্ৰা, যোগী-যোগিনী ইত্যাদিৰ অৱস্থানে তান্ত্ৰিক উপাসনাৰ ধাৰাৰ প্ৰমাণ দিয়ে। মালিনীথানৰ মন্দিৰৰ ভগ্নাৱশেষত পোৱা মন্দিৰৰ শ্লেটটোও তন্ত্ৰচক্ৰৰ অষ্টদল পদ্মৰ আৰ্হিৰ। আটাইবোৰ দিশ বিশ্লেষণ কৰিলে এনে অভিমত পোষণ কৰিব পাৰি যে মালিনীথানৰ বিধ্বস্ত মন্দিৰটি যোগিনী মন্দিৰ আছিল। অসমৰ প্ৰাচীন ধৰ্মৰ ধাৰাৰ অধ্যয়নত এই মন্দিৰৰ বিস্তৃত অধ্যয়নে বহুত নতুন পোহৰ পেলাব বুলি নিশ্চিত ভাৱে কব পাৰি।

# কলী আইৰ থান

জনপ্ৰবাদ মতে প্ৰায় তিনিশমান বছৰৰ আগৰ কথা।

বৃদ্‌বাৰীসত্ৰৰ সত্ৰাধিকাৰ সুদৰিশনৰ এক কন্যা আছিল। শ্যাম বৰ্ণৰ কন্যা। মুখৰ গঢ় কুন্দত কটা। দীঘল চুলিৰে কন্যা অপৰূপা। ঠিক যেন শ্যাম বৰ্ণা কালী গোসাঁনীৰ প্ৰতিৰূপ।

এদিন সেই কন্যাই ব্ৰহ্মপুত্ৰত স্নান কৰিবলৈ যাওঁতে দুৰ্বৃত্তই খেদি আহিল। উপায়ান্তৰ হৈ কন্যাই ৰক্ষাৰ অৰ্থে ব্ৰহ্মপুত্ৰক স্তুতি কৰাত ব্ৰহ্মপুত্ৰই মুহূৰ্ততে পানীৰে এক মেৰ দি কন্যাক মাজত সুমুৱাই দুৰ্বৃত্তৰ হাতৰ পৰা ৰক্ষা কৰিলে। পিছত নাৱেৰে কন্যাক পাৰ কৰি পিতৃগৃহলৈ নিয়া হ'ল।

যথাসময়ত বিবাহৰ কাল উপস্থিত হোৱাত এক সুন্দৰ পাত্ৰক কন্যা সমৰ্পণ কৰা হ'ল। কন্যাক বিয়া কৰাই লৈ আহোঁতে ৰাতি হোৱাত এতিয়া যি ঠাইত আইথান আছে তাতে ৰাতি খপিব লগা হ'ল। কাপোৰেৰে মেৰঘৰ সাজি তাতে ৰাতি বঞ্চাৰ আয়োজন হ'ল। ওচৰৰ লগ-সমনীয়াই ন-কইনা চাবলৈ গ'ল। কাপোৰৰ মেৰঘৰৰ ফাঁকেৰে জুমি চাই কন্যা দেখি ক'লী বুলি ইযে সিযে ইতিকিং কৰিলে। কোনো কোনো জনপ্ৰবাদ মতে দৰাইও কন্যাক ক'লা বুলি তাচ্ছিল্য কৰাৰ কথা শুনা যায়।

যি নহওক সেই ৰাতি দ'ৰাই সপোন দেখিলে। কন্যাই কৈছে: মই ক'লা। আপুনি সুপুৰুষ। মই আপোনাৰ লগত নেযাওঁ। ইয়াতে থাকিম। ইয়াতে গাঁত এটা হ'ব। তাৰ ওপৰত ঘৰ-দুৱাৰ নেসাজিব। সেই গাঁতত মানস কৰিলে ফলিযাব।" দৰাই সপোনৰ পিছত চাং কৰে সাৰ পাই দেখিলে— কন্যা অন্তৰ্দ্ধান হৈছে, আৰু তাতেই এটি গাঁতৰ আবিৰ্ভাব হৈছে।

গাঁতৰ কাষতেই আছিল এজোপা প্ৰকাণ্ড গছ। এই ৰহস্যময়ী দেৱীৰ থান ৰূপে এই গছৰ কাষৰ গাঁত চিহ্নিত হ'ল। নাম হ'ল ক'লী আইৰ থান। কেউকাষে আপোনা-আপুনি ফুলি থকা বনৰীয়া

ফুলৰ সমাৰোহ। মানুহে মনস্কামনা সিদ্ধিৰ কাৰণে আগ কৰে আৰু পূৰ্ণ হয়।

আগৰ থান ব্ৰহ্মপুত্ৰৰ বানে সামৰি ললে। এতিয়া ডিব্ৰুগড় নগৰৰ পৰা সাত মাইল পশ্চিমে জামিৰা নামৰ মৌজাত ব্ৰহ্মপুত্ৰৰ পাৰত এই স্থান। এতিয়া থকা বেদীৰ ওপৰত চাল আৰু ঘৰ সাজি দিয়া হৈছে। মানুহে ফলমূল প্ৰমুখ্যে যাৱতীয় নৈবেদ্য, চাকি-বন্তি আগ-বঢ়াই পূজা দিয়ে। ত্ৰিশূলো দেৱীৰ অৰ্থে উচৰ্গা কৰে। তেনে শাস্ত্ৰীয় পূজা নাই।

ক'লী আইৰ থানত থকা মহন্তৰ মতে ৰাজ্য বিভ্ৰাটৰ সময়ত শত্ৰুৰ হাতৰ পৰা নিজক ৰক্ষা কৰিবৰ কাৰণে কন্যাই (নাম কৃষ্ণা) পিতৃ আজ্ঞা লৈ যোগৰ দ্বাৰা প্ৰাণ ত্যাগ কৰে আৰু এই স্থান দেৱী-স্থানত পৰিণত হয়।

উৰিষ্যাতো এই একে ধৰণৰ থান "স্থান" সৃষ্টিৰ কথা আছে। সেই থানৰ নাম কলীজাইৰ থান। কাহিনীও একেবাৰে একে।

গৰ্ত্তক মাতৃ যোনি বুলি বিশ্বাস কৰা প্ৰথা আদিম কিছুমান জন-জাতিৰ মাজত আছে। ডিব্ৰুগড অঞ্চল চাহ বনুৱাৰ কৃষ্টিৰে সমৃদ্ধ অঞ্চল। উৰিষ্যা আদি ঠাইৰ পৰা অহা চাহ বনুৱাৰ মাজত প্ৰচলিত বিশ্বাস আদি, অলপতে কন্যাই প্ৰাণত্যাগ কৰা এক কাহিনীৰ লগত মিশ্ৰিত হ'ব পাৰে। ক'লীজাই ক'লী আইলৈ ৰূপান্তৰিত হ'ব পাৰে, বিশ্বাসেৰে এটা গৰ্ত্ত মাতৃযোনি তথা দেৱী স্থানত পৰিণত হ'ব পাৰে।

# কল্যাণী থান

দৰঙৰ গমিৰি ঘাটৰ পৰা প্ৰায় তিনিমাইল পূবত এখনি পুৰণি কলীয়া থান আছে। এয়াই কল্যাণী থান। কোনো কোনোৱে কল্যাণী গোসাঁনীৰ দেৱালয় বুলিও কয়। কল্যাণী গোসাঁনীৰ নামেৰেই এই অঞ্চলৰ নামো কল্যাণীপুৰ হয় বুলি প্ৰসিদ্ধি আছে। কালক্ৰমত হেনো কল্যাণীপুৰ গৈ কলংপুৰ নামেৰে প্ৰখ্যাত হয়। স্বৰ্গদেৱসকলে দান কৰা নিস্পিখেৰাজ মাটিও এই দেৱালয়ৰ নামত আছে। কল্যাণী গোসাঁনীৰ দেৱালয়ৰ কাষত "দিপৰা" নামেৰে দুটা ডাঙৰ পুখুৰী আছে। একে দুপৰতে দুটা পুখুৰী খনোৱা হৈছিল কাৰণে বোলে নাম 'দিপৰা' বুলি কোৱা হৈছে। এই পুখুৰী দুটা কোনে খন্দাইছিল তাৰ ইতিহাস জনা নেযায়।

কিম্বদন্তীমতে ৰজা আৰিমত্তই এদিন মৃগয়ালৈ যাওঁতে বাটৰ কাষৰ এঘৰত তাঁত বৈ থকা অতি সুন্দৰী কন্যা এগৰাকী দেখা পালে আৰু সৌন্দৰ্য্যৰ দ্বাৰা পৰম আকৰ্ষিত হল। সেই কন্যাক নিজৰ কৰিবৰ মনেৰে কাষলৈ আগবাঢ়ি যাওঁতে কন্যাই ৰজাৰ মনৰ কথা জানিব পাৰি বিজুলী বেগেৰে আঁতৰ হৈ, পলাবৰ বাট নেদেখি মাটিৰ তললৈ নিমিষতে সোমাই গৈ অন্তৰ্দ্ধান হল। মানুহৰ মতে সেই কন্যাৰ গাত দেৱীত্ব আছিল। তেওঁৱেই কল্যাণী—কল্যাণী গোসাঁনী।

আৰিমত্ত ৰজাৰ জন্ম প্ৰসঙ্গতো এনে অলৌকিক কাহিনী আছে। ড° সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত প্ৰাচীন কামৰূপৰ বুৰঞ্জীমতে "তাত পাচে দ্ৰাবিড়ী দেশৰ জিতাৰি নামে ক্ষেত্ৰি আসি মাধৱত সেৱা কৰি কামৰূপত ৰাজা হল। কুবেৰাচলত পাট কৰিলে। জিতাৰিত আদি কৰি ৰামচন্দ্ৰৰ নগৰত সুন্দৰী কন্যা এক আছিল, শূদ্ৰাণাছে। সেই কন্যা সখীসকলৰ সহিতে লৌহিত্যত স্নান কৰিবলৈ গল। ব্ৰহ্মপুত্ৰ ক্ষোভিত হৈ সেই কন্যাক ৰমিলে ডুবুৱাই নি। ব্ৰহ্মপুত্ৰত হন্তে সেই কন্যাত আৰিমত্ত নামে পুত্ৰ হল। আৰিমত্তে কমতেশ্বৰ দুৰ্লভেন্দ্ৰক মাৰি বেহাৰত ৰাজা হল।

ৰজা আৰিমত্তক কিছুমানে নাগাক্ষ বংশৰ ৰজা প্ৰতাপৰ নাতি বুলি কয়। কোনোৱে কয় ব্ৰহ্মপুত্ৰই হৰণ কৰা প্ৰতাপৰ ভাৰ্য্যাৰ পুত্ৰ। নাগাক্ষ ৰজাই প্ৰতিষ্ঠা কৰা নাগশঙ্কৰ দেৱালয় তেজপুৰত এতিয়াও আছে। কোনো কোনোৰ মতে ৰামচন্দ্ৰৰ ভাৰ্য্যাক ব্ৰহ্মপুত্ৰই হৰণ কৰি নিছিল। তেওঁৰে পুত্ৰ আৰিমত্ত। অন্যমতে ৰত্নপুৰৰ ৰজা ময়ূৰধ্বজৰ পুত্ৰ তাম্ৰধ্বজ। তেওঁৰ পুত্ৰ প্ৰতাপপুৰীয়াৰে (স্ত্ৰী হাৰমতী) পুত্ৰ আৰিমত্ত। কোনোৱে লৌহিত্যপুৰৰ ৰজা মৃগাঙ্কক আৰিমত্ত বোলে।*

---

*ড° সূৰ্য্যকুমাৰ ভূঞাৰ কামৰূপৰ বুৰঞ্জী
আৰু
৺সৰ্বানন্দ ৰাজকুমাৰৰ "চুটিয়া, ভূঞা, মটক ৰাজ্য"ৰ সহায়ত।

# দেৱী মহাভৈৰৱীৰ থান

অসমত শিৱ পূজাৰ প্ৰাধান্য বিস্তাৰ কৰাত যি কেইগৰাকী নৃপতিয়ে আগভাগ লৈছিল তাৰ ভিতৰত বাণাসুৰ আছিল অন্যতম। অসুৰ কুলজাত বাণে শিৱৰ উপাসনা কৰিছিল তথা শিৱই আছিল বাণৰ ৰাজ্যৰ ৰক্ষা-দেৱতা। বাণৰ কন্যা অপৰূপা উষাই লেখিকা গুণৱতী সখী চিত্ৰলেখাৰ যোগেদি মায়া কৰি অনিৰুদ্ধক দ্বাৰকাৰ পৰা আনি শোণিতপুৰৰ উষা নগৰত গোপনে গন্ধৰ্ব বিবাহ সম্পন্ন কৰিছিল, সেই সংবাদ পাই শ্ৰীকৃষ্ণই যুদ্ধযাত্ৰা কৰি দ্বাৰকাৰ পৰা আহি উষাৰ পিতৃ বাণৰ লগত যুদ্ধ কৰিছিল। বাণৰ উপাস্য দেৱতা শিৱইও এই সংগ্ৰামত বাণৰ হৈ শ্ৰীকৃষ্ণৰ বিপক্ষে যুদ্ধত অৱতীৰ্ণ হৈছিল। এয়ে বিখ্যাত হৰি-হৰৰ যুদ্ধ। এই যুদ্ধত বাণ পৰাস্ত হৈ কৃষ্ণৰ বশ্যতা স্বীকাৰ কৰে। হৰি-হৰৰো মিলন হয়।

বাণ-শ্ৰীকৃষ্ণ তথা হৰি-হৰৰ যুদ্ধৰ তাৎপৰ্য্য হৈছে আৰ্য্য আৰু অনাৰ্য্য সংস্কৃতিৰ সংঘৰ্ষ আৰু মিলন। কথিত আছে বাণাসুৰেই অসমত লিঙ্গ পূজাৰ প্ৰথম প্ৰচলন কৰে। বাণাসুৰেই নিজ নগৰী শোণিতপুৰত মহাভৈৰৱ মন্দিৰ স্থাপন কৰি শিৱলিঙ্গ প্ৰতিষ্ঠা কৰে। কথিত আছে বাণৰজাই ৰাজধানীৰ পৰা অগ্নিগড়লৈ অহাৰ বাটত প্ৰতি দুমাইলৰ অন্তৰে অন্তৰে একোটাকৈ শিৱ মন্দিৰ নিৰ্মাণ কৰাইছিল।

শৈৱ ধৰ্ম আৰু শাক্ত ধৰ্মৰ মাজত পিছলৈ সম্প্ৰীতি স্থাপন হৈছিল। কামাখ্যাৰ সেৱক ৰজা নৰকো শৈৱ ধৰ্মীয় ৰজা বাণৰ অন্তৰঙ্গ হৈ শিৱ পূজক হৈছিল।

এই ধৰ্মীয় সংহতিৰ সমন্বয়ছোৱাতে কামৰূপত যি যি শাক্ত মন্দিৰ ৰাজপৃষ্ঠপোষকতাত নিৰ্মিত হৈছিল তাৰ ভিতৰত শোণিতপুৰৰ ভৈৰৱী মন্দিৰ অন্যতম।

প্ৰথমতে বাণ কন্যা উষাই মনোমত পতি লাভ কৰিবৰ কাৰণে দেৱী মহামায়াৰ আৰাধনা প্ৰতি দিনে ভৈৰৱী মন্দিৰত গৈ কৰিছিল।

কুমৰ হৰণ আৰু উষা পৰিণয়ত এই বিষয়ৰ বিশদ বৰ্ণনা আছে। উষাৰ সাধনাত দেৱীয়ে তুষ্ট হৈ বৰ দিছিল।

মহাভৈৰৱ আৰু মহাভৈৰৱী মন্দিৰৰ নাম দুটাইয়ে শৈৱতন্ত্ৰৰ স্ৰোত এনে স্থানত প্ৰৱাহিত থকাৰ ইঙ্গিত দিয়ে।

# দেৱী মহামায়াৰ থান
## (পৰ্বত জোৱাৰ)

অসমৰ গোৱালপাৰা অঞ্চলৰ পৰ্বত জোৱাৰ নামে ঠাইৰ জমিদাৰ সকলৰ দ্বাৰা প্ৰতিষ্ঠিতা শ্ৰীশ্ৰীমহামায়াৰ থানৰ উদ্ভৱৰ কিম্বদন্তী অত্যন্ত ৰোমাঞ্চকৰ।

প্ৰায় তিনি শতিকাৰ আগৰ কথা। যি ঠাইত আজি পৰম মহিমাময়ী মহামায়া অধিষ্ঠিতা হৈ আছে তিনি শতিকাৰ আগতে তাত আছিল সুগভীৰ অৰণ্য, জনবসতিহীন সৰু সৰু পাহাৰ। আৰণ্যিক পশুপক্ষীৰ সেই স্থান আছিল আবাস স্থান। বাঘ-ভালুক, বনৰীয়া গাহৰি আদিৰ সেই অৰণ্যত একছত্ৰী ৰাজত্ব। ঘন গছ বন লতাৰে আচ্ছাদিত সেই অৰণ্যত দিনতেই সূৰ্য্যৰ মুখ দেখা নগৈছিল।

কিম্বদন্তীমতে আনুমানিক দুশ পঁচিশ বছৰৰ আগেযে পাবনা জিলাৰ তোক চান্দপুৰ নিবাসী এজন কাঠবেপাৰীয়ে কাঠ কিনিবলৈ এই দেশলৈ আহিছিল। সেইসময়ত এনে কাঠ বেপাৰী সকলৰ চলাচল আছিল। ঢাকা, মৈমনসিংহ আদি ঠাইৰ পৰাও বেপাৰীসকলে কাঠ কিনিবৰ কাৰণে এনেকৈয়ে অহাযোৰা কৰিছিল। পৰ্বত জোৱাৰ নামৰ অঞ্চল শাল, শিশু, বনচোম, লালী আদি মূল্যবান কাঠৰ বাবে সেইসময়ত প্ৰসিদ্ধ আছিল। নদীপথেৰে সেইবোৰ নিজ নিজ অঞ্চললৈ নিয়াৰো সুবিধা আছিল। কিনা-বেচাবোৰ বস্তুৰ সালসলনিৰেও হৈছিল। লালী, লোণ, সৰিয়হৰ তেল, সূতা, গুড়, কপাহ, দা, কুঠাৰ, কোৰ, মচলা ধপাত আদি বস্তু পাবনা, ঢাকা আদিৰ পৰা আনি পৰ্বত জোৱাৰত থকা পাহাৰী মানুহৰ পৰা কাঠ সলনি কৰি লৈ গৈছিল।

কাঠ বেপাৰীজনে পৰ্বত জোৱাৰৰ পৰা কিছু আঁতৰত "বিষ্ণুপুৰ" নামৰ ঠাইৰ উত্তৰফালে কাঠ কিনি ডেঙৰ প্ৰকাণ্ড মালবাহী নৌকাত বোজাই দি ৰাতি নিজদেশ অভিমুখে লগৰীয়াৰ লগত টিপকাই নদীয়েদি যাত্ৰা কৰিছিল। টিপকাই খৰস্ৰোতা পৰ্বতীয়া নৈ। বাৰিষা ইয়াৰ ৰূপ টলমল, ভয়াবহ। দুকুল টকা সোঁতত নাও উটি গৈ ক্ষন্তেকতে নদীৰ পূব পাৰৰ লতা আৰু অৰণ্যেৰে পৰিপূৰ্ণ, হিংস্ৰ বনৰীয়া জন্তুৰ গোজৰণিৰে মুখৰিত প্ৰকাণ্ড চাকনৈয়া পালেগৈ। তেতিয়া মাজনিশা।

অমাবস্যাৰ প্ৰগাঢ় অন্ধকাৰ। তাৰোপৰি আৰম্ভ হ'ল ভীষণ ধুমুহা আৰু বৰষুণ। নদীৰ উত্তাল সোঁতত প্ৰলয়ঙ্কাৰী পৰিবেশত নাওখন মাজনদীৰ অতলত পতিত হ'ল। এই ভয়ঙ্কৰ দুৰ্যোগত নাৱৰ আৰোহী আটায়ে অত্ৰাহি হৈ বিপদহাৰিণী, দুৰ্গতিনাশিনী জয়দুৰ্গাৰ নাম আকুলভাবে লবলৈ ধৰিলে। নদীৰ পানীত বাগৰি পৰা নাও, নাৱৰীয়া, লগৰীয়া, কাঠ আদি কেনি ক'ত গল কোনেও উমান নেপালে, বেপাৰীজনে সোঁতত উটি উটি শ্ৰান্ত, ক্লান্ত হৈ কোনোমতে পাৰত উঠি নিজ দুৰ্ভাগ্যৰ কথা ভাবি, সতি সন্ততি, পত্নী পৰিয়ালৰ কথা ভাবি শোকত জৰ্জৰিত হৈ করুণভাবে কান্দিবলৈ ধৰিলে। এই নিৰ্জন নিঃসঙ্গ অৰণ্যত মহাশক্তিৰ বাহিৰে সৰ্বহাৰাজনৰ ত্ৰাণকৰ্তা কোনো নাই। তেওঁ কৰযোৰে— এই সৰ্বগ্ৰাসী সঙ্কটৰ পৰা উদ্ধাৰ কৰিবলৈ ভগৱতীক প্ৰাৰ্থনা জনালে। ভগৱতী মহামায়া তেওঁৰ প্ৰাৰ্থনাত সন্তুষ্ট হ'ল।

তেতিয়া পূবে ধলফাট দিছে। আকাশত সম্পূৰ্ণকৈ পুৱাৰ পোহৰ পৰাই নাই। এনে সময়তে মানুহজনে স্বৰ্গীয় সুষমামণ্ডিতা দিব্য পৰিধানভূষিতা, কোটিসূৰ্য্যজিনা' এক অপৰূপা বালিকাক দেখিবলৈ পালে। এই দৃশ্য দেখাৰ লগে লগে তেওঁ অভূতপূৰ্ব শিহৰণ সৰ্বশৰীৰত অনুভৱ কৰিলে। সমগ্ৰ ক্লান্তি তেওঁৰ মুহূৰ্ততে অন্তৰ্হিত হ'ল। এখা দেৱী নে মানৱীনে যক্ষ-ৰক্ষ-গন্ধৰ্ব বালিকা? এই সন্দেহৰ মাজতে তেওঁ প্ৰত্যক্ষ কৰিলে বালিকা সদ্যস্নাতা, মুক্তকুন্তলা, তপ্ত কাঞ্চন আভাৰ অষ্টবৰ্ষীয়া এক দিব্য জ্যোতি। সমগ্ৰ বনভূমি তেওঁৰ দেহৰ আলোকেৰে আলোকিতা। অবৰ্ণনীয় সেই ৰূপজ্যোতিয়ে বাৰগায়ী-জনৰ অন্তৰ ভক্তিৰে পৰিপূৰ্ণ কৰি'ল। ৰহস্যময়ী মহামায়াৰ চৰণত তেওঁ সাষ্টাঙ্গে প্ৰণিপাত কৰি বাৰম্বাৰ করুণভাবে আশ্ৰয় প্ৰাৰ্থনা কৰিলে।

দেৱীৰ হৃদয় ভক্তৰ প্ৰতি সুপ্ৰসন্ন হ'ল। করুণাময়ীয়ে প্ৰসন্নচিত্তেৰে ক'লে— তোমাৰ প্ৰতি মই কৃপা পৰৱশ হৈছো। তুমি হেৰোৱা সম্পদ আজি-কালিতে ঘূৰাই পাবা। মোৰ নাম লৈ তোমাৰ সেই সম্পদ নিৰাপদে নিজস্থানলৈ নিব পাৰিবা। মই আটাইৰে সৰ্বমঙ্গল সম্পন্ন কৰি লোক চকুৰ অন্তৰালত, নিৰ্জনত সঙ্গোপনে বাস কৰিছিলো। তুমি মোক স্নানৰত অৱস্থাত দৰ্শন পালা— সেয়ে এমাহৰ ভিতৰতে তোমাৰ মৃত্যু হ'ব। কিন্তু তোমাৰ দ্বাৰাই মোৰ আবিৰ্ভাব প্ৰচাৰ হ'বও লাগিব।

কাৰণ তোমাৰ বাহিৰে এতিয়ালৈকে কোনেও মোক দেখিবলৈ সক্ষম হোৱা নাই। শুনা, এতিয়া মই যি ঠাইত থিয় হৈ আছো ইয়াৰ দক্ষিণে প্ৰায় দুনাইল বাট শিলাময়। তুমি এই বাটৰে গৈ থাকিলে এখন অগাধ অৰণ্য পাবা। তাতে লতা-পাতেৰে সুশোভিত এজোপা বেলগছ আছে। সেই বেলগছৰ তলত যি প্ৰশস্ত শিলাময় বেদী আছে সেয়াই মোৰ পীঠ। তুমি মোৰ মন্দিৰ এটি সেই স্থানতে নিৰ্মাণ কৰাবা আৰু জমিদাৰ প্ৰমুখ্যে সকলোৰে আগত মোৰ স্থিতিৰ সম্পৰ্কে প্ৰচাৰ কৰিবা। সৌ স্থান মোৰ স্নান ঘাট। ব্ৰহ্মমুহূৰ্তত মই সেই ঠাইতে স্নান কৰোঁ।”

ব্যৱসায়ীজনৰ দৃষ্টি স্নানঘাটৰ পিনে যাওঁতেই দেৱী অদৃশ্য হ'ল। ভক্তই বিমূঢ় হৈ আকুল কণ্ঠে তেওঁক মাতিলে, বন-বননি চলাথ কৰিলে। স্বপ্ন নু মায়ানু মতিভ্ৰমন্নু। স্বপ্ন নে মায়া নে মতিভ্ৰম? কোনে উত্তৰ দিব।

ভক্তৰ অন্তৰত দিব্যভাব বিৰাজ কৰিলে। তেওঁ জগতৰ মায়া ছিডি যাবলৈ যেন শক্তি লাভ কৰিলে। মহামায়াৰ মাহাত্ম্য প্ৰচাৰৰ বাহন যে তেওঁকেই কৰিলে এই সৌভাগ্যৰ উদ্দ্যত ভক্ত আনন্দ-বিহ্বল হ'ল।

ভগৱতীৰ করুণাতে তেওঁ বাণিজ্যৰ নাও, কাঠ সকলো আশ্চৰ্য্য-জনক ভাবে ঘূৰাই পালে। তেতিয়াৰে পৰা বাণিজ্যযাত্ৰা মহামায়াৰ পূজা দি কৰাৰ নিয়ম আৰু বাণিজ্যৰ কাঠ আদি ভগৱতীৰ নামেৰে লতা দি বন্ধা নিয়ম প্ৰচলিত হ'ল।

দেৱীৰ ইচ্ছামতেই ব্যৱসায়ীজন কঠিন অসুখত শয্যাশায়ী হ'ল। মৃত্যুৰ আগে আগে পুত্ৰৰ আগত সকলো গোপন কথা ব্যক্ত কৰিলে আৰু মহামায়াৰ নিৰ্দেশমতে হব লগা কৰ্ম সমাপনৰ প্ৰতিশ্ৰুতিও আদায় কৰিলে।

যথাসময়ত পুত্ৰই যৌৱনত ভৰি দি, নদী-বদি যাত্ৰা কৰি পিতৃ প্ৰতিজ্ঞা তথা দৈব আদেশৰ বাৰ্তা নি জমিদাৰৰ কাষত ব্যক্ত কৰিলে। জমিদাৰ স্বৰ্গীয় পুলকেৰে পুলকিত হ'ল। তেওঁৰ গৃহ মন্দিৰৰ প্ৰাঙ্গণত মাজনিশা অলৌকিক নেপুৰ ধ্বনি জমিদাৰে মাত্ৰ অলপদিন আগতে শুনিবলৈ পাইছিল। এই ধ্বনিৰ লগত ব্যৱসায়ী পুত্ৰই অনা আদেশৰ সাঙ্কেতিক তাৎপৰ্য্যৰ কথা চিন্তা কৰি জমিদাৰে অমৃতময়ীৰ আগমনৰ কথা ভাবি শিহৰিত হ'ল আৰু হাতী আদিৰে শোভাযাত্ৰা কৰি

স্নানঘাটত উপনীত হৈ দেৱীয়ে দিয়া নির্দেশ ক্রমে শিলাময় পথেৰে আগবাঢ়ি গল। লতা-বৃক্ষ কাটি কাটি গৈ নিৰ্দিষ্ট ঠাইত ডাঙৰ বেলগছ এজোপাৰ তলত তেওঁবিলাক উপস্থিত হ'লগৈ। আনন্দ চিত্তেৰে দেৱীৰ নাম লৈ সেই স্থান পৰিষ্কাৰ কৰাত বেলগছৰ তলত মহামায়াৰ শোভন মূৰ্তি আবিষ্কৃত হ'ল। মুখৰিত হ'ল জয়ধ্বনিৰে সেই পৰম পবিত্ৰ শুভক্ষণ। সকলো ভক্তই সাষ্টাঙ্গে প্ৰণিপাত জনাই প্ৰাৰ্থনা কৰিলে—

"…দেবি, প্ৰপন্নাৰ্ত্তিহৰে প্ৰসীদ
প্ৰসীদ মাতৰ্জগতোহ খিলস্য
প্ৰসীদ বিশ্বেশ্বৰী পাহি বিশ্বং
ত্বমীশ্বৰী দেৱী চৰাচৰস্য…"

দেৱীমূৰ্তি আবিৰ্ভাৱৰ কথা কেউপিনে বিয়পি পৰিল। দেৱী অৰ্চনাৰ কাৰণে স্বপ্নাদিষ্ট হৈ কাশীৰ অন্নপূৰ্ণা মন্দিৰৰ পৰা ব্ৰহ্মচাৰী আহি পৰ্বত জোৱাৰত উপস্থিত হ'ল। এই ব্ৰহ্মচাৰী প্ৰকৃততে নলবাৰীৰ সোণকুৰিহা গাঁৱৰ। অধ্যয়নৰত হৈ কাশীত আছিলগৈ। জমিদাৰ স্বপ্নাদেশৰ কথা শুনি আশ্চৰ্য্য হৈ ব্ৰহ্মচাৰী দুজন নহালৈকে মহামায়া মন্দিৰত দেৱদাসীৰ নৃত্য-গীত চলিছিল যদিও মহামায়াৰ পূজা-অৰ্চনাৰ বিশেষ ব্যৱস্থা হোৱা নাছিল বুলি শুনা যায়।

পৰ্বত জোৱাৰ ইষ্টেটৰ তেতিয়া আছিল চাৰিজন অংশীদাৰ। তাৰ ভিতৰত বগৰীবাৰীৰ মালিকেই আছিল ডাঙৰ। এই পক্ষৰ জমিদাৰে মহামায়া মন্দিৰৰ পৰিচালনাৰ ভাৰ লৈ মন্দিৰৰ উন্নতি সাধন আৰু প্ৰচাৰত আত্মনিয়োগ কৰে। ১৯৫৯ চনৰ ১৫ মাৰ্চত চৰকাৰে মহামায়াৰ দেৱোত্তৰ সম্পত্তি অধিগ্ৰহণ কৰি পৰিচালনা কমিটিৰ দ্বাৰা চলাবলৈ লয়। সুদৃঢ় মন্দিৰ নিৰ্মাণত জমিদাৰ স্বৰ্গীয় হৰেন্দ্ৰ নাৰায়ণ সিংহ চৌধুৰীদেৱৰ নাম উল্লেখযোগ্য।

এই দেৱী মহামায়াৰ পূজা পৌৰাণিক পদ্ধতিমতে হয়। পূজাত দেৱীক দশভূজা, ত্ৰিনয়না দুৰ্গা ৰূপে ধ্যান কৰা হয়।

# দেৱী মহামায়াৰ থান

অসমৰ পশ্চিম প্ৰান্ত গোৱালপাৰা। নিজা ঐতিহ্যেৰে বিখ্যাত গৌৰীপুৰ গোৱালপাৰাৰে স্থান বিশেষ। গৌৰীপুৰৰ ৰাজপৰিয়ালৰ কুলদেৱী শ্ৰীশ্ৰীমহামায়া। এই মহামায়াৰ অৱস্থান তথা আৱিৰ্ভাৱ প্ৰসঙ্গত চমৎকাৰ কিম্বদন্তী প্ৰচলিত আছে :

ৰঙামাটি পাহাৰ হিমালয় পৰ্বতৰে এটি শাখা। হিমালয়ৰ পাদদেশত থকা ভুটান, ৰৱবাধা, সদাতি, খোপাতি আদি অঞ্চল ৰঙামাটি পাহাৰত আহি মিলি ব্ৰহ্মপুত্ৰক যেন স্পৰ্শ কৰিছে। সিপাৰেও "বুঢ়া-বুঢ়ী" পাহাৰে ব্ৰহ্মপুত্ৰ স্পৰ্শ কৰি গাৰোপাহাৰত গৈ মিলিছে। ৰঙামাটিৰ ঝৰণা এটি ৰূপালী পানীৰে প্ৰৱাহিত হৈ ব্ৰহ্মপুত্ৰৰ বুকুলৈ বৈ গৈ মনোৰম সৌন্দৰ্য্য সৃষ্টি কৰিছে। এই সৌন্দৰ্য্যমণ্ডিত ৰঙামাটিতে আছিল পুৰণি গৌৰীপুৰ। গৌৰীপুৰ আছিল গৌৰীপুৰৰ ধৰ্মপ্ৰাণ সঙ্গীত আৰু ক্ৰীড়াবিদ ৰাজপৰিয়ালৰ ৰাজধানী। শাল, তমাল আদি কৰি সেইজাতীয় বৃক্ষৰে সুশোভিত ৰঙামাটিৰ আন এখনি বিখ্যাত নৈ গৌৰাং। ৰাজবাড়ীৰ পৰা তেতিয়া ব্ৰহ্মপুত্ৰৰ স্নানঘাটৰ দূৰত্ব আছিল মাত্ৰ পাঁচশ গজ।

এই ৰঙামাটিত কোনে ৰাজধানী পাতিছিল সেই কথাও জানিব লগীয়া। মিথিলাৰে অধিবাসী, কায়স্থকুলৰ কবীন্দ্ৰ পাত্ৰ আছিল মহাৰাজ নৰনাৰায়ৰ সমসাময়িক। তেতিয়াৰ শিক্ষাকেন্দ্ৰ কাশীধামত তেওঁ একেলগে শিক্ষা লওঁতে মহাৰাজ নৰনাৰায়ণৰ ভায়েক শুক্লধ্বজ তথা চিলাৰায়ো লগত আছিল। মহাৰাজ নৰনাৰায়ণ আৰু শুক্লধ্বজে শিক্ষা সমাপ্ত কৰি কোচবিহাৰলৈ উভতি আহোঁতে লগত বন্ধু কবীন্দ্ৰকো লৈ আহে আৰু "পাত্ৰ" উপাধি দি ৰাজসভাৰ সদস্য কৰি লয়। কবীন্দ্ৰ নাথ পণ্ডিত ব্যক্তি আছিল। তেওঁৰ উত্তৰপুৰুষৰ পৰা জনা যায় যে তেওঁ মহাভাৰতৰ বাংলা অনুবাদ কৰি খ্যাতি আৰ্জিছিল। তেওঁ পিছত কোঁচ ৰাজ্যৰ মন্ত্ৰীৰ পদত অধিষ্ঠিত হয়। এই সময়তে কোঁচ ৰাজ্য বিভক্ত হয়। সোণকোষ (এতিয়াৰ নাম গদাধৰ) নৈৰ পূব পাৰৰ পৰা হাজো পৰ্য্যন্ত "কোচ-হাজো" (বিজনী ৰাজ ভূমিখণ্ড) শুক্লধ্বজ

(চিলাৰায়) পুত্ৰ পৰীক্ষিত নাৰায়ণৰ অধীনলৈ আছে। সোণকোষৰ পশ্চিমপাৰৰ পৰা কৰতোৱা নদীলৈকে কোচবিহাৰ ৰাজ্য ৰয়।

কোচ-হাজোৰ ৰজা নাবালক থকা কাৰণে মহাৰাজ নৰনাৰায়ণৰ আদেশত কবীন্দ্ৰ পাত্ৰ প্ৰধান মন্ত্ৰী হৈ কোচ-হাজোৰ ৰাজধানী বিজনীলৈ আহিল। বিজনী ৰাজধানী আছিল যদিও কবীন্দ্ৰ পাত্ৰই তেওঁৰ ৰাজকীয় বাসভৱন ৰঙামাটি পাহাৰত স্থাপন কৰে। বিজনীৰ পৰা ৰঙামাটি সত্তৰ আশী মাইলৰ ব্যৱধান। কি কাৰণে বাসস্থান আৰু কৰ্মস্থানৰ ব্যৱধান হল তাৰ কাৰণ অজ্ঞাত। এনে অনুমান হয় যে সেই সময়ত যেহেতু বিষয়াসকলে কোনো দৰমহা নাপাইছিল আৰু "জায়গীৰ" অৰ্থাৎ বিস্তৃত একোখণ্ড ভূমি পাইছিল সেইকাৰণে ভূমিৰ অৱস্থান মতেই বাসস্থান হৈছিল। কবীন্দ্ৰ পাত্ৰই লাভ কৰা "ফুল্ল্যা পৰগণা" কোচবিহাৰ আৰু কোচ-হাজো ৰাজ্যৰ সীমাত অৱস্থিত হোৱা কাৰণেই হয়তো ৰঙামাটিত ৰাজবংশৰ ৰাজভৱন গঢ় লৈ উঠিছিল।

এই বংশৰ দ্বিতীয় পুৰুষ কবিশেখৰ ওৰফে মহাপণ্ডিত আৰু ধাৰ্মিক আছিল। এদিন প্ৰাতঃসতে ব্ৰহ্মপুত্ৰত স্নান কৰি ধৰ্মপ্ৰাণ কবিশেখৰে দেৱীৰ জপ আৰু ধ্যানত তাতেই মগ্ন আছিল। অৰ্দ্ধ-নিমীলিত নয়নেৰে তেওঁ প্ৰকৃতিৰ এক ৰহস্যময় ৰূপ দৰ্শন কৰি শিয়ঁৰি উঠিল। তেওঁ দেখা পালে দুটা সূৰ্য্য যেন পূবৰ আকাশত উদ্ভাসিত হৈছে। এই অসীম ৰহস্যৰ ভেদ ভাঙিবলৈ তেওঁৰ মন ব্যাকুল হল আৰু তেওঁ বনৰ আঁৰ লৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে। কিছুক্ষণৰ পিছত তেওঁ দেখিলে সূৰ্য্য স্বাভাৱিক ভাবে আকাশৰ ওপৰলৈ উঠি আহিছে। আৰু দ্বিতীয় জ্যোতিয়ে পৰমাসুন্দৰী ষোড়শী কন্যাৰ ৰূপ লৈ বিশাল ব্ৰহ্মপুত্ৰৰ ওপৰেদি আলাসতে খোজ দি আহি স্নানঘাটত উঠিলহি। দশোদিশ নিজ জ্যোতিৰে আলোকিত কৰি দেৱী ক্ৰমান্বয়ে আহি ওচৰৰ এক পাহাৰৰ গাত থকা এটা গুহাৰ কাষত থিয় হোৱা মাত্ৰকে এটা প্ৰকাণ্ড বাঘ গুহাৰ পৰা বাহিৰ ওলাই আহি দেৱীৰ চৰণত দণ্ডৱতে প্ৰণাম কৰিলে। মহামায়া দেৱীয়ে সেই বাঘৰ পিঠিত ক্ষন্তেক আৰোহণ কৰি অলপ সময় ভ্ৰমণ কৰি ক্ষন্তেক ব্যাঘ্ৰপৃষ্ঠৰ পৰা নামি নদীৰ পিনে ধাৱমান হল। কবিশেখৰে নিজ চকুৰে দেৱীৰ ছায়া দেখি মুহূৰ্ত্ত বিলম্ব নকৰি দেৱীৰ পথ ৰোধ কৰি মাটিত শুই দিলে। পথৰোধ কৰা দেৱীয়ে পথ এৰি দিবলৈ নিৰ্দেশ দিলে। কবিশেখৰে সাষ্টাঙ্গে প্ৰণাম কৰি পথৰুদ্ধ অৱস্থাতে দেৱীক

কাতৰ প্ৰাৰ্থনা কৰি কলে— "মা তুমি নিজ পৰিচয় এই অধমক দান কৰা।" দেৱীয়ে ক্ৰোধান্বিতা ভাব দেখুৱাই বাৰে বাৰে পথ এৰি দিবলৈ কোৱাতো নিদি একে প্ৰাৰ্থনাকে কৰি থকাত দেৱীয়ে কবিশেখৰক সাতবাৰ পদাঘাত কৰিলে। তথাপি কবিশেখৰে পথ এৰি নিদিলে— ভক্তি বিগলিত চিত্তে তেওঁ দেৱীক অশেষ প্ৰাৰ্থনা কৰাত দেৱী সুপ্ৰসন্না হৈ দশভুজা ৰূপ ধাৰণ কৰি কবিশেখৰৰ সমুখত আবিৰ্ভূতা হল। ভক্তিৰ পৰীক্ষাত কবিশেখৰ উত্তীৰ্ণ হোৱা কাৰণে দেৱীয়ে সন্তুষ্ট হৈ তেওঁক কবিশেখৰৰ গৃহত প্ৰতিষ্ঠা কৰিবলৈ আদেশ দি কলে— "সাতবাৰ পদাঘাত কৰি তোক পৰীক্ষা কৰিলো, তই মোৰ ছলনাত উত্তীৰ্ণ হলি। সাতপুৰুষলৈ তোৰ ঘৰত মই পূজা সেৱা নকৰিলেও থাকি কল্যাণ সাধন কৰিম। সাতপুৰুষৰ পিছত ভক্তিৰে, শাস্ত্ৰমতে পূজা অৰ্চনা নকৰিলে গৃহত্যাগ কৰি অন্য ঠাইলৈ গমন কৰিম।" এই বাক্য কৈয়ে দেৱী আঙুলি পৰিমাণ অষ্টধাতুৰ দশভুজা মূৰ্তিত পৰিণত হল। সদ্যস্নাত, ধৰ্মপ্ৰাণ কবিশেখৰে জগতজননীৰ সেই মূৰ্তিৰ সন্মুখত বাৰে বাৰে প্ৰণাম কৰি আকুল চিত্তেৰে মহামায়াৰ মূৰ্তিটি শিৰত লৈ নিজৰ ঘৰলৈ আহিল আৰু মন্দিৰ নিৰ্মাণ কৰি প্ৰতিমা স্থাপন কৰি শাস্ত্ৰমতে পূজা অৰ্চনা কৰিবলৈ ধৰিলে।

দেৱীৰ অনুগ্ৰহত এই বংশই সন্মান আৰু ঐশ্বৰ্য্যত শীৰ্ষস্থান লাভ কৰি প্ৰতাপশালী জমিদাৰ ৰূপে গণ্য হয়। সপ্তমপুৰুষ ধীৰচন্দ্ৰৰ সময়ৰ পৰা মহামায়াৰ পূজাই ৰাজকীয় ৰূপ পৰিগ্ৰহণ কৰে। ধীৰচন্দ্ৰৰ সময়ৰ পৰা ৰাজসিক পূজা আৰম্ভ হৈ ধৰ্মানুৰাগী প্ৰতাপচন্দ্ৰৰ কালত মহামায়াৰ এই বাৎসৰিক পূজাই সকলোতকৈ উচ্চ ৰাজকীয় ৰূপ ধাৰণ কৰে। বিৰাট আড়ম্বৰপূৰ্ণ ৰাজকীয় দুৰ্গাপূজাৰ বেলি বৰণৰ উৎসৱ, বিসৰ্জনৰ শোভাযাত্ৰা, হাতী, ঘোঁৰা, নৌবহৰ, সপ্তমী, অষ্টমী আৰু মহানৱমীৰ বলি, ভোগ, কাঙালী ভোজন, শিঙা, ঢাক-ঢোল, ৰোশন চৌকিৰ জাকজমকতাৰে এই পূজা পূৰ্ণ অৰ্থত ৰাজকীয় হয়। ১৮৫০ খৃঃত প্ৰবল পৰাক্ৰমী প্ৰতাপচন্দ্ৰই ৰঙামাটিৰ পৰা গৌৰীপুৰলৈ ৰাজধানী স্থানান্তৰিত কৰে আৰু এতিয়া যত মহামায়াৰ মন্দিৰ আছে সেই মন্দিৰত দেৱীৰ প্ৰতিষ্ঠা কৰে। মন্দিৰ স্থানান্তৰ সম্পৰ্কেও কিম্বদন্তী আছে। তেতিয়াৰ গৌৰীপুৰ আছিল অৰণ্য, খাল-বিল, বনৰীয়া ম'হ, হৰিণ, মেখোন বনৰীয়া বাঘ-ভালুকেৰে পৰিপূৰ্ণ স্থান। এদিন ৰজা প্ৰতাপচন্দ্ৰই গৌৰীপুৰলৈ চিকাৰ কৰিবলৈ গৈ এটুকুৰা ঠাইত এটা

ভেকুলীক সাপে গিলি থকা অৱস্থাত দেখিবলৈ পালে। ভেকুলীক সৰ্পই ভক্ষণ কৰা স্থান দেৱমন্দিৰৰ কাৰণে প্ৰশস্ত বুলি কোৱা হয় কাৰণে সেই স্থানলৈ মন্দিৰ স্থানান্তৰ কৰা হল। আৰু মন্দিৰ সংলগ্ন স্থানত বসতি স্থাপন কৰা হল।

মহামায়া মন্দিৰত হাঁহ-ছাগলী, পাৰ, কাছ, কোমোৰা আদি বলিৰে শাৰদীয় পূজা সম্পন্ন কৰাৰ উপৰিও প্ৰতি শনি আৰু মঙ্গলবাৰে দেৱীৰ চৰণত বিশেষ পূজা হোৱাৰ নিয়ম আছিল আৰু পাঠা বলি হৈছিল। ৰজা প্ৰতাপচন্দ্ৰৰ পুত্ৰ ৰজা প্ৰভাতচন্দ্ৰৰ সময়লৈকে পূজা-অৰ্চনাৰ ৰাজকীয় খিতাপ পূৰ্ণ পৰ্য্যায়ত চলি আছিল। ইয়াৰ পিছত লাহে লাহে ১৯৫৫ খৃঃৰ আইনমতে জমিদাৰীত চৰকাৰৰ হস্তক্ষেপে অৰ্থাগম সঙ্কুচিত কৰি অনাত শ্ৰীমহামায়াৰ পূজাৰ আড়ম্বৰো কমি আহিল।

ৰহস্যপূৰ্ণভাৱে আবিৰ্ভূত মহামায়াৰ পূৰ্বৰ দশভূজা মূৰ্তিটি হঠাৎ এদিন মন্দিৰৰ পৰা অন্তৰ্ধান হল। অনেক অনুসন্ধান কৰিও সেই মূৰ্তি পোৱা নগল। এতিয়াৰ মূৰ্তিটি পিছত কাশীৰ পৰা অনা অষ্টধাতুৰ মূৰ্তি। এই মূৰ্তিটিও দশভূজা। এই দেৱী ৰাজবাড়ীৰ দ্বাৰা প্ৰতিষ্ঠিতা হলেও জনতাৰ অন্তৰত প্ৰসিদ্ধা দেৱী।

এই প্ৰসঙ্গত এটা কথা অপ্ৰাসঙ্গিক নহ'ব—

বগৰীবাৰীৰ মহামাযাৰ ৰূপ কুক্কুটি (কুকুৰা চৰাই)ৰ ৰূপ বুলি কিছু লোকে কয়। যদি সেয়ে হয় ছোটনাগপুৰৰ ওঁৰাও সকলৰ মাজত বিশেষভাৱে প্ৰচলিত কুক্কুটিব্ৰতৰ কথা উল্লেখ কৰিব লাগিব।

ওৰাওঁ লোক-সমাজত কুক্কুটি নামৰ দেৱী উৰ্বৰা শক্তিৰ প্ৰতীক বুলি বিশ্বাস প্ৰচলিত। বঙ্গদেশৰ কোনো কোনো অঞ্চলৰ নাৰীসকলেও সন্তান কামনাৰে এই ব্ৰত পালন কৰে। নানা ভাৱে, নানা শাস্ত্ৰীয় অনুষ্ঠানৰ মাধ্যমেৰে এই ব্ৰত পালন কৰা হয়। কুক্কুটি ব্ৰতকথাত আছে যে সৰযূতীৰত অপ্সৰাবোৰে শিৱপূজা কৰিছিল— কিন্তু সেয়া কুক্কুটিব্ৰত বুলি অভিহিত কৰিছিল। ব্ৰতকথাৰ আৰু এক খণ্ডত আছে যে মালিকা নামৰ এক ভক্তাই কুক্কুটি জন্ম লৈও ব্ৰত কৰি উৰ্দ্ধগতি লাভ কৰিছিল। কুক্কুটিব্ৰতে সুফল প্ৰদান কৰে, নাৰীৰ সন্তান কামনা পূৰ্ণ কৰে।

মহামায়া যদি প্ৰকৃততে কুক্কুটিৰূপিনীয়েই হয় তেন্তে ছোটনাগপুৰৰ পৰা এনে ধাৰা আহি অসমত প্ৰৱেশ কৰা তেনেই সহজ কথা। আদিম সমাজত মাতৃতান্ত্ৰিকতা প্ৰচুৰ। লোক-সমাজে বিশ্বাসো সহজে কৰে, নিৰ্বিচাৰ গ্ৰহণো সহজেই কৰে— এয়া চিৰন্তন সত্য।

# দেৱী টুক্ৰেশ্বৰী

দেৱীৰ কত যে নাম, কত যে ৰূপ। দীৰ্ঘেশ্বৰী, টুক্ৰেশ্বৰী, তাম্ৰেশ্বৰী, ভুৱনেশ্বৰী কত নামেৰে তেওঁ বিখ্যাত।

গোৱালপাৰা জিলাৰ কৃষ্ণাই নামৰ ঠাইৰ পৰা দুমাইল পশ্চিমলৈ ৰাজপথৰ পৰা দক্ষিণত দেৱী মন্দিৰ টুক্ৰেশ্বৰী। এই টুক্ৰেশ্বৰী মন্দিৰ সৰু নীলা পাহাৰ এখনিৰ ওপৰত অৱস্থিত। বিজনীৰ ৰজাই এই মন্দিৰ নিৰ্মাণ কৰি দিছিল। ওখ পাহাৰলৈ উঠিবৰ কাৰণে লোৰ জখলা ঠায়ে ঠায়ে আছে।

টুক্ৰেশ্বৰী দেৱীৰ প্ৰসঙ্গত দুটি কিম্বদন্তী আছে: এটি কিম্বদন্তী মতে টুকুৰা নামৰ লোক এজনে এই পাহাৰৰ ওচৰত এসময়ত গৰু চৰাইছিল। কেবাদিনো গৰখীয়াজনে মন কৰিলে যে এজনী গাখীৰতী গাই দুপৰীয়া পৰত সদায় নাইকিয়া হয় আৰু গধূলি ঘূৰি পায়হি। টুকুৰাই পম খেদি গৈ লুকাই চোৱাত দেখিলে যে গৰুজনীয়ে পাহাৰৰ ওপৰত থকা সমতলৰ ডাঙৰ চোতাল যেন ঠাইৰ একোণত সদায় দুগ্ধ দান কৰে। টুকুৰা বিস্মিত হল আৰু বিজনী ৰজাক কথাটো কাণ চোৱালে। ৰজাই একো গুৰুত্ব নিদিয়াত ভগৱতীয়ে নিজে ৰজাক স্বপ্ন দেখুৱাই সেই পাহাৰৰ ওপৰত দেৱী মন্দিৰ নিৰ্মাণ কৰিবলৈ আদেশ দিলে। ৰজাই সভক্তিৰে দেবোত্তৰ, ব্ৰহ্মোত্তৰ মাটি দান দি মন্দিৰ নিৰ্মাণ কৰি দেৱী পূজা আৰম্ভ কৰিলে। টুকুৰাৰ নামেৰেই মন্দিৰৰ নাম হয় টুক্ৰেশ্বৰী মন্দিৰ।

দ্বিতীয় কিম্বদন্তী মতে সতীৰ ভগ্ন অংশৰ এটুকুৰা এই ঠাইতো পতিত হৈছিল। সেয়ে টুক্ৰেশ্বৰী। দুৰ্গা পূজাৰ সময়ত ম'হ বলিৰে দেৱীক পূজা কৰা হয়। বাসন্তী পূজাও সমাৰোহেৰে হয়।

এই মন্দিৰ পোৱাৰ আগতে নামনিত দেৱীৰ পাদুকাবাৰী, ভোগঘৰ আৰু নাট মন্দিৰ আছে। ওচৰতে পুখুৰী এটি আৰু সুদৃশ্য নিজৰা এটিও আছে। ওপৰলৈ গৈ থাকিলে ক্ৰমে তিনোতা দুৱৰী জয়া-বিজয়া আৰু শিৱবাৰী পোৱা যায়। শিৱবাৰী শিৱস্থান। তাত শিৱলিঙ্গ প্ৰতিষ্ঠিত। গুহাৰ ভিতৰতো শিৱলিঙ্গ আছে। ইয়াৰ পিছত পঞ্চপাণ্ডৱ

আৰু কাছলী নামৰ দেৱীৰ থান পাৰ হৈ গৈ পাহাৰৰ চূড়াত টুক্ৰেশ্বৰী দেৱীৰ সিদ্ধপীঠ।

টুক্ৰেশ্বৰী পাহাৰত থকা অসংখ্য বান্দৰে এই মন্দিৰৰ প্ৰসাদ গ্ৰহণ কৰে। বান্দৰৰ মাজৰ দলপতিটোৱে প্ৰসাদ গ্ৰহণ নকৰালৈকে বাকীবোৰে নাখায়। বান্দৰৰ দলপতিক সন্মান কৰি ৰূপৰ বাটিত প্ৰসাদ দিয়া হয়।

টুক্ৰেশ্বৰীত বৰ্তমান দুৰ্গা পূজা প্ৰচলিত হলেও আগৰ নিৰ্জন মন্দিৰ তান্ত্ৰিক সিদ্ধিৰ কাৰণে সাধনা মন্দিৰ আছিল যেন অনুমান হয়।

# বুঢ়ী গোসাঁনী থান

এই বুঢ়ী গোসাঁনী থান বা বুঢ়ী গোসাঁনী দেৱালয় বৰ্তমান যোৰহাট নগৰৰ গড়আলিৰ পূব দিশত অৱস্থিত। এই দেৱালয় ৰঙপূজাৰৰ দল বুলিও আহোম স্বৰ্গদেউসকলৰ দিনত জনাজাত আছিল। কথিত আছে যে গড়গাঁৱৰ পৰা ৰংপুৰ আৰু ৰংপুৰৰ পৰা যোৰহাটলৈ ৰজাৰ ৰাজধানী তুলি আনোতে স্বৰ্গদেৱে বুঢ়ী গোসাঁনীকো যোৰহাটলৈ আনি প্ৰতিষ্ঠা কৰে।

বুঢ়ীগোসাঁনীৰ পূৰ্বৰ স্থান আছিল জয়ন্তীয়া ৰাজ্য। স্বৰ্গদেৱ ৰুদ্ৰসিংহই জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি যেতিয়া জয়ন্তীয়া ৰজা ৰামসিংহৰ বশ্যতা স্বীকাৰ কৰাইছিল তেতিয়া উপঢৌকন স্বৰূপে জয়ন্তীয়া ৰাজ্যৰ পৰা অন্য অন্যান্য বস্তুৰ লগতে বুঢ়ী গোসাঁনীৰ মূৰ্তি আৰু গুপ্তযোনি গড়গাঁৱলৈ আহে।

জয়ন্তীয়া ৰাজ্যত তেতিয়া শাক্তপূজা প্ৰচলিত। ৰাজ পৰিয়ালো আছিল শাক্ত। ৰুদ্ৰসিংহ স্বৰ্গদেৱো আছিল শক্তি উপাসক। জয়ন্তেশ্বৰী বুঢ়ী গোসানী বৰ জাগ্ৰত বুলি জানি নিজ ৰাজ্যলৈ আনিব খোজাত আহোম ফৌজৰ মাজত ৰোগ আদি বৃদ্ধি পালে আৰু স্বপ্নাদেশ হল। আহোম সেনাপতিয়ে সপোনত জয়ন্তেশ্বৰী দেৱীয়ে কোৱা দেখা পালে— 'মই এই দেশ এৰি নেযাওঁ। যদি একান্তই নিব খোজা, অলপ আঁতৰাতে বুঢ়ী নৈৰ বাণত থকা গোসানীৰ মূৰ্তি আৰু যোনি নিব পাৰা।'

এই আদেশ শিৰোগত কৰি বুঢ়ী নৈৰ কাষৰ মূৰ্তি আৰু যোনি আনি স্বৰ্গদেৱক অৰ্পণ কৰা হল। মূৰ্তিজনা মহিষমৰ্দিনী দুৰ্গাৰ। যোনিপূজা মূৰ্তিৰ লগতে নিয়মিতভাৱে হয়। যোনিস্থান আৰু পূজাত গোপনীয়তা এতিয়াও ৰক্ষা কৰা হয়। ইয়াৰ পৰাই অনুমান কৰিব পাৰি প্ৰাচীন যোনিৰ প্ৰতীকত বৰা আদিম মাতৃপূজাৰ লগত পিছৰ হিন্দুশাক্তস্ৰোত আহি অভিন্ন হৈছে।

জয়ন্তীয়া ৰাজ্যৰ পৰা বুঢ়ী গোসাঁনীক লৈ আনোতে লগতে সেই ঠাইৰ পূজাৰীও আহে আৰু ৰজাই তেওঁক পূজাৰীয়া ৰকৰা

উপাধি দিয়ে। দৈনিক পূজাৰ শেষত পূজাৰীয়ে স্বৰ্গদেৱক দেৱীৰ নিৰ্মালি আৰু বলিৰ প্ৰসাদ দিয়া নিয়ম আছিল। স্বৰ্গদেৱে ৰাজ-নগৰৰ পৰা বাহিৰলৈ ওলাই যাওঁতেও দেৱীক লগত লৈ যোৱা প্ৰথা কৰা হৈছিল।

এই দেৱীৰ পূজা দুৰ্গা পূজাৰ সময়ত মহাসমাৰোহেৰে হৈছিল। ৰাজ আদেশত সাতো সাগৰৰ পানী ( সাত পুখুৰী, সাত নৈ এই অৰ্থত ) আৰু দেশত যিমান শস্য সেই সময়ত পোৱা যায় সকলো শস্য আনি পূজাৰ নৈবেদ্য দিয়া হৈছিল। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে দান কৰা সোণ-ৰূপৰ ছত্ৰ, ফুল, কোৰা-অৰ্ঘা, তামি, বলিকটা দা ইত্যাদি এই দেৱালয়ত আজিও আছে।

# দেৱী জয়ন্তেশ্বৰী

জয়ন্তীয়া সকলৰ মাজত শক্তিপূজা প্ৰচলন থকাৰ উমান পোৱা গৈছে। ইংৰাজসকলে-খাচী জয়ন্তীয়া পাহাৰত গৈ খৃষ্টধৰ্ম প্ৰচাৰ কৰাৰ বহুত আগৰে পৰাই জয়ন্তীয়া সকলে হিন্দুমতে পূজা-সেৱা কৰিছিল। জয়ন্তীয়া ৰজাই জোৱাইৰ নৰ্টিয়াঙত দুৰ্গা মন্দিৰ নিৰ্মাণ কৰি হিন্দুৰ দৰে দুৰ্গা পূজা কৰিছিল বুলি জনশ্ৰুতি আছে। নৰ্টিয়াঙত এতিয়াও কিছুমান মঠ-মন্দিৰ দেখিবলৈ পোৱা যায় আৰু অনা খৃষ্টিয়ান জয়ন্তীয়াসকলে তাত এতিয়াও পূজা-পাতল দি উৎসৱ আদি পাতে। এই উৎসৱত হিন্দুসকলৰ দুৰ্গা পূজাৰ বহুতখিনি মিল আছে।

প্ৰাচীন কালত জয়ন্তীয়া পৰ্বত কামৰূপৰ অন্তৰ্গত থকাৰ কাৰণে শক্তি পূজাৰ এইবিলাকো কেন্দ্ৰস্থল আছিল। কামাখ্যাতন্ত্ৰত লিখা আছে:

ত্ৰিপুৰা, কৌকিকা চৈব জয়ন্তী মণিচন্দ্ৰিকা
কাছাড়ী মাগধী দেবী অস্যামি সপ্ত পৰ্ব্বতাঃ

অৰ্থাৎ ত্ৰিপুৰা, কুকি, জয়ন্তীয়া, মণিপুৰ, চন্দ্ৰনাথ (চট্টগ্ৰাম), কাছাড়ী (কাছাৰ) আৰু মাগধী (আৰাকান) এই সাতখন পৰ্বতীয়া ঠাই কামৰূপ কামাখ্যাৰ অধীনত আছিল।

খাচী পৰ্বতৰ দক্ষিণ সীমান্তত "চেলা" নামৰ এখনি গাওঁ আছে। গাওঁখনৰ দাঁতিয়েদি চেলা নৈ বৈ গৈছে। চেলা নদীৰ পাৰৰ সমতল ঠাইত চেলা বজাৰ। এই চেলা বজাৰৰ ওচৰতে এখন মুকলি ঠাইত "চণ্ডিকা স্থান" বুলি এখনি স্থান আছে। সেই স্থানত কোনো বিগ্ৰহ এতিয়া নাই। বৰগছ এজোপাৰ তলত থকা এটি ক'লা ঘূৰণীয়া শিলকে সেই অঞ্চলৰ বাইজে চণ্ডিকা বুলি পূজা দিয়ে। চণ্ডিকাৰ কাষতে থকা এডোখৰ ঘূৰণীয়া চেপেটা শিলকে "জয়ন্তেশ্বৰী" বুলি অভিহিত কৰা হয়।

প্ৰকৃতাৰ্থত পুৰণি পীঠবোৰত বিগ্ৰহ থকা দেখা নেযায়। বেদী বা পীঠেই পূজাৰ থলী। কালী, দুৰ্গা, ইত্যাদিৰ চতুৰ্ভুজা, দশভুজা মূৰ্তি পীঠবোৰত পিছত সন্নিবিষ্ট কৰা হৈছিল।

জয়ন্তীয়া পাহাৰৰ বাউৰাভাগ পৰগণাত আন এখনি পৱিত্ৰ দেৱী-পীঠ আছে। ইয়াত থকা এটি শিলৰ স্তম্ভক বিষ্ণুচক্ৰৰ দ্বাৰা ছেদ কৰা সতীৰ বামচৰণ বুলি অভিহিত কৰি দেৱীপূজা সভক্তিৰে কৰা হৈ আহিছে। এই পীঠত শাৰদীয় নৱমীৰ দিনা নৰবলিও দিয়া হৈছিল।

# ডিমাছা দেৱী

ডিমাছাসকলৰ মাজত আই মহামায়া হৈছে হেৰেমডী। এওঁ ডিমাছা কুলবিগ্ৰহ ৰণচণ্ডী। তেওঁৰ আৰু দুটা নাম লাইৰিডী আৰু গামাডী (ধ্বংসৰ অধিষ্ঠাত্ৰী)। গামাডী জলৰো অধিষ্ঠাত্ৰী দেৱী। ডিমাছা ৰজাসকলৰ ৰাজধানীৰ দুৱাৰমুখতে ৰণচণ্ডীৰ এটি মন্দিৰ থকাটো তাৎপৰ্য্যপূৰ্ণ কথা। হেৰেমডী দেৱীক যুদ্ধযাত্ৰাৰ আগতে নৰবলিৰে পূজা কৰাৰ নিয়ম আছিল। নৰবলি যাবলৈ ইচ্ছা কৰা ডিমাছা সমাজত ৰাজিয়ুং নামে খেল এটা আছিল। ৰাজিয়ুং ৰাজ্যৰ সৰ্বশ্ৰেষ্ঠ জাতি। এই খেলৰ মানুহ এতিয়াও আছে।

ডিমাছা গাঁৱত কিবা অমংগল হলে, মহামাৰী হলে আই হেৰেমডীৰ পূজা কৰা হয়। এই পূজা সোমবাৰে বা শুকুৰবাৰে ৰাতি পতা হয়। এই পূজাত এটা পহু ৰঙৰ পঠা ছাগলী, এটা মতা কুকুৰা, এজনী কণী নিদিয়া সৰু মাইকী মুৰগী আৰু নতা কণী লাগে। পূজা পতা হয় দাইখো বা নামঘৰত। পূজাৰীয়ে পুৰম্বাকৈ পোন্ধৰখন আসন পাতি প্ৰতি আসনতে পিঠাগুড়ি, তামোল-পাণ আৰু জুগাৰ (মদৰ কাৰণে ৰন্ধা ভাত) দিয়ে। হেৰেমডীৰ পূজাৰ আগতে ব্ৰাই শিব্ৰাইৰ পূজা কৰিব লাগে। ডিমাছা সমাজত সকলো পূজাৰ আগতে ব্ৰাই শিব্ৰাইৰ পূজা কৰাৰ নিয়ম। ব্ৰাই শিব্ৰাইক প্ৰাৰ্থনা কৰা হয় এনেকৈ:

প্ৰভু মহাদেৱ! আপুনিয়েই সৃজিছে, আপুনিয়েই পালিছে। আপোনাৰ নিৰ্দ্দেশতে আই হেৰেমডীৰ পূজা আয়োজন কৰিছোঁ। এই নৈবেদ্য আপুনি গ্ৰহন কৰক। পূজা গ্ৰহণ কৰি অপায় অমংগল দূৰ কৰি মংগল কৰক।

তাৰ পিছত হেৰেমডীৰ প্ৰাৰ্থনাও একেদৰেই হয়। বলি কাটি পোন্ধৰখন পাতত দি আশীৰ্বাদ লোৱা হয়।

ৰণচণ্ডী ডিমাছা ৰাজ্যৰ অধিষ্ঠাত্ৰী। তেওঁৰ নাম তেতিয়া ৰাজিনী গাবিবা। ডিমাছা কুলবিগ্ৰহ ৰণচণ্ডীৰ প্ৰতীক এখন তৰোৱালহে মাত্ৰ। ইয়াকে লৈ এটা কিম্বদন্তী আছে।

কছাৰী ৰজা ত্ৰিলোচনৰ বাৰটা সন্তানৰ ভিতৰত ত্ৰিকধ্বজ আটাইতকৈ ডাঙৰ আছিল। তেওঁৰ তলতে আছিল দাখিন। ত্ৰিলোচনৰ পিছত সিংহাসনৰ উত্তৰাধিকাৰী কোন হব এই লৈ ত্ৰিকধ্বজ আৰু দাখিনৰ মাজত কাজিযাৰ সূত্ৰপাত হ'ল আৰু ই ৰজা ত্ৰিলোচনৰো চিন্তাৰ কাৰণ হৈ পৰিল। এদিন ৰাতি ৰজা ত্ৰিলোচনক কেঁচাইখাতী গোসানীয়ে দেখা দি কয় যে তেওঁ পিছদিনা পুৱা এটা ফেটীসাপ হৈ নদীত ভাঁহি থাকিব। যিয়ে তেওঁক চিনাক্ত কৰিব পাৰিব তেওঁৱে ডিমাছা ৰাজ্যৰ উত্তৰাধিকাৰী হব পাৰিব। ৰজাই এই কথা দুই পুত্ৰক জনোৱাত পিছদিনা পুৱা ত্ৰিকধ্বজ আগতে উঠি গৈ সঁচাসঁচিকৈ নদীত এডাল সাপ ভাঁহি থকা দেখিলে। কিন্তু তেওঁ ভয়তে সাপডালৰ নেজতহে ধৰিলে। সাপডাল তেতিয়াই এখন তৰোৱালত পৰিণত হ'ল।

ইপিনে ভাযেকে উঠি গৈ দেখে যে ত্ৰিকধ্বজে হাতত তৰোৱাল লৈ নদীৰপৰা উঠি আহিছে। তৰোৱাল লৈ দুই ভাযেকৰ মাজত তুমুল কাজিয়া হ'ল। কাজিযাৰ ফলত ত্ৰিকধ্বজৰ হাতত তৰোৱাল আৰু ভাযেকৰ হাতত নালটো ৰ'ল। ভাযেকে নালটোকে লৈ ত্ৰিপুৰাৰ পিনে আঁতৰি গ'ল আৰু ত্ৰিকধ্বজে তৰোৱালখন আনি ৰণচণ্ডীৰ মন্দিৰত প্ৰতিষ্ঠা কৰিলে।

ৰাজিনী লবাৰৰ পূজা গাঁৱৰ ভিতৰৰ সৰু যুটকানি হাবিত কৰা হয়। তিৰোতা মানুহ পূজালৈ যোৱা নিষেধ।

ডিমাছা জনবিশ্বাসত মুক্তি নোপোৱা জীৱবোৰ চাগাইনজিক (ডাইনী) হয়। ডাইনী সক্ৰিয়া পৰত ওলায, তিৰোতা আৰু সৰু ল'ৰা-ছোৱালীৰ গাত লম্ভে। তেতিয়া কণী কাটি পূজা দিব লাগে। বেছিকৈ লম্ভিলে মুৰগী, ছাগলী কাটি পূজা দিব লগা হয়।

হাবিত থকা আৰু এবিধ ডাইনীয়ে ডিমাছা মানুহক আমনি কৰে। দল বান্ধি থকা এই ডাইনীবোৰে হাবিত মানুহ পালে বাঁহগছ আদি জোকাৰি ভয় দেখুৱায। এই দলত দুটা মতা ভূত আৰু এজনী মাইকী ভূত মুঠতে তিনিটা ভূত থাকে। এই ভূতে লম্ভিলে ওজাক সপোনত কৈ দিযে। ভূতৰ পূজা মতা মুৰগী এটা, গাভিনী মুৰগী এজনী, দুযোৰ কণী, এটা মদ তৈযাৰ কৰা পিঠা আৰু তিনিযোৰ তামোল-পাণেৰে দিয়া হয়। এনে ভূতক কোৱা হয় "জাগামা"। ভূত খেদোৱা পূজাৰ নাম "হুবা"।

# ৰাভাসকলৰ দেৱী

ৰাভাসকলৰ ঐতিহ্যমণ্ডিত পূজাৰ থলী হল "বায়খো থান"। এই থান মেঘালয়ৰ ফুলবাৰী থানৰ অন্তৰ্গত।

ৰাভাৰ লোকবিশ্বাসত "বাযখো"য়েই শ্ৰেষ্ঠ দেৱী। তেওঁবিলাকৰ মতে 'বায়'ৰ অৰ্থ দেৱী আৰু "খো"ৰ অৰ্থ শ্ৰেষ্ঠ। এই 'বাযখো' শব্দ "বাখৌ" বা 'বাথু' শব্দৰ ধ্বনিৰ কাষচপা।

ৰাভাসকলে বিশ্বাস কৰে যে এই 'বায়খো' দেৱীৰ মূল স্থান আছিল শোণিতপুৰত। শোণিতপুৰত যেতিয়া হৰি-হৰৰ যুদ্ধ উষা-পৰিণয়ৰ সময়ত হৈছিল তেতিযা স্বয়ং হৰ (ৰামা শিবু দাৰ্মাং)ৰ পৰাজয় হৈছে বুলি অনুভৱ কৰি বাণৰজাৰ পুত্ৰ ইন্দ্ৰিয় দমনে (কিম্বদন্তীমতে এওঁ বাণৰ এহেজাৰ পুত্ৰৰ এজন আৰু দমনৰ অপভ্ৰংশ "দোদান") পিতৃৰাজ্য ত্যাগ কৰে। তেওঁৰ লগত আহে ভনীযেক "বাৰায়" আৰু ভাগিনীয়েক সাতভনী। তেওঁবিলাকৰ নাম হল "তামায়," "চাম্পায" "নোদায," "তোবা," "দাহুৰী," "ছুছাৰী" আৰু 'নাককাটি"। তেওঁ-বিলাকে নিজৰাজ্য দাৰ্মাং (বৰ্তমান দৰং) ত্যাগ কৰি ব্ৰহ্মপুত্ৰ পাৰ হৈ আহি আঠিয়াবাৰী, নীলগিৰি (নীলাচল পাহাৰ), মাছামাৰুৰ ৰাজ্য বাঘমেলা পাহাৰ (বকোৰ ওচৰৰ), হাতীশিলা, পানকিন্ত্ৰী, নকৰণাং, টিক্ৰিকিল্লা, আদিত বসতি লয। সেই কাৰণেই হেনো তেওঁবিলাকে নিজকে বাণৰজাৰ খোক "বাণখোক" বা "বাঠা বাৰায়" (বাণৰজাৰ গোষ্ঠীৰ) বুলি পৰিচয দিযে। থানবিলাকৰ নামো সেই অনুসাৰে হয়। যেনে দাহুৰীদাম, ছুছাৰীদাম, নাককাটিদাম, তামায়দাম ইত্যাদি।

কথিত আছে যে "তামায," "চাম্পায" আদি সাত ভনীয়ে প্ৰথমে 'বায়খো'ৰ মাহাত্ম্যহে প্ৰচাৰ কৰিছিল। স্বদেশৰ বিপদ বিঘিনিৰ সময়ত বিপদগামীক উদ্ধাৰ কৰি, ৰণাঙ্গনত নামি, শত্ৰুৰ চোৰাংচোৱা-গিৰি আদি কাৰ্য্য এই সাতভনীয়েই কৰিছিল আৰু তেনেকৈয়ে 'বায়খো'ক সহায় কৰিছিল। অন্য জাতিয়ে যেতিয়া দোদান বা ৰাভা বংশ লুপ্ত কৰিবৰ কাৰণে ষডযন্ত্ৰ কৰিছিল তেতিয়া এই সাতভনীয়েই দুৰ্ভেদ্য পাহাৰে-কন্দৰে ৰাভা জাতিক সিঁচৰিত কৰাই ৰক্ষা কৰিছিল।

লোক মানসত এই বীৰাঙ্গনা সাতভনীৰ প্ৰতি ইমান শ্ৰদ্ধা হল যে তেওঁবিলাকৰ মাহাত্ম্য "বাঘখো"ৰ পৰ্য্যায়লৈ হল।

চাম্পায় থানত চাম্পাযৰ বাহন সিংহৰ খোজ আছে বুলি বিশ্বাস কৰা হয়। বৰ্ত্তমানৰ টুক্ৰেশ্বৰী থানত আদিতে "বাঘখো" পূজাহে চলিছিল বুলি কথিত আছে। কাৰণ টুক্ৰাতেই ছুছাৰী দেৱীয়ে হেনো আত্মগোপন কৰিছিল। সেই কাৰণেই এই থানৰ নাম হল ছুছাৰী টুক্ৰাই > টুক্ৰাই ছুছাৰী > টুক্ৰেশ্বৰী।

দেৱী "তামায়"ক ৰাভাসকলে কেঁচাইখাতীৰে স্বৰূপ বুলি বিশ্বাস কৰে। "তামায়" পূজা দেওধনি বা দেৱধনিৰে পূজা বুলিও অভিহিত কৰা হয়। এই পূজা অতীজতে মাছাংপানী বিলৰ কাষত হেনো অনুষ্ঠিত কৰা হৈছিল। এই পূজাৰ পদ্ধতি সহজ নহয়।

"তামায" পূজাৰ কাৰণে এটা কৃত্ৰিম পাহাৰ আৰু দুৰ্গ সজোৱা হয়। সেযে কিল্লা বা কিলা। পাহাৰীয়া দুৰ্গ সাজি তাৰ দেৱাল বিশ, ত্ৰিশ ফুট ওখ কৰি বন্ধা হয়। এই দেৱালৰ ওপৰত উঠি ভক্তসকলে যুদ্ধৰ সাজেৰে সজ্জিত হৈ ৰণ নৃত্য কৰি কৰি দুৰ্গটো ভাঙি দিয়ে দেৱালখন ভাঙোতে সাৱধান নহলে মানুহৰ মৃত্যুও হব পাৰে।

তামায় দেৱীক সন্তুষ্ট কৰিবলৈ প্ৰতিবছৰে বাইজে জেঠ মাহৰ পূৰ্ণিমা তিথিত এদিন এৰাতিৰ কাৰ্য্যসূচীৰে পূজা পাতে। অৱশ্যে নামত এদিন-এৰাতি যদিও সাদিনলৈ পূজাৰ কাৰ্য্য চলি থাকে। সমূহীয়াভাৱে ৰাইজে বলিৰ কাৰণে এটা মতা গাহৰি, এজনী মাইকী গাহৰি দিয়ে যদিও প্ৰতি ঘৰেও এযোৰ কুকুৰা (এটা মতা, এজনী মাইকী) অথবা দুটা কণী বলিৰ নাৰে পূজাথলীলৈ লৈ যায। "তামায"ৰ থান গাঁৱৰ পৰা চাৰি-পাঁচ মাইলমান ভিতৰৰ ওখ পাহাৰৰ ওপৰত অৱস্থিত। এনেবোৰ থান এতিয়াও বাঘ ভালুকৰ অটব্য অৰণ্যৰ মাজত। পৱিত্ৰভাৱে যুগুত কৰা এনে পূজাত নিৰ্দিষ্ট নিয়ম-নীতিৰ মাজেৰে ওজাৰ মন্ত্ৰপাঠৰ মাজত পালিৰ সহায়ত বলি দিয়া হয়। বলিশাল নোহোৱাকৈয়ে বলিকটা দাৰে বলি দিয়া নিয়ম। ঘৰৰ পৰা লৈ যোৱা পিঠাগুৰি, পাহাৰত সুমিঠ শাক আৰু বলিৰ মাংসৰে বন্ধা চুঙা পিঠাৰ লগত মাইকী বলিবোৰৰ তেজ "আযা তামায হাছংত্ৰাক" আগবঢোৱা হয। মতা বলিবোৰৰ তেজ আৰু "ফকচাক্" শিংৰা বুঢ়া হাছংত্ৰাৰ বেদীত অৰ্পণ কৰা হয। এই পূজাত দিয়া বলিৰ সংখ্যা ইমানেই বেছি হয় যে বলিৰ তেজেৰেই খোক (হোৰা) পূৰ্ণ হয়।

সেই কাৰণেই এই পূজাৰ নাম খোক্ছি বা খোক্ছাছি। ইয়াৰ অৰ্থ এহোৰা তেজ। এই পূজাত বিশেষভাবে তৈয়াৰ কৰা মদিৰাও অৰ্পণ কৰা হয়। কেঁচাতেজৰ নৈবেদ্য দিয়া কাৰণেই দেবীৰ নাম কেঁচাইখাতী হব পাৰে বুলি তেওঁবিলাকে ভাবে।

"আযা তামায হাছ্ংত্ৰা, চিত্ৰা, চিছিত্ৰা " ইত্যাদি স্তুতিৰ অৰ্থ হ'ল, "হে আই তামায়, আমাৰ অন্তৰত সাহস দিয়া, বল দিয়া, বীৰ্য্য দিযা। ন শস্যৰে নদন-বদন কৰা। মাৰি-মৰক বোধ কৰা। বছৰটোৰ বাবে আমাক সুখে-শান্তিৰে থাকিবলৈ দিয়া। তোমাৰ চৰণত কুকুৰা আৰু গাহৰিৰ বলি দিছো। তুমি আমাৰ সেৱা গ্ৰহণ কৰা।"

যুদ্ধ, শত্ৰু তথা ভয়ানক বিপদৰ পৰা ৰক্ষাকৰ্ত্ৰী দেৱীৰূপে, শ্ৰীবৃদ্ধিৰ দেৱীৰূপে "তামায" পূজা বা "খোক্ছি" পূজা ৰাভা সমাজত প্ৰচলিত।

---

এই প্ৰবন্ধটিৰ সম্পূৰ্ণ সমল শ্ৰীযুত ৰাজেন ৰাভাদেৱ আৰু শ্ৰীযুত উপেন ৰাভাদেৱে (দুধনৈ কলেজ) আমাক দি প্ৰভূত সহায় কৰিছে।

# সোণোৱাল কছাৰীসকলৰ দেৱী

কৃষিৰ অধিষ্ঠাত্ৰী দেৱী হ'ল লখিমী। কৃষিৰ সৰ্বমঙ্গল কামনা কৰি লখিমীক আদৰণি জনোৱা হয়। এই লখিমী জলত থাকে বুলি সোণোৱাল কছাৰীসকলে বিশ্বাস কৰে। সেই বিশ্বাসেৰেই শদিয়াৰ হালালী ৰাজ্যত বসবাস কৰা কছাৰীসকলে কৃষিৰ শ্ৰীবৃদ্ধিৰ বাবে লুইত, দিহং, দিবাং, কুণ্ডিল, সোৱণশিৰী, টেঙাপানী, দিহিং, দিখৌ, নামদাং, ধনশিৰী আদি বিভিন্ন নদ-নদীৰ পৰা ন ভনী লখিমীক তুলি আনি জামুকৰ খুটাত বেদী স্থাপন, কৰি লখিমী প্ৰতিষ্ঠা কৰিছিল বুলি কথিত আছে। প্ৰাচীন পৰম্পৰা অনুসৰণ কৰি আজিও অসমীয়া সমাজত গোপিনীসকলে লখিমী আদৰাৰ নাম গাই জলৰ পৰা লখিমী আদৰি অনাৰ প্ৰথা চলি আছে।

বলি ৰজাৰ বংশধৰ বুলি বিশ্বাস কৰা শদিয়াৰ কছাৰীসকলে সোতৰ শক্তিকামানলৈকে বাইথ, কেঁচাইখাতী, বুঢ়া-বুঢ়ী, তাম্ৰেশ্বৰী আদি শাল-সমূহত নানা পশুপক্ষীৰ বলি-বিধান চলাই আছিল। সোতৰ শক্তিকাৰ আৰম্ভণি ভাগতে সোণোৱাল কছাৰীসকলে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰে যদিও তেওঁবিলাকৰ মাজৰ পৰা শৈব আৰু শাক্ত ধৰ্ম একেবাৰে বিলুপ্ত নহল। তেওঁবিলাকৰ মাজৰ কোনো কোনোৱে কেঁচাইখাতী, বুঢ়া-বুঢ়ী, মালিনী আদি দেৱীৰ পূজা-পাতল আজিও কৰি আছে। "বাইথ" (খিৰিং বা শিৱ দেৱতা) পূজাৰ লগতে এনে পূজা-পাতলবোৰ কৰা হয়।

থলৰ ন ভনী, বাৰভনী, সৰস্বতী, আই ন ভনীৰ উপৰিও আই বসুমতীক সোণোৱাল কছাৰীসকলে বিশেষ স্থান দিয়ে। সবাতোকৈ ডাঙৰ দেৱী বুলি তেওঁবিলাকে বিশ্বাস কৰে "ভুৰুলী হাবুকি" দেৱীক।

# বড়োসকলৰ দেৱী

অসমৰ প্ৰাচীন অধিবাসীসকলৰ ভিতৰত বড়োসকল অন্যতম। বড়োসকলৰ সংস্কৃতিত কেইবাগৰাকীও দেৱীৰ নাম আৰু পূজাৰ পৰম্পৰা পোৱা গৈছে।

বড়োসকলে বৈছাগু বা বহাগ বিহুত বাথৌ পূজাৰ বেদী কৰি কলপাতত আৰৈ চাউল দি স্বয়ং বজ্ৰা মহাদেৱ আৰু আই কামাখ্যাক আসন দিয়ে। নতুন বছৰৰ আৰম্ভণিৰ এই উৎসৱত জগতমাতৃ "খাম্-মাইখা"ৰ চৰণত অল্পায়ু সন্তানৰ দীৰ্ঘায়ু প্ৰাৰ্থনা কৰে আৰু সন্তানহীন পিতৃ-মাতৃয়ে সন্তান কামনা কৰে।

অম্বুবাচীত বসুমতী ৰজঃস্বলা হয় বুলি তেওঁবিলাকে ভাবে আৰু আমতি উৎসৱত ঘৰে ঘৰে গৈ ফলমূল ভক্ষণ কৰি আনন্দ কৰে। আমতিৰ দিন আহি পোৱাৰ আগতে বড়ো-কছাৰী সকলে ওপৰত তুলি থোৱা শস্যৰ বিধানৰ গুটিবোৰ মাটিত নমাই থয়। ওপৰত তুলি থলে শস্যৰ বীজ নগজে বুলি তেওঁবিলাকে বিশ্বাস কৰে।

বড়োসকলৰ সংস্কৃতিত মনসা পূজাইও এক বিশেষ স্থান লাভ কৰি আহিছে। এই পূজা পূব ভাৰতত প্ৰাগঐতিহাসিক কালৰে পৰা বাস কৰা আদি দ্ৰাবিড় সকলৰ প্ৰভাৱত অথবা অষ্ট্ৰিক সকলৰ প্ৰভাৱত গঢ় লৈ উঠিছিল বুলি ভবাৰ যথেষ্ট যুক্তি আছে। এই পূজাত শস্যবৃদ্ধিৰ কামনাৰে নৰবলি দিয়াও হৈছিল। নৰবলিৰ ঠাই এতিয়া ম'হ বলিয়ে লৈছে। ম'হ বলি দি বলিৰ তেজ আৰু মূৰ দেৱীলৈ উৎসৰ্গা কৰা হয়।

বড়ো-কছাৰীসকলে পৃথিৱীৰ জীৱ-জন্তু পালন কাৰীতাজনক দেৱী বা মাতৃ জ্ঞানেৰে আদি প্ৰকৃতি আই কামাখ্যা বুলি পূজা কৰে। শ্ৰীৰূপাৰাম বসুমতাৰীৰ মতে "খাংনায় বিমাখা"ৰ পৰা কামাখ্যা শব্দৰ উৎপত্তি। খাংনায় শব্দৰ অৰ্থ হৈছে পালন কৰা, বিমা শব্দৰ অৰ্থ মাতৃ, খা শব্দৰ অৰ্থ হৈছে স্বয়ং। অৰ্থাৎ স্বয়ং পালন কৰোতা মাতৃ। মাকৰ জীৱিত অৱস্থাত বড়ো-কছাৰীয়ে কামাখ্যা দৰ্শন নকৰে। শাসন কৰোঁতাজনক আদি পিতৃৰূপে (স্বয়ং মহাদেৱ) পূজা কৰে। তেওঁ-

বিলাকক পালী পহৰীয়া নানা উপদেৱতাই বাৰটা মাহত তেৰটা ৰূপধৰি ৰূপ লৈ নৰ মানিচক জলা-কলা কৰে। প্ৰতি বেমাৰৰ অধিপতি দেৱ-দেৱী থাকে। মঙ্গলতীয়ে মঙ্গল চাই কোন বেমাৰ লাগিছে, কোন দেৱ-দেৱীক পূজা দিব লাগিব কৈ দিয়ে। সেই মতেই পূজা-পাতল কৰি বলি দিয়া হয়। বড়ো 'আনান গোসাঁই'ৰে আন নাম শ্ৰীবাই বা ছিবাই। তেওঁ উঙ্কাৰ মাৰি নিজ নাম অক্ষৰ পৰা ছিবুৰিৰ সৃষ্টি কৰিলে। ছিবাই আৰু ছিবুৰি দুয়ো সৃষ্টিৰ আনন্দত মগ্ন হল আৰু দুয়োৰে সৃষ্টিৰ সৌন্দৰ্য বাঢ়ি চাবলৈ লোভ জন্মিল। তেতিয়াই পৃথিৱীত কুদৃষ্টি সম্পন্ন দেৱ-দেৱীৰ জন্ম হল। এই লুবা-লুবিনী বা খুবা-খুবিনী নামৰ অপ-দেৱ-দেৱীৰ কুদৃষ্টি পৰিলে মানুহৰ স্বাস্থ্য-শ্ৰী হানি হয়, বস্তু-বাহানি শ্ৰীহীন হৈ নষ্ট হয় অথবা সকলোৰে অমঙ্গল হয়। সেই কাৰণে লুবা-লুবুনীয়ে যাতে কুদৃষ্টি নিদিয়ে সেই কাৰণে ৰন্ধা-বঢ়াৰ আগতে বা খোৱাৰ আগতে প্ৰাৰ্থনা কৰা হয়।

*বড়ো-কছাৰীসকলৰ মাজত প্ৰচলিত কিম্বদন্তীমতে প্ৰাচীন কালত তিলাই, গঙ্গা আৰু যমুনা নদীৰ সঙ্গমস্থলত যি ঠাইত অক্ষয় বটবৃক্ষৰ ছায়া আছে তাতে "বড়" ৰাজ্য আছিল। বড়ড ৰজা খাকংফাই শক্তিমন্ত্ৰত দীক্ষিত হৈ ভগৱতীৰ পূজাৰ প্ৰৱৰ্তন কৰে। আগৰ কালত বোলে বড়ো-কছাৰীৰ মাজত "মাৰৈ" পূজাহে আছিল। এতিয়াহে মহবলি দিয়া নিয়ম হৈছে। আগতে নৰবলি দিয়া হৈছিল। মাৰৈ পূজা বহাগৰ পৰা শাওণ মাহৰ ভিতৰত যি কোনো কৃষ্ণপক্ষৰ ৰাতি পতা হৈছিল। মহ বলিৰ উপৰিও মাগুৰ মাছ এহাল, ফৰিং এহাল, কুকুৰা চৰাই এহাল, বছৰৰ ফলমূল, চিৰা-পিঠা, ভোগ, তামোল-পাণ আগবঢ়োৱা হয়। তেওঁ ঐশ্বৰ্য্য বঢ়ায়, যুদ্ধত জয়ী কৰে, পশু-পালনত কল্যাণ কৰে হিংস্ৰ জন্তুৰ পৰা দেৱীয়ে ৰক্ষা কৰে।

ইয়াৰ উপৰিও বড়ো-কছাৰীসকলে গাৰ্জা নামৰ সমূহীয়া পূজা কৰে। এই গাৰ্জা বৰ ডাঙৰকৈ সমাৰোহেৰে সমূহ গাওঁবাসীয়ে পালন কৰে। এই গাৰ্জাত বড়ো আৰু আৰ্য্য দেৱ-দেৱীৰ কাৰণে একৈশখন বেদী নিৰ্মাণ কৰা হয়। এই গাৰ্জাত স্থান পোৱা বিশেষ দেৱী হল মাওপ্ৰানগ্ৰী (স্বয়ং লক্ষ্মী দেৱী)। তেওঁৰ নৈবেদ্যৰূপে একলহ মদ, পোৱা কুকুৰা চৰাই আৰু ভুমিষ্ট কল এআঁখি আগবঢ়োৱা নিয়ম।

আৰ্য্য দেৱী "বাৰ গোপিনীৰ" কাৰণেও তিনিটা পাৰ চৰাই নেওচি আকাশলৈ উৰাই দিয়া নিয়ম প্ৰচলিত আছে।

ইয়াৰ বাহিৰেও বড়ো-কছাৰীসকলৰ সংস্কৃতিত "কুমাৰী" নামৰ এগৰাকী দেৱী আছে। এই দেৱী যখিনী দেৱী। নানা ঠাইত চৰি ফুৰে। মানুহৰ ওপৰত যদি এই দেৱীৰ অশুভ নজৰ পৰে তেতিয়া মানুহৰ বেমাৰ-আজাৰ হয়। সেয়ে এই দেৱীৰ নামত কুকুৰা পোৱালীৰ বলি দিয়া হয়।

'ভাণ্ডাৰী' নামৰ আন এগৰাকী জলৰ দেৱীকো বড়ো-কছাৰীসকলে পূজা কৰে। এই দেৱীক পূজা দিলেহে মাছ মাৰোঁতে মাছ পোৱা হয় বুলি বিশ্বাস কৰা হয়। দেৱীৰ সন্তুষ্টিৰ কাৰণে কুকুৰাৰ বলি দিয়া নিয়ম।

উন্নত আৰু অক্ষয় ফল প্ৰদান কৰোঁতা দেৱীৰূপে বড়ো-কছাৰী সকলৰ মাজত "বীলিবুৰি"ৰ নাম প্ৰচলিত আছে। উদ্দেশ্য সিদ্ধি হোৱাৰ কাৰণে কণী পাৰৰ নৈবেদ্যৰে বা গাহৰি বলি দি পূজা কৰা নিয়ম।

বড়োসকলৰ মাজত পূৰ্বৰে পৰা চলি অহা "খেৰায়" পূজা এক বৈশিষ্ট্যপূৰ্ণ পূজা। বড়ো সংস্কৃতিৰ গৱেষক শ্ৰীযুত ভবেন নাৰ্জীয়ে তেখেতৰ গ্ৰন্থত অতি সুন্দৰকৈ কথাটোৰ আলোচনা কৰিছে আৰু এই "খেৰায়" পূজাৰ ত্ৰিপুৰাবাসীৰ মাজত থকা "কেৰ" বা "খেৰ" পূজাৰ লগত সম্বন্ধ আছে বুলি মত প্ৰকাশ কৰিছে। এই পূজা অন্নদাত্ৰী, শস্যদাত্ৰী বসুমতীক সন্তুষ্ট কৰাৰ পূজা।

তিনিটা কাৰণত "খেৰায়" পূজা কৰাৰ নিয়ম চলি আহিছে। প্ৰথম কাৰণ হ'ল বাৰিষাৰ আগমন আৰু অন্য শস্যৰ মঙ্গল কামনা। সেই উদ্দেশ্যে আহাৰ মাহৰ অন্ধকাৰ ৰাতি "আহু খেৰায়" পতা হয়।

দ্বিতীয়তে কাতিমাহৰ অন্ধকাৰ ৰাতি এটাত "শালি খেৰায়" পতা হয়। শালি ধান আৰু নতুনৰ শস্যৰ বৃদ্ধি কামনাৰে এই উৎসৱ।

তৃতীয় খেৰায় পতা হয় নৰীয়াৰ আৰোগ্য লাভৰ কাৰণে। এই খেৰায় ঘৰৰ পৰিয়ালে পাতে। পূজাৰ বেদী সাজি মুচি-কাচি বেদীৰ মাজত সিজু আৰু তুলসীৰ ঠানি রুই দিয়া হয়। সিজু ঠালটোৰ তলত গোলাকাৰ শিল এটি আৰু কুকুৰা কণী এটাও থোৱা হয়। খেৰায়ৰ নৈবেদ্যৰূপে পাৰ এযোৰ, কুকুৰা পোৱালী এটা, ডাঙৰ কুকুৰা এটা, গাহৰি এটা, ডিমা এযোৰ বিশেষকৈ লাগে। ইয়াৰ লগতে চাউল, পিঠাগুড়ি, মদ, কল, সেন্দুৰ, তামোল-পাণ, ভেটফুল ইত্যাদি

* বড়ো কছাৰীৰ সমাজ সংস্কৃতি— শ্ৰীভবেন নাৰ্জী।

লাগে। খেৰায়ৰ বেদী সজাৰে পৰা অহৰহ চিফুং বাঁহী আৰু খাম মাদলে আৱাহনী পৰিৱেশ সৃষ্টি কৰে।

দেৱ-দেৱীৰ মাহাত্ম্য ভেদে এই পূজাত বলি হয় আৰু দেওধনীৰ নৃত্য হয়। পূৰ্বতে ত্ৰিপুৰাবাসী বড়ো-কছাৰীসকলৰ মাজত দেউৰী সকলৰ দ্বাৰাহে পূজা কৰা নিয়ম আছিল। পূজাত দৌদিনী অৰ্থাৎ দেওধনিৰ নৃত্য অপৰিহাৰ্য্য।

খেৰায় পূজাত ৰণচণ্ডী, ৰণ পাগলী দেৱীৰ হৈ কুকুৰা বলি যেতিয়া আগবঢোৱা হয় তেতিয়া দেৱীৰূপী দেওধনীয়ে নৃত্য কৰিবলৈ আৰম্ভ কৰে, বলিৰ তেজ খায়, ঢাল-তৰোৱাল হাতত লৈ "ছত্ৰাওলি" অৰ্থাৎ ৰণ নৃত্য দেওধনীয়ে প্ৰদৰ্শন কৰে। ইয়াৰ উপৰিও "জাথাত" বান্ধি থোৱা ক্ষুৰধাৰ তৰোৱালৰ ওপৰত জপিয়াইও অলৌকিক নৃত্য দেখুৱায়।

খেৰায় পূজাৰ শেষত লক্ষীদেৱীক পৃথিৱীৰ বুকুৰ পৰা উদ্ধাৰ কৰি ৰৰঘৰৰ ইছিঙত থাপনা কৰা হয়। দেওধনীয়ে মূল বেদীৰ সমুখত লেপেট্টা কাটি বহি পৰিলে গাত লক্ষী আই লম্ভিছে বুলি ভবা হয়। তেতিয়া লক্ষীৰ বেদীত গাহৰি এটিৰ নৈবেদ্য বলি দি আগবঢোৱা নিয়ম। লক্ষীক আটায়ে নিজ ঘৰলৈ নিবলৈ তেতিয়া কাকুতি কৰে। এটা কথা মন কৰিবলগীয়া যে বড়ো-কছাৰীসকলৰ প্ৰতিটো প্ৰাৰ্থনা ছন্দ, সুৰ আৰু লয় বিশিষ্ট। মানুহৰ কাকুতিত লক্ষীয়ে সন্তুষ্ট হৈ দেওধনীৰ মুখেৰে কোৱায় যাতে মানুহে লক্ষীৰ অপব্যৱহাৰ আৰু ব্যভিচাৰ নকৰে। বাইজৰ হৈ পূজাৰীয়ে প্ৰতিজ্ঞা কৰে আৰু পুৱা-সন্ধ্যা পূজা দিয়া হ'ব বুলি লক্ষীক কাকুতি কৰে, আৰু ৰৰঘৰৰ সোণৰ ৰূপৰ পীৰাত বহুৱাই সম্মান কৰিম বুলি লক্ষীক আহ্বান কৰে। তেতিয়া লক্ষীৰূপা দেওধনীয়ে বহাৰ পৰা উঠি সম্মতিসূচক নৃত্য কৰে। আনন্দত এই নৃত্যত আটায়ে যোগদান কৰে।•

---

• শ্ৰীভবেন নাৰ্জীৰ "বড়ো কছাৰীৰ সমাজ সংস্কৃতি" নামৰ গ্ৰন্থৰ সহায়ত।

# মেছসকলৰ দেৱী

মেছ সকলৰ সাম্প্ৰদায়িক নাম "বৰা" আৰু এই বৰা শব্দটো "বড়ো" (বড়ো মানে মানুহ) শব্দৰ অপভ্ৰংশ। তেওঁবিলাকৰ বাসস্থান হিমালয়ৰ নামনি অঞ্চল। বড়োসকলৰ লগত মেছসকলৰ সম্পূৰ্ণভাৱে মিল আছে বুলি পণ্ডিত লোকে কব খোজে।

সিজু গছকে "বুঢ়াদেও" বুলি মেছসকলে পূজা কৰে। হিন্দুধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত হৈ মহাদেৱ, কালী ইত্যাদিৰো পূজা তেওঁবিলাকে আজিকালি কৰে। তেওঁবিলাকৰ প্ৰধান উপাস্য দেৱ-দেৱী হল বাথৌবুঢ়া বা শ্ৰী (চিৰি) বুঢ়া আৰু বাথৌবুঢ়ী বা শ্ৰী (চিৰি) বুঢ়ী। অন্যান্য দেৱদেৱী তথা উপ-দেৱ-দেৱীসকল হল— আইচিৰি, আইদেও আমলং, ধনমেৰেঔ, বুঢ়াগাবাং, সাণ্ডাৰি, থণ্ডাৰি, লাণ্ডাইখাণ্ডা, ভৱলী, ভৱালী, মঘাস, গঙ্গৰ বঢ়াই, আগাৰা, কলীয়াঠাকুৰ, বিচুকৰম, সৰস্বতী, বাঘৰজা, যমৰজা, মণিকোঁৱৰ, ফুলকোঁৱৰ, জগাইমৰা, টাণ্ডানধৰা, সুছবিমৰা, বেঁচাইখাতী, পকাইখাতী, নখৰাবুঢ়া, নখৰাবুঢ়ী, ছইভনী, অলাবুঢ়ী, অলাবুঢ়াই, কালিখ্যা, কামাখ্যা ইত্যাদি।

মেছসকলৰ বুঢ়ীবিলাকে দেওধনি হিচাবেও নৃত্যত ভাগ লয়। দেওধনি উঠা পূজা আহুধান, শালিধান চপোৱাৰ পিছত অনুষ্ঠিত হয়। পূজাত কুকুৰা আদি বলি দিয়া হয় আৰু দেৱতাৰ দোষৰ কথা দেওধনিয়ে কয়।

# কাৰবি জন-সমাজৰ প্ৰচলিত ধাৰণাত দেৱী

ছি ছি মা নেং নেং
ছি ছি ইং ৰেং জেং
বতৰ হাং কুৰজেং
ছি ছি মা নেং নেং

"ঝিলীয়ে মাতিছে, ঠিক আমাৰ নিচিনাকৈয়ে বতৰৰ দেৱীক বৰষুণৰ কাৰণে স্তুতি কৰিছে। হে কৃপাময়ী দেৱী, প্ৰাণী সকলক কৃপা কৰা।"

ক্ৰকচ' মা ক্ৰকচ'
কাং ৰেং ৰং' ক্ৰকচ
ছিংকান আৰৰণ নাং ল'—ক্ৰকচ মা ক্ৰকচ

"ক্ৰকচ' চৰাইয়ে বিনাইছে। নতুন বছৰ আহিছে। হে খেতিয়ক ৰাইজ, খেতিৰ বতৰ আহিছে। হে দয়ামযী বতৰৰ দেৱী, আমালৈ কৃপাদৃষ্টি দিয়া।"

পুৰোহিত কাথাৰ বুঢ়াই হৰবং লৈ বতৰৰ দেৱী, মেঘৰ দেৱী হাঈমুক এনেকৈয়ে স্তুতি কৰে। কাৰণ কাৰবি জনবিশ্বাসত বতৰৰ দেৱী হাঈমুৰ কৃপা দৃষ্টি অবিহনে খেতিয়ক ৰাইজ অসহায়। তেওঁবিলাকে দৃঢ়ভাৱে বিশ্বাস কৰে যে এফাকি এফাকিকৈ অন্ততঃ তিনিফাকি হাঈমুৰ গীত গালে এটোপাল হলেও বৰষুণ পৃথিৱীলৈ নামি আহে।

বতৰৰ দেৱী হাঈমুৰ সম্পৰ্কত তেওঁবিলাকৰ মাজত এক সুন্দৰ আখ্যান প্ৰচলিত হৈ আছে। বতৰৰ দেৱী হাঈমু আৰু মৰ্ত্যৰ প্ৰেমিক লঙৰ ব্যৰ্থ প্ৰেমৰ কথা স্মৰণ কৰিলেই দেৱীযে বেজাৰতে চকুলো টোকে আৰু সেযেই বৰষুণ হৈ পৃথিৱীলৈ নামি আহে বুলি কাৰবি-সকলে বিশ্বাস কৰে। যথাসময়ত কাথাৰ বুঢ়াই হাঈমুৰ গীত পৰিৱেশন কৰাৰ আগতে অনা লোকে হাঈমু গীত পৰিৱেশন নকৰে। হাঈমুৰ কৃপা ভিক্ষা কৰা পূজাভাগ সাধাৰণতে বহাগ-জেঠ মাহত কাৰবি ৰাজধানী ৰং হাং ৰং বঙত পতা হয়।

কাৰবি জনবিশ্বাসত হেমফু পালনৰ দেৱতা, মুকৰাং সৃষ্টিৰ দেবতা আৰু ৰাচিনজা হৈছে ৰ'দ-বৰষুণ, যুদ্ধ-বিগ্ৰহ আৰু শান্তি অশান্তিৰ

দেৱী। ৰাছিনজাক মুকৰাংৰ ভগ্নীস্বৰূপ বুলি বিশ্বাস কৰা হয়। হেমফু তেওঁৰ স্বামী, কাৰবি সন্ততি। বছৰৰ প্ৰথম দিনত ৰাছিনজাক ৰঙা মুৰ্গী, হৰলাং আৰু চুঙা ভাত দি পূজা কৰা হয়। সেই দৰেই হেমফুলৈ ৰঙা আৰু মুক্ৰাঙলৈ বগা মতা কুকুৰা আগবঢ়োৱা হয়। পূজাত তিনিজন দেৱ-দেৱীলৈ পৃথক ভাৱে ওচৰা-ওচৰিকৈ তিনিখন বেদী তৈয়াৰ কৰা হয়। উল্লেখযোগ্য যে এই দেৱ-দেৱীসকলৰ কোনো মূৰ্তি নাই। উক্ত তিনিশক্তিৰ প্ৰতীক স্বৰূপ বাঁহেৰে সজা 'ৰক্‌ৰাক' (ত্ৰিশূলৰ আকৃতিৰ) প্ৰত্যেকখন বেদীত স্থাপন কৰা হয়।

কাৰ্বি সেৱা পূজাত চাউল, পিঠাগুড়ি, হালধি, কলপাত, কৌপাত, তুলসী, বটগছ, দুৰীগছ, বাঁহগছৰ ডাল-পাত, বিবিধ বনৰীয়া গছ আৰু লতাৰ প্ৰয়োজন হয়। মাংসৰ চুঙা, ভাতৰ চুঙা আৰু পানীৰ চুঙা দিও পূজা কৰা হয়।

পূজাৰ শেষত ভোজভাত খোৱা হয়। মদ মাংসৰ উপৰিও শুকান মিছামাছৰ সৈতে কাঠনি পিঠা আৰু ৰাঙ্কি পৰিৱেশন কৰা হয়। পূজাৰ বেদী ত্যাগ কৰাৰ আগে আগে ৰক্‌ৰাক্ কেইটা ওলোটামুখে ঘূৰাই দিয়া হয়। তাৰ পিছত ভাত, মাংস আৰু পানীৰ চুঙা এটা এটাকৈ ফালি লক্ষণ চোৱা নিয়ম। এই মঙ্গলৰ দ্বাৰাই কাৰবি-সকলে বছৰটোৰ শুভাশুভৰ [illegible]ত পাৰে।

প্ৰকৃতিৰ প্ৰতিটো বস্তু, প্ৰাকৃতিক ঘটনাতে অলৌকিক শক্তিৰ হাত আছে বুলি বিশ্বাস কৰা প্ৰকৃতিপূজক কাৰ্বি সমাজে নদ-নদী, পাহাৰ-পৰ্বত, ধৰিত্ৰী অগ্নি, জান-জুৰি, চন্দ্ৰ-সূৰ্য্য, অগ্নি-বৰুণ আদিক তেওঁবিলাকৰ নিজা নামেৰে পূজা আগবঢ়ায় আৰু আঞ্চলিক দেৱ-দেৱী থান স্থানীয় নামতো চলাই, পাৰ আদি উচৰ্গা কৰে। এই দেৱ-দেৱীসকল হাতী আৰু বাঘৰ অধিপতি, ৰোগ-ব্যাধিৰ গৰাকী শস্য আদিৰ ৰখীয়া। হলেও প্ৰধান তিনিগৰাকী হল হেমফু (পালন কৰ্তা), মুকৰাং (সৃষ্টিকৰ্তা) আৰু ৰাছিনজাক (শস্য দেৱী)।*

---

* কাৰ্বি সমাজসেৱী ডেকা লিখক ছামছিং হাঞ্চৰ সহায় কৃতজ্ঞতাৰে স্মৰণ কৰা হল।

# "তিৱা" বা লালুং সমাজৰ প্ৰচলিত ধাৰণাত দেৱী

অসমৰ তিৱা বা লালুং সমাজত প্ৰাচীন কালৰে পৰা কিছুমান পূজা-পাতলৰ পৰম্পৰা আছে। তাৰ ভিতৰত শনি পূজা, গণেশ পূজা, বাউলী পূজা, জংকং পূজা আৰু ডিঙা দিয়াই প্ৰধান।

বাউলী পূজা হল দেৱী পাৰ্বতীৰ পূজা। কৃষিজীৱি হোৱাৰ আগৰে পৰাই তিৱা সমাজত বাউলী পূজাৰ প্ৰচলন আছিল বুলি কোৱা হয়। তিৱা সমাজৰ বিশ্বাসত কীট-পতঙ্গ, পশু-পক্ষী জীৱ-জন্তুৰ গৰাকী পাৰ্বতী। কৃষিজীৱি হোৱাৰ পিছতে তিৱাসকলে চিকাৰ যাত্ৰা কৰাৰ আগতে বাউলী পূজা কৰা নিয়ম। কাৰণ তেওঁহে চিকাৰ যাত্ৰা সফল কৰিব। প্ৰচুৰ মাংস পোৱাৰ কামনাৰে তিৱাসকলে আদি কালৰে পৰা সেযে বাউলী পূজা কৰি আহিছে।

শৰৎকালত শস্যৰ পথাৰৰ এটা চুকত এখন সৰু থাপনা পাতি সেই থাপনা চাং বাউলীৰ থাপনা বুলি মানি, শস্য কোনো পোক-পৰুৱাই নেখাবৰ কাৰণে দেৱীক স্তুতি কৰা হয়। পূজাত প্ৰচুৰ পানীয়ৰ ব্যৱস্থা কৰি এটা গাহৰি সেই পূজাত বলিৰূপে আগবঢোৱা হয়। খেলৰ মুৰব্বী গাওঁবুঢাই 'লৰ' আৰু বান্ধনীৰ হতুৱাই পথাৰৰ এক নিৰ্দিষ্ট ঠাইত ভোজনৰ আযোজন কৰায়। পূজাৰ শেষত সমূহ ৰাইজে আনন্দেৰে খোৱা-বোৱা কৰি পূজা উৎসৱ সমাপ্ত কৰে। (১)

দ্বিতীয়তে হল জংকং পূজা। জংকং পূজাক থলপূজা বুলিও কব পাৰি। এই পূজাৰ দেৱতা কেইবাগৰাকীও। তাৰ ভিতৰত প্ৰধানকৈ হল বাঘদেউ, জলকালিকা, থলকালিকা, ৰঙা-বাঙলী, ভগৱতী, সাতআই আদি।

গাঁৱত বিপদ-বিঘিনি, মাৰি-মৰক নঘটিবৰ অৰ্থে, গাঁৱত অপদেৱতা যাতে প্ৰৱেশ কৰিব নোৱাৰে তাৰ অৰ্থে এই জংকং পূজা

(১) পাৰ্বতীৰ দ্বাৰা কীট-পতঙ্গ কেনেকৈ সৃষ্টি হল, সেই সৃষ্টিয়ে মহাদেউৰ সৃষ্টি কেনেকৈ ধ্বংস কৰিলে "খোৰাখুৰী" অনুষ্ঠানত পোৱা শিৱ-পাৰ্বতীৰ গীততো আছে।

আগবঢ়োৱা হয়। বসন্তকালৰ যি কোনো এটা দিনত এক নিৰ্দিষ্ট মুকলি স্থানত এই পূজা পতা হয়। পূজাৰ আয়োজন হয় গাওঁবুঢ়া, লৰ, ফৰকাই মেধি ইত্যাদিৰ নিৰ্দেশত। গিয়াতি, ঠাকুৰীয়া আৰু পাচনীয়ে পূজাৰ সামগ্ৰীবোৰৰ যোগান ধৰে। পূজাত 'জু' (সুৰা) দিয়াৰ উপৰিও সাতোটা বা আঠোটা কুকুৰা বলি দিয়া হয়। বলিৰ তেজ আৰু পেটু দেৱতাৰ উদ্দেশ্যে আগবঢ়োৱা পূৰ্বাপৰ চলি অহা নিয়ম। অতীতৰ পৰা চলি অহা নিয়ম অনুসাৰেই গাৰঁৰ ডেকালৰাবোৰে পূজাৰ বেদীত দিয়া কল চুৰ কৰি খায়। বুঢ়াসকলে তেনে সময়ত ডেকালৰাবোৰৰ গালৈ জুইৰ অঙঠা মাৰি পঠিওৱাটোও লালুং সমাজৰ নিয়ম। পূজাৰ কাম শেষ হোৱাৰ পিছত বুঢ়াসকলে ভোজন কৰি থাপনাৰ বস্তুবোৰ তাতে এৰি থৈ আহে। পুৱণি নিয়ম-মতে ডেকাসকলে এৰি থৈ অহা কলবোৰ আনন্দেৰে খাই পূজাৰ ধৰ্ম ৰক্ষা কৰে।

তিৱাসকলৰ মাজত যি ডিঙা দিয়া পূজা প্ৰচলিত হৈ আছে তাতো ৰঙা-বাঙলী, ভগৱতী আৰু সাত আইক পূজা দিয়া হয়। গাঁৱত মাৰি-মৰক কলেৰা বসন্ত আদি হলে সেইবোৰৰ নিবাময়ৰ কাৰণে মাছ, চাউল, পায়স আখৈ আদিৰে নৈবেদ্য দি ডিঙা দিয়া পূজা আগবঢ়োৱা হয়। এই পূজাত বলি-বিধান নাই। মাত্ৰ এটা কুকুৰা আৰু এযোৰ পাৰ চৰাইক সেন্দুৰেৰে বাঙলী কৰি ৰঙা-বাঙলীৰ অৰ্থে কুকুৰাটো আৰু ভগৱতীৰ উদ্দেশ্যে পাৰযোৰ ডিঙাত দি দিয়া হয়।

উল্লেখযোগ্য যে ভৈযামৰ শক্তিবিশ্বাসী হিন্দুসকলৰ মাজত চকুৰ অসুখ, কলেৰা মহামাৰী আদি কঠিন অসুখৰ পৰা আৰোগ্য হবৰ মানসেৰে দেৱীৰ মন্দিৰত ৰঙাসেন্দুৰ সনা পাৰ চৰাই, বগা ছাগলী আদি উচৰ্গা কৰি এৰি দিয়া নিয়ম আছে। সেই পশু-পক্ষী কোনেও ধৰি খোৱা নিয়ম নাই।

"ডিঙা দিয়াৰ" নিয়ম হৈছে গাঁৱৰ ডেকাবোৰে কলপটুৱাৰে এক সুন্দৰ ডিঙা নিৰ্মাণ কৰি বিবিধ ফুল-পাতেৰে সেই ডিঙা শুৱনী কৰা হয়। গাঁৱৰ প্ৰতিঘৰৰ পৰা দিয়া তামোল পান, কল আগলি কলপাত, মাহপ্ৰসাদ, আখৈ, পায়স আদি সজাই দিয়াৰ পিছত গাওঁ-বুঢ়া আৰু "লৰই" পূজাৰ কাম আৰম্ভ কৰে। ইয়াৰ পিছত ডিঙাখন

নৈত গৈ উটাই দিয়া হয়। বিসত উটুৱাবলৈ হলে গাঁৱৰ পশ্চিম-মূৰলৈ ডিঙাখন লৈ যোৱা হয়। গাঁৱৰ তিৰোতাসকলে আইনাম গাই ডিঙাৰ পাছে পাছে যায়। গাওঁবুঢ়া, লৰ আৰু ঠাকুৰীয়াইও মাহ-প্ৰসাদবোৰ পাচিত ভৰাই ডিঙাৰ পাছে পাছে যায়। এই ডিঙাক সন্মান জনাবলৈ প্ৰতিঘৰ মানুহৰ পদূলিমুখত ধূপ-ধুনা-চাকি-শলিতা আদি জ্বলোৱা হয়। গাঁৱৰ পশ্চিম মূৰ পোৱাৰ লগে লগে ডিঙা কেইখন উটুৱাই ৰাইজে মাহ-প্ৰসাদ বিতৰণ কৰি ঘৰাঘৰি যায়।

নৈবেদ্য দি দেব-দেৱতা অনদেৱতাক স্তুতি নতি কৰা হয় যাতে ডিঙা তথা আসনত উঠি ৰুষ্ট দেৱতা, অপদেৱতা গাঁৱৰ পৰা আঁতৰ হৈ গুচি যায়গৈ।

মহালয়াৰ দিনা, দীপান্বিতাৰ দিনা মৃতকক বাট দেখুৱাবৰ কাৰণে পানীত চাকি উটবাই দিয়া, ভূত-প্ৰেত আদি অপদেৱতাৰ উদ্দেশ্যে আৰু মাছ সৰহকৈ পাবৰ কাৰণে জলদেৱতাক উদ্দেশ্য কৰি ডিঙা সাজি ডিঙাত নৈবেদ্য আৰু চাকি-বন্তি দি ডিঙা উটুৱাই দিয়া আদি আচাৰ-নিয়ম অসমৰ বহুতো থল সমাজতো প্ৰচলিত।

জনমানসত কালিকা, অপদেৱতা বা অপদেৱী বাটৰ মূৰত চাপি আলি তিনি আলিৰ দোমোজাত, পানীৰ সিপাৰে আৰু পানীত থাকে বুলি বিশ্বাস আছে।*

---

* তিৱা সম্প্ৰদায়ৰ পূজা-পাতলৰ কথাখিনি দেৱজিত বৰদলৈৰ প্ৰবন্ধৰ সাৰবস্তু। ঋণ স্বীকাৰ কৰি কৃতজ্ঞতা জনোৱা হৈছে।

# আহোমসকলৰ দেৱী

আহোমসকলৰ আদি বৃত্তান্তমতে আদ্যাশক্তিৰ নাম খান্‌খাম্‌ফা আৰু বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱীৰ নাম জাচিংফা ।

আদ্যাদেৱী খান্‌খাম্‌ফাই ব্ৰজৰ অধিপতি লেংডনক এখন হেংদাং দিছিল। লেংডন দেৱতাই স্বৰ্গৰ পৰা পৃথিৱীলৈ পঠোৱা মানুহজনক সেই হেংদাং দি পঠাইছিল। লগতে লেংডন দেৱতাই খুনলং খুনলাইক উপদেশ দিছিল: আহাৰ মাহত পৃথিৱী যেতিয়া পানীৰে উপচি পৰিব তেতিয়া সকলোৱে ম'হ বলি দি পুখিচ্ছুক পূজা দিবা। তেওঁ টুনকুঙ্‌ৰাই (আহঁত গছ) গছত থাকি অৱশ্য শাসন কৰে। তেওঁক পূজা দিলে সকলো নিৰাপদে, কুশলে ৰাখিব।

লেংডন দেৱতাই খুন্‌লাইৰ হাতত মহামায়াৰ মূৰ্তিৰ এক টেমাও দিলে।[১]

অসমলৈ অহাৰ আগতে আহোমসকল তাওধৰ্মৰ অনুগামী আছিল বুলি বিশেষজ্ঞসকলে কব খোজে। তেওঁবিলাকৰ ওপৰত বৌদ্ধধৰ্মৰ প্ৰভাৱ পৰাৰ সম্ভাৱনাও নোহোৱা নহয়। আহোমসকল ধৰ্মৰ বিষয়ত যথেষ্ট উদাৰ থকাৰ কাৰণেই হয়তো আৰু লগতে তাওধৰ্মত প্ৰকৃতি উপাসনাৰ স্থান থকাৰ কাৰণেই হয়তো অসমলৈ আহি তেওঁবিলাকে স্থানীয় শক্তিপীঠসমূহৰ (কছাৰী, ভূঞা, চুটিয়া আদি স্থানীয় লোকৰ দ্বাৰা পূজিত হৈ থকা) পৃষ্ঠপোষকতা কৰিছিল।

আহোম ৰাজত্বৰ শেষৰ পিনে মৃন্ময় মূৰ্তিৰ দশভূজা দুৰ্গাপূজাই প্ৰাধান্য লাভ কৰিলেও প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনৰ পৰাই শদিয়াৰ কেঁচাইখাতী গোসানীক নৰবলিৰে পূজা দিয়াৰ কথা বুৰঞ্জীত পোৱা যায়।

আহোমসকলৰ মাজত "সুবচনী" নামৰ এক দেৱী পূজাৰো প্ৰচলন আছে। সুবচনী তেওঁবিলাকৰ মতে সৃষ্টিৰ মাতৃ, জগতৰ ঈশ্বৰী। তেওঁৱেই ৰাজ্যধৰণী আৰু সংসাৰ ধৰণী।

---

১। ইতিহাসে সোঁৱৰা ছশটা বছৰ: সৰ্বানন্দ ৰাজকুমাৰ।

'অসমত সুবচনী পূজাৰ পাতনি স্বৰ্গদেৱ চুকাফাৰ দিনৰ। অৱশ্যে সৌমাৰত প্ৰৱেশ কৰাৰ আগেয়ে আহোমে ফ্রিং মেথাও ৰূপত সুবচনীৰ পূজা কৰিছিল। টাই আহোম দেও বুৰঞ্জীমতে কেঁচাইখাতী চুটিয়াৰ আৰাধ্যা দেৱী। এই গৰাকী শক্তিৰূপা দেৱীক পূজি চুটিয়াই দেশ আৰু ৰাইজৰ বাবে আশীষ লয়। শদিয়াথানত চুটিয়াই কেঁচাইখাতীক পূজে। কেঁচাইখাতীয়ে জীৱৰ পৰিবৰ্তে শ খাবলৈ পাই মনে মনে বিতুষ্টি পাইছিল আৰু অনিচ্ছাসত্বেও চুটিয়াৰ আৰাধ্যা দেৱী হৈ আছিল। চুটিয়াক দিয়া শক্তি সেই সেৱকীক প্ৰদান কৰাৰ মানস কৰিছিল। ইতিমধ্যে চাও চুকাফা কোঁৱৰ সৌমাৰত প্ৰৱেশ কৰাৰ সঁহাৰি দেৱীয়ে পালে। কোঁৱৰৰ লোকে মাছ খাবলৈ চেপা পতা জুৰি এটাৰ পাৰতে দেৱীয়ে মাছ খাই থাকোঁতেই তেওঁৰ লগত কোঁৱৰৰ ভেটাভেটি হয়। কেঁচাইখাতীৰ পৰিচয় জানি কোঁৱৰে কথাৰ মেৰপাকেৰে দেৱীক চুটিয়াৰ পৰা নিলগাই নি নিজ আৰাধ্য দেৱী কৰিলে। লগতে কেঁচাই-খাতীক শ দিয়াৰ পৰিবৰ্তে জীৱ দিয়াৰ প্ৰতিশ্ৰুতি দিলে। তেনেকৈয়ে স্বৰ্গদেউ চুকাফাৰ দিনৰে পৰা কেঁচাইখাতীক সুবচনী ৰূপে আহোমসকলে প্ৰতিবছৰেই দুৰ্গাপূজাৰ আগে আগে পূজি আহিছে। ধন-সম্পত্তি, মান-সন্মান, যশস্যা, ৰজাঘৰ আদিত নিজশক্তি, ন্যায় আৰু সততা প্ৰকাশৰ বাবে শক্তি দিবলৈ এই গৰাকী দেৱীক পূজিবলৈ আৰম্ভ কৰিলে।"

প্ৰসঙ্গক্ৰমে সুবচনীৰ ধ্যান হিন্দুধৰ্মত কেনে তাৰ উল্লেখ কৰিব পাৰি: ('সুবচনী' শব্দটো শুভচণ্ডীৰ পৰা হৈছে বুলি ভাবিবলৈ থল আছে।)

ওঁ ৰক্তা পদ্মচতুৰ্মুখী ত্ৰিনয়না চামী কৰালঙ্কৃতা
পীনোত্তুঙ্গকুচা দুকুলবসনা হংসাধিৰূঢা পৰা।
ব্ৰহ্মানন্দময়ী কমণ্ডলুবৰাঙ্কা ভীতিহস্তা শিৱা
ধ্যেযা সা শুভসুচনী ত্ৰিজগতামস্বাপদুদ্ধাৰিণী॥

সুবচনী বা শুভসূচনীৰ প্ৰণাম মন্ত্ৰ এনে:

---

১। উজনি অসমৰ সুবচনী পূজা: হেম বুঢ়াগোহাঁঞি: হেম বুঢ়াগোহাঁঞিৰ (অসম বাণী) উক্ত প্ৰবন্ধৰ সন্দৰ্ভত এনেকৈ ভাবিব পাৰিযে স্থানীয় ভাবে পূজিতা হৈ থকা দেৱীক নিজৰ পূজিতা কৰি লবৰ সময়ত যি Myth making লোক সমাজত হয় তাৰেই প্ৰতিধ্বনি এই প্ৰবন্ধত পোৱা গৈছে।

ওঁ শুভবাঞ্ছাপ্রদে নিত্যং সর্ব্বদা সুখবর্দ্ধিনী
শুভকাৰ্য্যেষু সৰ্ব্বত্ৰ শুভং দেহি নমোহস্তু তে ।।

সুবচনীৰ পূজা সৰ্বশুভকামনা সিদ্ধিৰ অৰ্থে হোৱা পূজা। কলপটুৱা, কেঁচামাটি বা পিঠাগুড়িৰে সৰু এটি মূৰ্তি সাজি সেই মূৰ্তিৰ আগত কল, পিঠাগুড়ি, ধূপ-দীপ, কটা তামোল, গোটা তামোলৰ নৈবেদ্য দিয়াৰ উপৰিও কুকুৰা তিনিটা, হাঁহ এযোৰ, ছাগলী এটা এই দেৱীৰ পূজাত আহোমসকলে আগবঢোৱা এয়া পূৰ্বৰে পৰা চলি আহিছে।

সুবচনীৰ ব্ৰতকথাও পোৱা গৈছে। এই ব্ৰতকথাৰ ভাষা বাংলাঃ কলিঙ্গত এজন ৰজাই ৰাজত্ব কৰা সময়ৰ কথা। সেই ৰাজ্যত এক অনাথ ব্ৰাহ্মণী আৰু তেওঁৰ এক পুত্ৰই বাস কৰিছিল। পাঠশালাত তেওঁৰ পুত্ৰই অধ্যয়নৰত হৈ থাকোতে ভিক্ষা কৰি তেওঁক যজ্ঞসূত্ৰও দিয়া হল। পাঠশালাৰ তেওঁৰ বন্ধুসকলে নানা বিধৰ সুন্দৰ আহাৰ কৰে বুলি শুনি ব্ৰাহ্মণীৰ লৰাৰো মাছ-মাংসৰ সুস্বাদু ব্যঞ্জন খাবৰ মন গল। এই কথা মাতৃক কোৱাত মাতৃয়ে ক'ত পাম বুলি কোৱাত সেই ৰাজ্যৰ হংসশালৰ হাঁহ চৰি সন্ধিয়া উভতি আহোঁতে পাছ পৰি যোৱা খোৰা হাঁহ এটা ব্ৰাহ্মণী তনয়ে ধৰি আনি বন্ধন কৰি গোপনে ভোজন কৰিলে। পিছদিনা হাঁহ ৰখীয়াই হাঁহ নেপাই ৰজাক গোচৰ দিয়াত ৰজাই কোনে হাঁহ খালে বিচাৰিবলৈ আদেশ দিয়াত বিচাৰি বিচাৰি ব্ৰাহ্মণীৰ ঘৰত হাঁহৰ পাখি পালেগৈ আৰু ব্ৰাহ্মণী তনয়ক ধৰি আনিলে। ৰজাই দোষীক বুকুত শিলৰ হেঁচা দি শাস্তি দিছে বুলি শুনি ব্ৰাহ্মণীয়ে কান্দি কান্দি বিবশ আতুৰ হৈ উপায় চিন্তা কৰোঁতে কিছু শুভাকাংক্ষীয়ে সুবচনী পূজা কৰিবলৈ উপদেশ দিলে। সেই উপদেশমতে কাৰোবাৰ ঘৰত সুবচনী পূজা হোৱাত ব্ৰাহ্মণীযে সেই পূজাত গৈ পুত্ৰৰ উদ্ধাৰ হলে সুবচনী মাতৃৰ পূজা দিব বুলি আৰু অন্যথাই প্ৰাণ ত্যাগ কৰিব বুলি সংকল্প কৰিলে। সেই সংকল্পত, সেই ভক্তিত তুষ্ট হৈ দেৱীযে ৰজাক ৰাতি স্বপ্ন দেখুৱালে যে, ব্ৰাহ্মণীৰ তনয় তেওঁৰ ব্ৰতদাস, তেওঁক তৎক্ষণাৎ মুক্তি দিব লাগে, ৰজাৰ ৰাজ্য আৰু নিজকন্যা তেওঁক দান দিব লাগে। অন্যথাই তেওঁৰ ৰাজ্য, ধন-জন সকলো ভস্ম হব। ৰজাই স্বপ্নত আদেশ পাই সেই আদেশ যথোপযুক্ত আন্তৰিকভাৱে পালন কৰি ৰাজ্য, কন্যা ব্ৰাহ্মণতনয়ক অৰ্পণ কৰিলে। ব্ৰাহ্মণীৰ সুবচনীব্ৰত সফল হল। প্ৰতিজ্ঞামতে ব্ৰাহ্মণীয়ে সুবচনীৰ পূজা সম্পন্ন কৰিলে— সুবচনীৰ মাহাত্ম্য প্ৰচাৰ হল।

সুবচনীৰ মহিমা পুৰাণত আছে বুলি ব্ৰতকথাত ব্যক্ত হৈছে। কিন্তু কোন পুৰাণত আছে সেই বিষয়ে উল্লেখ নাই। স্থানীয় লোকৰ দ্বাৰা পূজিতা সেয়েহে হয়তো শুভচণ্ডী আখ্যা দিয়া হৈছিল। কলিঙ্গ দেশৰ লোকদেৱী বঙ্গ, অসমত সোমোৱাও অসম্ভৱ নহয়। ব্ৰতৰ দেৱ-দেৱীয়ে এনেকৈয়ে বিস্তাৰ লাভ কৰে।

ইয়াৰ উপৰিও আহোমসকলে চ'ৰা উটুওৱা আইসবাহ কৰে বুলিও উল্লেখ আছে।*[৩] আইসকলৰ সন্তোষৰ অৰ্থে কলপটুৱাৰ এখনি নাও সজা হয়। সেই নাওখনত কলপটুৱাৰেই ন কুন্দলি (খোটালী?) কৰা হয়। প্ৰতি কুন্দলিতে কল, পিঠা, ফুল, তামোল দিব লাগে। নাওখনৰ আগে-পিছে কলপটুৱাৰ ন জন মানুহ সাজি ন দাল বঠা দিব। তাকে বৈছা বোলে। এইদৰে নাও সজোৱাৰ নাম চ'ৰা। চ'ৰাখন চোতালৰ ভাটিফালে মুখ কৰি পতা হয়। তাতে তিনিটা কুকুৰা আৰু সৰু পোৱালী এটা চ'ৰাখনতে বান্ধি দিয়া হয়। গৃহস্থই সেৱা নমস্কাৰ কৰি সেই চৰাখন কান্ধত লৈ, দেওধাই এজনৰ লগতে গৈ দ' পুখুৰী বা কোনো নৈৰ পানীয়ঁৰলিত কুকুৰা কেইটা কাটি নাওখন পানীত উটাই দিয়ে।

আহোমসকলৰ বসুমতী (Mother Earth) ৰূপী দেৱীৰ নাম আইমেনাং। ঘৰখনত একাদিক্ৰমে দুৰ্ভাগ্যই লগ এৰা নিদিলে আই-মেনাঙৰ দোষ লাগিছে, তেওঁ অসন্তুষ্ট হৈছে বুলি বিশ্বাস কৰা হয়। আইমেনাং শব্দটো অসমীয়া "আই" আৰু টাইভাষাৰ "মেনাং" (Lady mother) শব্দটো লগ লাগি উদ্ভৱ হোৱা যেন অনুমান হয়। বাটোৱাই পূজাও তেওঁৰে নামত আগবঢোৱা হয়। "ফী মেই থাই"ৰ দৰেই বাটোৱাই পূজাও সন্ধিয়া অনুষ্ঠিত হয়। বছৰৰ যি কোনো এটা দিনতে গাঁৱৰ তিনিআলিৰ মূৰত এই পূজা পতা হয়। মাটিৰ চাকি, ফুল, ধূপ, থুৰিওৱা তামোলৰ লগতে কল, পিঠাগুড়ি, বলিৰ তেজ হৈছে বাটোৱাই পূজাৰ নৈবেদ্য। বিশেষ উপলক্ষ্যত কলা ছাগলী, কলা কুকুৰা কাটিও এই পূজা আগবঢোৱা হয়। অৱশ্যে পূজা দিওঁতা সকলে এই মাংস নেখায়— বাটতেই এৰি থৈ আহে।*[৪]

(৩) টাই সংস্কৃতিৰ ৰূপৰেখা— পৃষ্ঠা ৭৬ : ডঃ লীলা গগৈ

(৪) The Tai of Assam Page 56 Dr B. J. Terwiel.

# খাচীসকলৰ দেৱী

খাচীসকলৰ ধৰ্মৰ বিষয়ে কওঁতে যোৱাৰ আগতে খাচীসকলৰ প্ৰব্ৰজনৰ বিষয়েও কিঞ্চিৎ কোৱা প্ৰয়োজন। খাচীসকল পূবৰ পৰা ভাৰতত প্ৰবেশ কৰিছিল বুলি খাচী বিশেষজ্ঞ হেমলেট বাৰেই কৈ খোজে।[১] খাচীসকলৰ মাজত এক পৰম্পৰাগত বিশ্বাস আছে যে তেওঁবিলাকৰ মেকং নৈৰ লগত কিবা এক সম্বন্ধ আছে। মেকং নৈৰ পাৰৰ কম্বোডিয়া আৰু লাওচ অঞ্চলৰ এক মাতৃপ্ৰধান জাতিৰ নাম্মা "খাচী"।

সুদূৰ প্ৰাচ্যৰ মন্‌খেমৰৰ লগত খাচীৰ সাদৃশ্য থকাতে চাৰ্ল গর্ডন চাহাবেও কব খোজে যে, খাচীসকলে পূবৰ পৰাই পাটকাই পাৰ হৈ অসমত ভৰি দিছিল। খাচীসকল তহা বাটেৰেই আহোম সকল আৰু ব্ৰহ্মদেশৰ লোকসকলো অসমলৈ আহিছিল।

খাচীসকলে মৃতকৰ সমাধি চিহ্নৰূপে ৰোপণ কৰা "ডলমেন"ৰ আহিৰ শিল ইন্দোনেচিয়াতো এসময়ত ব্যাপকৰূপে সমাধিত ব্যৱহাৰ কৰা হৈছিল। সেই ঐতিহ্য খাচীসকলে লগত লৈ অসমত প্ৰবেশ কৰিছিল।

বিশ্ববিশ্ৰুত প্ৰাচ্যতত্ত্ববিদ পণ্ডিত সুনীতি কুমাৰ চাটাৰ্জীয়ে "কিৰাত জনকীৰ্তি" গ্ৰন্থত ইন্দোমঙ্গলয়দ সকলৰ ভাৰতীয় সংস্কৃতিলৈ বৰঙণি শীৰ্ষক প্ৰবন্ধত কৈছে যে ব্ৰহ্মদেশত থাকোতেই খাচীসকল অষ্ট্ৰিক খাচীলৈ ৰূপান্তৰিত হোৱাৰ সম্ভাৱনা। তাৰ পিছত তেওঁবিলাক অসমলৈ আহে আৰু পিছত খাচী জয়ন্তীয়া পাহাৰত স্থায়ী বসবাস কৰিবলৈ লয়।

এইচ লিংডৱ মতে খাচীসকলে নগাওঁ হাফলং, লামডিঙৰ মাজেদি উত্তৰ পূব পথেৰে কপিলী পাৰ হৈ বৰ্তমানৰ খাচী জয়ন্তীয়া পাহাৰত প্ৰবেশ কৰে। তেওঁৰ মতে খাচীসকলৰ কছতেই জয়ন্তীয়া পাহাৰত হে প্ৰথমে বসবাস কৰে। তাৰ পিছতহে পাহাৰৰ ভিতৰকালে সিঁচৰিত

(১) The History and culture of the Khasi People— Hamlet Bareh

হয়। লিংডৰ মতে পশ্চিম চীনৰ পৰা ইন্দোচীন, কম্বোডিয়া আৰু ব্ৰহ্মদেশলৈ বহুতো জাতি উপজাতিৰ প্ৰব্ৰজন হৈছিল।

অসমলৈ অহা বহুতো খাচী লোকে উত্তৰ কাছাৰ পাৰ্বত্য অঞ্চলত বসবাস কৰিছিল যদিও তেওঁলোকৰ বহুতো শাখা থলৰ বিভিন্ন ঠাইত বিযপি পৰিছিল। খাচীসকলৰ এটা ভাগ কামাখ্যাৰ অঞ্চলতো আদি ভাগতে বসবাস কৰে। কামাখ্যা শব্দটো খাচী কা মেইখা (কা = নাৰীবাচক উপসৰ্গ। মেইখা = যি প্ৰসৱ কৰে বা বুঢ়ী আই ( an oldest cousin mother ) শব্দৰ পৰাই উৎপত্তি হৈছে বুলি খাচীসকলে দৃঢ়ভাবে কয়। অসমৰ প্ৰাচীন সংস্কৃতিত খাচীসকলৰ বৰঙণি অশেষ আৰু খাচী জয়ন্তীয়া পৰ্বতত বাস কৰাৰ আগতেই অসমৰ থলৰ লোকৰ লগত ঘনিষ্ঠ সম্পৰ্ক তেওঁবিলাকে ৰক্ষা কৰিছিল বুলি ড° বাৰেই মত পোষণ কৰে। খাচী পাহাৰত গৈ বসতি কৰাৰ আগতে খাচীসকলে ভৈয়ামত ব্যৱহাৰ কৰা প্ৰস্তৰ যুগ, নব প্ৰস্তৰ যুগৰ অৱশিষ্টবোৰে ইয়াৰে সাক্ষী দিয়ে।

ড° বাৰেৰ মতে কা মেইখাৰ কাহিনীয়ে কামাখ্যাত খাচী বসতিৰ ইঙ্গিত দিয়ে। গুৱাহাটীৰ কামাখ্যা পাহাৰক খাচীসকলে উ লুম কা মেইখা (কামাখ্যাৰ পাহাৰ বুলি কয়। মধ্য ভাৰতৰ পৰা অসমলৈ আৰ্য্য অহাৰ আগতে কামাখ্যা পাহাৰত খাচীসকলে বড়োৰ লগত একেলগে বাস কৰিছিল। হিমালয়ৰ মাকাচিয়াঙৰ পৰা খাচীসকল অসমলৈ আহোঁতে কামাখ্যাত কিছুদিন ৰৈছিল— এনে এক কিম্বদন্তীও খাচী লোকসমাজত প্ৰচলিত। এই কিম্বদন্তীমতে হিন্দুসকলে কা মেইখাক সতীৰ কাহিনীৰে হিন্দু উপাসনাৰ স্থান কৰি কামাখ্যা নাম দিয়ে।

খাচীসকলৰ মতে কা মেইখা হৈছে দেৱত্ব থকা আই তথা আই গোসাঁনী। কামাখ্যা সম্বন্ধে থকা পাহাৰীয়া লোক কিম্বদন্তীবোৰত গাৰো আৰু খাচী দুয়ো জনজাতি জড়িত। গাৰো কিম্বদন্তীমতে তিব্বতৰ পৰা গাৰোবোৰ নামি আহোঁতে বাটত শত্ৰুৰ সমুখীন হয়। ব্ৰহ্মপুত্ৰ পাৰ হৈ তেওঁবিলাকে ৰক্ষা পায় আৰু সেইসময়তে তেওঁবিলাকে কামাখ্যাত আশ্ৰয় লয়। তাতেই গাৰোসকলে "আজু আই"ৰ পূজা দেখা পায়। অন্য এটা কিম্বদন্তীমতে গাৰোসকলৰপৰাই আৰ্য্যবোৰে এনে 'উৰ্পাৰি মাতৃপূজা'ৰ ( Anchestral Mother worship ) সন্ধেদ পায় আৰু নিজ ধৰ্মত গ্ৰহণ কৰে। •[২] আৰু এক কিম্বদন্তীমতে গাৰোবোৰে শত্ৰুৰ

• ২। "গাৰোৰ দেৱী" নামৰ প্ৰবন্ধ লক্ষ্যণীয়।

পৰা পলাওঁতে সৌভাগ্যক্রমে খাচী প্ৰধানবোৰৰ দল এটাই ৰক্ষা কৰে। সেই তেতিয়াৰে পৰা গাৰোসকলে মাতৃপ্ৰধান ধাৰা গ্ৰহণ কৰে।

এই বিভিন্ন লোক কিম্বদন্তীয়ে এটা কথাই স্পষ্ট কৰি দেখুৱাইছে যে কামাখ্যাৰ লগত মাতৃপ্ৰধান ধাৰাৰ লোকৰ এক শক্তিশালী সম্বন্ধ জড়িত হৈ আছে। ৰাণী, বেলতলা আদি গুৱাহাটীৰ তেনেই কাষৰীয়া ঠাইবোৰত বৃটিছ অহাৰ সময়লৈকে খাচীসকলৰ বসতি আছিল আৰু কামাখ্যা পাহাৰতো খাচীসকলে নিশ্চিতভাবে বাস কৰিছিল।

কামাখ্যাৰ উৎস খাচী কা মেইখা বুলি কোৱাতে শেষ নকৰি ড° বাৰেই আৰু কব খোজে:

It is also important to note that ancient megalithic remains such as carved stone blocks apartmens, ramparts, bridges, monuments and flat stones which appear Austric in origin are still visible at Kamakhya but many of course were replaecd by fresh architect and other carvings.

ড° বাৰেৰ মতে প্ৰাগজ্যোতিষপুৰ শব্দটোও "পগৰ-জুহটিচ" (means a land of extensive mountains) এই খাচী শব্দৰ পৰাই উদ্ভৱ হৈছে। মৈৰাং শব্দটোও তেওঁৰ মতে খাচী শব্দ। এই মৈৰাঙতে (বেলতলাৰ কাষৰৰ) মহীৰঙ্গ দানৱৰ ৰাজ্য আছিল। এই গবেষকৰ মতে নৰক আৰ্য্য হোৱা বডো আৰু এওঁৱেই অষ্ট্ৰিক সকলক খেদাই দূৰলৈ পঠায় আৰু প্ৰাক্‌আৰ্য্য, জনজাতিৰ দেৱী কামেইখাক হিন্দু ৰূপ দিয়ে।

এই বিষয়ে একমত হব পৰা নোৱাৰাটো অৱশ্যে বেলেগ কথা। ড° কাকতিৰ লগতে সুৰ মিলাই ড° বাৰেই কয় যে মাতৃপ্ৰধান খাচী আৰু গাৰোসকল উপৰি মাতৃৰ উপাসনা কৰা লোক আৰু তেওঁবিলাকৰ পৰাই যোনি পূজা কামাখ্যাত প্ৰচলন হয়। অষ্ট্ৰিক ভাষাত কামই (দৈত্য), কামইট (দানৱ), কামেট (শৱ), কুমুচ (শৱ), কমুই (সমাধি) খ্‌মোচ (ভূত) ইত্যাদি শব্দ থকাৰ বিচাৰ কৰি কামাখ্যাক সমাধি বা শ্মশানত উপাসনা কৰা ভূত-প্ৰেতৰ দেৱী বুলি ড° বাৰেই মত প্ৰকাশ কৰিছে। উপৰোক্ত আটাইবোৰ কথা খাচী লোক-বিশ্বাসৰ পটভূমিত বিচাৰ কৰি চালে দেখা যাব যে কা মেইখা মাদাৰ গডেছ তথা আই গোসানী

তথা যোনি দেৱী। তেওঁক মাতৃ প্ৰধান, প্ৰাকআৰ্য্য জনজাতিয়ে প্ৰাগজ্যোতিষপুৰৰ এক পাহাৰত পূজা কৰিছিল।

তেওঁ যেহেতু উপৰি মাতৃ (anchestral mother) বা "আজু আই" সেয়ে তেওঁ শ্মশানত থাকে। কাৰণ তেওঁ জীৱিত নহয়। তেওঁ এক স্পিৰিট। বহুতো স্পিৰিট তেওঁৰ সঙ্গী তথা তেওঁৰ স্পিৰিটৰ (ভূত, প্ৰেত, শৱৰ) অধিষ্ঠাত্ৰী। মৃত্যুৰ ক্ষেত্ৰত তেওঁৰ ডাঙৰ ভূমিকা। খাচীসকলৰ মৃতকৰ হাড়পাতা (Bone burial), হাড় উলিওৱা অনুষ্ঠানৰ লগত "আজু আই" তথা কা মেইখা ঘনিষ্ঠভাবে জড়িত।

উল্লেখযোগ্য যে মৃতকৰ হাড (অস্থি) আনি পুতি থোৱা, অস্থি উলিয়াই আনি ঘৰত ৰখা আদি অনুষ্ঠান বা বিশ্বাস আৰ্যেতৰ বিশ্বাসহে। ইযাৰ দ্বাৰাই অন্তৰ্হিত হোৱা (মৃত্যুৰ দ্বাৰা) উপৰিপুৰুষক মনত জীয়াই ৰখাৰ চেষ্টা কৰা হয়। পূজা, পূৰ্বজন্মৰ বিশ্বাস, শ্ৰাদ্ধ তৰ্পণো প্ৰথমে অনাৰ্য্যৰ অৱদান আছিল।

# গাৰোৰ দেৱী

গাৰো লোকসমাজত প্ৰচলিত এক কিম্বদন্তীমতে পুৰণি কালত গাৰোসকলে "মান্দালি" নামে ঠাইত বাস কৰিছিল। তাৰে এটা ঠালে "চালাৰং মিঠদাইচক্" নামে ঠাইলৈ আহিল। তাৰে "সুসুইনানখি" বা "নইনি মেচিক" নামৰ এগৰাকী নাৰীৰ হাতত "ফজো" নামৰ দেৱী এগৰাকীৰ প্ৰতিমা এখনি আছিল। "ফজো"ৰ আশীৰ্বাদ বা ইচ্ছা হলেহে মানৱ সন্তানৰ জন্ম হয়, গছলতাত ফুল ফুলে আৰু গছ-বনত গুটি ধৰে। নইনি মেচিকে এই দেৱী প্ৰতিমাখনি হেনো সদায় শিৰত লৈ ফুৰিছিল।

অসমৰ এজন নিষ্ঠুৰ ৰজাই গাৰোসকলক বেয়া ব্যৱহাৰ কৰাত গাৰোৱে ৰণৰেই উত্তৰ দিবলৈ ঠিক কৰিলে। যুদ্ধত বিভত হৈ সেই সুসুই নানখি বা নইনি মেচিক নামৰ নাৰী গৰাকীয়ে সন্তানেৰে সৈতে পলাই আহোঁতে এঠাইত "ফজো" দেৱীৰ প্ৰতিমাখনি মাটিতে নমাই থলে। তাতে দেৱী অলৰ-অচৰ হৈ ৰল। তেওঁক কোনেও লৰাব নোৱাৰা হল।

দেৱীয়ে সপোনত দেখুৱামতে আটায়ে তাতে ফুল-জল বলি-বিধান দি পূজা আৰম্ভ কৰিলে। এয়ে পিছলৈ সেই সাধুকথামতে কামাখ্যা দেৱী হল।

এই প্ৰসঙ্গত কেঁচাইখাতী (শদিয়া/সদিযাৰ) দেৱীৰ লগত জড়িত কিম্বদন্তীৰ কিছু অংশৰ মিল মন কৰিবলগীয়া। অন্ত্ৰিকসকলেও কামাইখা বা কামেইখাক প্ৰসৱকাৰিণী আদি মাতৃ বুলি মানে।

# শক্তিবাদ আৰু শক্তিদেৱী

"ভাৰতবৰ্ষ শক্তিবাদৰেই দেশ। সৃষ্টি তত্বক অবলম্বন কৰি এক অস্পষ্ট আদি দেৱীৰ কল্পনা অন্যান্য দেশতো দেখা যায় আৰু এই আদি দেৱীত মাতৃত্ব আৰোপ কৰি দেৱীকল্পনা অন্য ঠাইতো কিছু পোৱা যায়। কিন্তু এই বিশ্বপ্ৰসূতী বিশ্বশক্তিক ভাৰতবৰ্ষই ধৰ্মীয় জীৱনত যেনেকৈ গ্ৰহণ কৰিছে এনে দৃষ্টান্ত পৃথিৱীৰ অন্য কতো দেখা নাযায়। এই শক্তিবাদৰ প্ৰভাৱ ভাৰতবৰ্ষৰ কেৱল শাক্ত বা শৈৱ সম্প্ৰদায়ৰ ওপৰতে নহয়. ইয়াৰ প্ৰভাৱ ভাৰতবৰ্ষৰ প্ৰায় ধৰ্ম সম্প্ৰদায়ৰ ওপৰতেই পৰিছে। বৌদ্ধ ধৰ্ম, জৈন ধৰ্মতো বিবিধ দেৱীকল্পনা তেনেই কম নহয়। বৈষ্ণৱ মতবাদতো শক্তিবাদৰ এটা বিশেষ প্ৰভাৱ আছে।

সকলো দেৱতাই সেয়ে শক্তি সমন্বিত। তন্ত্ৰৰ মূলকথা শিৱ শক্তি কোনো গৰাকী নিজে সম্পূৰ্ণ নহয়। শক্তিৰ লগত যুক্ত নহ'লে কোনো দেৱতাই সম্পূৰ্ণ হব নোৱাৰে। পৰম অদ্বয় সত্যৰ দুটি খণ্ড অংশৰ যুগলেই হৈছে পূৰ্ণৰূপ... ।

শক্তিবাদৰ প্ৰতি ভাৰতীয় গণমনৰ এনে জাতীয় এটা সহজাত প্ৰৱণতাৰ ফলত বহু দাৰ্শনিক সিদ্ধান্তকেই ভাৰতীয় গণমনে নিজৰ মতে ৰূপান্তৰিত কৰি লৈছে। ফলত বেদান্তৰ ব্ৰহ্ম আৰু মায়াৰ তত্ত্ব আচলতে যিয়েই নাথাকক, বেদান্তিকে ভিতৰৰ সম্বন্ধৰ বিষয়ে যিয়েই নকওক লোকবিশ্বাসত ই শিৱশক্তিৰ অনুৰূপ ভাবেই কল্পিত... সাংখ্যদৰ্শনৰ প্ৰকৃতিৰ ক্ষেত্ৰতো একে ভাগ্য বিপৰ্য্যয়। সাংখ্যৰ পুৰুষ আৰু প্ৰকৃতি দাৰ্শনিক দৃষ্টিত যিয়েই নহওক, আৰু অন্তৰালৰ স্বৰূপ লৈ তাৰ্কিকসকলে যিমানেই তৰ্ক নকৰক লাগিলে জনসাধাৰণৰ মনত এই সম্বন্ধে সিদ্ধান্ত অতি সৰল আৰু স্পষ্ট। সেই সিদ্ধান্তমতে পুৰুষ প্ৰকৃতি শিৱশক্তিৰেই ৰূপান্তৰ বা নামান্তৰ।" * ১

ড° দাশগুপ্তৰ উপৰোক্ত কথাখিনি পটভূমিৰূপে স্বীকাৰ কৰি লৈ শক্তিবাদ আৰু শক্তিদেৱীৰ বিষয়ে কিঞ্চিৎ আলোচনা কৰা যাওক।

* (১) [illegible]ৰাধাৰ ক্ৰম বিকাশ... ড° শশীভূষণ দাশগুপ্ত

সৃষ্টিৰ অন্তৰালৰ যি এক মহাশক্তি সেই শক্তিক যি ধাৰাই মাতৃৰূপে কল্পনা কৰি সেই নাৰীশক্তিৰ উপাসনা কৰে সেই মতবাদেই শক্তিবাদ। এই মতবাদত শক্তিকে মূলাপ্ৰকৃতি, সৃষ্টিৰ আদ্যা বুলি ধৰা হয়। প্ৰাগ ঐতিহাসিক কালৰে পৰাই ভাৰতত শক্তিপূজাৰ প্ৰচলন থকাৰ প্ৰমাণ পোৱা গৈছে। পাঁচ হাজাৰ বছৰতকৈও অধিক কাল আগৰে পৰা পঞ্জাবৰ হৰপ্পা আৰু সিন্ধুদেশৰ মহেঞ্জোদাৰো নগৰত দেবীৰূপা শক্তিৰ পূজা হোৱাৰ প্ৰমাণ সিন্ধুনদীৰ তীৰত আৱিষ্কাৰ হোৱা অসংখ্য মৃন্ময়ী দেৱীমূৰ্তিৰ পৰা পোৱা গৈছে।

দেৱ-দেৱীসকলৰ বহুতো নাম বেদতো আছে। শৌণকাচাৰ্য্য ৰচিত বৃহদ্দেৱতা গ্ৰন্থ আৰু যাস্ক ঋষি বিৰচিত প্ৰখ্যাত "নিৰুক্ত" গ্ৰন্থৰ দৈৱতকাণ্ডত দেৱতাতত্বৰ বিষয়ে আলোচনা কৰা হৈছে। বেদৰ প্ৰতিটো মন্ত্ৰ একোজন দেৱতাৰ নামত অৰ্পণ কৰা হৈছে আৰু প্ৰতিমন্ত্ৰৰ সম্যক জ্ঞান লাভ কৰিবৰ কাৰণে দেৱতাৰ জ্ঞান হোৱাটো অপৰিহাৰ্য্য বুলি বেদে দেখুৱাইছে।

বৈদিক গ্ৰন্থত দেৱতাৰ সংখ্যা সৰ্বমুঠ তেত্ৰিশ। তাৰ ভিতৰত সূৰ্য্য, ইন্দ্ৰ আৰু অগ্নি প্ৰধান দেৱতা; সূৰ্য্য দ্যুলোকৰ প্ৰধান দেৱতা, ইন্দ্ৰ অন্তৰীক্ষৰ প্ৰধান দেৱতা আৰু অগ্নি ভূলোকৰ প্ৰধান দেৱতা। পৌৰাণিক যুগত এই সংখ্যা তেত্ৰিশ কোটিত পৰিণত হৈছিল যদিও, দেৱতা বিচাৰ প্ৰসঙ্গত নিৰুক্তত যাস্কই কৈছে "দেৱতায়া এক আত্মা, বহুধা স্তূয়তে" (নিৰুক্ত, ৭—৪) অৰ্থাৎ দেৱতাসকলৰ আত্মা এক, মাত্ৰ বহুদেৱতাৰূপে কীৰ্তিতহে হৈছে।

দেৱতাৰ নিৰাকাৰ আৰু সাকাৰ ৰূপৰ বিষয়ে এই প্ৰসঙ্গতে উল্লেখ কৰা অপ্ৰাসঙ্গিক নহব। পূৰ্ব মীমাংসা দৰ্শনৰ মতে দেৱতা নিৰাকাৰ। মন্ত্ৰৰূপেহে দেৱতাৰ আৱিৰ্ভাৱ হয়। মন্ত্ৰৰ বাহিৰে দেৱতাৰ কোনো পৃথক সত্বা বা ৰূপ নাই। কিন্তু বেদান্ত দৰ্শনৰ সিদ্ধান্তমতে ইচ্ছা কৰিলে দেৱতা সাকাৰ হবও পাৰে। এই বিষয়ে থকা বহু বিতৰ্ক এই ক্ষেত্ৰত অপ্ৰাসঙ্গিক। বেদত উল্লিখিত দেৱতাসকলৰ ভিতৰত আমি অগ্নি, বায়ু, ইন্দ্ৰ, সূৰ্য্য, বিষ্ণু, সোম, বৰুণ, পূষা, মৰুৎ, ৰুদ্ৰ, সবিতা, আৰ্যমা, অপাংনপাৎ, অশ্বিন, আদিত্য, দ্যৌ, ঋভূ, যম, মিত্ৰ, প্ৰভৃতি দেৱতাসকলৰ নামৰ লগতে বাক, উষা, অদিতি, ৰাত্ৰি, পৃথিৱী, সৰস্বতী, শ্ৰী, ধিষণা আদি দেৱীৰ নামো পাইছো।

ভাৰতীয় ধৰ্মৰ ইতিহাসে আঙুলিয়াই দেখুৱাইছে যে, আদি বেদৰ সময়ছোৱাত পুৰুষ দেৱতাৰ দৰে নাৰী দেৱতাই প্ৰাধান্য পোৱা নাছিল যদিও অদিতি আৰু উষাৰ অস্তিত্ব দুই কৰা হোৱা নাছিল। অদিতি আৰু উষাৰ উপাসনা অল্পসংখ্যক উপাসকৰ মাজত হলেও প্ৰচলিত আছিল।

ঋকবেদত উষা আৰু অদিতিৰ গুণ-গৰিমা ব্যাখ্যা কৰা হৈছে। বহুতো শ্লোকত উষাৰ উচ্চ প্ৰশংসাও কৰা হৈছে। ইয়াৰ মূলতে উষা আৰু অদিতিৰ প্ৰাচীনত্ব বুলিয়েই কব লাগিব। ঋগবেদৰ প্ৰধান দেৱতা ইন্দ্ৰতকৈও অদিতি আৰু উষা প্ৰাচীন।

আদিত্যসকলৰ মাতৃ অদিতি। এই আদিত্যসকলৰ ভিতৰত বৰুণ, মিত্ৰ, আৰ্য্যমন, পুষাণ, ভগ ইত্যাদি পৰিছে। অদিতিক গৃহৰ অধিষ্ঠাত্ৰী বুলিয়েই মান্য কৰা হৈছিল।

ঋকবেদত উষাৰ নাম সঘনে উল্লেখিত হৈছে আৰু উষাক অদিতিৰ লগত নিবিড়ভাবে সংযুক্ত কৰাও হৈছে। বহুত ঠাইত উষা আৰু অদিতিক একাত্ম কৰাও হৈছে। উষাকো দেৱমাতৃ বোলা হৈছে। অদিতিক ধেনু আৰু উষাক গৰখীয়া হিচাবেও ধাৰণা কৰা হৈছে। দশম মণ্ডলত অদিতিক এবাৰ দক্ষৰ মাতৃ বুলি, অন্য এবাৰ দক্ষৰ কন্যা বুলি উল্লেখ কৰা হৈছে। কিছু সংস্কৃত পুৰাণত অদিতি আৰু কাশ্যপ মাতৃ আৰু পিতৃৰূপে বৰ্ণিত আৰু তেওঁবিলাকৰ পৰাই দেৱতা-সকলৰ জন্ম।

পৃথিৱী, ইলা, সৰস্বতী, শ্ৰী এইসকল দেৱীৰ নামো বৈদিক সাহিত্যত পোৱা গৈছে। পৃথিৱী অদিতিৰে নতুন ৰূপ হোৱাটো সম্ভৱ বুলি ড° সুকুমাৰ সেনে কব খোজে।*২ দুয়োটাৰে অৰ্থও একেই। পৃথিৱীৰ অৰ্থ প্ৰশস্ত, বহল। অদিতিৰো অৰ্থ প্ৰাচুৰ্য্য।

উষাৰ প্ৰশস্তি ঋকবেদত যি ধৰণে দিয়া হৈছে তাৰ পৰা বুজিব পাৰি যে উষাক এগৰাকী, দুগৰাকী, আৰু বহুগৰাকী অৰ্থত বৰ্ণোৱা হৈছে। বিভিন্ন ঋতুৰ বিচিত্ৰ প্ৰভাতৰ সৌন্দৰ্য্যৰ কাৰণেই হয়তো উষাকো বহুবচন কৰি দেখুওৱা হৈছে।* উষা কেইবাগৰাকী বাই-ভনীৰ (কোমল বয়সৰ আৰু বয়সীৰ) সমষ্টি বুলিও প্ৰাচীন কালত ধাৰণ কৰা হৈছিল। নৱমাতৃকাৰ লগতো উষাক বিজাৰ পাৰি। এই নৱমাতৃকাৰ মূল গৰাকী চণ্ডী।

---

২। The Great Goddesses in Indic Tradition — Dr Sukumar Sen

উষা দেৱদুহিতা, ভগৰ ভগ্নী, বৰুণৰ সম্পৰ্কীয়, অশ্বিনীসকলৰ লগৰীয়া। তেওঁ সূৰ্য্যা—সূৰ্য্যৰ তেওঁ শক্তি বা স্পিৰিট।

উষাই তেওঁৰ ভক্তসকলক সুশ্ৰী প্ৰদান কৰে, উত্তম আহাৰ আৰু সকলো প্ৰাচুৰ্য্য প্ৰদান কৰে (৭, ৮১, ৩, ৫)। উষা আৰু অশ্বিনীদ্বয় নিবিড়ভাবে সংযুক্ত।

উষা প্ৰকৃততে দুগৰাকী দেৱী অথবা এক গৰাকীয়েই দেৱী—যাৰ দুটা পৰিচয়। সমগ্ৰ দিন ৰাতি বা চৌবিশ ঘণ্টা তেওঁৰ দ্বাৰাই সাধিত হয়। যেতিয়া উষা গুহাত সোমায় তেতিয়া ৰাতি হয় আৰু গুহাৰ দুৱাৰ মেলি যেতিয়া মুখ উলিয়ায় তেতিয়া পুৱা হয়। দিনটোৰ ভাগ উষাৰ আৰু ৰাতিটোৰ ভাগ কৃষ্ণীৰ। তেওঁ নক্ত নামেৰেও বিদিতা। উষাৰ উপাসনা ঋকবেদত পোৱা গৈছে। কিন্তু নক্তৰ উপাসনা কতো নাই। উষাক সদায় সৌন্দৰ্যময়ী, বিবাহ উপযুক্তা কন্যাৰ ৰূপত অঙ্কন কৰা হৈছে। তেওঁক মাতৃৰূপত কেতিয়াও দেখুওৱা হোৱা নাই। আনহাতেদি নক্তৰ ৰূপ এটাই। কাৰণ ৰাতিৰ ৰূপ এটাই। পাহাৰৰ গুহাত নক্তই বাস কৰে। পিছলৈ অৱশ্যে সন্ধ্যা ৰূপত তেওঁ আবিৰ্ভাৱ হৈছে। সন্ধ্যাক পুৱা-সন্ধ্যা দুবাৰ উপাসনা কৰিব লাগে। প্ৰাচীন এই দুটা ৰূপৰ (উষা-সন্ধ্যা) দেৱী গৰাকীৰ স্থান গায়ত্ৰীয়ে ললে।

ঋকবেদৰ দ্ৰষ্টা সকলে অনুপম কল্পনাৰে প্ৰকৃতিৰ প্ৰতিটো সৌন্দৰ্য্যকে মানৱত্ব আৰু দেৱত্ব প্ৰদান কৰিছিল। বেদত উল্লিখিত গৌৰীও এক দেৱী। অৱশ্যে এই উল্লেখ বৰ স্পষ্ট নহয়। তেওঁ বৰষুণৰ পানী সন্নিবিষ্ট কৰি এখোজ, দুখোজ, বহু খোজেৰে শব্দ আৰু ছন্দ সৃষ্টি কৰি বৈ গৈছে। গৌৰী দেখাতেই পৰ্বত নামি অহা ঝৰণাৰ অধিষ্ঠাত্ৰী। বগা পানীৰে তেওঁ গৌৰবৰ্ণা।

দেৱপত্নী হিচাবে ইন্দ্ৰাণী (ইন্দ্ৰৰ পত্নী), বৰুণা (বৰুণপত্নী) আৰু অগ্নায়ী (অগ্নিৰ পত্নীৰ) নাম বেদত উল্লেখ আছে। ঋকবেদত সীতা শস্যভূমিৰ দেৱী (৪, ৫৭) তেওঁ মাতৃ পৃথিৱীকে প্ৰতিনিধিত্ব কৰিছে বুলি ড° সুকুমাৰ সেনে মত প্ৰকাশ কৰিছে।* ৩

ৰুদ্ৰৰ পত্নীৰ নাম পৃশ্নি। যজুৰ্বেদত ৰুদ্ৰৰ ভগ্নীৰূপে অম্বিকাৰ নাম পোৱা গৈছে। অম্বিকা পিছলৈ চণ্ডীৰ লগত একাত্ম হৈছে।

---

৩। The Great Goddesses in Indic Tradition — Dr. Sukumar Sen

বৈদিক ধাৰাৰ সমান্তৰাল ৰূপে আৰ্যেতৰ শক্তিপূজাৰ (ভূমি দেৱী, মাতৃ দেৱী, নাৰী দেৱীৰ নামত প্ৰচলিত) যি ধাৰা ভাৰতবৰ্ষত প্ৰচলিত আছিল সেই শক্তি মাহাত্ম্য বৈদিক যুগত স্বীকাৰ কৰাৰ কথা ঋক-বেদৰ দেৱীসূক্ত ৰাত্ৰিসূক্ত আৰু সামবেদত ৰাত্ৰিসূক্তৰ পৰাই প্ৰমাণিত হয়। অষ্টমন্ত্ৰাত্মক দেৱীসূক্তৰ ঋষি আছিল মহৰ্ষি অম্ভৃণৰ কন্যা ব্ৰহ্মবিদুষী বাক্। বাক্‌দেৱীয়ে ব্ৰহ্মশক্তিক স্বীয় আত্মাৰূপে অনুভৱ কৰি কৈছিল: "ময়েই ব্ৰহ্মময়ী আদ্যা দেৱী আৰু বিশ্বেশ্বৰী।" ব্ৰহ্ম আৰু তেওঁৰ শক্তি অভেদ— এই শাক্ত সিদ্ধান্ত সামবেদীয় কেনোপনিষদৰ উপাখ্যানৰ পৰাই জনা যায়:

দেৱতা আৰু অসুৰৰ মাজত হোৱা সংগ্ৰামত ব্ৰহ্মশক্তিৰ দ্বাৰাই দেৱতাসকলৰ বিজয় হল। স্বশক্তিৰ দ্বাৰা বিজয় লাভ হৈছে বুলি দেৱতাসকলে অহঙ্কাৰ অনুভৱ কৰিলে। দেৱতাসকলৰ মিছা অভিমান চূৰ্ণ কৰিবৰ কাৰণে স্বশক্তিৰ দ্বাৰা ব্ৰহ্মই বিস্ময়কৰ ৰূপ লৈ দেৱতাসকলৰ সমুখত আবিৰ্ভাৱ হল। দেৱতাসকলে আবিৰ্ভূত ৰূপক চিনি নেপাই অগ্নিক তেওঁৰ ওচৰলৈ পঠালে। ব্ৰহ্মই অগ্নিক সুধিলে— "তোমাৰ নাম আৰু শক্তি কি?" অগ্নিয়ে কলে "মই অগ্নিৰূপেৰে প্ৰসিদ্ধ। এই পৃথিৱীত যি যত আছে সকলো মই দগ্ধ কৰিব পাৰো।' ব্ৰহ্মই অগ্নিৰ সমুখত তৃণ এডাল থৈ দগ্ধ কৰিবলৈ কলে অগ্নিয়ে সৰ্বশক্তি প্ৰয়োগ কৰিও তৃণখণ্ড দগ্ধ কৰিবলৈ অসমৰ্থ হল আৰু তবনত শিৰেৰে দেৱতাসকলৰ কাষলৈ উভতি আহিল। তাৰ পিছত ব্ৰহ্মৰ কাষলৈ বায়ু গল। বায়ুকো ব্ৰহ্মই নাম আৰু তেওঁৰ শক্তিৰ বিষয়ে সুধিলে। বায়ুয়ে পৃথিৱীৰ সকলো উৰাই নিবলৈ সমৰ্থ বুলি কলে। ব্ৰহ্মই বায়ুৰ আগতো তৃণ এটুকুৰা থলে। অগ্নিৰ দৰে বায়ুয়েও তৃণখণ্ড লৰাবলৈ অসমৰ্থ হল। বায়ুৰ পিছত ইন্দ্ৰই ব্ৰহ্মাৰ সমুখলৈ আহি ব্ৰহ্মৰ ঠাইত আকাশত দেখা পালে সুশোভনা উমা হৈমৱতী দেৱীক। দেৱীয়ে কলে— "ব্ৰহ্মশক্তিৰ দ্বাৰাইহে দেৱতাসকল শক্তিশালী হৈছে আৰু বিজয়ী হৈছে।' ব্ৰহ্ম সম্বন্ধীয় স্বকীয় অনুভৱ এই কথাত ব্যক্ত হৈছে। শক্তিদেৱই পৰমসত্তা আৰু সৰ্বব্যাপী ৰূপে যেন স্বীকৃত হৈছে। বিশ্বব্ৰহ্মাণ্ড আৰু স্বৰ্গৰ আধাৰ স্বৰূপে ঋকবেদৰ মন্ত্ৰাত এই শক্তিক স্তুত কৰা হৈছে। পৰমতত্ত্ব, সচ্চিদানন্দ, ব্ৰহ্ম পৰ্য্যায়লৈ উন্নীত হোৱা শক্তিক নাৰীৰূপে, পুৰুষৰূপে অথবা নিৰ্গুণৰূপেও ধ্যান-ধাৰণা কৰা

হৈছে : "পুংৰূপম বা স্মাৰদ দেৱীম স্ত্ৰীৰূপম্ বা বিচিন্তয়েৎ অথবা নিস্কলাম ধ্যায়েৎ সচ্চিদানন্দ লক্ষণম্।"

ব্ৰহ্ম সচ্চিদানন্দ স্বৰূপ হ'লেও মহামায়া শক্তিৰ যোগেদিহে তেওঁৰ স্বৰূপসত্ত্বা, স্বৰূপ চৈতন্য আৰু স্বৰূপানন্দ প্ৰকট হয়। সত্তা প্ৰকাশৰ সাধন হিচাবে ব্ৰহ্মশক্তিকে বোলা হয় মহামায়া, চৈতন্য বা জ্ঞান-প্ৰকাশৰ সাধন হিচাবে তেওঁকেই বোলা হয় মহাবিদ্যা।

এই ব্ৰহ্মৰূপিনী দেৱী জগৎজননী, মহামায়া আদ্যাশক্তিয়েই দুৰ্গা, কালী, কাত্যায়নী, ভৱানী, চণ্ডী আদি নামেৰে অভিহিতা হৈছে। শৈৱ সিদ্ধান্তত শিৱ, শক্তি আৰু বিন্দু এই তিনিটা তত্ত্বত গুৰুত্ব আৰোপ কৰা হৈছে। শিৱ জগতৰ কৰ্তা, শক্তি কৰণ আৰু বিন্দু উপাদান। এই বিন্দুৱেই মহামায়া, শব্দ ব্ৰহ্ম কুণ্ডলিনী, বিদ্যা-শক্তি আৰু ব্যোম। দাক্ষিণাত্যৰ তামিলসকলৰ এই শৈৱ সিদ্ধান্ত মতে বিন্দুৰ পৰাই শুদ্ধদেহ, ইন্দ্ৰিয়, ভোগ আৰু ভুৱনৰ সৃষ্টি হৈছে।

শিৱৰ শক্তি সমবায়িনী আৰু পৰিগ্ৰহৰূপা এই দুটা ভাগত বিভক্ত বুলি এই শৈৱ সিদ্ধান্তই মত প্ৰকাশ কৰিছে। চিৎৰূপা, নিৰ্বিকাৰা আৰু পৰিণামী সমবায়িণী শক্তিয়েই শক্তি তত্ত্ব।

ত্ৰিপুৰা সিদ্ধান্তমতে শক্তিৰ অন্তৰ্মুখী স্বৰূপেই শিৱ আৰু শিৱৰ বহিৰ্মুখী অৱস্থাই শক্তি। বিশ্বক যদি এটা স্পন্দন ক্ৰিয়া বুলি ধৰা হয় তেনেহ'লে স্পন্দনৰ স্থিৰ কেন্দ্ৰবিন্দুটোৱেই শিৱ। স্পন্দনৰ বিস্তাৰ, গতি কাল আদি কেন্দ্ৰৰ পৰা প্ৰকট হোৱা ক্ষমতাসমূহেই শক্তি। এই শক্তিৰ স্পন্দন নোহোৱা অৱস্থাটোকেই শক্তি আৰু শিৱৰ অভেদ বা সামৰস্য অৱস্থা।

ড° শশীভূষণ দাশগুপ্তই এই প্ৰসঙ্গত এক ব্যাখ্যা দিছে। তেখেতৰ মতে শক্তি ধৰ্ম আৰু দৰ্শনত দেৱীৰ তিনিটা স্বৰূপ লক্ষ্য কৰা যায়। এটা ভাগত দেৱী শিৱাশ্ৰয়া। পৰমতত্ত্বৰ প্ৰতীক শিৱ আৰু দেৱী সেই পৰমতত্ত্বৰ শক্তি তথা শিৱৰ পত্নী। এই ভাগত দেৱীতকৈ শিৱৰ প্ৰাধান্যই পৰিলক্ষিত হয়। দ্বিতীয় ভাগটো লক্ষ্য কৰিলে দেখা যাব যে, শিৱ আৰু দেৱী দুয়োৰে শক্তি সমান আৰু শিৱ শক্তি কোনো-ৱেই পূৰ্ণ সত্য নহয়— দুয়োজনৰ সমন্বয়হে পৰমতত্ত্ব। তৃতীয়ভাগ মতে দেৱীয়েই পৰমতত্ত্ব। তেওঁ স্বতন্ত্ৰা, অদ্বিতীয়া মহাশক্তি। তেওঁৰ পৰাই ব্ৰহ্মাণ্ডৰ সকলো বৈচিত্ৰ্য আৰু শক্তিৰ জন্ম হৈছে।

শাক্ত সম্প্ৰদায় মতে শিৱ অখিলাত্মগত বা সৰ্বত্ৰবিদ্যমান, শুদ্ধ চৈতন্য বা প্ৰকাশ আৰু নিষ্ক্ৰিয়। শক্তিয়েই হৈছে সক্ৰিয় ব্যক্তিত্ব-সম্পন্ন সত্তা আৰু সকলো জীৱ এই সত্তাতেই নিহিত। পুৰুষ আগমত এই শক্তিক কুণ্ডলিনী বোলা হৈছে। শক্তি সম্প্ৰদায়মতে শিৱ শক্তিৰ লগত যুক্ত হলেহে সৃষ্টিক্ষম হৈ উঠে। নহলে শিৱৰ লৰচৰ কৰাৰ শক্তিও নাই। শিৱ আৰু শক্তি প্ৰকাশ আৰু বিমৰ্ষভাবে সম্বন্ধিত। পৰমসত্তাৰ স্বতঃপ্ৰণোদিত স্পন্দনেই বিমৰ্ষ। শিৱ চিৎ আৰু শক্তি হৈছে এই চৈতন্যৰ সৃষ্টিক্ষম চিদ্ৰূপিনী। ব্ৰহ্মা, বিষ্ণু আৰু শিৱই শক্তিৰ নিৰ্দেশমতে বিশ্বৰ সৃষ্টি, পালন আৰু সংহাৰ কৰে।

শিৱ আৰু শক্তি, শক্তিমান আৰু শক্তিৰ দুয়োটা অভেদ, অপৃথকনীয়। আভাস, ৰক্তি, বিমৰ্ষণ, বীজাৱস্থান আৰু বিলাপনতা (illumination, coloration, enamination, sowing the seed and lementation)— এই পঞ্চক্ৰিয়া শক্তিৰ বৃত্তি শক্তিৰ গৰ্ভতে বিশ্বজগতৰ উপাদান কৰণ মায়া বা প্ৰকৃতি বিদ্যমান। প্ৰকৃতি বা মায়াক সেয়ে দেৱীৰ বিভৱ বুলি কোৱা হয়। ইচ্ছা-জ্ঞান আৰু ক্ৰিয়া সমন্বিত ব্ৰহ্মৰূপিনী শক্তিয়েই শাক্তসকলৰ উপাস্য সগুণ শক্তি, জগজ্জননী, মৃত্যুৰো বিধাতী জগন্মাতা জগদ্ধাত্ৰী। "দেৱী মহেশ্বৰস্য বিষ্ণোঃ স্বভাবভূতা"— দেৱী মহেশ্বৰ বিষ্ণুৰ স্বভাৱ-ভূতা নাৰায়ণীৰূপে বৈষ্ণৱ সম্প্ৰদায়ৰ লগতো সম্বন্ধিত হৈ পৰিল। অৰ্থাৎ শক্তিতত্ত্ব কেৱল শৈৱ বা শক্তিধাৰাতেই ব্যক্ত হোৱা নাই, বিষ্ণু শক্তিৰূপেও বৰ্ণিত হৈছে। অথৰ্ববেদৰ পৃথিৱীদেৱীয়েই পুৰাণত ভূদেৱীৰূপে বিষ্ণুৰ শক্তিলৈ ৰূপান্তৰিত হৈছে। বিষ্ণুৰ অৱতাৰ বৰাহৰ লগতো পৃথিৱীৰ পত্নী সম্বন্ধ প্ৰদৰ্শিত হৈছে। শ্ৰীসূক্তত লক্ষ্মী তথা কমলবৰ্ণা শ্ৰীদেৱীক আৰাধনা কৰাৰ কথা পকাৰ উপৰিও অহিৰ্বুধ্ন্য সংহিতাত (৩। ৯, ১০) এই শক্তিৰ বিভিন্ন প্ৰকাশৰ কথা এনেকৈ বৰ্ণোৱা হৈছে

"জগতৰূপত লক্ষ্যমান হোৱা কাৰণে শক্তিক লক্ষ্মী, বৈষ্ণৱ ভাৱৰ আশ্ৰয় কৰে কাৰণে শ্ৰী, কালভাব বা পুংভাব ব্যক্ত নহয় কাৰণে পদ্মা, পৰ্য্যাপ্ত সুখযোগৰ দ্বাৰা কামনা পূৰ্ণ কৰে কাৰণে কমলা বোলা হয়। এই সংহিতাতেই পুনৰ কোৱা হৈছে যে, এই অখিল

জগতৰ আকাৰ সঙ্কোচন কৰি থোৱা কাৰণে শক্তিক কুণ্ডলিনী, মন আৰু বাক্য আদিৰ দ্বাৰা গোচৰীভূতা বা আহতা নহয় কাৰণে অনাহতা, যি ভগৱানৰ মহিমা গায় তেওঁবিলাকক ত্ৰাণ কৰে কাৰণ গায়ত্ৰী, জগতক প্ৰকৃষ্টৰূপে সৃজন কৰিছে কাৰণে প্ৰকৃতি, ভিন্ন ভিন্ন ৰূপত পৰিণাম সৃষ্টি কৰি সেই সকলোতে তেওঁৱেই ব্যাপ্ত হৈ থাকে কাৰণে এই শক্তিক মাত বুলি কোৱা হয়।”

মাৰ্কণ্ডেয় পুৰাণৰ চণ্ডীত (১।৫৪) দেৱীক বিষ্ণুৰ যোগনিদ্ৰা অৰ্থাৎ নৈমিত্যৰূপা নিত্যা সমবায়িনী শক্তিৰূপে প্ৰতিষ্ঠা কৰা হৈছে। বিষ্ণু পুৰাণত বিষ্ণুৰ মায়াক দুটা ৰূপত ভাগ কৰা দেখা যায়। এটা বিষ্ণুৰ গুণাতীত আত্মমায়া আৰু আনটো ত্ৰিগুণাত্মিকা বাহ্যমায়া। আত্মমায়াৰে আন নাম বৈষ্ণৱীমায়া। ত্ৰিগুণাত্মিকা মায়া বিষ্ণুৰ আশ্ৰিতাহে। বিষ্ণুপুৰাণত (১।১৯।৭৬, ৭৭) পুৰুষোত্তমৰ স্বৰূপভূতা পৰাশক্তিৰ কথাও কোৱা হৈছে। পৰাশক্তিযুক্ত ব্ৰহ্মকে অমূৰ্ত ব্ৰহ্ম আৰু গুণাত্মিকা অপৰাশক্তিযুক্ত ব্ৰহ্মকে মূৰ্ত অৰ্থাৎ জগতৰূপী ব্ৰহ্ম বোলা হৈছে (বিষ্ণু পুৰাণ ১।২২।৫৩-৫৫) পৰাশক্তিৰূপে স্বয়ং বিষ্ণুৱেই প্ৰকৃতি (বিষ্ণুপুৰাণ ২।৭।২৮।৪২)। মৎসপুৰাণৰ সৃষ্টিখণ্ডৰ চতুৰ্থ অধ্যায়তো এই তত্ত্বৰ প্ৰকাশ আছে। ভগৱানৰ আত্মভূতা পৰাশক্তিয়েই বিদ্যা। তেওঁৰ অপৰাশক্তি বা মায়াই অবিদ্যা। বিদ্যাৰেই মায়া বা অবিদ্যা দূৰ কৰিব পাৰি।

কূৰ্ম পুৰাণৰ বিষ্ণুৰ মুখেদি ব্যক্ত কৰোৱা এই কথাখিনিও প্ৰনিধাণযোগ্য ঃ

ইয়ং সা পৰমা শক্তিৰ্মন্ময়ী ব্ৰহ্মৰূপিনী
মায়া মম প্ৰিয়ানন্তা যযেদং ধাৰ্য্যতে জগৎ ।।৩৪।।
অনয়ৈব জগৎ সৰ্বং সদেবাসুৰ মানুষম্
মোহয়ামি দ্বিজ শ্ৰেষ্ঠা গ্ৰসামি বিসৃজামিচ ।।৩৫।।
উৎপত্তিং প্ৰলয়ং চৈব ভূতানাম্ গতিম্ গতিম্
বিদ্যয়া বীক্ষ্য চাত্মানং তৰন্তি বিপুলামিমাম ।।৩৬।।
সৈষা সৰ্বজগৎসূতিঃ প্ৰকৃতিস্ত্ৰিগুণাত্মিকা
প্ৰাগেব মত্তঃ সঞ্জাতা শ্ৰীঃ কল্পে পদ্মবাসিনী ।।৩৮।।

এই শ্লোকসমূহৰ ভাবাৰ্থ এনে ঃ এয়ে সেই পৰমাশক্তি মায়া, ব্ৰহ্মৰূপিণী মোৰ এৱেঁই প্ৰিয়া, এওঁ অনন্তা, এওঁ জগত ধাৰণ

কৰি আছে। হে দ্বিজ শ্ৰেষ্ঠসকল, দেৱতা, অসুৰ, মনুষ্যাকে ধৰি সমস্ত জগত এওঁৰ দ্বাৰাই মই মোহাবিষ্ট কৰি থওঁ, তেওঁৰ দ্বাৰায়ে গ্ৰাস কৰো আৰু পুনৰ সৃষ্টি কৰো। যি বিদ্যাৰ দ্বাৰা নিজৰ আত্মা, সমস্ত ভূতৰ উৎপত্তি, প্ৰলয়, গতি আৰু অগতি চিনি পোৱা যায়, সেই বিদ্যাৰ দ্বাৰাহে মায়াৰ উদ্ধাৰ হব পাৰে। এওঁ সমস্ত জগতৰে মাতৃ আৰু এৱেঁই ত্ৰিগুণাত্মিকা প্ৰকৃতি। আগতে অন্য কল্পতো এৱেঁই পদ্মবাসিনী শ্ৰীৰূপে মোৰ পৰাই জন্ম পাইছিল।"

অত্যন্ত স্পষ্টভাৱেই কূৰ্ম পুৰাণৰ এই শ্লোকত ত্ৰিগুণাত্মিকা প্ৰকৃতি, পৰমাশক্তি মায়া, বিদ্যা আৰু শ্ৰীক অভিন্ন কৰি দেখুওৱা হৈছে। ব্ৰহ্মপুৰাণ, মাৰ্কণ্ডেয় পুৰাণ, বিষ্ণু পুৰাণ, পদ্ম পুৰাণতো একে অভিন্নতাই প্ৰকাশ পাইছে।

## প্ৰাচীন সাহিত্যত শক্তিদেৱীৰ নাম ঃ

ঋকবেদৰ দেৱী সূক্তই এতিয়ালৈকে প্ৰাচীনতম দেৱীমাহাত্ম্য সম্পৰ্কীয় শ্লোক বুলি গৃহীত হৈছে। বেদত উল্লিখিত দেৱীসকলৰ নাম আৰু স্বৰূপ ইতিমধ্যে আলোচনা কৰিছো।

গৃহ্যসূত্ৰবোৰৰ ভিতৰত সাংখ্যায়ন গৃহ্যসূত্ৰত "ভদ্ৰকালী" নামটো পোৱা গৈছে। হিৰণ্যকেশী গৃহ্যসূত্ৰত ভৱানী দেৱীৰ যজ্ঞাহুতি দিয়াৰ ব্যৱস্থা আছে। শুক্ল যজুৰ্বেদৰ বাজসনেয়ী সংহিতাত অম্বিকাদেৱী ৰুদ্ৰৰ ভগ্নীৰূপে কথিতা হৈছে। কৃষ্ণ যজুৰ্বেদৰ তৈত্তীৰিয় আৰণ্যকৰ মতে অম্বিকা ৰুদ্ৰৰ স্ত্ৰী।

তৈত্তীৰিয় আৰণ্যকৰ অন্তৰ্গত যাজ্ঞিকা উপনিষদত দুৰ্গা-গায়ত্ৰী এটি আছে— "কাত্যায়নায বিদ্মহে, কন্যাকুমাৰীং ধীমহি, তন্নো দুৰ্গিঃ প্ৰচোদয়াৎ" (১০।১।৭)

নাৰায়ণ উপনিষদৰ দুৰ্গাদেৱীৰ শৰণাগত হোৱা এটি শ্লোক তাৎপৰ্য্যপূৰ্ণ : তামগ্নিবৰ্ণাং তপসা জলন্তীং বৈৰোচনীং
কৰ্মফলেষু জুষ্টাম্
দুৰ্গাদেৱীং শৰণমহং প্ৰপদ্যে
সুতৰসি তৰসে নমঃ

যি অগ্নিবৰ্ণা, যি তপঃশক্তিৰ দ্বাৰা জাজ্বল্যমানা, যি স্বয়ং প্ৰকাশমানা, যি কৰ্মফল প্ৰদান কৰে সেই দুৰ্গাদেৱীৰ শৰণ লৈছো। হে দেৱী তুমি সংসাৰ সাগৰ পাৰ হবৰ কাৰণে সেতুস্বৰূপ হোৱা।

মূল ৰামায়ণত অৱশ্যে শ্ৰীৰামচন্দ্ৰই ৰাৱণ বধ কৰাৰ অৰ্থে দেৱী-পূজা কৰা আৰু মহীৰাৱণে কালীপূজা কৰা কথা নাই। কৃত্তিবাসী ৰামায়ণত সেইবিলাক কথাৰ অৱতাৰণা পিছত কৰা হৈছে।

মহাভাৰতত অৱশ্যে বিভিন্ন স্থানত দেৱীৰ উপাসনাৰ কথা কোৱা হৈছে। শ্ৰীকৃষ্ণৰ উপদেশমতে অৰ্জুন যুদ্ধ আৰম্ভ কৰাৰ আগতে দুৰ্গাক স্তুতি কৰা দেখা গৈছে ( ভীষ্ম পৰ্ব ২৩ অধ্যায় )। অৰ্জুনে দেৱীক মন্দৰাচলবাসিনী, সিদ্ধসকলৰ সেনানেত্ৰী, আৰ্য্যা, কালী, কুমাৰী, কাপালী, কপিলা, কৃষ্ণপিঙ্গলা, ভদ্ৰকালী আৰু মহাকালী বুলি স্তুতি কৰিছে। দুৰ্গাক সৰস্বতী বুলিও স্তুতি কৰা হৈছে। বিৰাট পৰ্বৰ ষষ্ঠ অধ্যায়ত আৰু এটি দুৰ্গাস্তৱ আছে। বাৰবছৰ বনবাস খটাৰ পিছত এবছৰ অজ্ঞাতবাসৰ কাৰণে যেতিয়া পাণ্ডৱসকলে বিৰাট নগৰলৈ গৈছিল তেতিয়া ঋষিসকলৰ পৰামৰ্শত অজ্ঞাতবাসৰ সফলতাৰ কাৰণে দুৰ্গা দেৱীৰ স্তৱ কৰিছিল। তদুপৰি মহাভাৰতত দেৱীৰ কুমাৰী, কালী, কপালী, মহাকালী, চণ্ডী, কান্তাৰবাসিনী আদি নামো পোৱা গৈছে। বিৰাট পৰ্বৰ ষষ্ঠ অধ্যায়ত যুধিষ্ঠিৰৰ দেৱী স্তুতিত দেৱীক মহিষাসুৰমৰ্দিনী, বিন্ধ্যবাসিনী, মদমাংসপ্ৰিয়া বুলি অভিহিত কৰা হৈছে।

মহাভাৰত এনে এক মহাকাব্য যে ভাৰতবৰ্ষৰেই ই যেন এক প্ৰতিভূ। সেয়ে আৰ্য্য বৈদিক, আৰ্যেতৰ তান্ত্ৰিক সকলো ধাৰা আৰু ধাৰাসমূহৰ সমন্বয়ৰ আৰম্ভণি ৰূপ এই মহাকাব্যত প্ৰতিফলিত হৈছে।

পুৰাণসমূহৰ ভিতৰত মাৰ্কণ্ডেয় পুৰাণতেই দেৱীমাহাত্ম্য সৰ্বাধিক-ৰূপত বৰ্ণিত হৈছে। মাৰ্কণ্ডেয় পুৰাণত দেৱী সূক্ত, হৰিবংশ আদিৰ প্ৰভাৱ পৰিলক্ষিত হয়। ইয়াৰ বাহিৰেও বিষ্ণুপুৰাণ, ভাগৱত পুৰাণ, কালিকাপুৰাণ, বামন পুৰাণ, ব্ৰহ্মবৈবৰ্ত পুৰাণ, বৃহন্নাৰদীয় পুৰাণত শক্তি-বাদৰ প্ৰমাণ আছে।

দেৱীভাগৱতৰ মতে সৰ্বভূতত শক্তি আত্মাৰূপে বিদ্যমান। যেতিয়াই এই শক্তি অন্তৰ্হিত হয় তেতিয়াই প্ৰাণী শৱৰ নিচিনা নিষ্পন্দ হৈ পৰে। দেৱীভাগৱতত পৰমপুৰুষক দুভাগত বিভক্ত কৰি দেখুওৱা হৈছে— প্ৰথম ভাগ হৈছে সচ্চিদানন্দ আৰু দ্বিতীয় ভাগ হৈছে পৰাশক্তি, মায়াপ্ৰকৃতি। অগ্নি আৰু অগ্নিৰ শক্তিৰ দৰে পৰম ব্ৰহ্ম আৰু পৰমাপ্ৰকৃতি অদ্বৈত। দেৱী ভাগৱতত আছে—

সেযং শক্তির্মহামায়া সচ্চিদানন্দ ৰূপিনী
ৰূপং বিভৰ্ত্যৰূপা চ ভক্তানুগ্ৰহহেতবে ।।

"সচ্চিদানন্দ ৰূপিণী, মহামায়া, পৰাশক্তিয়ে অৰূপা হৈও ভক্তসকলক কৃপা কৰিবৰ কাৰণে অন্যৰূপ ধাৰণ কৰে।"

ব্ৰহ্মবৈবৰ্ত পুৰাণৰ প্ৰকৃতিখণ্ডত ( ২।৬৬।৭—১০০) উল্লেখ আছে মহাশক্তি মূলাপ্ৰকৃতিৰ পৰাই বিশ্ব উৎপন্ন আৰু তেওঁেই বিশ্বপ্ৰপঞ্চৰ সাৰভূতা পৰাসত্তা। বৃহন্নাৰদীয় পুৰাণত দেৱীক সৰ্বশক্তিমতী বিশ্ব-প্ৰসৱিণীৰূপত বৰ্ণনা কৰি কোৱা হৈছে:

উমেতি কেচিদাহস্তাং শক্তিং লক্ষীং তথাপৰে
ভাৰতী তৎপৰে চৈনাং গিৰিজেত্যম্বিকেতি চ
দুৰ্গে ত ভদ্ৰকালীতি চণ্ডী মাহেশ্বৰীতি চ
কৌমাৰী বৈষ্ণৱীচেতি ৰাৰাহীতি তথাপৰে ।।

"সেই দেৱীক কোনোবাই শক্তি, কোনোবাই উমা, কোনোবাই বা লক্ষী বুলি কয়। ভাৰতী, গিৰিজা, অম্বিকা, দুৰ্গা, ভদ্ৰকালী, চণ্ডী, মাহেশ্বৰী কৌমাৰী, বৈষ্ণৱী, বাৰাহী প্ৰভৃতি নামেৰেও তেওঁ অভিহিতা।

দেৱীসূক্তত উল্লিখিত ব্ৰহ্মস্বৰূপা দেৱীয়েই মহামায়া। শক্তিতত্ত্বৰ মহামায়া আৰু বেদান্তৰ মায়া অবশ্যে সমাৰ্থক নহয়। বেদান্তৰ মায়াৰ পৰমাৰ্থিক সত্বা নাই, কেৱল ব্যৱহাৰিক সত্বাহে আছে। কিন্তু শক্তি-বাদৰ মহামায়া ত্ৰিকাল বোধিত সত্বাৰূপিনী ব্ৰহ্মময়ী। ব্ৰহ্ম আৰু মহামায়া অভেদ।

# সাংখ্যৰ প্ৰকৃতি

সম্যক জ্ঞান দিব পৰা যি শাস্ত্ৰ বা দৰ্শন তাকেই সাংখ্যদৰ্শন বুলি অভিহিত কৰা হয়। আধ্যাত্মিক, আধিদৈৱিক আৰু আধিভৌতিক এই তিনিবিধ দুখৰ দ্বাৰা জীৱ অহৰহ পীড়িত আৰু জৰ্জৰিত। এই তিনিবিধ দুখৰ যেতিয়া নিবৃত্তি হয় জীৱৰ তেতিয়াই মুক্তি হয়। সেই মুক্তিৰ পথ কেনি ?— এই উপায়ৰ জিজ্ঞাসা, অন্বেষণ আৰু অনুশীলনেই জীৱৰ পুৰুষাৰ্থ। 'দুঃখত্ৰয়াভিঘাতাৎ জিজ্ঞাসা তদপঘাতকে হেতৌ' "অথ ত্ৰিবিধ দুঃখাত্যন্তনিবৃত্তিৰত্যন্ত পুৰুষাৰ্থঃ।" সম্যক জ্ঞান লাভতেই এই তিনিবিধ দুখ নিবাৰণৰ উপায় আছে। এই জ্ঞান হৈছে 'ব্যক্তাব্যক্তজ্ঞ বিজ্ঞানাৎ—এই জ্ঞানৰ পৰাই দুখৰ নিবৃত্তি হয়। সাংখ্যদৰ্শনৰ মূল অভিপ্ৰায় ইয়াকেই বুলিব পাৰি।

সাংখ্যদৰ্শন মূলতেই দ্বৈতবাদী। পুৰুষ আৰু প্ৰকৃতি এই দুটাই সাংখ্যদৰ্শনৰ মৌলিক, নিৰপেক্ষ, সনাতন আৰু স্বতন্ত্ৰ নিত্য তত্ত্ব। সাংখ্যদৰ্শনৰ পঞ্চবিংশতি তত্ত্বৰ ভিতৰত পুৰুষ আৰু প্ৰকৃতিয়েই নিত্য, প্ৰধান আৰু স্বতন্ত্ৰ তত্ত্ব। পুৰুষ আৰু প্ৰকৃতিৰ বাহিৰে বাকী তেইশটা তত্ত্বৰ প্ৰকৃতিয়েই কাৰণ।

সাংখ্যদৰ্শন পৰিণামবাদী আৰু সাংখ্যদৰ্শনৰ পৰিণামবাদ সৎকাৰ্য্য-বাদৰ ওপৰত প্ৰতিষ্ঠিত। ভাৰতীয় দৰ্শনত কাৰ্য্যকাৰণ সম্বন্ধ সম্পৰ্কে দুটা মৌলিক মতবাদ আছে। এই মতবাদ দুটা হল সৎ কাৰ্য্যবাদ আৰু অসৎ কাৰ্য্যবাদ। কাৰণ নোহোৱাকৈ কোনো কাৰ্য্য সংঘটিত হব নোৱাৰে। অৰ্থাৎ প্ৰতি কাৰ্য্যৰে এটা কাৰণ থাকিবই লাগিব। কাৰ্য্য অব্যক্তৰূপ কাৰণতেই নিহিত থাকে কাৰণে কাৰ্য্য নতুনকৈ উৎপন্ন কৰে এই চিন্তাক ভেটি কৰিয়েই দুটা মতবাদ গঢ় লৈ উঠিছে।

সৎকাৰ্য্যবাদৰ মতে কাৰ্য্য এটা উৎপত্তিৰ পূৰ্বেই সি উৎপাদন কাৰণতে অব্যক্তৰূপে বিদ্যমান হৈ থাকে। সেয়ে কাৰ্য্য আৰু কাৰণৰ মাজত তাদাত্ম্য ভাব থাকে। 'সৎ' বস্তুৰ পৰাই 'সৎ' বস্তুৰ উৎপত্তি হয়। কাৰ্য্য উৎপন্ন হোৱাৰ পূৰ্বতেই সেই কাৰ্য্য উপাদান কাৰণত সৎ বা বিদ্যমান থাকে। মাটিৰ পৰা ঘট সাজিব পাৰি। কিন্তু

তাৰো পূৰ্বে মাটিৰ মাজতেই ঘট অব্যক্ত অৱস্থাত থাকে। তাক প্ৰকাশ কৰিবলৈ নিমিত্ত ৰূপ কুমাৰৰ প্ৰয়োজন। কুমাৰে আনহাতে কাঠৰ পৰা মাটিৰ ঘট তৈয়াৰ কৰিব নোৱাৰে। বৌদ্ধ আৰু ন্যায় বৈশেষিক দৰ্শনে আনহাতেদি অসৎ কাৰ্য্যবাদহে সমৰ্থন কৰে। অসৎ কাৰ্য্যবাদমতে কাৰ্য্য কাৰণৰ পৰা বেলেগ। কাৰ্যৰ উৎপত্তিৰ পূৰ্বে কাৰ্যটো কাৰণত বিদ্যমান নথাকে, কাৰ্য্য এটা নতুন আৰম্ভনিহে। কাৰ্য্য উপাদান কাৰণত অবিদ্যমান থকা কাৰণে কাৰ্য্য অসৎ। উপাদান কাৰণ সৎ আৰু সৎ উপাদান কাৰণৰ পৰা অসৎ কাৰ্য্যৰ উৎপত্তি হয় আৰু সৎকাৰ্য্যবাদ মতে সৎ কাৰণৰ পৰা সৎকাৰ্য্যৰ বিকাশ হয়, অসতৰ পৰা সতৰ উৎপত্তি হব নোৱাৰে। সৎকাৰ্য্যবাদৰ আকৌ দুটা ৰূপ— এটা পৰিণামবাদ আনটো বিবৰ্তনবাদ। পৰিণাম-বাদমতে কাৰণৰ পৰা কাৰ্য্যৰ উৎপত্তি হওঁতে কাৰণ প্ৰকৃততে কাৰ্য্যত পৰিণত হয়। মাটিৰ পৰা ঘট হওঁতে মাটি ঘটলৈ পৰিণত হয়। বিবৰ্তনবাদমতে কাৰণ প্ৰকৃততে কাৰ্য্যত পৰিণত নহয়, কাৰণ কাৰ্য্য ৰূপত মাত্ৰ প্ৰতিভাত হয়। বা কাৰ্য্যত পৰিণত হোৱা যেন মাত্ৰ দেখা যায়। যেনিবা ৰজ্জুতহে সৰ্পভ্ৰম হয়। যেনিবা ব্ৰহ্ম আৰু জগত।

সাংখ্যদৰ্শনমতে কাৰণ কাৰ্য্যত পৰিণত হয় অৰ্থাৎ কাৰ্য্য কাৰণৰেই যথাৰ্থ পৰিণাম। সাংখ্যদৰ্শনৰ প্ৰকৃতিতত্ত্ব এই পৰিণাম বাদী সৎকাৰ্য্যবাদৰ ওপৰত প্ৰতিষ্ঠিত।

## প্ৰকৃতি :

সাংখ্যদৰ্শনমতে বৈচিত্ৰ্যময় জগত প্ৰপঞ্চৰ মূল উপাদানকাৰণ প্ৰকৃতি। প্ৰকৃতিৰ পৰাই জগতৰ উৎপত্তি আৰু প্ৰকৃতিতেই প্ৰলয় কালত জগত লীন হয়। সাংখ্যদৰ্শন মূলতে দ্বৈতবাদী দৰ্শন— পুৰুষ আৰু প্ৰকৃতি এই দুই তত্ত্ব সাংখ্যদৰ্শনৰ মূলতত্ত্ব। এই দুই তত্ত্ব মৌলিক, নিত্য, নিৰপেক্ষ, স্বতন্ত্ৰ আৰু সনাতন। পুৰুষ নিত্য, বুদ্ধ, মুক্ত, চৈতন্য স্বৰূপ, নিৰ্গুণ, নিষ্ক্ৰিয় আৰু অপৰিণামী। প্ৰকৃতি নিত্যা, অব্যক্তা, অনাদি, অবিনাশী, নিৰ্বিশেষা, স্বতন্ত্ৰা আৰু প্ৰধানা আৰু অপ্ৰধান তত্ত্বসমূহৰ সনাতন কাৰণ স্বৰূপা। প্ৰকৃতি ত্ৰিগুণাত্মিকা আৰু পৰিণামিনী।

দেহ, মন, ইন্দ্ৰিয়, বুদ্ধি আদি জড়জগতৰ যাৱতীয় পদাৰ্থ বা বস্তুসমূহ কিছুমান উপাদানেৰে সংগঠিত। এই বস্তুসমূহ সীমিত আৰু পৰনিৰ্ভৰশীল। এই সকলোৰে মূলত আছে প্ৰকৃতি। প্ৰকৃতিক অব্যক্ত আৰু প্ৰধান বুলিও কোৱা হয়। প্ৰকৃতি শব্দৰ অৰ্থ হৈছে—এই জগত বা বিশ্ব যাৰ কৃতি বা পৰিণাম, এই বিশ্ব যেয়ে কৰিছে সেয়ে প্ৰকৃতি-প্ৰ+কৃ (কৰোতি) ইতি প্ৰকৃতি। প্ৰকৃতি বিশ্বৰ 'মূলাভাবাদমূলং মূলং'—অমূল মূল প্ৰকৃতি সকলোৰে কাৰণ কিন্তু প্ৰকৃতিৰ আৰু কোনো কাৰণ নাই। প্ৰকৃতি সৰ্বব্যাপী, পৰিপূৰ্ণ আৰু অসীম প্ৰকৃতি জড় (ত্ৰিগুণম বিবেকি বিষয়ঃ সামান্যমচেতনমং প্ৰসৱধৰ্মি। ব্যক্তং তথা প্ৰধানম্ তদ্বিপৰীতস্তথা পুমান)। সৃষ্টিৰ আগতে সমস্ত জগত অব্যক্ত অৱস্থাত প্ৰকৃতিত নিহিত থাকে বাবে প্ৰকৃতিৰ অন্য এটা নাম অব্যক্ত। ব্যক্ত জগত অব্যক্ত প্ৰকৃতিৰ অভিব্যক্তি। প্ৰলয় কালত সমস্ত জগত সংহৃত হৈ প্ৰকৃতিত বিলীন হয় বাবে প্ৰকৃতিৰ আন এটা নাম প্ৰধান। প্ৰকৃতি নিত্য, অবিনাশী আৰু জন্ম ৰহিত বাবে অজা বুলি কোৱাও হয়।

"সত্ত্ব ৰজস্তমসাং সাম্যাৱস্থা প্ৰকৃতিঃ"— সত্ত্ব ৰজঃ আৰু তমঃ এই তিনিগুণৰ বিকাৰহীন নিৰ্বিশেষ সাম্য অৱস্থাই প্ৰকৃতি। ইয়াৰ বাহিৰে প্ৰকৃতিৰ আন কোনো পৃথক সত্তা নাই। প্ৰকৃতি কোনো দ্ৰব্য নহয় আৰু সত্ত্ব, ৰজঃ আৰু তমঃ এই তিনিটা কোনো দ্ৰব্য ধৰ্মী গুণ বা ধৰ্ম নহয়, এই তিনিটা গুণ প্ৰকৃতিৰ উপাদান। ৰছি এগছৰ সৰু সৰু গুণ যিদৰে সমন্বিত হৈ ৰছিগছ হয় অথচ গুণবিলাক ফঁহিয়াই ফঁহিয়াই নিলে আমি কোনো ৰছি নেপাওঁ সেইদৰে সত্ত্ব, ৰজ আৰু তমঃ এই তিনিগুণৰ দ্বাৰা প্ৰকৃতি গঠিত আৰু এই তিনিগুণৰ সাম্যাৱস্থাই প্ৰকৃতি। এই গুণকেইটা অতি সূক্ষ্ম কাৰণে প্ৰত্যক্ষ নহয়, এই গুণ কেইটাৰ উৎপত্তি বা বিনাশ নাই, গুণকেইটা জড়। জগতৰ প্ৰত্যেক দ্ৰব্য ত্ৰিগুণাত্মক। কিন্তু তিনিওটা গুণৰ অৱস্থিতি বা প্ৰাধান্য সমপৰিমাণৰ নহয় কাৰণেই জগত অনন্ত বৈচিত্ৰ্যময়। সত্ত্বগুণ প্ৰধান হলে সাত্ত্বিক, ৰজঃগুণ প্ৰধান হলে ৰাজসিক আৰু তমঃগুণ প্ৰধান হলে তামসিক বোলা হয়। কিন্তু কোনো দ্ৰব্য বা অৱস্থাতে তিনিওটা গুণ একত্ৰ নোহোৱাকৈ নাথাকে, মাত্ৰ তিনিওটা গুণৰ পৰিণামৰ তাৰতম্য হয়। এই গুণ তিনিটাই পৰস্পৰে পৰস্পৰৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিব খোজে, অচ্ছেদ্য বন্ধনত

আবদ্ধ থাকে, পৰস্পৰক আশ্ৰয় কৰি থাকে আৰু প্ৰাধান্য বিস্তাৰৰ দ্বন্দৰ পৰাই বিকাৰ বা পৰিবৰ্ত্তন হৈ থাকে।

সত্বগুণ প্ৰকাশশীল আৰু আনন্দদায়ক। সত্ব লঘু আৰু প্ৰকাশক। আনন্দ, প্ৰীতি, সন্তোষ, বস্তুৰ উৰ্দ্ধগতি, প্ৰকাশশক্তি, জ্ঞানৰ বিষয়বস্তুৰ প্ৰকাশ আদি সত্ব গুণৰ উপস্থিতিৰ কাৰণেই হয়। ৰজোগুণৰ স্বভাৱ হৈছে কৰ্ম কৰাৰ শক্তি বা প্ৰবৃত্তি বা প্ৰৱণতা। ৰজোগুণ গতিশীল, উত্তেজক, চঞ্চল, প্ৰবৰ্তক আৰু চালক। ই অপ্ৰীতিকাৰক আৰু বেদনাদায়ক। তমোগুণ বস্তুৰ গুৰু বা ভাৰী, নিষ্ক্ৰিয়তা, অলসতা আৰু শক্তিবিকাশৰ বা ধৰ্মপ্ৰকাশৰ প্ৰতিবন্ধক, মোহকাৰক বিষাদাত্মক, গতিৰোধক আৰু স্থিতিশীলতা প্ৰৱৰ্তক। ভ্ৰম, প্ৰমাদ, নিদ্ৰা, তন্দ্ৰা, নিস্পৃহতা আদি তমোগুণৰ বাবেই উৎপাদিত হয়। গুণকেইটাৰ পাৰস্পৰিক বিৰোধীতা আৰু সহযোগিতা সকলো দ্ৰব্যতেই আৰু সকলো সময়তেই থাকে। এই জগতৰ বৃহৎ, ক্ষুদ্ৰ, স্থূল, সূক্ষ্ম প্ৰকাশমান আবৰণাত্মক সকলো বস্তুতে এই তিনিওগুণৰ উপস্থিতি পৰিমাণৰ তাৰতম্য অনুসৰি আছে।

প্ৰকৃতিৰ এই গুণকেইটা পৰিবৰ্ত্তনশীল আৰু এটা ক্ষণৰ কাৰণেও পৰিবৰ্তন নোহোৱাকৈ থাকিব নোৱাৰে। এই পৰিবৰ্তন দুই প্ৰকাৰৰ : স্বৰূপ আৰু বিৰূপ। স্বৰূপ পৰিবৰ্তন বা স্বৰূপ পৰিণামত গুণ নিজৰ ভিতৰতেই পৰিবৰ্তিত হৈ থাকে আৰু আন গুণৰ ওপৰত প্ৰভাৱ বিস্তাৰ নকৰে। সত্ব সত্বৰ মাজতেই, ৰজঃ ৰজোগুণৰ মাজতেই আৰু তমঃ তমোগুণৰ মাজতেই পৰিবৰ্তিত হৈ থাকে। প্ৰলয় কালত যেতিয়া বিশ্ব প্ৰকৃতিত লীন হৈ থাকে তেতিয়া এই অৱস্থা প্ৰাপ্ত হয়। এই অৱস্থাত গুণকেইটাই কোনো সৃষ্টি বা উৎপাদন কৰিব নোৱাৰে আৰু এই অৱস্থাই গুণকেইটাৰ সাম্য অৱস্থা। যেতিয়া গুণকেইটাই এটাই আনটোৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ চেষ্টা কৰে সেই অৱস্থাক গুণৰ বিৰূপ পৰিণাম বোলা হয় আৰু তেতিয়াই বিশ্বৰ বিভিন্ন বস্তুৰ উৎপাদন আৰম্ভ হয়।

প্ৰকৃতি প্ৰণবধৰ্মী বা পৰিণামশীলা আৰু সৃষ্টিকালত প্ৰকৃতিৰ বিৰূপ পৰিণাম সংঘটিত হয়। প্ৰকৃতি জগতৰ মূল কাৰণ আৰু সৃষ্টিৰ আগতে জগত প্ৰকৃতিত অব্যক্ত অৱস্থাত থাকে আৰু সৃষ্টিত তাৰ অভিব্যক্তি হয়। প্ৰকৃতি আৰু পুৰুষৰ সংযোগত এই অভিব্যক্তি আৰম্ভ হয় আৰু এই সংযোগ নহলে সৃষ্টি হব নোৱাৰে। পুৰুষ আৰু প্ৰকৃতিৰ

সংযোগৰ বাবেই গুণসমূহৰ মাজত ক্ষোভ আৰম্ভ হয় আৰু সাম্যাৱস্থা ব্যাহত হয়। গুণসমূহৰ ক্ষোভিত অৱস্থাত প্ৰথমে ৰজঃগুণৰ গতি বা চাঞ্চল্য হয় আৰু ৰজোগুণৰ সংসৰ্গত আন গুণ দুটাৰ আলোড়ন বা বিক্ষোভ আৰম্ভ হয়। প্ৰকৃতিৰ পৰিণাম এটা অতি নিয়ন্ত্ৰিত আৰু শৃঙ্খলাবদ্ধভাৱে আৰম্ভ হয়। প্ৰকৃতিৰ পৰিণামৰ ক্ৰম অনুসৰি প্ৰথমে মহৎ বা বুদ্ধিৰ অভিব্যক্তি ঘটে। এই মহৎতত্ত্ব বা বুদ্ধিতত্ত্ব জগতৰ যাৱতীয় বস্তুৰ সৃষ্টিৰ প্ৰথম বীজ। এই বুদ্ধি কোনো ব্যক্তিবিশেষৰ বা জীৱবিশেষৰ বুদ্ধি নহয়। এই বুদ্ধি সাৰ্বজনীন বা সামান্য বুদ্ধি। বুদ্ধিৰ বৃত্তি নিশ্চয়াত্মক জ্ঞান বা অধ্যৱসায়। ইয়াত সত্ত্বগুণৰ সৰ্বোৎকৃষ্ট আৰু সৰ্বাত্মক প্ৰভাৱ থাকে। বুদ্ধি চৈতন্যস্বৰূপ পুৰুষৰ সান্নিধ্য অতি নিকটবৰ্তী হোৱাত পুৰুষৰ চৈতন্য বুদ্ধিত প্ৰতিবিম্বিত হয় আৰু বুদ্ধিৰ দ্বাৰাই প্ৰকৃতি-পুৰুষৰ বিভেদজ্ঞান পাব পাৰি। প্ৰকৃতিৰ দ্বিতীয় পৰিণাম অহঙ্কাৰ। বুদ্ধিৰ পৰাই অহঙ্কাৰৰ উৎপত্তি আৰু অহঙ্কাৰৰ বাবেই অভিমান আৰু মমত্বজ্ঞান জন্মে। অহঙ্কাৰৰ বাবেই অহং কৰ্তা, ভোক্তা আদি অবিদ্যা জন্মে। অহঙ্কাৰৰ পৰা পঞ্চ কৰ্মেন্দ্ৰিয়, পঞ্চজ্ঞানেন্দ্ৰিয়, মন আৰু পঞ্চ তন্মমাত্ৰৰ উদ্ভৱ বা অভিব্যক্তি হয়।

মন উভয়েন্দ্ৰিয় আৰু মন নাথাকিলে জ্ঞান লাভ আৰু কৰ্ম সম্পাদিত হব নোৱাৰে। মনৰ দ্বাৰাই জ্ঞানেন্দ্ৰিয় আৰু কৰ্মেন্দ্ৰিয় পৰিচালিত হয়। শব্দ, স্পৰ্শ ৰূপ, ৰস, গন্ধ, অতি সূক্ষ্ম তন্মাত্ৰা বা উপাদানেৰে গঠিত। এই পাঁচ প্ৰকাৰৰ তন্মাত্ৰ হৈছে শব্দ তন্মাত্ৰ, স্পৰ্শ তন্মাত্ৰ ৰূপ তন্মাত্ৰ, ৰস তন্মাত্ৰ আৰু গন্ধ তন্মাত্ৰ আৰু যথাক্ৰমে এই তন্মাত্ৰ সমূহ আকাশ, বায়ু, তেজ, ৰস বা জল আৰু গন্ধ বা পৃথিৱীৰ উপাদান হয়। এইকেইটা হৈছে পঞ্চমহাভূত। এ'য় ক্ষিতি, অপ, তেজ, মৰুৎ আৰু ব্যোম।

সাংখ্য দৰ্শনমতে শব্দ তন্মাত্ৰ শব্দগুণযুক্ত আকাশ বা ব্যোমৰ উপাদান, শব্দ আৰু স্পৰ্শ তন্মাত্ৰৰ সংযোগত শব্দ স্পৰ্শগুণযুক্ত বায়ুৰ উৎপত্তি। সেইদৰে শব্দ, স্পৰ্শ আৰু ৰূপ তন্মাত্ৰৰ সংযোগত তেজঃ বা অগ্নিৰ, শব্দ, স্পৰ্শ, ৰূপ আৰু ৰসৰ সংযোগত এই চাৰিধৰ্মী ৰস বা জলৰ আৰু শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধ তন্মাত্ৰৰ সংযোগত পঞ্চধৰ্মী পৃথিৱী বা ক্ষিতিৰ উৎপত্তি। এইদৰে প্ৰকৃতিৰ পৰিণামে মহৎ তত্ত্বৰ পৰা আৰম্ভ হৈ পঞ্চমহাভূতলৈ ক্ৰমিক ৰূপত অভিব্যক্তি

লাভ কৰে। এই ক্ৰমক অনুলোম পৰিণাম বোলে। আকৌ প্ৰলয় কালত পঞ্চ মহাভূত পঞ্চ তন্মাত্ৰত, পঞ্চতন্মাত্ৰ দশেন্দ্ৰিয় মন অহঙ্কাৰত, অহংকাৰ বুদ্ধিত আৰু বুদ্ধি বা মহৎতত্ত্ব প্ৰকৃতিত লীন হয়। এয়ে প্ৰতিলোম পৰিণাম।

পুৰুষৰ ভোগ আৰু মোক্ষৰ বাবেই প্ৰকৃতিৰ পৰিণামৰ প্ৰয়োজন। "পুৰুষস্য দৰ্শনাৰ্থং কৈবল্যাৰ্থং তথা প্ৰধানস্য"। প্ৰকৃতিৰ দৰ্শনেই পুৰুষৰ ভোগ আৰু প্ৰকৃতি পুৰুষৰ ভেদজ্ঞানেই মুক্তি বা বিবেকজ্ঞান। পুৰুষৰ স্বৰূপত অৱস্থানেই মুক্তি।

সাংখ্যদৰ্শনত ঈশ্বৰক বিশ্বৰ স্ৰষ্টাৰূপে স্বীকাৰ নকৰে। সাংখ্য নিৰীশ্বৰবাদী। পুৰুষ আৰু প্ৰকৃতিৰ ঊৰ্দ্ধত এক পৰমেশ্বৰ বা নিয়ন্তা থকাটো সাংখ্যই স্বীকাৰ নকৰে। সাংখ্যৰ প্ৰকৃতি অচেতন আৰু জড়। সাংখ্য দ্বৈতবাদী বাস্তববাদ ( Dualistic realism ) যদিও বহু পুৰুষবাদৰ পুৰুষ চৈতন্যস্বৰূপ। বাস্তববাদ জড়বাদৰ সৈতে একে নহয়। *

* অধ্যক্ষ শ্ৰীশৰৎ চন্দ্ৰ গোস্বামীদেৱৰ সম্পূৰ্ণ সহায়ত, তেখেতৰ দাৰ্শনিক ব্যাখ্যা অনুসৰণ কৰি এই প্ৰবন্ধ যুগুতোৱা হৈছে।

# তন্ত্রবাদ

ভাৰতীয় সংস্কৃতিত বৈচিত্র্যপূৰ্ণ, ঐশ্বৰ্য্যময় বিভিন্নধৰ্মৰ ধাৰাৰ উপাদান আছে। ভাৰতীয় ধৰ্মৰ ধাৰাসমূহে ভাৰতীয় চিন্তা-চৰ্চা, ভাষা-সাহিত্য, কলা তথা সংস্কৃতিৰ গঠনত অজস্ৰ ইন্ধন যোগাইছে।

তন্ত্ৰবাদ ভাৰতীয় সংস্কৃতিৰ এক বিশিষ্ট ধাৰা। তন্ত্ৰবাদৰ সংজ্ঞা কি ?

তন্ত্ৰবাদক জীৱনবাদ বুলি কলে বোধকৰো ভুল নহব। লোক-বিশ্বাস, লোক ধাৰণা, লোক-আচাৰ, লোক-সাহিত্য আৰু তাৰ বিবৰ্তন — তথা লোক-জীৱনৰ এক সামগ্ৰিক বিশাল, ব্যাপক গভীৰ ঐশ্বৰ্য্যমধতা তন্ত্ৰই সামৰি লৈছে। তাৰ মাজত দাৰ্শনিকতা আৰু আধ্যাত্মিকতাও অঙ্কুৰিত আৰু পল্লৱিত হৈছে।

তন্ত্ৰবাদ প্ৰাকবৈদিক এক ধাৰা বুলি স্বীকৃত এক ধাৰা। অৱশ্যে এই ধাৰাই অন্যতম বৈশিষ্ট্যপূৰ্ণ ধাৰাৰূপে জনপ্ৰিয়তা পিছৰ পিনহে লাভ কৰে। বৈদিক উপাসনাৰ ধাৰা, সৰ্বসাধাৰণৰ অবোধ্য উপনিষদীয় অদ্বৈত চিন্তা, পুৰাণৰ ভক্তিধাৰা, পতঞ্জলিৰ দ্বাৰা প্ৰৱৰ্তিত যোগ আৰু অথৰ্ববেদৰ মন্ত্ৰৰ সুসমাহাৰ তন্ত্ৰত ক্ৰমান্বয়ে পৰিলক্ষিত হৈ আছিল। পুৰুষ-নাৰীৰ কাৰণে সমানে মুকলি, জাতিবৰ্ণভেদৰ সংস্কাৰৰ পৰা সম্পূৰ্ণ মুক্ত তন্ত্ৰ সাধাৰণ স্তৰৰ মানুহৰ কাৰণে সুগম অৱলম্বন হৈ পৰিল। তান্ত্ৰিক যাদুমন্ত্ৰই সৰ্বসাধাৰণৰ আকৰ্ষণ তথা কৌতূহল তন্ত্ৰৰ প্ৰতি তীব্ৰ কৰি তুলিলে।

"তন্ত্ৰ" এই শব্দটো ক'ৰপৰা আহিল— এই কথা লৈও বিস্তৰ মতভেদ। বহুতে কব খোজে তন্ত্ৰ শব্দৰ মূল "তন্"— যাৰ অৰ্থ "বিস্তাৰ"। পাৰ্থিব অপাৰ্থিব দুয়োটাৰে বিস্তাৰ বা প্ৰাচুৰ্য্য লাভৰ কাৰণে এই ধাৰাৰ উপাসকে নানা আচাৰ-ক্ৰিয়া পালন কৰে। কিছুমানে কব খোজে তন্ত্ৰই বুজায় "জ্ঞানৰ বিস্তাৰ" :

"তন্যতে বিস্তাৰয়তে, জ্ঞানম্ অনেন ইতিতন্ত্ৰম্"— সেই অৰ্থৰে তন্ত্ৰবাদে এক বিশেষ ধৰ্মৰ ধাৰা আৰু দৰ্শনো বুজাইছে। ইয়াৰ উপৰিও তন্ত্ৰই বুজায় এক বিশিষ্ট ধাৰাৰ শাস্ত্ৰসমূহো।

অন্য কিছুমানে কয় তন্ত্র শব্দৰ মূল "তন্" যাৰ অৰ্থ "দেহ"। নিজৰ দেহতেই বিশ্বব্ৰহ্মাণ্ড নিজ দেহতেই অপাৰ ৰহস্য। দেহৰ ভিতৰতে মন — মনতেই অসীম কৌতূহল। জৰা-ব্যাধিৰ পৰা দেহ ৰক্ষা কৰি অসীম শক্তিশালী কৰিব নোৱাৰিনে? মনৰ সৰ্বাত্মক ইচ্ছাৰ পৰিপূৰ্ণতা সাধন কেনেকৈ কৰিব পাৰি? অসাধ্য সাধনৰ গোপন মন্ত্ৰ কি? সৃষ্টিৰ গোপন ৰহস্যৰ স্বৰূপ কি? সৰ্বশক্তিময় শক্তিৰ ৰূপ কেনেকুৱা? অনন্ত ৰহস্যৰ অন্ত ক'ত? —দেহক, মনক কেন্দ্ৰ কৰি উঠা পৰা সকলো ধৰণৰ হাজাৰ হাজাৰ জিজ্ঞাসা আৰু তাক পাবৰ কাৰণে কৰা কাৰ্যাৰ তৰঙ্গয়ে নাম পালে "তন্ত্ৰ"।

এইফালৰ পৰা তন্ত্ৰৰ জগত বাস্তৱতাৰ ( Reality ) জগত। গোড়া ধৰ্মীয় বিমূৰ্ত দৰ্শনৰ বিপৰীতে তন্ত্ৰ যেন এক প্ৰত্যাহ্বান। তন্ত্ৰই সকলো প্ৰত্যক্ষ কৰিব খোজে। সেয়ে সাধনাৰ ব্যৱহাৰিক দিশৰ ওপৰত তন্ত্ৰবাদে গুৰুত্ব প্ৰদান কৰে।

অন্য কিছু পণ্ডিতৰ মতে তন্ত্ৰবাদ হৈছে এক "শৃঙ্খলা"। শৃঙ্খলাপূৰ্ণ আচাৰ-ক্ৰিয়াৰ মাজেৰে ই ব্যৱহাৰিক বিজ্ঞানৰ শিক্ষা দিয়ে। তন্ত্ৰমতে সকলো মানুহৰ মাজতে অনন্ত শক্তিৰ বীজ লুকাই আছে। দেখা, জনা আৱিষ্কাৰ কৰা, উপভোগ কৰা— এনে শক্তিবোৰ তন্ত্ৰ সাধনাই জাগ্ৰত কৰে। তন্ত্ৰমতে সত্যক জানিবৰ কাৰণে ডাঙৰ জ্ঞানৰ অথবা অনাহাৰ নিৰামিষৰ আৱশ্যক নাই। সত্যৰ লগত ঘনিষ্ঠ হোৱা, মনক নীৰৱ কৰা, শান্ত কৰা— সত্য জ্ঞাত হ'ব ধীৰে ধীৰে।

জীৱনৰ প্ৰকৃত সত্য সূক্ষ্ম জগতত অৱস্থান কৰিলেহে উপলব্ধি কৰা যায়। এই অৱস্থা প্ৰাপ্ত হ'বৰ কাৰণে, সূক্ষ্ম দৃষ্টি লাভ কৰিবৰ কাৰণে অন্তৰ্মুখী চেতনা লাভ কৰিব লাগিব। মায়াত থাকিও মায়াৰ উৰ্দ্ধৰ অৱস্থা জাগ্ৰত শক্তিৰ দ্বাৰা, সূক্ষ্ম চৈতন্যৰ দ্বাৰা লাভ কৰিব পাৰি। তন্ত্ৰমতে এই শীৰ্ষ অৱস্থা লাভ কৰিব পাৰি কেৱল তন্ত্ৰযোগৰ দ্বাৰাহে। তন্ত্ৰমতে অচৈতন্যৰ মাজত সুপ্ত হৈ থকা শক্তিৰ বিকাশ কেৱল যোগ সাধনাৰ দ্বাৰাহে সম্ভৱ।

যোগ সাধনাই বাস্তৱ জীৱনতে আধ্যাত্মিক চৰম মুহূৰ্তৰ পোহৰ দিয়ে। তান্ত্ৰিক প্ৰতীক আৰু পেটাৰ্ণৰ মাজতে অনাস্বাদিত অমৃতৰ আৰু ৰহস্যময় পোহৰৰ সন্ধান নিহিত হৈ আছে। যাক আমি 'ৰহস্য' বুলি কওঁ সেই ৰহস্য থাকে স্থান, সময়, ধ্বনি আৰু পোহৰৰ যদি ঐক্য সাধন হয় সেই ঐক্যৰ গভীৰত। এই ৰহস্যৰ সন্ধানেই তন্ত্ৰৰ

সাধনা। তন্ত্ৰই ইয়াকে' কলাত্মক ৰূপ দিছে। তান্ত্ৰিক যোগীয়ে কুণ্ডলিনী শক্তি তন্ময় ধ্যানেৰে জাগ্ৰত কৰি গোপন ৰহস্যময় অনুভূতিৰ লগত নিজৰ সত্বাক সম্পূৰ্ণ একাত্ম কৰে। তন্ত্ৰমতে অদ্বৈত উপলব্ধি আৰু সাকাৰৰ পৰা নিৰাকাৰক উপলব্ধি কৰিব পাৰি এনে কলাত্মক উপাসনাৰ দ্বাৰাহে। সেইফালৰ পৰা তন্ত্ৰযোগীসকল শিল্পী। তেওঁ-বিলাকৰ যাত্ৰা স্পৰ্শৰ মাজেদি স্পৰ্শাতীতলৈ, শব্দৰ মাজেদি নৈঃশব্দলৈ, আকাৰৰ মাজেদি নিৰাকাৰলৈ। শব্দই দিব পৰা আকাৰ সদায় ক্ষণস্থায়ী, নিৰাকাৰৰ আকাৰক তাৰ লগত তুলনা কৰিব নোৱাৰি।

তন্ত্ৰৰ সাধনা সত্যদৰ্শন আৰু মুক্তিৰ সাধনা। আমাৰ দৃশ্য-অদৃশ্য জগতখন এক পৰমশক্তিৰ প্ৰতিফলন মাত্ৰ। তন্ত্ৰত এই অদেখা অথচ ক্ৰিয়াশীল চেতন শক্তিক "ব্ৰহ্মবিদ্যা" বুলি কোৱা হয়। সেইফালৰ পৰা তন্ত্ৰবাদৰ দৰ্শনৰ ভেটি বেদান্তৰ অদ্বৈতবাদৰ ভেটিৰ লগত একে। তন্ত্ৰবাদ হিন্দুধৰ্ম ( বৈষ্ণৱ, শৈৱ, শাক্ত), বৌদ্ধধৰ্মৰ সাধনাৰ মাজতো সোমাই আছে। সেইফালৰ পৰা বিচাৰ কৰি চালে তন্ত্ৰ তথা লোকচিন্তাই সকলো প্ৰধান ধৰ্মকে প্ৰভাৱান্বিত কৰিছিল বুলি নিঃসন্দেহে কব পাৰি। নাৰায়ণীতন্ত্ৰই আনকি বেদসমূহৰ উৎপত্তিও যামলৰ পৰা হৈছে বুলিহে কব খোজে। ৰুদ্ৰযামলৰ পৰা ঋকবেদ, বিষ্ণুযামলৰ পৰা যজুৰ্বেদ, ব্ৰহ্মযামলৰ পৰা সামবেদ আৰু শক্তি যামলৰ পৰা অথৰ্ববেদৰ উৎপত্তি বুলি এই তন্ত্ৰত কোৱা হৈছে।

এচাম চিন্তাবিদে এনে ধাৰণাও দিব খোজে যে তন্ত্ৰৰ মূল বেদতেই আছিল। ঋকবেদৰ দশম মণ্ডলৰ দেৱীসূক্ত, যজুৰ্বেদৰ লক্ষ্মীসূক্ত, সৰস্বতীসূক্ত আৰু উপনিষদৰ উমাৰ কাহিনীয়ে প্ৰমাণ কৰি দেখুৱাইছিল যে ইন্দ্ৰাদি কোনো দেৱতাৰে লৰচৰ কৰাৰো শক্তি দেৱী বা শক্তি অবিহনে নাই। এই শক্তিকেই তন্ত্ৰত প্ৰধান কৰি দেখুওৱা হল, সৰ্বশক্তিময়ী, অনিৰ্বচনীয় কৰি দেখুওৱা হল।

তন্ত্ৰৰ লগত বেদৰ সম্পৰ্ক যদি ওচৰ চপাবই খোজা যায় তেন্তে অথৰ্ববেদহে বিশেষ উল্লেখযোগ্য। সেইকাৰণে পানিনীৰ দৰে পণ্ডিতেও অথৰ্ববেদক বাদ দি বেদক "ত্ৰয়ী" বুলিহে কয়। কোনো কোনো পণ্ডিতে আনহাতে তন্ত্ৰক "পঞ্চমবেদ" বুলিও অভিহিত কৰে।

তন্ত্ৰৰ অৰ্থ প্ৰকৃততে এক ধৰ্মও নহয়, তন্ত্ৰৰ অৰ্থ মন্ত্ৰও নহয়, তন্ত্ৰ এক বিশিষ্ট চিন্তা নহয়, তন্ত্ৰ এক cult। তন্ত্ৰ প্ৰাক বৈদিক যুগৰে পৰা চলি অহা আৰু বেদৰ সময়তো সমান্তৰালভাৱে চলা

এক প্ৰাচুৰ্য্যপূৰ্ণ ধাৰা। তন্ত্ৰৰ ধাৰা লৈয়ে অথৰ্ববেদ। অথৰ্ববেদৰ বিষয়বস্তু আৰু আঙ্গিক এই দুয়োটা বস্তু বাকী তিনিখন বেদতকৈ বেলেগ। অথৰ্ববেদৰ প্ৰতিমন্ত্ৰতে তন্ত্ৰৰ উমান আছে, জীৱনৰ সামগ্ৰিকতা আছে। অথৰ্ববেদত বিদ্যাতন্ত্ৰ ( Intuitional science ), অবিদ্যাতন্ত্ৰ (Witch craft ), যুদ্ধ, নাগৰিকত্ব আদি সকলো বিষয় অন্তৰ্ভুক্ত হৈছে। বিদ্যাতন্ত্ৰৰ ভিতৰতে ব্ৰহ্মবাদৰ দৰ্শন সোমাই আছে। সেই দৰ্শনমতে বিদ্যা, প্ৰজ্ঞাৰ (Intuition) দ্বাৰা পৰমসত্যৰ উপলব্ধি কৰিব পাৰি। শ্ৰীশ্ৰীশঙ্কৰাচাৰ্য্যই তন্ত্ৰশাস্ত্ৰক গুৰুত্ব দিছিল। শক্তিসাধনাৰ যোগেদি লাভ কৰা দৈৱিক শক্তিৰো তেওঁ অধিকাৰী আছিল।

সাধাৰণ স্তৰৰ মানুহৰ কাৰণেও আছিল তন্ত্ৰমাৰ্গ এক সহজমাৰ্গ। তন্ত্ৰত জাতিভেদো নাই। তন্ত্ৰই উচ্চতা-নীচতা জাতিৰ দ্বাৰা নিৰ্ণীত নকৰে। তন্ত্ৰমতে সিদ্ধিৰ দ্বাৰাইহে লোক উচ্চ হয়। চণ্ডালী, ডোম্বী, শাবৰী, ৰজকী ইত্যাদি নামত তন্ত্ৰই গুৰুত্ব দিছে।

তন্ত্ৰৰ গভীৰত যি আদিম সমাজৰ প্ৰচলিত লোক-বিশ্বাস, লোক আচাৰৰ শিপাৰ পৰিচয় পোৱা গৈছে সেই প্ৰাচীনতম সমাজ আছিল কৃষি নিৰ্ভৰ। প্ৰাচীন মানুহে প্ৰাৰ্থনা আৰু যাদুবিহনে শস্য পোৱাৰ কথা ভাবিবই নোৱাৰিছিল। কৃষিৰ লগত পালিত আচাৰ উৎসৱৰ লগত যাদু-মন্ত্ৰ, তন্ত্ৰৰ সম্বন্ধ সেয়ে অবিচ্ছেদ্য। ঋকবেদৰ এটি সূক্তৰ কথা এইখিনিতে প্ৰণিধানযোগ্য। সেই সূক্তত (১০. ৭১. ৯) তন্ত্ৰ শব্দৰ উল্লেখ আছে। সায়নাচাৰ্য্যৰ মতে এই সূক্তত তন্ত্ৰই যি বিস্তাৰ অৰ্থ বুজাইছে সেই বিস্তাৰে কৃষিৰ বিস্তাৰহে বুজাইছে—"কৃষি লক্ষণম্ বিস্তাৰয়তি কুৰ্বন্তি।" তন্ত্ৰৰ প্ৰবক্তাও "সিৰী" অৰ্থাৎ কৃষক আৰু তাঁতী বুলি ধৰা হৈছে। সেইকালৰ পৰা "তন্ত্ৰ" আৰু 'কৃষি' একে অৰ্থবহ শব্দ। কৃষিত যি কৰ্ষণ লাগে, তন্ত্ৰতো সেই একে কৰ্ষণৰে প্ৰয়োজন। অঘৰী আৰু কৃষি এই দুয়োটা জীৱন যাত্ৰাতে নক্ষত্ৰ বিদ্যা অপৰিহাৰ্য্য। আকাশৰ নক্ষত্ৰৰ উদয়-অস্ত আৰু গতি-প্ৰকৃতিৰ ভেটিত, সূৰ্য্যৰ বিভিন্ন অৱস্থানৰ হিচাবত কৃষি সম্পাদন কৰা হৈছিল, ধৰ্মীয় কৰ্মও নিৰ্দ্ধাৰিত হৈছিল। সেয়ে আকাশ, পৃথিৱী, জ্যোতিষ, তন্ত্ৰ, সূৰ্য্য, নক্ষত্ৰ জীৱন কামনাৰ লগত ঘনিষ্ঠ আৰু ওতঃপ্ৰোতভাবে বিজড়িত।

অঘৰী বেদমাৰ্গী লোকসকলৰ কাৰণে কৃষি প্ৰথমে প্ৰয়োজনীয় নাছিল। আহাৰ সংগ্ৰহতহে গুৰুত্ব আছিল। কিন্তু কৃষিৰ সময়ত

যাদুৰ আচাৰ প্ৰয়োজনীয় হৈ পৰিছিল। তেওঁবিলাকে লক্ষ্য কৰিছিল-অৰণ্য ভাঙি খেতিৰ কাৰণে মাটি উলিওৱা, সেই মাটি চহোৱা, পানী দি সেই মাটি কোমল কৰি তোলা, বীজ সিঁচা, ৰোপন কৰা, শস্যৰ কাৰণে ধৈৰ্য্যৰে বাট চোৱা,—এই সকলোবোৰ কথা সাধাৰণৰ কাৰণে কঠিন যেন অনুভৱ হৈছিল। ব'দ-বৰষুণৰ কাৰণে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছিল। উৎপাদন বৃদ্ধিৰ কাৰণে, শস্য ৰক্ষাৰ কাৰণে, শস্যৰ শ্ৰীৰ কাৰণে যাদুৰ বিবিধ আচাৰ সাধাৰণে উদ্ভাৱন কৰিছিল আৰু তাৰ ওপৰত আস্থা ৰাখিছিল। যাদু-মন্ত্ৰ, কবচ-মাদলী, বশীকৰণ, সম্মোহন, আত্মসম্মোহন, স্তম্ভন, উচাটন, মাৰণ আদি কাৰ্য্যৰে শত্ৰুদমন, অভিলাষ পূৰণৰ যাত্ৰাত অসীম কৌতূহল আৰু বিশ্বাসেৰে তেওঁবিলাক আগবাঢ়িছিল। সৃষ্টি কৰিব পৰা, শক্তিৰূপা নাৰীৰ লগত উৰ্বৰতা বৃদ্ধিৰ কাৰণে কৰা অনুষ্ঠানবোৰ ৰহস্যময়ভাৱে, ঘনিষ্ঠৰূপত জড়িত আছিল। সেয়ে তন্ত্ৰত নাৰীশক্তি তথা নাৰীদেৱতা আৰু মাতৃদেৱতাৰ প্ৰাধান্য অত্যন্ত বেছি। বেদত পুৰুষদেৱতাৰ প্ৰাধান্য আনহাতে মন কৰিবলগীয়া।

চিলি, পেৰু, আফ্ৰিকা, গ্ৰীচ, পুৰণি বেবিলন, এচৰীয়া, ইজিপ্ত আদি সকলো লোকসমাজতে উৰ্বৰতাৰ যাদু নাৰীৰ দ্বাৰা পৰিচালিত হৈছিল। প্ৰাচীন চীনৰ তাও ধৰ্মাৱলম্বীৰ মাজতো নাৰীয়েহে যাদু প্ৰক্ৰিয়া কৰিছিল।

তন্ত্ৰৰ ধাৰ দুবোপিনে। মানুহত নিহিত থকা অবিশ্বাস্য শক্তিক উদ্ভাসিত কৰি তুলিবলৈ তন্ত্ৰই যেনেকৈ সহায় কৰে জুইক লৰ নজনা মানুহৰ হাত জুয়ে পোৰাৰ দৰে নজনা মানুহৰ কাৰণে তন্ত্ৰও তেনেকৈয়ে ভয়ঙ্কৰ হয়। তন্ত্ৰৰ বিশাল ধাৰাত অনাৰ্য্য-আৰ্য্য, বৈদিক অবৈদিক সকলোৰে ইচ্ছা-চিন্তা প্ৰবেশ কৰিছে আৰু তন্ত্ৰৰ ৰহস্যময়তাইও সকলোকে আকৰ্ষণ কৰি আহিছে।

# তন্ত্ৰতত্ত্ব

আজিকালি ভাৰততত্ত্ব চৰ্চাৰ ক্ষেত্ৰত তন্ত্ৰশাস্ত্ৰৰ বিষয়ে লেখা নানা ৰচনা দেখা গৈছে। ইংৰাজী ভাষাতো তন্ত্ৰৰ বিষয়ে লেখা কিতাপ বহুৰি প্ৰকাশ হৈছে। ভাৰতীয় ভাষাসমূহতো তন্ত্ৰৰ বিষয়ে লেখাৰ ক্ৰমবৰ্দ্ধমান ৰূপ দেখা গৈছে। কোনো বিষয় লৈ যদি গভীৰ চিন্তা চৰ্চা হয় ই আনন্দৰ কথা। কিন্তু তন্ত্ৰ লৈ এনে কিছুমান বিভ্ৰান্তিকৰ ৰচনা মাজে সময়ে প্ৰকাশ হয় যে ই উচিত চৰ্চা নহৈ আশঙ্কাৰ বিষয় হৈ দেখা দিছে।

আগৰ যুগৰ কিছু পণ্ডিতে তন্ত্ৰশাস্ত্ৰ সম্পৰ্কে অত্যন্ত বিৰূপ ধাৰণা পোষণ কৰিছিল। তাৰ কাৰণ হল তন্ত্ৰত পঞ্চতত্ত্ব বা পঞ্চ 'মকাৰ' নামৰ এক ধৰণৰ সাধনাৰ কথা আছে যাৰ উপকৰণ হৈছে মদ, মাংস, মাছ, মুদ্ৰা আৰু মৈথুন। এইবিলাক শব্দৰ ব্যৱহাৰেই হয়তো আমাৰ ৰুচিবোধক আঘাত কৰিছিল। এই ব্যৱহাৰৰ প্ৰকৃত তাৎপৰ্য্য প্ৰকৃত অৰ্থত অনুধাৱন নকৰাকৈয়ে বহুতে তন্ত্ৰক নীতিবিৰোধী শাস্ত্ৰ বা বিকৃতমনা মানুহৰ শাস্ত্ৰ বুলি অভিহিত কৰিছিল। মূল তান্ত্ৰিক গ্ৰন্থসমূহৰ লগত যথেষ্ট পৰিচয় নথকাৰ কাৰণেই তন্ত্ৰসম্পৰ্কে বিৰূপ ধাৰণা বহুতৰ মনত্তেই হয়তো আছে।

আনহাতেদি এনেকুৱা ধাৰণা যে সঠিক হব নোৱাৰে এনে ধৰণেও বহুত চিন্তাবিদে উপলব্ধি কৰিছিল। উনৈশ শতিকাৰ তন্ত্ৰগ্ৰন্থসমূহৰ বিশেষ মুদ্ৰণ হোৱা নাছিল। বেছিভাগ পুথিয়েই আছিল পাণ্ডুলিপি। বঙ্গদেশত ৰসিকমোহন চক্ৰৱৰ্তীয়েই কিছুসংখ্যক তান্ত্ৰিক পুথি বাংলা ভাষাত প্ৰথম ছপা কৰে। তন্ত্ৰশাস্ত্ৰ লৈ যি কেইজন ব্যক্তিয়ে বিশেষ চৰ্চা আৰম্ভ কৰিছিল সেইসকলৰ ভিতৰত স্বামী প্ৰত্যাগাত্মানন্দ, অটল বিহাৰী ঘোষ, পঞ্চানন তৰ্কৰত্ন, চাৰ জন উড্ৰফ, শিবচন্দ্ৰ বিদ্যাৰ্ণব আৰু গোপীনাথ কবিৰাজৰ নাম উল্লেখযোগ্য। বেদ চৰ্চাৰ ক্ষেত্ৰত মেক্সমূলাৰে যি কৰিছিল তন্ত্ৰ চৰ্চাৰ ক্ষেত্ৰত চাৰ জন উড্ৰফেও তাকেই কৰিছিল। চাৰ জন উড্ৰফে বহুতো তন্ত্ৰগ্ৰন্থ সম্পাদনা কৰিছিল আৰু সেইবোৰৰ ইংৰাজী অনুবাদ প্ৰকাশ কৰিছিল। আথাৰ এভেলন এই

ছদ্মনামৰ আঁৰতো উড্রফেই নহয়তো তান্ত্রিক গ্রন্থৰ অনুবাদ প্রকাশ কৰিছিল। ইয়াৰ উপৰিও শিবচন্দ্র বিদ্যার্ণব বিৰচিত "তন্ত্রতত্ত্ব" নামৰ বিখ্যাত গ্রন্থৰো ইংৰাজী অনুবাদ কৰে।

পঞ্চানন তর্কৰত্ন আৰু গোপীনাথ কবিৰাজে গৱেষণাৰ দ্বাৰা প্রমাণ কৰিলে যে তন্ত্রসাধনা হিন্দু চিন্তা-ভাবনাৰে আৰু এটা দিশ আৰু ইয়াৰ লগত হিন্দু ধর্মতত্ত্বৰ দার্শনিক অন্বেষণৰ বিশেষ কোনো পার্থক্য নাই। হিন্দু ধর্ম আৰু সাধন পদ্ধতিৰ দুটা ধাৰা— এটা বৈদিক আনটো তান্ত্রিক। ইটো যেন সিটোৰ পৰিপূৰক।

এনে বক্তব্য প্রচাৰৰ পিছতো অনেক মানুহৰ মনত পূর্বৰ ধাৰণাই খোপনি পুতি ৰ'ল। সংস্কৃত ভাষাত ৰচিত মূল তন্ত্রগ্রন্থসমূহ অধ্যয়ন কৰিবলৈ বা পূর্বোক্ত পণ্ডিতসকলৰ ৰচনাৱলী গভীৰভাৱে অনুধাবন কৰিবলৈ যি মানসিক প্রস্তুতি লাগে বা শাৰীৰিক পৰিশ্রমৰ প্রযোজন হয় তাৰ কাৰণে বেছিভাগ মানুহেই আছিল অনিচ্ছুক। অতি সৰলীকৃত কিছু ধাৰণালৈয়ে সাধাৰণ কিছুমান পণ্ডিত সন্তুষ্ট আছিল।

দ্বিতীয় মহাযুদ্ধৰ পিছত অৱস্থাৰ কিছু পৰিবর্তন হ'ল। ইউৰোপ আৰু আমেৰিকাৰ পুৰণি সমাজ ব্যৱস্থাত ভাঙোন আৰম্ভ হ'ল আৰু নানান অর্থনৈতিক, মনস্তাত্ত্বিক কাৰণত নাৰী-পুৰুষৰ অবাধ মিলনৰ সূচনা হ'ল। ১৯৬০ চনমানৰ পৰা পাশ্চাত্য জগতৰ নাৰী-পুৰুষৰ এনে অবাধ মিলনে অন্য দেশসমূহকো কিছু পৰিমাণে প্রভাৱান্বিত কৰে আৰু নিজ নিজ দেশতো জনপ্রিয় হয়। এনে ধাৰাৰ যিসকল প্রবক্তা তেওঁবিলাকৰ মাজৰ অতি উৎসাহী কোনো কোনোৱে নাৰী-পুৰুষৰ অবাধ মিলনৰ এটা ধর্মীয় যুক্তি অনুসন্ধানত ব্রতী হ'ল আৰু তেওঁবিলাকৰ দৃষ্টি তন্ত্রৰ ওপৰত পৰিল। যেহেতু তন্ত্রত কিছু যৌন বিষয় আছে, যেহেতু তন্ত্রত বিশেষ ধৰণৰ মৈথুনক ঈশ্বৰ প্রাপ্তিৰ এক সোপান বুলি কোৱা হৈছে, সেইকাৰণে তেওঁবিলাকে এই যুগৰ যাৱতীয় যৌনবিষয়ক আৰু মনস্তাত্ত্বিক ধাৰণাক তন্ত্রৰ ওপৰত আৰোপ কৰিলে। ইয়াৰ ফলত বিভিন্ন লেখকে নিজৰ যৌন বিষয়ৰ চিন্তাক তন্ত্রৰ নামত চলাবলৈ আৰম্ভ কৰিলে। কিছুমান ভাৰতীয় ভাগ্যান্বেষীয়েও মহর্ষি আৰু সাধক সাজি তন্ত্রৰ নামত ব্যভিচাৰী দর্শন প্রতিষ্ঠাৰ কাৰণে পাশ্চাত্যলৈ যাত্রা কৰিলে। বহুত ভাৰতীয় লেখকেও ওপৰতেই তন্ত্র বিশেষজ্ঞৰ ৰূপ ধাৰণ কৰিলে।

তন্ত্ৰৰ প্ৰতি আৰু ভ্ৰান্ত ধাৰণা হোৱাৰ মূল কাৰণ এনেবোৰ অতি উৎসাহেই। প্ৰকাশিত তন্ত্ৰগ্ৰন্থৰ সংখ্যা এখনো বেছি। অজস্ৰ তন্ত্ৰগ্ৰন্থ অপ্ৰকাশিত অৱস্থাতো আছে। ইমানবোৰ শাস্ত্ৰ নিশ্চয় কোনো অবান্তৰ বস্তু লৈ ৰচিত হোৱা নাছিল। এইবিলাক কোনো কামশাস্ত্ৰও নহয়। নীলকণ্ঠ, ভাস্কৰ ৰায়, ৰাঘৱ ভট্ট প্ৰমুখ্যে প্ৰখ্যাত প্ৰাচীন বিদ্বানসকলে যিবোৰ গ্ৰন্থৰ টীকা ভাষ্য ৰচনা কৰি গৈছে সেইবোৰৰ নিশ্চয় বিশেষ মূল্য আছে।

বৰ্তমান যিসকল ব্যক্তিয়ে তন্ত্ৰৰ প্ৰকৃত বক্তব্যক উপস্থাপিত কৰাৰ প্ৰয়াস কৰিছে তাৰ ভিতৰত কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° নৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ড° ভট্টাচাৰ্য্যই "হিষ্ট্ৰী অব তান্ত্ৰিক ৰিলিজিঅন" নামৰ গ্ৰন্থত তন্ত্ৰশাস্ত্ৰ আৰু তান্ত্ৰিক জীৱন চৰ্য্যাৰ সঠিক পৰিচয় দিবলৈ চেষ্টা কৰিছে। তেওঁৰ মতে তন্ত্ৰ এক বিশিষ্ট সাধন পদ্ধতি আৰু জীৱন চৰ্য্যা যাৰ লগত ভাৰতীয় সংস্কৃতিৰ কোনো বিৰোধ নাই। বেদ আৰু তন্ত্ৰ ইটো সিটোৰ পৰিপূৰকহে। ভাৰতৰ সকলো ধৰ্মবিশ্বাস, পূজা আৰু সাধনপদ্ধতি আৰু চিন্তাধাৰাৰ ক্ষেত্ৰত এই দুই ঐতিহ্যৰ সহ অৱস্থান দেখা যায়। হিন্দু ধৰ্মত যি পাঁচটি বিশেষ সম্প্ৰদায় আছে— বৈষ্ণৱ, শৈৱ, শাক্ত, গাণপত্য আৰু সৌৰ—প্ৰত্যেকৰ ক্ষেত্ৰতেই বৈদিক আৰু তান্ত্ৰিক উভয় ধাৰাৰ অস্তিত্ব লক্ষ্য কৰা যায়। ইয়াৰ উপৰিও অবৈদিক বৌদ্ধ আৰু জৈন ধৰ্মতো তান্ত্ৰিক ধাৰা বৰ্তমান।

বিশাল বৈদিক সাহিত্য প্ৰাচীন ভাৰতীয়সকলৰ সামগ্ৰিক জীৱনৰ প্ৰতিফলন। বেদ প্ৰাচীন যুগৰ সকলো জাগতিক আৰু আধ্যাত্মিক জ্ঞানৰ ভাণ্ডাৰ। কিন্তু বৈদিক সাহিত্য আৰু বৈদিক ঐতিহ্য একে কথা নহয়। বৈদিক যুগৰ শেষৰ ফালেই সমগ্ৰ 'বৈদিক' সাহিত্য সাধাৰণ মানুহৰ গণ্ডীৰ পৰা উৰ্দ্ধলৈ উঠে। ব্ৰাহ্মণসকলৰ বাহিৰে আন মানুহে বৈদিক সাহিত্য অনুশীলন কৰা অসম্ভৱ হৈ পৰে। বেদ নামৰ শব্দটোৰ প্ৰতি বিশেষ ধৰণৰ পবিত্ৰতা আৰোপ কৰা হল। বেদক সাক্ষাৎ ঈশ্বৰৰ সৃষ্টি বুলি কোৱা হল। সেয়ে ই আলোচনাৰ বিষয় নহয়, সম্ভ্ৰমৰ বিষয়। ব্ৰাহ্মণসকলহে একমাত্ৰ বেদজ্ঞ হব পাৰে—স্ত্ৰী, শূদ্ৰৰ অধিকাৰ নাই, এনে নিয়মো হল।

আনহাতেদি মানৱ চিৰ অনিসন্ধিৎসু, চিৰগতিশীল। মানৱৰ জীৱন ধৰ্ম এঠাইত স্থিৰ হৈ বৈ থাকিব নোৱাৰে। ই এক ক্ষেত্ৰ নেপালে

অন্য ক্ষেত্রলৈ বৈ যায়। তন্ত্রও এনে এক ক্ষেত্র। বেদৰ দৰে তন্ত্ৰ'ত। প্রাচীন জ্ঞানৰ ভাণ্ডাৰ সঞ্চিত হৈছে। এনেকুৱা এক বিষয় নাই যি তন্ত্র-সাহিত্যত সন্নিবিষ্ট হোৱা নাই। কৃষি, গোপালন, কাৰুশিল্প, বয়ন শিল্প, ৰসায়ন, চিকিৎসাৰ পৰা আৰম্ভ কৰি পাৰমাৰ্থিক জ্ঞানলৈকে সকলো বিষয়ৰ ওপৰতে তন্ত্র শাস্ত্র পোৱা যায়। "তন্ত্ৰ" শব্দৰ অৰ্থ বহুতে পথ বুলিও কয়। ব্যক্তিবিশেষৰ ৰচনাইও কেতিয়াবা তন্ত্র নাম পাইছে। উদাহৰণস্বৰূপে সাংখ্যদৰ্শনৰে অন্য এক নাম "কপিলস্যতন্ত্র।" বৈদিক সাহিত্য যেনেকৈ সংহিতা নামেৰে পৰিচিত তন্ত্র সাহিত্যও সেইদৰে "আগম" নামেৰে পৰিচিত। পিছৰ কালত ৰচিত বৌদ্ধ, জৈন, পাঞ্চৰাত্র, পাশুপত আদি সম্প্রদায়ৰ শাস্ত্রগ্রন্থসমূহক তন্ত্র আগম আৰু সংহিতা এই তিনি ধৰণৰ আখ্যাই দিয়া হৈছে।

জাগতিক আৰু পাৰমাৰ্থিক জ্ঞান বেদ আৰু তন্ত্ৰৰ উপজীব্য হলেও দুয়োটাৰ মাজত কিছু পাৰ্থক্যও পৰিলক্ষিত হয়। বেদত ব্ৰাহ্মণ সকলৰ যেনেকৈ একচেটীয়া অধিকাৰ গণ্য কৰা হয় তন্ত্রত সেইস্থলত সকলো মানুহৰে অধিকাৰ। তন্ত্রই জাতি-বৰ্ণ নেমানে। তন্ত্রত নাৰীৰ অধিকাৰ পুৰুষৰ সমান। নাৰীয়ে তন্ত্রত গুৰু পৰ্য্যন্ত হব পাৰে। যদিও বেদত জাগতিক কৰ্ম, বিভিন্ন বৃত্তি আৰু শিল্প কাৰ্য্যৰ প্রচুৰ বৰ্ণনা আছে, বৈদিক ঐতিহ্যত এইবোৰক বেছি মূল্য দিয়া নহয়। বেদত পৰমাৰ্থিক জ্ঞানেই একমাত্র সত্য বা পৰাবিদ্যা। জাগতিক জ্ঞান অবিদ্যা বা অপৰাবিদ্যা। আনহাতেদি তন্ত্রত জাগতিক জ্ঞানকো সমান গুৰুত্ব দিয়া হল।

বৌদ্ধ, জৈন আদি সম্প্রদায় বেদ-বিৰোধী আছিল। তেওঁবিলাকে বেদৰ অনুশাসন আৰু ব্ৰাহ্মণ্য প্ৰাধান্য নামানিছিল। স্বভাৱতেই তন্ত্রই তেওঁবিলাকৰ আশ্রয় হল।

বৈদিক সাহিত্যত প্রতিফলিত ধৰ্মচিন্তাৰ দুটা দিশ আছিল— কৰ্মকাণ্ড আৰু জ্ঞানকাণ্ড। কৰ্মকাণ্ডৰ বিকাশ যাগযজ্ঞত আৰু জ্ঞান কাণ্ডৰ বিকাশ দৰ্শনত বিশেষকৈ বেদান্তত। এই বেদান্তকেই বেদৰ সাৰ বুলি কোৱা হৈছে য'ত ব্ৰহ্মই একমাত্র সত্য, ব্ৰহ্মৰ বাদে জগতৰ কোনো পৃথক অস্তিত্ব নাই। দৃশ্যমান জগত আচলতে দৰ্পণত প্রতিফলিত প্রতিবিম্বৰ নিচিনা আপাত দৃষ্টিত সত্য বুলি প্রতিফলিত

হলেও কার্য্যত অলীক। এই সকলোবোৰ নিৰালম্ব চিন্তা-ভাবনা জ্ঞানী ব্যক্তিসকলৰ তাৰ্কিকতাৰ উৎস হব পাৰে, কিন্তু সাধাৰণ মানুহে এনে এজন ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰে যাক অবলম্বন কৰিলে তেওঁৰ জাগতিক সমস্যাসমূহৰ সমাধান হয়, যি করুণা কৰিব পাৰে, যি অপৰাধসমূহ মাৰ্জনা কৰিব পাৰে, যাক পোৱা যায় শাস্ত্ৰ জ্ঞানৰ দ্বাৰা নহয় ভক্তিৰ দ্বাৰা। এনে আবেগেই পঞ্চৰাত্ৰ (বৈষ্ণব), পাশুপত (শৈৱ) আদি বহুতো ভক্তিবাদী ধৰ্মমতৰ উদ্ভৱত প্ৰেৰণা দিছিল। এই ধৰ্মপন্থাসমূহো স্বাভাৱিকভাৱেই তন্ত্ৰৰ লগত জড়িত হৈ পৰিছিল।

এনে প্ৰাচীন ভক্তিবাদী ধৰ্মমত কালক্ৰমত পাঁচটা মূল শাখাত বিভক্ত হৈছিল—বৈষ্ণৱ, শৈৱ, শাক্ত, সৌৰ আৰু গাণপত্য। সামগ্ৰিকভাৱে ইযাকেই পঞ্চউপাসনা বুলি কোৱা হয়। বৈদিক ঐতিহ্যৰ প্ৰবক্তা-সকলে প্ৰথমে বেদ-বিৰোধী বা বেদ-বাহ্য বুলি কোৱা এই ধৰ্মমতবোৰৰ জনপ্ৰিয়তা উপলব্ধি কৰি বেদসম্মত কৰি তোলে। উল্লেখিত পঞ্চ দেৱতাৰ পঞ্চ উপাসনাৰ ক্ষেত্ৰত বৈদিক আৰু তান্ত্ৰিক এই দুয়োবিধকে মানি চলা দেখা যায়।

তান্ত্ৰিক বিধিৰ বৈশিষ্ট্য হল বা তান্ত্ৰিক মূল তত্ত্ব হল পদাৰ্থক শক্তিৰ লগত বিচ্ছিন্ন কৰি চোৱা বা ভবা উচিত নহয়। শক্তিয়েই একমাত্ৰ জগত আৰু জাগতিক বিষয়ৰ চালিকা, আৰু সেই হিচাপেই নাৰীৰূপে কল্পিতা। কিন্তু তাৰ লগত শক্তিৰ পুৰুষবাচক দিশ এটাও আছে। একেটা আধাৰতে যেন দুটা ৰূপ। স্থিৰ বা প্ৰকাশ আৰু গতিশীল বা বিমৰ্শ। প্ৰথমটোক প্ৰকাশ, দ্বিতীয়টোক নাৰীৰূপে কল্পনা কৰিব পাৰি। উদাহৰণ স্বৰূপে কব পাৰি যে, কয়লাই যেতিয়া দাহিকা শক্তিৰে সৈতে স্বাভাৱিক অৱস্থাত থাকে সেই অৱস্থাটোক কোৱা হয় স্থিৰ বা প্ৰকাশ, অথবা বৈজ্ঞানিক পৰিভাষাত ষ্টেটিক ( Static )। এয়াই শক্তিৰ কল্পিত পুৰুষ অৱস্থা ( সাংখ্যৰ পৰিভাষাত পুমান বা পুৰুষ। চৈনিক পৰিভাষাত ইয়াং )। আন-হাতেদি কয়লা যেতিয়া প্ৰজ্বলিত হয়, সেই অৱস্থাটোক কোৱা হয় শক্তিৰ গতিশীল বা বিমৰ্শ অৱস্থা—বৈজ্ঞানিক পৰিভাষাত যাক কোৱা হয় কাইনেটিক। এটা হৈছে শক্তিৰ কল্পিত নাৰী অৱস্থা ( সাংখ্যৰ পৰিভাষাত প্ৰধান বা প্ৰকৃতি, চৈনিক পৰিভাষাত ইন্ )।

তন্ত্ৰমতে আৰু দুটা পৰিভাষা হল শক্তিমৎ আৰু শক্তি। যেনিবা অগ্নি আৰু অগ্নিৰ দাহিকাশক্তি—যি পৰস্পৰ অবিচ্ছেদ্য।

ইষ্টদেৱতা হ'ল বৈষ্ণৱ, শৈৱ, শাক্ত যি মতৰেই নহওক আচলতে প্ৰকাশ আৰু বিমৰ্শ এই দুই শক্তিৰেই সামগ্ৰিক ৰূপ। প্ৰকৃততে এই পাৰ্থক্যটোও প্ৰকৃত নহয়। সৃষ্টিৰ আৱৰ্তনিত শক্তি প্ৰকাশৰূপে নিশ্চল হৈ থাকে আৰু তাৰ পিছত বিমৰ্শৰূপে ক্ৰিয়াশীল হয়। শক্তিৰ এই দুই দিশ বৌদ্ধশাস্ত্ৰত স্বীকৃত—যাৰ নাম যথাক্ৰমে কৰুণা আৰু শূন্যতা অথবা উপায় আৰু প্ৰজ্ঞা। এই দুই শক্তিৰ লীলাক অনুভৱ কৰাৰ নামেই সাধনা। সাধকে তেওঁৰ নিজৰ দেহকে ব্ৰহ্মাণ্ডৰূপে কল্পনা কৰে। শক্তি স্থিৰ স্থাণুৰূপে কুলকুণ্ডলীত অৱস্থান কৰে। এই শক্তিক জাগ্ৰত কৰা অৰ্থাৎ বিমৰ্শ শক্তিত ৰূপান্তৰিত কৰাই সাধকৰ কৰ্তব্য। আৰু নিজ দেহৰ মাজতে থকা এই দুই পৰস্পৰ পৰিপূৰক শক্তিৰ লীলাক অনুভৱ কৰাৰ নামেই অদ্বয়বোধ। তন্ত্ৰই দেহক যে ব্ৰহ্মাণ্ডৰ লগত তুলনা কৰে সেই তত্ত্ব ভাণ্ড-ব্ৰহ্মাণ্ড তত্ত্ব নামে পৰিচিত।

সাধকে বহুত ক্ষেত্ৰত নিজক তেওঁৰ ইষ্টদেৱতাৰ লগত অভিন্ন বুলি ভাবে আৰু সেই হিচাপে তেওঁ সাধন সঙ্গিনী ৰাখিবও পাৰে আৰু উভয়ে প্ৰকাশ আৰু বিমৰ্শ তথা শিৱ আৰু শক্তিলৈ ৰূপান্তৰিত হয় আৰু তেওঁবিলাকৰ পৰমাৰ্থিক মিলন সামৰস্য বা অদ্বয় বোধৰ প্ৰতীক হৈ পৰে। দক্ষিণাচাৰীসকলে নিজসত্ত্বাৰ ভিতৰতেই এই দুই শক্তিৰ সামৰস্য উপলব্ধি কৰে।

এনে চিন্তা-ভাবনাৰ মূলত হয়তো আদিম বিশ্বাসেই কাৰ্য্য-কৰী আছিল। জগত সৃষ্টিৰ মূল নাৰী-পুৰুষৰ মিলন তত্ত্ব বুজাবৰ কাৰণেই হয়তো যৌন মিলনৰ প্ৰতীক স্বৰূপ লিঙ্গযোনি পূজাৰ প্ৰচলন হয়। পৰৱৰ্তী পৰ্য্যায়ত সেই আদিম চিন্তাই সাংখ্য দৰ্শনত প্ৰতিফলিত হ'ল।

ভাৰতবৰ্ষৰ বিভিন্ন ধৰ্ম তন্ত্ৰৰ দ্বাৰা প্ৰভাৱান্বিত হলেও এটা কথা স্বীকাৰ কৰিবই লাগিব যে শৈৱ শাক্ত ধৰ্মতেই তান্ত্ৰিকতাৰ ব্যাপক বিকাশ। ভাৰতীয় ধৰ্ম ইতিহাসৰ তিনিটা আঞ্চলিক বিকাশ দেখা যায়—কাশ্মীৰ অঞ্চলৰ শৈৱধৰ্ম ত্ৰিক, স্পন্দ আৰু প্ৰত্যভিজ্ঞা নামেৰে কথিত, তামিলৰ শৈৱ ধৰ্ম শৈৱ সিদ্ধান্ত নামে পৰিচিত আৰু কৰ্ণাটক অঞ্চলৰ শৈৱধৰ্ম বীৰশৈৱ বা লিঙ্গায়ত ধৰ্ম। এই তিনি প্ৰকাৰ শৈৱ মতৰ প্ৰতিটোতেই শিৱ আৰু শক্তিৰ অভিন্নতা দেখা যায়। তিনিওটা

মততে কোৱা হয় যে শক্তিবিহীন শিৱ অসম্ভৱ। আচলতে শক্তিৰ প্ৰকাশৰূপকে এই শৈৱসকলে শিৱৰূপে গণ্য কৰে। বঙ্গদেশত শাক্ত-মতৰ প্ৰাধান্য অধিক। এই মতত শক্তিৰ প্ৰকাশ নামৰ অৱস্থাটোকৈ বিমৰ্শ নামৰ অৱস্থাৰ ওপৰত বেছি গুৰুত্ব দিয়া হয়। শাক্তসকলে নাৰীক আদৰ্শ অথবা বিমৰ্শ তথা সক্ৰিয় বৃত্তি ধৰে আৰু বিমৰ্শ শক্তিক মুখ্য স্থান দিয়ে। প্ৰকৃততে কোনে কিহত মূল্য দিয়ে সেই লৈয়ে ধৰ্মপন্থা ৰচিত হয়।

তান্ত্ৰিক দৰ্শন সম্পৰ্কে যদি প্ৰশ্ন কৰা হয় তেন্তে সামগ্ৰিক বিচাৰত এনেকৈ কব পাৰি যে, তান্ত্ৰিক দৰ্শন পৌৰাণিক দৰ্শন আৰু উপনিষদীয় দৰ্শনৰ যোগসূত্ৰ স্বৰূপ। পুৰাণৰ বৈশিষ্ট্য দ্বৈতবাদ আৰু অদ্বৈত বেদান্তৰ একেশ্বৰবাদৰ যেন সংহতি তান্ত্ৰিক দৰ্শনত ফুটি উঠিছে। বেদান্তৰ নিচিনাকৈ তান্ত্ৰিক দৰ্শনেও জ্ঞান মাৰ্গকে শেষ পথ তথা মুক্তিৰ পথ বুলি সিদ্ধান্ত কৰিছে। তান্ত্ৰিক সাধনা বিশ্লেষণ কৰি চালে দেখা যায় যে তন্ত্ৰ সাধন মাৰ্গত জ্ঞান আৰু কৰ্ম, ভক্তি আৰু যোগ, মন্ত্ৰ আৰু হোমৰ এক ঐক্য সাধন হৈছে। মায়াবদ্ধ বা পাশযুক্ত যোগ সাধনাত প্ৰবৃত্ত হৈ ক্ৰমাৎ ঊৰ্দ্ধগতি লাভ কৰি পৰমাত্মাৰ লগত অভেদ হৈ পৰমানন্দত বিলীন হব পাৰে।

# বৌদ্ধমত

বৌদ্ধ তান্ত্রিক আচাৰ-উপাসনাৰ বিষয়ে অধ্যয়ন কৰোঁতে পটভূমিত বৌদ্ধ মতৰ বিষয়েও সামান্যভাবে জনা প্ৰয়োজন।

ধৰ্মৰ যি সাধাৰণ অৰ্থ সেই অৰ্থত বৌদ্ধ ধৰ্মক পেলাব নোৱাৰি। "এই ধৰ্মত ঈশ্বৰৰ স্থান নাই। মানুহৰ আত্মা বুলিও কোনো সত্বাৰ অস্তিত্ব ইয়াত মনা নহয়। ইয়াত ভক্ত ভগৱানৰ সম্বন্ধ নাই। ভক্তৰ প্ৰতি ভগৱানৰ দয়া, কৃপা আদি নাই আৰু ভগৱানৰ প্ৰতি ভক্তৰ ভয় ভক্তি, ভজনা, আত্মনিবেদন, পূজা, আৰাধনা আদি একেবাৰেই নাই। অৰ্থাৎ সাধাৰণতে বুজা অৰ্থত বৌদ্ধধৰ্মক ধৰ্ম বুলিবই নোৱাৰি। তথাপি বৌদ্ধ ধৰ্ম ধৰ্মই— ই লৌকিক সাধনা নহয়। (১)

"প্ৰাচীন বৌদ্ধমতৰ মূলতত্ত্ব আছিল— আৰ্য্য সত্য চত্বাৰি—দুখ, দুখ সমুদয়, দুখ-নিৰোধ, আৰু দুখ-নিৰোধ গামিনী প্ৰতিপৎ। অষ্টমাৰ্গ আছিল সম্যক দৃষ্টি, সঙ্কল্প বাক, কৰ্মান্ত আজীৱ, ব্যায়াম, স্মৃতি আৰু সমাধি। মূল সিদ্ধান্ত আছিল প্ৰতীত্য— সমুৎপাদ। কাৰ্য্যকাৰণ সূত্ৰ— 'অস্মিন সতি ইদং ভৱতি'— সেইটো থাকিলেহে এইটো হব পাৰে। প্ৰতীত্যসমুৎপাদচক্ৰ দ্বাদশ সূত্ৰ সংযুক্ত— অবিদ্যা, সংস্কাৰ, বিজ্ঞান, নামৰূপ, ষড়ায়তন, স্পৰ্শ, বেদনা, তৃষ্ণা, উপাদান, ভব, জাতি, জৰা, মৰণ। এইবোৰৰ মূলতত্ত্ব সম্যক উপলব্ধি কৰি বৌদ্ধধৰ্মই জীৱনৰ দুখ-দুৰ্গতিৰ পৰা সম্পূৰ্ণৰূপে বিমুক্ত হোৱাৰ উপায় নিৰ্দ্ধাৰণ কৰিছিল। এই ধৰ্মত ঘাইকৈ নৈতিকতাৰ ওপৰতহে গুৰুত্ব আৰোপ কৰা হৈছিল।" (২)

বৌদ্ধধৰ্মৰ বৈশিষ্ট্য হৈছে ভিক্ষু সঙ্ঘ স্থাপন আৰু তাৰ পৰিচালনা। এই ধৰ্মৰ তিনিটা শৰণ— যেনে বুদ্ধত শৰণ, ধৰ্মত শৰণ, আৰু সঙ্ঘত শৰণ। ভিক্ষু সঙ্ঘৰ আন এটা মন কৰিবলগীয়া কথা হল যে ইয়াত

---

(১) বৌদ্ধমত আৰু পথ— অধ্যাপক ভৱানন্দ দত্ত— ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ সম্পাদনাত ওলোৱা "বৌদ্ধধৰ্ম আৰু সাহিত্য" নামৰ গ্ৰন্থত সন্নিবিষ্ট প্ৰবন্ধ।

(২) বৌদ্ধধৰ্ম--অসমৰ ধৰ্ম আৰু দৰ্শন--অসম গৌৰৱ—ড° কালীচৰণ দাস।

কোনো গুৰু পৰম্পৰা নাই। ইয়াৰ নিয়মানুবৰ্ত্তিতা আৰু শৃঙ্খলা ভিক্ষুসকলৰ নিজৰ ধৰ্মনিষ্ঠাৰ ওপৰত নিৰ্ভৰশীল আৰু ই এক গণতান্ত্ৰিক অনুষ্ঠান।

বুদ্ধৰ পৰিনিৰ্বাণৰ পিছত ৰজা অজাতশত্ৰুৰ ৰাজত্বত ভিক্ষু মহা-কাশ্যপৰ নেতৃত্বত ৰাজগৃহত প্ৰথম বৌদ্ধ মহাসভা অনুষ্ঠিত হয়। এই মহাসভাতেই বুদ্ধৰ ধৰ্মসূত্ৰসমূহ আৰু বিনয়সমূহ একত্ৰিত কৰি প্ৰণালীবদ্ধভাবে সজোৱা হয়। ইয়াৰ এশ বছৰৰ পিছত বেথিয়া বৈশালীত দ্বিতীয় মহাসভা হয় তাত বৌদ্ধ বিনয়সমূহ লৈ মতভেদ হয় আৰু ভিক্ষুসকল দুভাগত বিভক্ত হয়। প্ৰাচীন পন্থীসকলে ইয়াত নাম পালে 'থেৰবাদী'। যিসকলে বিনয়সমূহৰ সংস্কাৰ বিচাৰিছিল তেওঁবিলাকে নাম পালে মহাসাঙ্ঘিক'। "মহাসাঙ্ঘিক"ৰ পৰাই মহাযান পন্থাৰ (Progressive) উদ্ভৱ হয়। এওঁবিলাকে থেৰবাদী বা প্ৰাচীন-পন্থী সকলক "হীনযানী" বুলিছিল। ক্ৰমে ক্ৰমে বৌদ্ধসঙ্ঘত নানা বিভেদ দেখা দিয়ে আৰু বৌদ্ধমতসমূহৰ বিভিন্ন ব্যাখ্যাৰ ফলত নানা বৌদ্ধিক দাৰ্শনিক মতবাদৰ উদ্ভৱ হবলৈ ধৰে।

বৌদ্ধধৰ্মৰ ঘাই ভাগ হীনযান পন্থাত ঈশ্বৰ বুলি কোনো কথা নাই। এই পন্থাত কৰ্মৰ ওপৰতহে অধিক গুৰুত্ব দিয়া হৈছে। প্ৰত্যেক ব্যক্তিয়ে নিজৰ ভাগ্য নিজেই নিৰ্দ্ধাৰণ কৰিব নিৰ্বাণ সাধনাৰ দ্বাৰা। স্বৰূপাৰ্থত দুখৰ নিবৃত্তিকেই নিৰ্বাণ বোলা হৈছে। আনহাতেদি আনটো ভাগ মহাযান পন্থাই দুখ নিবৃত্তি তথা নিৰ্বাণৰ পৰিবৰ্ত্তে পৰমানন্দ লাভকহে পৰমাৰ্থ লাভ বুলি ধৰে। এই পন্থাই ঈশ্বৰ বিশ্বাস গ্ৰহণ কৰি বুদ্ধক পৰমেশ্বৰ বুলি মানিবলৈ আৰু পূজা কৰিবলৈ ললে। মহাযান পন্থাৰ মতে বুদ্ধই হৈছে অসঙ্গ পৰমতত্ব, যথাৰ্থ সত্য আৰু বিশুদ্ধ চৈতন্য। তেওঁৰেই নিজ প্ৰপঞ্চৰ আধাৰ আৰু জীৱাত্মাৰ মূল। বোধিসত্ত্বা যি সকলে লাভ কৰিবলৈ সক্ষম হয় তেওঁবিলাকেই চিৰন্তন জ্ঞানত অধিষ্ঠিত হয় আৰ বিশ্বপ্ৰেমত আপ্লুত হৈ পৰি মঙ্গল সাধন কৰি পুৰুষাৰ্থ লাভ কৰে।

স্থবিৰবাদ বা থেৰবাদ, সৰ্বাস্তিবাদ বা বৈভাষিক আৰু সৌত্ৰান্তিক সম্প্ৰদায় হৈছে হীনযানৰ শাখা। আনহাতে শূন্যবাদ, বিজ্ঞানবাদ, স্বতন্ত্ৰ বিজ্ঞানবাদ, আদিবোৰ হৈছে মহাযান সম্প্ৰদায়ৰ শাখা। শূন্য-বাদৰেই আন নাম মাধ্যমিক সম্প্ৰদায়। মহাযানী সম্প্ৰদায়বোৰৰ দৰ্শন, ন্যায়মীমাংসা, জ্ঞানমীমাংসা ইত্যাদি প্ৰচুৰ সাহিত্য আছে

"বৌদ্ধধৰ্মৰ শীল আৰু ধ্যান সম্পদৰেই বিশেষ পৰিণতি হিচাপে ভাৰতীয় অধ্যাত্ম সাধনাৰ ক্ষেত্ৰত যোগাভ্যাস প্ৰচলিত হয়। বেদতো অৰণ্যে যোগৰ কথা আছে। তাত যোগ মানে ইন্দ্ৰিয়সমূহক সংযম কৰা বুজাইছিল। পতঞ্জলিৰ যোগশাস্ত্ৰত ব্যাখ্যা কৰা যোগৰ অঙ্গসমূহৰ আৰু তাৰ আনুষঙ্গিক যম নিয়মসমূহৰ উক্ত বৌদ্ধসাধনসমূহৰ লগত বিশেষ মিল আছে। পতঞ্জলিয়ে যোগক চিত্তবৃত্তিৰ নিৰোধ বুলি অভিহিত কৰিছে। চিত্তবৃত্তিৰ নিৰোধেই বৌদ্ধমতেও নিৰ্বাণ. বৌদ্ধধ্যান আৰু হিন্দুযোগ সাধনাৰ দ্বাৰা সাধকে আশ্চৰ্য্য অলৌকিক ক্ষমতাৰ অধিকাৰী হব পাৰে বুলি দুই ধৰ্মতেই কোৱা হয়। এইদৰে অলৌকিক ক্ষমতা লাভৰ আশাত বহু-ক্ষুদ্ৰ বুদ্ধিৰ লোকে নানা ৰকম তান্ত্ৰিক বামাচাৰৰ লগত ধ্যান আৰু যোগক যুক্ত কৰিছিল আৰু এইদৰে দুয়োটা ধৰ্মৰে বিকৃতি আৰু অৱনতি ঘটাই অধঃপতন আনিছিল।" (৩)

এচিয়াৰ এক বৃহৎ ভূখণ্ড ব্যাপি বৌদ্ধধৰ্মৰ বিস্তৃতি হলেও, ভাৰতীয় সংস্কৃতিক বৌদ্ধধৰ্মই এক নতুন গঢ় দিলেও ভাৰতবৰ্ষত বৌদ্ধধৰ্মৰ স্থায়ী প্ৰতিষ্ঠা অন্তৰ্হিত হৈছিল। কাৰণ বিভিন্ন কৌশলেৰে বৈদিক সংস্কৃতিয়ে বৌদ্ধধৰ্ম ভাৰতবৰ্ষৰ পৰা আঁতৰাই পঠাইছিল। দাৰ্শনিক ভৱানন্দ দত্তই নতুন বিচাৰ বিশ্লেষণেৰে মত দাঙি ধৰে যে, "ভাৰতীয় আৰ্য্যসকলৰ বৈদিক সংস্কৃতিৰ পৰাই এই ধৰ্ম মতবাদৰ উৎপত্তি। মানৱজীৱনৰ কৰ্তব্যাকৰ্তব্য আৰু লক্ষ্য সম্বন্ধে বৈদিক উপনিষদ সমূহৰ মতৰ লগত এই মতবাদৰ ভালেখিনি মিল আছে। তথাপি বৈদিক ধৰ্মৰ লগত এই ধৰ্মৰ তীব্ৰ সংঘাত ঘটে। প্ৰথম অৱস্থাত বৌদ্ধধৰ্মৰ ব্যাপক জয় হয় আৰু গোটেই ভাৰতবৰ্ষ আৰু এচিয়াতে এই ধৰ্ম বিয়পি পৰে। কিন্তু পৰৱৰ্তী কালত বৈদিক ধৰ্মই এই সংঘাতৰ ফলত নতুন সাজ লৈ "হিন্দুধৰ্ম" ৰূপে (পৌৰাণিক আৰু তান্ত্ৰিক) পুনৰ বৰ দাঙি উঠে আৰু বৌদ্ধধৰ্মক সমগ্ৰভাবে সকলো ক্ষেত্ৰতে পৰাস্ত কৰে। অষ্টাদশ পুৰাণৰ কাহিনী সমূহে বৌদ্ধ জাতকৰ কাহিনীসমূহ তল পেলাই দিয়ে। "সাধাৰণ মানুহক ধৰ্মৰ সহজ পথ দেখুৱাই আকৰ্ষণ কৰিবলৈ বৈদিক যাগ-যজ্ঞৰ ঠাইত মূৰ্তি পূজা, ভক্তি ধৰ্ম, তান্ত্ৰিক আচাৰ আদিৰ প্ৰৱৰ্তন কৰা হয়, বেদৰ অলঙ্ঘনীয়তা স্বীকাৰ কৰা যি কোনো ধৰ্ম পথকে হিন্দু ধৰ্মৰ ভিতৰত

(৩) বৌদ্ধমত আৰু পথ—বৌদ্ধধৰ্ম আৰু সাহিত্য—অধ্যাপক ভৱানন্দ দত্ত।

স্থান দিয়া হয়, আৰু সেই ধৰণে নানা ৰূপ প্ৰাক্ আৰ্য্য আৰু আৰ্য্যেতৰ আচাৰসমূহক হিন্দুৰূপ দিয়া হয়। এইবোৰৰ ফলতে বৌদ্ধ ধৰ্ম ভাৰতত তিষ্ঠিব নোৱাৰিলে। কিন্তু আজি আকৌ বুদ্ধদেৱ আৰু বৌদ্ধমতৰ প্ৰতি জাতীয় শ্ৰদ্ধাৰ নতুন অভ্যুদয় হৈছে। স্বাধীন ভাৰতৰ ৰাষ্ট্ৰীয় ভাৱনাৰ প্ৰতিষ্ঠাভূমিও বৌদ্ধ জীৱন-দৰ্শনেই দিছে। অশোকৰ ধৰ্ম-চক্ৰ আজি ৰাষ্ট্ৰীয় পতাকাত অঙ্কিত, অশোক স্তম্ভ আজি ৰাষ্ট্ৰীয় মোহৰ অহিংসা নীতিয়েই ৰাষ্ট্ৰীয় দৃষ্টিভঙ্গী, শ্ৰদ্ধা আৰু মৈত্ৰীৰ ভাৱনাই ভাৰতীয় বৈদেশিক নীতিৰ ভেটি।”

# তান্ত্ৰিক বৌদ্ধধৰ্ম

সৰ্বসাধাৰণৰ মাজত জনপ্ৰিয় কৰিবৰ মানসেৰে বৌদ্ধধৰ্মীসকলে স্থানীয়, আঞ্চলিক আৰু জনজাতীয় জনসাধাৰণৰ মাজত প্ৰচলিত থকা বহুতো বিশ্বাস আৰু আচাৰ-নীতি নিজৰ ধৰ্মৰ মাজত সুমুৱাই লৈছিল। এয়া আছিল মহাযানপন্থীসকলৰ কাৰ্য্য।

প্ৰাক ঐতিহাসিক কালৰে পৰা কৃষিজীৱি সমাজত "মাদাৰ গডেছ"ৰ (মাতৃ দেৱীৰ) ধাৰণা এক অত্যন্ত শক্তিশালী ধাৰাৰূপে পৰিগণিত হৈ আছিল। নাৰীক প্ৰাধান্য দিয়া এই ধাৰাই কালক্ৰমত শাক্ত পন্থা ৰূপে ধৰ্মীয় পন্থা হৈ উঠিল। নাৰীক প্ৰাধান্য দিয়া আদিম পন্থা আৰু মৈথুন ৰীতিয়ে (sexual rites) তন্ত্ৰৰ বিকাশত প্ৰভাৱ বিস্তাৰ কৰিলে। তান্ত্ৰিক পন্থা আদিতে হিন্দুও নাছিল, বৌদ্ধও নাছিল। এই বিষয়ে তন্ত্ৰবাদত আলোচনা কৰা হৈছে। তান্ত্ৰিক ধাৰাক অত্যন্ত প্ৰাচীন এক জীৱনধাৰা বুলিয়েই কব লাগিব। এই ধাৰাৰ বলিষ্ঠ জীৱনবাদে গোপনে ভাৰতীয় সকলো ধৰ্মৰ ধাৰাকে প্ৰভাৱান্বিত কৰিলে।

মহাপ্ৰকৃতি ৰূপে যি জগত সৃষ্টি কৰে তেওঁৱেই শক্তি। শাক্ত মাৰ্গত তেওঁৱেই প্ৰধান, বৈষ্ণৱ মাৰ্গত তেওঁৱেই বিষ্ণুশক্তি লক্ষ্মী, শৈৱধৰ্মত তেওঁৱেই মহাদেৱী, কৃষ্ণমাৰ্গত তেওঁৱেই হ্লাদিনী শক্তি-স্বৰূপা ৰাধা, বৌদ্ধধৰ্মৰ দাৰ্শনিক ক্ষেত্ৰত তেওঁৱেই প্ৰজ্ঞা। উত্তৰ বৌদ্ধ-ধৰ্মৰ কালছোৱাত এই শক্তিয়েই বিভিন্ন দেৱীৰো ৰূপ ললে।

শক্তিধাৰাৰ প্ৰভাৱত আদিম তান্ত্ৰিক আচাৰ নীতিয়েই পঞ্চ "ম" কাৰেৰে উচ্চ ক্ৰিয়াবহুল কৃষ্টি হৈ দেখা দিলে আৰু পঞ্চম কাৰ মোক্ষপ্ৰাপ্তিৰ সোপান হৈ পৰিল। এই প্ৰভাৱৰ পৰা বৌদ্ধ সকলো ৰক্ষা নপৰিল।

প্ৰজ্ঞা আৰু উপায়ৰ মিলনকেই বৌদ্ধধৰ্মত "যুগনদ্ধ" বোলা হয়। মৈথুনৰত "যুগনদ্ধ"ৰ ধাৰণায়ে স্পষ্টকৈ দেখুৱায় যে তান্ত্ৰিক ধাৰা কিমান দকৈ বৌদ্ধধৰ্মত সোমাইছিল। মহামুদ্ৰাৰো অভিজ্ঞতাৰ কাৰণে অনঙ্গবজ্ৰৰ "প্ৰজ্ঞোপায়-বিনিশ্চয়সিদ্ধিত" মহামুদ্ৰা সাধনৰ

কাৰণে মুক্ত সঙ্গমৰ বিধি দিয়া হৈছে। তান্ত্ৰিক বৌদ্ধধৰ্মৰ বিখ্যাত গ্ৰন্থ গুহ্যসমাজতন্ত্ৰতো মদ, মাংস, নাৰী আৰু মৈথুনৰ ওপৰত গুৰুত্ব দিয়া হৈছে।

চতুৰ্থৰ পৰা অষ্টম শতিকাৰ ভিতৰত ধাৰণীমন্ত্ৰসমূহতো মন্ত্ৰ, মুদ্ৰা, মণ্ডল, ক্ৰিয়া আৰু চৰ্যাৰ উল্লেখ আছে। মঞ্জুশ্ৰীকল্প আৰু গুহ্যসমাজে মুদ্ৰা, মণ্ডলৰ লগত দেৱীৰ সম্পৰ্ক দেখুৱাইছে। মঞ্জুশ্ৰী মূলকল্পত দেৱী "তাৰা"ৰ বিষয়ে পোৱা গৈছে—তেওঁৰ বিভিন্ন ৰূপ লোচনা, মানকী, পাণ্ডৰা, ভ্ৰূকুটি, শ্বেতা, সুতাৰা ইত্যাদি। গুহ্যসমাজে লোচনা, মামকী, পাণ্ডৰা, আৰু শ্যাম তাৰাক বুদ্ধ বৈৰোচনাৰে বিভিন্ন ৰূপ বুলি বৰ্ণাইছে। লোচনা, মামকী, পাণ্ডৰা আৰু শ্যামতাৰাই ৰূপ, ৰস, গন্ধ, স্পৰ্শক প্ৰতিনিধিত্ব কৰে। প্ৰতিনিধিত্ব কৰে দ্বেষ ৰতি, মোহ ৰতি, ৰাগ ৰতি, আৰু বজ্ৰ ৰতি—এই চাৰি ৰতিক, মাটি, পানী, জুই আৰু বায়ু এই চাৰি উপাদানক, বেদনা, সংস্কাৰ, সংজ্ঞা আৰু বিজ্ঞান এই চাৰিস্কন্দক।

শাক্ত তন্ত্ৰমতে দেহস্থ ছয়চক্ৰ হৈছে মূলাধাৰ, স্বাধিষ্ঠান, মণিপুৰ, অনাহত, বিশুদ্ধ আৰু সহস্ৰাৰ। কিন্তু বৌদ্ধতন্ত্ৰমতে চক্ৰ চাৰিটা—সেয়া হৈছে নিৰ্মাণ ধৰ্ম, সম্ভোগ আৰু উষ্ণীশ কমল। শাক্ততন্ত্ৰমতে ইড়া, পিঙ্গলা এই দুটা মূল নাড়ীৰ মাজেৰে কুণ্ডলিনীক সহস্ৰাৰ চক্ৰলৈ (শিৱত অৱস্থিত) নিব পাৰিলেই অসাধ্য সাধন হয়। বৌদ্ধতন্ত্ৰতো সেইদৰে শাক্ততন্ত্ৰৰ কুণ্ডলিনীৰ দৰেই শক্তি নিৰ্মাণ চক্ৰত থাকে। সেই শক্তিৰ নাম চণ্ডালী। শিৰত থকা উষ্ণীশ কমললৈ এই শক্তিক নিব পাৰিলে মহাসুখাৱস্থা লাভ হয়।

বৌদ্ধ ধৰ্মত তন্ত্ৰৰ প্ৰবেশৰ সম্ভাব্য কাৰণ সম্পৰ্কত পণ্ডিতসকলে কব খোজে যে সত্য অন্বেষণ কৰি ফুৰোতে বুদ্ধদেৱ নিজেই আসনক যোগ কৰিছিল। (১) বুদ্ধদেৱে তেওঁৰ পৰত মদ, মাংস, মাছ স্ত্ৰী সঙ্গ নিষেধ কৰিছিল। কিন্তু বুদ্ধদেৱৰ দেহান্তৰ পিছত গুহ্য-সমাজ লাহে লাহে গঠন হল আৰু সন্ন্যাসীসকলে নিয়ম শিথিল কৰিবলৈ ধৰিলে। আচাৰ আৰু উৎসৱৰ নামত হিন্দুধৰ্মতো আদিম যাদু ক্ৰিয়াৰ প্ৰবেশ ঘটিছিল। গুহ্যসমাজতন্ত্ৰই বৌদ্ধধৰ্মত শক্তিৰ প্ৰাধান্য দেখুৱালে। একমাত্ৰ শক্তিৰ দ্বাৰাহে যোগ আৰু সমাধিৰ

(১) Tantric culture among the Buddhist— Cultural Heritage of India—IV volume, Dr Binaytosh Bhattacharya.

পৰেযদি নিৰ্বাণ লাভ কৰিব পাৰি বুলি গুহ্যসমাজে দৃঢ়মত পোষণ কৰিলে আৰু এই সংগঠন গোপনে জনপ্ৰিয় কৰিবলৈ ধৰিলে। গুহ্যসমাজ তন্ত্ৰৰ প্ৰথম অধ্যায়ত আছে "The Lord himself in the form of five Dhyani Buddhas and associates each of them with a Sakti" বৌদ্ধতন্ত্ৰৰ বুৰঞ্জীত এয়া তাৎপৰ্য্য-পূৰ্ণ কথা। প্ৰথম দ্বিতীয় শতিকাৰে পৰাই বৌদ্ধধৰ্মত তান্ত্ৰিকতা প্ৰথম প্ৰবেশ কৰে বুলি আৰু গুহ্যসমাজতন্ত্ৰখন তৃতীয় শতিকাৰ বুলি পণ্ডিতসকলে কব খোজে। মন্ত্ৰযানেই হৈছে তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ প্ৰথম স্তৰ। তন্ত্ৰ ধৰ্মৰ এক মাই উপাদান মন্ত্ৰশক্তি বৌদ্ধ ধৰ্মত যেতিয়া সোমাই পৰে তেতিয়াই তান্ত্ৰিক বৌদ্ধধৰ্মৰ স্তৰ আৰম্ভ হয়।

তান্ত্ৰিক বৌদ্ধধৰ্মৰ সাধাৰণতে তিনিটা শাখা— বজ্ৰযান, কাল-চক্ৰযান আৰু সহজযান। বজ্ৰযানেই হৈছে মূল শাখা। কালচক্ৰযান হৈছে তাৰ সংশ্লিষ্ট। কালচক্ৰযানত কালচক্ৰই বজ্ৰসত্ত্ব। তেওঁৱেই প্ৰজ্ঞা আৰু উপায়ৰ সম্মিলিত সত্ত্বা। তেওঁৱেই মহাসুখৰ চৰম বিকাশৰ স্বৰূপ। জ্ঞান আৰু জ্ঞেয়, শূন্যতা আৰু কৰুণাৰ ই সম্মিলিত সত্ত্বা। হৰপ্ৰসাদ শাস্ত্ৰীৰ মতে কালৰ অৰ্থ হৈছে সময়, মৃত্যু আৰু ক্ষয় বা ধ্বংস। সেয়ে কালচক্ৰৰ অৰ্থ হল ধ্বংস চক্ৰ (wheel of destruction)। কালচক্ৰযানৰ অৰ্থ হল ধ্বংস চক্ৰৰ পৰা ৰক্ষা কৰিব পৰা যান বা পন্থা।

সহজযানীসকলে পূজা, মন্ত্ৰ, অনুষ্ঠান ত্যাগ কৰি সাধন ক্ৰিয়াৰ ওপৰতে জোৰ দিলে।

বৌদ্ধতন্ত্ৰ সাধনাৰ মূলক্ৰিয়া হঠ যোগৰ ওপৰত নিৰ্ভৰশীল। প্ৰজ্ঞা আৰু উপায়ৰ মিলনৰ দ্বাৰা নিৰ্মাণ কায়ত অৰ্থাৎ মণিপুৰ চক্ৰত বোধিচিত্ত উৎপাদন কৰা যায়। এই বোধিচিত্ত চঞ্চল, ক্ষৰণোন্মুখ বিন্দু। ইয়াক বৌদ্ধ সহজিয়াই 'সংবৃত্তি বোধিচিত্ত' বা "বাৰুণী" নামেৰে অভিহিত কৰিছে। এই চঞ্চল বিন্দুক যোগ প্ৰক্ৰিয়াৰ দ্বাৰা স্থিৰ কৰি উৰ্দ্ধমুখে চালনা কৰি উষ্ণীশ কমললৈ লৈ যোৱাই মূলতঃ বৌদ্ধ সহজীয়া সাধনা। এই চঞ্চল বিন্দু পতিত হলে সাধনাৰ মূল উচ্ছেদ হয়।

পতিতে বোধিচিত্তে তু সৰ্বসিদ্ধি নিধানকে
মূৰ্চ্ছিতে স্কন্ধ বিজ্ঞানে কুতঃ সিদ্ধিৰ নিন্দিতা।

বিন্দুৰ পতন নিৰূদ্ধ কৰি উৰ্দ্ধে পৰিচালিত কৰিবলৈ হলে যোগৰ

সাহায্য লব লাগিব। এই যোগকে বৌদ্ধতন্ত্রত ষড়ঙ্গ যোগ বোলে—প্ৰত্যাহাৰ, ধ্যান, প্ৰাণায়াম, ধাৰণা, অনুস্মৃতি, সমাধি—এই ছয় অঙ্গ বিশিষ্ট যোগেই ষড়াঙ্গ যোগ। মূলতে ই পাতঞ্জল মতৰেই যোগৰ অঙ্গ। কেৱল যম, নিয়ম, আসন বাদ দি এটা অঙ্গ (অনুস্মৃতি) যোগ কৰিছে।

খেচৰীমুদ্ৰা আৰু কুম্ভকৰ দ্বাৰা বিন্দু ৰক্ষা হয়। এনে যোগৰ দ্বাৰাই নাথ সকলে মহামুদ্ৰা, কাপালিকে ভৈৰৱী, তান্ত্ৰিকে শক্তিক গ্ৰহণ কৰিলে। বৈষ্ণৱ তন্ত্ৰমতে সখী বা মঞ্জৰীক, সহজীয়াই উত্তৰ সাধিকাক গ্ৰহণ কৰি মহাভাৱত তন্ময় হল। কাৰণ প্ৰজ্ঞা (যোনি) আৰু উপায়ৰ (লিঙ্গৰ) মিলনে মহাসুখ প্ৰদান কৰে

চীন দেশৰ তাও ধৰ্মৰ Yin আৰু Yang ৰ (যোনি লিঙ্গৰ) পৱিত্ৰ মৈথুন আৰু উৰ্দ্ধগামী উপায়েৰে বিন্দু ৰক্ষাৰ দ্বাৰা অসীম শক্তি মানুহে লাভ কৰে বুলি যি ধাৰণা প্ৰচলিত আছিল সেই ধাৰণায়ে কঠোৰ বৌদ্ধ নীতি ভাঙি সহজযানী পন্থাক লালন কৰিলে। কামৰূপাধিপতি ভাস্কৰ বৰ্মাৰ কাৰণে তাও ধৰ্মৰ "তাও-তে-চুং" গ্ৰন্থ সংস্কৃতলৈ অনুবাদ কৰা হৈছিল। হিউৱেন চাং সপ্তম শতিকাত কামৰূপলৈ আহিছিল যদিও প্ৰথম বৌদ্ধজন চীনত প্ৰবেশ কৰিছিল প্ৰথম শতিকাৰ মাজ ভাগতেই। এইটোও উল্লেখযোগ্য যে বৌদ্ধধৰ্মৰ দীক্ষা শক্তি ভাস্কৰ বৰ্মাই সংসাৰৰ বিষয় বাসনাত মগ্ন হৈ থকা কাৰণে ভালকৈ উপলব্ধি কৰিব পৰা নাই বুলি বিনয়েৰে কলেও বা দৃঢ়তাৰে প্ৰকাশো নকলেও (যেহেতু হিউৱেন চাঙৰ মতে কামৰূপত বৌদ্ধধৰ্মাৱলম্বী সকলে লুকাই চুৰকৈ নিজৰ মত পোষণ কৰিছিল) ভাস্কৰ বৰ্মাৰ পাঁচশ বছৰৰ পূৰ্বেই কামৰূপৰ ৰজাৰ ৰাজচৰাত বৌদ্ধ পণ্ডিত লোহ-দেশীয় স্তৌনপাই বাস কৰিছিল।

# বামাচাৰ পন্থা

জীৱই যেতিয়াই নিজকে ব্ৰহ্ম বুলি উপলব্ধি কৰিব পাৰে তেতিয়াই জীৱৰ মুক্তি হয়। প্ৰকৃততে জীৱাত্মা, পৰমাত্মা আৰু ব্ৰহ্ম একেই বস্তু। আত্মাৰ সুখেই ব্ৰহ্মসুখ। আত্মাই সকলো কামনাৰো উৎস। আত্মাৰ লগত সম্পৰ্ক থকা বস্তুৱেই প্ৰিয়বস্তু। আত্মাই সুখস্বৰূপ —"আত্মৈৱ ভূমা", "ভূ মৈৱ সুখম"। মহাসুখৰ উৎস আত্মাতেই আছে। প্ৰেম বা কামভাব আত্মাৰ এক সহজ স্বভাৱ। এই সহজ এহাতে যেনেকৈ সাধাৰণ প্ৰবৃত্তিমূলক, আনহাতে ইয়েই নিবৃত্তিৰো সোপান। সেই কাৰণেই আত্মাৰ লগত আত্মাৰ, আত্মাৰ লগত জগতৰ অভেদত্ব লাভ কৰিবলৈ তথা ব্ৰহ্মভাব মহাসুখ আস্বাদন কৰিবলৈ পঞ্চ ম কাৰ তথা মৈথুনত গুৰুত্ব দিয়া হৈছে আৰু পাৰ্থিৱতাতে অপাৰ্থিৱত্ব আৰোপ কৰা হৈছে।

এই আত্মস্বৰূপ সুখৰ আস্বাদ গ্ৰহণেই যেহেতু ব্ৰহ্মভাব লাভৰ উপাসনা সেয়ে এই সাধনাৰ সজুলি হিচাপে শক্তি তথা নাৰী অপৰিহাৰ্য্য। স্বৰূপাৰ্থত আত্ম ইচ্ছাযে পঞ্চ ম কাৰগত শক্তিলৈ ৰূপান্তৰিত হৈছে আৰু ৰূপান্তৰিত শক্তিকে আত্মাই গ্ৰহণ কৰি সাধনাত পৰিণত কৰিছে।

বেদ বা শ্ৰুতিতো এনে দৰ্শনৰ যুক্তিযুক্ততা দেখুওৱা হৈছে। সাধকৰ প্ৰিয় যি কোনো অৰ্ঘ্যকে দেৱতাৰ নামত সমৰ্পণ কৰি নিজে অনাসক্ত ভাবে, সংযত চিত্তেৰে গ্ৰহণ কৰিব পাৰে।

বৃহদাৰণ্যক উপনিষদৰ সিদ্ধান্ত এইক্ষেত্ৰত উল্লেখযোগ্য—এই উপনিষদৰ পঞ্চাগ্নি বিদ্যাত নাৰী পুৰুষৰ সঙ্গম ধৰ্মক যজ্ঞৰূপ দিয়া হৈছে। যজ্ঞৰ উদ্দেশ্য কল্যাণ। সেইদৰে সুৰা প্ৰদান, সাহস প্ৰদানৰো উচ্চ অৰ্থ নিৰ্ণীত হৈছে। দেৱতাৰ নামত অৰ্পণ কৰি, মহৎ অৰ্থেৰে জীৱই পঞ্চ ম কাৰ ভোগ কৰিলে পাপ বা কৰ্মবন্ধনৰ প্ৰক্ৰিয়া নহয়।

---

ড° এন. ভট্টাচাৰ্য্যৰ History of the Tantric Religion গ্ৰন্থ আৰু আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ 'ধৰ্ম আৰু দৰ্শন' (অসমীয়া জাতিৰ ইতিবৃত্ত) প্ৰবন্ধৰ সহায়ত।

নীতিশাস্ত্ৰৰ অনুমোদন লাভ কৰিবৰ অৰ্থে লৌকিক বা বৈদিক যি কোনো কৰ্মকে যজ্ঞৰ অঙ্গ স্বৰূপ কৰি লোৱা কথাটো তাৎপৰ্য্যপূৰ্ণ।

আত্মযাগৰ অঙ্গৰূপে, আত্মশক্তিকেই জাগ্ৰত কৰি তুঙ্গ অৱস্থালৈ নিবৰ কাৰণে দেহস্থিত বাম শক্তিৰ সহায়ত অথবা জীৱন্ত বামাৰ সহায়ত তথা মদ্যমাংস আদি পঞ্চ ম কাৰৰ ভোগৰ যোগেদি ব্ৰহ্মৰ লগত ঐক্যবোধৰ সাধনাকে বামাচাৰ সাধনা বা বীৰাচাৰ সাধনা বোলা হয়। বীৰ সকলেহে ভোগৰ সমুদ্ৰত অৱগাহন কৰিও মুক্তিৰ কূলত অৱতীৰ্ণ হ'ব পাৰে। অন্যথাই তেওঁ ভোগৰ সমুদ্ৰতেই বুৰ যায়।

# তান্ত্রিক সাধনা

শিৱশক্তিৰ জ্ঞানেই তান্ত্রিক সাধনাৰ প্ৰথম কথা। তান্ত্রিক সকলে শিৱশক্তিৰ নিৰ্য্যাস মানুহৰ দেহতে থকা বুলি ভাবে। শিৱই মনুষ্যদেহৰ সহস্ৰাৰ চক্ৰত বিৰাজ কৰে, শক্তিযে বিৰাজ কৰে মূলাধাৰত। মূলাধাৰত থকা শক্তিক জাগ্ৰত কৰি শিৱস্থানলৈ নিয়াৰ প্ৰচেষ্টাই হৈছে সাধনা। তন্ত্ৰমতে দেহতেই বিশ্বব্ৰহ্মাণ্ড আৰু সমগ্ৰ সত্য শৰীৰতে আছে।

হিন্দুতন্ত্ৰমতে পৰম শক্তিৰ (absolute reality) ৰ ভাগ দুটা। এটা নিবৃত্তি আনটো প্ৰবৃত্তি। শিৱ নিৰ্গুণ, শক্তি গুণময়ী (cosmic energy)। কিন্তু শেষ সত্য শিৱও নহয়, শক্তিও নহয়—শিৱ আৰু শক্তিয়ে উৎপন্ন কৰিব পৰা এক বিশেষ অৱস্থাহে।

তান্ত্রিক সাধনাৰ কাৰণে নিজা উপাস্য দেৱতা থাকে। মন্ত্ৰ, মুদ্ৰা, ন্যাস, যন্ত্ৰ, মণ্ডল ইত্যাদি বস্তু উপাসনাৰ অঙ্গীভূত। এই উপাসনাৰ দ্বাৰা নিজৰ মাজতে থকা ঈশ্বৰৰ উপলব্ধি হয়।

সাধনাৰ ক্ষেত্ৰত মন্ত্ৰৰ অৱদান যথেষ্ট। মন্ত্ৰই মনক নিবিষ্ট কৰে। যথাৰ্থ শক্তি দান কৰি মন্ত্ৰ উচ্চাৰণ কৰিব পাৰিলে, লয় মাত্ৰাৰ জ্ঞানেৰে প্ৰকৃত স্বাসাঘাত দি শব্দ উচ্চাৰণ কৰিব পাৰিলে মন্ত্ৰই অভিলষিত ফল প্ৰদান কৰে। কাৰণ তেতিয়া প্ৰতিধ্বনিয়েই নিজৰ বৈশিষ্ট্যময় কম্পন শব্দ ব্ৰহ্মত তুলিবলৈ সক্ষম হয়।

**মন্ত্ৰ ঃ**

মন্ত্ৰ-তন্ত্ৰ সাধনাৰ এক অবিচ্ছেদ্য অঙ্গ। মন্ত্ৰৰ নিভুৰ্ল উচ্চাৰণৰ স্পন্দনে কুণ্ডলিনী শক্তি জাগ্ৰত কৰে। মন্ত্ৰ উচ্চাৰণ প্ৰক্ৰিয়াক প্ৰণিধান বুলিও কোৱা হয়। প্ৰণিধানৰ অৰ্থ হৈছে দেৱত্বত আশ্ৰয়। উপাস্য পৰম শক্তিৰ লগত সাধক ইয়াৰ দ্বাৰা একাত্ম হয়। অদ্বৈত উপলব্ধিয়েই হৈছে যিকোনো সাধনাৰ প্ৰথম কথা।

বাঘৱ ভট্টই মন্ত্ৰক mystic formula বুলি অভিহিত কৰিছে। মন্ত্ৰ শক্তিৰ দ্বাৰা পাৰ্থিৱ মায়া ছিন্ন কৰিব পাৰি, মন্ত্ৰশক্তিৰ দ্বাৰা বিশ্বজ্ঞান আৰু পৰাজ্ঞান লাভ হয়। বিশ্বৰ যি ছন্দ সেই ছন্দৰ লগত মন্ত্ৰ উচ্চাৰণৰ ছন্দৰ মিল হলেহে ব্যক্তি বিশ্বশক্তিৰ লগত একাত্ম হব পাৰে। তেতিয়াই পাৰ্থিৱতা অপাৰ্থিৱতাত বিলীন হয়। তেতিয়াই জীৱই ক্ষুধা-তৃষ্ণা, পাপ-পুণ্যৰ উৰ্দ্ধলৈ গতি কৰিব পাৰে। তন্ত্ৰ সাধনাত মন্ত্ৰৰ স্থান অতি গুৰুত্বপূৰ্ণ। মন্ত্ৰৰ আধাৰ হৈছে অক্ষৰ। কৰ পৰা ক্ষলৈ এই অক্ষৰ বা বাক মাতৃকাবৰ্ণ বুলি কোৱা হয়। এই মাতৃকাসমূহ যেন এক জীৱন্ত শক্তি। তন্ত্ৰমতে এই অক্ষৰবোৰৰ এক মালা গাথিব পাৰিলে এক পৰম শক্তি জাগ্ৰত হয়। সেইবোৰে আশ্চৰ্য্য সাধন কৰিব পাৰে। মন্ত্ৰৰ এই অলৌকিক শক্তিৰ বিষয়ে আৰু অলপ আলোচনাৰ প্ৰযোজন।

শব্দক ব্ৰহ্ম বুলি কোৱা হয়। শব্দ প্ৰথম স্তৰৰ মনৰ লহৰ। লহৰ বুলি এই কাৰণেই কোৱা হৈছে যে শব্দৰ গতি আছে। শব্দই সৃষ্টি কৰা স্পন্দন গতিময়। সগুণ ব্ৰহ্মৰ স্পন্দন এক গুণ। শক্তি সুপ্ত হৈ থকা নিৰ্গুণ ব্ৰহ্মকে সেয়ে অশব্দ আৰু নিস্পন্দ বোলা হয়।

সমগ্ৰ বিশ্ব ব্ৰহ্মাণ্ড বিভিন্ন স্পন্দনৰ লহৰেৰে পূৰ্ণ। যতেই কৰ্ম ততেই স্পন্দন, ততেই লহৰ। প্ৰতি কৰ্মৰে গুণাগুণ নিৰ্ণীত হয় কৰ্মই সৃষ্টি কৰা কম্পনৰ দ্বাৰা। দুটা কৰ্মৰ স্পন্দন একে নহয়। প্ৰতি স্পন্দনৰে নিজা ৰং আৰু শব্দ থাকে। আধ্যাত্মিক উচ্চ শক্তিৰ অবিহনে মানুহে উৰ্দ্ধ স্তৰৰ কম্পন ধৰিব নোৱাৰে।

শব্দৰ সূক্ষ্ম শক্তি ( Transcendentel power ) আছে। অনন্ত শক্তিয়ে যেতিয়া সীমাবদ্ধ শক্তিত ধৰা দিয়ে তেতিয়াই ই নাম পায় "পৰাবাক"।

সংস্কৃত অক্ষৰবোৰৰ মূল তন্ত্ৰ বুলি কোৱা হয়। এইবোৰ কেৱল অক্ষৰ নহয়—এইবোৰৰ নাম বৰ্ণমালা। 'অ' ৰ পৰা 'ক্ষ'লৈ এই পঞ্চাশটা অক্ষৰ ব্ৰহ্মাণ্ডৰ পঞ্চাশটা মূল কম্পন আৰু প্ৰতিটো অক্ষৰ মানুহৰ পঞ্চাশবিধ প্ৰকৃতিৰ বীজ মন্ত্ৰ। এই বৰ্ণমালা সহস্ৰাৰৰ পৰা ক্ষৰণ হোৱা অমৃত। এই অমৃত শৰীৰৰ ছটা বিভিন্ন চক্ৰস্থ পদ্মত বিভিন্ন ৰূপ লয়। এই পদ্মৰ প্ৰতিটো পাপৰি বিশিষ্ট ৰঙেৰে সমৃদ্ধ। পদ্মৰ পাপৰি মানুহৰ ইচ্ছা আৰু প্ৰবৃত্তিসমূহৰে প্ৰতীক।

তন্ত্রসাধকসকলে আখৰৰ থুপ, সেইবোৰৰ বৰ্ণ আৰু অধিষ্ঠাতা দেৱতাৰ নাম জানে— প্ৰতি বৰ্ণৰ অধিষ্ঠাতা দেৱতাৰ ধ্যানে মন সংযত কৰে আৰু ইচ্ছাক উৰ্দ্ধ স্তৰলৈ নিয়ে।

তান্ত্ৰিক দেৱী ভদ্ৰকালীৰ শক্তি কালজয়ী। তেওঁ সৃষ্টিৰো দেৱী। তেওঁৰ ডিঙিত পঞ্চাশটা মুণ্ডৰ মালাধাৰে পঞ্চাশটা অক্ষৰক প্ৰতিনিধিত্ব কৰিছে বুলি তান্ত্ৰিকসকলে ভাবে। সমস্ত বৰ্ণমালাক তান্ত্ৰিকমতে দুই ভাগত বিভক্ত কৰা হৈছে— এবিধ বীজ, আনবিধ যোনি। এইমতে স্বৰবৰ্ণসমূহ বীজ, ব্যঞ্জনবৰ্ণসমূহ যোনি। স্বৰবৰ্ণৰ ৰূপ শিৱৰ দৰে, ব্যঞ্জনবৰ্ণৰ ৰূপ শক্তিৰ দৰে। স্বৰৰ ৰূপ সৰল, পোন ( | )। ব্যঞ্জনৰ ৰূপ পথালি ( — )। দুয়োটা লগ লাগিলে হয় +। ই এক যৌগিক শক্তিৰ স্বৰূপ। "ক" হৈছে ব্যঞ্জনবৰ্ণৰ প্ৰথম আখৰ। ব্ৰাহ্মীলিপিত কৰ ৰূপ আছিল I এনে।

সকলো মন্ত্ৰ সৃষ্টি হয় বৰ্ণৰ সমষ্টিৰে। মন্ত্ৰই শক্তি। শক্তিয়েই মাতৃকা।

তন্ত্ৰলোক, স্বছন্দ তন্ত্ৰ, মালিনী বিজয়োত্তৰ তন্ত্ৰই সংস্কৃত আখৰ পঞ্চাশটা বুলি একমত হৈছে। কামধেনু তন্ত্ৰত কোৱা হৈছে— "কণ্ঠত পঞ্চাশটা বীজ মন্ত্ৰ থকা বিশ্বমাতৃ, শব্দ ব্ৰহ্মক মই প্ৰণিপাত কৰো"।●

মুদ্ৰা :

"মুদ্" শব্দৰ অৰ্থ হৈছে মুক্ত কৰা। "ৰা" শব্দৰ অৰ্থ হৈছে বিগলিত। দেহ আৰু মন মুক্ত কৰিলে, বিগলিত কৰিলেহে আধ্যাত্মিকতা লাভ কৰা যায়।

অন্যমতে 'মুদ'ৰ পৰাই 'মুদ্ৰা'। কিন্তু ইয়াৰ অৰ্থ দেৱতাৰ আনন্দ প্ৰদান কৰা। উপাসনাৰত অৱস্থাত হাতত আঙুলিৰে দেখুওৱা ভঙ্গী অথবা যোগ সাধনত কৰিব লগা দেহভঙ্গীৰ নামেই মুদ্ৰা।

মুদ্ৰা প্ৰকৃততে প্ৰতীক। নৃত্যৰ ভাব প্ৰকাশ কৰোঁতে ব্যৱহাৰ কৰা গাত, ভৰি, চকু, ডিঙিৰ, শৰীৰৰ ভঙ্গী যি অৰ্থত প্ৰতীক, উপাসনাত দেখুওৱা ভাব ৰসৰ তেনে প্ৰতীকেই মুদ্ৰা। মুদ্ৰাই ভাব ৰসৰ দ্ৰাৱণ আৰু মোচন দিয়ে।

মুদ্ৰা সাধন সম্প্ৰদায় লৈ লৈ বিভিন্ন হয়।

---

বিশেষ সহায় লোৱা হৈছে : Tantra : L. P Singh
: K. C Aryen,

বৈষ্ণৱ ধৰ্মৰ লোকে গাত শঙ্খ চক্ৰ, গদা, পদ্ম মুদ্ৰা অঙ্কিত কৰা দেখা যায়। কপালত চন্দন বা কুঙ্কুমেৰে অঙ্কিত কৰা ৰেখাও চাবলৈ গলে মুদ্ৰা। গোৰক্ষপন্থী সকলেও কাণত কাঠ বা স্ফটিকেৰে মুদ্ৰা প্ৰদৰ্শন কৰে। হঠযোগীসকলৰো ভূচৰী, খেচৰী আদি মুদ্ৰা আছে। তান্ত্ৰিক গুহ্যসাধনাতো মুদ্ৰাৰ প্ৰযোজন। তান্ত্ৰিক সাধকসকলে নাৰী বা ভৈৰৱীকো 'মুদ্ৰা' বুলি অভিহিত কৰে। তেনে সাধকসকলে পঞ্চ ম কাৰৰ প্ৰক্ৰিয়াৰ মাজেদি গৈ উৰ্দ্ধচেতনা বা মোক্ষ লাভ কৰে। এনে পথত পঞ্চ 'ম' কাৰৰ লগত মিলন নহলে মোক্ষ নহয়। ঘেৰণ্ড সংহিতামতে মুদ্ৰাৰ জ্ঞানে সিদ্ধি প্ৰদান কৰে। ইয়াৰ উপৰিও মুদ্ৰাই দেহৰ সৌষ্ঠৱ দিয়ে, দৃঢ়তা দিযে, ৰোগ বিনাশ কৰে।

জীৱনৰ লগত যে বিভিন্ন মুদ্ৰাৰ সম্বন্ধ আছে সেই কথা উৰিষ্যাৰ মন্দিৰবোৰৰ গাত খোদিত জীৱনত, নৃত্যৰত বিভিন্ন মূৰ্তিৰ লৌকিক মুদ্ৰাশিল্পই প্ৰকাশ কৰি আছে।

মন্ত্ৰশাস্ত্ৰত মুদ্ৰা বৰ গুৰুত্বপূৰ্ণ। গায়ত্ৰী নিষ্ফল নহবৰ কাৰণে, ভগৱানক প্ৰাৰ্থনা কৰিবৰ কাৰণে, আকাশ আদি দেখুৱাবৰ কাৰণে চৌবিশটা মুদ্ৰাৰ প্ৰচলন আছিল।

ব্যৱহাৰিক বিজ্ঞানমতে মুদ্ৰা এক বিদ্যা। মুদ্ৰাই কুণ্ডলিনী শক্তি জাগ্ৰত কৰে। ছয় চক্ৰৰ মাজেৰে শক্তি উত্থিত হৈ গৈ থাকে। ষষ্ঠ স্থান হৈছে 'হৃৎমন'ৰ কেন্দ্ৰ। হৃৎমনৰ ৰক্ষা আৰু উচিত পৰিচালনাৰ মাজেদিহে এজন দেহ আৰু মনেৰে শক্তিশালী হয়, প্ৰশান্ত হয়।

যুগল সাধনাৰ জৰিয়তে লাভ কৰা সুখাৱস্থাক পৰম সুখাৱস্থা কৰি তুলিবলৈ, তাক দীৰ্ঘতৰ কৰি তুলিবলৈ, তাক অনন্ত কৰি তুলিবলৈ তন্ত্ৰত বিবিধ সাধনা আছে। পুৰুষ আৰু নাৰীৰ যুগ্ম সাধনা হৈছে তন্ত্ৰত মোক্ষৰ উপায়। বৌদ্ধধৰ্মৰ বজ্ৰযান, মহাযান, সহজযান, কালচক্ৰযান আদি শাখাবোৰত তন্ত্ৰৰ অশেষ প্ৰভাৱ পৰিছে।

বৌদ্ধধৰ্মৰ মহাযান পন্থই ত্যাগৰ অধিষ্ঠান স্বৰূপ ভোগৰ জীৱনৰ মন্ত্ৰত গুৰুত্ব দিছিল। মহাযানে উপলব্ধি কৰিছিল ভোগৰ পিছতহে মুক্তি। তেওঁবিলাকে মহাপ্ৰভু বুদ্ধৰ জীৱনৰ দুযোভাগতে ( প্ৰথম ছোৱা ভোগময় জীৱন, দ্বিতীয় ছোৱা ভিক্ষুৰ জীৱন ) গুৰুত্ব দিছিল।

১০০ ( A. D ) ৰ পৰাই বৌদ্ধ সাহিত্যবোৰত তান্ত্ৰিক প্ৰভাৱ লক্ষ্য কৰা যায়। ইয়াৰ প্ৰকৃষ্ট উদাহৰণ ৰূপে মঞ্জুশ্ৰী মূলকল্পলৈ

আঙুলিয়াব পাৰি। ইয়াত মঞ্জুশ্ৰী আৰু শাক্যমুনিৰ সংলাপৰ জৰিয়তে গুহ্য ৰহস্যৰ ইঙ্গিত দিয়া হৈছে। মুদ্ৰা, মণ্ডল, অভিষেক, অভিচাৰ, যক্ষ যক্ষিণী, মন্ত্ৰসাধনা আৰু তাৰ মাজে মাজে নাৰীৰ মাহাত্মাৰ বিষয়ে এই গ্ৰন্থত কোৱা হৈছে। শূন্যবাদ, বিজ্ঞানবাদ, যোগাচাৰ আদি একত্ৰ কৰা আনখন প্ৰসিদ্ধ গ্ৰন্থ গুহ্যসমাজতন্ত্ৰ লেখা হৈছিল চতুৰ্থ শতিকামানতে। প্ৰপঞ্চসাৰ আৰু "শাৰদাতিলক" নামৰ দুখন গ্ৰন্থও প্ৰায় একে বিষয়ৰে।

বৌদ্ধ ধৰ্মত তন্ত্ৰৰ প্ৰৱেশ আৰু বৌদ্ধতন্ত্ৰসমূহৰ বিকাশ দুটা কাৰণত হৈছিল বুলি পণ্ডিতসকলে ভাবে। প্ৰথম কাৰণ হয়তো আছিল দৃঢ়ভাৱে গোড়া আৰু উদাসীন বৌদ্ধ ধৰ্মৰ যি অনুশাসন ভিক্ষুসকলক পালন কৰিবলৈ দিয়া হৈছিল তাৰ বিৰুদ্ধে এক তীব্ৰ প্ৰতিক্ৰিয়া ভিক্ষুসকলৰ চেতন-অবচেতনত হৈছিল। দ্বিতীয়তে হয়তো যাদুধৰ্মী আচাৰৰ অলৌকিক শক্তি লাভ কৰিবলৈ আৰু তাক প্ৰদৰ্শন কৰিবলৈ তেওঁবিলাকৰ এক মোহ হৈছিল।

কিছু পণ্ডিতে গৌতম বুদ্ধকো তান্ত্ৰিক বুলি অভিহিত কৰিব খোজে। সিদ্ধি প্ৰাপ্তিৰ কাৰণে প্ৰদৰ্শন নিৰৰ্থক আৰু সেইকাৰণেই হয়তো মূল্য দিয়া হৈছিল গুহ্যসাধনাত।

গুহ্যসাধনাৰ কাৰণে আসন আৰু মুদ্ৰাৰ একান্ত প্ৰয়োজন। "হঠযোগ প্ৰদীপিকা"ত মুদ্ৰাৰ দহবিধ প্ৰকাৰভেদ আছে—

> মহামুদ্ৰা, মহাবন্ধো, মহাবেধশ্চ খেচৰী
> উড্ডানং মূলবন্ধশ্চ বন্ধো জালন্ধৰাভিধঃ
> কৰণী বিপৰীতাখ্যা বজ্ৰোলী শক্তিচালনম্
> ইদং হি মুদ্ৰা দশকং জৰামৰণ নাশনম্॥

তিব্বতীয় লামাসকলৰ ভিতৰতো "মহামুদ্ৰা" সাধনৰ কথা প্ৰচলিত আছে। ভাৰতীয় যোগীৰ পক্ষে মহামুদ্ৰা এটা মুদ্ৰা বিশেষ। কিন্তু লামাসকলে অন্তৰ্দৃষ্টি লাভৰ এক সোপান বুলি মহামুদ্ৰাক জ্ঞান কৰে আৰু নিৰ্বাণ লাভো ইয়াৰ দ্বাৰা হয় বুলি ভাবে।

বাওঁভৰি তলত দি সোঁভৰি প্ৰসাৰিত কৰি বহি উভয়হস্তৰ তৰ্জনী আঙুলিৰ বাহিৰে বাকীবোৰ আঙুলিৰে প্ৰসাৰিত ভৰিৰ বুঢ়া আঙুলি ধাৰণ কৰি, জালন্ধৰ বন্ধ যোগ কৰি কণ্ঠ প্ৰদেশত বায়ুৰুদ্ধ কৰি সুষুম্নাত বায়ু ধাৰণ কৰাৰ কাৰ্য্যক মহামুদ্ৰা বোলা হয়।

মহামুদ্ৰা, মহাবন্ধ, মহাবেধ, খেচৰী, জালন্ধৰ, মূলবন্ধ, বিপৰীতকৃতি, উড্ডান, বজ্ৰোলী আৰু শক্তিচালন—এই দহ মুদ্ৰাৰ বিষয়ে শিৱসংহিতাত উল্লেখ আছে।

কালিকা পুৰাণত বৰ্ণিত মতে মুদ্ৰাৰ নাম এইবোৰ : ধেনু সংপুট প্ৰাঞ্জলি, বিশ্ব, পদ্মক, নাৱাচ, মুণ্ড, দণ্ড, অঙ্গ, যোনি, বৰ্দ্ধনী, মহাযানী, ভগ, পুটক, নিঃসঙ্গ, অৰ্দ্ধচন্দ্ৰ, লঙ্গ, দ্বিমুখ, শঙ্খ, মুষ্টিক, বজ্ৰ, ষড়্ক, ষট্‌যোনি, বিমল, ঘট, শিখৰি, ভৃঙ্গ, অৰ্দ্ধপুণ্ড্ৰ, অৰ্দ্ধধেনু, সম্মিলনী, কুণ্ড, চক্ৰ, শূল, সিংহক্ৰান্ত, গোমুখ, প্ৰোন্নায়, উন্নমন, বিম্ব, পাশুপত, গুন্ধ, ত্যাগ, সাম্মিণী, প্ৰসাম্মিণী, উগ্ৰমুদ্ৰা, কুণ্ডলী ব্যূহ, ত্ৰিমুখ, আসবন্নী, যোগ, ভেদ, মোহন, বাণ, ধনুঃ তূনীৰ এইবিলাক শ্ৰেষ্ঠ মুদ্ৰা—এনেদৰে এশ আঠটি মুদ্ৰা ব্ৰহ্মাৰ দ্বাৰা কালিকাপুৰাণত কীৰ্ত্তিত হৈছে। মুদ্ৰা প্ৰদৰ্শন নকৰাকৈ কৰা দেৱতা অৰ্চনা, যোগ, ধ্যান, আসন সকলো নিষ্ফল।

দক্ষিণাবৰ্ত্তক্ৰমে দক্ষিণহস্তৰ মধ্যম আঙুলিৰ অগ্ৰ ভাগৰ দ্বাৰা বামহস্তৰ তৰ্জনীৰ— আৰু বামহস্তৰ তৰ্জনীৰ লগত দক্ষিণহস্তৰ মধ্যমাৰ যোগ কৰিব লাগে। এইৰূপে দক্ষিণহস্তৰ অনামিকাৰ লগত বামহস্তৰ কনিষ্ঠা আৰু বামহস্তৰ অনামিকাৰ লগত দক্ষিণহস্তৰ কনিষ্ঠাৰ সংযোগ কৰিলে ধেনুমুদ্ৰা হয়। এই মুদ্ৰা সমুদয় দেৱতাৰ তুষ্টি প্ৰদায়িণী। দুয়ো হাতৰ তলুৱা আৰু আঙুলিৰ আগ ভাগ সংযুক্ত কৰিলে আৰু উভয়ৰ বুঢ়া আঙুলি ওচৰা-ওচৰিকৈ ৰাখিলে যি মুদ্ৰা হয়, সেই মুদ্ৰাক দেৱগণে সংপুট নামেৰে অভিহিত কৰিছে। এই সংপুট সকলো দেৱতাৰে সদায় প্ৰীতিদায়ক। ধ্যান, চিন্তা আৰু যোগাদিত এই সংপুট মুদ্ৰা অতি প্ৰশস্ত।

দুয়োহাতৰ তলভাগ দ্ৰোণীৰ আকাৰত অকমান কুঞ্চিত কৰি, মাজভাগ শূন্য কৰি পৰস্পৰ সংযোগ কৰিলে যি মুদ্ৰা হয় তাৰ নাম প্ৰাঞ্জলি। আঙুলিবোৰ ভিতৰাই দুই হাতৰ মুঠি বন্ধা আকাৰত বেলৰ (বিল্বফলৰ) দৰে সুগোল কৰি দেখুৱালে যি মুদ্ৰা হয় সেই মুদ্ৰাৰ নাম বিশ্ব মুদ্ৰা। উভয় হাতৰ মণিবন্ধৰ পৰা হাতৰ তলুৱা ভাগ, দুই হাতৰ বুঢ়া আঙুলি আৰু দুই হাতৰ কেঁএগা আঙুলি একত্ৰিত কৰি অৱশিষ্ট আঙুলি বেলেগে বেলেগে বিস্তৃত কৰি ৰাখিলে যি মুদ্ৰা হয় তাৰ নাম পদ্ম মুদ্ৰা। এই মুদ্ৰাই মানুহক চতুৰ্বৰ্গ প্ৰদান কৰে।

বুঢ়া আঙুলিৰ আগভাগৰ দ্বাৰা তৰ্জনীৰ উৰ্দ্ধৰেখা ক্ৰমে যোগ কৰিলে আৰু অন্যান্য আঙুলি সম্যকৰূপে প্ৰসাৰিত ৰাখিলে যি মুদ্ৰা হয় সেই মুদ্ৰাৰ নাম নাৰাচ মুদ্ৰা । এই নাৰাচ মুদ্ৰা শক্তিৰ প্ৰীতিপ্ৰদ ।

গণ নাথৰ সৰ্বোত্তম প্ৰীতি প্ৰদায়িনী মুদ্ৰা হৈছে মুণ্ডমুদ্ৰা । বাওঁহাতৰ বুঢ়া আঙুলি বাদ দি এটা মুঠি মাৰি আৰু দক্ষিণ হাতৰ মধ্যমাদি যত্নেৰে নত কৰি, মধ্যমাৰ লগত তৰ্জনী আৰু বুঢ়া আঙুলিৰ আগ সংযুক্ত কৰি সাধকে বাম মুঠিৰ ওপৰত সোঁহাত স্থাপন কৰি দেৱীক দক্ষিণ ভাগ যেতিয়া দেখুওৱা হয় সেই মুদ্ৰাৰ নামেই মুণ্ড মুদ্ৰা ।

সোঁহাতৰ বুঢ়া আঙুলি আৰু মধ্যমাদি আঙুলি সম্যকৰূপে নত কৰি তৰ্জনী প্ৰসাৰিত কৰিলে যি মুদ্ৰা হয় তাৰ নাম দণ্ড মুদ্ৰা ।

দুয়োহাতৰ সকলো আঙুলি সংযোগ কৰি, দুয়োহাতৰ কেঞা আঙুলি দুটাক বজ্ৰৰ দৰে বান্ধি, সংযুক্ত কৰি, বাওঁহাতৰ অনামিকাৰ মূলত তাৰ আগভাগৰ যোগ কৰিব লাগে আৰু সোঁহাতৰ মধ্যমাৰ মূলত বাওঁ আগ সংযোগ কৰিব লাগে—এইদৰে সংযোগ কৰাৰ পিছত আঙুলি-বোৰ আবৰ্তিত কৰিলে মাজত যি যোনিৰ আকাৰ হয় তাৰ নাম যোনি মুদ্ৰা । কামাখ্যা তথা দুৰ্গা আৰু কামৰ এই যোনি মুদ্ৰা অত্যন্ত প্ৰীতিপ্ৰদ ।

আঙুলিবোৰ সংযুক্তভাৱে প্ৰসাৰিত কৰি সোঁহাতৰ বুঢ়া আঙুলিৰ আগপাৰৰ দ্বাৰা কনিষ্ঠা আঙুলিৰ আগ ভাগৰ যোগ কৰিলে যি মুদ্ৰা হয়, তাৰ নাম অৰ্দ্ধ যোনিমুদ্ৰা ।

সংপুট বা প্ৰাঞ্জলিৰ যদি মূৰে মূৰে যোগ কৰা হয় তেতিয়া ইয়াৰ নাম হয় বন্ধনীমুদ্ৰা । বিষ্ণুৰ এই মুদ্ৰা প্ৰিয় । এই মুদ্ৰা কাণত সংলগ্ন হলে মহামুদ্ৰা নামে অভিহিত হয় ।

উভয় হাতৰ কনিষ্ঠাৰ মূলভাগ আঙুলিৰ আগেৰে সংযোজিত কৰি বাকী আঙুলিবোৰ বিস্তৃত কৰি হাতৰ তলুৱা দুখন পৰস্পৰ সংলগ্ন কৰিলে যি মুদ্ৰা হয় তাৰ নাম ভগমুদ্ৰা । ই লক্ষ্মী, সৰস্বতী আৰু শিৱৰ প্ৰিয় ।

সোঁহাতৰ সকলো আঙুলিৰ আগভাগ সংযুক্ত কৰি একাষে বিন্যাস কৰিলে যি মুদ্ৰা হয় তাৰ নাম প্ৰকটমুদ্ৰা । কেঞা আঙুলি,

অনামিকা আৰু বুঢ়া আঙুলিৰ আগভাগ একত্রে সংযুক্ত, মধ্যমা, আৰু তৰ্জনী প্রসাৰিত আৰু হাত দুখন পৃথকে পৃথকে কুঞ্চিত কৰি দেৱতাৰ সমুখত নিদর্শন কৰাৰ নাম নিঃসঙ্গ মুদ্রা। ই নৰসিংহ নাক বৰাহৰ প্রিয়।

সোঁহাতৰ কেঞা আঙুলি, অনামিকা আৰু মধ্যমা কোচাই, তৰ্জনী আৰু বুঢ়া আঙুলি প্রসাৰিত কৰিলে যি মুদ্রা হয় তাৰ নাম অৰ্দ্ধচন্দ্র মুদ্রা। এই মুদ্রা গ্রহসকলৰ প্রীতিদায়িনী।

সোঁহাতৰ বুঢ়া আঙুলি উৰ্দ্ধ কৰি, সেই আঙুলিক মাজত থৈ তাক ওপৰত বাওঁমুঠি স্থাপন কৰিব লাগে, আৰু বাওঁহাতৰ বুঢ়া আঙুলিও উৰ্দ্ধ কৰি ৰাখিব লাগে—এনেকৈ যি মুদ্রা হয় তাৰ নাম অঙ্গমুদ্রা। এই মুদ্রাৰেই এক এক কৈ কেঞা আঙুলি আদি মেলি ধৰিলে আঠ প্রকাৰ মুদ্রা হয়। যেনে: দ্বি মুখ, মুষ্টি, বজ্র, আবদ্ধ, বিমল, ঘট, ভৃঙ্গ আৰু পুণ্ড্র। ন প্রকাৰ বিষ্ণুমূৰ্তিৰ অঙ্গ মুদ্রাৰ লগত এই আঠমুদ্রা যথাক্রমে প্রিয়।

হাতৰ তলুৱাৰ ইপিঠি পৰস্পৰ সংযুক্ত কৰি ঘূৰাই লব লাগে। তৰ্জনী আঙুলি প্রসাৰিত কৰিব লাগে, বুঢ়া আঙুলি দুয়োটা সমুখত সংসক্ত কৰিলে যি মুদ্রা হয় তাৰ নাম শঙ্খ মুদ্রা। হাত দুখন অঞ্জলি কৰি দুইটা বুঢ়া আঙুলি দুয়ো কেঞা আঙুলিৰ মূলত থব লাগে আৰু হেলনীয়া কৰি ধৰিব লাগে। ইয়াকে বোলা হয় যোনিমুদ্রা।

সোঁহাতৰ মুঠিত বুঢ়া আঙুলি থিয় কৰি ধৰিব লাগে। ইয়াকে বোলে শিখৰিণী মুদ্রা। এই মুদ্রা ব্রাহ্মী আৰু সূৰ্য্যপ্রিয়া নামেৰেও জনাজাত। অনামিকা আৰু কনিষ্ঠা এই দুই আঙুলিক সৰলভাবে সংযুক্ত কৰি মধ্যমা আৰু তৰ্জনীৰ যি ধেনুমুদ্রাৰ নিচিনা বন্ধন তাৰ নাম অৰ্দ্ধধেনুমুদ্রা। এই মুদ্রা দেখুৱালে চন্দ্র সন্তুষ্ট হয়।

দুই হাতৰ আঙুলিৰ আগভাগ অলপ অলপ পৃথক কৰি থৈ তাৰ তলভাগ সংযোজিত কৰিলে আৰু তলভাগ বেলেগ কৰি ওপৰ ভাগ সংযোজিত কৰিলে যি মুদ্রা হয় তাৰ নাম সম্মিলনী মুদ্রা। এই মুদ্রা মঙ্গলগ্রহ আৰু পৃথিৱীত থকা লিঙ্গসমূহৰ প্রীতিবৰ্দ্ধিনী। সোঁহাতৰ সকলো আঙুলি পৰস্পৰ একেলগ আৰু তলৰ কিছু অংশ তলমুৱা কৰিলে যি কুণ্ডাকাৰ হয় তাৰ নাম কুণ্ডমুদ্রা। এই মুদ্রা বুধগ্রহ, বাণী আৰু শিৱাৰ প্রিয়।

সোঁহাতৰ আঙুলিৰ মাজেদি সৰকাই বাওঁহাতৰ আঙুলি প্ৰসাৰিত কৰি, বুঢ়া আঙুলি দুয়োটাৰ আগভাগ সংযুক্ত কৰি সন্মুখত তুলি ধৰিলে যি মুদ্ৰা হয় এই মুদ্ৰাৰ নাম চক্ৰমুদ্ৰা। ই বৃহস্পতি গ্ৰহ, বিষ্ণু আৰু শিৱৰ প্ৰিয়।

সোঁহাতৰ বুঢ়া আঙুলি আৰু মধ্যমা কিঞ্চিৎ নমাই বাকী আঙুলি তিনিটাৰ আগভাগ সংযুক্ত কৰিলে যি মুদ্ৰা হয় সেই মুদ্ৰাৰ নাম ধেনুমুদ্ৰা। এই মুদ্ৰা শুক্ৰগ্ৰহ আৰু কাৰ্তিকৰ প্ৰিয়। হাতৰ তলুৱা দুয়োখন কুঞ্চিত কৰি বাওঁহাতৰ আঙুলিবোৰৰ আগভাগ বাওঁহাতৰ মাজত মেলি ধৰি বাওঁহাতৰ পৰা অলপ নমাই থলে যি মুদ্ৰা হয় সেই মুদ্ৰাৰ নাম সিংহমুদ্ৰা। এই মুদ্ৰা দুৰ্গাৰ, সূৰ্য্যৰ পুত্ৰ শনিগ্ৰহৰ আৰু চক্ৰীৰ প্ৰীতিপ্ৰদ।

কাণৰ মূলত গোমুখৰ আকাৰ কৰিলে ভগমুদ্ৰা হয়। এই মুদ্ৰা বিষ্ণুৰ আৰু ৰাহুৰ প্ৰিয়।

হাতৰ তলুৱা মুঠি মাৰি সমানভাৱে ওচৰা-ওচৰিকৈ থৈ সোঁহাতৰ কেঞা আঙুলিক ধৰি আঙুলিবোৰ লাহে লাহে মুকলি কৰি বাওঁহাতৰ কেঞা আঙুলিকে আৰম্ভ কৰি বাকী আঙুলিবোৰ ক্ৰমান্বয়ে মুকলি কৰিলে যি আঠটা মুদ্ৰা হয় সেইবোৰৰ নাম হৈছে—প্ৰেম্নাম, উন্নমন, বিম্ব, পাশুপত, শুদ্ধ, ত্যাগ, সাৰণী আৰু প্ৰসাৰিণী। আঙুলিবোৰ আকুঞ্চিত কৰিলে দক্ষিণা নামে মুদ্ৰা হয় আৰু স্বহস্তৰ বিপৰ্য্যয় কৰিলে উগ্ৰ নামে মুদ্ৰা হয়। এই দহটা মুদ্ৰা ইন্দ্ৰ আদি দহদিকপালৰ প্ৰীতিপ্ৰদ আৰু সকলো দেৱতাৰ অতিশয় প্ৰীতিবৰ্দ্ধন।

বুঢ়া আঙুলিৰ আগভাগ তৰ্জনীৰ আগভাগৰ দ্বাৰা যুক্ত কৰি, সোঁহাতৰ মধ্যমাদি আঙুলি কোঁচাই থলে যি কুণ্ডলাকাৰ হয় তাৰ নাম কুণ্ডলীমুদ্ৰা। এই মুদ্ৰা শক্তিৰ তুষ্টিদায়িনী আৰু বাকীবোৰ দেৱতাৰো অতিশয় তুষ্টিকাৰিণী।

সোঁহাতৰ বুঢ়া আঙুলি, তৰ্জনী আৰু মধ্যমা এই তিনি আঙুলিৰ আগভাগ সংযোজিত কৰি মধ্যমা আৰু কেঞা আঙুলি কোঁচাই দিলে যি মুদ্ৰা হয় তাৰ নাম ত্ৰিমুখী মুদ্ৰা। এই মুদ্ৰা বিশ্বৰ দেৱতাসকলৰ ৰৰ প্ৰিয়। এই মুদ্ৰা কেতুগ্ৰহৰ প্ৰিয় আৰু মাতৃগণৰো প্ৰিয়।

তৰ্জনী আৰু বুঢ়া আঙুলিৰ আগভাগ সংযোজিত কৰি বাকী আঙুলি তিনিটা কোঁচাই দিলে যি মুদ্ৰা হয় তাৰ নাম অসিবল্লী। এই অসিবল্লী মুদ্ৰা পিতৃগণৰ, সাধ্যগণৰ, ৰুদ্ৰগণৰ আৰু বিশ্বকৰ্মাৰ অতি প্ৰিয়।

ভৰিৰ তলভাগ পৰস্পৰ সংযোজিত কৰি, ভৰিৰ বুঢ়া আঙুলি কেইটা নাভিৰ লগত সংযোজিত কৰিব পাৰিলে আৰু তাৰ ওপৰত আঙুলি স্থাপন কৰিলে যি মুদ্ৰা হয় তাৰ নাম যোগমুদ্ৰা। যোগমুদ্ৰাই যোগিনীসকলৰ তুষ্টি প্ৰদান কৰে। এই মুদ্ৰাই সকলো দেৱতাৰ পূজাত আৰু চিন্তাত তুষ্টি, প্ৰীতি প্ৰদান কৰে। এই মুদ্ৰা উৰ্দ্ধ আৰু আধোভাগত যোজিত হলে প্ৰাঞ্জলি নামে মুদ্ৰা হয়। কাৰ্য্যৰ সময়ত ভেদ কৰি দেখুৱালে ভেদ নামৰ মুদ্ৰা হয়। এই মুদ্ৰা বিষ্ণুৰ আৰু বিধাতাৰ প্ৰিয়।

দুয়ো কৰতলত বুঢ়া আঙুলি দুটা থৈ পিছত আগ ভাগেৰে দুয়ো হাতৰ কেঞা আঙুলি দুটাৰ যোগ কৰিব লাগে। অৱশিষ্ট তৰ্জনী আদি আঙুলিবো আগভাগ যোগ কৰি কেঞা আঙুলিক পৃথক কৰি দেখুৱালে যি মুদ্ৰা হয় তাৰ নাম সম্মোহন মুদ্ৰা। ই কাম, দুৰ্গা আৰু লক্ষ্মীৰ প্ৰিয় আৰু বাকী দেৱতাৰো প্ৰীতিপ্ৰদ।

বাওঁহাতৰ মধ্যমা আৰু অনামিকাক অলপ নমাই, তাৰ পিঠিত বুঢ়া আঙুলিৰ আগভাগ সংযোজিত কৰি, পিছত কনিষ্ঠা আৰু তৰ্জনীক আগ ভাগেৰে পৰস্পৰ সংযুক্ত কৰিলে যি মুদ্ৰা হয় তাৰ নাম বাণ মুদ্ৰা। এই মুদ্ৰা সকলো দেৱতাৰ প্ৰীতিপ্ৰদ।

উভয় হাতৰ সকলো আঙুলি সঙ্কুচিত কৰি বুঢ়া আঙুলি আৰু তৰ্জনীক প্ৰসাৰিত কৰিলে, এখন হাতৰ বুঢ়া আঙুলিৰে আনখন হাতৰ বুঢ়া আঙুলিৰ আগভাগ, এক তৰ্জনীৰ আগভাগৰ দ্বাৰা ইখন হাতৰ তৰ্জনীৰ আগভাগ ধৰি যথাশক্তি প্ৰসাৰিত কৰিলে যি মুদ্ৰা হয় তাৰ নাম ধেনু মুদ্ৰা।

সকলো আঙুলিৰ আগভাগ ব্ৰহ্ম তীৰ্থত নিয়োজিত কৰিলে, অনামিকাৰ পিঠিভাগত বুঢ়া আঙুলিৰ আগ নিয়োজিত কৰিলে, আৰু তাৰ অভ্যন্তৰ তূনীৰ (তূনীৰবৎ) দৰে কৰিলে যি মুদ্ৰা হয় তাৰ নাম তূনীৰ মুদ্ৰা। এই মুদ্ৰা সকলোৰে প্ৰীতিদায়িনী।

মুদ্ৰাতে পূজাৰ স্থিতি, মুদ্ৰাতে চিন্তাৰ আবিৰ্ভাৱ, মুদ্ৰাতেই যোগ সংলগ্ন। যি যি পূজাত, চিন্তাত, ধ্যান, কাৰ্য্যত, যজ্ঞাদিত অথবা স্তৱ কাৰ্য্যত হস্তৰ কোনো ক্ৰিয়া নাথাকে তেনেহলে হাত দুখনক মুদ্ৰাযুক্ত কৰিব লাগে। মুদ্ৰা দেখুৱাই যজ্ঞৰ কামো আৰম্ভ কৰিব লাগে। মুদ্ৰা অবিহনে যজ্ঞ নিষ্ফল। যি দেৱতাৰ পূজাৰ সময়ত যি মুদ্ৰা দেখুওৱা হয়, বিসৰ্জনৰ সময়ত সেই মুদ্ৰা দেখুৱাব নেলাগে। বিচক্ষণ

সাধকে মুদ্ৰাৰেহে সকলো পূজা কৰে। মুদ্ৰা প্ৰদৰ্শন যত্নেৰে কৰিব লাগে। অৰ্দ্ধযোনি, মহাযোনি, যোনি ব্ৰাহ্মী আৰু বৈষ্ণৱী এই কেইটি মুদ্ৰা শিবা আৰু ত্ৰিপুৰাৰ বিসৰ্জনত উক্ত হৈছে।

যোনি প্ৰভৃতি মুদ্ৰা সঠিককৈ দেখুৱাব লাগে। কালিকাপুৰাণৰ চতুঃসপ্ততিতম অধ্যায়ত কোৱা হৈছে যে যোনিমুদ্ৰা আঠ প্ৰকাৰৰ।

কামাখ্যাৰ প্ৰিয় খেচৰী মুদ্ৰা অতি গুহ্য আৰু অদ্ভুত বুলিও উল্লেখ কৰা হৈছে। এই মুদ্ৰা দেখুৱালে চণ্ডিকা দেৱী তুষ্ট হয়। সোঁহাতৰ অনামিকা বাওঁহাতৰ তৰ্জনীৰ লগত যুক্ত কৰিব লাগে আৰু বাওঁহাতৰ অনামিকাক সোঁহাতৰ তৰ্জনী আঙুলিৰ লগত যুক্ত কৰিব লাগে। দুই কনিষ্ঠ (কেঞা আঙুলিৰ) আগভাগ তৰ্জনী দুটাৰ আগভাগেৰে বেষ্টিত কৰিব লাগে। দুয়োটা মধ্যমা অনামিকাৰ আগত বিন্যস্ত কৰিব লাগে। সেইকেটা আঙুলিৰ পৰস্পৰ আগভাগ সংযুক্ত কৰি কনিষ্ঠা দুটাৰ আগভাগৰ লগত যুক্ত কৰিব লাগে। তাৰ মূলত আঙুলি দুটাৰ বিন্যাস কৰিব লাগে— এনেকৈয়ে খেচৰী যোনি নামৰ মুদ্ৰা হয়। এই মুদ্ৰা কামপ্ৰদ, অৰ্থপ্ৰদ।

ইয়াৰ অধোদেশত যদি দুয়োটা কনিষ্ঠা আঙুলিৰ যোগ কৰা হয় তাক গুহ্যযোনি মুদ্ৰা বোলা হয়। এই মুদ্ৰা কামেশ্বৰীৰ অতি প্ৰিয়।

আগৰ দৰে হাতৰ কনিষ্ঠা আৰু অনামিকা দুয়োটা পৰস্পৰ বেষ্টন কৰি, অধোভাগত নিয়োজিত কৰি ওপৰৰ পিনে দুয়োটি মধ্যমা স্থাপিত কৰি, পৰস্পৰৰ আগভাগ সংযোজিত কৰিলে যি মুদ্ৰা হয় সেয়া ত্ৰিশঙ্কৰী যোনি মুদ্ৰা। এই মুদ্ৰা ত্ৰিপুৰাৰ তুষ্টিপ্ৰদ।

বৈষ্ণৱীতন্ত্ৰ প্ৰসঙ্গত মূল যোনিমুদ্ৰা কথিত হৈছে। উভয় হস্তৰ তৰ্জনী, অনামিকা, মধ্যমা দুয়োটা আৰু কনিষ্ঠাক ক্ৰমে যুক্ত কৰি কনিষ্ঠাৰ মূলদেশত অঙ্গুষ্ঠৰ আগভাগ নিক্ষেপ কৰিলে মহাযোনি মুদ্ৰা হয়। মধ্যম আঙুলি দুটা পূৰ্বৰ দৰে অনামিকা আৰু কনিষ্ঠাৰ দ্বাৰা বেষ্টন কৰি তাৰ সমুখত মূল প্ৰদেশত আঙুলিৰে ন্যাস কৰিলে যি মুদ্ৰা হয় ইয়াকে শাৰদী মুদ্ৰা বোলে। এই মুদ্ৰা শাৰদাৰ তুষ্টিপ্ৰদ।

বুঢ়া আঙুলি দুটা একেলগ কৰি আৰু বাকী আঙুলিবোৰৰ (দুয়োহাতৰ মূৰে মূৰে লগাই) মাজৰখিনি শূন্য কৰি ৰাখিলে যি মুদ্ৰা হয় সেই মুদ্ৰাৰ নাম যোগিনী। এই মুদ্ৰা যোগিনীসকলৰ প্ৰিয়।

ন্যাস : দেহৰ বিভিন্ন অঙ্গত বিভিন্ন দেৱতাৰ অৱস্থান। সেই দেৱতা সকলক উপাসনা কৰাৰ সময়ত জাগ্ৰত কৰি লব লাগে। তাৰ অৰ্থে

উপাসকৰ সোঁহাতৰ আঙুলিৰ মূৰ দেহৰ বিভিন্ন স্থানত মন্ত্ৰৰ সহযোগত স্থাপন কৰাকেই ন্যাস কৰা বোলে।

তান্ত্ৰিকসকলে ন্যাস কৰাৰ সময়ত যি পঞ্চাশটা শব্দ উচ্চাৰণ কৰে সেয়া হল :

অ— অমৃতা
আ— আকৰ্ষিণী
ই— ইন্দ্ৰাণী
ঈ— ঈশানী
উ— উমা
ঊ— ঊৰ্দ্ধকেশিনী
ঋ— ঋদ্ধি
ঋৃ— ঋৃষা
ঌ— লৃতা
দীৰ্ঘলি- লৃষা
এ— একবাদিনী
ঐ— ঐশ্বৰী
ও— ওম্‌কাৰিণী
ঔ— ঔষধাত্মিকা
অং— অম্বিকা
অঃ— অক্ষৰাত্মিকা
ক— কালৰাত্রি
খ— খাতিতা
গ— গায়ত্ৰী
ঘ— ঘণ্টাধাৰিণী
ঙ— ঙানাত্মিকা
চ— চণ্ডা
ছ— ছায়া
জ— জয়া
ঝ— ঝঙ্কাৰিণী
ঞ— জ্ঞান ৰূপ থকা অৰ্থত
ট— টঙ্কহস্তা
ঠ— ঠঙ্কাৰিণী
ড— ডামৰী
ঢ— ঢুংৰিণী
ণ— ণাশিনী
ত— তামসী
থ— থাম্মিনী
দ— দাক্ষায়ণী
ধ— ধাত্ৰী
ন— নন্দা
প— পাৰ্বতী
ফ— ফট্‌কাৰিণী
ব— বন্ধিনী
ভ— ভদ্ৰকালী
ম— মহামায়া
য— যশস্বিনী
ৰ— ৰক্তা
ল— লম্বোষ্ঠী
ৱ— ৱৰদা
শ— শশিনী
ষ— ষণ্ডা
স— সৰস্বতী
হ— হংসৱতী
ক্ষ— ক্ষমাৱতী

ভূতশুদ্ধি : মানুহৰ দেহ পঞ্চভূত বা তত্ত্বেৰে গঠিত— পৃথ্বি (মাটি), অপ (পানী), তেজ, বায়ু আৰু আকাশ— এয়ে হৈছে পঞ্চভূত।

তন্ত্র ধাৰণামতে এই এই ঠাইত থকা দেৱতাসকলক প্ৰথমে শুদ্ধ কৰি লব লাগিব। এয়ে হৈছে ভূতশুদ্ধি।

যন্ত্র ঃ যন্ত্র হৈছে আধ্যাত্মিক ভাবেৰে ৰহস্যময়, নিৰ্দিষ্ট দেৱতাৰ প্ৰতীক অঙ্কিত চিত্র। উপাসনাৰ 'বস্তু' লৈ লৈ যন্ত্রৰ স্বৰূপ (ডিজাইন) সোণত, ৰূপত, তামত, গেৰুৱা কাপোৰত, তুলাপাতত, কাঠত, শিলত, বা মাটিত কুমকুম, সেন্দুৰ চন্দন, কস্তুৰী আদি সামগ্ৰীৰে অঙ্কন কৰা হয়। দেৱতাভেদে যন্ত্রৰ ৰং বেলেগ বেলেগ হয়।

নিৰ্দিষ্ট দেৱতাৰ লক্ষণ অনুযায়ী যন্ত্র ত্ৰিভূজ, বহুভূজ, বৃত্তাকাৰ, অৰ্দ্ধচন্দ্ৰাকাৰ, পদ্মাকৃতি আদি বৈচিত্ৰ্যপূৰ্ণ হয়। চতুষ্কোণ, ত্ৰিকোণ, ষট্‌কোণ বিন্দু আদি যন্ত্রত উচ্চ আধ্যাত্মিক অৰ্থেৰে অঙ্কিত হয়। বিশেষ দেৱ-দেৱীৰ অভিব্যক্তি যন্ত্রতেই পোৱা যায়। যন্ত্রতেই মন্ত্রৰ দ্বাৰা দেৱতাৰ প্ৰাণ প্ৰতিষ্ঠা কৰি সাধকে উপাসনা কৰে।

নিৰাকাৰ ব্ৰহ্মৰ অনুভূতি মনলৈ আনি তাতেই মনক তন্ময় কৰা বৰ কঠিন কাম। সেয়ে সাংকেতিক অৰ্থ প্ৰকাশক যন্ত্রকে সাধনাৰ মাধ্যম কৰি লোৱা হয়। ৰামতাকনী উপনিষদৰ মতে যন্ত্র হৈছে দেৱতাৰ শৰীৰ, মন্ত্র হৈছে প্ৰাণ, আৰু যন্ত্ৰাস্থিত বিন্দু যন্ত্রৰ চৈতন্যতা।

তান্ত্রিক সাধনা গুৰুমুখী সাধনা। প্ৰতিমা পূজা যজ্ঞ আদি ক্ৰিয়াৰে, সাধনাৰে কিছু উচ্চস্তৰ লাভ কৰাৰ পিছতহে গুৰুৱে যন্ত্র পূজাৰ অধিকাৰ প্ৰদান কৰে।

গৌৰীযামল তন্ত্রমতে যন্ত্রক চাৰিভাগত ভগোৱা হৈছে— (১) ভূপৃষ্ঠ (২) কূৰ্ম পৃষ্ঠ (৩) পদ্মপৃষ্ঠ (৪) মেৰু পৃষ্ঠ।

কূৰ্মপৃষ্ঠ আৰু মেৰুপৃষ্ঠ যন্ত্রৰ ত্ৰিকোণ উৰ্দ্ধমুখী। সেইদৰে শক্তিযন্ত্র সমূহৰ ত্ৰিকোণ অধোমুখী।

মাযাতন্ত্রমতে দেৱীৰ যন্ত্র নিৰ্মাণ কৰিবলৈ হলে প্ৰথমে ত্ৰিকোণ অঙ্কন কৰিব লাগে। ত্ৰিকোণৰ বহিৰ্ভাগত অঙ্কন কৰিব লাগে এটা ষট্‌কোণ। ষট্‌কোণৰ বহিৰ্ভাগত তিনিটা বৃত্ত। বৃত্ত তিনিটাৰ বহিৰ্ভাগত এটা অষ্টদল পদ্ম অঙ্কন কৰিব। অষ্টদল পদ্মৰ বহিৰ্ভাগত ত্ৰিৰেখা অঙ্কন কৰি তাৰ বহিৰ্ভাগত ভূপুৰ অঙ্কন কৰিলে দেৱীৰ যন্ত্র নিৰ্মাণ হয়। ত্ৰিকোণ, ষট্‌কোণে যি নবকোণ নিৰ্মাণ কৰে তাত যথাক্ৰমে প্ৰভা, মায়া, জয়া, সূক্ষ্মা, বিশুদ্ধা, নন্দিনী, বিজয়া, সৰ্বসিদ্ধিকা,— এই নবশক্তিৰ পূজা কৰা হয়।

**মণ্ডল :** সাধাৰণতে কেইবাটাও যন্ত্র লগ লগাই এটি মণ্ডল কৰা হয়। মণ্ডলৰ পৰাই মডল শব্দৰ উৎপত্তি। এটা বৃত্তক এটা বৰ্গক্ষেত্রেৰে আগুৰি মণ্ডল ৰচনা কৰা নিয়ম। এটা মণ্ডলতে সাধনাৰ বা উপাসনাৰ মূল ভাবটো (essence) সোমাই থাকে।

উপাসনাৰ প্ৰতিমা বা ঘট স্থাপন মণ্ডলৰ ওপৰতহে কৰা নিয়ম। পূজাৰ উপৰিও অসমৰ হিন্দু বিবাহত দৰা বা কন্যাৰ স্নানৰ অৰ্থে তোলা পানীৰ ঘট মণ্ডলৰ ওপৰতহে থোৱা নিয়ম। ই এক তাৎপৰ্য্যপূৰ্ণ কথা। লাহে লাহে আধুনিক যুগত এতিয়া সাধাৰণভাবে পদ্ম আঁকি, প্ৰজাপতি আঁকি, অথবা বিমূৰ্ত (abstract) কলাৰেও 'মডল' ৰচনা কৰা হয়।

মণ্ডল প্ৰসঙ্গত ৱাডেলৰ নিচিনা বিখ্যাত পণ্ডিতে কৈছে যে, 'মহাৰাজ অশোকে বুদ্ধৰ নামত ভাৰতবৰ্ষখন তিনিবাৰ উচৰ্গা কৰিছিল। এতিয়াও লামা মন্দিৰবোৰত মণ্ডল আঁকি কেৱল ভাৰতবৰ্ষকে নহয় সমগ্ৰ বিশ্বকে উচৰ্গা কৰা হয়।" এমুঠি চাউল হাতত লৈ মাটিত ছটিয়াই তেওঁবিলাকে প্ৰথমে বিশ্বৰ বেদী নিৰ্মাণ কৰে। মণ্ডল সাধাৰণতেই শস্য বা শস্যচূৰ্ণ অৰ্থাৎ চাউল, ৰংদিয়া চাউল, ময়দাৰ লগত নীল, ফাকু, সেন্দুৰ, হালধি আদিৰে নিৰ্মাণ কৰা হয়। বিশ্বৰ বেদীৰ কাষত কেইবাটিও বৃত্ত দি চতুৰ্ভুজ ৰচনা কৰি তাৰ মাজত মেৰুও দিয়া হয়।

**স্বস্তিকা :** যি জাতি শিল্পীসুলভ মনৰ অধিকাৰী তেওঁবিলাকেই সত্য উপলব্ধিক বা উপাস্য নিৰাকাৰক, আনন্দৰ বিমূৰ্ত অৱস্থাক অৰ্থময় প্ৰকাশেৰে প্ৰতীকি ৰূপ দিয়ে। হিন্দু আৰু বৌদ্ধধৰ্মৰ সাধকসকলো আছিল শিল্পী। সেয়ে হিন্দুধৰ্ম ( শাক্ত, বৈষ্ণৱ, শৈৱ ) আৰু বৌদ্ধ ধৰ্মত প্ৰচুৰ প্ৰতীকৰ ব্যৱহাৰ দেখা যায়।

এনে প্ৰতীকৰ ভিতৰত স্বস্তিকা অন্যতম। স্বস্তিকা প্ৰকৃততে এটা যোগ চিন, অৱশ্যে ইয়াৰ প্ৰতিবাহু ঘোৰ খোৱা। এই স্বস্তিকাৰ প্ৰচলন যেনেকৈ ব্যাপক তেনেকৈ আৰ্কে ইক প্ৰতীকৰূপে ই অৰ্থবহ। এই স্বস্তিকাক গোড়াসকলে আৰু প্ৰগতিবাদীবোৰে বেলেগ ৰূপত অঙ্কন কৰে।

সু + অস্তি এই শব্দৰ পৰাই স্বস্তিকা হৈছে বুলি কিছু পণ্ডিতে কয়। ইয়াৰ অৰ্থ হল "যিটো ভাল সেয়ে।" ছুডাল কাঠ ঘৰ্ষণ কৰি অতীতত জুই জ্বলোৱা হৈছিল কাৰণে অগ্নিৰ দেৱত্ব তথা মাহাত্ম্যক বুজাবলৈ এই শব্দ ব্যৱহাৰ কৰা হৈছিল। অতি প্ৰাচীন

টিউটনিক জাতিবোৰৰ মাজত 'থৰ' দেৱতাক বুজাবলৈ প্ৰতীক চিহ্ন স্বৰূপে স্বস্তিকাৰ ব্যৱহাৰ হৈছিল।

নৃতাত্ত্বিক পণ্ডিতসকলৰ মতে মানৱ শিশুৰ প্ৰতীক অৰ্থতহে স্বস্তিকা চিনৰ ব্যৱহাৰ হৈছিল। পূৰ্ণকুম্ভ যেনেকৈ মাতৃগৰ্ভৰ প্ৰতীক তেনেকৈ কলহৰ ওপৰত আঁকা স্বস্তিকা চিহ্ন মানৱশিশুৰ প্ৰতীক। ঘটৰ ওপৰত স্বস্তিকা আঁকি পূৰ্ণতা, সমৃদ্ধি তথা সন্তান কামনা কৰা হয়। সেই কালৰ পৰা স্বস্তিকা উৰ্বৰতা ধাৰাৰেই (fertility cult) প্ৰতীক। লামাসকলে অবিৰত সম্ভাৱনা তথা জীৱনবাদৰ প্ৰতীক বুলি স্বস্তিকাক বিবেচনা কৰে।

পদ্ম : স্বস্তিকাৰ দৰেই পদ্মও এক প্ৰতীক। পদ্মই পৱিত্ৰতা, সৰগীয়তা, অলৌকিকত্বৰ অৰ্থ প্ৰকাশ কৰে। জলজ পদ্মই যন্ত্ৰণাক্লিষ্ট মাটিৰ পৃথিৱীৰ পৰা আঁতৰৰ অৰ্থ বুজায়। পানী যিমানেই ঘোলা নহওক পদ্মই নিজৰ পৱিত্ৰতা ৰক্ষা কৰে। ৰক্তপদ্ম প্ৰায় সকলো দেৱতাৰেই আসন। শ্বেতপদ্ম অৱলোকিতেশ্বৰৰ আসন। নীলা পদ্ম তাৰাৰ আসন।

চক্ৰ : তেনেকৈয়ে চক্ৰই বুজায় দৈৱিক অনুশাসন, সম্পূৰ্ণতা আৰু সংহতি।

কচ্ছপ : কচ্ছপৰ দীৰ্ঘ আয়ুসেও মানুহক আকৰ্ষণ কৰিছিল। চীন আৰু হিন্দুধৰ্মত কাছৰ কুঁজটো আকাশৰ প্ৰতীক আৰু পেটটো পৃথিৱীৰ প্ৰতীক। পৃথিৱীৰ স্থিতি জলৰ ওপৰত বুলি ভাবি কাছ পানীত থাকে কাৰণে কাছকেই পৃথিৱীৰ প্ৰতীক বুলি ভবা হৈছিল।

দীক্ষা : উপাসকৰ মানসিক স্তৰৰ শক্তি চাই বীজমন্ত্ৰেৰে গুৰুৱে দীক্ষা দান কৰে। লগতে দেৱতা আৰু মন্ত্ৰৰ নিৰ্দেশ দিয়ে।

নিত্যকৰ্ম কৰোঁতে দীক্ষিত উপাসকে সেই মন্ত্ৰক আশ্ৰয় কৰা নিয়ম। সাধনাৰ উচ্চ স্তৰ লাভ কৰিলেহে সাধকৰ পূৰ্ণ অভিষেক হয়।

তন্ত্ৰ সাধনাক দুভাগত বিভক্ত কৰা হৈছে। সেয়া হৈছে দক্ষিণাচাৰ আৰু বামাচাৰ। দক্ষিণাচাৰত পঞ্চ 'ম' কাৰৰ স্থূল ব্যৱহাৰ নহয়। সাধকে নিজৰ দেহতেই শিৱ আৰু শক্তিক অনুভৱ কৰে। অৰ্দ্ধনাৰীশ্বৰৰ কল্পনা এনে তান্ত্ৰিক কল্পনাই। দেহস্থিত কুণ্ডলিনী শক্তিক জাগ্ৰত কৰি, ছয় চক্ৰ ভেদ কৰি নি সহস্ৰাৰত স্থিতি কৰাব পাৰিলেই

দক্ষিণাচাৰী তান্ত্ৰিক সাধকে পৰমানন্দ লাভ কৰে। ইয়ে আনে নিৰ্বাণ বা মুক্তি।

বামাচাৰ প্ৰথা হৈছে মদ্য, মাংস, মৎস, মুদ্ৰা আৰু মৈথুনেৰে সাধনা কৰাৰ প্ৰথা। এই বামাচাৰ সাধনাক কৌলাচাৰ সাধনা বুলিও কোৱা হয়। ই মধ্যৰাত্ৰিৰ এক ভয়ঙ্কৰ সাধনা।

সাধনাৰ সঙ্গিনী প্ৰকৃত সাধিকা হব লাগিব। স্নানেৰে পৱিত্ৰ হৈ, সুগন্ধি পুষ্প, ধূপ-দীপেৰে পৰিবেশ ৰচনা কৰিব লাগে। গুৰু বন্দনা আৰু দীক্ষা মন্ত্ৰ উচ্চাৰণে সেই পৰিবেশ জাগৃত কৰি তোলে। সঙ্গিনী যদি দীক্ষিতা নহয় তেন্তিয়াহলে তেওঁৰ কাণত "হ্ৰীং" এই বীজমন্ত্ৰ উচ্চাৰণ কৰি শুনাব লাগে (হ্ৰীং এই বীজমন্ত্ৰৰ উচ্চাৰণে সৃষ্টি কৰা বায়ু কম্পনে মনৰ ওপৰত কেনে প্ৰভাব পেলায় বা কি মায়াৰ পৰিবেশ সৃষ্টি কৰে তেনেবোৰ কথাৰ নিশ্চয় বৈজ্ঞানিক, মনোবৈজ্ঞানিক ব্যাখ্যাও আছে)। তাৰ পিছত তান্ত্ৰিক চাৰিপীঠ আৰু প্ৰধান চাৰিচক্ৰৰ ধ্যান কৰি সন্ধ্যা কৰিব লাগে আৰু প্ৰাণায়াম, মুদ্ৰা আৰু বীজমন্ত্ৰেৰে তৰ্পণ কৰিব লাগে। শিৱ আৰু শক্তিস্বৰূপা উপাসক উপসিকাই তথা ভৈৰৱ ভৈৰৱীযে মন্ত্ৰ, মুদ্ৰা, প্ৰাণায়ামেৰে কুণ্ডলিনী জাগ্ৰত কৰি উপাসনা কৰি, মদ্য মাংস, মৎস, মুদ্ৰা নৈবেদ্যৰূপে গ্ৰহণ কৰি মৈথুনৰ যোগেদি অদ্বৈত অৱস্থা লাভৰ আধ্যাত্মিক প্ৰয়াস কৰিব লাগে। গভীৰ আধ্যাত্মিক উপলব্ধিৰ এই যাত্ৰা ক্ষুৰৰ সাঁকোৰ দৰে। অন্যথাই সৰ্বপ্ৰযাস স্থূল পাৰ্থিৱতাত পতিত হোৱাৰ সম্ভাৱনা থাকে।

তন্ত্ৰমতে এক মুহূৰ্তই আচল মুহূৰ্ত। সেই মুহূৰ্ততে পৃথিৱীৰ বিবৰ্তন হয়। পুলকৰ তুঙ্গ বিন্দুত বিলীনৰ যি বাসনা সেয়া ঈশ্বৰৰ লগত মিলনৰ বাসনা— এনেকৈয়ে দ্বৈত অদ্বৈতত প্ৰতীকি ৰূপত বিলীন হয়।

## তান্ত্ৰিক সাধনা :

তান্ত্ৰিক সাধনাত পশ্বাচাৰ, বীৰাচাৰ আৰু দিব্যাচাৰ বুলি তিনিটা সোপান আছে।

প্ৰতি মানুহেই আৰম্ভনিতে পশু। পাশ (বন্ধনৰ)ৰ লগত যি যুক্ত সেযে পশু। তেওঁ তেজ-মঙহৰ প্ৰলোভন এৰিবও নোৱাৰে,

অথচ তাৰ ওপৰলৈ যাবলৈও মানুহৰ মনে বিচাৰে । পশ্বাচাৰ হৈছে দেহমন শুদ্ধিকৰণৰ আৰম্ভনি—দৈহিক মানসিক এক সাধনা। হঠ যোগ আৰু ৰাজযোগৰ দ্বাৰা পশ্বাচাৰৰ সাধনা হয়। হঠ যোগক থোৰতে ইডা পিঙ্গলা নাড়ী নিয়ন্ত্ৰণৰ সাধনা বুলিব পাৰি। 'হ' সূৰ্য্য নাড়ীৰ আৰু 'ঠ' চন্দ্ৰ নাড়ীৰ প্ৰতীক। "হ" স্বাধিষ্ঠান চক্ৰৰ (পঞ্চভূত যি সংযম কৰে) বীজযন্ত্ৰ, "ঠ" বীজযন্ত্ৰ আজ্ঞা চক্ৰৰ (আজ্ঞা চক্ৰ মনৰ নিয়ন্ত্ৰক)। হঠ যোগে আসন, প্ৰাণায়ামৰ দ্বাৰা শৰীৰ সাধনাত গুৰুত্ব দিয়ে। ৰাজ যোগৰ সাধনাই দিয়ে ক্ৰমাগত বিশুদ্ধতা আৰু মানসিক মগ্নতা।

বীৰাচাৰ সাধনাৰ ভিতৰত শৱ সাধনা আৰু কাপালিক সাধনা পৰে। ষড় ৰিপুৰ পৰা, অষ্ট পাশ বন্ধনৰ পৰা মুক্তি পাবলৈ বীৰাসনত বহি সাধকসকলে শৱ লৈ সাধনা কৰে। শৱ সাধনা মহাসিদ্ধ পীঠতহে সম্পন্ন হয়। তিব্বত, নেপাল, বঙ্গ, অসম, বিহাৰ মহাসিদ্ধপীঠৰ ভিতৰত পৰিছে। বীৰাচাৰী সাধকে শিৱক বীৰেশ্বৰ বুলি কয়। সিদ্ধি আৰু নিৰ্বাণ তেওঁ প্ৰদান কৰে। বীৰাচাৰ সাধনাত সাধকে নিজকেও ভৈৰৱ বুলি গণ্য কৰে আৰু নিজ শৰীৰক দেৱতাৰ শৰীৰ বুলি ভাবে। এই স্তৰত সাধকে কাপালিক সাধনাও কৰে। মাজৰাতি শ্মশানত মানুহৰ লাওখোলা (কপাল) লৈ লজ্জা, ঘৃণা, ভয় আদি প্ৰবৃত্তি জয় কৰিবৰ কাৰণে সাধনা কৰে। এই সাধনাৰ বীজযন্ত্ৰ "ক"—"ক" বিশ্ব ব্ৰহ্মাণ্ডৰেই প্ৰতীক। এই সাধনাত মন্ত্ৰ, যন্ত্ৰৰ, কুণ্ডলিনী জাগৰণৰ সাহায়েৰে অষ্টসিদ্ধি লাভ কৰে।

অষ্টসিদ্ধি হৈছে অনিমা (ক্ষুদ্ৰ হব পৰা শক্তি), মহিমা (প্ৰজ্ঞা), লঘিমা (বতাহতকৈ পাতল হব পৰা শক্তি), গৰিমা (ৰহস্যময় শক্তি, আকৰ্ষণ বৃদ্ধি), প্ৰাপ্তি (নিজক সকলোলৈকে পঠাব পৰা শক্তি), প্ৰাকাম্য (নিজক দৃষ্ট-অদৃশ্য কৰিব পৰা শক্তি), ঈশত্ব (বস্তু হোৱা-নোহোৱা কৰিব পৰা ক্ষমতা), বশীত্ব (বিশ্বৰ ভিতৰত সকলো বশ কৰিব পৰা ক্ষমতা)।

আহাৰ, নিদ্ৰা, ভয়, মৈথুন—এই চাৰিটা স্থূল প্ৰকৃতিৰ দ্বাৰাই মানুহে যন্ত্ৰণা পায়। তন্ত্ৰই অতৃপ্ত কামনা বাসনা দমন, অবদমন নকৰিবৰ কাৰণেই পঞ্চ ম কাৰক সাধনাৰ অন্তৰ্ভুক্ত কৰি পঞ্চ ম কাৰক শোধন কৰি তাত নতুন তাৎপৰ্য্য আৰোপ কৰি, উচ্চ মহৎ (Sublimation) স্তৰলৈ লৈ গৈছে। দিব্যাচাৰৰ সাধনা এক

আধ্যাত্মিক সাধনা। "সোহং" মন্ত্ৰৰে সাধকে নিজক "তেওঁৰ" লগত একাত্ম কৰে। মূলাধাৰ চক্ৰৰ পৰা নি কুণ্ডলিনী শক্তিক "সহস্ৰা"ৰত উপনীত কৰাই সাধকে এই স্তৰতে কোটি চন্দ্ৰ-সূৰ্য্যৰ উজ্জ্বলতা মনত অনুভৱ কৰে।

তান্ত্ৰিক উপাসনাৰ বিশিষ্ট আচাৰসমূহ বিশ্লেষণ কৰি তান্ত্ৰিক সাধনাক সেয়ে তিনি ভাগত ভাগ কৰা হৈছে: দক্ষিণ, মধ্যম আৰু সম। সত্ব, ৰজঃ আৰু তমঃ এই তিনিটা গুণে ক্ৰমান্বয়ে এই তিনিটা ভাগক নিয়ন্ত্ৰণ কৰিছে।

তান্ত্ৰিক সাধকো সাত প্ৰকাৰ বুলি তন্ত্ৰশাস্ত্ৰই উল্লেখ কৰি থৈছে— বেদাচাৰী, বৈষ্ণৱাচাৰী, শৈৱাচাৰী, দক্ষিণাচাৰী, বামাচাৰী, সিদ্ধাচাৰী, আৰু কৌলাচাৰী। ক্ৰমান্বয়ে ইজনতকৈ সিজন শ্ৰেষ্ঠ বুলি তন্ত্ৰই কৈ শেষত কৌলাচাৰী সাধকক সৰ্বশ্ৰেষ্ঠ বুলিছে। দক্ষিণাচাৰ সোঁ মাৰ্গৰ আৰু বামাচাৰ বাম মাৰ্গৰ সাধনা।

তন্ত্ৰৰ বিভিন্ন শাখা আৰু আচাৰ অনুষ্ঠান সম্পৰ্কে বিভিন্ন মত পৰিলক্ষিত হয়। এক এক সম্প্ৰদায়, এক এক স্তৰ বা এক এক দেৱতাৰ কাৰণে এক এক আচাৰ তন্ত্ৰত নিৰ্দিষ্ট হৈছে। যি দেৱতাৰ পক্ষে যি ধৰণৰ আচাৰ নিৰ্দিষ্ট হৈ আছে সেই দেৱতাৰ উপাসনাত সেই আচাৰ যিজনে পালন কৰে তেওঁৱেই কৌলাচাৰী। সেইদৰে সময়চাৰীসকলে কোনো বাহ্যিক অনুষ্ঠান নকৰে। তেওঁবিলাকৰ জপ, হোম, বাহ্য পূজা নাই।

ইয়াৰ ভিতৰত বামাচাৰী সাধকে "ষট্ কৰ্মৰ" সাধনা কৰে। এই "ষট্ কৰ্মৰ" ভিতৰত ৰোগ নিৰাময় বা বিপদ বাৰণৰ কাৰণে কৰা মঙ্গলকাৰ্য্যক শান্তি কৰ্ম, বশীভূত কৰিবৰ অৰ্থে কৰা কাৰ্য্যক বশীকৰণ, বাধাৰ অৰ্থে কৰা কাৰ্য্যক স্তম্ভন, দুজনৰ মাজত বৈৰীতা জন্মাবৰ কাৰণে কৰা কাৰ্য্যক বিদ্বেষণ, আঁতৰাই, দূৰলৈ পঠাই দিয়া কাৰ্য্যক উচ্চাটন আৰু কাৰোবাৰ মৃত্যুৰ কাৰণে কৰা কাৰ্য্যক মাৰণ কৰ্ম বুলি কোৱা হয়। ষট্ কৰ্মৰ ভিতৰত প্ৰথম পাঁচোটা কৰ্মৰ অনুষ্ঠানৰ কাৰণে শূন্যগৃহ, অৰণ্য বা দেৱমন্দিৰৰ প্ৰয়োজন। "মাৰণ কৰ্মৰ" কাৰণে শ্মশান প্ৰশস্ত। মাৰণ কৰ্মত মানুহৰ লাওখোলাৰ প্ৰয়োজন হয়। সোণ, ৰূপ, তাম, শিলা আৰু মদিৰা বিভিন্ন সাধনাৰ কাৰণে আৱশ্যক হয়।

# তান্ত্রিক সাধনাত গুৰু, আগম আৰু মানৱদেহ

"কুলাৰ্ণব তন্ত্ৰ" মতে তন্ত্ৰশাস্ত্ৰ গুৰুমূলক। গুৰুবিহনে তন্ত্ৰত কাৰো অধিকাৰ নাই। "গুৰুতন্ত্ৰ" মতেও গুৰুৰ অধিক শাস্ত্ৰ নাই। গুৰুৰ অধিক মন্ত্ৰ নাই, গুৰুৰ অধিক মুক্তি নাই, গুৰুৰ অধিক জপ নাই। ৰুদ্ৰযামলেও কৈছে সমস্ত জগত গুৰুমূলক। সমস্ত তপস্যাই গুৰুমূলক। গুৰু প্ৰসন্ন হলেহে শিষ্যই মোক্ষ লাভ কৰে। কাৰণ তন্ত্ৰৰ তত্ত্ব জ্ঞান গুৰুৰ মুখেৰে লাভ কৰা যায় আৰু জীৱনৰ লক্ষ্যই হৈছে মুক্তি

"বিশ্বসাৰ তন্ত্ৰ"মতে সৃষ্টি, প্ৰলয়, দেৱতাৰ যথাবিধি অৰ্চনা, সকলো মন্ত্ৰৰ সাধনা, পুৰশ্চৰণ, ষটকৰ্ম সাধন আৰু চতুৰ্বিধ ধ্যানযোগ— এই সাতলক্ষণ যুক্ত শাস্ত্ৰক জ্ঞানী ব্যক্তিয়ে "আগম" বুলি কয়।

"কুলাৰ্ণব তন্ত্ৰ"মতে তন্ত্ৰশাস্ত্ৰৰ এটা বিভাগ হৈছে আগম শাস্ত্ৰ। আচাৰ বৰ্ণিত হৈছে বুলি, যথাবিধি দিব্যগতি প্ৰাপ্তিৰ উপায় বুলি আৰু মহান আত্মতত্ত্ব কথিত হৈছে বুলি এই শাস্ত্ৰক আগম শাস্ত্ৰ বোলা হয়।

"ৰুদ্ৰ যামল"ৰ মতে শিৱৰ মুখৰ পৰা আগত গিৰিজাৰ মুখেৰে গত আৰু বাসুদেৱৰ সন্মত ইযাকে বোলা হয় আগম।

কুলাৰ্ণব তন্ত্ৰত মানৱ দেহৰ গৌৰৱ ঘোষিত হৈছে। দেহ বিনা পুৰুষাৰ্থ লাভ নহয়। সেয়ে প্ৰযত্নেৰে দেহক ৰক্ষা কৰা। পুৰুষাৰ্থ লাভৰ কাৰণেই মানৱদেহ। জীৱৰ ত্ৰিবিধ দেহ— স্থূল, সূক্ষ্ম আৰু কাৰণ।

তান্ত্ৰিক সাধনা মূলতে ক্ৰিয়া-কলাপ প্ৰধান হলেও ইয়াত জ্ঞানৰ প্ৰাধান্য সমধিক। তান্ত্ৰিক ধাৰাত যোগ্য হলে জাতি-বৰ্ণ নিৰ্বিশেষে আটায়ে সাধনাৰ অধিকাৰী। কিন্তু বৈদিক ধাৰাত দ্বিজাতি ভিন্ন অন্যৰ অধিকাৰ নাই।

# কা-লা

শব্দটো আচহুৱা। কিন্তু তাৰ যি অৰ্থ সেই অৰ্থ আমাৰ অপৰিচিত বা দুৰ্বোধ্য নহয়। এচিয়াৰ যি মহান আৰু গভীৰ সংস্কৃতি, তাৰ মাজত থকা যি ঐক্য তাৰেই পৰিচয় কা-লা শব্দটোত নিহিত আছে।

ব্ৰহ্মদেশৰ বনৰীয়া জাতিবোৰৰ ভিতৰত 'কাৰেণ' বা 'কাৰেং' গোষ্ঠিটো তিব্বতধৰ্মী জাতিৰ এটা প্ৰধান ভাগ। তেওঁবিলাকে "দেমন"ৰ (গ্ৰীক ভাষাত "দেমনে" যি বুজায় তেনে অৰ্থত) পূজা কৰে। তেওঁবিলাকৰ ধাৰণাত প্ৰকৃতিৰ সৰু-বৰ সকলো বস্তু জড় চেতন সকলোতে এক কালিকা থাকে। মৃত্যুৰ লগে লগে জীৱন অন্ত নপৰে। এই যে প্ৰকৃতিৰ সকলো বস্তুতে এক শক্তি বা কালিকা থাকে, সেই শক্তিৰেই নাম 'লা' বা "কা-লা"। এই শব্দটোৱে পবিত্ৰ, স্বচ্ছ, নিৰ্য্যাস আদি সকলো অৰ্থ সামৰি থৈছে। ভাগ্য বা 'মনৰ স্পিৰিট' আদিও ইয়াৰ লগত যুক্ত হৈ আছে।

জীৱ-জন্তু, গছ-লতাৰ উপৰিও ধনু, তীৰ, শিল, দা, কটাৰী আদিতো 'কা-লা' থাকে বুলি 'কাৰেণ' সকলে বিশ্বাস কৰে। 'কা-লা' নোহোৱা হ'লেই জীৱৰ মৃত্যু ঘটে আৰু জন্মও হ'ব নোৱাৰে।

ধান-গছৰ গালৈ কা-লা আহিলেহে ধানগছ জী উঠে, লহপহীয়া হয়, ধানগছে ফুল মেলে আৰু গছত ঠোক হয়। সেইকাৰণে তেওঁবিলাকে প্ৰাৰ্থনা কৰে: "অ ধানৰ সখা কা-লা, অ ধানৰ বুকুৰ কা-লা, পথাৰলৈ আহাঁ, ধানলৈ আহাঁ, হাতী, ঘোঁৰা, নিগনি আৰু এন্দুৰৰ পৰা আঁতৰি থাকা।"

মন কৰিবলগীয়া যে, কা-লা বস্তুটোত নাথাকে, কা-লা ঘূৰি ফুৰে। আহোঁতে বাটত কিহবাই বাধা দিলে বস্তুবোৰ, ধানবোৰ, অন্য শস্যবোৰ মৰি যায়। যেনিবা আমাৰ সাধুকথাৰ ডাইনী বুঢ়ীৰ অথবা দৈত্যৰ জীউ। জীউটো লুকুৱাই থোৱা বস্তুটো মাৰি পেলালে ডাইনী বা দৈত্য য'তে থাকে তাতে মৰে। সাধুকথাত শালিকী চৰাই, ভাটৌ, লাও, এইবোৰ বস্তুত জীৱটো লুকুৱাই থোৱাৰ কথা

পোৱা যায়। যি যি অঞ্চলত এই সাধুকথাবোৰ গঢ় লৈছিল সেই অঞ্চলৰ প্ৰাচীন আচাৰ, ক্ৰিয়া, বিশ্বাস, ধৰ্মৰ আভাস সাধুবোৰত সোমাই পৰিছিল। সাধুকথাত কাৰোবাক টুকুৰা-টুকুৰকৈ কটা, পুনৰ জীওৱা, মানুহৰ মাংস ৰান্ধি-বাঢ়ি খুউৱা, আকৌ জীওৱা আদি কথা-বোৰো পোৱা যায় আৰু সংস্কৃতি অধ্যয়নৰ ক্ষেত্ৰত এইবোৰ গুৰুত্ব-পূৰ্ণ কথা।

কাৰেণবোৰৰ ধাৰণাত মানুহৰ মৃত্যুৰ আগতেই "কা-লা"ক ভগৱানে ৰহস্যময় স্থানলৈ পঠাই দিয়ে। "কা-লা" কিন্তু আত্মা নহয়। মানুহৰ পাপ-পুণ্য কাৰোবাৰ গৰাকীহে আত্মা। আত্মাক কাৰেণবোৰে "থহ" (Thah) বোলে। সাধাৰণ মানুহৰ মাজত শৰীৰ, আত্মা, স্পিৰিটৰ ধাৰণা তেনেকুৱাই আছিল।

কাৰেণবোৰে গছ-গছনি, পানী ইত্যাদিত অদৃশ্য শক্তি থাকে বুলি বিশ্বাস কৰে। কেতিয়াবা এই অদৃশ্য শক্তিটোৱে প্ৰতিশোধো লয়। প্ৰকৃতিৰ এই স্পিৰিটটোক তেওঁবিলাকে নটচ্ (Nat's) বোলে। বেমাৰ আজাৰৰ নিৰাময়ৰ কাৰণে, প্ৰাকৃতিক সকলো দুৰ্যোগ অমঙ্গল বিনাশৰ কাৰণে ভয়ত এই "নটচ্"ক তেওঁলোকে পূজা উপাসনা কৰে। "নটচ্ক কাৰেণবোৰে "নহ" বুলিও কয়। এই "নহ" মাছ মৰা ঠাইৰপৰা আৰম্ভ কৰি প্ৰাকৃতিক সকলো বস্তুতে থাকিব পাৰে। আমাৰ জলকালিকা, থল কালিকাৰ দৰেই। ব্ৰহ্মদেশৰ গাওঁবোৰত বিশেষকৈ টালেইন গাওঁবোৰত নটচ্ৰ কাৰণে এখনি চ'ৰা সজা থাকে। মাছমৰা ঠাইতো এনে চ'ৰা সজা হয়। তাতে ফলমূল বা ভাতৰ নৈবেদ্য আগবঢ়াইহে মানুহে মাছ মাৰিবলৈ যায়, বা অন্য সকলো কাম কৰিবলৈ আগবাঢ়ে। নটচ্ৰ দোষ লাগিলে নাও বুৰিব পাৰে, নানা দুৰ্যোগ হ'ব পাৰে, অভিলষিত কৰ্ম নিষ্ফল হ'ব পাৰে।

নটচ্ৰ লগত কাৰেণবোৰে ভূত-পিশাচ, ডাইনী, যখিনীও বিশ্বাস কৰে, শিলতো দেৱতা আছে বুলি ভাবে। অলপ বেলেগ যেন দেখিলেই সেই বস্তুটোৰ গাত দেও-ভূত থাকে বুলি ভাবে। ভয়ত কুকুৰা, গাহৰি, অথবা কুকুৰৰ তেজ দি পূজা কৰে।

যেহেতু কাৰেণবোৰে প্ৰতিবস্তুতে স্পিৰিট থকা বুলি ভাবে, সেইকাৰণেই বেচি শক্তিশালী হ'বলৈ মৰা মানুহৰ স্পিৰিট কণী লাওখোলা হাত বা হাড় ডিঙিত গাঁথি পিন্ধি থাকে। সেয়ে যিমান মুণ্ডমালা পিন্ধিব পাৰে সি সিমানে শক্তিশালী। শাক্ততান্ত্ৰিক বৌদ্ধতান্ত্ৰিক ধৰ্মতো

'কালী'ক অতি শক্তিশালী স্পিৰিট ৰূপেই নৃমুণ্ডমালিনী কৰি দেখুওৱা হৈছে। 'কালা'ৰ-পৰাই আজিৰ পৰা হাজাৰ হাজাৰ বছৰ আগতে 'কালী' শব্দই ৰূপ লৈছিল নেকি কোনে জানে! কালীতন্ত্ৰৰ এটা শ্লোক এই ক্ষেত্ৰত ইঙ্গিতপূৰ্ণ—"দুৰ্গায়াঃ কালিকায়াস্তু ধ্যানং সমামহোচ্যতে মহাচীন ক্ৰমেনৈৰ পঞ্চমী ভুক্তি মুক্তিদা" অৰ্থাৎ মহাচীনক্ৰমে সাধনা কৰিলে কালিকাই ফল প্ৰদান কৰে।

কাৰেণবোৰে মৃত পূৰ্ব-পুৰুষক কাষত ৰাখিবৰ কাৰণেও মৃতকৰ হাড়েৰে অলঙ্কাৰ কৰি পিন্ধে, তাৰে অস্ত্ৰ সাজে আৰু খোৱা কাঁহী বাটি তৈয়াৰ কৰে। সেয়ে তেওঁবিলাকে সমাধিৰ পিছত মৃতকৰ হাড় সযতনে ৰাখে, সম্বন্ধীয়াবোৰৰ হাড়ো সযতনে থয়। বছৰটোৰ ভিতৰত যিমান মানুহ মৰে সেইবিলাকৰ হাড়ো গোপনে সযতনে থোৱা হয়। বাৰ্ষিক এবাৰকৈ এই আটাইবোৰ হাড় শ্মশানলৈ নিয়া হয়—ই এটা ডাঙৰ উৎসৱ। এই উৎসৱৰ লগত অষ্ট্ৰিক খাচীসকলৰ "হাড় পোতা উৎসৱ"ৰ (Bone burial ceremony) বিশেষ মিল আছে। এই শ্মশান সাধাৰণতেই দূৰত, পাহাৰৰ ওপৰৰ অগম্য ঠাইত হয়। এই পৰ্বতক "হাড়ৰ পৰ্বত" (Ayotoung) বুলি কাৰেণবোৰে কয়। চীনা সকলৰ ভিতৰতো এনে প্ৰথা আছে।

এই আলোচনাৰ যোগেদি আমাৰ উদ্দেশ্য হ'ল কামাখ্যা পাহাৰৰ সৃষ্টিত যি যোগিনীতন্ত্ৰৰ কাহিনী আছে, সেই কাহিনী বিচাৰ কৰা। যোগিনীতন্ত্ৰমতে কেশী দৈত্যৰ ভস্মেৰে স্তুপীকৃত পাহাৰত যোনিমণ্ডল উৎপন্ন হ'ল। ব্ৰহ্মদেশেদি প্ৰবেশ কৰা অষ্ট্ৰিক্ সকলে প্ৰাগ্‌জ্যোতিষপুৰ তথা নীলাচলত বসবাস কৰোঁতে নিজা অস্থি সংৰক্ষণৰ কৃষ্টি বা ব্ৰহ্মদেশৰ পৰা কঢ়িয়াই অনা কৃষ্টি নীলাচল পাহাৰত থোৱাটো অসম্ভৱনে? নীলাচল আদিতে অষ্ট্ৰিকবাসীসকলৰ শ্মশান আছিল বুলি ভবাৰ থল আছে। সেই কৃষ্টিয়েই শ-শ বছৰৰ পাছলৈ হয়তো যোগিনীতন্ত্ৰত দিয়া কেশী দৈত্যৰ ভস্মৰ কাহিনীলৈ (Myth লৈ) পৰিবৰ্তিত হ'ল।

নৰকৰ দ্বাৰাইহে নীলাচলত বাস কৰা অষ্ট্ৰিক, বড়ো আদি আদেৰ [?] লোকসকল অপসাৰিত হৈছিল আৰু তাৰ ঠাইত দ্বিজ বসতি স্থাপন হৈছিল ॥

# শাক্ত-তান্ত্রিক পীঠসমূহ

মধ্যযুগত ভাৰতৰ যি চাৰিখন পীঠত শাক্ত-তন্ত্ৰ ধৰ্মৰ প্ৰাধান্য দেখিবলৈ পোৱা গৈছিল হেবজ্ৰ তন্ত্ৰমতে সেই চাৰিখন পীঠ হল উড্ডীয়ান (উৰিষ্যা), পূৰ্ণগিৰি, কামৰূপ আৰু জালন্ধৰ। কালিকা-পুৰাণৰ মতে ভাৰতৰ প্ৰথম ব্ৰাহ্মণ্যতান্ত্ৰিক পীঠ হল ওড্ৰদেশ। এই পীঠৰ অধিষ্ঠাতা দেৱী হৈছে প্ৰভু জগন্নাথ, আৰু দেৱী কাত্যায়নী। জালশৈলৰ অধিষ্ঠাতা দেৱদেৱী মহাদেৱ আৰু চণ্ডী। পূৰ্ণশৈল পীঠ মহানাথ আৰু পূৰ্ণেশ্বৰীৰ পীঠ। কামৰূপৰ অধিষ্ঠাতা, অধিষ্ঠাত্ৰী হৈছে কামেশ্বৰ আৰু কামেশ্বৰী, অথবা কামেশ্বৰ আৰু মহাগৌৰী।

বৌদ্ধ সাধনমালাই এই চাৰিপীঠৰ নাম দিছে ' উড্ডীয়ান, পূৰ্ণগিৰি, কামৰূপ, আৰু শ্ৰীহট্ট। এই গ্ৰন্থমতে জালন্ধৰৰ ঠাই লৈছে শ্ৰীহট্টই।

ষোল শতিকাত লিখা মুছলিম ইতিহাসত দেৱী পীঠ চাৰিখন বুলি উল্লেখ কৰিছে—উত্তৰ কাশ্মীৰৰ সৰযূ, বীজাপুৰৰ তুলজা ভৱানী, কামৰূপৰ কামাখ্যা, পঞ্জাবৰ জালন্ধৰী। এইফালৰ পৰা উড্ডীয়ান কাশ্মীৰত। পণ্ডিত ডি, চি, সৰকাৰে বীজাপুৰক পূৰ্ণগিৰি বুলি কব খোজে।

বহুত পণ্ডিতে উড্ডীয়ান কাশ্মীৰ বুলি অস্বীকাৰ কৰে। তেওঁবিলাকৰ মতে উৰিষ্যাহে উড্ডীয়ান। চতুৰ্থ শতিকাৰ পৰা মধ্যযুগলৈকে পূব ভাৰতৰ শাক্ততান্ত্ৰিক ধাৰা বিকাশৰ ক্ষেত্ৰত পোতৰ পেলাব পৰা প্ৰত্নতাত্বিক, ঐতিহাসিক আৰু কিম্বদন্তীমূলক প্ৰচুৰ সমল সমুদ্ৰতীৰৰ এই উৰিষ্যাত আছে। বজ্ৰযান বৌদ্ধধৰ্মও উৰিষ্যাতে উদ্ভৱ হৈ ভাৰতৰ অন্য ঠাইলৈ বিয়পি পৰিছিল বুলি কিছু পণ্ডিতে কব খোজে। কালিকাপুৰাণৰ মতে শ্ৰীক্ষেত্ৰৰ অধিষ্ঠাত্ৰী দেৱীৰ নাম বিৰজা আৰু এই দেৱী কাত্যায়নীৰেই নামান্তৰ।

ভাৰতবৰ্ষৰ একান্ন, কোনোৰ মতে বাৱন্নখন শক্তিপীঠৰ সন্দৰ্ভত তন্ত্ৰ সৌদামনিত এটা কাহিনী আছে: এসময়ত ব্ৰাহস্পতি (প্ৰজাপতি) দক্ষই হৰিদ্বাৰৰ ওচৰৰ কনখলত যজ্ঞ এটি অনুষ্ঠিত কৰি সেই যজ্ঞলৈ শিৱ আৰু সতীক নিমন্ত্ৰণ নকৰিলে। অনিমন্ত্ৰিত শিৱ যজ্ঞলৈ নগল।

শিৱই বাৰম্বাৰ বাধা দিয়া সত্বেও সতী পিতৃগৃহলৈ গল। তাত তেওঁ স্বামীৰ বিষয়ে শুনিব নলগীয়া কথা শুনাত দাৰুণ ক্ৰোধত সতীয়ে যজ্ঞস্থলীতে প্ৰাণত্যাগ কৰিলে। শিৱই সতীৰ মৃতদেহ কান্ধত লৈ ত্ৰৈলোক্য পৰিভ্ৰমণ কৰাত লাগিল। শিৱক পুনৰ প্ৰকৃতিস্থ কৰিবৰ কাৰণে বিষ্ণুৱে সতীৰ দেহা তেওঁৰ চক্ৰেৰে খণ্ড খণ্ড কৰি কাটি দিয়াত বিভিন্ন স্থানত সতীৰ অঙ্গ পৰিল আৰু তাতেই বিভিন্ন শক্তি-স্থান হল। তন্ত্ৰ সৌদামিনীমতে এই স্থান বাৱন্নখন যদিও পঞ্চাশৰ নামহে আছে।

| | | |
|---|---|---|
| ১। | হিঙ্গুলা পীঠ | ( বেলুচিস্থান ) |
| ২। | কাশ্মীৰ পীঠ | ( কাশ্মীৰ ) |
| ৩। | জ্বালামুখী পীঠ | ( হিমাচল প্ৰদেশ ) |
| ৪। | জলন্ধৰ পীঠ | ( পঞ্জাব ) |
| ৫। | কুৰুক্ষেত্ৰ পীঠ | ( হাৰিয়ানা ) |
| ৬। | বৃন্দাবন পীঠ | ( উত্তৰ প্ৰদেশ |
| ৭। | মিথিলা পীঠ | ( উত্তৰ প্ৰদেশ ) |
| ৮। | ৰামগিৰি পীঠ | ( চিত্ৰকূট, উত্তৰ প্ৰদেশ ) |
| ৯। | বাৰাণসী পীঠ | ( উত্তৰ প্ৰদেশ ) |
| ১০। | প্ৰয়াগ পীঠ | ( উত্তৰ প্ৰদেশ ) |
| ১১। | মানস পীঠ | ( তিব্বত, চীনা ) |
| ১২। | নেপাল পীঠ | ( নেপাল ) |
| ১৩। | গণ্ডকী পীঠ | ( নেপাল ) |
| ১৪। | মণিবেদীকা পীঠ | ( পুষ্কৰৰ ওচৰত, ৰাজস্থান ) |
| ১৫। | বিৰাট পীঠ | ( জয়পুৰ, ৰাজস্থান ) |
| ১৬। | পঞ্চাগ পীঠ | ( ? ) |
| ১৭। | অট্টহাস পীঠ | ( বিহাৰ ) |
| ১৮। | মগধ পীঠ | ( পাটনা ) |
| ১৯। | বৈদ্যনাথ পীঠ | ( বিহাৰ ) |
| ২০। | কালমাধৱ পীঠ | ( ? ) |
| ২১। | বিৰজা পীঠ | ( পুৰী, জগন্নাথ মন্দিৰৰ ভিতৰত ) |
| ২২। | কিৰীট পীঠ | ( পশ্চিম বঙ্গ ) |
| ২৩। | নন্দীপুৰ পীঠ | ( পশ্চিম বঙ্গ ) |
| ২৪। | নলহাটী পীঠ | ( পশ্চিম বঙ্গ ) |
| ২৫। | বক্ৰাৰলী পীঠ | ( পশ্চিম বঙ্গ ) |
| ২৬। | যুগধা পীঠ | ( পশ্চিম বঙ্গ ) |

| | | |
|---|---|---|
| ২৭। | কালী পীঠ | ( কলিকতা, পশ্চিম বঙ্গ ) |
| ২৮। | ত্ৰিস্ৰোতা পীঠ | ( পশ্চিম বঙ্গ ) |
| ২৯। | বহুলা পীঠ | ( পশ্চিম বঙ্গ ) |
| ৩০। | বক্ৰেশ্বৰ পীঠ | ( পশ্চিম বঙ্গ ) |
| ৩১। | বিভাস পীঠ | ( মেদিনাপুৰ ) |
| ৩২। | প্ৰভাস পীঠ | ( গীৰ বেঞ্জ, গুজৰাট ) |
| ৩৩। | উজ্জয়িনী পীঠ | ( উজ্জয়িনী, মধ্যপ্ৰদেশ ) |
| ৩৪। | ভৈৰব পীঠ | ( মধ্য প্ৰদেশ ) |
| ৩৫। | জনস্থান পীঠ | ( নাচিক, মহাৰাষ্ট্ৰ ) |
| ৩৬। | কাৰবীৰ পীঠ | ( কোহলাপুৰ, মহাৰাষ্ট্ৰ ) |
| ৩৭। | কৰ্ণাট পীঠ | ( কৰ্ণাটক ) |
| ৩৮। | গোদাবৰী পীঠ | ( অন্ধ্ৰ প্ৰদেশ ) |
| ৩৯। | শুচি পীঠ | ( কন্যাকুমাৰী ) |
| ৪০। | কণ্বাশ্ৰম পীঠ | ( কন্যাকুমাৰী ) |
| ৪১ | কাঞ্চী পীঠ | ( শিৱকাঞ্চী ) |
| ৪২। | শ্ৰীপৰ্বত পীঠ | ( ? ) |
| ৪৩। | কামগিৰি পীঠ | ( গুৱাহাটী, অসম ) |
| ৪৪। | জয়ন্তী পীঠ | ( শ্বিলং ) |
| ৪৫। | ত্ৰিপুৰা পীঠ | ( ত্ৰিপুৰা ) |
| ৪৬। | সুগন্ধা পীঠ | ( বাংলাদেশ ) |
| ৪৭। | চট্টাল পীঠ | ( বাংলাদেশ ) |
| ৪৮। | যশোৰ পীঠ | ( বাংলাদেশ ) |
| ৪৯। | কৰতোয়া তট পীঠ | ( বাংলাদেশ ) |
| ৫০। | লঙ্কাপীঠ | ( শ্ৰীলঙ্কা ) |

# দেৱীপূজাত বলিদান

উগ্ৰৰূপা দেৱীসকলৰ সন্তুষ্টিৰ অৰ্থে অসমত বলিদান প্ৰচলিত হৈ আহিছে। কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰ দুয়োখন গ্ৰন্থতে বলিৰ বিৱৰণ বিস্তৃতভাবে দিয়া হৈছে।

কালিকাপুৰাণৰ ৫৫তম অধ্যায়ত কোৱা হৈছে যে, সাধকে মোদকৰ দ্বাৰা গণেশক, ঘৃতৰ দ্বাৰা বিষ্ণুক, সঙ্গীতৰ দ্বাৰা শঙ্কৰক আৰু বলিদানৰ দ্বাৰা চণ্ডিকাক তুষ্ট কৰিব লাগে।

কালিকাপুৰাণে আঠোটা ভাগত বলিসমূহ ভাগ কৰিছে: (১) সকলো ধৰণৰ চৰাই (২) গাহৰি, মটা ছাগলী, মহ, শহাপহু, চমৰ, কৃষ্ণসাৰ, সিংহ আদি নবিধ পশু (৩) কাছ (৪) কুম্ভীৰ (৫) মৎস (৬) স্বগাত্ৰ ৰুধিৰ (৭) ঘোঁৰা আৰু (৮) হাতী।

ইয়াৰ ভিতৰত ছাগলী বলি শৰভ (হাতী পোৱালী বা পৌৰাণিক আঠঠেঙীয়া জন্তু বিশেষ) মহাবলি আৰু নৰ হৈছে অতিবলি।

হাতী, ঘোঁৰা সাধাৰণতে বলিৰ ভিতৰত গণ্য নহয়। কিন্তু অশ্বমেধ যজ্ঞত ৰজাই ঘোঁৰা বলি আৰু দিকপাল মেধযজ্ঞত হাতী বলি দিব পাৰে। মাইকী পশু-পক্ষী আৰু স্ত্ৰী বলিৰ ভিতৰত নপৰে। কিন্তু দলে দলে বলি দিব লগা বিশেষ অৱস্থা হলে মাইকী পশু-পক্ষী আৰু তিৰোতাও বলি দিব পাৰি। যোগিনীতন্ত্ৰই পুনৰ কৈছে—"মিথুনে দীয়মানে তু ন দোষো জায়তে প্ৰিয়ে।" মটা মাইকীৰ যোৰ নেভাঙি একেলগে বলি দিলে দোষ নহয়।

কালিকাপুৰাণৰ সপ্তষষ্ঠীতম্ অধ্যায়ত বলিদানৰ মাহাত্ম্য সম্পৰ্কত কোৱা হৈছে বলিৰ দ্বাৰা মুক্তি সাধিত হয়, স্বৰ্গ লাভ হয়। নৃপতিয়ে যদি ৰাজ্যজয় কৰিবৰ মানসেৰে বলি আগবঢ়ায়, তেতিয়া ৰাজ্যলাভ হয়, শত্ৰুৰ পৰাজয় হয়।

কি কি বলিৰ দ্বাৰা দেৱীৰ কেনেধৰণৰ তৃপ্তি সাধন হয় তাৰ বিৱৰণো কালিকাপুৰাণে দিছে। ইয়াত কোৱা হৈছে যে, মাছ আৰু

কাছৰ তেজৰ দ্বাৰা তিনিমাহ, পছ আৰু মানুহৰ তেজৰ দ্বাৰা আঠমাহ, গো আৰু গুঁইৰ তেজৰ দ্বাৰা এবছৰ, কৃষ্ণসাৰ আৰু বৰাৰ তেজেৰে বাৰ বছৰ, ছাগলী আৰু ভেড়া ছাগলীৰ তেজেৰে পঁচিশ বছৰ, মহ, বাঘ আৰু গড়ৰ তেজেৰে এশবছৰ, সিংহ, শৰভ আৰু সাধকৰ নিজৰ শৰীৰৰ তেজেৰে দেৱীয়ে এহেজাৰ বছৰ তৃপ্তি লাভ কৰে।

নৰেণ বলিনা দেবী সহস্রং পৰিবৎসবান।
বিধি দত্তেন চাপ্নোতি তৃপ্তিং লক্ষং ত্রিভির্নরে ।। ৬৭/১৯

বিধি-বিধানমতে আগবঢ়োৱা এটি নৰবলিৰ দ্বাৰা দেৱীয়ে হাজাৰ বছৰ তৃপ্তি লাভ কৰে আৰু তিনিটা নৰবলিৰ দ্বাৰা এক লাখ বছৰ তৃপ্তি লাভ কৰে।

ৰোগী, অঙ্গহীন, ক্লীব, অন্ধ, পংগু, অতিবৃদ্ধ, ডাঢ়ি গোফ নথকা পাণ্ডুৰ বৰ্ণ, হ্রস্বকায়, মহাপাতকী, বাৰ বছৰতকৈ কম বয়সৰ লৰা-ছোৱালী, মৃত অশৌচযুক্ত, মহাগুৰু নিপাত নিবন্ধন কাল অশৌচযুক্ত—এনে ধৰণৰ লোক বলিৰ বাবে অনুপযুক্ত। ব্ৰাহ্মণ, ৰাজপুত্ৰ চণ্ডাল বলিৰ কাৰণে নহয়। অৱশ্যে শত্ৰু ৰজাৰ পুত্ৰক যুদ্ধত বিজেতা ৰজাই বলি দিব পাৰে।

কালিকাপুৰাণ, যোগিনীতন্ত্ৰ আদিৰ মতে নৰবলি আৰু স্বকীয় গাত্ৰৰুধিৰ দানকাৰ্য্য শ্মশানতহে সম্পন্ন কৰিব লাগে। এই সন্দৰ্ভত কালিকাপুৰাণে কামাখ্যা পীঠত অৱস্থিত হেৰুক নামৰ শ্মশান এখনৰ উল্লেখ কৰি কৈছে যে সেই শ্মশান শিৱৰ স্বৰূপ আৰু তাৰ পূব অংশ ভৈৰৱ নামে প্ৰসিদ্ধ। তাৰ দক্ষিণাংশত ভৈৰৱী দেৱীক মুণ্ডমালাৰে সৈতে মস্তক প্ৰদান আৰু হেৰুক নামৰ পশ্চিমাংশত ৰুধিৰ প্ৰদান কৰিব। শ্মশান ভূমিত বলি বিসৰ্জন দি তাত প্ৰদীপ জ্বলাব লাগে শ্মশানৰ চাৰিওফালে সাধকে উৎসৰ্গ, মস্তক ছেদন, মস্তক প্ৰদান আৰু ৰুধিৰ প্ৰদান কাৰ্য্য সমাপ্ত কৰিব। পিছত পূজকে সেইফালে ঘূৰি চাব নেলাগে।

বলি কেনেকৈ দিব লাগে সেইবিষয়েও কালিকাপুৰাণত বৰ্ণনা আছে। বলি কাটিবৰ কাৰণে চন্দ্ৰহাস অস্ত্ৰ (জোনৰ দৰে চিক্‌মিক উজ্জ্বল), দা (দাত্ৰ), তৰোৱাল (অসি), ধনু, কৰত, ক্ষুৰ, ক্ষুৰগ্ৰ, ভল্ল উৎকৃষ্ট। এই অস্ত্ৰবোৰৰ বাহিৰে অন্য অস্ত্ৰেৰে বলি কাটিলে দেৱীয়ে গ্ৰহণ নকৰে।

প্ৰথমে পূজকে ফুল, চন্দন আৰু বন্দনাৰে বলিক সংস্থাপিত কৰি বলিদান মন্ত্ৰেৰে দেৱীক বলি উচৰ্গা কৰিব। তাৰ পিছত বলিক বলিশাললৈ আনি পূবমুৱাকৈ ৰাখি পূজকে উত্তৰমুৱা হৈ বলিৰ পিনে চাই কব—"বলিৰূপে উপস্থিত হোৱা জীৱশ্ৰেষ্ঠ জীৱ, তোমাক ভক্তি ভাৱে প্ৰণাম কৰিছোঁ। হে বলি, তুমি চণ্ডিকাৰ প্ৰীতি উৎপাদন কৰি দাতাৰ আপদ বিনাশ কৰা। স্বয়ং ব্ৰহ্মাই যজ্ঞৰ কাৰণে সকলো প্ৰকাৰৰ বলি সৃষ্টি কৰিছে। সেয়ে বলি পশুবধ হিংসাৰ ভিতৰত নপৰে। যজ্ঞত তোমাক বধ কৰিবলৈ গুলাইছো—এইবুলি পূজকে বলিৰ মূৰত মন্ত্ৰ উচ্চাৰণ কৰি ফুল দিয়ে। ইয়াৰ পিছত খড়্গাক নিৰ্দিষ্ট মন্ত্ৰেৰে পূজা কৰি নমস্কাৰ কৰা হয়। এই মন্ত্ৰত কালীক খড়্গাৰূপে লবলৈ আমন্ত্ৰণ কৰা হয়। বলিক কাটিবলৈ, খাবলৈ আৰু বলিৰ তেজ দিবলৈও কালীক আহ্বান কৰা হয়।

বলিৰ শিৰচ্ছেদ কৰাৰ পিছত ছিন্ন বলিৰ তেজ সোণ বা ৰূপ অথবা তাম, কাঠ বা মাটিৰ পাত্ৰত থৈ গন্ধ, পুষ্প, মিষ্টফল, মৌ ইত্যাদিৰে সুবাসিত কৰি দেৱীৰ প্ৰীতিৰ কাৰণে উচৰ্গা কৰা হয়।

ৰক্ত উচৰ্গাৰ পিছত বলিৰ ছিন্ন মস্তকৰ ওপৰত প্ৰদীপ জ্বলাই দেৱীক সেই প্ৰদীপ উচৰ্গা কৰিব লাগে। এনে কৰিলেহে সাধকে বলিদানৰ পূৰ্ণ ফল পায় বুলি বিশ্বাস কৰা হয়।

কালিকাপুৰাণৰ নৰবলি সম্পৰ্কত কোৱা হৈছে যে যিজন মানুহ বলি দিয়া হব তেওঁ হব লাগিব আগদিনা হবিষ্যান্ন কৰা, মাংস মৈথুন ভোগ বৰ্জিত হৈ থকা, সুন্দৰকৈ স্নান কৰা, মালাচন্দনৰ দ্বাৰা অলঙ্কৃত দীপ্ত পুৰুষ।

বলিদানৰ আগমুহূৰ্তত বলি দিবলৈ অনা মানুহজনৰ শৰীৰৰ বিভিন্ন অঙ্গত থকা দেৱতাৰ পূজা পূজকে কৰিব। ব্ৰহ্মৰন্ধ্ৰত ব্ৰহ্মাক, দ্বিভাত অগ্নিক, মুখত বিষ্ণুক ইত্যাদি। কালিকাপুৰাণৰ মতে এইদৰে পূজিত নৰ ব্ৰহ্মা প্ৰভৃতি দেৱতাসকলৰ দ্বাৰা অধিষ্ঠিত হয়। এই নৰ যদি আগতে পাপাচাৰীও আছিল এই পূজাৰ দ্বাৰা তেওঁ নিষ্পাপ হয়।

পূজাৰ মন্ত্ৰত বলিক উদ্দেশ্য কৰি কোৱা হয়—"হে মহাভাগ নৰশ্ৰেষ্ঠ, তুমি সৰ্ব দেৱময় আৰু উত্তম। পুত্ৰ, পুত্ৰ আৰু বান্ধৱেৰে সৈতে শৰণাপন্ন মোক ৰক্ষা কৰা, মৃত্যু যেতিয়া অপৰিত্যাজ্য তুমি প্ৰাণ ত্যাগ কৰা আৰু পুত্ৰ, অমাত্য আৰু বন্ধুবৰ্গৰে সৈতে মোক ৰক্ষা

কৰা। হে মহাভাগ, মানুহে অতিশয় তপস্যা, জ্ঞান আৰু যজ্ঞৰ দ্বাৰা যি লাভ কৰিবলৈ সমৰ্থ হয় সেইবোৰ তুমি মোক দান কৰা আৰু নিজে প্ৰীতিলাভ কৰা। তোমাৰ অনুগ্ৰহত ৰাক্ষস, পিশাচ, বেতাল, সৰীসৃপ, নৃপ, ৰিপু আৰু অন্যান্য হিংস্ৰক সকলে যেন মোক বিনাশ কৰিবলৈ অক্ষম হয়। মৰণ অপৰিহাৰ্য্য যেতিয়া তুমি পঞ্চত্ব প্ৰাপ্ত হৈ নিজৰ কণ্ঠনলীৰ পৰা বৈ থকা শোণিতধাৰৰ দ্বাৰা তৃপ্তি লাভ কৰা।"

নৰবলিৰ আগদিনাও কৰোতাই যথা নিয়মেৰে মন্ত্ৰ পাঠ কৰি বলিৰ মূৰত খড়্গ থৈ সেই খড়্গাত গন্ধ আদি দান কৰি বলিক অধিবাস কৰাব। সেই কাৰ্য্যৰ দ্বাৰাহে বলিৰূপী নৰ পৱিত্ৰ হয়।

নৰবলিদান সকলো সময়তে কৰা অনুচিত বুলি শাস্ত্ৰই মত প্ৰকাশ কৰিছে। সাধাৰণতে ৰজাৰ লৰা, মন্ত্ৰী, সচিব আদিয়ে ৰজাৰ সম্পত্তি আৰু বিভৱৰ কাৰণে নৰবলি প্ৰদান কৰিব পাৰে। কিন্তু বিনা অনুমতিত নৰবলি দিলে পাপত লিপ্ত হব লাগে। প্ৰাকৃতিক দুৰ্যোগ অথবা যুদ্ধ বিগ্ৰহৰ ভয়ঙ্কৰ সঙ্কটৰ পৰা দেশে পৰিত্ৰাণ পাবৰ কাৰণে ৰজাঘৰৰ ইচ্ছা হলে নৰবলি দিব পাৰে।

স্বগাত্ৰ ৰুধিৰ দান সম্পৰ্কত কোৱা হৈছে যে, গাল, কপাল, চেলাউৰিৰ মাজভাগ, কাণৰ আগ, দুই বাহু দুই স্তন, উদৰ, ডিঙিৰ তল আৰু নাভিৰ ওপৰৰ অংশৰ যেই কোনো এঠাইৰ পৰা আৰু কাষত পৰা তেজ লৈ দেৱীক দান কৰিব লাগে। নাভিৰ তলভাগ বা পিঠিৰ ফালৰ পৰা কেতিয়াও ৰক্তদান কৰিব নেলাগে। ওঁঠ, থুতৰি বা বাহ্য ইন্দ্ৰিয়ৰ পৰাও তেজ দিব নালাগে। ডিঙিৰ তল আৰু নাভিৰ ওপৰৰ অংশ আৰু তন্মুৰা বাদ দি বাহুৰ আন অংশৰ পৰা তেজ দান কৰিব।

ৰক্তদানৰ সময়ত দাতাই আনন্দচিত্তে শ্ৰদ্ধাযুক্ত হৈ অস্ত্ৰেৰে নিজ অঙ্গত আঘাত কৰি ৰক্ত উলিয়াই পদুম পাতত, নতুবা সোণৰ বা কাঁহৰ পাত্ৰত সেই তেজ থৈ মন্ত্ৰৰ দ্বাৰা দেৱীক সেই ৰক্ত উৎসৰ্গা কৰিব। খড়্গ, ছুৰী আদি যিমানবোৰ অস্ত্ৰ আছে তাৰ ভিতৰত ডাঙৰ অস্ত্ৰৰ আঘাত ফল লাভৰ কাৰণে প্ৰশস্ত। কোনো অঙ্গ একেবাৰে ছেদ নকৰিব। পদুমৰ এটা পাতত যিমান তেজ ধৰে তাৰ চাৰিগুণতকৈ অধিক তেজ একেবাৰতে কেতিয়াও দিয়া উচিত নহয়। যি ব্যক্তিয়ে ভক্তিৰে নিজৰ বুকুৰ পৰা এটা মাহ, এটা তিল বা মগুমাহৰ সমান মাংস দেৱীক দান কৰে, ছমাহৰ ভিতৰতে তেওঁৰ সকলো কামনা সিদ্ধি হয়।

তেজদান প্ৰসঙ্গত কালিকাপুৰাণে কৈছে যে ব্ৰাহ্মণে নিজৰ তেজদান কৰিলে আত্মহত্যাৰ সমান পাপ হয়। যদি কেতিয়াবা নৰ, বাঘ বা সিংহ বলি দিব লগা হয় তেন্তে ঘিউ আৰু যৱ ধানৰ গুড়িৰে নৰ, বাঘ বা সিংহ সাজি মন্ত্ৰেৰে শুদ্ধ কৰি চন্দ্ৰহাস অস্ত্ৰৰ দ্বাৰা ছেদ কৰিব।

বলিৰ প্ৰসঙ্গত কেইটামান কথা উল্লেখ কৰিব পাৰি। একাদশ শতিকাত ৰচিত কথাসৰিৎসাগৰত আছে যে ব্ৰাহ্মণ বীৰবলে ৰজাৰ মঙ্গলৰ কাৰণে চণ্ডিকাদেৱীৰ মূৰ্তিৰ আগত নিজৰ মূৰ কাটি দান কৰিছিল। মহাভাৰতৰ কৰ্ণই নিজৰ গাৰ মঙহ কাটি ইন্দ্ৰৰ সন্তুষ্টিৰ কাৰণে আগবঢ়াইছিল। ৰজা সুৰথ আৰু বৈশ্য সমাধিয়ে নিজৰ গাৰ তেজত বলিৰ নৈবেদ্য জুবুৰিয়াই দেৱীলৈ আগবঢ়াইছিল।

# প্ৰাগজ্যোতিষপুৰ, কামৰূপ, অসম

প্ৰাচীন কালত অসমক চিহ্নিত কৰা হৈছিল প্ৰাগজ্যোতিষপুৰ ৰাজ্য নামেৰে। অৱশ্যে প্ৰাচীন প্ৰাগজ্যোতিষপুৰৰ সীমাৰ লগত বৰ্তমান অসম অথবা বৃটিছ যুগৰ অসমৰ সীমাৰ লগত বহুত পাৰ্থক্য আছিল।

প্ৰাগজ্যোতিষপুৰ এখন প্ৰাচীন প্ৰখ্যাত ৰাজ্য। ৰামায়ণ, মহাভাৰত আৰু কেইখনমান মুখ্য পুৰাণতো এই দেশৰ নাম প্ৰাগজ্যোতিষপুৰ বুলিয়েই খ্যাত হৈ আহিছে। মহাভাৰততো প্ৰাগজ্যোতিষপুৰৰ নাম কেবাবাৰো উল্লেখিত হৈছে। এনে উল্লেখত পিছে এটা কথা মন কৰিবলগীয়া যে প্ৰাগজ্যোতিষক কেতিয়াবা ম্লেছ ৰাজ্য বুলিও কোৱা হৈছে। আনহাতেদি এই ৰাজ্যৰ নৃপতি ভগদত্তৰ নাম সভাপৰ্বত, উদ্যোগ পৰ্বত, হৰিবংশত আৰু ৰামায়ণত প্ৰাগজ্যোতিষপুৰক দানৱ-ৰাজ্য অথবা অসুৰ ৰাজ্য বুলি কোৱা হৈছে, আৰু নৃপতিৰ নাম মুৰু দানৱ আৰু নৰক বুলি উল্লেখ কৰিছে। কিছুমান ঠাইত আকৌ গোটেইবোৰ সানমিহলি কৰাও দেখা গৈছে। সভাপৰ্বতে ভগদত্তক যবন বোলা হৈছে। পিছৰ কিছুমান লেখনিত কৃষ্ণৰ মাহাত্ম্য দেখুওৱা বহুতো অতিৰঞ্জিত কথা সংযোগ কৰা হৈছে।

সভাপৰ্ব আৰু বনপৰ্বত কোৱা হৈছে যে প্ৰাগজ্যোতিষ উত্তৰ অঞ্চলৰ ৰাজ্য। লগতে দিয়া কিছুমান পাঠৰ পৰা অৱশ্যে পূৰ দিশৰ বুলিও নিৰ্ণীত হৈছে। সভাপৰ্বত দিয়া বৰ্ণনা মতে প্ৰাগজ্যোতিষৰ উত্তৰে থকা অন্তৰগিৰি, বহিৰ্গিৰি আৰু উপগিৰি হিমালয় আৰু টেৰাই অঞ্চলেই হব বুলি ড° বিৰিঞ্চি কুমাৰ বৰুৱাই তেখেতৰ গ্ৰন্থত উল্লেখ কৰিছে। (১)

প্ৰাগজ্যোতিষক পাহাৰৰ সমীপৱৰ্তী বুলিও কোৱা হৈছে আৰু স্ত্ৰীপৰ্বত ভগদত্ত অভিহিত হৈছে শৈলালয়ৰ নৃপতি বুলি। সভাপৰ্ব, উদ্যোগ পৰ্বমতে চীনা আৰু কিৰাতসকলে ভগদত্তৰ সৈন্যবাহিনী

---

(১) A Cultural History of Assam : Dr. B. K. Barua, Page 10.

নির্মাণ কৰিছিল। ভগদত্তই সাগৰৰ সমীপত থকা অঞ্চলৰেই সৈন্য তেওঁৰ সেনাবাহিনীত নিছিল বুলি সভাপৰ্ব, কৰ্ণপৰ্বত আছে। উদ্যোগ পৰ্বত তেওঁ পূব সাগৰৰ পাৰত বাস কৰিছিল বুলিও কোৱা হৈছে। এনে উক্তিয়ে হয়তো গঙ্গা আৰু ব্ৰহ্মপুত্ৰৰ বিশাল মোহনাকে বুজাইছে।

প্ৰাগ্‌ঐতিহাসিক এনে সময়ে উত্তৰ বঙ্গৰ সমগ্ৰতাকে প্ৰাগজ্যোতিষে সামৰিছিল বুলি ঠাৱৰ হবে। ৰঘুবংশই প্ৰাগজ্যোতিষক ব্ৰহ্মপুত্ৰৰ সিপাৰেই বুলি কৈছে। দূৰণিৰ ভূগোলৰ বিষয়ে কালিদাসৰ (ৰঘুবংশৰ ৰচয়িতা) অস্পষ্টতা আছিল। প্ৰাগজ্যোতিষৰ ৰাজধানীকো প্ৰাগজ্যোতিষেই বোলা হৈছিল। এই ৰাজ্যৰ অধিবাসীবোৰক ম্লেছ বুলি কোৱা হৈছে যদিও ৰামায়ণে এই ৰাজ্যৰ প্ৰতিষ্ঠাতা অমূৰ্ত্তৰাজ (কুশ নৃপতিৰ চাৰি পুত্ৰৰ এজন) বুলিছে। মহাভাৰতত এই অমূৰ্ত্ত ৰাজৰ নাম সঘনে উল্লেখ কৰা হৈছে যদিও তেওঁ বিখ্যাত গয়া নৃপতিৰ পিতৃ বুলিহে অভিহিত হৈছে।

মাৰ্কণ্ডেয় পুৰাণে প্ৰাগজ্যোতিষক কূৰ্মৰ মুখত বুলি কৈছে। ৰৰাহ মিহিৰৰ "বৃহৎ সংহিতা," মৎস পুৰাণ, ব্ৰহ্মাণ্ড পুৰাণত একে কথাই উল্লেখ আছে। ভাগৱত পুৰাণে নৰকৰ কথা কওঁতে প্ৰাগ-জ্যোতিষৰ কথা কৈছে। ওড্ৰমাগধী ৰচনা শৈলীৰ কথাৰ উল্লেখ কৰি সেই শৈলী থকা ৰাজ্যকেইখনৰ নাম বৰ্ণনা কৰোঁতে ভৰতেও প্ৰাগজ্যোতিষৰ নাম লৈছে। ৰাজশেখৰৰ কাব্য মীমাংসাতো পূবৰ দেশৰ নামবোৰৰ ভিতৰত প্ৰাগজ্যোতিষৰ নাম আছে।

দশম শতিকাত ৰচিত বুলি অনুমান কৰা কালিকাপুৰাণত প্ৰাগজ্যোতিষৰ বিষয়ে এইবুলি কোৱা হৈছে যে, ব্ৰহ্মাই ইয়াতে থাকি আকাশৰ জ্যোতিষ্ক তথা নক্ষত্ৰসমূহ সৃষ্টি কৰিছিল। সেইকাৰণে ইন্দ্ৰপুৰীসম এই নগৰীৰ নাম "প্ৰাগজ্যোতিষপুৰ"। বুৰঞ্জীবিদ গেইট চাহাবে তাকে অনুমান কৰি কৈছে যে, প্ৰাগৰ অৰ্থ আগ বা পূৰ্ব আৰু জ্যোতিষৰ অৰ্থ হৈছে নক্ষত্ৰ, উজ্জ্বলতা বা জ্যোতিষ বিদ্যা। প্ৰাগজ্যোতিষক সেই কাৰণে পূৰ্বদেশৰ জ্যোতিষ বিদ্যাৰ পুৰ বুলি কব পাৰি। এই নামটো এইকালৰ পৰা তাৎপৰ্যাপূৰ্ণ যে, এই দেশ যাদুবিদ্যা আৰু তন্ত্ৰৰো দেশ।

বুৰঞ্জীবিদ কনকলাল বৰুৱাই এই মতটো গ্ৰহণ কৰিলেও ইয়াৰ অন্য এক ব্যাখ্যাও দিছে—গুৱাহাটীৰ চিত্ৰাচলত থকা নৱগ্ৰহ মন্দিৰেই

প্ৰাগজ্যোতিষ নামটোৰ মূল হব পাৰে। ড° বাণীকান্ত কাকতিৰ মতে প্ৰাগজ্যোতিষ নামটোৰ আঁৰত ধৰ্মীয় কাহিনীতকৈও ভৌগোলিক তাৎপৰ্য্যহে আছে। আগৰ মতটোৰ পৰাই গম পাব পাৰি যে, প্ৰাগজ্যোতিষ নামৰ লগত প্ৰচুৰ পাহাৰ জড়িত। প্ৰাচীন সেই পাঠবোৰত পোৱা বৰ্ণনাৰ লগত অষ্ট্ৰিক ভাষাৰ কিবা সম্বন্ধ আছে নেকি? আছে। অষ্ট্ৰিক ভাষাৰ পগৰ-জুহ টিচৰ অৰ্থ হৈছে যথেষ্ট পৰিমাণৰ সুউচ্চ পাহাৰ থকা ঠাই।

প্ৰাগজ্যোতিষ শব্দটো অনাৰ্য্য শব্দৰ আৰ্যীকৰণ হবও পাৰে।

প্ৰাগজ্যোতিষ নামটো কেনেকৈ হল এই প্ৰসঙ্গত আৰু এটা সম্ভাৱনাৰ বিষয়ে ড° বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে লিখিছে (২):

"কালিকাপুৰাণে প্ৰাগজ্যোতিষ নামটোৰ উৎপত্তি প্ৰসঙ্গত শব্দটোৰ দুটা ভাগ কৰিছে— প্ৰাগ আৰু জ্যোতিষ।

" অস্য মধ্যেস্থিত ব্ৰহ্মা প্ৰাগ নক্ষত্ৰম্ সসৰ্জঃ
ততঃ প্ৰাগজ্যোতিষা খ্যেযম্ পুৰী শক্ৰপুৰী সমা
(কা পু ৩৮/১২৩)

এই শ্লোকটোৰ ইংৰাজী ভাঙনি এনেকৈ কৰা হৈছে যে, পুৰাকালত ব্ৰহ্মাই ইয়াতে নক্ষত্ৰ পুঞ্জ সৃষ্টি কৰিছিল কাৰণে এই স্থানৰ নাম "প্ৰাগজ্যোতিষপুৰ" হল। প্ৰকৃততে 'সসৰ্জ' এই ক্ৰিয়াটোৰ মূল "সৃজ"। এই "সৃজ" শব্দটোৱে সৃষ্টি কৰাও বুজায় আৰু উৰি যোৱা, আঁতৰি যোৱাও বুজায়। এই ক্ষেত্ৰত সসৰ্জে উৰি যোৱা, আঁতৰি যোৱাহে বুজাইছে। অৰ্থাৎ পুৰাকালত ব্ৰহ্মাই এই ঠাইলৈ নক্ষত্ৰ এটা উৰি অহা পাইছিল।

যোগিনীতন্ত্ৰও এই অৰ্থৰ সমৰ্থনত থকা বুলি কব পাৰি। যোগিনীতন্ত্ৰৰ পঞ্চদশ পটলৰ প্ৰথম ভাগত লিখা হৈছে—"নক্ষত্ৰ লোকান্নক্ষত্ৰ মেকন্তত্ৰ নিপাত্যচ। শ্ৰেষ্ঠস্তু জ্জ্যোতিষা দেৱ দৃষ্টা পীঠং তপঃ কুৰু।" অৰ্থাৎ নক্ষত্ৰ লোকৰ পৰা এটা নক্ষত্ৰ আহি সেই ঠাইত পৰি যোনিমণ্ডল জ্যোতিসম্পন্ন আৰু দেৱতাসকলৰো দৰ্শনীয় পীঠস্থান কৰি তুলিছে।

---

(২) A note on the relevance of the Tantras for the socio-cultural history of Assam – Proceedings and transactions of seminar 1981, Kamrup Anusandhan Samiti, Gauhati.

আঠাইশটা নক্ষত্ৰৰ যি "ভা-চক্ৰ" তাৰে "অভিজিত" নামৰ নক্ষত্ৰটোৰ অন্তৰ্দ্ধান হৈছিল বুলি বিদিত। খৃঃ পূঃ দুহাজাৰ বছৰমানত নক্ষত্ৰৰ এনে অন্তৰ্দ্ধান সংঘটিত হৈছিল বুলি পণ্ডিতমণ্ডলীয়ে ঠাৱৰ কৰে। জ্যোতির্বিদ্যা আৰু জ্যোতিষৰ লগত জড়িত পণ্ডিতসকলৰ মনত এনে ঘটনা সজীৱ আছিল। আনকি এতিয়াও দশা গণনা কৰোতে "অভিজিত" নক্ষত্ৰৰ লেখ লব লগা হয়। শাকদ্বীপি ব্ৰাহ্মণসকলেই জ্যোতিষ বিজ্ঞানৰ চৰ্চাত অগ্ৰণী আছিল আৰু কালিকাপুৰাণৰ সেই শ্লোকে সেই গণিতজ্ঞসকল কামৰূপলৈ প্ৰব্ৰজন কৰাৰে স্বাক্ষৰ দিছে। কালিকাপুৰাণৰ ৰচনাও সেইসকল লোকৰে এজনে কৰিছিল বুলি ঠাৱৰ কৰিব পাৰি।

জ্যোতিষ শাস্ত্ৰত বুৎপত্তি থকা কামৰূপলৈ অহা গণিতজ্ঞসকল শাকদ্বীপি ব্ৰাহ্মণনে—এইবিষয়ে মতানৈক্য আছে। শাকদ্বীপত বাস কৰা মগ ব্ৰাহ্মণসকল সৌৰধৰ্মী, আছিল আৰু এওঁবিলাকেহে ভাৰতলৈ সৌৰধৰ্ম প্ৰচাৰৰ অৰ্থে আহিছিল বুলি আন কিছু পণ্ডিতে মত দিয়ে। (৩) যি নহওক, জ্যোতিষ, তন্ত্ৰ আৰু শাক্ত ধৰ্মৰ সম্পৰ্ক যে অতি নিবিড় আছিল সেইবিষয়ে নিশ্চিত হব পাৰি।

এই ৰাজ্যৰ নাম যেনেকৈ প্ৰাগঐতিহাসিক কালৰে পৰা এতিয়ালৈকে তিনিটা বিভিন্ন নামত (প্ৰাগজ্যোতিষপুৰ, কামৰূপ, অসম) পোৱা গৈছে ঠিক তেনেকৈ এই ৰাজ্যৰ চাৰিসীমাও সময়ে সময়ে সলনি হৈছে।

কামৰূপ এই নামটোৰ প্ৰসঙ্গত কালিকাপুৰাণে কয় যে, মিথিলাৰ নৰক ৰজা হোৱাৰ পিছতেই আৰু তেওঁৰ হাতলৈ কামাখ্যাৰ দায়িত্ব অহাৰ লগে লগেই এই স্থানৰ নাম প্ৰাগজ্যোতিষপুৰৰ পৰা কামৰূপলৈ সলনি হল। কামৰূপ কামাখ্যা নামটোৰেই তাৎপৰ্য্যপূৰ্ণ আৰু ই এটা নতুন ধাৰাকে মূৰ্ত্ত কৰি তুলিছে।

সমুদ্ৰগুপ্তৰ এলাহাবাদ শিলালিপিত কামৰূপক এক সীমান্ত ৰাজ্য বুলি উল্লেখ কৰা হৈছে। ক্লাছিকেল সংস্কৃত সাহিত্যত কামৰূপ আৰু প্ৰাগজ্যোতিষপুৰৰ উল্লেখ সমানেই আছে। উদাহৰণস্বৰূপে কালিদাসৰ

(৩) (ক) Vaishnavism Saivismete-- R. G. Bhandar Kar.
(খ) Indian Antiquary—D. D. Bhandarkar.
(গ) Surya and Suryavipra—G. Barua.

লিখনিলৈকে আঙুলিয়াব পাবি। বঘুবংশত দিয়া বঘুব দিগ্বিজয়ব কাহিনীত নায়কে প্রথমে প্রাগজ্যোতিষপুবলৈ, তাব পিছত কামৰূপলৈ লৌহিত্য পাব হৈ আহিছে। সোণব আসনত বহুৱাই পুষ্পব পৰিবর্তে বত্ন মাণিক্যেৰে কামৰূপ অধিপতিয়ে উপাস্যদেৱতাব দৰে বঘুক অর্চনা কৰাব কথাও বঘুবংশত লিপিবদ্ধ কৰা হৈছে। যাদব প্রকাশে তেওঁব "বৈজয়ন্তী" (১০০০ খৃঃ) প্রাগজ্যোতিষ আৰু কামৰূপৰ নাম একেকৈ উল্লেখ কৰিছে—"প্রাগজ্যোতিষ কামৰূপ প্রাগ্‌জালিক।" বাজশেখৰে (৯০০ খৃঃ) প্রাগজ্যোতিষক এখন দেশ বুলি আৰু কামৰূপক এখন পাহাব বুলি কৈছে। হেমচন্দ্র আৰু পুৰুষোত্তম দুয়ো প্রাগজ্যোতিষকে কামৰূপ বুলিছে। জয়মঙ্গলাব লিখক যশোধৰাই কামসূত্রত কামৰূপক পূবব দেশ বুলি কৈছে—গৌড় কামৰূপকঃ প্রাচ্য বিশেষ। মঞ্জুশ্রী মূলকল্পই কামৰূপক হিমালয়ব ওচৰত বুলিছে।

পিছব পুৰাণ কেইখনমানতো এই নামটোৰ ব্যৱহাৰ হৈছে। শিৱ পুৰাণত কোৱা হৈছে যে, কামৰূপ নামৰ এখন ঠাইক ভীমে জয় কৰিছিল। বায়ু আৰু ব্রহ্মাণ্ডপুৰাণ দুয়োখনে দেৱকুট আৰু তাৰ বাসিন্দাবোৰক কামৰূপী ৰাক্ষস বুলি অভিহিত কৰিছে।

মধ্যযুগৰ ধর্মীয় ইতিহাসৰ প্রখ্যাত গ্রন্থৰূপে স্বীকৃতি পোৱা যোগিনীতন্ত্র আৰু কালিকাপুৰাণত কামৰূপৰ ভৌগোলিক বিবৰণ যথেষ্ট পোৱা গৈছে। কালিকাপুৰাণে কামৰূপক কৰতোৱা নৈৰ পূবে বুলি উল্লেখ কৰিছে। যোগিনীতন্ত্রৰ মতে এই দেশ কৰতোৱাৰ পৰা দিক্কৰ-বাসিনীলৈকে ব্যাপ্ত। যোগিনীতন্ত্রত এই দেশৰ গঠন ত্রিকোণাকাৰ বুলি কোৱা হৈছে। দীঘলে ই এশ যোজন আৰু প্রস্থই ত্রিশ যোজন বুলিও ধৰা হৈছে। বিষ্ণু পুৰাণৰ মতে এই দেশৰ ব্যাসার্দ্ধ কামৰূপৰ মন্দিৰৰ চাৰিওকাষে এশ যোজন ব্যাপি থকা।

যোগিনীতন্ত্রত কামৰূপৰ সীমাৰ বর্ণনা এনেকুৱা :

নেপালস্য কাঞ্চনাদ্রিম ব্রহ্মপুত্রস্য সঙ্গমম্‌
কৰতোয়াং সমাৰভ্য যাবৎ দিক্কৰ বাসিনীম্‌
উত্তৰস্যাম্‌ কঞ্জগিৰিঃ কৰতোয়া তু পশ্চিমে
তীর্থশ্রেষ্ঠ দিক্ষুনদী পূর্বস্যাম গিৰিকন্যকে
দক্ষিণে ব্রহ্মপুত্রস্য লাক্ষায় সঙ্গমাবধি
কামৰূপ ইতিখ্যাতঃ সর্ব্বশাস্ত্রেষু নিশ্চিতঃ ॥

নেপালৰ কাঞ্চনগিৰিৰ পৰা ব্রহ্মপুত্রৰ সঙ্গমলৈ, কৰতোৱাৰ পৰা দিক্কৰ

বাসিনীলৈকে থকা উত্তৰ সীমাত কঞ্জগিৰি, পশ্চিমত কৰতোয়া, পূৰ্বত গিৰিকন্যা তীৰ্থশ্ৰেষ্ঠ দিক্ষুনদী। দক্ষিণত লাক্ষা আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গম, —এয়ে কামৰূপৰ সীমা। এই শ্লোক বিশ্লেষণ কৰিলে দেখা যাব যে থূলমূলভাবে ব্ৰহ্মপুত্ৰ উপত্যকা ভুটান, ৰংপুৰ আৰু কোচ-বেহাৰ কামৰূপত পৰিছে।

"হৰগৌৰী সংবাদ" নামে ইয়াৰ পিছত এক সংস্কৃত গ্ৰন্থত কামৰূপক চাৰিটা পীঠত ভাগ কৰা হৈছে—প্ৰতি পীঠৰে সীমা নিৰ্দ্ধাৰিত হৈছে নদীৰ সিপাৰে—

[১] ৰত্নপীঠ [ কৰতোয়া আৰু সুবৰ্ণকোষৰ মাজত ]
[২] কামপীঠ [ স্বৰ্ণকোষ আৰু কপিলীৰ মাজত ]
[৩] স্বৰ্ণপীঠ [ পুষ্পিকা আৰু ভৈৰৱীৰ মাজত ]
[৪] সৌমাৰ পীঠ [ ভৈৰৱী আৰু দিক্রাং নদীৰ মাজত

চীনা পৰিব্ৰাজক হিউৱেন চাঙে ভাস্কৰ বৰ্মাৰ ৰাজধানীলৈ আহোঁতে পুণ্ড্ৰবৰ্দ্ধনৰ পৰা ২৫০ মাইল পূৱলৈ আহি, এখন বৃহৎ নদী পাৰ হৈ কা-মি-লু-পত (কামৰূপত) প্ৰৱেশ কৰিছিল বুলি কোৱা হৈছে। টাংচু এই ডাঙৰ নদীখন কৰতোয়া হোৱাৰ সম্ভাৱনাই দঢ়ি ধৰিছে। পৰিব্ৰাজক জনে কামৰূপৰ পুবে তথা চীনৰ দক্ষিণ-পশ্চিমে জনপদহীন শাৰী শাৰী পাহাৰ পৰ্বত আছিল বুলিও উল্লেখ কৰি গৈছে। এই ৰাজ্যৰ নাম কেতিয়া কামৰূপ হল সেই বিষয়ে জনা নেযায়।

প্ৰাচীন পৌৰাণিক কিম্বদন্তীমতে কামৰূপ নামটো প্ৰেমৰ দেৱতা কামদেৱৰ লগত জড়িত। সতীৰ দেহত্যাগৰ পিছত শিৱই ধ্যানস্থ হোৱাত শিৱৰ ধ্যান ভঙ্গ কৰি শিৱৰ মনত পুনৰ সৃষ্টি বাসনা জগাবলৈ দেৱতাসকলে কামদেৱক পঠাই দিয়ে। কামদেৱে শিৱৰ লক্ষ্য কৰি কামশৰ নিক্ষেপ কৰাত শিৱৰ ধ্যান ভঙ্গ হয়। ধ্যান ভঙ্গ হোৱাত শিৱৰ অত্যন্ত ক্ৰোধ উৎপন্ন হয় আৰু সেই ক্ৰোধ তৃতীয় নয়নৰ বহ্নিৰূপে নিৰ্গত হৈ কামদেৱক ভস্মীভূত কৰে। পিছত পত্নী ৰতি দেৱীৰ প্ৰাৰ্থনাত কামদেৱে পুনৰ ৰূপ পায়। তাৰে পৰাই কামৰূপ নামৰ উৎপত্তি বুলি কোৱা হয়।

কামৰূপং মহাপীঠং গুহ্যাদগুহ্যতমং পৰং
সদা চ সংস্থিত স্তত্ৰ পাৰ্ব্বত্যাসহ শঙ্কৰঃ॥

কামৰূপ মহাপীঠ। এই পীঠ গুহ্যৰো গুহ্য, পৰম গোপনীয়। ইয়াত মহাদেৱ সদায় পৰ্বতীৰ লগত বাস কৰে।

এটা সময়ত (বহুত পণ্ডিতে মধ্যযুগ বুলি কলেও তাতকৈ আগতে পৰা) কামৰূপ তন্ত্ৰপূজাৰ কেন্দ্ৰস্থান হৈ পৰে আৰু এই ঠাই বিশেষকৈ কামাখ্যা পৰম পবিত্ৰস্থানৰূপে গণ্য হয়। "কামৰূপ" নামটো যে তান্ত্ৰিকতাৰ প্ৰভাৱত হোৱা নাম সেইবিষয়ে নিঃসন্দেহ হ'ব পাৰি: কামদেৱে ৰূপ পোৱা কাহিনীটো এটা ৰূপক কাহিনীহে। কঠিন কায়সাধনাৰ যোগেৰে মোক্ষ প্ৰাপ্তিৰ পথ প্ৰদৰ্শোৱা শৈৱসম্প্ৰদায়ৰ (সম্ভৱতঃ নাথ যোগীৰ শৈৱমাৰ্গ) লগত শাক্ত-তন্ত্ৰ সম্প্ৰদায়ৰ সমন্বয় হোৱা কাহিনীয়েই ইয়াত ৰূপ পোৱা যেন লাগে। কামদেৱৰ তনু ক্ৰমে ইয়াত ৰূপ পালে সেয়ে কামৰূপ। পঞ্চ ম কাৰৰ দ্বাৰা সাধিত হোৱা গুহ্যসাধনাৰ ইঙ্গিতেই ইয়াত নিহিত আছে।

বৌদ্ধসকলৰ তিনিখন জগতৰ বিষয়ে এক ধাৰণা আছে। সেই তিনিখন জগত হৈছে কাম, ৰূপ, অৰূপ। কাম আৰু ৰূপ এই দুখন জগত বৌদ্ধ তান্ত্ৰিকসকলে প্ৰাগজ্যোতিষত প্ৰতিষ্ঠা কৰিলেই এই ঠাইৰ নাম নিশ্চয় কামৰূপ দিছিল। কা মেইখাও কাম + আখ্যা কামাখ্যা হল। তেওঁ কামৰূপিনী, কামদায়িনী। তেওঁ নীলাচলত গোপনে শিৱক কাম প্ৰদান কৰে।

কামাৰ্থমাগতা যস্মন্ময়া সাৰ্দ্ধং মহাগিৰৌ।
কামাখ্যা প্ৰোচ্যতে দেৱী নীলকুটে ৰহোগতা ॥*(৪)

তান্ত্ৰিক সকলৰ প্ৰভাৱত প্ৰতিষ্ঠিত যোগিনী মন্দিৰসমূহ কামক সাধনাৰ সোপান ৰূপে ব্যৱহাৰ কৰা গুহ্যসাধনাৰ মন্দিৰ হৈ পৰিল। আগৰ জনজাতীয় আই মাতৃ প্ৰসূতী কামেইখা পিছৰ কালত অপ্ৰসূতী কুমাৰী হৈ পৰিল। এই কথাও বিশেষ তাৎপৰ্য্যপূৰ্ণ। কুমাৰী পূজাও সেই অৰ্থতেই কুমাৰী পূজা।

কামাখ্যা দেৱীৰ পূজা আৰু কামৰূপ কামাখ্যা শব্দ দুটাই ড° কাকতিক ভাবিবৰ থল দিছে যে এই ধাৰা প্ৰাক আৰ্য্য আন কোনোবা ধাৰাহে। অষ্ট্ৰিক মূলৰ "কামক", "কামৰুট" শব্দৰ লগত ড° কাকতিয়ে কামৰূপৰ মিল দেখা পাইছে। চৰ্য্যাপদত আৰু "হৰগৌৰী সংবাদ"ত থকা "কামৰু" শব্দ কামৰূপৰ বিকল্প শব্দৰূপে ব্যৱহৃত হোৱাও লক্ষ্যণীয়।

---

*[৪] কালিকাপুৰাণ [৬২।১]

কামনা যিহকে কৰে সেই মতেই ৰূপ লব পৰা ক্ষমতা কামৰূপী সকলৰ আছিল বুলি বিভিন্ন প্ৰসঙ্গৰ পৰা জনা যায়। এই কথাই যাদু বিদ্যাৰ চৰ্চা, ভেল্কী বাজি চৰ্চা, ডাইনী বিদ্যাৰ চৰ্চাও যে এই ৰাজ্যত বিশেষভাৱে হৈছিল তাৰ ইঙ্গিতেই দিয়ে।

'অসম' এই নামটোৱে প্ৰথমে অসমৰ পূব খণ্ডক [সৌমাৰ পীঠ অন্তৰ্ভুক্ত কৰি] বুজোৱা হৈছিল। ইংৰাজৰ অধীনলৈ এই ৰাজ্য অহাৰ পিছতহে গোটেই ৰাজ্যখন বুজাবলৈ অসম নামটোৰ ব্যৱহাৰ হয়। ষোল সোতৰ শতিকাৰ ভিতৰত ৰচিত "দৰং ৰাজবংশাৱলী, দৈত্যাৰি ঠাকুৰ বিৰচিত শঙ্কৰ চৰিত, কথাগুৰু চৰিত, আদি গ্ৰন্থত বা তাতোকৈ কিছু আগৰ বৈষ্ণৱ সাহিত্যত 'অচম', "অসম", "আসাম" আদি শব্দেৰে আহোমসকলকহে বুজোৱা হৈছিল। ড° বাণীকান্ত কাকতিৰ মতে এই 'অসম' শব্দটো আচাম (Acham) শব্দৰে সংস্কৃতিকৰণ। টাই ভাষাত চাম মানে পৰাজিত; চামৰ লগত অসমীয়া প্ৰত্যয় যোগ হৈ 'অপৰাজিত' হৈছে যাৰ অৰ্থ বিজেতা। এই অসম শব্দৰ প্ৰসঙ্গত অসম বুৰঞ্জী প্ৰণেতা গুণাভিৰাম বৰুৱাই উল্লেখ কৰিছে যে; "অহম" বা "আহোম" শব্দৰ পৰিবৰ্তনৰ ফলতেই 'অসম' নামৰ সৃষ্টি হৈছে।

এয়োদশ শতিকাত এই দেশত আধিপত্য বিস্তাৰ কৰা, নতুনকৈ অহা জাতিটোৱে নিজক "টাই" বা শান বুলিছিল। উত্তৰ ব্ৰহ্মৰ শ্যান (টাই জাতীয় লোকসকল বাস কৰা অঞ্চলটোক চাৰিটা ভাগত ভাগ কৰিব পাৰি। উত্তৰ পূব, উত্তৰ পশ্চিম, দক্ষিণ পূব আৰু দক্ষিণ পশ্চিম শ্যান। দক্ষিণ পশ্চিম অঞ্চলত পৰে ব্ৰহ্মদেশৰ দক্ষিণৰ পিনে থকা শ্যান ৰাজ্যসমূহ) ৰাজ্যৰ পৰা ১২২৮ খৃঃত প্ৰবল প্ৰতাপী চুকাফাই লগত ১০৮০ জন মানুহ লৈ সৌমাৰত প্ৰৱেশ কৰি ক্ৰমান্বয়ে আধিপত্য বিস্তাৰ কৰে।*(৫) এই শ্যানৰ পৰাই ধ্বনি আৰু ৰূপৰ পৰিবৰ্তন হৈ চাম, আচাম, অচম, অহম, আহোম শব্দৰ গঠন হল।

(৫)* "সমগ্ৰ দক্ষিণ-পূব এচিয়াতে বিয়পি থকা জাতিটোৱেই হল টাই জাতি। দক্ষিণ পশ্চিম চীনেই টাইসকলৰ আদি বাসস্থান বুলি পণ্ডিত সকলে ঠাৱৰ কৰিছে।... খৃঃ পূঃ দ্বিতীয় কি প্ৰথম শতিকাতেই এওঁবিলাক চীনৰ মূল বাসভূমিলৈ নামি আহে। খৃষ্টীয় ষষ্ঠ শতিকামানতে দক্ষিণ ইউনানৰ নাম মাও বা চুৱেলী উপত্যকাত বিয়পি পৰে আৰু মুং-মাও-লঙৰ পৰা পুনৰ প্ৰব্ৰজন আৰম্ভ কৰে। ক্ৰমে প্ৰশান্ত মহাসাগৰৰ

প্ৰথমে নতুন লোকখিনিক বুজাবলৈ এই শব্দৰ ব্যৱহাৰ হৈছিল, পিছলৈ তেওঁবিলাকৰ ৰাজ্য বুজাবলৈও অচম বা অসম শব্দৰ ব্যৱহাৰ হ'ল।

ব্ৰেডেন পাৱেলে বড়োভাষাৰ সমভূমি বুজোৱা শব্দ "হা-চোম" শব্দৰ পৰা হাচাম, আচাম, অচম, অসম •(৬) হ'ব পাৰে বুলি মত প্ৰকাশ কৰিলেও এই সিদ্ধান্ত এই কাৰণেই গ্ৰহণযোগ্য নহয় যে, এই দেশৰ নাম তেতিয়াহলে আহোমসকলে ৰাজ্য জয় কৰাৰ বহু পূৰ্বেই "অসম" হ'ব লাগিছিল।

কোনো কোনোৰ মতে আৰ্য্যসকলেহে "ন সম" অৰ্থত অসম নাম দিছিল। কাৰণ এই দেশ পৰ্বত-পাহাৰেৰে ভৰা ওখ-চাপৰ ঠাই। এই যুক্তিও গ্ৰহণ কৰিব নোৱাৰি। এই দেশলৈ আৰ্য্য আগমন যেহেতু প্ৰাচীন কালৰে পৰা হৈছিল, সেয়ে এই দেশৰ নাম প্ৰাচীন কালতেই "অসম" ৰূপে আহি পাব লাগিছিল।

প্ৰাচীন কামৰূপৰ ভিতৰত আজিকালিৰ অসমৰ উপৰিও ৰংপুৰ, জলপাইগুড়ি আৰু মৈমনসিংহ এই তিনিখন জিলা অন্তৰ্ভুক্ত থকাৰ প্ৰমাণ আধুনিক ইতিহাসে দিয়ে। প্ৰসিদ্ধ পণ্ডিত, বুৰঞ্জীবিদ ড° সূৰ্য্য-কুমাৰ ভূঞাই লেখা "নৱ অসম" নামৰ প্ৰবন্ধত মিঃ বি চি এলেনৰ মত উদ্ধৃত কৰিছে এনেকৈ—"মহাভাৰতত উল্লেখ থকা প্ৰাচীন হিন্দুৰাজ্য কামৰূপৰ ভিতৰত গোৱালপাৰা সন্নিবিষ্ট আছিল আৰু এই কামৰূপৰ অন্তৰ্গত আছিল উত্তৰ পূব বঙ্গ আৰু বৰ্তমান অসম প্ৰদেশৰ অধিকাংশ ভাগ।" ড° ভূঞাদেৱে মিঃ বি, জে, এ, ভাচৰ পূৰ্ববঙ্গৰ গেজেটিয়াৰৰ ৰংপুৰ খণ্ডত লিখা কথাৰো উদ্ধৃতি দিছে—"অসম, মণিপুৰ, জয়ন্তীয়া, কাছাৰ আৰু মৈমনসিংহৰ এক অংশ আৰু শ্ৰীহট্টৰ নিচিনাকৈ ৰংপুৰ জিলাও অতীতৰ কামৰূপ বা প্ৰাগজ্যোতিষ ৰাজ্যৰ অন্তৰ্গত আছিল।

---

উপকূলৰ পৰা ব্ৰহ্মদেশৰ পাৰ্বত্য অঞ্চললৈকে আৰু দক্ষিণ চীনৰ পৰা ভাৰত মহাসাগৰৰ উপকূললৈকে বিয়পি পৰে। তাৰে আটাইতকৈ ডাঙৰ ঠালটো বাস কৰিছিল ব্ৰহ্মদেশৰ উত্তৰাঞ্চলত। ব্ৰহ্মদেশৰ উত্তৰ অঞ্চলত বিখ্যাত শ্যান ৰাজ্যই গঢ় লৈ উঠে।...দক্ষিণ পূব এচিয়াত বিয়পি থকা টাইসকলৰ ঠাই অনুসৰি বিভিন্ন বিভিন্ন নাম হয়।"—
টাই সংস্কৃতিৰ ৰূপৰেখা—ড° লীলা গগৈ।

(৬)• Indian village community— Baden Pawell

মৎস ৰাজ্য বা বঙ্গদেশ আৰু কামৰূপ ৰাজ্যৰ সীমা আছিল কৰতোৱা নদী।"

মিঃ জে. এফ গ্রুনিৰ জলপাইগুড়ি জিলাৰ গেজেটিয়াৰবো উক্তি দিয়া হৈছে—

প্রাগ ঐতিহাসিক যুগত জলপাইগুড়ি জিলাখণ্ড প্রাগজ্যোতিষ ৰজাৰ অন্তর্ভুক্ত আছিল, এই ৰাজ্য পিছত গৈ কামৰূপ বুলি জনাজাত হয়। ই পশ্চিমে কৰতোয়া নদী পর্য্যন্ত বিস্তৃত আছিল। যোগিনী-তন্ত্রমতে কামৰূপৰ তৃতীয়জনা নৃপতিয়ে খৃষ্টীয় প্রথম শতিকাত ৰাজ্য শাসন কৰে, তেওঁৰ নাম আছিল জল্পেশ্বৰ।…এওঁৰ পৰবর্ত্তী নৃপতি আছিল পৃথু ৰজা। এওঁৰ ৰাজধানীৰ বিস্তীর্ণ ধ্বংসাৱশেষ জলপাইগুড়ি টিটালীয়া ৰাস্তাৰ দক্ষিণে ভিতৰ গড নামে ঠাইত এতিয়াও দেখা পোৱা যায়। পৃথুৰ পিছত ধর্মপাল নামে এজন ৰজাই পশ্চিম কামৰূপ শাসন কৰে। এওঁৰ ৰাজত্বৰ স্মৃতিচিহ্ন এতিয়াও কোচবিহাৰ ৰাজ্যত দেখা পোৱা যায়।" সেইদৰে মৈমনসিংহ জিলাৰ গেজেটিয়াৰতো পোৱা যায়—"মহাভাৰতৰ কালত মৈমনসিংহ প্রাগজ্যোতিষ ৰাজ্যৰ অন্তর্গত আছিল। তিনি হাজাৰ বছৰৰ পিছত বৌদ্ধযুগত এই ৰাজ্যৰ নাম হয় কামৰূপ। ইয়াৰ পশ্চিম সীমা আছিল কৰতোৱা নদী। এই নদী নেপালৰ পৰা ওলাই আত্রাইৰ সমান্তৰালভাৱে ৰংপুৰ আৰু পাবনা জিলাৰ মাজেদি বৈ গৈছিল। সেইদেখি যমুনাৰ বর্তমান স্থলভূমি আৰু ৰাজছাহী বিভাগৰ ভালেমান ঠাই আৰু মৈমনসিংহৰ উত্তৰ অঞ্চলত থকা পৰগণাবোৰ কামৰূপ ৰাজ্যৰ অন্তর্গত আছিল (মিঃ এফ, আৰ চেকচ)।"

প্রাচীন এই ৰাজ্যৰ প্রসঙ্গত "বৰ অসমৰ" আৰু এক অংশৰ উক্তি দিলে অপ্রাসঙ্গিক নহব—

"কামৰূপ ৰাজ্য ভাগি যোৱাৰ পিছত সৰু সৰু ৰাজ্যৰ সৃষ্টি হয়। অনুমান খৃষ্টীয় ত্রয়োদশ শতিকাত পশ্চিম কামৰূপত কমতা নামে এখন ক্ষমতাশালী ৰাজ্যৰ উদ্ভৱ হয়। এই কমতা ৰাজ্যৰ শেষ নৃপতি নীলাম্বৰৰ দিনত কামৰূপৰ সৰহভাগ আৰু ৰংপুৰ আৰু বঙ্গৰ এক অংশ কমতাৰ অধীনত আছিল। খৃষ্টীয় ষোল শতিকাৰ আদি ভাগত নীলাম্বৰ ৰজাক গৌড়ৰ চুলতান হুচেন শ্যাহে পৰাস্ত কৰাৰ পিছৰ পৰা বহুদিনলৈকে কমতা ৰাজ্যত অৰাজকতা প্রৱর্তিত

হয় আৰু ঠায়ে ঠায়ে নতুন ৰজাৰ উদ্ভৱ হয়। তাৰ ভিতৰত সৰ্বপ্ৰধান আছিল বিশ্বসিংহ।.. বিশ্বসিংহৰ পুত্ৰেক নৰনাৰায়ণ ৰজাই ভায়েক সেনাপতি শুক্লধ্বজ কৌঁৱৰক লগত লৈ দিগ্বিজয় যাত্ৰা কৰি অসম, কাছাৰ, মণিপুৰ, ত্ৰিপুৰা, জয়ন্তা, খৈৰাম, শ্ৰীহট্ট আদি ৰাজ্য কৰতলীয়া কৰে। নৰনাৰায়ণৰ ৰাজ্য বঙ্গোপসাগৰলৈকে বিস্তৃত আছিল।"

প্ৰাগজ্যোতিষপুৰ, কামৰূপ আৰু অসম নামৰ কিঞ্চিৎ আভাস দি এই ৰাজ্যৰ অধিবাসী আৰু প্ৰাচীন নৃপতিৰ বিষয়েও যৎকিঞ্চিৎ আলোচনা আগবঢ়োৱা হৈছে :

অসমৰ সংস্কৃতিত বিভিন্ন প্ৰজাতিৰ উপাদান আছে। তাৰ মূল কাৰণ হল অসমলৈ বাহিৰৰ পৰা কেবাটাও পথেদি প্ৰব্ৰজন হৈছিল। তাৰ ভিতৰত পশ্চিমফালে ব্ৰহ্মপুত্ৰ আৰু গঙ্গা উপত্যকাৰ যি প্ৰশস্ত পথ আছিল সেই পথেদিয়েই ককেছীয় লোকসকলে সময়ে সময়ে অসমত প্ৰৱেশ কৰিছিল। উত্তৰ ফালৰ তিব্বত, নেপাল আৰু ভূটানৰ পৰা এই ৰাজ্যত প্ৰৱেশ কৰিছিল মঙ্গোলীয় সকলৰো কিছু-ভাগে। দক্ষিণ পূবৰ গিৰিপথবোৰেও ব্ৰহ্মদেশ আৰু দক্ষিণ পূৰ এছিয়াৰ লগত অসমক সংলগ্ন কৰিছিল।

অসমৰ প্ৰান্তদেশ সাগৰ পৰ্য্যন্ত বিস্তৃত থকাৰ কাৰণে সেই পথেদিয়েও বিভিন্ন সময়ত বিভিন্ন লোকে অসমত প্ৰৱেশ কৰিছিল।

নৃতত্ত্ববিদসকলে ভাৰতৰ জনগোষ্ঠীত যি কেইটা প্ৰজাতীয় উপাদান পাইছে তাৰ ভিতৰত ককেছীয় আৰু অষ্ট্ৰেলীয় (প্ৰাক দ্ৰাবিড) অন্যতম। অসমত কোনো অষ্ট্ৰেলীয় জনসমষ্টি নাই যদিও বিভিন্ন মানুহৰ মাজত বিশেষকৈ জনজাতি কিছুমানৰ মাজত বহুতো অষ্ট্ৰেলীয় লক্ষণ নৃতাত্ত্বিক পণ্ডিত হেডনে ভাৰতৰ পূব অঞ্চলৰ খাচী, কুকি মণিপুৰী আৰু কছাৰীৰ মাজত দীৰ্ঘমস্তকী, প্ৰশস্ত নাসিকা আদি অষ্ট্ৰেলীয় উপাদান লক্ষ্য কৰিছে।

অসমৰ সংস্কৃতিত বিশিষ্ট উপাদান আগবঢ়োৱা খাছীসকলে অষ্ট্ৰো-এছীয় ভাষা কয় আৰু এই ভাষাৰ সম্বন্ধ অষ্ট্ৰেলীয়ৰ লগত আছে। মঙ্গোলীয় খাছীসকলেনো এই ভাষা ক'ত পালে সেই প্ৰশ্নৰ উত্তৰ বিশ্ববিখ্যাত ভাষাতাত্ত্বিক পণ্ডিত ড° সুনীতিকুমাৰ চেটাৰ্জীয়ে এনেদৰে দিছে যে, মঙ্গোলীয় লোকসকলে উত্তৰ-পূব দিশেদি অসমত প্ৰৱেশ কৰে। তেওঁলোক অহাৰ আগেয়ে এই ঠাইৰ ভাষা আছিল অষ্ট্ৰো-এছীয়। খাছীসকল ইয়ালৈ আহি সেই ভাষাই গ্ৰহণ কৰিলে। অসমলৈ অহাৰ

পথত ব্ৰহ্মদেশত তেওঁবিলাকে অষ্ট্ৰো-এছীয় ভাষা শিকি সেই ভাষাকে লৈ অসমত প্ৰবেশ কৰি বড়ো ভাষা-ভাষী লোকৰ দ্বাৰা পৰিবেষ্টিত হৈ সেই ভাষাকে সংৰক্ষণ কৰি থকাটো সম্ভাৱনা নথকা নহয়। বড়ো সকলতকৈ আগতে খাছীসকলৰ অৱস্থান অসমত আছিল বুলি বহুতো পণ্ডিত একমত।

অসমৰ প্ৰখ্যাত নৃতত্ত্ববিদ ড° ভুবনমোহন দাসে আৰু এক সম্ভাৱনাৰ বিষয়ে মত প্ৰকাশ কৰিছে।* (৭) তেখেতৰ মতে খাছী-সকল প্ৰকৃততে অষ্ট্ৰেলীয়ই। পিছত অহা মঙ্গোলীয় লোক তেওঁবিলাকৰ লগত মিহলি হল। সেই মঙ্গোলীয় লোকে অষ্ট্ৰো-এছীয় ভাষা গ্ৰহণ কৰিলে। তেখেতে আৰু মত প্ৰকাশ কৰে যে একালত অষ্ট্ৰেলীয় প্ৰজাতিৰ লোক অসমৰ বিভিন্ন ঠাইত বাস কৰিছিল অথবা অসমৰ মাজেৰে প্ৰব্ৰজন কৰিছিল। প্ৰব্ৰজনত প্ৰজাতীয় উপাদান অ'ত ত'ত্ৰ এৰি গৈছিল।

প্ৰাগঐতিহাসিক কালৰে পৰাই এই ৰাজ্যত "কিৰাত" সকলৰ বসতি। যজুৰ্বেদ, অথৰ্ববেদ, মহাভাৰতৰ সভাপৰ্ব, বিষ্ণুপুৰাণ, মাৰ্কণ্ডেয় পুৰাণ আদিত 'কিৰাত' শব্দৰ উল্লেখ আছে। যোল শতিকাত লিখা যোগিনীতন্ত্ৰ আৰু ত্ৰিপুৰাৰ ৰাজমালাতো কিৰাতৰ উল্লেখ আছে। তেওঁবিলাকে হিমালয়ৰ পাদদেশৰ পৰ্বত বা অৰণ্য অঞ্চলত বাস কৰিছিল। তেওঁবিলাক ৰণ পাৰ্গত, অস্ত্ৰশস্ত্ৰেৰে সুসজ্জিত, কাঞ্চন বৰ্ণৰ (পীত বৰ্ণৰ মঙ্গোলীয়) লোক আছিল বুলি মহাভাৰতত উল্লেখ আছে। অসমৰ বড়ো, ৰাভা, মেছ, লালুং আদি লোকসকল কিৰাত বা মঙ্গোলীয় প্ৰজাতিৰ অন্তৰ্ভুক্ত। এওঁবিলাক বৈশিষ্ট্যপূৰ্ণ, নিজস্ব সংস্কৃতিৰ উত্তৰাধিকাৰী।

প্ৰাগ-ঐতিহাসিক কালত এই কিৰাতসকলৰে এজন ৰজা মহীৰঙ্গ দানৰে প্ৰাগজ্যোতিষপুৰত ৰাজত্ব কৰিছিল। গুৱাহাটীৰ কাষৰ পৰ্বত এখনৰ নাম আছিল মৈৰাং। এই মৈৰাং বড়ো ভাষাৰ শব্দ বুলি কোৱা হয় যদিও খাছীসকলে তেওঁলোকৰ ভাষাৰ শব্দ বুলিহে কয়।*(৮) মৈৰাঙকে সংস্কৃতীয়া কৰি মহীৰাংগ নাম দিয়া দানৰ শব্দটোৰে আৰ্যেতৰ জাতিকে বুজাইছে।

---

(৭)* অসমীয়া জনগোষ্ঠীত প্ৰজাতীয় উপাদান--অসমীয়া জাতিৰ ইতিবৃত্ত : অসম সাহিত্য সভা প্ৰকাশন।

(৮) * A History and Culture of the Khasi People—
Dr. Hamlet Bareh

মহীৰাংগৰ পিছত ক্ৰমে হুতকাসুৰ, সম্বৰাসুৰ, আৰু ৰত্নাসুৰ ৰজা হয় । ৰত্নাসুৰৰ পিছৰ ৰজাজনৰ নাম ঘটকাসুৰ । এই ঘটকাসুৰক নৰকাসুৰে পৰাস্ত কৰি প্ৰাগজ্যোতিষপুৰত নিজৰ ৰাজ্য প্ৰতিষ্ঠা কৰে ।

এই নৰকাসুৰ সম্ভৱতঃ ভূমধ্যসাগৰীয় লোক আছিল বুলি বিভিন্ন পণ্ডিতে কব খোজে । বুৰঞ্জীবিদ কনকলাল বৰুৱাইও প্ৰাগজ্যোতিষপুৰ পূৰ্বৰে পৰা ভূমধ্যসাগৰীয় ৰাজ্য আছিল বুলি মত প্ৰকাশ কৰে । এই ভূমধ্যসাগৰীয় ( যাৰ আদি বাসস্থান ভূমধ্য-সাগৰৰ পূৰ্বাঞ্চল আৰু যিবোৰ ককেছীয়ৰে এটা ভাগ ) লোকসকল অষ্ট্ৰেলীয়ৰ পিছতে ভাৰত সোমাইছিল আৰু ভাৰতৰ সকলো ঠাইতে বিয়পি পৰিছিল । এওঁবিলাকেই সিন্ধু উপত্যকাৰ তাম্ৰপ্ৰস্তৰ যুগৰ সভ্যতা গঢ়ি তুলিছিল । দক্ষিণ ভাৰতৰ বিভিন্ন ঠাইৰ পৰা উদ্ধাৰ কৰা সামগ্ৰীবোৰে তেওঁবিলাকৰ প্ৰাচীনত্ব, বিস্তাৰ আৰু সংস্কৃতি আদিৰ ইঙ্গিত বহন কৰিছে । দ্ৰাবিড় ভাষা কোৱা ভূমধ্যসাগৰীয় লোকসকলেই ইণ্ডো-দ্ৰাবিড় নামে জনাজাত । পণ্ডিতসকলে বিভিন্ন বিচাৰৰ পৰা স্থিৰ কৰিব খোজে যে, নৰকাসুৰৰ আগতেই ভূমধ্য-সাগৰীয় লোক অসমত প্ৰবেশ কৰিছিল ।

এই ইণ্ডো-দ্ৰাবিড়সকলৰ মাজতে যোনি আৰু লিঙ্গপূজাৰ প্ৰচলন আছিল । সেয়ে অসমৰ প্ৰাচীন যোনি উপাসনা ( উৰ্বৰতাৰ কামনাৰে মাতৃ উপাসনা ) এই ভূমধ্যসাগৰীয় লোকসকলৰ দ্বাৰা অথবা সেই প্ৰভাৱত আৰম্ভ হব পাৰে বুলি ভাবিবৰ থল থাকে । সেই কালৰ পৰা নৰকৰ প্ৰাচীন প্ৰাগজ্যোতিষলৈ আগমন, মাতৃ শক্তিৰ উপাসকৰ আগমনৰ, ( দ্বিতীয়, তৃতীয় তৰঙ্গ বুলি কোৱাৰ উপায় নাই ) পিছৰ তৰঙ্গত পৰে । কালিকাপুৰাণৰ বৰ্ণনা মতে নৰকে কিৰাতসকলক সাগৰৰ দাতিলৈ খেদি পঠায় আৰু কৰতোৱা আৰু ললিতাকান্তাৰ মাজত দ্বিজসকলক স্থাপন কৰে । নৰকে যি কাত্যায়নী ধাৰা ( ভাৰতৰ দক্ষিণ পশ্চিমৰ এক উৰ্বৰতাৰ ধাৰা ) লগত লৈ আনিছিল, সেই ধাৰা অসমৰ জনজাতীয় ধাৰাৰ লগত চামিল কৰা কাৰ্য্য কঠিন নাছিল ।

নৰক এই নামটোৱে অৱশ্যে বৰ বিমোৰত পেলায় । নৰক নামৰ ব্যক্তিৰ উল্লেখ বিভিন্ন যুগৰ মহাকাব্য আৰু পুৰাণত পোৱা গৈছে ।

ৰামায়ণত সুগ্ৰীৱে উল্লেখ কৰা নৰকজন নিশ্চয় মহাভাৰতৰ

সময়ৰ তথা শ্ৰীকৃষ্ণৰ সময়ৰ নৰক নহয়। নৰক এক উপাখ্যিও হ'ব পাৰে। অসুৰ পন্থা ( cult ) এটা সমগ্ৰ ভাৰতৰ বিভিন্ন ঠাইত থকাৰ বিষয়েও বিভিন্ন পণ্ডিতে কয়।* (১) পুৰাতত্ব ( আৰ্কিয়লজি ), নৃতত্ব ( এনথ্ৰপলজি ) আদি বিভিন্ন বৈজ্ঞানিক আৰু ঐতিহাসিক প্ৰমাণ বিনা শুদ্ধ সিদ্ধান্তলৈ অহা বৰ কঠিন, কাৰণ প্ৰাচীন অসমৰ তথ্যসমূহ সম্পূৰ্ণভাৱেই কিম্বদন্তীমূলক ( Legendary )। দুই চাৰিখন প্ৰাচীন শিলালিপিৰ আৰু তাম্ৰলিপিৰ বাহিৰে এই আন্ধাৰ সময়খিনিৰ ওপৰত পোহৰ পেলাব পৰা অন্য সমল নাই।

কামৰূপৰ নৃপতি নৰকৰ পিছত তেওঁৰ পুত্ৰ ভগদত্ত ৰাজপাটত উঠে। তেওঁৰ পিছত ৰজা হয় বজ্ৰদত্ত। কোনো কোনো টোকাৰ মতে ভগদত্তৰ পিছত ধৰ্মপাল আৰু কামপালেহে ৰাজত্ব কৰে। এই বংশৰ উনৈশজন নৃপতিৰ পিছত সুবাহু ৰাজপাটত উঠে। বিক্ৰমাদিত্যৰ যজ্ঞৰ ঘোঁৰা তেওঁ আটক কৰি সিংহাসনচ্যুত হয় বা মৃত্যু হয়। এওঁৰ পিছত "জিতাৰি"নামে দ্ৰাবিড় দেশীয় ৰজা এজন ৰাজপাটত- উঠে। কোনো কোনো টোকাৰ মতে এই জিতাৰিয়েই বা জিতাৰিক্ষই ধৰ্মপাল।

অসমৰ তথা ভাৰতৰ সভ্যতা সংস্কৃতিৰ প্ৰসিদ্ধ গবেষক পণ্ডিত ড° প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে যুক্তিসহকাৰে প্ৰাচীন অসমৰ ৰাজনৈতিক ইতিহাসৰ ক্ষেত্ৰত মত দাঙি ধৰিছে যে, তাম্ৰলিপি, শিলালিপি আদি বিশ্লেষণ কৰিলে পোৱা যায় যে, পুৰণি অসমত চাৰিটা মূল বংশই ৰাজ্যশাসন কৰিছিল। সেই কেইটা হল নৰক ভৌমবংশ, বৰ্মণ বংশ, শালস্তম্ভ বংশ আৰু পাল বংশ। . নৰক পুত্ৰ ভগদত্তৰ পিছতেই ৰাজ্যত বিবৰ্তন ঘটে আৰু প্ৰায় দুশ বছৰ ধৰি অসমৰ ৰাজনৈতিক জীৱন অন্ধকাৰময় হয়, নাইবা এই যুগৰ ইতিহাসৰ সমল ওলাবলৈ এতিয়াও বাকী। প্ৰত্নতাত্বিক খনন কাৰ্য্যইহে উক্ত আন্ধাৰ যুগৰ আভাস দিব বুলি কব পাৰি। ....এনেস্থলত পুৰণি অসমৰ নিৰ্ভৰযোগ্য ৰাজনৈতিক বুৰঞ্জীৰ নতুন আৰম্ভনি বৰ্মণ বংশৰ

---

(১) * Man in India ৰ সম্পাদক শ্ৰীএচ. চি ৰয়ে মত প্ৰকাশ কৰে যে আদি দ্ৰাবিড় বা ভূমধ্য সাগৰীয় একাংশই অসুৰ নামেৰে জনাজাত হৈ একালত অসম আৰু ছোটনাগপুৰত বাস কৰিছিল।

প্রতিষ্ঠাতা পুষ্যবৰ্মাৰ চতুৰ্থ শতিকাৰ মাজভাগৰ পৰাহে পোৱা গৈছে।" * (১০)

এই সময়ছোৱাৰ নৃপতিসকলৰ বিষয়ে ক্ষীপ্ৰভাৱে চকু ফুৰালে দেখা যাব যে, খৃষ্টীয় চতুৰ্থ শতাব্দীৰ বৰ্মণ বংশৰ প্ৰতিষ্ঠাত পুষ্যবৰ্মণ (আনুমানিক ৩৫৫ খৃঃ), তেওঁৰ পুত্ৰ সমুদ্ৰ বৰ্মণ (৩৮০-৪০৫ খৃঃ), তেওঁৰ পুত্ৰ বল বৰ্মণে (৪০৫-৪৪০ খৃঃ ত) ৰাজপাটত উঠে আৰু ৰাজ্য চলায়। এই বল বৰ্মণৰে জীয়াৰী অমৃতপ্ৰভাক উত্তৰ পশ্চিম ভাৰতত অৱস্থিত সুদূৰ কাশ্মীৰ ৰাজ্যৰ ৰজা মেঘবাহান সয়ম্বৰ সভাত বিয়া কৰায়। চতুৰ্থ ৰজা কল্যাণ বৰ্মণে (৪২০-৪৪০ খৃঃত) কপিলী উপত্যকাৰ ডবাক ৰাজ্য কামৰূপ ৰাজ্যৰ অন্তৰ্ভূক্ত কৰাৰ উপৰিও চীনদেশৰ ৰজালৈ কূটনৈতিক সম্বন্ধ স্থাপনৰ বাবে কটকী পঠাইছিল (৪২৮ খৃঃ) . পঞ্চম শতাব্দীৰ শেষৰ ফালে সাম্ৰাজ্যবাদী গুপ্তসকল দুৰ্বল হৈ পৰাত ষষ্ঠ ৰজা মহেন্দ্ৰ বৰ্মণে ( ৪৫০ খৃঃ—৪৮০ খৃঃ ) দক্ষিণ পূব বঙ্গ অধিকাৰ কৰি বঙ্গোপসাগৰৰ পাৰলৈকে কামৰূপ ৰাজ্যৰ সীমা বঢায় আৰু লগতে বিজয় কীৰ্তি ঘোষণা কৰিবলৈ দুটা অশ্বমেধ যজ্ঞ সমাপন কৰি কামৰূপ ৰাজ্যক গুপ্ত সাম্ৰাজ্যৰ অধীনৰ পৰা মুক্ত কৰে আৰু পশ্চিমফালে কামৰূপ ৰাজ্য বঢোৱাৰ পাতনি মেলে। তেওঁৰ পিছত মহাভূত বৰ্মণ বা ভূতি বৰ্মণে ( ৫১০—৫৫৫ খৃঃ ) ষষ্ঠ শতিকাৰ মাজভাগত কামৰূপ ৰাজ্যৰ প্ৰকৃত দিগ্বিজয়ৰ পাতনি মেলে। মহাভূত বৰ্মণে বা ভূতি বৰ্মণে পুণ্ড্ৰবৰ্ধন বা উত্তৰ বঙ্গ কামৰূপৰ ৰাজ্যৰ অন্তৰ্ভূক্ত কৰে।··· মহাভূত বৰ্মণৰ দিনতে দক্ষিণ পশ্চিম ফালে ছিলেট, ত্ৰিপুৰা আৰু কাছাৰ অঞ্চলো কামৰূপ ৰাজ্যৰ অন্তৰ্ভূক্ত হয়।

মহাভূত বৰ্মণৰ পিছত সুস্থিত বৰ্মণ, তাৰ পিছত সুপ্ৰতিষ্ঠিত বৰ্মণ আৰু তেওঁৰ পিছত ভাস্কৰ বৰ্মণ (৫৯৪-৬৫০ খৃঃ) কামৰূপৰ ৰাজপাটত উঠে। ভাস্কৰ বৰ্মণৰ ৰাজত্বকালত প্ৰাচীন কামৰূপৰ বুৰঞ্জীৰ এটি সোণালী অধ্যায় বুলিব পাৰি। ৫৯৪ খৃঃত ভাস্কৰ বৰ্মণে সিংহাসনত আৰোহন কৰি এটা নতুন চনৰ প্ৰচলন কৰে। ইয়াকেই "ভাস্কৰাব্দ" বা কামৰূপী চন বোলা হয়।

---

* (১০) ৰাজনৈতিক ব্যৱস্থাঃ অসমীয়া জাতিৰ ইতিবৃত্তঃ অসম সাহিত্য সভা প্ৰকাশনঃ ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী ।

ভাস্কৰ বৰ্মণে পশ্চিমকালে কামৰূপ ৰাজ্যৰ সীমা বঢ়াবলৈ যত্ন কৰিলে। তেওঁৰ উদ্দেশ্য আছিল মহাভূত বৰ্মণৰ দিনত কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত হোৱা আৰু মাজতে সুস্থিত বৰ্মণৰ দিনত কামৰূপৰ বাহিৰলৈ যোৱা পুণ্ড্ৰবৰ্ধন আৰু ৰাজধানী কৰ্ণসুৱৰ্ণ অধিকাৰ কৰিলে। এই ক্ষেত্ৰত ভাস্কৰ বৰ্মণৰ নিধানপুৰ তামৰ ফলি উল্লেখযোগ্য।

পণ্ডিতসকলে অনুমান কৰে যে, দক্ষিণ পুব বঙ্গ, ছিলেট আৰু ত্ৰিপুৰাও ভাস্কৰ বৰ্মণৰ ৰাজ্যৰ ভিতৰত আছিল। চীনা পৰিব্ৰাজক হিউৱেনচাঙে লিখি থৈ যোৱা বিৱৰণৰ পৰা প্ৰমাণিত হয় যে এহাতে দক্ষিণ-পুব বঙ্গ আৰু আনহাতে চীনদেশলৈ যোৱা সমুদ্ৰপথ কামৰূপ ৰজাৰ তত্ত্বাৱধানত আছিল। হিউৱেনচাঙৰ বিৱৰণৰ পৰাই জনা যায় যে সেই সময়ত পুবফালে কামৰূপ ৰাজ্যৰ সীমাই চীন আৰু ব্ৰহ্মদেশৰ সীমা চুইছিল। এইটো সৰ্বজন বিদিত কথা যে, নালন্দা বিশ্ববিদ্যালয়লৈ বৌদ্ধশাস্ত্ৰ অধ্যয়ন কৰিবলৈ অহা চীনা পৰিব্ৰাজক হিউৱেন চাঙক কামৰূপ নৃপতি ভাস্কৰ বৰ্মণেই নালন্দা বিশ্ববিদ্যালয়ৰ অধ্যক্ষ শীলভদ্ৰলৈ চিঠি লিখি হিউৱেন চাঙক কামৰূপলৈ অনায় (প্ৰায় ৬৪৩ খৃঃ) হিউৱেন চাঙে চি-উ-কি-নামৰ গ্ৰন্থত কামৰূপ ৰাজ্য আৰু ৰজা ভাস্কৰ বৰ্মণৰ বিষয়ে অতি প্ৰশংসামূলক টোকা লিখি থৈ যায়।

কুমাৰ ভাস্কৰ বৰ্মণৰ (হয়তো অবিবাহিত) মৃত্যুৰ লগে লগে বৰ্মণ বংশৰ ওৰ পৰিল। সেই বংশৰেই ওচৰ সম্বন্ধীয় অৱন্তীবৰ্মণ নামৰ কোঁৱৰ এজনে কামৰূপৰ সিংহাসন জয় কৰি (৬৫০ খৃঃ) শালস্তম্ভ বংশ প্ৰতিষ্ঠা কৰে। এই বংশই সপ্তম শতিকাৰ মাজ ভাগৰ পৰা দশম শতিকাৰ শেষ ভাগলৈ প্ৰায় চাৰে তিনিশ বছৰ কাল ৰাজত্ব কৰিছিল। তামৰ ফলিত তেওঁবিলাকৰ ৰাজধানী হাৰুপেশ্বৰ নগৰত (তেজপুৰত) আছিল বুলি উল্লেখ কৰা হৈছে। ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ মতে শালস্তম্ভ বংশৰ ৰজাসকলে হাৰুপেশ্বৰত এখন অস্থায়ী ৰাজধানীহে পাতিছিল, স্থায়ী ৰাজধানী প্ৰাগজ্যোতিষপুৰতেই আছিল। নৱম শতিকাৰ মাজভাগত ৰাজত্ব কৰা এই বংশৰে ৰজা বনমাল বৰ্মণৰ দিনত (৮৩৫-৮৬৫ খৃঃ) হাৰুপেশ্বৰ নগৰ সম্ভৱতঃ পুবে বামুণীপাহাৰ, পশ্চিমে দহ পৰ্বতীয়ালৈকে বিস্তৃত এখন ডাঙৰ নগৰ আছিল। ইয়াৰ পিছত শ্ৰীহৰ্ষদেৱ আনুমানিক ৭২৫ খৃঃত কামৰূপৰ সিংহাসনত উঠে। তেওঁ নিজ বাহুবলেৰে গৌড় (উত্তৰ পশ্চিম বঙ্গ), ওড্ৰ (বৰ্তমান উৰিষ্যা), কলিঙ্গ (মহানদী আৰু গোদাৱৰী নদীৰ মাজৰ

অঞ্চল) আৰু কোশল (উত্তৰ বিহাৰ) ৰাজ্য জয় কৰি কামৰূপ ৰাজ্যৰ সীমা বঢ়াই এখন বিশাল সাম্ৰাজ্যৰ সম্ৰাট হৈছিল। তেওঁৰ জীয়াৰী ৰাজ্যমতীক নেপালৰ ৰজা জয়দেৱলৈ বিয়া দিয়া হৈছিল। শ্রীহৰ্ষদেৱৰ বিশাল সাম্ৰাজ্যৰ পতন ঘটে প্রায় ৭৫০ খৃঃ মানত কনৌজৰ প্রতাপী নৃপতি যশোবৰ্মণৰ আক্রমণৰ দ্বাৰা। ইয়াৰ পিছত ৰজা বনমাল বৰ্মণেই কামৰূপৰ হেৰোৱা গৌৰৱ পুনৰ ঘূৰাই আনিবলৈ চেষ্টা কৰিছিল।

ইয়াৰ পিছত পাল বংশৰ প্রথম ৰজা ব্ৰহ্মপাল কামৰূপৰ ৰাজ-পাটত উঠে প্রায় ৯৯০ খৃঃত। ব্ৰহ্মপাল অতি বিদ্যোৎসাহী আৰু প্রতাপী ৰজা আছিল। সম্ভৱতঃ এওঁকেই "হৰগৌৰী সংবাদ" নামৰ গ্রন্থত 'জিতাৰি ৰজা' বুলি উল্লেখ কৰা হৈছে। এওঁৰ ৰাজত্ব কাল খৃঃ ৯৯০ ৰ পৰা ১০১০ খৃঃলৈ বুলি অনুমান কৰা হৈছে। ৰজা ব্ৰহ্মপালৰ সময়ৰ পৰাই ৰাজ্যত তান্ত্রিক বৌদ্ধধৰ্মই প্রাধান্য লাভ কৰে। পালবংশৰ ষষ্ঠ ৰজা ধৰ্মপালে (১০৯৫—১০২০ খৃঃ) কেৱল উত্তৰ বঙ্গ জয় কৰি কামৰূপ ৰাজ্যৰ হেৰোৱা গৌৰৱকে পুনৰুদ্ধাৰ কৰা নাছিল ধৰ্মচৰ্চা, জ্ঞানচৰ্চা সকলো দিশতে এইজনা ৰজাৰ ৰাজত্বকাল কামৰূপৰ বুৰঞ্জীৰ উল্লেখযোগ্য অধ্যায় বুলি স্বীকৃত হৈছে। সম্ভৱ ধৰ্মপালৰ আগৰ ৰজা ৰত্নপালৰ দিনৰ পৰাই কামৰূপ ৰাজ্যৰ ৰাজধানী ব্ৰহ্মপুত্রৰ উত্তৰ পাৰে "দুৰ্জয় নগৰ" নাম দি নিৰ্মাণ কৰা হৈছিল আৰু ধৰ্মপালৰ সময়তো ১২৬০ খৃঃমানলৈ এই ৰাজধানী উত্তৰ গুৱাহাটীতে আছিল। অৱশ্যে পুৰণি ৰাজধানী প্রাগজ্যোতিষ-পুৰৰ মৰ্যাদাও সমানেই আছিল।

এই বংশৰ শেষ ৰজা সন্ধ্যাৰ ৰাজত্বকালত বঙ্গৰ চুবাদাৰ তুগ্রিল খাঁ মালিক উজবেকে ১২৫৭ খৃঃত চতুৰ্থবাৰ কামৰূপ আক্রমণ কৰি পৰাজিত হয়। ইয়াৰ পিছত উত্তৰ গুৱাহাটী বা কামৰূপ নগৰৰ পৰা পশ্চিমফালে কমতাপুৰলৈ ১২৬০ খৃঃত ৰাজধানী তুলি নিয়া হয়। "তেতিয়াৰ পৰা ৰাজ্যৰ নাম হ'ল কমতা বা কামৰূপ কমতা আৰু ৰজাৰ উপাধি হল কমতেশ্বৰ বা কামেশ্বৰ। ··· ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতমতে কামৰূপ ৰাজ সন্ধ্যাই গৌড়েশ্বৰ উপাধি লৈছিল... সম্ভৱতঃ গৌড়ৰাজ্যৰ (উত্তৰ পশ্চিম বঙ্গ) কিছু অংশ তেওঁলোকৰ ৰাজ্যৰ ভিতৰত পৰিছিল। কামৰূপৰ ৰাজধানী

পশ্চিমকালে কমতাপুৰলৈ স্থানান্তৰ কৰাৰ পিছৰে পৰা কামৰূপ ৰাজ্যৰ পূব অঞ্চলত এই ৰজাসকলৰ ক্ষমতা যথেষ্ট কমি গৈছিল আৰু কামৰূপৰ ৰজাৰ অধীনৰ শাসনকৰ্তা ভূঞা বা জমিদাৰসকলে মূৰ দাঙি উঠিছিল।" * (১১)

বিদ্যাৎসাহী দুৰ্লভ নাৰায়ণেই হৈছে কমতা ৰাজ্যৰ সৰ্বশ্ৰেষ্ঠ ৰজা (আনুমানিক ১৩৩০—১৩৫০ খৃঃ)। দুৰ্লভ নাৰায়ণৰ দিনতেই চণ্ডীবৰ প্ৰমুখ্যে সাতঘৰ কায়স্থ আৰু কৃষ্ণপণ্ডিত প্ৰমুখ্যে সাতঘৰ ব্ৰাহ্মণ কনৌজৰ পৰা অসমলৈ আহে। ৰজাৰ পৰা শিৰোমণি ভূঞা উপাধি পোৱা চণ্ডীবৰৰ বংশতে শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আৱিৰ্ভাৱ হয়।

কমতা ৰাজ্যৰ সবাতোকৈ পৰাক্ৰমী ৰজা আছিল খান বা সেন বংশৰ নীলাম্বৰ (১৪৮০—১৪৯৮ খৃঃ)। তেওঁৰ দিনতেই কমতা ৰাজ্য পূবে বৰনদীৰ পৰা পশ্চিমে কৰতোৱালৈকে বিস্তৃত আছিল। ১৪৯৮ খৃঃত বঙ্গৰ নবাব হুছেইন ছাহে কমতা ৰাজ্য আক্ৰমণ কৰি ছলেৰে ৰাজধানী কমতাপুৰ দখল কৰাৰ লগে লগে সেন বংশৰ ৰাজত্বৰ অৱসান ঘটে। হুছেইন ছাহে কমতা ৰাজ্য অধিকাৰ কৰি তেওঁৰ পুত্ৰ দানিয়েলক হাজোত শাসনকৰ্তা পাতি নিজ ৰাজ্যলৈ উভতি যোৱাৰ কিছুদিন পিছতেই কামৰূপৰ ভূঞা শাসনকৰ্তাসকলে একগোট হৈ দানিয়েলৰ দুৰ্গ ধ্বংস কৰে।

ভূঞাসকলৰ পৰাক্ৰমৰ কথা অন্য প্ৰসঙ্গত আলোচনা কৰা হৈছে। তেৰ শতিকামানত ভূঞাসকল প্ৰবল পৰাক্ৰমী হৈ উঠিছিল আৰু গোৱালপাৰা জিলাৰ পৰা ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে সোৱণশিৰী নৈলৈকে, দক্ষিণে নগাঁৱৰ কপিলী নৈলৈকে এই অঞ্চলত ভূঞাসকলে স্বাধীন ৰাজ্য বিক্ৰমেৰে চলাইছিল। একমাত্ৰ কমতাৰাজ দুৰ্লভ নাৰায়ণেহে (সম্ভৱ ১৩৩০-১৩৫০ খৃঃ) তেওঁৰ অধীনলৈ ভূঞাসকলক আনিবলৈ সক্ষম হৈছিল। সেইদৰে ঠায়ে ঠায়ে সজ্ঘবদ্ধ হৈ মূৰ দাঙি উঠা ভূঞাসকলক গোৱালপাৰা, কামৰূপ আৰু দৰং জিলাৰ পশ্চিমাঞ্চলত কোচৰাজ্যৰ প্ৰতিষ্ঠাতা ৰজা বিশ্বসিংহই ষোল শতিকাত তলতীয়া কৰে। উজৰ লক্ষীমপুৰ আৰু দৰং জিলাৰ পূবখণ্ডৰ ভূঞাসকলক ষোল শতিকাৰ আগভাগত ৰাজত্ব কৰা আহোম ৰজা চুহুংমুং দিহিঙীয়া ৰজাই তেওঁৰ কৰতলীয়া কৰে। সেইদৰে নগাঁৱৰ

(১১) * অসমৰ ৰাজনৈতিক বুৰঞ্জী—অসম গৌৰৱ ঃ পৃষ্ঠা ৭৬—ড° লক্ষী দেৱী।

ভূঞাসকলেও চুক্লেনমুং গড়গঞা বজাৰ দিনত (১৫৩৯-১৫৫২) ষোল শতিকাত বশ মানে।

১৪৯৮ খৃঃত নিঃশেষ হোৱা কমতা ৰাজ্যৰ ঠাইত ষোল শতিকাৰ আগভাগত কোঁচৰাজ্য স্থাপিত হয়। কোঁচৰাজ্যৰ প্ৰতিষ্ঠাপক ৰজা বিশ্বসিংহই সক-বৰ বহুতো ভূঞাক খণ্ডযুদ্ধত পৰাস্ত কৰি পশ্চিমে কৰতোৱাৰ পৰা পূবে মৰা ধনশিৰীলৈকে নিজৰ ৰাজ্য পাতি লয়। পৰাক্ৰমী ৰজা বিশ্বসিংহই হিন্দুধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল আৰু নিজেও শিৱ-দুৰ্গাৰ উপাসক আছিল। ৰজা বিশ্বসিংহৰ দিনতেই কোঁচৰাজ্যৰ ৰাজধানী চিকনাগ্ৰামৰ (শ্ৰীকোনা/চিনকোনা) পৰা কোঁচবিহাৰলৈ তুলি অনা হয় আৰু কাশী, কনৌজ আদিৰ পৰা ব্ৰাহ্মণ পণ্ডিতসকলকো আনি কোঁচৰাজ্যত প্ৰতিষ্ঠা কৰা হয়।

১৫৪০ খৃঃত ৰজা বিশ্বসিংহৰ পৰলোকপ্ৰাপ্তি হোৱাত তেওঁৰ পুত্ৰ, কোঁচবংশৰ সবাতোকৈ উল্লেখযোগ্য, পৰম ধাৰ্মিক নৰনাৰায়ণ ৰাজপাটত উঠে। তেওঁৰ ভ্ৰাতৃ শুক্লধ্বজ বা চিলাৰায়ৰ সহায়ত ১৫৬২ খৃঃত আহোম ৰজা চুখামফা খোৰা ৰজাক পৰাজয় কৰে আৰু সন্ধিমতে আহোম ৰজাই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ সমস্ত ৰাজ্য কোঁচ ৰজাক এৰি দিয়ে। সেইদৰে কছাৰী, জয়ন্তীয়া, ত্ৰিপুৰা, ছিলেটৰ ৰজাকো যুদ্ধত পৰাস্ত কৰি কোঁচ ৰজাৰ তলতীয়া কৰে। ১৫৬৮ খৃঃত চিলাৰায়ে গৌড়ৰাজ্য আক্ৰমণ কৰাত গৌড়ৰ নবাবৰ সেনাপতি কালাপাহাৰৰ হাতত চিলাৰায় বন্দী হয়। সেনাপতি কালাপাহাৰে সেইসময়তে কামাখ্যা, হাজো আদি দেৱালয়বোৰ ধ্বংস কৰি পেলায়।

ৰজা নৰনাৰায়ণ আৰু চিলাৰায়ে কামাখ্যা মন্দিৰ নতুনকৈ নিৰ্মাণ কৰে আৰু পূজা-পাতল চলাবৰ কাৰণে পশ্চিম দেশৰ পৰা পণ্ডিত ব্ৰাহ্মণ আনি নিজদেশত থাপে। বিদ্যোৎসাহী ৰজা নৰনাৰায়ণৰ দিনতে কোঁচবিহাৰ অসমীয়া ভাষা-সংস্কৃতিৰ কেন্দ্ৰ হৈ পৰে। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ একশৰণীয়া বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰতো পৰম ধাৰ্মিক ৰজা নৰনাৰায়ণে অকুণ্ঠ সহযোগ আগবঢ়ায়।

ঘৰুৱা কন্দলৰ ফলত কোঁচৰাজ্য শেষলৈ ভাগ ভাগ হয় আৰু মোগল, আহোম, বৃটিছৰ হস্তগত হয়।

কমতাৰাজ্য, কোচৰাজ্যৰ দৰেই গৌৰৱময় এক কছাৰী ৰাজ্যও আছিল। "আহোমসকলৰ বুৰঞ্জীত উল্লেখ কৰা মতে ত্ৰয়োদশ শতাব্দীৰ

আগভাগত আহোমৰাজ্যৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে দিখৌৰ পৰা কলং নৈলৈকে এই সমভূমি খণ্ড অৰ্থাৎ বৰ্ত্তমান শিৱসাগৰ জিলাৰ দুই তৃতীয়াংশ আৰু নগাওঁ জিলাৰ দক্ষিণাংশ কছাৰী ৰাজ্যৰ ভিতৰুৱা আছিল। ধনশিৰী উপত্যকা আৰু উত্তৰ কাছাৰ পাহাৰো এই ৰাজ্যৰ ভিতৰুৱা আছিল। এই কছাৰী ৰাজ্যৰ ৰাজধানী আছিল ডিমাপুৰ। .অসমৰ অধিকাংশ ঠাই আৰু উত্তৰ পূব বঙ্গদেশ জুৰি এসময়ত এখন প্ৰকাণ্ড বেড়ো ৰাজ্য আছিল বুলি অনুমান হয়। এওঁলোকক ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদিম অধিবাসী বুলি ধৰিব পাৰি। কিন্তু এওঁবিলাকৰ ৰাজত্বকালৰ বিষয়ে কোনো লিখিত বিৱৰণ পোৱা নেযায়।" *(১২) ১৮০৫ খৃঃত কছাৰীসকলে আহোমৰ হাতত সম্পূৰ্ণ পৰাজয় বৰণ কৰে। কছাৰী বংশৰ শেষ ৰজা গোবিন্দ চন্দ্ৰ অপুত্ৰক হৈ মৰাত ১৮৩২ চনত বৃটিছে কাছাৰ ৰাজ্য নিজ ৰাজ্যত চামিল কৰে।

---

*(১২) অসমৰ ৰাজনৈতিক বুৰঞ্জী—অসম গৌৰৱ, পৃষ্ঠা ৮৫, ৮৬
ড° লক্ষী দেৱী।

# অসমৰ শক্তি উপাসনা

ইতিহাসে চুকি পোৱা কালৰ আগৰে পৰা অসমত আৰ্যেতৰ যোনিপূজা উৰ্বৰতাৰ কামনাৰে প্ৰচলিত আছিল। ইয়াৰ প্ৰমাণ স্বৰূপে জয়ন্তীয়াসকলৰ দ্বাৰা পূজিতা বুঢ়ী গোসানী, খাচী সকলৰ দেৱী কামাইখা, বড়োসকলৰ দেৱী খাম্‌মাইখাৰ উপৰিও বজনৰ কামনাৰে চুতীয়া আৰু দেউৰীসকলৰ দ্বাৰা পূজিতা হৈ অহা আই মাতৃ দিকৰ বাসিনী কেঁচাইখাতী, খাতাসকলৰ দেৱী তামায়, ডিমাছা-সকলৰ দেৱী হেৰেমডী, তিওৱাসকলৰ দেৱী কালিকা, গাৰোৰ আই মাতৃ 'ফজোৰ" নামেই লব পাৰি। মৃদু আৰু উগ্ৰভাৱৰ দেৱীসকলৰ উপাসনাই এই ৰাজ্যত প্ৰাগ্‌ঐতিহাসিক কালৰে পৰা শক্তি পূজাৰ এক নিৰৱিচ্ছিন্ন সোঁত প্ৰৱাহিত কৰি ৰাখিছিল। মৃদু ৰূপত তেওঁ চিৰকল্যাণময়ী মাতৃৰূপা আই। উগ্ৰৰূপত তেওঁ পৰ্বত-পাহাৰ অৰণ্যত লুকাই থকা ভীষণ প্ৰকৃতিৰ ৰক্তলোলুপা দেৱী। মাতৃৰূপেৰে তেওঁ সৰ্ববিধ উৰ্বৰতা প্ৰদান কৰে, তীক্ষ্ণৰূপেৰে তেওঁ প্ৰচণ্ড ভয়ৰ পৰা ৰক্ষা কৰে। এই জনবিশ্বাস সৰ্বভাৰততো সমানে শক্তিশালী। শক্তি উপাসনাৰ দ্বাৰা এই দেশ ভাৰতবৰ্ষত প্ৰাচীন কালৰে পৰা প্ৰৱাহিত। (১ ক, খ)

---

(১) (ক) The cult of mother goddess prevailed in the country from a much earlier time, but only in the sixth century it acquired an outstanding place in the literary tradition of the Buddhist, Jaina and Brahminical sects. The goddesses were treated as Sakti or energetic female principles and worshipped with the help of trantic fertility rites. The development is called Saktis .. .... . ... . ..." .. . ... ... "The increasing association of a developing esoteric, tantric ritualism with the mother cults explains the growth of tranticism in early medival times. The number of goddesses multiplied and with it the tantric sects." —Saktism and Tantrism Religious Institutions and cults in the Deccan : R. N. Nandi.

তীক্ষ্ণৰূপা শক্তিদেৱীৰূপে অসমৰ পূব প্ৰান্তত কেঁচাইখাতীৰ মহিমা আছিল অতি প্ৰসিদ্ধ। চুতীয়া, দেউৰী আৰু কছাৰীসকলৰ প্ৰব্ৰজন আৰু বসবাসৰ দ্বাৰা এই উগ্ৰৰূপা দেৱীৰ আধিপত্য সেই অঞ্চলত সম্ভৱ হৈছিল। অসমৰ আদিম অধিবাসী অষ্ট্ৰিক আৰু মঙ্গোলীয়-সকলৰ বিশ্বাস আৰু ব্যৱহাৰৰ সমান জনাই তাৰ লগত বিচিত্ৰ শিপাৰে সংগৃহীত আৰ্য্যসংস্কৃতিৰ প্ৰলেপ দি এক সৰ্বভাৰতীয় ৰূপ অসমৰ শক্তিধৰ্মত দিছত অহা আৰ্য্যসকলে প্ৰদান কৰিছিল। অসমৰ লোকদেৱী আৰু পৰম্পৰাগত আচাৰৰ লগত অসমৰ বাহিৰৰ পৰা অহা শাক্ত ধাৰাৰ কোনে কেতিয়া সমন্বয় ঘটাইছিল সেই বিচাৰ কৰা অত্যন্ত কঠিন যদিও নৰকাসুৰৰ দ্বাৰাই বা নৰকৰ আগত বা নৰকৰ লগত অহা ভাৰতীয় শাক্তপন্থীসকলে সৰ্বভাৰতীয় শক্তি দেৱীৰ লগত অসমৰ লোক দেৱীক সমন্বয় কৰাৰ কৌশল আৰম্ভ কৰিছিল বুলি ভবাৰ যুক্তি আছে। আৰ্য্য-অনাৰ্য্য সংমিশ্ৰণৰ পৰা নতুন ৰূপ লৈ উঠা এই ৰাজ্যৰ ধৰ্মক যোগিনীতন্ত্ৰত "কৈৰাতজ ধৰ্ম" বোলা হৈছিল—

"সৰ্ব্বেশো যোগিনীপীঠে ধৰ্মং কৈৰাতজং মতং।" যোগিনীতন্ত্ৰত উল্লেখ কৰা কৈৰাতজ ধৰ্ম প্ৰচলন কৰোৱা এই কিৰাতসকল হৈছে— উত্তৰৰ বড়ো কছাৰীসকল আৰু দক্ষিণী বড়ো টিপ্ৰাসকল। সংস্কৃতত ত্ৰিপুৰা আখ্যা পোৱা টিপ্ৰাসকল আৰু বড়ো-কছাৰীসকল একেই বড়ো গোষ্ঠীৰ। প্ৰাচীন কালত কিৰাতীসকলে তেওঁবিলাকৰ ঐতিহ্য-

---

১। (খ) "অধিকাংশ ভাৰতীয়ই যি ধৰ্মাচৰণ কৰে তাৰ সাধাৰণ বৈশিষ্ট্য হল মাতৃদেৱীৰ উপাসনা বা উৰ্বৰা শক্তিৰ (fertility) বিভিন্ন ধাৰাৰ পূজা পদ্ধতি। আনকি খাজুৰাহো আৰু কোনাৰ্কত কামকলাৰ যি ভাস্কৰ্য্যৰূপ দেখা পোৱা যায়, সেয়াও সমাজৰ বিশিষ্ট আৰু প্ৰতিপত্তিশালী অংশৰ দ্বাৰা উৰ্বৰা-শক্তি উপাসনাৰে প্ৰতীক, আমি যে সেই ভাস্কৰ্য্যক আত্মা আৰু ব্ৰহ্মৰ আধ্যাত্মিক মিলন বুলি প্ৰতিপন্ন কৰিব খুজিছো সেয়া একেবাৰে সত্য নহয়। শৃঙ্গাৰৰ ভাস্কৰ্য্যৰূপ উৰ্বৰাশক্তিৰ প্ৰতীক হিচাবে যি ঐন্দ্ৰজালিক ধৰ্মীয় অৰ্থত ব্যৱহৃত হয় সেইৰূপ মঙ্গলদায়ক বুলি বিশ্বাস কৰা হয়। সমাজৰ বহুস্তৰত তান্ত্ৰিক ধৰ্মাচৰণৰ প্ৰভাৱ যে বহু বিস্তৃত আছিল সেয়াও এই ভাস্কৰ্য্যৰূপৰ মাজত পৰিস্ফুট"—"পূৰ্বকাল আৰু পূৰ্বধাৰণা" (Past and Prejudice ৰ অনুবাদ)—ৰোমিলা থাপাৰ।

মণ্ডিত সংস্কৃতিৰে ৰাজ্যৰ কোনো কোনো ঠাইত দীৰ্ঘদিন জুৰি শাসন কৰিছিল। এলাহাবাদত পোৱা সমুদ্ৰগুপ্তৰ স্তম্ভলিপিত কামৰূপ নেপাল আদিৰ লগতে প্ৰত্যন্ত ৰাজ্য হিচাপে যি ডবাক ৰাজ্যৰ ( বৰ্ত্তমানৰ ডবকা ) উল্লেখ পোৱা গৈছে সেই ডবাক ৰাজ্য আছিল কপিলী-যমুনা অঞ্চলত আৰু সেই অঞ্চলত কিৰাত গোষ্ঠীৰ দ্বাৰা শাসিত এক সমৃদ্ধিশালী কছাৰী ৰাজ্য আছিল। খাছীসকলো ভাষা গোষ্ঠী হিচাবেহে অষ্ট্ৰিক আছিল, জাতিগোষ্ঠী হিচাবে আছিল তিব্বতবৰ্মী বা কিৰাত।

প্ৰসিদ্ধ বুৰঞ্জীবিদ্‌ ড° আৰ চি মজুমদাৰৰ এক অভিমত অসমৰ জাতি আৰু ধৰ্মৰ প্ৰসঙ্গত উল্লেখ কৰিলে অপ্ৰাসঙ্গিক নহব। কাৰণ সেই একে অভিমতেই অসমৰ প্ৰাগ্‌ঐতিহাসিক কালৰ ধৰ্ম আৰু সমাজৰ ওপৰতো খাটে। “বাংলাদেশে কোল, শবর, পুলিন্দ, হাড়ি ডোম, চণ্ডাল প্ৰভৃতি যে সমুদায় অন্ত্যজ দেখা যায় তাহাই বাংলার আদিম অধিবাসীর বংশধর। ভাষায় মূলগত ঐক্য হইতে সিদ্ধান্ত করা যায় যে, এই সমুদায় জাতি এটি বিশেষ মানব গোষ্ঠীর বংশধর। এই মানব গোষ্ঠীকে অষ্ট্ৰ এচিয়াটিক, ও অষ্ট্ৰিক আখ্যা দেওয়া হয়েছে। কেউ কেউ এবাকে “নিষাদ” আখ্যাও দিয়া থাকে।” * (২)

অসমত প্ৰাচীন কালৰে পৰা বাস কৰা অষ্ট্ৰিক গোষ্ঠীৰ বিষয়ে আগৰ প্ৰবন্ধত আলোচনা কৰা হৈছে। প্ৰখ্যাত বুৰঞ্জীবিদ কনকলাল বৰুৱাৰ মতে অসমৰ প্ৰস্তৰ যুগৰ সংস্কৃতি অষ্ট্ৰ-এচিয়াটিক ভাষা-ভাষী-সকলৰে অৱদান। তেওঁবিলাকৰ মাতৃপ্ৰধান সমাজ ব্যৱস্থা, আই মাতৃ ( মাদাৰ-গডেচৰ ) উপাসনা, সৰ্পপূজা, উৰ্বৰতাৰ আকাঙ্ক্ষাৰে দিয়া নৰবলি বা পশুবলি, মৃত ব্যক্তিৰ অস্থি সংৰক্ষণ ব্যৱস্থা, মৃতকৰ অস্থি-ভস্ম থবলৈ ব্যৱহাৰ কৰা শিল, পুনৰ্জন্মত বিশ্বাস, মৃতকৰ প্ৰতি আহাৰ আগবঢ়াই মৃতকক কাষ চপাই ৰখাৰ পৰম্পৰা আদি অতি বৈশিষ্ট্যপূৰ্ণ কথা। এইবিলাকেই প্ৰচীন অসমৰ সংস্কৃতি তথা ধৰ্ম বিশ্বাসৰ ভেঁটি ৰচনা কৰিছিল বুলি ন দি কব পাৰি। অসমত বাস কৰা ভূমধ্য সাগৰীয় অষ্ট্ৰেলীয় আৰু মঙ্গোলীয় শ্ৰেণীৰ অধিবাসীসকলে এক স্পষ্ট, বিচ্ছিন্ন হলেও গুৰুত্বপূৰ্ণ লোক সংস্কৃতিৰ গঢ় দিছিল।

অসমৰ অজস্ৰ লোকধৰ্ম, লোক উৎসৱ, লোক শিল্প, লোক নৃত্য-গীত অসমৰ লোকজনৰেই দান। পাহাৰ-ভৈয়ামৰ কৃষ্টি-সংস্কৃতি

* (২) বাংলা দেশের ইতিহাস—ড° আর. চি. মজুমদার—পৃষ্ঠা ১০।

সম্মিলিত হৈছিল আৰু পৰস্পৰৰ দ্বাৰা নিশ্চিতভাৱে প্ৰভাৱিত হৈছিল।

লিঙ্গ আৰু যোনিপূজাৰ ক্ষেত্ৰত ভূমধ্যসাগৰীয় লোকসকলৰো অৱদান আছে বুলি নৃতাত্ত্বিক পণ্ডিতে অভিমত দিয়ে।*(৩) ভূমধ্য-সাগৰীয়ই হওক বা অষ্ট্ৰেলীয়ই হওক, লিঙ্গপূজা যে আৰ্যেতৰ অৱদান এই বিষয়ে সন্দেহ নাই। অসমৰ তান্ত্ৰিক শক্তি ধৰ্মৰ ধাৰাই আৰ্যেতৰ সমাজত প্ৰচলিত ধৰ্মীয় উপাদান লিঙ্গ আৰু যোনিপূজা, ভূত-প্ৰেত, ডাকিনী যখিনীৰ প্ৰাধান্য, বলিদান, ৰুধিৰ প্ৰদান স্বীকাৰ কৰি লৈ পঞ্চ 'ম' কাৰত গুৰুত্ব দিছিল।

এইটো অতি নিশ্চিত কথা যে, অসমৰ বুকুৰেদিয়েই প্ৰাক্ ঐতিহাসিক কালৰে পৰা সুদূৰ চীন, তিব্বত, ব্ৰহ্মদেশ আদিলৈ জন প্ৰব্ৰজন ঘটিছিল। ব্যৱসায় বাণিজ্যৰ কাৰণে, অধ্যয়নৰ কাৰণে, ধৰ্ম প্ৰচাৰৰ কাৰণে ভাৰতৰ পৰা বাহিৰলৈ আৰু বাহিৰৰ পৰা ভাৰতলৈ লোক যাতায়তো হৈছিল। ভাৰতৰ বৌদ্ধধৰ্ম চীন, তিব্বত, ব্ৰহ্মদেশলৈ বিয়পি পৰিছিল। খৃঃ সপ্তম শতিকামানত ভাৰতৰ আচাৰ্য্য শান্তিৰক্ষিত আৰু আচাৰ্য্য পদ্মসম্ভৱ তিব্বতলৈ ৰাজ-আমন্ত্ৰণ ক্ৰমে গৈ ভোটসকলৰ মাজত বৌদ্ধধৰ্মৰ গভীৰ প্ৰতিষ্ঠাৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছিল। আচাৰ্য্য শান্তিৰক্ষিতে ভোটদেশৰ লোকসমাজত ভূত-প্ৰেতৰ, যাদুমন্ত্ৰৰ অত্যন্ত প্ৰভাৱো লক্ষ্য কৰিছিল। আচাৰ্য্য শান্তিৰক্ষিত স্থানীয় দেৱ-দেৱীৰ কোপতো পৰিছিল বুলি পণ্ডিত ৰাহুল সংস্কৃতায়নে তেওঁৰ "নিষিদ্ধ দেশত তিনিবছৰ" গ্ৰন্থত লিখি থৈ গৈছে। আচাৰ্য্য শান্তিৰক্ষিতে ভূত-প্ৰেত আৰু স্থানীয় দেৱ-দেৱীৰ ক্ৰোধৰ পৰা ৰক্ষা পাবলৈ উৰিষ্যাৰ ৰাজবংশজাত পদ্মসম্ভৱক ভাৰতৰ পৰা তিব্বতলৈ ৰাজ অনুগ্ৰহত লৈ গৈছিল। আচাৰ্য্য পদ্মসম্ভৱে মন্ত্ৰৰ বলেৰে ভোটদেশৰ দেৱ-দেৱী, ডাকিনী-যোগিনী, যক্ষিণী, সৰ্পিনী, ভূত-প্ৰেত, যক্ষ-বেতাল আদিক পৰাস্ত কৰি বৌদ্ধধৰ্ম প্ৰচাৰত সহায় কৰিবলৈ সিহঁতৰ দ্বতুৰাই প্ৰতিজ্ঞা কৰাই এৰি দিছিল। তান্ত্ৰিক শাক্তধৰ্মই আগ-পিছাকৈ তিব্বত, নেপাল, কামৰূপ, কাশ্মীৰত ঠন ধৰি উঠাৰ সময়ত যক্ষ-যক্ষিণী আদিৰ ধাৰণাৰ, মন্ত্ৰ-মাদলী জৰা ফুঁকা ইত্যাদিৰ, যাদু সম্মোহন আদি ক্ৰিয়াৰ পাৰম্পৰিক

---

*(৩) জনগোষ্ঠীত প্ৰজাতীয় উপাদান—অসমীয়া জাতিৰ ইতিবৃত্ত:
—ড° ভুবন মোহন দাস।

বিনিময় ঘটিছিল আৰু দেশে দেশে লোকসমাজত এইবোৰৰ প্ৰসাৰ হৈছিল।

ভয়ঙ্কৰ ৰূপৰ বহুতো দেৱ-দেৱী মঙ্গোলীয় সোঁতেদিও অসম সোমাইছিল। প্ৰাচীন অসমৰ পূব পিনে থকা কাচিনবোৰো আছিল স্পিৰিটৰ উপাসক। তেওঁবিলাকৰ মাজত প্ৰচলিত আছিল হিংসাকুৰীয়া দেৱদেৱীৰ (malevolent demon) ৰ উপাসনা।

প্ৰাগজ্যোতিষৰ অধিপতি, কুৰুক্ষেত্ৰ ৰণ প্ৰসিদ্ধ ভগদত্তৰ পিতৃ ভৌম নৰকেই প্ৰথমে মিথিলাৰ পৰা হিন্দুশক্তিধৰ্ম প্ৰাগজ্যোতিষলৈ আনি স্থাপন কৰে বুলি পণ্ডিতসকল একমত। এই নৰকৰ সময় খৃঃ পূঃ ১৪০০ আৰু দুহাজাৰৰ ভিতৰত হোৱাটোৱেই সকলো দিশৰ পৰা সম্ভৱ বুলি পণ্ডিতসকলে চালি-জাৰি স্থিৰ কৰিছে। সেয়ে হলে নৰকৰ সময়েই অসমত (তেতিয়াৰ প্ৰাগজ্যোতিষপুৰ) হিন্দু শক্তিপূজাৰ প্ৰথম আৰু একে সময়তে প্ৰবল সময়।

মহাভাৰতৰ যুদ্ধৰ আগৰে পৰা এই ৰাজ্যত আৰ্য্যবসতি যে হৈছিল (নৰকেও পশ্চিমৰ পৰা দ্বিজসকলক আনি সংস্থাপন কৰিছিল) সেই মত সুচিন্তিত যুক্তিৰে বুৰঞ্জীবিদ কনকলাল বৰুৱাইও দাঙি ধৰিছে।*(৪)

বিভিন্ন সময়ত বিভিন্ন নৰকৰ অৱস্থিতিয়ে পণ্ডিতসকলক মাজে মাজে বিমোৰত পেলালেও বিশ্লেষণাত্মক দৃষ্টিভঙ্গীৰে মহাকাব্য, পুৰাণ, আৰু কিম্বদন্তী বিচাৰ কৰিলে দেখা যাব যে শ্ৰীকৃষ্ণই বধ কৰা নৰকৰ (ভগদত্তৰ পিতৃৰ) জীৱনৰ শেষসীমা প্ৰায় খৃঃ পূঃ দুহাজাৰ বুলি কব পাৰি আৰু এই সময়ছোৱাই এই ৰাজ্যৰ হিন্দু শাক্তধৰ্মৰ প্ৰৱৰ্তনৰ সময়। ভৌম নৰকে পূৰ্ব প্ৰসিদ্ধ স্থানীয় যোনিপীঠ কামাখ্যাতে (তেতিয়া কামাখ্যা নাম থাকক বা নেথাকক) শক্তিপূজাৰ প্ৰতিষ্ঠা কৰিছিল তথা শাক্ত ধাৰাৰ পৃষ্ঠপোষক হৈছিল।

ভীষ্মক দুহিতা ৰুক্মিণীয়ে শ্ৰীকৃষ্ণক পতিৰূপে পাবলৈ দেৱী ভৱানীৰ পূজা কৰাৰ কাহিনী আৰু বাণৰজাৰ কন্যা উষাই মহাভৈৰৱীৰ উপাসনা কৰি শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধক স্বামীৰূপে লাভ কৰাৰ কিম্বদন্তীয়ে নৰকৰ সময়ত শক্তিপূজাৰ প্ৰসাৰৰ কথাকে প্ৰমাণ কৰে।

প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে প্ৰাচীন কালত এই ৰাজ্যত বড়ো প্ৰমুখ্যে আদিম অধিবাসীসকলৰ মাজত কিৰাতী দেৱতা বুঢ়া বাথৌ

*(৪) Early history of Kamrup—(ch-I) K. L. Barua

তথা মহাদেৱৰ উপাসনাও অতীব প্ৰসিদ্ধ আছিল। *(৫) কিৰাত-নৃপতি ঘটকাসুৰক পৰাস্ত কৰি নৰকে প্ৰাগজ্যোতিষত আধিপত্য স্থাপন কৰিছিল তথা শৈৱ-শাক্তৰ সংঘাত হৈছিল। কালিকাপুৰাণত আছে যে, বৰাহ বিষ্ণু আৰু পৃথিৱী দেৱীয়ে যেতিয়া পুত্ৰ নৰকক প্ৰাগজ্যোতিষ-পুৰৰ ৰজা পাতিবলৈ লৈ আহে, তাৰ আগৰে পৰাই সেই ৰাজ্য শিৱই স্বৰাজ্য (নিজৰ ভূমি) ৰূপে ৰখি আছিল—

নিমজ্য ক্ষণমাত্ৰেণ প্ৰাগজ্যোতিষ পুৰং গতঃ
মধ্যগং কামৰূপস্য কামাখ্যা যত্ৰ নায়িকা
স চ দেশঃ স্বৰাজ্যাৰ্থে পূৰ্ব গুপ্তশ্চ শম্ভুণা ।।

কালিকাপুৰাণেই শৈৱ-শাক্ত মিলনৰো প্ৰমাণ দিছে— "নীলাচল নামে পৰ্বতত পাৰ্বতী থাকে আৰু শিৱৰ মহা আশ্ৰম হৈছে নাটকশৈল (উমানন্দ)। তাত শিৱ নিত্য বিৰাজমান হৈ থাকে আৰু পাৰ্বতীদেৱী তেওঁৰ অধীনত।

"নিত্যং বসতি তত্ৰেশস্তদধীনা চ পাৰ্বতী" (৫২।৮৪) বেতাল ভৈৰৱৰ তপস্যাত শিৱই তুষ্ট হৈ বৰদান কৰোঁতে কৈছে: "পাৰ্বতী তুষ্ট নহলে তেওঁ অকলে বৰদান কৰিব নোৱাৰে। *(৬) এই কথাই শিৱ-শক্তিৰ মিলনৰে প্ৰমাণ দিয়ে। "শিৱক্ষেত্ৰৰ সংখ্যাধিক্য আৰু কামৰূপ শাসনাৱলীৰ সাক্ষ্যৰ পৰা দেখা যায় যে, পুৰণি কামৰূপত

*(৫) কছাৰীপাৰৰ জনগোষ্ঠীৰ মাজত শৈৱধৰ্মই আছিল জনপ্ৰিয়। শিৱ পূজিত হৈছিল লিঙ্গৰূপত…। বড়ো কছাৰী, ডিমাছা কছাৰী, টিপ্ৰা, তিৱা আদি জনগোষ্ঠীৰ মাজত নিজাকৈ শিৱ-চেতনা আছিল আৰু এনে ধৰণৰ শিৱ-চেতনাক কেন্দ্ৰ কৰি গঢ় লোৱা পূজা-সেৱাৰ ধাৰা এতিয়াও তেওঁলোকৰ মাজত আছে। কনকলাল বৰুৱাই উল্লেখ কৰিছে যে প্ৰাচীন কালৰ কপিলীপাৰৰ বড়ো-কছাৰী ৰজাসকলে সিন্ধু-সভ্যতাৰ লেখীয়া, শিং থকা শিৱ পশুপতিৰ নিচিনা দেৱতা এজনক বিশ্বাস কৰিছিল আৰু তেওঁক বুঢ়া দেৱতা বুলি কৈছিল। কিছুদিনৰ আগলৈকে কাঞ্চনীমাৰীত (বৰ্তমানৰ যোগীজান) মাছ-পছু চিকাৰ কৰিবলৈ অহা বাইজে গুৰা পাণ এটাৰে প্ৰথমতেই থল দেৱতা কিৰাত-কিৰাতনীক সেৱা জনাই যোৱাৰ নিয়ম আছিল"— কপিলীপাৰ-কছাৰীপাৰ: পৃষ্ঠা ২০ —ড° নবেন কলিতা।

*(৬) কালিকাপুৰাণ—৫২/২১৫—৬

শিৱভক্তিৰেই প্ৰাধান্য আছিল। কিন্তু দেৱীপূজাৰ বিষয়ত উদাৰ মত চলিছিল। * (৭) কামৰূপৰ বৰ্মণ বংশতে আৰম্ভ কৰি ভৌমপাল বংশলৈকে প্ৰায় সকলোকেজন নৃপতিয়েই ভূমিদান কৰা ফলিত শিৱ অথবা শিৱ পাৰ্বতীৰ যুগল ৰূপৰ বন্দনা কৰিছে। অষ্টমৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত নিৰ্মাণ হোৱা অসংখ্য উমা-মহেশ্বৰৰ মূৰ্তি মধ্য অসমতেই আৱিষ্কৃত হৈছে। পৰিপূৰ্ণ খনন কাৰ্য্যই এনে নিদৰ্শন বহুতো পোহৰ পেলাব।

সি যি কি নহওক, শিৱৰ লগত যুক্ত হৈ তান্ত্ৰিক শাক্ত ধৰ্মৰ মহাপীঠৰূপে কামৰূপৰ কামাখ্যা ক্ৰমান্বয়ে পৰিগণিত হৈছিল। কালিকা-পুৰাণৰ ৰচনাৰ সময় যদি দশম শতিকাৰ পিছলৈ নেযায়, তেন্তে শৈৱ-শাক্তৰ সংঘৰ্ষ আৰু সমন্বয়ৰ ৰূপো ভেটিয়াহলে দেখাতেই দশম শতিকাৰ আগৰ।

বিভিন্ন আগম শাস্ত্ৰবোৰ লক্ষ্য কৰিলেও দেখা যায় যে সকলো আগম গ্ৰন্থতে কৌল সাধনাৰ বৰ্ণনা প্ৰসঙ্গত কামৰূপ পীঠ আৰু কামাখ্যা যোনিমণ্ডলৰ নাম উল্লেখিত হৈছে। কাৰণ কামাখ্যা, কাশ্মীৰ, আৰু কাঞ্চী আছিল শাক্তসকলৰ প্ৰধান কেন্দ্ৰস্থান। ক্ৰোধ ভট্টাৰক নামেৰে বিদিত দুৰ্বাশা ঋষিয়ে কামাখ্যা যোনিমণ্ডলত কুলাচাৰ মতে দেৱীৰ উপাসনা কৰি সিদ্ধিলাভ কৰিছিল বুলি কথিত আছে। সেইদৰে পৰশুৰামেও কামৰূপত কৌলতত্ত্ব লাভ কৰি সেই জ্ঞান দাক্ষিণাত্যত প্ৰচাৰ কৰিছিল বুলি বিদিত। বশিষ্ঠই সিদ্ধিলাভ কৰিবৰ কাৰণে কামাখ্যালৈ অহাৰ কথা অন্য প্ৰসঙ্গত আলোচিত হৈছে।

শাক্ত পীঠ হিচাবে কামাখ্যাৰ প্ৰসিদ্ধিয়েই কেৱল নহয়, শাক্ত দৰ্শনৰ ক্ষেত্ৰতো কামৰূপৰ বিশিষ্ট মৌলিক অৱদান আছে বুলি আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীদেৱে মত প্ৰকাশ কৰিছে। *(৮) কাশ্মীৰীয় অভিনৱগুপ্ত আদিৰ ঈশ্বৰাদ্বয়বাদী প্ৰত্যাভিজ্ঞা দৰ্শনত যি মত গৃহীত হৈছে সেয়ে কামৰূপৰ শৈৱ-শাক্ত সম্প্ৰদায়ৰ দাৰ্শনিক মত। শ্ৰীশাস্ত্ৰীদেৱে কব খোজে যে, কামৰূপ ভূমিতে অকুল (অপাৰ) বৈদিক দৰ্শনে তান্ত্ৰিক দৰ্শনৰূপ কুলৰ অন্তৰ্গত হৈ সকুল কৌলদৰ্শনৰ ৰূপ পৰিগ্ৰহণ

* (৭) পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা—পৃষ্ঠা ৬৩—৬৫ বাণীকান্ত কাকতি।
* (৮) ধৰ্ম আৰু দৰ্শন—অসমীয়া জাতিৰ ইতিবৃত্ত—আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী।

কৰিছিল আৰু সেই মূল কৌলদৰ্শনৰ এটা ধাৰাই বৌদ্ধ দৰ্শনৰ প্ৰবেশৰ পূৰ্বেই তিব্বত আৰু চীনলৈ গৈ তাৰ ধৰ্ম দৰ্শনৰ লগত সন্মিলিত হৈ পৰিছিল। তাৰ পিছত দ্বিতীয় আন এটা ধাৰাই বৌদ্ধ দৰ্শনৰ লগ লাগি গুহ্যসমাজৰ যোগেদি বজ্রযান আদি নাম লৈ খৃঃ ৪ৰ্থ—৭ম শতিকামানৰ ভিতৰত নেপাল, ভোট, তিব্বত আৰু চীনদেশ প্লাবিত কৰিছিল। আন এটা ধাৰাই শ্ৰীশঙ্কৰাচাৰ্য্যৰ প্ৰতিষ্ঠাপিত নিৰ্বিশেষাদ্বৈত দৰ্শনৰ লগত মিলি সমগ্ৰ ভাৰতবৰ্ষক প্লাৱিত কৰিছিল। আন এটা ধাৰা কাশ্মীৰলৈ গৈ তাত ত্ৰিক দৰ্শনৰ নামৰূপ গ্ৰহণ কৰি সেই প্ৰদেশত কৌল প্লাৱনৰ সৃষ্টি কৰিছিল।

ত্ৰিক দৰ্শনৰ অন্তৰ্গত হৈছে প্ৰত্যাভিজ্ঞা দৰ্শন, ক্ৰম দৰ্শন আৰু কৌল দৰ্শন। কাশ্মীৰত ক্ৰম দৰ্শনৰ প্ৰবৰ্তন কৰে শিৱানন্দই। শিৱানন্দইও কামৰূপত সাধনা কৰি জয়াদি দেৱীসকলৰ (যোগিনীৰ) পৰা সিদ্ধিলাভ কৰিছিল বুলি তন্ত্ৰালোকত প্ৰতিপন্ন কৰা হৈছে। কাশ্মীৰীয় অভিনৱ গুপ্ত পাদৰ গৃহীত কৌল দৰ্শনো কামৰূপৰ যোগিনীসকলৰ পৰা মচ্ছন্দ বিভূৱে (মৎসেন্দ্ৰনাথে) লাভ কৰিছিল। তেওঁৰ পৰা গুৰু-পৰম্পৰাক্ৰমে সেই জ্ঞান দাক্ষিণাত্যৰ কৌলাচাৰ্য্য সুমতিনাথে, তেওঁৰ পৰা সোমনাথে, সোমনাথৰ পৰা শম্ভুনাথে লাভ কৰিছিল। সিদ্ধ কৌলগুৰু সোমনাথৰ পৰা সেই জ্ঞান জলন্ধৰ পীঠত কাশ্মীৰৰ অভিনৱ গুপ্তপাদে গ্ৰহণ কৰিছিল। সেয়ে ভাৰতীয় শাক্ত চিন্তাধাৰাত কামৰূপৰ অনন্য সাধাৰণ মৌলিক অবদান আছিল বুলি আচাৰ্য্য শাস্ত্ৰীদেৱে ন দি কব খোজে।

বিষ্ণুপুৰাণৰ ভূমিকাত উইলচন চাহাবেও লিখিছে যে, অসম আৰু বঙ্গদেশৰ পূব অংশ অৰ্থাৎ পুৰণি কামৰূপ প্ৰদেশ তান্ত্ৰিক আৰু শাক্ত বামাচাৰৰ হয়তো উদ্ভৱস্থান আছিল। ইলিয়ট চাহাবেও মত প্ৰকাশ কৰিছে যে, শক্তি ধৰ্মৰ ধাৰা কামৰূপতে আৰম্ভ নহলেও কামৰূপ পীঠ আৰু কামাখ্যা যোনিমণ্ডল এই ধৰ্ম সম্প্ৰদায়ৰ কেন্দ্ৰস্থান আছিল। "ভাৰতৰ শক্তি সাধনা আৰু শাক্ত সাহিত্য"ত শশীভূষণ দাশগুপ্তই লিখিছে—"বৌদ্ধ তন্ত্ৰৰ প্ৰচুৰ প্ৰসাৰ ঘটিছিল মহাচীনত অৰ্থাৎ বিহাৰ, বঙ্গ, আসামৰ কিছু অঞ্চল আৰু নেপাল তিব্বত—ভূটান প্ৰভৃতি অঞ্চলত"। চীনাচাৰ বা মহাচীন শব্দই কেৱল চীনৰ আচাৰ বা চীনকেই বুজাইছিল—চীনৰ কাষৰীয়া অঞ্চলো মহাচীন শব্দইযে সামৰি লৈছিল এই কথা মানি লব লাগিব।

তান্ত্ৰিক ধৰ্মৰ উদ্ভৱ আৰু প্ৰসাৰত চীনে যে এক প্ৰধান ভূমিকা লৈছিল এই বিষয়ে বিভিন্ন গৱেষকে মত প্ৰকাশ কৰিছে। *(৯)

---

• (৯) (ক) "The basic Taoist discipline is of making the semen return. In the treatise of Tang Physician Sun SZu-mo and other Tang texts describing its technique in greater detail. Sun says that the semen activated by the Coitus reservatus is made to flow upward along the dorsal column, adding that in the abdomen this "translated semen" is visualized as a red sun and a yellow moon which are raised along the dorsal column till they have reached the ni-huan spot in the brain. There sun and moon unite, and the text gives to understand that this union Constitute the final transformation of the "translated semen", namely its changing into the Elixir of life This Taoist disciplines resemble closely a psychophysical process practised in later Indian Buddhist and Hindu sexual mysticism, generally referred to as Tantrism"—Sexual life in Anciant China—by R. H Vangulik. Page 339

(খ) "Throughout the ages, chinese speculations on sex departed from the idea that woman is the great mother, nourishing not only her offspring, but also her mate who during the sexual act feeds and strengthens his limited life force by tapping her inexhaustible supply. Finally the mother image pervades later Taoism, both in its esteric aspeet of the begining of all things and in its most tangible physical aspcct"—Sexual life in Anciant China—by R. H. Vangulik

(গ) বহুত বিদগ্ধ পণ্ডিতে বামাচাৰৰ উৎস ভাৰতৰ বাহিৰত বুলি কয়—The Tantrik tradition by Agehananda Bharati-Page60.

হিন্দু শাক্ত ধৰ্মৰ সোঁত (ভাৰতৰ দক্ষিণৰ পৰা ক্ৰমে উজাই উৰিষ্যা, মিথিলাই দি অহা "উৰ্বৰা-ধাৰা" হ'বও পাৰে) শ্যামবৰ্ণৰ নৰকে লগত লৈ আনি প্ৰাগজ্যোতিষপুৰত প্ৰতিষ্ঠা কৰা সময়ত বামাচাৰ

---

(ঘ) It is more likely that both (Hindu Tantricism and Buddhist Tantricism ) were derived from the same source There can be no doubt that Tranticism in both forms has come from the North and from that side the only possible source for the sexual aspect of Tantricism can be Taoism

The facts which are indisputable are these: first, Taoism is older than any form of Tantricism known in India, Secondly Taoism has the same kind of anatomical and physiological fantasy oriented towards erotic feeling, lastly, Taoism has a cold blooded theory of the profit to be derived from sexual intercourse by making it a part of religious and moral life

There is in the forefront the Taoist rigmarole about Yin and Yang. These are complimentary forces which stand behind the whole cosmos, Yin being the female principle and Yang the male. Their coming together is necessary in order not only to maintain cosmic order., but also to ensure immortality for an individual. Sexual intercourse is therefore made to central activity in the cult of Taoism, which certainly dats fram the Han Period ( C: 200 B. C to A. D 220)—origin of Tantric Eroticism—Hinduism – Nirod c. Choudhury Page 252, 253.

মাৰ্গৰ যে পূব ভাৰতীয় অঞ্চলত তথা ভাৰতত্তেই সম্ভৱ সূচনা হোৱা নাছিল সেই বিষয়ে বশিষ্ঠৰ আখ্যানেই যেনেকৈ ইঙ্গিত দিয়ে, তেনেকৈয়ে বশিষ্ঠই মহাচীনত শুদ্ধ চীনাচাৰ বা বামাচাৰ অনুসৰি সিদ্ধিলাভ কৰি সেই ধাৰাৰ যে পৃষ্ঠপোষকতা কৰিছিল তাৰো স্পষ্ট ইঙ্গিত বহন কৰে। নৰক আৰু বশিষ্ঠৰ প্ৰসঙ্গত গভীৰ গৱেষণাৰ থল মুকলি হৈ আছে।

কোনো কোনোৰ মতে বশিষ্ঠই চীনাচাৰ শিকি আহি ওভতাৰ পথত কামাখ্যাক দৰ্শন কৰিব খুজিছিল। কোনো কোনোৰ মতে বশিষ্ঠৰ সিদ্ধি কামাখ্যাতেই হৈছিল। কামাখ্যাত সিদ্ধি লাভ কৰা কথাটো প্ৰতিপন্ন কৰিবলৈ কিছু অসুবিধা। কামাখ্যাতে যদি বশিষ্ঠই সিদ্ধিলাভ কৰিছিল তেন্তে কামাখ্যা দৰ্শনত তেওঁ বাধা পালে কিয়? অৱশ্যে গোপনে এটা পন্থাত সিদ্ধিলাভ কৰা আৰু প্ৰকাশ্যে সেই পন্থা প্ৰতিষ্ঠা কৰা (ৰাজসম্মতিৰে) দুটা বেলেগ কথা। বশিষ্ঠই কামাখ্যা অঞ্চলত বা কামাখ্যাৰ আশে-পাশে চীনাচাৰৰ শিক্ষা লৈছিল বুলি ধৰি ল'লেও ই যে প্ৰকাশ্য হোৱা নাছিল সেই কথা ধ্ৰুৱপ। যি মহওক শক্তিপূজক নৰকে স্থানীয় পীঠৰ নিজা চৰিত্ৰ আৰু পৱিত্ৰতা ৰক্ষা কৰিবলৈকে হয়তো নতুন ধাৰাৰ বাহক বশিষ্ঠক কামাখ্যা দৰ্শনত বাধা দিছিল। এই সংঘাত অৰ্থপূৰ্ণ।

বশিষ্ঠৰ আগেৰেই প্ৰাগজ্যোতিষলৈ তান্ত্ৰিক বামাচাৰৰ সোঁত এটা আহিছিল বা এই ৰাজ্যৰ সীমান্ততে হয়তো এই পন্থাৰ উদ্ভৱ হৈছিল এনে এক ইঙ্গিত কালিকাপুৰাণ গভীৰ ভাবে অনুধাবন কৰিলেও পোৱা যায়ঃ

বৰাহৰূপী বিষ্ণুৰ পুত্ৰ নৰক। বৰাহ তান্ত্ৰিকদেৱতা বুলি পণ্ডিতসকলে সিদ্ধান্ত কৰিছে। নৰকে বসুমতীৰ গৰ্ভত স্থিতি লৈছে বসুমতীৰ ৰজঃস্বলা অৱস্থাত। ৰজঃস্বলা অৱস্থাত সঙ্গম কৰাটোত বামাচাৰী তান্ত্ৰিকসকলে গুৰুত্ব দিয়ে। কাৰণ নাৰীৰ জবাযুক্ত ৰক্তই পুষ্টৰক শ্ৰী আৰু আয়ুস দিয়ে বুলি তান্ত্ৰিকসকলে বিশ্বাস কৰে। সেয়ে কামাখ্যাৰ অম্বুবাচী গুৰুত্বপূৰ্ণ উৎসৱ। কামাখ্যাৰ ৰক্তবস্ত্ৰই শ্ৰী আৰু আয়ুস প্ৰদান কৰে বুলি ভক্তসকলে এনে বস্ত্ৰৰ অংশ অমূল্যসম্পদ ৰূপে গৃহত ৰক্ষা কৰা নিয়ম আজিও প্ৰচলিত। কামাখ্যাৰ অম্বুবাচী

উৎসৱেই কামাখ্যা তান্ত্রিক বামাচাৰৰ যে লীলাভূমি আছিল এই গুৰুত্ব-পূৰ্ণ সিদ্ধান্তৰ স্বাক্ষৰ দিব।

কালিকাপুৰাণতে দেখা গৈছে ৰজঃস্বলা সঙ্গমত দোষান্বিত, অনিষ্ট-কাৰক, কামুক, বৰাহদেহ ত্যাগ কৰিবৰ কাৰণে বৰাহ দেৱতাক মহাদেৱে বাৰে বাৰে অনুৰোধ কৰিছে:

মলিনী ৰতিসঞ্জাতং দুষ্টন্তেহনিষ্টকাৰকম্
কামুকং ত্যজ লোকেশ বাৰাহং কায়মীদৃশম্ ॥ (১০)

কাৰণ যদিহে পৃথিৱী উদ্ধাৰৰ বাবেই বৰাহ অৱতাৰ ধাৰণ কৰা হৈছিল পৃথিৱী উদ্ধাৰ কৰা হৈ গল, ব্ৰহ্মাই সৃষ্টিও আৰম্ভ কৰিলে। জলময় প্ৰদেশত কামিনী পৃথিৱীৰ কামনাও পূৰ্ণ কৰা হ'ল। পৃথিৱীয়ে গৰ্ভধাৰণো কৰিলে। উচিত কালত পুনৰ্বাৰ এই বৰাহ দেহ ধাৰণ কৰিব পাৰিব।

মহাদেৱৰ কথা শুনি বৰাহে বৰাহ দেহ নিশ্চয় ত্যাগ কৰিব বুলি উত্তৰ দিলে আৰু প্ৰয়োজন হ'লে আশ্চৰ্য্য বৰাহ দেহ ধাৰণ কৰিব বুলি কথা দি সেইস্থানতে অন্তৰ্হিত হ'ল। (১১) কিন্তু বৰাহদেৱ সেই স্থানৰ পৰা গৈ লোকালোক পৰ্বতত বৰাহৰূপিণী মনোৰমা পৃথিৱীৰ লগত ৰমণ-কাৰ্য্যত প্ৰবৃত্ত হ'ল। পৰম কামুক বৰাহৰূপী লোকেশ (১২) পৰ্বতোত্তমত পৃথিৱীৰ লগত বহুকাল বিলাস কৰিও তৃপ্ত নহ'ল। বৰাহৰ পুত্ৰসকলেও সুমেৰু পৰ্বতত, গহ্বৰৰ মাজত, সৰোবৰত ক্ৰীড়াত প্ৰবৃত্ত হল। ......জগতকৰ্ত্তা বৰাহদেৱে পুত্ৰসকলৰ দ্বাৰা জগতৰ অমঙ্গল হৈছে বুলি জানিও বাৎসল্য স্নেহত কাকো বাৰণ নকৰিলে।

সুতৈৰ্ভাৰ্য্যয়া যজ্ঞপোত্ৰী
ক্ৰীড়ংস্তুষ্টিং নাপ কাঞ্চিৎ কদাচিৎ
নিত্যনিত্যংবৰ্দ্ধতে তস্য কাম:
কায়ং ত্যক্তুং নৈচ্ছদেষ প্ৰদিষ্ট: ॥ (১৩)

যজ্ঞবৰাহে এনেকৈ ভাৰ্য্যা পুত্ৰক লগত লৈ ইচ্ছামতে ক্ৰীড়া কৰিবলৈ ধৰিলে, প্ৰতিদিনেই কাম বৃদ্ধি পাবলৈ ধৰিলে, কাম ত্যাগ কৰিবৰ ইচ্ছা নকৰা হ'ল।

(১০) কালিকাপুৰাণ—উনত্ৰিংশ অধ্যায়—১৭-১৮ শ্লোক
(১১) ,, ,, ,, ২৪-২৬ শ্লোক
(১২) ,, ,, ,, ২৭-২৯ শ্লোক
(১৩) ,, ,, ,, ৪৩-৪৪ শ্লোক

এই বৰাহ দেৱতাৰ স্বেচ্ছাচাৰিতাত দেৱতাসকল ভীত আৰু বিহ্বল হৈ বিষ্ণুৰ শৰণাপন্ন হ'ল। বিষ্ণুৱে প্ৰাৰ্থনাত সন্তুষ্ট হৈ কলে যে, মহাদেৱৰ যত্নতহে বৰাহদেহ ত্যাগ হব। মহাদেৱে যজ্ঞ বৰাহক বিনাশ কৰক। সেইমতেই শৰভ শৰীৰ ধাৰণ কৰি মহাদেৱে সকলো দেৱতা আৰু ব্ৰহ্মাৰ সহযোগত বৰাহৰ বিপক্ষে প্ৰচণ্ড সংগ্ৰামত অৱতীৰ্ণ হ'ল। বিভিন্ন কৌশলৰ ঘোৰতৰ সংগ্ৰামতো মায়াৰ বলেৰে নানাৰূপ ধৰি যুদ্ধ কৰা বৰাহগণ পৰাজিত নোহোৱাত বিষ্ণু নিজে সেই স্থানলৈ আহিল। মন কৰিবলগীয়া যে, নৃসিংহও বৰাহৰ পক্ষত আছিল। নৃসিংহও তান্ত্ৰিক দেৱতা। শেষত বৰাহে পৃথিৱীৰ গৰ্ভত থকা স্বপুত্ৰক বশ্যাগে ৰক্ষা কৰিবলৈ শিৱক অনুৰোধ কৰি তেওঁ হৰিৰ অঙ্গত মিলি গল। বৰাহ পুত্ৰগণক পৰাজিত কৰিবলৈও তুমুল সংগ্ৰাম শিৱ আৰু ব্ৰহ্মাই কৰিব লগা হৈছে। তান্ত্ৰিক বামাচাৰ প্ৰথম অৱস্থাত নিৰ্মূল কৰিবলৈ বৈষ্ণৱ মাৰ্গ এনেকৈয়ে সন্মিলিত হৈছিল।

ইয়াৰ পিছত কালিকাপুৰাণৰ ঊনচল্লিশ অধ্যায়ত নৰকৰ চৰিত্ৰ প্ৰসঙ্গত কোৱা হৈছে যে শোণিতপুৰৰ শিৱভক্ত বাণৰ লগত নৰকৰ পৰম মিত্ৰতা স্থাপন হৈছে। কামাখ্যা দৰ্শনাৰ্থে অহা বশিষ্ঠ মুনিক নৰকে কামাখ্যা দৰ্শন কৰিবলৈ নিদিয়াত বশিষ্ঠই নৰকক যি ভৰ্ৎসনা কৰিছে সিও ইঙ্গিতবহ। "মহাতেজস্বী বৰাহৰ পুত্ৰ হৈ কুল প্ৰথামতে কাৰ্য্য কৰিছানে?" (১৪)। বশিষ্ঠৰ অভিশাপত কামাখ্যা অন্তৰ্হিত হোৱাত ম্ৰিয়মান হৈ নৰকে তেওঁৰ মিত্ৰ বাণৰ আগত সকলো কোৱাত বাণে যি যি কথা স্মৰণ কৰাই নৰকক বুদ্ধি দিছে সিও তাৎপৰ্য্যপূৰ্ণ। বাণে কৈছে, "তুমি ভাবিছা বিষ্ণু তোমাৰ পিতা। কিন্তু নহয়। বৰাহহে তোমাৰ পিতৃ। বৰাহ হৰিৰ অংশ বুলি তুমি যি শুনিছা এই কথা কোনে ক'ত কৈছে বাৰাহচান?' বাণে দৃষ্টি দান কৰাত নৰকে "বিষ্ণু মোৰ আৰাধ্য নহয়" বুলি আৰু তেওঁৰ ৰাজ্যত গুপ্তভাবে থকা শিৱও আৰাধ্য নহয় বুলি ব্ৰহ্মাৰ উপাসনা কৰিবলৈ মনস্থ কৰিছে। ব্ৰহ্মাৰ উপাসনা শৈৱ উপাসনাও নহয়, বৈষ্ণৱ উপাসনাও নহয়। ব্ৰহ্মাৰ জন্ম (নাভিকমলত), কমলৰ লগত থকা ব্ৰহ্মাৰ সম্বন্ধ, হংস বাহন, সৰস্বতীৰ লগত থকা সম্পৰ্ক ইত্যাদিবোৰে ব্ৰহ্মাৰ উপাসনা তান্ত্ৰিক উপাসনাৰ পৰ্য্যায়ৰ বুলিয়েই ইঙ্গিত দিয়ে। মন কৰিবলগীয়া যে বশিষ্ঠক ক্ৰুদ্ধ

(১৪) কালিকাপুৰাণ—ঊনচল্লিশ অধ্যায়=১২—১৪ শ্লোক।

টীমাচাৰৰতা বুদ্ধেশ্বৰী দেৱীৰ উপাসনা কৰিবলৈ ব্ৰহ্মায়ে উপদেশ দিছিল। ব্ৰহ্মাৰ ক্ষেত্ৰতো গভীৰ গৱেষণাৰ থল থাকি গৈ আছে।

সি যি নহওক, নৰকক পিতৃস্থানৰ পৰা আঁতৰাই কৃষি কৰ্মত ৰত (আৰু সেই ক্ষেত্ৰেদি উৰ্বৰা দেৱীৰ লগতো সংযুক্ত) জনকৰ ঘৰত প্ৰতি-পালন কৰোৱা কথাটোৱে নৰকক তান্ত্ৰিক বামাচাৰৰ পৰা আঁতৰাই ৰাখি বিষ্ণু পুত্ৰ বুলি বিষ্ণু তথা বৈষ্ণৱী শক্তিৰ প্ৰভাৱলৈ নিয়া কথা এটাৰো ইঙ্গিত দিব পাৰে। নৰকৰ গৰ্ভভাৰ দীৰ্ঘদিন জুৰি বসুমতীয়ে বহন কৰিব লগা হৈছিল। কাৰণ দেৱতাসকলে প্ৰসৱ হোৱাতো বাধা দিছিল। বসু-মতীয়ে আত্মগোপন কৰি জনকৰ যজ্ঞভূমিত সদ্যজাত পুত্ৰ এৰি আহিবলগা হৈছিল। এই দিশবোৰ যথেষ্ট তাৎপৰ্য্যপূৰ্ণ। তান্ত্ৰিক বামাচাৰে যে আৰম্ভনিতে শক্তিশালী প্ৰতিপক্ষৰ লগত (স্থানীয়, প্ৰতিষ্ঠিত শৈৱ আৰু বৈষ্ণৱ মাৰ্গ) ঘোৰতৰ সংগ্ৰামত লিপ্ত হব লগা হৈছিল, পৰাস্ত হৈ আত্মগোপন কৰিছিল আৰু পিছলৈ প্ৰকাশ হোৱাৰ আশা ৰাখিছিল কালিকাপুৰাণে তাৰ ইঙ্গিত বহন কৰিছে।

নৰক প্ৰসঙ্গত আহি পৰা আৰু দুটা কথা কিম্বদন্তী হলেও ইঙ্গিতবহ বুলি মনে ধৰে। অসমত প্ৰচলিত কিম্বদন্তীমতে নৰকে কামাখ্যাক বিবাহৰ প্ৰস্তাৱ দিয়ে আৰু দেৱীয়ে নৰকক ছলনা কৰে। দ্বিতীয়তে শাক্ত নৰক শিৱভক্ত হৈ পৰে আৰু নানা ব্যভিচাৰত লিপ্ত হৈ যোল হাজাৰ নাৰী হৰণ কৰি আনি গোপন কক্ষত ৰাখে। এই দুটা কথাই ইযাৰে ইঙ্গিত নিদিয়েনে যে নৰকৰে ৰাজত্বৰে শেষৰ ফালে তান্ত্ৰিক বামাচাৰ পন্থাই প্ৰবল প্ৰভাৱ বিস্তাৰ কৰে? নাৰীসঙ্গ যিমান বেছি উপভোগ কৰিব পাৰি সিমান বেছি ৰহস্যময় শক্তি, আয়ুস আৰু শ্ৰী পুৰুষে লাভ কৰিব পাৰে বুলি তান্ত্ৰিক বামাচাৰী-সকলৰ বিশ্বাস দৃঢ়। নৰকে কামাখ্যাক বিয়া কৰাব খোজা কথাটোৱেও আদিম মাতৃ যোনিপীঠ কামাখ্যা তান্ত্ৰিক পীঠলৈ ৰূপান্তৰিত হোৱাৰ বলিষ্ঠ ইঙ্গিতেই প্ৰদান কৰে। নৰকৰ সময়তে বশিষ্ঠৰ শাপৰ দ্বাৰা উগ্ৰতাৰাও বামা হল:

তে গণা ম্লেচ্ছতাং যাতাঃ কামৰূপে সুৰালয়ে
বামা ভূত্বগ্ৰতাপৰি শম্ভুৰ্মেচ্ছৰতোঽভবৎ।* (১৫)

---

(১৫) কালিকাপুৰাণ—একাশীতিতম অধ্যায়।

এই ৰাজ্যত বামাচাৰৰ আৰম্ভ হল অৰ্থাৎ বশিষ্ঠৰ দ্বাৰাই বামাচাৰ পন্থা প্ৰকাশ্য হৈ উঠিল।

আগতে উল্লেখ কৰা মতে কিছু পণ্ডিতে ভাবে যে, প্ৰাচীন কামৰূপেই তান্ত্ৰিক আৰু শাক্ত বামাচাৰৰ উদ্ভৱ স্থান আছিল। যদি সেয়ে হয় তেন্তে মহাচীনৰ সীমা কামৰূপলৈকে আছিল, মহাচীনত সিদ্ধি লাভ কৰি বশিষ্ঠই সেই পন্থাৰ প্ৰধান পৃষ্ঠপোষকতা কামৰূপত কৰিছিল।

"বহুতে ভাবে মহাচীন আৰু ভোট একে ঠাইৰে নাম। হয়তো তিব্বত, নেপাল আদি ঠাইয়েই তথা মঙ্গোলীয়সকল থকা ঠাইৰ নামেই মহাচীন।" (১৬)

ভৌম নৰকৰ সময় যদি খৃঃ পূঃ দুহাজাৰ বুলি ঠাৱৰ কৰা হয় তেনেহলে বামমাৰ্গী ধৰ্ম প্ৰাগজ্যোতিষত প্ৰৱৰ্তন কৰোঁতা বশিষ্ঠৰ সময়ো একেই হব।

কামদেৱ ভস্মৰ আখ্যানেৰে আৰম্ভ হৈ, কামে পুনৰ ৰূপ পোৱাৰ কাহিনীক অৰ্থপূৰ্ণভাৱে ধৰি তাকেই যদি শৈৱ-শাক্তৰ মিলনৰ সময় আৰু বামাচাৰী মাৰ্গৰ প্ৰভাৱৰ সময় বুলি ধৰা হয় আৰু 'কামৰূপ' নামৰ আৰম্ভণি বুলি ভবা হয় তেনেহলে সেই সময়ৰ বিষয়ে সাহিত্য আৰু শিলালিপিয়ে কি কয়?

বিচাৰ কৰি চালে দেখা যায় যে, সীতাৰ অন্বেষণ প্ৰসঙ্গত ৰামায়ণত প্ৰাগজ্যোতিষৰ বিশাল গুহা আৰু মনোৰম সমভূমিৰ উল্লেখ কৰা হৈছে আৰু মহাভাৰতত তেনেকৈ ৰাজসূয় যজ্ঞৰ ঘোঁৰা মেলি দি কৰা অৰ্জুনৰ দিগ্বিজয়, কুৰুক্ষেত্ৰৰ যুদ্ধ আৰু পাণ্ডৱৰ অশ্বমেধ যজ্ঞৰ প্ৰসঙ্গত প্ৰাগজ্যোতিষৰ বিশদ বৰ্ণনা দিয়া হৈছে। সেই দুখন মহাকাব্যত কামৰূপৰ উল্লেখ নাই। কামৰূপ নামৰ উল্লেখ প্ৰথম কালিদাসৰ ৰঘুবংশতহে পোৱা গৈছে। (কামৰূপেশ্বৰৰ হাতত পৰি অঙ্গে হাতীৰ পৰা নামিছে।) ইয়াৰ পিছত সমুদ্ৰগুপ্তৰ এলাহাবাদ শিলালিপিত (চতুৰ্থ শতিকাৰ) কামৰূপৰ নাম উল্লেখ কৰা হৈছে। সপ্তম শতিকাত হিউৱেনচাং ভাৰতলৈ আহোঁতে কামৰূপলৈ আহিছে আৰু কামৰূপৰ বিষয়ে টোকা লিখি থৈ গৈছে। কামৰূপৰ অধিপতি

---

*(১৬) The Tantric Tradition—Agehananda Bharati: Page—60

ভাস্কৰবৰ্মাই হৰ্ষবৰ্দ্ধনৰ সাম্ৰাজ্যত সম্মানিত স্থান লাভ কৰিছে। চৰ্য্যাপদ-সমূহতো কামৰূপৰ নাম আছে আৰু ইয়াৰ কেইবাটি গীতৰো কেইবা-জনো ৰচক কামৰূপৰ।

কামৰূপৰ নাম কামদেৱ ভস্মৰ পৰা হল বুলি কালিকাপুৰাণত যি উল্লেখ হৈছে সেয়া অলৌকিক যেন লাগিলেও ইঙ্গিতপূৰ্ণ যেন অনুভৱ হয়। বৌদ্ধতান্ত্ৰিক বামাচাৰী মাৰ্গৰ প্ৰতিপত্তি অষ্টম শতিকামানৰ পৰা দ্বাদশ শতিকালৈ বাঢ়িছিল যদিও ইয়াৰ আৰম্ভণি খৃষ্টজন্মৰ আগৰ। বশিষ্ঠৰ সময়ৰে পৰা ধৰিলেও একেই হয়। কামৰূপ নাম প্ৰকাশ্য হোৱা আৰু সৰ্বসাধাৰণে গ্ৰহণ কৰাত হয়তো সময় লাগিছিল। হয়তো প্ৰথমে কামাখ্যা থকা পুৰক কামৰূপ বুলিছিল, পিছলৈ ৰাজ্যখনৰ নামেই কামৰূপ হল। চতুৰ্থ শতিকাৰ কিছু আগৰে পৰা প্ৰাগজ্যোতিষৰ ঠাইত কামৰূপ নাম ক্ৰমান্বয়ে প্ৰখ্যাত হৈছিল, বামাচাৰী তান্ত্ৰিকতাৰ লগত স্থানীয় কৈৱাতজ ধৰ্ম অথবা শৈৱ ধৰ্ম, শৈৱ-শাক্ত ধৰ্ম আৰু হিন্দু শাক্ত ধৰ্মৰ লগত চলি থকা সংঘৰ্ষ কমি আহিছিল আৰু সপ্তম শতিকামানৰ পৰাই কামৰূপ নামে বিশেষ প্ৰসিদ্ধি লাভ কৰিছিল।

এতিয়াও সম্পূৰ্ণ পোহৰলৈ নহা অসমৰ ডবকা ৰাজ্য আৰু কামাখ্যাৰ আশে-পাশে থকা "মদন-কামদেৱ" আদি অঞ্চলৰ সম্পূৰ্ণ অধ্যয়ন হলে অসমৰ প্ৰাচীন ধৰ্মীয় ইতিহাসৰ বহুতো গুৰুত্বপূৰ্ণ তথ্য পোহৰলৈ আহিব আৰু কামৰূপ নামৰ সাৰ্থকতা প্ৰমাণিত হব।

আমাৰ মতে কামৰূপ নামটো অতি অৰ্থব্যঞ্জক তান্ত্ৰিক নাম। বজ্ৰযোগী, সংসাৰ সৃষ্টিৰ প্ৰতি পৰাঙমুখ মহাভৈৰৱ শিৱই সৃষ্টিমুখী কামক আজ্ঞা চক্ৰৰ অগ্নিৰে ভস্মীভূত কৰিছে। পুনৰ ৰতিৰ (সঙ্গমৰ) প্ৰাৰ্থনাত বা ইচ্ছাত কামক নতুনকৈ (কেৱল সঙ্গম অৰ্থত) জন্ম দিছে। এই কামদেৱ desire personified. বুঢ়ী গোসানী প্ৰসূতী যোনি দেৱীও তেতিয়াই অপ্ৰসূতী কাম আখ্যা কামাখ্যা নামলৈ ৰূপান্তৰিত হৈছে। তেওঁ "ললিতাকান্তা" ৰূপত পূজিতা হৈছে। শক্তিদেৱী কামৰূপিনী, আনন্দদায়িনী হৈছে। শাক্ততান্ত্ৰিক বৌদ্ধতান্ত্ৰিকসকলৰ দ্বাৰাই কামৰূপত কেবাখনো কামাখ্যা থান প্ৰতিষ্ঠাপিতো হৈছে।

কামৰূপৰ নৃপতিসকলৰ ভিতৰত বনমাল আৰু ইন্দ্ৰপালৰ ভূমিদান ফলিত কামেশ্বৰ মহাগৌৰী আৰু মহাগৌৰী কামেশ্বৰৰ মন্দিৰৰ উল্লেখ

আছে। পাৰ্বতী, গঙ্গা, গিৰিজা আদি দেৱীৰ উল্লেখ পোৱা গৈছে তেজপুৰ, ভূবি, খনামুখী আদি ভূমিদান ফলিত। অহিক জয়ন্তীয়া-সকলে কপিলী নৈক দেৱীজ্ঞান কৰি তাত নৰবলি দিয়া প্ৰথাৰ বিষয়ে গৰ্ডন চাহাবে উল্লেখ কৰিছে। তিব্বতবৰ্মী ডিমাছা-কছাৰী সকলেও যমুনা নদীক দেৱীৰূপে ভক্তি কৰি তিজেন প্ৰান্ত (যমুনা-কপিলীৰ সঙ্গমস্থলত) নৰবলি আগবঢ়াইছিল। "ওঠৰটা চাকি দুৱাই তেজেৰা অঞ্চলৰ ডিমাছা লোকসকলে কপিলীত আই পূজাও কৰি আছিছে।"(১৭)

ড° বাণীকান্ত কাকতিৰ দৰে বিজ্ঞ পণ্ডিতে কালিকাপুৰাণৰ ভেটিত বিচাৰ কৰি অসমৰ দেৱী ধাৰাক চাৰিটা ৰূপত ভাগ কৰিছে: মাতৃদেৱী কামাখ্যা, পত্নীৰূপী পাৰ্বতী, কুমাৰী ত্ৰিপুৰাসুন্দৰী, আৰু সংহাৰ ৰূপিনী কেঁচাইখাতী। তাকেই আমি উৰ্বৰা ধাৰাৰ আইগোসানী তথা যোনি মাতৃ, পত্নীৰূপী উমা বা পাৰ্বতী, কুমাৰী ত্ৰিপুৰাসুন্দৰী আৰু ৰক্ষাকাৰিণী তথা শত্ৰু-ৰোগ-ভয় সংহাৰকাৰিণী কেঁচাইখাতী ৰূপৰ একোটা বিভাগত স্থাপন কৰিব পাৰো।

মন কৰিলেই দেখা যাব যে নৰকাসুৰৰ দ্বাৰা অসমত সোমোৱা শাক্ত-ধাৰাৰ লগত ক্ৰমান্বয়ে স্থানীয় দেৱীৰ সমন্বয় ঘটিল আৰু ব্ৰাহ্মণ্য ধৰ্মৰ দ্বাৰা একদেৱীৰ লগত স্থানীয় দেৱীক একাত্ম কৰাৰ কৌশল আৰম্ভ হল। বুৰঞ্জীবিদ কনকলাল বৰুৱাৰ মতে কামৰূপৰ ৰজাই সম্ভৱতঃ ব্ৰহ্মপালৰ পিছৰ পৰাই তান্ত্ৰিকধৰ্ম ৰাজধৰ্ম মতে গ্ৰহণ কৰে। সেই সময়ৰে পৰাই ৰজাঘৰীয়া পৃষ্ঠপোষকতাত কামাখ্যা তান্ত্ৰিক বলি-বিধান আৰু যাদু-বিদ্যাৰ কেন্দ্ৰ হৈ পৰিল। কামাখ্যাধামত মনসা পূজা, দুৰ্গা পূজা, কালী পূজা, জগদ্ধাত্ৰী পূজাও বাৰ্ষিক উৎসৱ ৰূপে ক্ৰমান্বয়ে সংযুক্ত হল।

অসমত শক্তি উপাসনাৰ ধাৰা প্ৰৱাহিত কৰাত চুটিয়াসকলৰো অৰিহণা আছে। চুটিয়াসকলে প্ৰধানকৈ কেঁচাইখাতী গোসানীৰ (শদিয়াৰ) উপাসনা কৰিছিল। এই দেৱীৰ আগত নৰবলি দিয়া প্ৰথাও চলি আছিল।

চুটিয়াসকলৰ নিজা লিখিত ভাষা থকা সত্ত্বেও তেওঁবিলাকে বুৰঞ্জী লিপিবদ্ধ কৰা নাছিল। আহোমসকলৰ বুৰঞ্জীৰ পৰাহে জানিব পাৰি যে আহোমসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত আহোম ৰাজ্য স্থাপন

(১৭) কপিলীপাৰ, কছাৰীপাৰ—ড° নৰেশ কলিতা। পৃষ্ঠা ১২

কথা সময়ত ভেওঁবিলাকৰ পূবে আছিল চুটিয়া ৰাজ্য। ব্ৰহ্মপুত্ৰৰ উত্তৰে সোৱণশিৰি আৰু দক্ষিণে দিচাং নৈৰ পূবে থকা প্ৰায় সমস্ত অঞ্চল এই ৰাজ্যৰ ভিতৰৰা আছিল। শদিয়া আছিল চুটিয়া ৰাজ্যৰ ৰাজধানী। শদিয়া অঞ্চলত আৱিষ্কৃত হোৱা প্ৰাচীন ভগ্নাৱশেষবোৰে চুটিয়া ৰাজ্যখন সমৃদ্ধিশালী, উন্নত আছিল বুলি পৰিচয় দাঙি ধৰে। ১৫২৩ খৃঃত স্বৰ্গদেৱ চুহুংমুঙে চুটিয়া ৰাজ্য জয় কৰি আহোমৰাজ্যৰ অন্তৰ্গত কৰে আৰু চুটিয়াসকলক বিভিন্ন স্থানত স্থাপন কৰি ভেওঁবিলাকৰ শক্তি আৰু একতা ভাঙি পেলায়।

চুটিয়াসকলৰ বিষয়ে যি জনশ্ৰুতি পোৱা যায় তাৰ পৰা জনা যায় যে ভীৰ্মোক বংশী বীৰ পালেই দ্বাদশ শতিকাত চুটিয়াসকলৰ প্ৰধান ৰজা। আহোমসকলে চুটিয়াসকলক টাই ভাষাৰ বুৰঞ্জীত “চিউৰা” জাতি বুলিছে। প্ৰকাশিত বুৰঞ্জী, ৰিপৰ্ট, প্ৰবন্ধ, ডিষ্ট্ৰিক্ট গেজেটিয়াৰ আদিত পোৱা যায় যে, কৰ্ণেল এল, ডব্লিউ চেম্পীয়েৰ মিঃ এন্দেল আৰু শিৱসাগৰ জিলা গেজেটিয়াৰ মতে চুটিয়াসকল বড়ো জনগোষ্ঠীৰ অন্তৰ্ভুক্ত। সুকীয়া সংস্কৃতিৰ অধিকাৰী এই বৃহৎ বড়ো সোঁতটোক মিঃ এন্দেল চাহাবে “ইন্দো-চাইনীজ’ বুলিছে আৰু ভেওঁবিলাক ইয়াংচিকিয়াং আৰু হোৱাংহো নদীৰ মাজৰ অঞ্চলৰ পৰা আহিছিল বুলি সিদ্ধান্ত কৰিছে। কালক্ৰমত ভেওঁবিলাকে ব্ৰহ্মপুত্ৰৰ উত্তৰ পূব অঞ্চলত বসতি কৰেহি আৰু পিছত সেই ঠাইৰ পৰা ভৈয়ামৰ শদিয়া অঞ্চললৈ নামি আহে। চুটিয়াসকলৰ আদি বাসস্থান বুলি যি সোণাগিৰি, ৰাঙলগিৰি, নীলগিৰি, চন্দ্ৰগিৰি বা চন্দনগিৰি আদি পৰ্বতৰ নাম পোৱা যায় সেই পৰ্বতবিলাক সোৱণশিৰি নৈৰ আগলিত থকা বুলি অনুমান কৰা হৈছে।

দেওধাই অসম বুৰঞ্জীত চুটিয়াৰ আৰাধিতা দেৱীৰূপে মহাকালিকাৰ কাহিনী ব্যক্ত হৈছে—

“পূৰ্বে চুটিয়া ৰবাই ম’হ ৰখোতে একদিনা দেৱীয়ে কিৰাতনী ৰূপে বনৰ মাজত দেখা দিলে। গৰখীয়াক বোলে, “মোক তোৰ গুকুলা মহটি দে। তোক মই এক শক্তি দিম। তাৰ প্ৰভাৱে ৰজা হবি।” সি সোলে “মই দিব নোৱাৰোঁ।” দেৱীয়ে বোলে, “সাক্ষাতে নোৱাৰ, মনেৰে দে।” পাচে মনেৰে দিলে। হাস্য কৰি দেৱীয়ে বোলে “মই মহাকালিকা, কালি প্ৰভাতে তোৰ ঘৰলৈ যি পোহাৰী আহে, যি মাছ দিয়ে, সেই মাছ চকত দি ঢাকন দি

খৰি। পৰগুলৈ চাবি। সেই শক্তিয়েৰে বাজ খাবি। অন্যক নিদিবি। গুপ্ত বলি-বিধান দি পূজা কৰি থাকিবি। যি কালত লোকক দিবি সেইবেলা মই তোক এৰিম।" এই বুলি দেৱী অন্তৰ্ধান হল।

পিছে বিস্ময় মানি ঘৰলৈ আহি আনাক দিনা প্ৰভাতে পোহাৰীৰ মাছ পাই ঢাকন দি থলে। পিছদিনা চকৰ ঢাকন গুচাই চালে— সোণৰ বিড়ালী চুটি পালে, দণ্ড খাটো পালে। জ্যেষ্ঠ হিদ্মুৱানৰ, খুন্তৰানৰ ৰজা হল। শদিয়াত সিটো ৰজা অবাকৰূপে থাকে। ৰজাই নমতা দেখি পাত্ৰমন্ত্ৰীসকলে কাজল কুমুদ (নীলা ভেটফুল) ৰজাক ভেটিলে। উপনয়ন দ্ৰব্য ভেটিলে। ৰজাই ফুল দেখি বোলে—কাজল ফুলটো (অৰ্থাৎ নীলা ফুলটো)। তাৰে পৰা মাত ওলাল। আৰে নাম খুন্থ (?) ৰাজা। তেওঁৰে জীয়েক সাধনী। সাধনীৰ বিয়া সাধাৰণ মানুহৰ লগত হল। তেওঁ কৌশলেৰে সোণৰ মেকুৰী নিলে। তেতিয়াৰে পৰা খুন্থ ৰাজা স্বৰ্গদেৱৰ লোকে মাৰিলে। খুন্তৰ শাপ লাগিলে।" এই খুন্তু কি শ্বিণ্ট (Shinto) দেৱতা? সুদুৰ প্ৰাচ্যৰ "শ্বিণ্ট" দেৱতাৰ লগত কিবা সম্বন্ধ ওলাব পাৰেনেকি এই বিষয়ে গৱেষণাৰ থল আছে। মহাকালিকাই কিৰাতনী ৰূপ ধৰা, মহ বলি খোজা, ঢাকোন দি থোৱা মাছৰ ঠাইত সোণৰ বিড়ালীমুখীয়া দুগা দেৱতা পোৱা, কাজল কুমুদ দিলত মাত ওলোৱা ইত্যাদি কথাবোৰ যাদু সংশ্লিষ্ট হৈ আছে। এইবোৰবো যথেষ্ট গৱেষণা হোৱা উচিত।

অসমত শক্তিধৰ্মৰ সোঁত প্ৰবাহিত কৰাৰ ক্ষেত্ৰত ভূঞাসকলৰ অবদানো নিসন্দেহে উল্লেখযোগ্য।

শাক্তমত অনুগামী ভূঞাসকল আহিছিল অসমৰ বাহিৰৰ পৰা। তেওঁবিলাক কেতিয়া অসমলৈ (তেতিয়াৰ কামৰূপ) আহিছিল এই বিষয়ে সঠিক বুৰঞ্জী পোৱা নাযায়। আহোমসকল কামৰূপলৈ আহোঁতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাৰ একখণ্ডত মৰাণ আৰু বৰাহী ৰজাই, তেওঁবিলাকৰ ৰাজ্যৰ উত্তৰ-পুব পৰ্বতলৈকে আৰু শদিয়াৰ চাৰিওফালে চুটিয়া ৰজাই, চুটিয়াসকলৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ উত্তৰে কমতাপুৰ ৰাজ্যৰ মাজত দক্ষিণপাৰৰে ভূঞা-বিলাকে ৰাজত্ব কৰিছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰেও বৰনদীৰ পূবে ভূঞা-সকলে ৰাজত্ব কৰিছিল বুলি উল্লেখ আছে। অন্য উল্লেখমতে আহোম-সকলে ৰাজ্য লোৱাৰ আগতেই তেৰৰ পৰা ষোল শতিকাৰ ভিতৰত

ভূএগ্ৰাসকলে উত্তৰ পাৰত ৰাজত্ব কৰিছিল আৰু সেই সময়তে শাক্ত ধৰ্মৰ প্ৰবল সোঁত উত্তৰ লক্ষীমপুৰ, দৰং আদি ঠাইত প্ৰৱাহিত হৈছিল।

ভূএগ্ৰাসকলৰ ছুটা ভাগৰ এভাগে লক্ষীমপুৰৰ, আনভাগে নামনিৰ কমতাপুৰত মাটিগিৰী হৈ আছিল। প্ৰতি ভূঞাৰে সৰু সৰু একোখণ্ড ৰাজ্যও আছিল। বুৰঞ্জীবিদ্ গেইটৰ মতে "কেন্দ্ৰীয শাসন যেতিয়া পৰাক্ৰমী, বলবান আছিল তেতিয়া ভূএগ্ৰাসকল আছিল খণ্ডবোৰৰ অধিকাৰী। যেতিয়া কেন্দ্ৰীয় শাসন দুৰ্বল হৈ পৰিছিল তেতিয়া ভূএগ্ৰাসকল হৈ পৰিছিল শাসক।" *(১৮)

"ভূএগ্ৰা শব্দৰ লগত জাতৰ একো সম্পৰ্ক নাছিল। ভূএগ্ৰা শব্দৰ অৰ্থ আছিল মাটিৰ গৰাকী। শ্ৰীশ্ৰীশঙ্কৰদেৱেও নিজেই ভূএগ্ৰাৰ সমাৰ্থক কৰি ভৌমিক শব্দৰ ব্যৱহাৰ কৰিছিল।" * (১৯)

"আদিচৰিত" নামৰ গ্ৰন্থখনিৰ বহুতো কথাই ঐতিহাসিক সত্য ৰূপে নিৰ্ভৰযোগ্য নহয় যদিও সেই গ্ৰন্থখনিত ভূএগ্ৰাসকলৰ উৎপত্তি আৰু ধৰ্মমত সম্পৰ্কে কিছু আভাস আছে। "আদি চৰিত" মতে আৰিমত্ত ৰজাৰ মৃত্যুৰ পিছত তেওঁৰ মন্ত্ৰী সুমন্ত্ৰই ৰাজত্ব কৰে। সুমন্ত্ৰৰ পিছত তেওঁৰ পুত্ৰ মনোহৰে ৰাজত্ব কৰে। মনোহৰৰ একমাত্ৰ জীয়েক লক্ষীক সূৰ্য্যদেৱতাই বিয়া কৰাইছিল। তেওঁবিলাকৰ পৰা শান্তনু আৰু সুমন্ত নামে দুই পুত্ৰ হল। শান্তনুৰ বংশ বৰ বাৰ ভূএগ্ৰা বুলি আৰু সুমন্তৰ বংশ সৰু বাৰ ভূএগ্ৰাৰ বংশ বুলি জনাজাত হল। বৰ বাৰভূএগ্ৰাসকল শাক্তৰূপত লক্ষীমপুৰত থাকিল কিন্তু সৰু বাৰ ভূএগ্ৰাসকল বৈষ্ণৱ হৈ নগাঁৱৰ ৰামপুৰলৈ উঠি গল। সূৰ্য্য দেৱতাই লক্ষীদেৱীক "ধাতু তাম্ৰাক্ষৰী" শাস্ত্ৰ এখনি (তামৰ ফলিত সকলো বীজ মন্ত্ৰ থকা) দিছিল।

"আদি চৰিত"ত ধাতু তাম্ৰাক্ষৰী শাস্ত্ৰখনি সূৰ্য্যদেৱে নিজহাতে নিৰ্মাণ কৰা বাঞ্ছাসিদ্ধি কল্পতৰু শাস্ত্ৰৰূপে উল্লেখিত হৈছে— সেই শাস্ত্ৰত সকলো দেৱ-দেৱতাৰ বীজমন্ত্ৰ বিশেষকৈ চণ্ডীমন্ত্ৰ, দশভুজা দুৰ্গা মন্ত্ৰ তামৰ পাতত লিখাৰ উল্লেখ পোৱা গৈছে :

(১৮) Early history of Kamrupa—Rai Bahadur K. L Barua—Page184

(১৯) Early history of Kamrupa—Rai Bahadur K. L. Barua—Page 184

ধাতু তাম্ৰাক্ষৰ লিখিলা শাস্ত্ৰখন
নিজহাতে সূৰ্য্যদেৱে কৰিলা নিৰ্মাণ
অতি বিচক্ষণ শাস্ত্ৰ ধাতু তাম্ৰাক্ষৰ
কল্পতৰু নামে শাস্ত্ৰ পৰম সুন্দৰ
ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ দশ দিগপালগণ
সমস্তৰে বীৰ্য্যমন্ত্ৰ মিলিলা তেখন
লক্ষ্মী-সৰস্বতী জগদ্ধাত্ৰী দশভূজা
ভিন্নে ভিন্নে লিখিলন্ত সমস্তৰে পূজা ॥

. ... . . ....

হেন কল্পতৰু নামে শাস্ত্ৰক লিখিল
বিজয়ৰো বীৰ্য্য চণ্ডী মন্ত্ৰ সমে দিল ॥

সূৰ্য্যদেৱে এই শাস্ত্ৰ নিৰ্মাণ কৰি লক্ষীদেৱীৰ হাতত দি কলে :

বিষ্ণু আদি মন্ত্ৰ এহি শাস্ত্ৰত আছয়
যেহি যিবা বাঞ্ছা কৰে সবে সিদ্ধি হয়
জম্বুদ্বীপ পৃথিৱী জিনিব পাৰে বলে
ৰজা হৈব পাৰে এই ধৰণী মণ্ডলে ॥
দেৱগণ আসি যদি দ্বন্দ্বক কৰয়
দেৱকো জিনিব পাৰে নাহিকে সংশয় ॥
অগ্নি মধ্যে বসি হোম কৰিবে পাৰয়
কোনো-কালে শত্ৰু সঙ্গে নাহি পৰাজয় ॥

. .

এহি তাম্ৰাক্ষৰী শাস্ত্ৰ চিন্তিবে সততে
মোৰ বাক্য ফল পাইবে কৰিলো বেকতে ॥
উগ্ৰচণ্ডী গোসানীৰ ঋষি মন্ত্ৰগণ
জলমধ্যে অগ্নিকুণ্ডে কৰিবে তৰ্পণ ॥
বীজমন্ত্ৰ উচ্চাৰিব জলৰ মধ্যত

. .. .. .

ৰাংৰুএগাসকলৰ মাজত দেৱীপূজা চলন্তি থকাৰ সম্পৰ্কত আদিচৰিতত আছে :

সম্বৎসৰে দুয়োভাই একত্ৰে আছন্ত
শাস্ত্ৰত ভুঞাৱে দেৱী পূজা কৰিলন্ত
লক্ষীপুৰে কামপুৰে দুভাই বৈলন্ত

লক্ষীপুৰে শান্তনুৱে দুৰ্গাক পূজন্ত
শান্তনুৱে কল্পতৰু শাস্ত্ৰক ৰাখিলা
সিকাৰণে মহামায়া তান ঘৰে ৰৈলা ।

দেৱীপূজাৰ মাহাত্ম্যও "আদিচৰিত"ত সগৌৰৱে ব্যক্ত হৈছে :

মহাৰঙ্গমনে দুৰ্গা পূজা কৰি
অৰাজ্য দেশ পালিল
সত্তৰি বৰিষ পূজি ভাগৱতী
অনেক ঐশ্বৰ্য্য ভৈল ।।

গৰ্ব অহঙ্কাৰেৰে যেতিয়াই ভূঞাসকলে দেৱীপূজা নকৰা হল তেতিয়াৰ পৰাই ভূঞাসকলৰ বিপত্তি আৰম্ভ হল আৰু দেৱী সৌমাৰ ৰাজগৃহলৈ (আহোম ৰাজকাৰেঙলৈ) গল বুলি আদি চৰিতে বৰ্ণাইছে—

যেতিক্ষণে সূৰ্য্য ৰাজ্য অনাদৰি
নুপূজিলা ভগৱতী
সেইদিনা হন্তে জানা নৰেশ্বৰ
ভূঞাৰ ভৈলা বিপত্তি ।।

দেৱীয়ে আহোম ৰজাক স্বপ্ন দেখুৱাই কৈছে :

গোসানী পূজিবি ৰণ জয় হইবি
সীমা বান্ধে ভুঞ্জিবি ।।

সেইমতেই অহোমসকলৰ জয় হল—

গোসানীৰ প্ৰসাদত জয় ভৈলা ৰণ
ৰণে পৰাজয় ভৈলা ভূঞা ৰৰজন ।।

এই শাস্ত্ৰ প্ৰথমে বৰ বাৰভূঞাসকলৰ হাতত আছিল। কিন্তু আহোম ৰজাই বৰ বাৰভূঞাৰ ৰাজ্য হস্তগত কৰাত সৰু বাৰভূঞাই বৰ বাৰভূঞাসকলৰ তিৰোতাসকলক ফুচুলাই (গোসানী পূজি ৰাজ্যলাভ কৰিম বুলি লোভ দেখুৱাই) শাস্ত্ৰখনি লৈ গল। পিছত সেই শাস্ত্ৰ গোপনে মায়ামৰীয়া ধৰ্মৰ প্ৰৱৰ্তক অনিৰুদ্ধদেৱে নি ৰখা কাৰণেই শ্ৰীশ্ৰীশঙ্কৰদেৱৰ লগত সম্পৰ্ক ছেদ হল বুলি "আদিচৰিত"ত আছে।

“ধাতু তাম্ৰাক্ষীত” কেনে বীজমন্ত্ৰ আছিল জনা নেযায়। কিন্তু গোসাঁনী পূজি ৰাজ্যলাভ কৰিবৰ অৰ্থে সেই শাস্ত্ৰ খুজি নিয়া কথাটিৰ পৰা সেই শাস্ত্ৰ যে শক্তিমন্ত্ৰ থকা শাস্ত্ৰ আছিল সেই ইঙ্গিত নিশ্চিতভাৱে পোৱা যায়। সূৰ্য্য দেৱতা হয়তো সূৰ্য্যদেৱ মামৰ লোক

এই ভূঞাসকল অসমলৈ অহাৰ সম্পৰ্কত উল্লেখ আছে যে, “ত্ৰয়োদশ শতিকাৰ আগভাগত গৌড়েশ্বৰ ধৰ্ম নাৰায়ণে কমতেশ্বৰ দুৰ্লভ নাৰায়ণৰ ৰাজসভালৈ প্ৰথমতে সাতজন কায়স্থ ভূঞা পঠিয়ায়. পিছত আৰু পাঁচজন এওঁলোকে লগত আনেগৈ। এওঁলোকক বাৰভূঞা বোলে।.....এওঁলোক পূৰ্বে কনৌজৰ মানুহ। যেতিয়া সেই ঠাইত মুছলমানৰ শাসন হৈ হিন্দুৰ ওপৰত অত্যাচাৰ হবলৈ ধৰিলে তেতিয়া তেওঁবিলাকে জ্ঞাতিকুটুম্ব লৈ গৌড় দেশলৈ উঠি আহে।.... ভূঞাসকলে নিজ বাহুবলে ক্ৰমান্বয়ে কামৰূপৰ পৰা গৈ দৰং, নগাঁৱৰ একো একোটা বৃহৎ খণ্ড দখল কৰি পেলালে।*(২০) ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ বুৰঞ্জীমতে ১৩১৪ শতিকা (১২৩৬ শক)ৰ সময়খিনিয়েই ভূঞাসকল কামৰূপলৈ অহাৰ সময়। ১৩২৯ শতিকাৰ বাওৰকুচি গ্ৰাণ্টত পুৰুষোত্তম দাসৰ ককাক জয়দেৱ আৰু তেওঁৰ পিতৃ বাসুদেৱ কমতাৰজাৰ অধীনৰ ভূঞা দলপতি আছিল বুলি উল্লেখ থকাৰ কথাই এই মত প্ৰমাণিত কৰে। ৰজা দুৰ্লভ নাৰায়ণে কামৰূপত ১৩৩০ শতিকাত আনি পতা সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থৰ পৰা ভূঞা দলপতিসকল উদ্ভৱ হোৱা ধাৰণাটো শুদ্ধ নহয় বুলি বুৰঞ্জীবিদ কনকলাল বৰুৱাই কব খোজে। মুছলমানসকলে গৌড়ত নিজৰ শাসন প্ৰতিষ্ঠা কৰাৰ কাৰণেই বহুতো হিন্দুৱে কামৰূপলৈ প্ৰব্ৰজন কৰে। দলপতিৰূপে এওঁবিলাক স্বাধীন আছিল আৰু সমূহীয়া বিপদৰ সময়ত একগোট হৈছিল। কামৰূপৰ পূব ভাগত থকা সকলো ভূঞাৰ অধিপতিৰূপে কমতাৰ ৰজা দুৰ্লভ নাৰায়ণ স্বীকৃত হৈছিল।

ভূঞাসকল কেৱল কায়স্থ আৰু ব্ৰাহ্মণেই নাছিল। দৰং ৰাজ-বংশাৱলীৰ লেখকৰ মতে ভূঞা দলপতিসকলৰ ভিতৰত দৈৱজ্ঞও আছিল। প্ৰাকশঙ্কৰী কবি হৰিহৰ বিপ্ৰভূঞাই ইয়াৰ উদাহৰণ।

মুছলমান আক্ৰমণৰ কাৰণেই কনৌজৰ পৰা আহি গৌড়ত থিতাপি লোৱা বহুতো ব্ৰাহ্মণ, কায়স্থ আদি লোক যেনেকৈ কামৰূপলৈ আহিছিল তেনেকৈ কিছুমানে বঙ্গ আৰু উৰিষ্যালৈও প্ৰব্ৰজন কৰিছিল।

(২০) চিদানন্দ ভূঞাৰ বংশাৱলী—২য় সংস্কৰণ,—১৮৮৮ শক।

"তুওল" শব্দটো ভৌমকাৰ শব্দৰ পৰা অহাৰ প্ৰচুৰ সম্ভাৱনা আছে। উৰিষ্যাৰ ভৌমকাৰসকলে ধৰ্ম, দৰ্শন, কলা, ভাস্কৰ্য্য সকলো ক্ষেত্ৰতে দুই শতিকাজুৰি সোণালী অধ্যায় সৃষ্টি কৰিছিল। তেওঁবিলাকৰ সময় আছিল ৭৩৬—৯৪০ শতিকা। এই ভৌমযুগতে সংস্কৃতিৰ বিভিন্ন ধাৰাৰ সমন্বয় সাধনৰ চেষ্টা হৈছিল। বৌদ্ধমঠ, শাক্ত-তান্ত্ৰিক মন্দিৰ, শৈৱ মন্দিৰ একে সময়ত সমান্তৰালভাৱে নিৰ্মিত হৈছিল। উৰিষ্যাৰ ৰত্নগিৰি, উদয়গিৰি, ললিতগিৰিৰ বৌদ্ধকেন্দ্ৰ, জয়পুৰৰ সপ্তমাতৃকাৰ মন্দিৰ এনে সময়তে স্থাপিত হৈছিল। ইয়াৰ উপৰিও হীৰাপুৰত চৌষষ্ঠী যোগিনীৰ মন্দিৰ, বাৰাহী, চামুণ্ডা মন্দিৰবো পয়োভৱ দেখিয়েই হয়তো হিউয়েনচাঙে উৰিষ্যাত অসংখ্য দেৱগৃহ দেখা পোৱাৰ কথা কৈছিল। ভৌমযুগতে উৰিষ্যাৰ সংস্কৃতি নিজ দেশৰ উপৰিও চীন দেশ পৰ্য্যন্ত বিয়পি পৰিছিল।

এই ভৌমযুগতে ক্ৰমান্বয়ে শৈৱ, শাক্ত আৰু বজ্ৰযান ধৰ্মৰ সমন্বয় ঘটে। ভুবনেশ্বৰ বৈতাল মন্দিৰতে শাক্ত, শৈৱ, বৌদ্ধমূৰ্তি একেলগে পোৱা গৈছে। বৈতাল শব্দ বেতালৰ পৰা হৈছে। বেতালৰ সহায়তে কাপালিকসকলে সিদ্ধিলাভ কৰিছিল। কাপালিক পন্থা শৈৱপন্থাৰে এক উগ্ৰপন্থা। মৰা মানুহৰ লাওখোলাতে খোৱা, পিয়া, নৰবলিৰ ৰক্ত খোৱা, ধুনি জ্বলাই ৰখা ইত্যাদিত উগ্ৰ কাপালিক-সকলে গুৰুত্ব দিয়ে। কামৰূপ তথা অসমৰ নৰবলি প্ৰথাত কাপালিক-সকলৰো কিছু প্ৰভাৱ থাকিব পাৰে। এই ৰাজ্যৰ মহাভৈৰৱ, মহাভৈৰৱী মন্দিৰবোৰৰ পূৰ্ণ ইতিহাস সংগ্ৰহ হলে বহুত কথাই পোহৰলৈ আহিব।

কামাখ্যা শক্তিপূজাৰ কেন্দ্ৰস্থানৰূপে বিখ্যাত হৈ পৰিছিল যদিও কামৰূপত কোঁচ ৰাজবংশ স্থাপন হোৱাৰ আগে আগে কামাখ্যা মন্দিৰ যতদূৰ সম্ভৱ ধ্বংসপ্ৰাপ্ত হৈছিল। কোঁচ ৰাজবংশ প্ৰতিষ্ঠা হয় যোল শতিকাৰ আগভাগত। কোঁচসকল মঙ্গোলীয় ঠালৰ লোক। পিছলৈ কোঁচসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰে। গোৱালপাৰা জিলাৰ খুণ্টাঘাট পৰগনাৰ চিকনাগ্ৰাম (শ্ৰীকোনা? চিনকোনা?) নিবাসী হাড়িয়া মণ্ডলৰ পুত্ৰ বিশ্বসিংহ (চিত্ত) আছিল কোঁচ ৰাজ্যৰ প্ৰতিষ্ঠাতা।

গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জীত নীলাচল, কামাখ্যা আৰু কোঁচৰজা প্ৰসঙ্গত এইখিনি কথা আছে: "এদিন দুয়ো ভায়েক (বিশু আৰু শিশু) নীলাচল পৰ্বতলৈ গল। এতিয়া যেনে সেই পৰ্বত

বহু মানুহৰ থকা ঠাই হৈছে তেতিয়া তেনে নাছিল। অতি সামান্য মেছ বা কোঁচকুলৰ কেইঘৰমান মানুহ তাত আছিল। বিশ্বসিংহ আৰু শিৱসিংহ দুয়ো ভায়েকে লগৰ মানুহবিলাক হেৰুৱাই সেই মেচ-গাঁৱলৈ যোৱাত কোনো মুনিহ মানুহক লগ নেপালে। অকল বুঢ়ী এজনীক লগ পালে। এজোপা বৰ গছৰ তাঁত তাই জিৰাইছিল। তাতে এটি ভেঁটি আছিল। অতিশয় পিয়াহত ৰজাই সেই বুঢ়ীৰ পৰা শুশ্ৰূষা পালে। আৰু সেই গছৰ তলৰ ভেঁটিৰ কথা সোধাত বুঢ়ীয়ে সিহঁতৰ দেৱতা বুলি কলে। আৰু ৰজাই লগৰ লোকসকলৰ শীঘ্ৰে পাবলৈ তাতে প্ৰাৰ্থনা কৰাত তাৰ অলপতে লোকসকল পালেহি। সেই দেৱতাৰ মহিমা জানি ৰজাই সকলো বিৱৰণ শুনিলত তাত পূজা কৰাত গাহৰি আৰু কুকুৰা কাটি বলি দিয়া আৰু উপচাৰত তিৰোতাই পিন্ধা সাজকাপোৰ দিয়া শুনি শক্তিপীঠ বা শক্তিস্থান জানি তেওঁ এই সঙ্কল্প কৰিলে যদি তেওঁৰ দেশ সুখিল হয় আৰু ৰাজ্য নিষ্কণ্টকে পায় তেনেহলে এই থান নিৰ্মাণ কৰাই দিব। ৰজা নিজ দেশলৈ অহাৰ পিছত ক্ৰমে দেশ সুখিল হল আৰু সকলো পণ্ডিতক মতাই আনি সেই দেৱতাৰ ঠাইৰ বিষয়ে অনুসন্ধান কৰাত কামাখ্যাৰ পীঠস্থান বুলি জানিলে। পূবৰ প্ৰতিজ্ঞা পালিবলৈ ৰজাই সেই গছ কটাত তাৰ তলত কামাখ্যাৰ পীঠ ওলাল। ৰজাই তাত থকা প্ৰায় সকলো পীঠ উলিয়ালে। কামাখ্যা মন্দিৰৰ তলৰ ভাগো মাটিৰ তলৰ পৰা ওলাল।"

বিশ্বসিংহৰ পুত্ৰ নৰনাৰায়ণো আছিল অতি ধাৰ্মিক। কালাপাহাৰে বিধ্বস্ত কৰি থৈ যোৱা কামাখ্যা মন্দিৰ তেওঁ নতুনকৈ নিৰ্মাণ কৰি দিয়াই নহয়, মন্দিৰৰ পূজা-পাতল চলাবলৈ পশ্চিমৰ পৰা পণ্ডিত ব্ৰাহ্মণ আনি নিজ দেশত থাপিছিল।

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ সময়ত তথা কোঁচ ৰজা নৰনাৰায়ণৰ ৰাজত্বৰ কালছোৱাত কি ধৰণে শক্তি পূজা চলিছিল তাৰ প্ৰমাণ তলৰ কথা কেইফাঁকিয়ে দিয়ে:

"বৈষ্ণৱ শঙ্কৰদেৱ আৰু শাক্ত মাধৱদেৱৰ প্ৰথম দেখা-দেখিৰ তৰ্কৰ সময়ত মাধৱদেৱে শক্তি পূজা আৰু বলি বিধানৰ হকে নানা যুক্তি আগবঢ়াইছিল:

(১) মহামায়া দেৱী , পৰম ঈশ্বৰী
পূজে তাঙ্ক চৰাচৰ ।।
ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰ চন্দ্ৰেও অৰ্চ্চিছা
আনো দেৱ নিৰন্তৰে
শতপদ্ম দিয়া বিস্তৰ অৰ্চ্চিছে
অণ্ড স্ৰজিবাৰ তৰে ।।
প্ৰকৃতিৰ অংশ দুৰ্গা গোসানীক
পূজা কৰি সৰ্ব্বজন
গৃহস্থ ধৰ্ম্মত থাকি বলি দি'ল
দোষ বোলা কি কাৰণ ।।
(২) মাধৱে বোলন্ত ঘৃতৰ প্ৰদীপে
দেই বলি সমস্তত
যতডালি লোম পোৰে ততকাল
থাকিব লাগে স্বৰ্গত ।।
(৩) মাধৱে বোলন্ত কামৰূপে থাকি
অম্বিকা দেৱী পূজিব
অন্তকালে সিটো দেৱীৰ প্ৰসাদে
অক্ষয় স্বৰ্গ লভিব ।।
(৪) মাধৱে বোলন্ত বলি বিশ্বদেৱ
ধৰ্ম্ম ইটো গৃহস্থৰ
পঞ্চ যজ্ঞ নিতে কৰিবাক লাগে
বিহিত ইটো শাস্ত্ৰৰ ।।

অৱশ্যে শঙ্কৰদেৱে প্ৰতিপক্ষৰ যুক্তিৰে এইবোৰ মত খণ্ডন কৰি যায়। শঙ্কৰদেৱৰ শিশুকালত ঘৰত এটি শিলৰ চণ্ডী-মূৰ্ত্তি পূজাৰ লক্ষ্যৰূপে আছিল। শঙ্কৰদেৱৰ ৰচনা আৰু প্ৰাক শঙ্কৰী সাহিত্যত ৰণচণ্ডী, দুৰ্গা আদিৰ নাম পোৱা যায়। মাধৱ কন্দলি আদিৰ ৰচনাত "অষ্টমীৰ ছাগ" এটি কৌতুকপূৰ্ণ উপমাৰূপে ব্যৱহৃত হৈছে। এই যুগৰ বিৱৰণত "অসম বুৰঞ্জী" ( ১৯৪৫ চন ) তাৰাদেৱী, শ্যামাদেৱী আৰু "তন্ত্ৰসাৰ সমুচ্চয" নামে গ্ৰন্থৰ উল্লেখ পোৱা যায়। বলি-বিধানৰ বিষয়ত মাধৱদেৱে মাকৰ হকে শাৰদীয় পূজাত দুটা বগা ছাগ দিবলৈ

আগ কৰা, বাগুৰুকাত থকা মাধৱদেৱৰ ককায়েকে দহোটামান ছাগ বলি দিয়া কথা কথা-চৰিতত পোৱা যায়।"*(২১)

তেনেকৈয়ে দৰং ৰাজবংশাৱলীত কামাখ্যা দেৱীৰ মাহাত্ম্য চিলাৰায়ৰ মুখেদি প্ৰকাশ কৰোৱা হৈছে :

যুবৰাজে পাইলে যেবে আপুন ভবন
পৰম আনন্দ ভৈল নৰনাৰায়ণ
সুধিলন্ত কেমনে আইলা চিলাৰাই
বোলে মোক কৃপা কৰিলন্ত কামাখ্যা আই ॥
শুনিয়া সবাৰ মনে আনন্দিত ভৈলা
মেঘামুকদুমক আনি দুয়ো আজ্ঞা কৈলা ॥
বোলে লৈও এতিক্ষণে সৈন্যক জত্তাই
নীলাচলে দেৱী মঠ সজায়োক জাই ॥
... ... ... ... ...
বিধিমতে মঠক প্ৰতিষ্ঠা কৰাইলন্ত
যত্তেক দক্ষিণা দিলা নাহি আদি অন্ত ॥

অৱশ্যে সাৰ্বজনীন উৎসৱৰূপে অসমত শক্তি পূজাৰ প্ৰচলন হয় আহোম স্বৰ্গদেৱসকলৰ দিনৰ পৰাহে। আহোমসকল অসমলৈ আহি বৰাহী, মৰাণ চুতীয়া, কছাৰী আৰু ভূঞাসকলক লগ পাইছিল। চুতীয়া আৰু ভূঞাসকল আছিল শাক্ত ধাৰাৰ লোক। তেৰ শতিকাত চুকাফাৰ নেতৃত্বত অসমলৈ আহি নিজৰাজ্য প্ৰতিষ্ঠা কৰা আহোমসকলে স্থানীয় মানুহৰ লগত মিলাপ্ৰীতিৰে থাকিবলৈ বিচাৰি প্ৰচলিত নিয়ম আদি শ্ৰদ্ধাৰ চকুৰে চাইছিল যদিও নিজধৰ্ম ত্যাগ কৰা নাছিল। বাইলুং আৰু দেওধাইৰ নিৰ্দেশ মতেই আহোমসকলৰ ধৰ্মৰ কাম সম্পাদিত হৈছিল।

চুকাম্ফাৰ ৰাজত্বৰ পিছত বঙ্গদেশৰ কেইজনমান ব্ৰাহ্মণে শান্তিপুৰৰ পৰা পৰশুৰাম কুণ্ডলৈ তীৰ্থ কৰিবলৈ আহি এই দেশৰ সৌন্দৰ্য্য আৰু সামগ্ৰীৰ সুলভতাত মুগ্ধ হৈ অসমৰ হাবুং নামে ঠাইত ৰৈ গল। তাওখামথিৰ এগৰাকী সগৰ্ভা নিৰ্বাসিতা কুৱৰীয়ে তাবে ব্ৰাহ্মণ এঘৰত আশ্ৰয় লৈছিল। তাতেই তেওঁৰ এটি পুত্ৰ জন্ম হোৱাত ব্ৰাহ্মণৰ ঘৰত আপদাল পোৱা কাৰণে তেওঁৰ নাম বামুণী-

*(২১) পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি—পৃষ্ঠা ২১, ২২, ২৩—ড° মহেশ্বৰ নেওগ

কোঁৱৰ ৰখা হল। ৰজা ত্যাওখামথিৰ মৃত্যুৰ পিছত সেই কোঁৱৰকে চুডাংফা নাম দি ৰাজপাটত তোলা হল। চুডাংফা ৰাজপাটত উঠোতে তেওঁৰ অভিভাৱক স্বৰূপ ব্ৰাহ্মণৰ চেষ্টাত ৰজাঘৰৰ কৰ্মকাৰ্য্যত আহোম আৰু হিন্দু এই দুয়োমতেই প্ৰচলন হবলৈ ধৰিলে। হিন্দু শক্তি ধৰ্মৰ প্ৰতি ৰজাঘৰ প্ৰজাঘৰৰ আকৰ্ষণ বঢ়াবলৈ ধৰে। অসমৰ বিভিন্ন ঠাইত দেৱ-দেৱীৰ মন্দিৰ প্ৰতিষ্ঠা হয় আৰু ব্ৰাহ্মণ সজ্জনে নিস্পিখেৰাজ ব্ৰহ্মোত্তৰ মাটি আদি লাভ কৰিবলৈ ধৰে। এই সম্পৰ্কত ড° লীলা গগৈৰ এই কথাখিনি উল্লেখযোগ্য :—

'আহোম সকল কম-বেছি পৰিমাণে তাও ধৰ্মৰ অনুগামী আছিল। তাও ধৰ্মত বহুতো প্ৰাকৃতিক দেৱীৰ অস্তিত্ব পোৱা যায় আৰু সিবিলাকৰ তুষ্টিৰ অৰ্থে জীৱ-জন্তু বলি দিয়াটোও ধৰ্মসন্মত কথা। প্ৰাক্‌শঙ্কৰী যুগত অসমত যি তান্ত্ৰিক ধৰ্ম চলিছিল সেই ধৰ্মই স্বীকৃতি দিয়া দেৱ-দেৱী আহোমসকলে মানি অহা ধৰ্মৰ লগতো মিলিছিল। তন্ত্ৰৰ শিৱ, আহোমৰ লাংকুৰি বা নাংকুৰি নাথাম, তন্ত্ৰৰ কেঁচাইখাতী, আহোমৰ আই মে নাঙ্গ, তন্ত্ৰৰ লক্ষ্মী, আহোমৰ খাওখাম, তন্ত্ৰৰ সৰস্বতী, আহোমৰ জাচিংফা আদিৰ লগত মিলি গৈছিল আৰু সেইবাবেই আহোমসকলে হিন্দুধৰ্ম গ্ৰহণ কৰাটো সহজ হৈছিল। সেই বুলি নিষ্কাম বৈষ্ণৱ ধৰ্মক বৰ উৎসাহিত নকৰিছিল। স্বৰ্গদেৱ জয়ধ্বজ সিংহই যদিও পোনতে হিন্দুধৰ্মত দীক্ষিত হয়, তেওঁৰ পৰৱৰ্তী কেইবাজনো ৰজা হিন্দু নাছিল। কিন্তু ৰুদ্ৰসিংহৰ দিনৰ পৰা আটাই-কেইজন ৰজাই হিন্দুধৰ্মত দীক্ষিত হৈছিল। আহোম ৰাজগৃহত কিন্তু পোন প্ৰথমে স্বৰ্গদেৱ চুডাংফাৰ দিনতেই চোমদেৱৰ লগত লক্ষ্মীনাৰায়ণ শালাগ্ৰাম সোমায়।"[২২]

বামুণীকোঁৱৰ চুডাংফা ১৩৯৭ খৃঃত ৰাজপাটত বহে। বামুণী-কোঁৱৰৰ ৰাজত্বৰ পিছত চুচেন্‌ফা ৰাজপাটত উঠিল। এইজনা ৰজাৰ দিনতে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাৱ হৈ পৰম আকৰ্ষণীয় নৱ বৈষ্ণৱ নামধৰ্মৰ উদ্ভাৱন আৰু বিস্তাৰ কৰে। পূজা-পাতলৰ আড়ম্বৰ নথকা সহজ, হৃদয়গ্ৰাহী নামধৰ্মৰ প্ৰতি অসমৰ মানুহৰ মন সহজেই আকৰ্ষিত হল। আনহাতেদি শক্তিপূজকসকলে বিশেষকৈ অৰ্থনৈতিক কাৰণতেই সম্ভৱ, শ্ৰীশ্ৰীশঙ্কৰদেৱৰ প্ৰতি তীব্ৰ বিৰুদ্ধাচৰণ কৰিবলৈ

(২২) আহোম যুগৰ দ'ল-দেৱালয়—টাই-সংস্কৃতিৰ ৰূপৰেখা—পৃঃ ১৪৬ ড° লীলা গগৈ।

ধৰিলে। এনে সময়তে খোৰা ৰজা চুখাম্ফা ৰাজপাটত উঠিল, চুখামফা স্বৰ্গদেৱৰ ভায়েক হুগাম কোঁৱৰ সেইসময়ত আহোম ৰজাৰ প্ৰতিভূ স্বৰূপে কোঁচবেহাৰত আছিল। তেওঁৰ পৰাই ৰজাই কোঁচ-বেহাৰত সেইসময়ত আড়ম্বৰপূৰ্ণভাৱে দুৰ্গোৎসৱ হোৱাৰ সম্ভেদ পালে আৰু নিজ ৰাজ্য গড়গাঁৱতো সেই নিয়মে কৰিবলৈ মন কৰি ময়জীয়াল খনিকৰক মৃন্ময় মূৰ্তি সাজিবৰ নিমিত্তে কোঁচবেহাৰলৈ পঠালে। "তাৰে পৰা দেৱী ঘৰত মৃন্ময় মূৰ্তিৰ পূজা চলিল।" স্বৰ্গদেৱ প্ৰতাপসিংহই আমদানি কৰা দুৰ্গা পূজাৰ পৰিণতি স্বৰূপেই আহোম ৰাজ্যত দেৱীঘৰ আৰু দেৱীদল নিৰ্মাণ হ'ল।

ড° সূৰ্য্যকুমাৰ ভূঞাদেৱে "স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ" গ্ৰন্থত উল্লেখ কৰিছে যে, "জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনৰে পৰা চুলিক্ফা ল'ৰাৰজাৰ আমোললৈকে সকলোটি ৰজা বৈষ্ণৱ গোসাঁইৰ শিষ্য। কিন্তু গদাধৰ সিংহ মহাৰাজ অভক্তীয়া আছিল। শান্তিপ্ৰিয় পৰাক্ৰমী বীৰ গদাধৰ সিংহ স্বাভাৱিকতে শাক্ত ধৰ্মৰ ফালে, বিশেষ শৈৱিক উপাসনাৰ ফালে অনুগত আছিল।" স্বৰ্গদেউ গদাধৰ সিংহই বিশেষকৈ প্ৰজাৰ সন্তুষ্টিৰ অৰ্থেই গুড়গাওঁ নগৰত ৰজাঘৰীয়া ৺দুৰ্গা পূজা পাতিবলৈ অনুমতি দিছিল।

গদাধৰ সিংহৰ পুত্ৰ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনতে জয়সাগৰৰ পাৰত পঞ্চদেৱতাৰ মন্দিৰ—শ্ৰীকেশৱাই বিষ্ণু, বৈদ্য নাথ শিৱ, দেৱীঘৰ, শ্ৰীসূৰ্য্য আৰু শ্ৰীগণেশৰ মন্দিৰ নিৰ্মিত হয়। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পুত্ৰ শিৱসিংহৰ দিনত শিৱসাগৰত শিৱদল, দেৱীদল, বিষ্ণুদল আৰু শিৱসাগৰতো শিৱদল, বিষ্ণুদল নিৰ্মাণ হয়।

হলিৰাম ঢেকিয়াল ফুকনৰ অসম বুৰঞ্জীৰ ৰাজ বিৱৰণ মতে ১৬৩৬ শকত ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দেহান্তৰ হোৱাত শিৱসিংহই ৰজা হৈ গৌৰীসাগৰ খন্দালে। শিৱসিংহৰ আজ্ঞাত দুৱৰাবংশৰ বুঢ়া বৰফুকন আৰু তৰুণ দুৱৰা বৃহৎফুকনে কামাখ্যা, অশ্বক্ৰান্ত, উমানন্দ আদি দেৱালয়ত পৰিপাটী মণ্ডপ ৰচনা কৰিলে।

"স্বৰ্গদেৱ শিৱসিংহই কৃষ্ণৰাম ন্যায়বাগীশৰ পৰা শাক্ত মন্ত্ৰ অনুসাৰে দীক্ষামন্ত্ৰ গ্ৰহণ কৰে। ৰজা শাক্ত মন্ত্ৰত দীক্ষিত হোৱাৰ লগতে ৰাজ পৰিয়ালৰ আৰু অন্যান্য বহুতো ভাল ভাল মানুহ সেই মতাৱলম্বী হ'ল। কৃষ্ণৰাম ন্যায়বাগীশ এজন ভাল পণ্ডিত আছিল। তেওঁ দিয়া বিধানমতে ৰজাঘৰত দুৰ্গোৎসৱ, চণ্ডীপাঠ আৰু বলিদান

আদিৰ প্ৰথা চলিবলৈ ধৰিলে। ন্যায়বাগীশ পণ্ডিতে অসমৰ দেৱালয় আদিৰ পূজা-বিধি নিৰূপণ কৰি দিয়ে। যোগিনীতন্ত্ৰ, কালিকাপুৰাণ আদি গ্ৰন্থৰ স্তৱ কবচ আদি উদ্ধাৰ কৰি প্ৰত্যেক ঠাইতে বেলেগ বেলেগ পদ্ধতি নিবন্ধ কৰে। তেওঁৱেই সৌৰ, গাণপত্য, শৈৱ শাক্ত আৰু বৈষ্ণৱ দেবালয়ত সেই মতৰ নিত্য-নৈমিত্তিক ক্ৰিয়া-কলাপৰ বিধি প্ৰস্তুত কৰি প্ৰচাৰ কৰে আৰু তাৰ যথাৰীতি পূজাৰ ব্যৱস্থা কৰি দিয়ে। তেতিয়াৰে পৰা অসমত তন্ত্ৰ অনুসাৰে ৰঘুনন্দন স্মৃতিৰ ব্যৱহাৰ প্ৰচলন হয়। ন্যায়বাগীশে কামাখ্যা দেৱালয়ৰ কাৰণে "দুৰ্গাৰ্চন মঞ্জৰী" নামে দুৰ্গাপূজাৰ এক বিধি সংগ্ৰহ কৰি তাক প্ৰবৰ্তন কৰায়।"

শিবসিংহ স্বৰ্গদেৱৰ সময়তে শাক্ত ধৰ্মক কেন্দ্ৰ কৰি এক ধৰ্ম বিপ্লৱে ভীষণ ৰূপ ধাৰণ কৰে। ড° সূৰ্য্যকুমাৰ ভূঞাৰ "স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ" নামৰ গ্ৰন্থত এই বিৱৰণ এনেদৰে দিয়া হৈছেঃ তন্ত্ৰমতে দীক্ষা লৈ স্বৰ্গদেৱ শিৱসিংহ সেই ধৰ্মত ঘোৰ আসক্ত হৈ পৰিল।... স্বৰ্গদেৱ শিবসিংহই কাৰো উপদ্ৰৱ নকৰাকৈ শাক্ত ধৰ্ম অনুশীলন কৰিছিল। এইদৰে সাম্যভাৱে নিজ পন্থাৰ অনুগামী হৈ চলাহেঁতেন ৰাজ্যত কোনো অমঙ্গল নঘটিলেহেঁতেন। ৰজাৰ চ'ৰাত জ্যোতিষীয়া পণ্ডিতসকলে গণিতা চাই কলে বোলে, স্বৰ্গদেউ শিৱসিংহৰ ছত্ৰভঙ্গ যোগ আছে। সেইদেখি তেওঁ আপোনমনেৰে কিছুদিনৰ কাৰণে ৰাজ্য ভোগ এৰি ফুলেশ্বৰী বৰকুঁৱৰীক ৰাজ্যভাৰ সমৰ্পণ কৰিলে। কুঁৱৰীয়ে প্ৰমথেশ্বৰী নাম লৈ বৰৰজা উপাধিৰে ৰাজ্যৰ সৰ্বনিয়ন্ত্ৰী হল। স্বামীৰ লগত এওঁ শাক্ত ধৰ্মত দীক্ষিতা হৈছিল। এই ধৰ্মৰ অনুগামিনী হৈ তেওঁ বৈষ্ণৱ মহন্তসকলক নানাভাৱে লাঞ্ছনা কৰিবলৈ ধৰিলে। এবাৰ ৰজাঘৰত হোৱা দুৰ্গাপূজালৈ মহন্তসকলক মাতি আনি তেওঁলোকে শাক্ত গোসাঁনীক সেৱা কৰিবলৈ অনিচ্ছুক হোৱাত বৰৰজা ফুলেশ্বৰীৰ আজ্ঞাৰে মহন্তসকলৰ কপালত পূজাৰ চন্দন আৰু বলিকটা তেজৰ ফোঁট দিয়া হল আৰু বলেৰে তেওঁবিলাকক গোসাঁনী সেৱা কৰোৱালে। নিৰাশ্ৰিত বৈষ্ণৱ মহন্তসকলে ইয়াৰ একো প্ৰতিকাৰ কৰিব নোৱাৰি নিমাতে সকলো লাঞ্ছনা, অপমান সহি থাকিল। কিন্তু অসাধাৰণ ঐশ্বৰ্য্য আৰু শিষ্য সম্পত্তিৰ মায়ামৰা সত্ৰৰ অধিকাৰ চতুৰ্ভুজ মহন্তই এই অপমানৰ প্ৰতিশোধ লবৰ মনেৰে গুজৰি-গুমৰি থাকিল।" ইয়াৰে পৰিণতি হল বুৰঞ্জীবিখ্যাত মোৱামৰীয়া বিদ্ৰোহ।

ফুলেশ্বৰী কুঁৱৰীয়ে অত্যন্ত পৃষ্ঠপোষকতা কৰা শাক্তধৰ্ম ৰাজধৰ্ম হৈ পিছলৈও থাকিল। স্বৰ্গদেৱৰ পিছত প্ৰমত্তসিংহ আৰু তেওঁৰ পিছত ৰাজেশ্বৰ সিংহ ৰাজপাটত উঠি কৃষ্ণৰাম ন্যায়বাগীশৰ (নীলাচল পৰ্বতত থকা কাৰণে পৰ্বতীয়া গোসাঁই বুলি খ্যাত) মীতিত্ত শৰণ লৈ পাণ্ডুনাথত ঘৰবাৰী কৰি দিয়ে আৰু স্বৰ্গদেৱৰ আজ্ঞামতে পাণ্ডুনাথৰ সকলো দেৱালয়ৰ সকলো উপস্বত্বৰ অধিকাৰী কৰে। এইকেইজনা ৰজাৰ দিনতে পৰ্বতীয়া গোসাঁয়ে কামৰূপত বিস্তৰ মাটি দান পায়। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনতেই ৰাজ্যত সৰাতোকৈ অধিক মঠ-মন্দিৰ নিৰ্মাণ হয়। উজনিৰ হৰ-গৌৰী দেৱালয়, কামাখ্যাৰ নাট মন্দিৰ, দাৰ্গেশ্বৰী মন্দিৰ আদি এইজনা ৰজায়ে নিৰ্মাণ কৰোৱায়। সেইদৰে স্বৰ্গদেৱ লক্ষ্মীসিংহৰ ৰাজত্বকালত হাজোৰ জয়দুৰ্গা মন্দিৰ, কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ নামত গুৱাহাটীৰ ছত্ৰাকাৰ দেৱালয়, শিলঘাটত অৱস্থিত কামাখ্যা দেৱালয় আদি স্থাপিত হয়।

উল্লেখযোগ্য যে স্বৰ্গদেৱ শিৱসিংহক পোন প্ৰথমে শাক্ত মন্ত্ৰ দান কৰোঁতে গোসাঁনীৰ নামেৰে কৃষ্ণৰাম ন্যায়বাগীশে মন্ত্ৰ দিছিল। আহোমৰ চোমদেং দেৱতাতে আদ্যাশক্তিৰ মন্ত্ৰ কটা আছে বুলি তাতে হিন্দু শাক্ত গোসাঁনীৰ মন্ত্ৰ অৰ্পণ কৰাত স্বৰ্গদেৱে এই চোমদেং মন্ত্ৰকে উদ্দেশ্য কৰি দীক্ষা লৈছিল। কৃষ্ণৰাম ন্যায়বাগীশে ইয়াৰ দ্বাৰা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল যে আহোমৰ কুলদেৱতা চোমদেং আৰু হিন্দুৰ শাক্ত গোসাঁনী দুৰ্গা এই দুইৰ মাজত কোনো প্ৰভেদ নাই। এহাতে এই সামঞ্জস্য দেখি আনহাতে স্বৰ্গদেৱক অনুকৰণ কৰি ভালেমান আহোমে শাক্ত গোসাঁনীৰ মন্ত্ৰ গ্ৰহণ কৰিলে।

ৰাজগৃহত শাক্ত মন্ত্ৰ সোমোৱাৰে পৰা প্ৰজাসকলৰ মাজতো শাক্ত মতৰ প্ৰবল সোঁত বৰলৈ ধৰিলে। বৈষ্ণৱ ধৰ্ম আৰু শাক্ত ধৰ্মৰ মাজত বিভিন্ন কাৰণত পাৰ্থক্য হোৱাত সংঘৰ্ষও হ'ল, ব্যৱসায়িক অৰিয়াঅৰি, ষড়যন্ত্ৰ, ঈৰ্ষাৰ ঘটনাও সংক্ৰমিত হ'ল। ড° সূৰ্যকুমাৰ ভূঞাৰ মতে অসমত শাক্ত ধৰ্মৰ প্ৰাধান্য লাভ কৰাৰ কাৰণ কেইবাটাও—

কিছুমান মানুহে শাক্ত ধৰ্মৰ অন্তৰ্নিহিত মাহাত্ম্য উপলব্ধি কৰিছিল, কিছুমানে কৃষ্ণৰামে ন্যায়বাগীশৰ অলৌকিক বাক্‌সিদ্ধিত বিশেষভাৱে মুগ্ধ হৈছিল, ৰজা আৰু ওখ খাপৰ বিষয়াসকলৰ খেলবন্ধনীয়া বা সহধৰ্মী হ'লে সাংসাৰিক প্ৰতিপত্তি লাভৰ সুবিধা হ'ব বুলি কিছুমানে শাক্ত মন্ত্ৰ গ্ৰহণ কৰিছিল, অসমৰ দেৱালয়বিলাকত শাক্তমতে পূজাৰ

যাবতীয় কাৰ্য্য সম্পাদিত হৈছিল, সেই দেৱালয়ৰ পূজাৰীসকলে ৰজাৰ নিযুক্ত শাক্ত ধৰ্মাচাৰ্য্য পাই তেওঁৰ পৰা মন্ত্ৰ গ্ৰহণ কৰিবলৈ সুবিধা পালে। আহোম ৰজাসকলে অৱশ্যে ব্যক্তিগতভাৱে দুৰ্গা পূজা কৰিবলৈ অনুমতি নিদিছিল। কাৰণ তাৰ দ্বাৰা ব্যক্তিৰ প্ৰতিপত্তি বাঢ়িব বুলি বিশ্বাস কৰা হৈছিল। ৰাজ অনুমতি নথকাতো বহুতে গোপনেও দুৰ্গা-পূজা কৰি ৰাজৰোষতো পৰিছিল।

শ্ৰীদুৰ্গাৰ অপৰাজিতা ৰূপৰ আখ্যানে মানুহৰ মনত এনেভাব দিছিল যে, দুৰ্গাপূজা কৰিলে মানুহ অসীম প্ৰতিপত্তিশীল আৰু অপৰাজিত হয়। সেই দৃষ্টিভঙ্গীৰ পৰাই শৰতকালত অনুষ্ঠিত সিংহবাহন দুৰ্গা দেৱীৰ পূজা বঙ্গদেশ আৰু অসমত অত্যন্ত জনপ্ৰিয় উৎসৱ। দুষ্কৃতিৰূপী মহিষাসুৰক নিধন কৰি দেৱতাসকলক ভয় বন্ধনৰ পৰা মুক্ত কৰিবৰ কাৰণেহে দেৱীয়ে প্ৰচণ্ড দশভুজাৰ ৰূপ পৰিগ্ৰহণ কৰিছিল। আদি অন্তবিহীনা, নিত্যা মহাশক্তি সনাতনীয়ে দেৱতাৰ কাৰ্য্যসিদ্ধি কৰিবৰ কাৰণেহে অথবা জগতক ৰক্ষা কৰিবৰ কাৰণেহে সময়ে সময়ে আবিৰ্ভূতা হয়—

দেৱানাং কাৰ্য্যসিদ্ধ্যৰ্থমাবিৰ্ভৱতি সা যদা
উৎপন্নেতি তদালোকে সা নিত্যাপ্যাভিধীয়তে
এবং ভগৱতী দেৱী সা নিত্যাপি পুনঃ পুনঃ
সম্ভূয় কুৰুতে ভূপ জগতঃ পৰিপালনম্ ( শ্ৰীশ্ৰীচণ্ডী )

দেৱী দুৰ্গাৰ পূজা মৰ্ত্যত প্ৰচলন হোৱাৰ প্ৰসঙ্গত মহামতি নৃপতি সুৰথৰ নামকেই প্ৰথমে উল্লেখ কৰা হয়। সপ্তদ্বীপৰ অধীশ্বৰ আছিল মহা-পৰাক্ৰমী সুৰথ। দৈবক্ৰমে যৱনৰ দ্বাৰা বিতাড়িত হৈ তেওঁ মৃগয়া কৰাৰ ছলেৰে অগাধ অৰণ্যত প্ৰৱেশ কৰিলে। সমাধি নামৰ এজন বৈশ্য জাতিৰ পুৰুষেও একেদৰেই ধন-সম্পত্তিৰ দ্বাৰা প্ৰলুব্ধ পুত্ৰ-ভাৰ্য্যাৰ দ্বাৰা বিতাড়িত হৈ সেই অৰণ্যতে কাল যাপন কৰিছিল। দুয়োজন প্ৰৱঞ্চিত বাসনাপূৰ্ণ মনৰ মানুহে সেই অৰণ্যত থকা মহামুনি মেধসৰ আশ্ৰমত গৈ দুৰ্ভাগ্য নিবাৰণৰ উপায় বিচাৰিলে। মহামুনি মেধসে মহাশক্তি স্বৰূপিনী দেৱীৰ দ্বাৰাই জগত সৃষ্টি হোৱাৰ কথা আৰু তেওঁৰ মাহাত্ম্যৰ কথা দুয়োজনৰ আগত ব্যক্ত কৰি দুয়োকে আদ্যাশক্তি মহামায়া দুৰ্গাৰ পূজা কৰিবৰ কাৰণে নিৰ্দেশ দিলে আৰু পূজাৰ বিধিও ব্যক্ত কৰিলে।

নিৰ্দেশক্ৰমে ৰজা আৰু বৈশ্য দুয়োজনে নদীৰ পাৰত দেৱীৰ মৃন্ময় মূৰ্তি প্ৰতিষ্ঠা কৰি ফলমূলৰ নৈবেদ্য আৰু অজস্ৰ বলিদানেৰে

(হাঁহ, পাৰ, ছাগলী) মহামায়া দুৰ্গাৰ পূজা কৰে। তথাপি দেৱী সন্তুষ্টা নোহোৱাত নিজৰ দেহৰ ঊৰ্দ্ধভাগৰ অঙ্গ কাটি দেৱীক উছৰ্গা কৰি আৰু সকলো চিত্ত বৃত্তি নিৰোধ কৰি আৰাধনাত দীৰ্ঘ তিনিবছৰ জুৰি মগ্ন হল। অৱশেষত ভগৱতী সন্তুষ্টা হৈ অভীষ্ট বৰ দিবৰ কাৰণে দৰ্শন দিলে। ৰজা সুৰথে ৰাজ্য লাভৰ কাৰণে আৰু জন্মান্তৰতো সেই সম্ভোগৰ পৰা বঞ্চিত নহবৰ কাৰণে বৰ প্ৰাৰ্থনা কৰিলে। সমাধি বৈশ্যই কৰিলে অহংশূন্য তত্ত্বজ্ঞান লাভ হবৰ প্ৰাৰ্থনা। দেৱীয়ে দুয়োৰে প্ৰাৰ্থনা পূৰ্ণ হবলৈ বৰ দি অন্তৰ্ধান হল।

শ্ৰীশ্ৰীচণ্ডীৰ পৰাই বুজা যায় যে, দুয়োজন ভক্তই ঋকবেদৰ দেৱীসূক্তক জপ কৰি দুৰ্গা দেৱীৰ অৰ্চনা কৰিছিল। দেৱীসূক্তত দেৱীয়ে নিজেই নিজৰ পৰিচয় দিছে—"মই সকলোৰে ঈশ্বৰী। ধনদাত্ৰী, ব্ৰহ্মদৰ্শিনী, দেৱশ্ৰেষ্ঠা আৰু সৰ্বৰূপে সৰ্বত্ৰ বিদ্যমানা। মই সকলোৰে ভোজন শক্তি স্বৰূপা, দৰ্শন, শ্ৰৱণ আৰু জীৱন শক্তি স্বৰূপা।... দেৱ আৰু মানৱৰ দ্বাৰা মই সেৱিতা। সজ্জন সকলৰ ৰক্ষাৰ কাৰণে মই সদায় সংগ্ৰাম কৰো। জগতৰ ভিতৰ বাহিৰ মোৰেই প্ৰকাশ। পৰমাত্মাৰ উপৰিও মই বৰ্তমান জগতক প্ৰসৱ কৰিছো, দৈত্যৰূপে ত্ৰিভূবন ব্যাপী আছো, প্ৰকৃতিৰূপে সকলোতে অনুপ্ৰৱিষ্ট হৈছো আৰু মায়াত্মক দেহৰ দ্বাৰা স্বৰ্গলোক স্পৰ্শ কৰি আছো।" (অহং ৰাষ্ট্ৰী সংগমনী....দেৱীসূক্ত)।

ঋকবেদৰ দেৱীসূক্তত পোৱা এই শ্লোকৰ দ্বাৰা প্ৰতীয়মান হয় যে, বৈদিক যুগৰে পৰা তেওঁৰ মাহাত্ম্য প্ৰকাশিত হৈছে। ইয়াৰ উপৰিও অথৰ্ব বেদৰ মুণ্ডকোপনিষদ, সামবেদৰ কেনোপনিষদ আদিত দুৰ্গাৰ উল্লেখ স্পষ্ট।

ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ মতে প্ৰথমতে সৃষ্টিৰ আদিতে গোলোকত আৰু তাৰ পিছত বৃন্দাবনৰ ৰাসমণ্ডলত শ্ৰীকৃষ্ণই দুৰ্গা দেৱীক পূজা কৰে। তাৰ পিছত মধুকৈটভ নাশ কৰিবৰ কাৰণে ব্ৰহ্মাই, তৃতীয়তে মহাদেৱে, চতুৰ্থতে দুৰ্বাসাৰ শাপত শ্ৰীহীন হোৱা ইন্দ্ৰই আৰু তাৰ পিছত মুণীন্দ্ৰ, সিদ্ধেন্দ্ৰ দেৱতাসকল আৰু মনু-মানৱে দেৱী দুৰ্গাৰ পূজা কৰাৰ বহুকালৰ পিছতহে সুৰথ ৰজাই মৃন্ময় মূৰ্তি নিৰ্মাণ কৰি দেৱীৰ পূজা আৰম্ভ কৰে। এই পূজা হৈছিল বসন্ত কালত আৰু তেতিয়াৰে পৰা বসন্তকালতে দেৱীপূজা চলি আহিছিল। বাল্মীকি ৰামায়ণত শ্ৰীৰামে দুৰ্গাদেৱীৰ পূজা কৰাৰ একো উল্লেখ নাই যদিও

কৃত্তিবাসী ৰামায়ণমতে শ্ৰীৰামচন্দ্ৰই ৰাৱণবধৰ সময়ত বিজয় লাভ কৰিবৰ অৰ্থে দেৱী দুৰ্গাৰ পূজা শৰত কালত অকালবোধন কৰি পাছে আৰু তেতিয়াৰে পৰাই শৰতকালত দেৱীপূজা আৰু বোধন প্ৰচলিত হয়। মাৰ্কণ্ডেয় পুৰাণ, দেৱীভাগৱত, কালিকাপুৰাণ, ভৱিষ্যপুৰাণ আদিয়ে শৰতকালত দেৱী দুৰ্গাৰ পূজা কৰিলে অচিৰেই ফললাভ হয় বুলি 'ব্যক্ত কৰিছে। দেৱী দুৰ্গা অবিদ্যাৰূপে যেহেতু বন্ধনৰ কাৰণ, বিদ্যাৰূপে তেওঁৱেই মুক্তিৰ কাৰণ। তেওঁৱেই বন্ধন, তেওঁৱেই মুক্তি। ৰজা সুৰথ আৰু সমাধি বৈশ্যৰ কাহিনীয়ে এই দুই কথাৰে প্ৰমাণ কৰিছে। দেৱীৰ পূজা ভোগকামী, মুক্তিকামী উভয়ৰে কাৰণে ফলপ্ৰদ।

যা দেৱী সৰ্ব্বভূতেষু শক্তিৰূপেন সংস্থিতা—যি দেৱী সকলো ভূততে সংস্থিতা হৈ আছে সেই ব্ৰহ্মশক্তি স্বৰূপিনী দেৱী পূজাৰ দ্বাৰা সমগ্ৰ দেশৰেই পূজা হয়—সেয়ে দুৰ্গাপূজা সাৰ্বজনীন পূজা।

# অসমৰ শাক্ত-তান্ত্ৰিক পীঠবোৰ

পূৰ্ণ ক্ষেত্ৰ অধ্যয়ন(Field study) অবিহনে অসমত থকা শাক্ত থান দেৱালয় ইত্যাদিৰ শুদ্ধ লেখ লব নোৱাৰি। অসমৰ বহুতো শাক্ত দেৱালয় ইতিমধ্যেই প্ৰাকৃতিক দুৰ্যোগত, পৃষ্ঠপোষকতাৰ অভাৱত ধ্বংসপ্ৰাপ্ত হল। চুতীয়া, কছাৰী, কোচ, আহোম ৰজাসকলে যি ৰাজকীয় প্ৰেৰণাৰে শক্তিপূজাৰ ধাৰা উজ্বল কৰি তুলিছিল সেই ৰজাসকলৰ পতনৰ লগে লগে শক্তি ধৰ্মৰ ধাৰা শীৰ্ণপ্ৰায় হল। তেনেতে শ্ৰীশঙ্কৰদেৱ প্ৰৱৰ্তিত নববৈষ্ণৱ ধৰ্মৰ প্ৰবল উত্থানে সমগ্ৰ অসমৰ সাংস্কৃতিক জগতক এক নতুন দিগন্ত দিলে। ইতিমধ্যেই বৌদ্ধ তান্ত্ৰিকতাৰ কোনো অংশ কিছুমান অনাচাৰত পৰিণত হৈ-শক্তিবাদক অন্য পথে নিব খুজিলে। ৰজাঘৰীয়া পৃষ্ঠপোষকতাত বাহ্যিক আড়ম্বৰে আৰু বলি বিধানে শাক্ত ধাৰাত গুৰুত্ব পোৱাত সৰ্বসাধাৰণ ৰাইজে অৰ্থনৈতিক কাৰণতো, ভক্তিপ্ৰধান, অনাড়ম্বৰ, অজটিল বৈষ্ণৱ ধৰ্মত শৰণ ললে। তাৰোপৰি শাক্ততান্ত্ৰিক ধাৰা গুহ্যসাধনাপ্ৰধান হোৱাত ই নিজস্ব বৃত্তত বদ্ধ হৈ বল। জনসাধাৰণক আকৰ্ষণ কৰাৰ অৰ্থে নববৈষ্ণৱ ধৰ্মৰ সমান গীত-নৃত্যও শাক্ত ধাৰাত নাছিল। উত্তৰ বৈষ্ণৱ যুগত বঙ্গদেশৰ চৈতন্য ধাৰা ৰাধাকৃষ্ণৰ মধুৰ ৰসেৰে অসমত প্ৰবাহিত হল আৰু এনে ধাৰাবোৰে ভক্তসকলক ভিন্নমুখী কৰি তুলিলে।

এনেকৈ নানান সঙ্কট আৰু সংঘৰ্ষৰ মাজেদি আহি শাক্তধাৰাৰ যি যত চিহ্ন অসমত বৈছে বা আছে তাৰো ঐতিহাসিক সম্পূৰ্ণ বিৱৰণ পাবলৈ নাই। স্থান বিশেষৰ দুই এটা প্ৰবন্ধ, আবিষ্কৃত দুই চাৰি মূৰ্তি, প্ৰাচীন মন্দিৰৰ ধ্বংসাৱশেষ, শাক্ত সাহিত্যত পোৱা উদ্ধৃতিৰ ভেটিকে সাৰোগত কৰি অসমৰ শাক্তস্থান বা শাক্ত দেৱালয় আদিৰ এটি সাধাৰণ বিৱৰণ দাঙি ধৰা হৈছে।

উত্তৰ লক্ষীমপুৰৰ একেবাৰে আগলৈ অৰুণাচলৰ সীমাতে আছে চিলা পথাৰৰ মালিনীথান। এই মালিনী থান যোগিনী মন্দিৰ বুলি প্ৰত্যয় হৈছে। শদিয়াৰ তাম্ৰেশ্বৰী বা কেঁচাইখাতী গোসাঁনীৰ মন্দিৰ অত্যন্ত প্ৰখ্যাত। এই দুয়ো থানৰ বিষয়ে বহলাই লিখা হৈছে।

উত্তৰ লক্ষীমপুৰৰ বিখ্যাত সাহি নৈৰ পাৰত দুৰ্গা, গঙ্গা মনসাৰ মূৰ্ত্তি থকা দেৱালয়ৰ নাম সাহি দেৱালয়। ইয়াক কোনোৱে হাহি বা হাইহিও বোলে। এনে শব্দৰ উৎপত্তিৰ বিষয়ে ভাষাতাত্ত্বিক অনুসন্ধানৰ অতি প্ৰয়োজন। ই জনজাতীয় শব্দও হব পাৰে। ৰবদলনিত আছে মণিপুৰীয়া গোসাঁনীৰ থান। তুলনামূলকভাৱে এই থান নতুন যেন লাগে। কৰ্চ্চন বকল নামৰ গাঁৱত আছিল কেঁচাইখাতী গোসাঁনীৰ থান। এই থানত থকা সৌম্য, ষোড়শী মহাবিদ্যাৰ মূৰ্ত্তিখন নি উত্তৰ লক্ষীমপুৰৰ পঞ্চানন দেৱালয়ত স্থাপন কৰা প্ৰায় এশবছৰ হৈছে। শিলৰ যন্ত্ৰৰ ওপৰত দেৱীমূৰ্ত্তি প্ৰতিষ্ঠিত যিটি দ'ল উত্তৰ লক্ষীমপুৰত আছে সেই দলৰ নাম ৰঠাৱতী। ইয়াৰ উপৰিও ঘাৰমৰাত আছে নীল গোসাঁনীৰ দেৱালয়—নাওবৈচা মৌজাৰ পেৰাভাৰী গাঁৱত আছে মূৰাভগা দেৱালয়। ইয়াত গোসাঁনীৰ যন্ত্ৰ পোৱা গৈছে। মূৰাভগা দ'লৰ বিষযে কথিত আছে যে, এখন বিলৰ পাৰত গছৰ ভগা মূঢ়াত এখন গোসাঁনীৰ মূৰ্ত্তি পোৱাৰ বাবে দেৱীৰ নাম মূৰাভগা আৰু দেৱালয়ৰ নামো মূৰাভগা দ'ল হল। মূৰাভগা শব্দটো "ছিন্নমস্তা"ৰ অৰ্থবহও হব পাৰে। মূৰাভগা দ'লৰ ওচৰতে 'দেওঘৰ" বুলি আৰু এখন দেৱীথান আছে। উত্তৰ লক্ষীমপুৰৰ লাম্লুক মৌজাৰ গেৰেলুৱা নৈৰ পাৰত শিলৰ প্ৰাচীন দেৱীমন্দিৰৰ ভগ্নাবশেষ আছে। ভগ্নাৱশেষৰ ভিতৰত যোনিৰ নিচিনা খোদিত হৈ থকা আঠে ফুট ব্যাসৰ এচটা ঘূৰণীয়া শিলৰ লগতে শিলৰ কাৰুকাৰ্য্যময় সিংহ দুৱাৰৰ চৌকাঠ পোৱা গৈছে। এই দ'ল জোণপানী দ'ল নামে সুবিখ্যাত আছিল আৰু ইয়ালৈ অঁকা, দফলা, মিৰি, আবৰ আদি পৰ্বতীয়া মানুহো তীৰ্থ কৰিবলৈ আহিছিল। নাৰাযণপুৰৰ পিছলা নৈৰ বাওঁপাৰত থকা ফুলবাৰী দেৱালয এখনি গুৰুত্বপূৰ্ণ শাক্ত তীৰ্থ স্থান আছিল। এই পিছলা নৈকে কালিকাপুৰাণত "গৌতমস্য মহাফলা" বুলি কোৱা হৈছে। এই নৈৰ পাৰতে তান্ত্ৰিক যুগত ৰচিত "পিচ্ছিলা তন্ত্ৰ" নামে এখনি তন্ত্ৰও আছে। নাওবৈছাৰ পোতাগোসানী আৰু দিক্ৰৰবাসিনী নদীৰ অধিষ্ঠাত্ৰী দিক্ৰৰবাসিনী দেৱীৰ মন্দিৰো প্ৰখ্যাত।

শদিয়াৰ পৰা দহমাইল উত্তৰ পূবে দিক্ৰং আৰু দেওপানী নদীৰ সঙ্গমত বুঢ়া-বুঢ়ীৰ মন্দিৰ। এই মন্দিৰৰ ভিতৰফালে ছয়কোণীয়া এখন বেদী আছে। ডিব্ৰুগড়ৰ ধেমাজি মৌজাত আছে ঘগুৱা দ'ল। শদিয়াৰ ওচৰৰ চুণপোৰা নামে ঠাইত থকা তাম্ৰেশ্বৰী মন্দিৰৰ ওচৰতে দিক্ৰং নৈৰ পাৰত সৌম্যমূৰ্ত্তিৰ "ললিতাকান্তা" থকা থান। ডিব্ৰুগড

মহকুমাৰ চিচি কৰগাঁৱৰ পৰা অলপ উত্তৰ পশ্চিমত এটি প্ৰাচীন মন্দিৰৰ ধ্বংসাৱশেষৰ লগত এটি ডাঙৰ শিৱলিঙ্গ আৰু ওচৰতে নাৰীমূৰ্তি আছে। ডিব্ৰুগড়ৰে সাতমাইল পশ্চিমে জামিৰা মৌজাত ব্ৰহ্মপুত্ৰৰ পাৰত কলী আইৰ থান।

শিৱসাগৰত আহোম স্বৰ্গদেউসকলে প্ৰতিষ্ঠা কৰা শিৱসাগৰ আৰু জয়সাগৰৰ দেৱীদ'ল থকাৰ উপৰিও ৰংপুৰ নগৰৰ উত্তৰ পূৱ চুকত বুঢ়ী গোসাঁনী দেৱালয় আৰু গৌৰীসাগৰৰ দেৱীদ'ল আছে। পীঠৰ মুখত দিখৌমুখৰ বামধা পীঠ আৰু প্ৰাক আহোম যুগৰে শক্তিপীঠ বুলি খ্যাত। থানৰ ভিতৰত শিৱসাগৰ নগৰৰ পূৱ অঞ্চলত কালীবাৰী থান এখনি আছে।

যোৰহাটৰ বুঢ়ীগোসাঁনী দেৱালয় এক প্ৰখ্যাত দেৱালয়। গোলাঘাটৰ নেঘেৰীটিঙৰ দেৱীদুৰ্গাৰ দ'ল, দুমদীগড়ৰ শিৱদ'লৰ লগতে হোৱা দেৱী পূজা, আৰু হামদৈ পথাৰত হামদৈ গোসাঁনীৰ থান আছে।

উত্তৰ কাছাৰ আৰু মিকিৰ পৰ্বতত এতিয়ালৈকে উদ্ধাৰ হোৱা দেওপানীৰ দুৰ্গা মূৰ্তিৰ উপৰিও "দক্‌মকা" নামে ঠাইত (নতুন মিকিৰ পৰ্বত জিলা) মহামায়া* স্থান অৱস্থিত। লাংহিং নামে ঠাইতো দুৰ্গাৰ থান আছে।

নগাঁৱত থকা বিভিন্ন থান আৰু দেৱালয়ৰ ভিতৰত কলিয়াবৰৰ কামাখ্যা দেৱালয় হৈছে দুৰ্গা আৰু কালীৰ শিলৰ মূৰ্তি থকা এখনি থান। "কামাখ্যা" নামৰ থান অসমৰ বহুতো ঠাইত পোৱা গৈছে। নীলাচলৰ কামাখ্যাৰ আৰ্হিৰেই এইবোৰ স্থানত গুপ্ত সাধনা চলিছিল বুলি ভবাৰ অৱকাশ আছে। ৰৰপানী কপিলীৰ সঙ্গমৰ পৰা 'ডেৰমাইল দূৰত অৱস্থিত বসুন্ধৰী পৰ্বতত বসুন্ধৰীৰ নামত চতুৰ্ভূজা জগদ্ধাত্ৰীৰ মূৰ্তি পোৱা গৈছে। ডবকাৰ পৰা ডেৰমাইলমান উত্তৰে ওখ মহামায়া পৰ্বতৰ ওপৰত আছে জীৰ্ণ মহামায়াৰ মন্দিৰ। হোজাই অঞ্চলতো দেৱীৰ মূৰ্তি পোৱা গৈছে।

---

* শক্তিমন্দিৰবোৰৰ বহুতো অলৌকিক কাহিনী শুনা যায়। উদাহৰণ স্বৰূপে এই মন্দিৰত সময়ে সময়ে, ভৰদুপৰীয়া, অশৰীৰীয়ে এজুম ওৰণী লোৱা মাইকীমানুহৰ ৰূপ লৈ অপূৰ্ব সুৰত নাম গায়। ১৯৮১ চনতো এনে প্ৰাৰ্থনা মানুহে শুনিছে। গুৱাহাটীৰ ঘোৰপুখুৰীৰ শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্যই এনে দৃশ্য আৰু নাম শুনি শিহৰিত হয় আৰু পিছ মুহূৰ্ততে অশৰীৰীবোৰ অদৃশ্য হয়।

যোগীজানৰ ধ্বংসাৱশেষৰ পৰা ডেৰমাইলমান পশ্চিমে নভজা নামে কছাৰী গাওঁ এখনিৰ কাষৰত চাৰিফুট তিনি ইঞ্চি ওখ এখনি ষড়ভূজা চামুণ্ডা মূৰ্তি পোৱা গৈছে। মহামায়া পৰ্বতৰ পৰা পাঁচ মাইলমান দূৰত "ভুই" নামৰ এটি টিলাৰ ওপৰত দশভূজা মহিষমৰ্দিনী দুৰ্গা মূৰ্তি আবিষ্কৃত হৈছে। নগাঁও চহৰৰ পৰা আঠমাইল পশ্চিমে কাছমাৰীৰ ওচৰত কালিকাথান এখনি আছে। কাছৰ বলিৰে পূজা দিয়া এই থানখনিত আঠেহাতমান দীঘল হেংদানৰ আকাৰৰ এখনি কালিকা লগা হেংদান পোৱা গৈছে। এই হেংদান কোনেও নি ঘৰত ৰাখিব নোৱাৰে। এই থানৰ ওচৰতে এখনি উলঙ্গ শিৱৰ স্থান। এই স্থানৰ পূজা ৰাতি হয়। পূজা উপস্থিত আটায়ে উলঙ্গ হৈ কৰা নিয়ম। পূজাত কুকুৰা আদি চৰাইও বলি দিয়া হয়।

তেজপুৰো বিভিন্ন দেৱী আৰু শিৱস্থানেৰে পৰিপূৰ্ণ। তেজপুৰৰ প্ৰাচীন নাম শোণিতপুৰ আৰু এই শোণিতপুৰৰ বিভিন্ন বৈষ্ণৱ শাক্তস্থান উষা-অনিৰুদ্ধৰ কাহিনীৰ লগত জড়িত। উষাই দেৱী উপাসনা প্ৰতিদিন যিটি মন্দিৰত কৰিছিল বুলি কিম্বদন্তী আছে সেই মন্দিৰটি হৈছে ভৈৰবীমন্দিৰ। ব্ৰহ্মপুত্ৰৰ পাৰৰ এটি সৰু টিলাৰ ওপৰত এই মন্দিৰ অৱস্থিত। ইটা-শিলৰ প্ৰাচীন মন্দিৰ ধ্বংসপ্ৰাপ্ত হৈছে, আৰু তাৰ ঠাইত নতুন টিনৰ মন্দিৰ সজা হৈছে। মন্দিৰৰ পৰা দক্ষিণফালে ব্ৰহ্মপুত্ৰলৈ নামি যোৱা শিলৰ খটখটি আছে। এই ভৈৰবীৰ নাম "মহাভাগা" বুলি জনা যায়। ভৈৰবীৰ পৰা অলপ আগলৈয়ে নৰবলি দিয়া পাহাৰ। ভৈৰবী মন্দিৰতো ভৈৰবী দেৱীৰ অৰ্থে নৰবলি দিয়া হৈছিল।

হলেশ্বৰ মৌজাৰ শালনি উৰাজাহাজ পথাৰৰ কাষতো এটি দেৱী মন্দিৰ আছে। সেই মন্দিৰত কেনে বিগ্ৰহ আছে জনা নেযায়। জামুগুৰিৰ পৰা প্ৰায় দুমাইল উত্তৰ পশ্চিমে নন্দিকেশ্বৰ দেৱালয়। এই পীঠৰ দেৱী নন্দিনী আৰু ভৈৰৱ নন্দিকেশ্বৰ। প্ৰতাপপুৰৰ ৰজাই সজোৱা পুৰণি মন্দিৰৰ ভেঁটিত ১৬৯৭ চনত স্বৰ্গদেৱ ৰুদ্ৰসিংহই এই মন্দিৰ পুনৰ্নিৰ্মাণ কৰায়। উমাই হৰক পতিৰূপে পাবৰ কাৰণে যি স্থানত একান্ত তপস্যা কৰিছিল সেই ঠাই এই উমাটুমনি বুলি কিম্বদন্তী এটি আছে। উমাই তপস্যা কৰা ঠাইতে ব্ৰহ্মপুত্ৰৰ পাৰত এটি দেৱালয় আছে। উমা এটি শিলৰ গহ্বৰহে। ইয়াত সতীৰ বাম বাহু, বাম স্তন পৰিছিল বুলি কোৱা হয়। স্বৰ্গদেৱ শিৱসিংহই ১৭৪১ চনত

এই মন্দিৰ সজায়। উমাৰ ওচৰতে সিদ্ধেশ্বৰ, নাগেশ্বৰ নামৰ কেইবাটিও শিৱমন্দিৰ আছে। তাৰোপৰি প্ৰায় কাষতে থকা "চক্ৰেশ্বৰ" নামৰ দেৱালয়ৰ নামো তাৎপৰ্য্যপূৰ্ণ। গোসাঁনীৰ যন্ত্ৰ থকা শিলো এই অঞ্চলত পোৱা গৈছে।

সতীৰ সোঁ বাহু আৰু সোঁ স্তন পৰা বুলি কথিত থকা ঠাইত চণ্ডী মন্দিৰ এটি আছে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে পানীৰ কাষত এই মন্দিৰ। ১৬৭০ চনত স্বৰ্গদেৱ গদাধৰ সিংহই ইয়াত মন্দিৰ সজাইছিল, কিন্তু সেই মন্দিৰ ভগ্ন হৈছে।

তেজপুৰৰ বৰদ'ল, কমলেশ্বৰ আদি দ'ল থকা ঠাইৰ নাম বামগিৰি। এই বামগিৰিত মঙ্গলচণ্ডিকাৰ মন্দিৰ আছে।

কল্যাবাৰীত এখনি বৰকালিকা থান আছে। সেই থান ফুলবাৰী থান নামেও প্ৰসিদ্ধ। ফুলবাৰী দেৱালয় ১৭০৫ চনত রুদ্ৰসিংহই নিৰ্মাণ কৰিছিল। কল্যাণী দেৱালয়ৰ যি স্থানত দেৱীপূজা হৈছিল সেই স্থান ব্ৰহ্মপুত্ৰই খহাই নিলে।

শিঙৰি পৰ্বতত পোৱা ভাস্কৰ্য্যই তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ ইঙ্গিত দিয়ে। গুপ্তেশ্বৰ, গোপেশ্বৰ আদি নামো অৰ্থপূৰ্ণ। বিভিন্ন ধৰ্মৰ সংঘাতত শৈৱ ধৰ্ম গুপ্তভাৱেও এসময়ত পালন কৰা হৈছিল। "নৰকৰ আগতে কামৰূপৰ চলতি ধৰ্ম আছিল শৈৱ। শিৱে এই দেশখন নিজৰ স্বৰাজ্য হিচাবে ৰাখি আছিল। শাক্ত ধৰ্মৰ চলতি হোৱাতো শৈৱ মত গুপুতভাৱে চলি আছিল ( অন্তৰ্গুপ্তঃ স মে পুৰে )।"

অসমত সিঁচৰিত হৈ থকা অজস্ৰ থানৰ ভিতৰতে মঙ্গলদৈৰ বনমাৰা মৌজাৰ পদ্মাৰ থান অন্যতম। পদ্মাপুখুৰী এটিও কাষতে আছে। দুৰ্গা আৰু মনসা পূজা এই থানত অনুষ্ঠিত হয় কিন্তু বলি ইয়াত দিয়া নহয়। মঙ্গলদৈৰ পৰা চৈধ্যমাইল দূৰৰ খিপিজা মৌজাতো পদ্মাৱতীৰ মন্দিৰ এটি আছে। মঙ্গলদৈৰ অধাগাওঁ মৌজাৰ অন্তৰ্গত। ওদোলাগাঁৱত সতী বেউলাৰ পিতৃ শাহে বজাৰ নগৰ বুলি জনশ্ৰুতি আছে। এই ঠাই উজনি বাজ্য বুলিও জনাজাত। এই উজনিৰে এডোখৰ ঠাই বেউলাৰ বিয়াখলা বুলি প্ৰসিদ্ধি আছে। জনশ্ৰুতিমতে বিয়াখলাৰ কাষতে থকা মুক্তেশ্বৰী মন্দিৰত বেউলাক

বিধবা হবলৈ পদ্মাৱতীয়ে অভিশাপ দিছিল। এই মন্দিৰত পদ্মাৱতীৰ পূজা প্ৰতিবছৰে সম্পন্ন হয়।

মঙ্গলদৈৰ চেখাৰ মৌজাত কুকুৰাৰূপী ভৈৰবীৰ স্থান এখনি আছে। নৰকাসুৰে কামাখ্যাক পত্নী ৰূপে পাবলৈ হাবিযাস কৰি দেৱীৰ ছলনাত সফল হব নোৱাৰি, পুৱাৰ জাননী দি নৰকৰ সঙ্কল্প ব্যৰ্থ কৰা কুকুৰা এই ঠাইতেই কাটিছিল বুলি প্ৰবাদ আছে।

মঙ্গলদৈৰ কলাইগাওঁ মৌজাৰ লক্ষীমপুৰ গাঁৱত কামাখ্যাৰ থান নামে এখনি দেৱালযৰ ভগ্নাৱশেষ আছে। মন্দিৰত বিগ্ৰহ নাই কিন্তু তান্ত্ৰিক পূজাৰ মণ্ডপৰ নিচিনা কিছু যন্ত্ৰ শিলৰ বেদীত অঙ্কিত আছে।

তেজপুৰৰ কল্যাণী থানৰ কল্যাণীৰ দৰেই মঙ্গলদৈৰ পাৰিনাতীও আছিল অলৌকিক শক্তিসম্পন্না এক ব্যাস ব্ৰাহ্মণৰ কন্যা। তেওঁৰ নামত দৰঙী ৰজা সম্ভৱতঃ ধৰ্মনাৰায়ণে এক মন্দিৰ নিৰ্মাণ কৰি দিয়ে। পালবংশী ৰজাৰ দিনত প্ৰতিষ্ঠিত শানপাৰা দেৱালয়ৰ কাষৰ পুখুৰীত প্ৰতিবছৰে জেঠমাহত পানীতোলা উৎসৱ এটি পাতি ৰসন্তৰ অধিষ্ঠাত্ৰী আইৰ পূজা কৰা হয়। দৈৱজ্ঞ ভূঞা নামে জনাজাত দেউৰাজ ভূঞাই দৰঙী ফৈদে ৰাজ্য প্ৰতিষ্ঠা কৰাৰ বহু পূৰ্বে ব্যাসপাৰাত শিৱদুৰ্গাৰ বিগ্ৰহ স্থাপন কৰি প্ৰতিষ্ঠা কৰা দেউৰাজ দেৱালয় এতিয়া ধ্বংসপ্ৰাপ্ত হৈছে।

মঙ্গলদৈত এখনি শাক্ত সত্ৰও আছে। নাম বিশ্বসত্ৰ। দেৱী সাধক, গৌড়ৰ পৰা অহা ব্ৰাহ্মণ বিশ্বৰূপ ভট্টাচাৰ্যাৰ নাম অনুসাৰে এই সত্ৰৰ নাম বিশ্বসত্ৰ হয়। দৰঙৰ অষ্টম ৰজা বিষ্ণুনাৰায়ণে এই সত্ৰৰ পৃষ্টপোষকতা কৰে।

কামৰূপ মহামায়া কামাখ্যাৰ আবাসভূমি। কামাখ্যা প্ৰসঙ্গ বিশদভাবে আলোচিত হৈছে। কামাখ্যা মন্দিৰৰ লগতে কালী, তাৰা, ছিন্নমস্তা, বগলা, ভৈৰবী, ধূমাৱতী, কামেশ্বৰ, সিদ্ধেশ্বৰ, কোটিলিঙ্গ, মাতঙ্গী আৰু কমলাৰ মন্দিৰসমূহো আছে। নীলাচলৰ শীৰ্ষত আছে ভুবনমোহিনী ভুবনেশ্বৰীৰ পীঠ। এওঁ মহাগৌৰী নামেও পূৰ্বতে প্ৰসিদ্ধা। কামাখ্যা মন্দিৰলৈ উঠি যোৱা পদপথত ললিতা কান্তাৰো স্থান। কামাখ্যা মন্দিৰ ১৫৬৫ খৃঃত কোঁচ ৰজা নৰনাৰায়ণে পুনৰ্নিৰ্মাণ কৰে। মন্দিৰৰ ভিতৰত মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ ভ্ৰাতা

চিলাবাঘৰ মূৰ্তি খোদিত আছে। কামাখ্যা মন্দিৰৰ ভাস্কৰ্য্যসমূহৰ সময় অষ্টম শতিকাৰ পৰা সোতৰ শতিকালৈকে ব্যাপৃত বুলি পণ্ডিতসকলে মত দাঙি ধৰিছে। কামাখ্যা ধামত অম্বুবাচী মেলা অতি পয়োভৰেৰে প্ৰতিবছৰ সম্পন্ন হয় আৰু ভাৰতৰ বিভিন্ন প্ৰান্তৰৰ পৰা দৰ্শনাৰ্থী আহে। শাওণ ভাদৰ সংক্ৰান্তিত মনসা পূজা আৰু দেওধাৰ অনুষ্ঠান সম্পন্ন হয়।

কামাখ্যাৰ লগত বশিষ্ঠ মুনিৰ নাম নিবিড়ভাৱে জড়িত। কামাখ্যা দৰ্শনাৰ্থে অহা বশিষ্ঠমুনিক বজা নৰকে দৰ্শনৰ অনুমতি নিদিয়াত মুনিয়ে গুৱাহাটীৰ সাত মাইল দক্ষিণে থকা সন্ধ্যাচলত অৱস্থান কৰে। বশিষ্ঠাশ্ৰমত থকা সন্ধ্যা-ললিতা-কান্তা এই ত্ৰিধাৰা নিজৰাৰ সম্পৰ্কত বহুতো কাহিনী আছে যদিও সন্ধ্যাচলেই সন্ধ্যা আৰু মুনিৰ উপাস্যা দেৱী "ললিতা কান্তা"ই ললিতা আৰু কান্তা নামলৈ ৰূপ সলাইছে যেন অনুমান হয়। এই ত্ৰিধাৰা পানীক বশিষ্ঠ গঙ্গা বোলাও হয়। গঙ্গা মানেই পানী আৰু বশিষ্ঠই ব্যৱহাৰ কৰা পানী কাৰণেই বশিষ্ঠ গঙ্গা। যোগ মাৰ্গৰ লোক বশিষ্ঠই আৰাধনা কৰা আশ্ৰমত যোগেশ্বৰ শিৱৰ দেৱালয়। ১৭৫১ চনত এই স্থানৰ দেৱালয়টি নিৰ্মিত হয়। তান্ত্ৰিক ৰেখা বিশিষ্ট শিলো এই ত্ৰিধাৰাৰ সঙ্গমৰ আগলৈ দেখা যায়।

গুৱাহাটীৰ ছত্ৰাকাৰৰ মঙ্গলচণ্ডী আৰু যোৰপুখুৰী অঞ্চলৰ উগ্ৰতাৰা দেৱালয়ৰ বিষয়ে অন্য স্থানত আলোচনা হৈছে। ব্ৰহ্মপুত্ৰৰ মাজত থকা উমানন্দৰ পৰা অনতিদূৰত উৰ্বশী পৰ্বত। উৰ্বশী পৰ্বতত জল্লেশ্বৰ শিৱৰ স্থান আছে আৰু উৰ্বশীও এক যোগিনী। উৰ্বশী দ্বীপৰ মূৰ্তিসমূহৰ ভিতৰত যোগাসনাস্থ ভূমিস্পৰ্শ মুদ্ৰাযুক্ত যিটি মূৰ্তি আছে সেই মূৰ্তি নিসন্দেহে বুদ্ধমূৰ্তি।

পলাশবাৰীৰ বৰাতলীত আছে লাহেশ্বৰী ভগৱতীৰ থান আৰু মিৰ্জাত আছে নিজেশ্বৰীৰ আৰু বাঘেশ্বৰী গোসাঁনীৰ থান। ছয়গাঁৱত আছে প্ৰাচীন চণ্ডিকাৰ মন্দিৰ আৰু ৰতনপুৰত আছে মনসাৰ থান।

হাজোৰ জয়দুৰ্গা মন্দিৰ ১৭৭৪ চনত লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দ্বাৰা সজা হৈছিল। বজিয়াৰ ওচৰত নাহেশ্বৰী আৰু দীপ্তেশ্বৰী নামে দুখনি পীঠ আছে। গুৱালকুছিৰ বাৰত্তি মৌজাত আছে বাঘেশ্বৰী দেৱীৰ পীঠ।

নলবাৰী অঞ্চলৰ বাজিলেচা নামে ঠাইৰ প্ৰসিদ্ধ কালী মন্দিৰত চতুৰ্ভুজা কালীৰ বিগ্ৰহ আছে। মন্দিৰৰ কাষত এটি ডাঙৰ পুখুৰীও

আছে। হাজোৰ উত্তৰে নলবাৰীৰ পৰা দহমাইল দক্ষিণে আদাবৰী গাঁৱত থকা বাঘেশ্বৰী থান জয়দুৰ্গাৰ থান নামেও জনাজাত। এই থানত বলি বিধানো চলে।

কামৰূপ ক্ষেত্ৰীৰ পৰা তিনি ফাৰ্লং দক্ষিণে আছে ক্ষেত্ৰীৰ কামাখ্যা মন্দিৰ। মন্দিৰৰ বিগ্ৰহ হৈছে কালী। ডিমৰীয়া ৰজাৰ ৰজাই নীলাচলৰ কামাখ্যাৰ পিছত এই কামাখ্যা মন্দিৰ সজায় বুলি কথিত আছে। ক্ষেত্ৰীৰ পৰা তিনিমাইল পূবলৈ ধোপগুৰি গাঁৱৰ পৰা চাৰি ফাৰ্লং দক্ষিণে পাহাৰৰ পৰা বৈ অহা জুৰি এটিৰ পাৰত আছে আন এখনি কালীথান। সম্ভৱ ডিমৰীয়া ৰজাযে এই থান-খনিও প্ৰতিষ্ঠা কৰিছিল।

কামৰূপ জিলাৰ দক্ষিণ পাৰে বকোত আৰু শিঙৰাৰ ওচৰৰ বেকেলী গাঁৱত থকা বুঢাবুঢীৰ থানত বাথোৱাই (মহাদেৱী)ৰ লগতে বুঢী গোসাঁনী খাম্‌মাইখাৰ (কামাখ্যা) পূজা হয়। বড়োসকলে কামাখ্যাৰ লগতে নৈৰূপী দেৱী বুলি মনা ভৱলীকো পূজা কৰে। মাইনাওৱী (লক্ষ্মী দেৱী) ন পূজাও ৰঙ্গা-বঢা কৰা কোঠাৰ এচুকৰ বেদীত আৰু খেৰায় পূজাত বাথৌৰ লগতে অনুষ্ঠিত হয়।

গোৱালপাৰা জিলাত থকা অভয়া দেৱীৰ দেৱালয় বিজনীৰ ৰাজধানী অভয়াপুৰীত। অষ্ট ধাতুৰে নিৰ্মিত অভয়া দেৱীৰ প্ৰতীক এই বিগ্ৰহ বিজনী ৰাজকুলৰ উপাস্যা দেৱী। ইয়াৰ উপৰিও অভয়াপুৰীত থকা অন্য শাক্ত মন্দিৰ হল দুৰ্গাবাৰী, মনসাবাৰী, কালী মঙ্গলচণ্ডীবাৰী, বুঢ়ী ঠাকুৰাণী আৰু বাৰী ঠাকুৰাণীৰ মন্দিৰ।

দুধনৈৰ দেউৰীপাৰা গাঁৱত আছে এখনি আইথান। চাপটগ্ৰাম ৰেলষ্টেচনৰ পৰা পূবে আইশাঁখাতী নামৰ টিলা এটাৰ ওপৰত কালী গোঁসানীৰ থান। ইয়াৰ উপৰিও আলোকঝাৰিত আছে কালীথান আৰু মানিকাচৰত আছে কামাখ্যা। এই কামাখ্যাত দেৱীৰ ভগাংশ পৰা বুলি প্ৰবাদ আছে। বঙাইগাঁৱৰ চাৰিমাইলমান পূব কালিকাপট পাহাৰৰ ওচৰত কালী গোসাঁনীৰ থান আছে। এই থানৰ পুৰোহিত ছিপনছিলা গাঁৱৰ ৰাজবংশী মানুহ। ইয়াৰ বাহিৰেও গোৱালপাৰাৰ বিভিন্ন অঞ্চলত কালীৰ থান দেখা গৈছে: বঙাইগাঁৱৰ ওচৰৰ বৰ্ষণ গাঁৱত কালীমঙ্গলচণ্ডীৰ থান, শালকোছাৰ নিয়োগীপাৰাৰ কালীথান, সৃজন-গাঁৱৰ খামাৰপাৰাৰ কালীৰ থান, উপৰতল কালীমন্দিৰ, কৃষ্ণাই

তোকমালাৰ কালীৰ থান, বঙাইগাওঁ ৰবপাৰাত কালীঠাকুৰাণীৰ থান, বাঘেশ্বৰী পাহাৰৰ ওপৰত সিদ্ধেশ্বৰী কালী গোসানীৰ থানৰ উপৰিও লেংটীয়া পাহাৰত কেঁচাইখাতী গোঁসানীৰ থান আছে। টুক্রেশ্বৰী দেৱালয়ৰ আৰু মহামায়া মন্দিৰৰ বিষয়ে অন্য ঠাইত বৰ্ণিত হৈছে। গোৱালপাৰা জিলাৰ বহুতো ঠাইত বুঢ়ী ঠাকুৰাণীৰ থান সিঁচৰিত হৈ আছে। বঙাইগাওঁ নগৰীৰ পূব দক্ষিণ কোণে বাঘেশ্বৰী দেৱালয় এক প্ৰসিদ্ধ দেৱালয়। বাসুগাওঁ ষ্টেচনৰ পৰা পাঁচমাইল আঁতৰত চিদলী ৰাজধানী বিদ্যাপুৰত উগ্ৰভৈৰবীৰ ( লেংটিয়ানী ঠাকুৰাণী ) থান।

গোৱালপাৰাৰ আঠ মাইলমান দক্ষিণ-পূবে অৱস্থিত শ্ৰীসূৰ্য্য পাহাৰ প্ৰকৃততেই এখনি শাক্ততান্ত্ৰিক ধাৰাৰ কেন্দ্ৰস্থল আছিল বুলি সেই স্থানত পোৱা ৰেখা অঙ্কিত শিল, শ্ৰীসূৰ্য্য, দুৰ্গা, গণেশ আদিৰ মূৰ্ত্তিয়ে প্ৰমাণ কৰিছে। এই স্থানৰ পূৰ্ণ অধ্যয়ন হবলৈ এতিয়াও বাকী।

গোৱালপাৰাৰ দুধনৈক কেন্দ্ৰ কৰি আশে পাশে থকা মণ্ডলগ্ৰাম, বগুলামাৰি, খাৰা আদি স্থানত প্ৰতিবছৰে মাৰৈ পূজা অনুষ্ঠিত হয়। মাৰৈ পূজাত মঞ্চ বা মজু সাজি লোৱা হয়। বলি বিধানৰো ব্যৱস্থা কৰা হয়। দুধনৈ অঞ্চলৰ দহেলা, পাহি, পাহাৰতলী আৰু দেউৰীপাৰা আদি গাঁৱত থকা "আইথান"বোৰ বেছিভাগতেই বছৰত তিনিবাৰকৈ পূজা-পাতল অনুষ্ঠিত হয়।

খাচী-জয়ন্তীয়া পৰ্বতত, জয়ন্তীয়াৰ বাউৰভাগ পৰগণাত সতীৰ বামচৰণ পতিত হোৱা বুলি কথিত থকা এখনি শাক্ত পীঠ আছে। শাৰদীয় দুৰ্গাপূজাৰ সময়ত এই পীঠত নৰবলিও দিয়া হৈছিল। '

খাচীয়া পৰ্বতৰ দক্ষিণ সীমান্তত চেলা গাওঁ। চেলা বজাৰৰ ওচৰতে এখনি মুকলি ঠাইত এডোখৰ ঘূৰণীয়া চেপেটা শিলক চণ্ডিকা বুলি পূজা দিয়া হয়। এয়েই জয়ন্তেশ্বৰী।

কাছাৰ জিলাৰ মাইবঙত পুৰণি ৰাজধানীৰ ভগ্নাৱশেষৰ লগতে আছে ৰণচণ্ডী ঠাকুৰাণীৰ মন্দিৰ। মাইবং নদীৰ কাষতো আছে অন্য এক দেৱীৰ মন্দিৰ। এই মন্দিৰ সুৰদৰ্প নাৰায়ণৰ ৰাজত্বকালত তেওঁৰ মাক চন্দ্ৰপ্ৰভাৰ আদেশত নিৰ্মাণ কৰা হয়।

শিলচৰৰপৰা সাত মাইলমান উত্তৰলৈ কুম্ভিগ্ৰামত কছাৰী ৰজাৰ উপাস্যা দেৱী কঁাচাখাতী ( কেঁচাইখাতী ) গোসাঁনীৰ পীঠ এখনি

আছে। বিহাৰা নামৰ ঠাইতো এটি দেৱীমন্দিৰ আছে। শিলচৰ আৰু হাইলাকান্দি মহকুমাৰ সীমাত সিদ্ধেশ্বৰত দশভূজা নামৰ এটি দেৱীমন্দিৰ আছে।

ড° মহেশ্বৰ নেওগদেৱৰ দ্বাৰা সম্পাদিত "পৱিত্ৰ অসম" গ্ৰন্থৰ পৰা পোৱা অশেষ সহায় কৃতজ্ঞতাৰে স্বীকাৰ কৰা হৈ'ছে। লগতে আনন্দ চন্দ্ৰ আগৰৱালাৰ তীৰ্থ বিবৰণ, মঙ্গলদৈ সাহিত্য সভাৰ স্মৃতিগ্ৰন্থকে ধৰি অনেক আলোচনী আৰু গ্ৰন্থৰ সহায় স্বীকাৰ কৰা হৈছে। ইয়াৰ লগতে নিজে অসমৰ স্থান পৰিদৰ্শন কৰি গোটোৱা সমলো অন্তৰ্লীন হৈছে।

# প্ৰাচীন অসমত নৰবলি

প্ৰাচীন অসমত নৰবলি সম্পৰ্কত ক'ব পাৰি যে, নৰসিংহ নামে এজন বঙ্গাই নীলাচলৰ ভৈৰৱী মন্দিৰত নিজৰ মূৰ কাটি দেৱীক দান কৰিছিল (স্থানীয় কিম্বদন্তীমতে)। আহোম স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনত "বঙাল"ৰ সত্ৰাজিতৰ পুতেক কৰ্মচান্দ আৰু আঠজন বন্দী বঙালক দেৱীৰ আগত বলি দিয়াৰ বিৱৰণ বুৰঞ্জীত পোৱা যায়।

স্থানীয় প্ৰথা অনুসন্ধান কৰিলে দেখা যায় যে, শ্ৰীশ্ৰীশঙ্কৰদেৱৰ প্ৰচাৰিত, পোন্ধৰ-ষোল শতিকাৰ বৈষ্ণৱ ধৰ্মৰ জনপ্ৰিয়তাৰ আগেয়ে অসমত প্ৰবলভাৱে শাক্তধৰ্মৰ সোঁত বৈছিল। কছাৰী, চুটিয়া, দেউৰী আৰু কোঁচসকলে শদিয়াৰ কেঁচাইখাতী আৰু নীলাচলৰ কামাখ্যাত জয়ন্তেশ্বৰী আৰু কপিলীত, লালুংসকলেও গোভাৰ কেঁচাইখাতীত শক্তি পূজা কৰি বলি প্ৰদান কৰিছিল। দিক্ৰৌ, কপিলীৰ দৰে ভৰলুও আছিল শক্তিৰূপা নৈ। কবি দুৰ্গাবৰৰ মনসা কাব্যতো গঙ্গাক শক্তিস্বৰূপা কৰি দেখুওৱা হৈছে। লক্ষীন্দাৰৰ মাতৃ সনেকাই গঙ্গাত নামি মনসাৰ নামত ছাগ বলি দি সন্তান কামনা কৰিছে। চান্দ সদাগৰেও তেনেকৈ বণিজৰ নাও সাজোঁতে বলিদান কৰি পূজা দিয়ে।

জয়ন্তীয়াবিলাকে কপিলী নৈক গোসানী জ্ঞান কৰি পূজা কৰি জাৰকালি দুজন মানুহ বলি দিছিল। বলিক প্ৰথমে মাওচাই বা চাংপুং হাটলৈ লৈ গৈ যি ইচ্ছা তাকে খাবলৈ দি, চুমেৰ আৰু কাইচুক্ চিপলৈ নি, কপিলী নৈত পৰা এখন সৰু নৈৰ শিল এছটাত বলি দিয়া হৈছিল। কিছুমানৰ মতে এই বলি দিয়া শিলছটা কপিলী নৈতহে অৱস্থিত। এই বলিকটা দলবো বিশেষ এটা খেল আছে।

চিনটেংসকলে এই কপিলী নৈক বিশেষভাৱে শ্ৰদ্ধা কৰে আৰু মান নধৰাকৈ কপিলী পাৰ হৈ নেযায়। ছাগলী বা কুকুৰা এনে মান ধৰিবৰ কাৰণে উছৰ্গা কৰা হয়। জয়ন্তীয়া পাহাৰবো অনেক ঠাইত কপিলীক পূজা দিয়া হয়। নৰটিয়াঙৰ পুখুৰী এটাতো নিয়মীয়া পূজা দিয়া হয় আৰু সেই পুখুৰীৰ নাম কাউমকৈ কপিলী।

ইয়াৰ উপৰিও ফালিজুৰ পৰগণাৰ পীঠত আৰু মাজে মাজে জয়ন্তেশ্বৰী মন্দিৰত জয়ন্তীয়াসকলে আহিনৰ শুক্লপক্ষৰ মন্দিৰ দিনা নৰবলি দিছিল। মন্দিৰলৈ প্ৰায়েই স্বইচ্ছাই মানুহ বলি যাবলৈ আহিছিল আৰু তেওঁবিলাকক "ভোগখাওৱা" বুলিছিল। তেনে মানুহে শাওণৰ শেষৰ দিনা ৰজাৰ আগত হাজিৰ হৈ তেওঁক গোসাঁনীয়ে মাতিছে বুলি কৈছিল। ৰজাই যদি সেই মানুহক বলিৰ বাবে উপযুক্ত বুলি বিবেচনা কৰিছিল তেতিয়া সোণৰ নেপুৰ এযোৰ উপহাৰ দি তেওঁক ইচ্ছামতে থাকিবলৈ আৰু কাম কৰিবলৈ দিছিল। তেওঁ কাৰোবাৰ কিবা যদি অনিষ্ট কৰিছিল, ক্ষতি কৰিছিল ৰাজভঁৰালৰ পৰাই সেই ক্ষতি পূৰণ কৰি দিয়া হৈছিল।

দুৰ্গা নৱমীৰ দিনাখন তেওঁক গা ধুৱাই পৱিত্ৰ কৰি নতুন পোছাক পিন্ধাই ৰক্তচন্দন আৰু সেন্দুৰ ঘঁহি, মালা পিন্ধাই গোসাঁনীৰ আগত এখন ওখ আসনত বহুওৱা হয়। তাতে তেওঁ জপ আৰু মন্ত্ৰ সমাপ্ত কৰি আঙুলিৰে সঙ্কেত দিলেই বলিকটীয়াই মন্ত্ৰ মাতি তেওঁৰ মূৰ কাটি পেলায়। বলিৰ কটা মূৰ সোণৰ কাঁহীত সজাই গোসাঁনীৰ আগত দিয়া হয়। কন্দ্ৰযোগীয়ে বলিৰ হাওঁফাওঁ ৰান্ধি খায় আৰু ৰাজ পৰিয়ালে বলিৰ তেজত ৰন্ধা ভাত প্ৰসাদৰূপে গ্ৰহণ কৰে।

দেওধাই অসম বুৰঞ্জীত উল্লেখ আছে যে মিকিৰবিলাকে "ভপাং বংকেৰ" আৰু "ৰেকুপি বংকেৰ" নামে দুবিধ পূজা কৰিছিল আৰু সেই দুই পূজাত নৰবলি দিয়া হৈছিল।

তেজপুৰৰ ভৈৰবীত অতীজত নৰবলি হৈছিল। এই বলি ভৈৰবী পাহাৰৰ পূবে থকা টিলা এটাত সম্পন্ন কৰা হৈছিল।

গোৱালপাৰা জিলাৰ বিজনী ৰাজপৰিয়ালে আজিও নিজৰ আঙুলিৰ তেজ দি দুৰ্গা পূজা কৰে বুলি শুনা যায়।

কোঁচ ৰাজত্বৰ সময়ত ধনশিৰী অঞ্চলত নৰবলি দিয়া হৈছিল। প্ৰাচীন ধ্বংসাৱশেষৰ মাজত ত্ৰিশটা ঘূৰণীয়া স্তম্ভ দুশাৰীকৈ পতা আছে। চাৰিচুকীয়া স্তম্ভও দুশাৰী আছে। বছৰৰ বিশেষ দিনত ৰাইজে মান অনুসাৰে সেই খুটাৰ কাষত বহিছিল আৰু ঘৰৰ মাজৰ বলিশালত নৰবলি দিয়া হৈছিল।*

---

*Travels and Adventures in the Province of Assam during a Residence of Fourteen Years, London, 1855 J. Butler.

কামাখ্যা মন্দিৰত দিয়া বলিক "ভোগী" আৰু কেঁচাইখাতী মন্দিৰত দিয়া বলিক "ষাড" বোলা হৈছিল। কোনো কোনো পণ্ডিতৰ মতে কেঁচাইখাতীৰ মন্দিৰত নৰবলি দিয়া নহৈছিল, নৰবলি দিয়া হৈছিল তামৰ মন্দিৰটোতহে। নৰবলি দিবৰ দিনা বলিক সুন্দৰকৈ পিন্ধাই-উৰাই পুৰোহিত যোৱা গোপন বাটেদি লৈ গৈ গাৰ আবৰণ, আভৰণ আঁতৰাই দি বলি দিয়া হৈছিল আৰু মন্দিৰত বলিৰ মূৰ আঁৰি থোৱা হৈছিল। এই প্ৰথা কাৰো কাৰোৰ মতে মানৰ দিনলৈকে চলিছিল। কোনো কোনো সিদ্ধান্ত মতে গৌৰীনাথ সিংহই ওঠৰশ শতিকাৰ শেষৰ ফালে এই নৰবলি প্ৰথা বন্ধ কৰায়।

খাচী প্ৰেনৰ সন্তুষ্টিৰ অৰ্থে, অপায় অমঙ্গল দূৰ হৈ শ্ৰী বৰ্দ্ধন হোৱাৰ কামনাৰে খাচীসকলে নৰৰক্ত প্ৰদান কৰিছিল। অগত্যাই নৰৰক্তৰ অবিহনে মানুহৰ চুলি, কাপোৰ, নখ ইত্যাদি উৎসৰ্গা কৰি সন্তুষ্টি কামনা কৰা হৈছিল। নখ-চুলি কাপোৰ যি মানুহৰ পৰা নিয়া হয় সেই মানুহৰ নিজ ঠাইতে শুকাই শুকাই মৃত্যু হৈছিল।

মৃত্যু উপলক্ষে নৰবলি দিয়া এক প্ৰথা সম্ভ্ৰান্ত আহোম পৰিয়ালতো চলিছিল। এনে নৰবলিৰ আঁৰত থকা বিশ্বাস হ'ল এয়ে যে মৃতকজনৰ ইজন লগৰীয়া হ'ব।

চুটিয়াসকলে নৰবলি আগবঢাইছিল পিচাছিলৈ। এনেকুৱাও হ'ব পাৰে যে চুটিযাসকলৰ শাক্তদেৱীৰ লগত আহোমসকলৰ কী মে থাওক একাত্ম কৰা হৈছিল। ৰাজ্যজয়, নিষ্কণ্টকভাবে ৰাজ্য ভোগ আৰু আয়ুশ্ৰীৰ আশাৰে নৰবলিক আহোমসকলে ৰাজস্বীকৃতি দিছিল। প্ৰথমতে দোষীকহে বলি দিয়াৰ নিয়ম আছিল। ৰুদ্ৰসিংহ স্বৰ্গদেউৰ দিনৰ পৰা ম'হবলি প্ৰথা আৰম্ভ হয বুলি কোৱা হয়।

নৰবলি সংক্ৰান্তত কাৰবৰ দেশলৈ লক্ষ্য কৰিলে দেখা যাব যে কৃষি শ্ৰী বৃদ্ধি কৰাৰ কামনাৰে, বিশেষকৈ বৰষুণ নহ'লে কম্বোডিয়ান সকলে নৰবলি দিছিল। শ্বান (Shan) সকলে চাৰিগৰাকী কুমাৰী সংশ্লিষ্ট দেৱতালৈ উৎসৰ্গা কৰিছিল। আমাৰ দেশৰ কমলা কুঁৱৰীক উৎসৰ্গা কৰাৰ কাহিনী এইক্ষেত্ৰত মন কৰিবলগীয়া। নগা লোকসকলৰ মাজত মহ-মে'থান বলি দিয়াৰ প্ৰথাৰ উপৰিও আও নগাসকলৰ মানুহৰ মূৰ কটা প্ৰথা শস্যশ্ৰী বৰ্দ্ধিত কৰিবৰ কাৰণেই অনুষ্ঠিত হৈছিল।

# দেৱী পূজাৰ লগত জড়িত অসমৰ ওজাপালি আৰু দেওধনী

শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ এই দুজনা অসমীয়া সংস্কৃতিৰ গুৰুৰ বিষয়ে ৰচিত গ্ৰন্থ গুৰুচৰিত আৰু অন্যান্য সমসাময়িক গ্ৰন্থত অসমৰ শঙ্কৰী ধৰ্মৰ বহু আগৰে পৰাই ওজাপালি গীত-মাত অসমত প্ৰচলিত থকাৰ বিষয়ে উল্লেখ আছে। শ্ৰীশ্ৰীশঙ্কৰদেৱে ৰচনা কৰা অঙ্কীয়া ভাওনাৰ পটভূমি ওজাপালি অনুষ্ঠানেই ৰচনা কৰিছিল।

অসমত প্ৰচলিত ওজাপালি প্ৰধানকৈ দুভাগতে বিভক্ত কৰা হয়। এবিধ ব্যাস গোৱা ওজাপালি আৰু আনবিধ সুকবি নাৰায়ণদেৱ বিৰচিত সুকনান্নী গোৱা (পদ্মাপুৰাণৰ গীত আৰু বেউলা-লখীন্দাৰৰ গীত গোৱা) ওজাপালি। সুকনান্নী গোৱা ওজাপালিক মাৰৈ গোৱা (মনসা পূজাৰ গীত গোৱা) ওজাপালি বুলিও জনা যায়। সেইদৰেই বেদব্যাসৰ ৰচনা মহাভাৰতৰ পদ গোৱা প্ৰাচীন ৰাগপ্ৰধান সঙ্গীত গোৱা ওজাকেই বিয়াহৰ (ব্যাসৰ) ওজা বোলা হৈছিল। অন্যমতে "জ্যামিতিত বৃত্তৰ কেন্দ্ৰ ভেদ কৰি দুয়োকাষে পৰিধিক স্পৰ্শ কৰা ৰেখাকে ব্যাস বোলা হয়। তেনেকৈ যি পণ্ডিতে কোনো নিৰ্দিষ্ট শাস্ত্ৰৰ কেন্দ্ৰ ভেদ কৰিবলৈ সমৰ্থ হয় অৰ্থাৎ শাস্ত্ৰজ্ঞানৰ পৰিপূৰ্ণতা লাভ কৰে তেওঁক ব্যাস উপাধি দিয়া হৈছিল। মহৰ্ষি বেদব্যাসৰ শাস্ত্ৰকে মূল গ্ৰন্থ হিচাপে গ্ৰহণ কৰি যি পণ্ডিতে সঙ্গীত কলা বিদ্যাৰ চৰ্চাত পাৰদৰ্শিতা লভিছিল তেওঁ অসমত ব্যাস কলাই উপাধি লাভ কৰিছিল।" (১)

বিভিন্ন দিশৰ পৰা অত্যন্ত ঐতিহ্যপূৰ্ণ এই ওজাপালি অনুষ্ঠানৰ এটা ভাগ দেৱী মনসা পূজাৰ লগত যেনেদৰে জড়িত আনটো ভাগ তেনেকৈ বাসুদেৱ পূজাৰ লগত জড়িত। অৱশ্যে শাক্ত বা বৈষ্ণৱ বুলি দুটা পৃথক পৃথক ভাগ কৰাও কঠিন। মাৰৈ গোৱা শাক্তপন্থী ওজাই যেনেকৈ বিষ্ণুৰ দশ অৱতাৰ বৰ্ণনা, শিৱ বন্দনা আদিৰে ওজাপালি গীত আৰম্ভ কৰে তেনেকৈ ব্যাস গোৱা ওজাইহে কেৱল মঙ্গলদৈৰ

১। মনসা কাব্য আৰু ওজাপালি : শ্ৰীঅতুল চন্দ্ৰ বৰুৱা। পৃষ্ঠা ৭৩

বজাধৰীয়া দুৰ্গাপূজাত সদায় মালচী গীত বা দেৱী স্তুতি গায়। দেৱীস্তুতিৰ অৰ্থ হৈছে মহামায়া দুৰ্গা দেৱীৰ বন্দনা। এই মালচী শব্দ মালৱ-শ্ৰীৰাগৰ পৰা উদ্ভূত।

"মালচী গীতৰ ঐতিহ্য সম্পৰ্কে কথিত আছে যে এবাৰ বজা ধৰ্মনাৰায়ণে মহা আড়ম্বৰেৰে দুৰ্গা পূজা পাতিছিল আৰু দুপৰীয়া পূজা চলি থকা সময়ত দৰ্শকসকলক আপ্যায়িত কৰিবলৈ বিশেষ কোনো আয়োজন নথকাত ৰাজসভাৰ সঙ্গীতজ্ঞ সৰ্বানন্দ ব্যাসক (দৰঙৰ মঙ্গলদৈৰ ব্যাসপাৰা গাঁৱৰ দৈৱজ্ঞ) এই বিষয়ে চিন্তা কৰিবলৈ কৈছিল। ব্যাসে তেতিয়া পূজাৰ মন্ত্ৰাদি আলোচনা কৰি চাই মন্ত্ৰৰ লগত খাপ খোৱাকৈ স্তুতি গীত গাবৰ কাৰণ মালৱশ্ৰী ৰাগত শিৱ-দুৰ্গাৰ স্তুতিবে মালচী গীত ৰচনা কৰিলে আৰু নিজে গাই শুনালে। বজাই তেতিয়া সেই গীত গাবৰ অধিকাৰ বিয়াহৰ ওজাকহে দিলে। আজিও ওজাসকলৰ মাজত চলিত বিশ্বাস এয়ে যে মালচী গীত বিয়াহৰ ওজাৰ বাহিৰে আনে গোৱাটো নিষিদ্ধ।"*

মঙ্গলদৈ অঞ্চলত বিষ্ণুপূজাৰ লগতে যেতিয়া দুৰ্গা, কালী বা জগদ্ধাত্ৰীৰ পূজাও কৰা হয় তেতিয়া মালচী গীত গোৱাটো অনিবাৰ্য্য। এই বিষ্ণুপূজা দৰঙ অঞ্চলৰ গৃহস্থই ব্যক্তিগত মঙ্গলৰ অৰ্থে শ্ৰাদ্ধ-পাৰ্বণত অনুষ্ঠিত কৰে। অথবা সময়ে সময়ে উমৈহতীয়াকৈ গোসাঁই থান বা মুকলি পথাৰত সমূহৰ মঙ্গলৰ কাৰণে অনুষ্ঠিত কৰে। এই পূজা বা সভা তিনি ধৰণৰ—(১) একপৰীয়া সভা (২) আধচোপৰী সভা (৩) গোন্ধ চোপৰী সভা।

একপৰীয়া সভা এদিনীয়া। তেনেৰে বিষ্ণু পূজা হয় আৰু তাৰ লগত ওজাপালিয়ে বহি শিৱ-বিষ্ণু-দুৰ্গাৰ বন্দনা গায়। তেনেকৈ আধচোপৰী, গোন্ধচোপৰী সভাতো দেৱী স্তুতি অপৰিহাৰ্য্য।

মালচী গীতৰ এটি উদাহৰণ এনে:

| | | |
|---|---|---|
| জন্মিল দশভুজা | মহীৰ তলে পূজা | অসুৰ বধৰ হেতু |
| যিজনে কৰে পূজা | দুৰ্গাৰ চৰণে | সংসাৰ তাৰণৰ হেতু ।। |
| (অ হায়) | | |
| ভুকুতি মুকুতি | ঐশ্বৰ্য্য বিভূতি | দুৰ্গাক পূজিলে পায় |
| ইঘোৰ সংসাৰে | দুৰ্গাৰ পদবিনে | উদ্ধাৰ কৰোঁতা নাই |
| ইন্দ্ৰে পূজা কৰি | পাইলা স্বৰ্গপুৰী | পাইলা সবে অমৰাৱতী |

* মনসা কাব্য আৰু ওজাপালি : শ্ৰীঅতুল চন্দ্ৰ বৰুৱা; পৃষ্ঠা ৮২

| | | |
|---|---|---|
| গৈলা দৈবচয় | যথা হৰি-হৰ | ব্ৰহ্মাত লৈলা সম্মতি |
| দেৱৰ কাতৰ | দেখি হৰি-হৰ | পৰম কুপিত ভৈলা |
| সবাৰ শোণিত | একস্থান কৰি | দুৰ্গাৰ জনম দিলা ॥ |
| চৰণৰ ভৰে | মেদিনী কম্পয় | মস্তকে পাইলা আকাশ |
| চন্দ্ৰ সূৰ্য্য জিনি | তিনি গোটা চক্ষু | ত্ৰৈলোক্য কৰে প্ৰকাশ |
| মহেশে দিলন্ত | আপোনাৰ অস্ত্ৰ | যাহাক বোলে ত্ৰিশূল |
| সেই শূল ধৰি | অসুৰৰ হিয়া | কৰিলা প্ৰাণ নিৰ্ম্মূল |
| এক পাও দিয়া | সিংহৰ পিঠিত | আউৰ পারে বুকে ভিৰি |
| নাগপাশ জৰী | হস্ত বন্দী কৰি | পৃথিৱীত ধৰিলা পাৰি |
| তোমাৰ ৰূপত | মোহিত ভৈলন্ত | অন্য মতি কিছু নাই |
| অন্ত কালে পিটো | পৰাণ ত্যজিলা | তোমাৰ মুখ পদ্ম চাই ॥ |
| তোমাক ভজিবে | পূজিবেক মাতা | কাহাৰ আছে শকতি |
| ভৃত্যৰ সম্বন্ধে | পুত্ৰ হেন মানি | তুষ্ট হৈবা ভগৱতী* |

উল্লেখযোগ্য যে বহি বহি গোৱা মালচী গীত আৰু থিয় হৈ নৃত্যভঙ্গী সহকাৰে গোৱা মালচী গীতৰ সুৰ পৃথক ধৰণৰ।

আন এজন নৃপতিয়ে** ৰচনা কৰা, ওজাপালিয়ে গোৱা মালচী গীতৰ উদাহৰণ হ'ল—

জয় শিৱেৰ ভাবিনী শিৱেৰ কামিনী ইতিনি লোচনী সহিতে মনোহৰ
মহিষ নাশিনী অম্বিকে। মুখ শশধৰ শোভিতে॥

" দৰঙ্গী কৈদৰ কোচ ৰজাসকল শাক্ত ধৰ্মাবলম্বী হোৱাৰ কাৰণে শাক্ত ধৰ্মই বিশেষভাবে গা কৰি উঠে আৰু ৰাজপৃষ্ঠপোষকতাত তান্ত্ৰিকাচাৰ্য্য পণ্ডিতসকলৰ দ্বাৰা দেৱ-দেৱী পূজা-পাতলৰ বিধিসমূহ ৰচিত হোৱাৰ উপৰিও সঙ্গীতবিদ পণ্ডিতসকলৰ দ্বাৰা নানান মালচী গীত ৰচিত হয়।

জনশ্ৰুতিৰ পৰা জনা যায় যে, এই ব্যাসগীতৰ জনপ্ৰিয় সঙ্গীতানুষ্ঠানত ওজাসকলৰ দ্বাৰা উক্ত মালচী গীতসমূহ গ্ৰহণ কৰাই ৰাজকীয় শাক্ত পূজাসমূহত যথাৰীতি প্ৰয়োগেৰে ৰজাই উৎসৱৰ সৌষ্ঠৱ বৃদ্ধি কৰাৰ প্ৰয়াস কৰে। ...ৰজাই সৰ্বানন্দ ওজাকেই একমাত্ৰ বিয়াহৰ ওজা

(১) *এই মালচী গীতটি ১৭২৮ খৃঃত মোদক নাৰায়ণ ৰজাই ৰচনা কৰা বুলি ভণিতা আছে।

(২) এই মালচী গীতটিৰ ৰচক ৰজা শিৱসিংহ বুলি জনাজাত।

(ব্যাসগীতৰ সঙ্গীতজ্ঞ) ৰূপে অভিহিত কৰি বংশ পৰম্পৰা হিচাপে ৰাজকীয় ওজাৰ স্বীকৃতি প্ৰদান কৰে। ...তদুপৰি তেখেতক ৰাজকীয় ওজাৰ চিন স্বৰূপে "মুদ্ৰা" নামক এটি অষ্টধাতুৰ নিৰ্মিত শাক্তপ্ৰতীক প্ৰদান কৰে। লগতে ৰজাঘৰীয়া শাক্তপূজাৰ পৰ্বীয় তিথিবোৰত ৰাজ অনুগ্ৰহৰ নিদৰ্শন স্বৰূপে, বিনা আমন্ত্ৰণে, ৰাজপ্ৰদত্ত মুদ্ৰাসহ যথাসময়ত দলৰ উপস্থিতি আৰু এই শাক্ত প্ৰতীক হাতত লৈ জাগৰ, মালচী আদি গোৱাৰ বিধিগত নিয়ম বান্ধি দিয়ে।

...প্ৰসঙ্গক্ৰমে উল্লেখ কৰা হয় যে, বিয়াহৰ ওজাক ৰজাই প্ৰদান কৰা উক্ত "মুদ্ৰা" নামক দেৱীৰ প্ৰতীক, আৰু ভুটীয়াসকলৰ বৌদ্ধ মন্দিৰ-বোৰৰ উপৰিও বিশিষ্ট লোকৰ ঘৰত প্ৰতিষ্ঠিত মহামুনি বা ভগৱানৰ প্ৰতীক, এই দুয়োৰে মাজত ধাতৱ গঠন, আকৃতি আদিৰ সম্পূৰ্ণ সাদৃশ্য আছে। বিয়াহৰ ওজাসকলে ইয়াক মুদ্ৰা নাম দি যেনেকৈ শক্তিৰ প্ৰতীক ভাবি সেৱা পূজা কৰি আহিছে, তেনেকৈ ভুটীয়া সকলেও "মানিপেমো" নাম দি মহামুনি বা ভগৱানৰ প্ৰতীকৰূপে সেৱা-ভক্তি কৰি আহিছে বুলি জনা যায়।"*

মালচীৰ দৰেই জাগৰ গীতো এবিধ দুৰ্গা স্তুতি। জাগৰ গীতৰ অৰ্থ দেৱতাক জাগ্ৰত কৰা গীত। দুৰ্গাপূজাৰ সময়ত দৰঙী ৰজাৰ ঘৰত ষষ্ঠীৰ পৰা নৱমীলৈকে সন্ধ্যা আৰু দুপৰীয়া, বিশেষকৈ সন্ধিয়া জাগৰ গীত গাই ওজাপালিয়ে দেৱীৰ আগত নৃত্য কৰিব লাগিছিল। জাগৰ গীতৰ ভাষা সংস্কৃতমিহলি এক বিশেষ ভাষা।

বিয়াহৰ ওজাৰ ব্যাসগীত শাস্ত্ৰীয় ৰাগ প্ৰধান ৰূপকাত্মক নৃত্য সঙ্গীত। ভাৰতৰ ৰাগসঙ্গীত বিশেষজ্ঞই ব্যাস গোৱা ওজাৰ কণ্ঠত সাৰঙ্গ ৰাগৰ শুদ্ধ ৰূপায়ণ শুনি অভিভূত হৈছিল।" ·ব্যাসগীতৰ আনুষ্ঠানিক বেশ-বিন্যাস আৰু সাঙ্গীতিক ক্ৰম বিকাশত, বৌদ্ধ সংস্কৃতিৰ অৱদানৰ বিষয়ে আলোচনাৰ প্ৰয়োজন আছে। ব্যাসগীত গোৱা ওজাপালিসকলে আনুষ্ঠানিক ভাবে ভুটীয়া তাল, নেপুৰ, টঙালি আদি বৰ্তমানেও ব্যৱহাৰ কৰে। আনহাতে ভুটীয়াসকলৰ "লোচৰ" আদি উৎসৱসমূহত অনুষ্ঠিত "চেবৰুপেন" সঙ্গীত আৰু অৰুণাচল প্ৰদেশৰ

---

* মঙ্গলদৈৰ ব্যাসগীত : ওজাপালি (প্ৰবন্ধ): শ্ৰীদুৰ্গেশ্বৰ নাথ ওজা প্ৰকাশিত : দৰঙ স্মৃতি : অসম সাহিত্য সভা, একচল্লিশ অধিৱেশন, মঙ্গলদৈ ১৮৯৫ শক, ১৯৭৪ চন।

(কামেং সীমান্তৰ) মনপা সকলৰ আঞ্চলিক সঙ্গীতৰ ঠাঁচ ধৰণ ব্যাসগীতৰ লগত কিছু পৰিমাণে' মিল দেখা যায়।

গতিকে খৃষ্টীয় অষ্টম শতিকাৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত ৰচিত হোৱা, বৌদ্ধ সিদ্ধাচাৰ্য্যসকলৰ দোহা গীতসমূহ সম্ভৱতঃ ব্যাসগীতৰ সঙ্গীত ৰূপায়ণৰ মাধ্যমৰূপে আদিতে ব্যৱহৃত হৈছিল। সেয়েহে ইয়াৰ "সঙ্গীতালাপ ক্ৰম"ৰ সঙ্কাৰীভাগত প্ৰয়োগ কৰা বোৰা সমূহক "দিহা" বোলা হয়। আৰু তথাকথিত দোহাৰ পৰাই "দিহা" হোৱা স্বাভাৱিক। ব্যাসগীতৰ ক্ৰম বিকাশত বৌদ্ধ সংস্কৃতিৰ উপৰিও প্ৰাক বৈষ্ণৱ যুগত ৰচিত হোৱা বিভিন্ন কাব্যসমূহ ইয়াৰ সঙ্গীত ৰূপায়ণৰ মাধ্যমৰূপে ব্যৱহৃত হয়। খৃঃ দ্বাদশ শতিকাৰ পৰা পঞ্চদশ শতিকালৈকে এই সময়ছোৱাৰ ভিতৰত হেম সৰস্বতী, মাধৱ কন্দলী, শ্ৰীধৰ কন্দলী, হৰিহৰ বিপ্ৰ আৰু অমৰ কবিসকলৰ কাব্যিক অৱদানেৰে ব্যাসগীতে সাঙ্গীতিক উৎকৰ্ষ আৰু আনুষ্ঠানিক পৰিপুষ্টতা লাভ কৰে।"*

ওপৰোক্ত কথাখিনি অপ্ৰাসঙ্গিক, যেন লাগিলেও তাৎপৰ্য্যপূৰ্ণ। অসমত শাক্ততান্ত্ৰিক ধাৰা প্ৰৱাহিত হোৱাৰ ক্ষেত্ৰত বিশেষ বিশেষ ক্ষেত্ৰই যে কেন্দ্ৰীয় ভূমিকা পালন কৰিছিল এনে বিশিষ্ট দিশৰ কথাবোৰে তাকেই সমৰ্থন কৰে। দৰঙৰ মঙ্গলদৈ অঞ্চলতেই ব্ৰহ্মযামল, হৰগৌৰী সংবাদ তন্ত্ৰ, দীপিকাছন্দ আদি বিখ্যাত শাক্তশাস্ত্ৰসমূহো ৰচিত হৈছিল। মহাকবি ৰামসৰস্বতীও আছিল মঙ্গলদৈৰ চিনকোনাৰে। তাৰোপৰি কামাখ্যা দেৱীৰ উপাসনাৰ লগত প্ৰত্যক্ষভাৱে জড়িত, প্ৰতিদিন সঙ্গীতেৰে উপাসনা কৰি দেৱীৰ তুষ্টি সাধন কৰা কেন্দুকলাইৰ ইতিহাসৰ লগতো মঙ্গলদৈৰ কলাইগাঁৱৰ নাম জড়িত। কেন্দুকলাইৰ স্মৃতিৰক্ষাৰ্থে মহাৰাজ নৰনাৰায়ণে নিৰ্মাণ কৰা মুৰাদেওৰ মন্দিৰ এতিয়াও আছে।

ওজাপালিৰ আনটো ভাগ সুকনান্নী ওজাপালিয়ে আগম শাস্ত্ৰ অৰ্থাৎ দেৱীপূজা সম্পৰ্কীয় কাহিনী আবৃত্তি কৰে। মনসা পূজা,

---

* মঙ্গলদৈৰ ব্যাসগীত : ওজাপালি— শ্ৰীদুৰ্গেশ্বৰ নাথ ওজা—প্ৰকাশিত দৰঙ স্মৃতি : অসম সাহিত্য সভা এক চল্লিশ সন্মিলন মঙ্গলদৈ ১৮৯৫ শক।

দুৰ্গাপূজা, লক্ষ্মীপূজা আদিত সুকনান্নী ওজাপালিৰ আৱশ্যক। দেওধন সুকনান্নী অনুষ্ঠানৰ অন্তৰ্ভুক্ত অনুষ্ঠান।

সুকনান্নী গোৱা ওজাৰ স্তুতিগীত মনসা পূজাৰ বিধিমন্ত্ৰৰ দৰে বুলিও কোৱা হয়। অৰ্থাৎ পূজাৰ প্ৰতিটো স্তৰলৈ লক্ষ্য ৰাখি তাৰ সঙ্গতি ৰাখি ওজাই স্তুতিগীত গায়। প্ৰথমে মনসা পূজাত শিৱৰ স্তৱ, তাৰ পিছত দুৰ্গা আৰু কামাখ্যাৰ বন্দনা গোৱা হয়:

দুৰ্গা বন্দনাৰ দিহা এনে:

বন্দিম মই ভৱানী জগতৰ জননী
কৃপাকৰ নন্দিনীৰ মাতা।
পাৰ্বতী শ্ৰীমতী কৰিম মই ভকতি
সুখে দুখে বৰদাতা ॥

কামাখ্যা বন্দনাৰ দিহা:

এ নমো কামাখ্যা মাও—জগত জননী
কৰযোৰে প্ৰণাম কৰোঁ দুৰ্গতি নাশিনী
নমো নমো কামাখ্যা মাও এ

মনসা বন্দনাৰ দিহা:

অ আই মনসা, বন্দো দেৱী
চৰণ তোমাৰ মাই মনসা....
এ দুই হস্ত যোৰ কৰি বন্দো মাতা বিষহৰী
মুখে গাইবো তুৱা গুণ নাম
অখিল লোকৰ হিত আচৰস প্ৰতিনিত
পদ্মাৱতী ভৈলা তোমাৰ নাম।।

মঙ্গলদৈ অঞ্চলত সুকনান্নী ওজাপালি অনুষ্ঠানৰ লগত দেওধনী নৃত্যৰ নিবিড় সম্পৰ্ক। কোঁচৰজা বিশ্বসিংহ প্ৰভৃতি দৰঙ্গী ৰজাসকলৰ পৃষ্ঠপোষকতাত দেওধনী নৃত্যৰ এয়া আৰম্ভণি বুলি ক'ব নোৱাৰি। কোঁচ ৰজাসকলে মঙ্গলদৈত ৰাজ্যশাসন কৰাৰ বহুত আগৰে পৰাই সেই অঞ্চলৰ আদিম অধিবাসী বড়ো-কছাৰীসকলৰ মাজত দেওধনী নৃত্যৰ প্ৰচলন আছিল। কছাৰীসকলৰ "খেৰাই" পূজাত দেওধনী নৃত্য অপৰিহাৰ্য্য। খেৰাই পূজাৰ দেওধনীয়ে মাদল আৰু চিফুঙৰ সুৰে সুৰে সম্মোহিত অৱস্থাত নৃত্য কৰে, বলিৰ তেজ পিয়ে, ভৱিষ্যতৰ বিষয়ে কৰা প্ৰশ্নৰ উত্তৰ দিয়ে আৰু অপায় অমঙ্গলৰ বিধান দিয়ে।

মন কৰিবলগীয়া যে কছাৰী, ৰাভা, মেছ আৰু কোঁচসকলৰ মাজত "দেওধনী" উঠে নাৰীৰ গাত। আনহাতে কামাখ্যা, উজনিৰ কোনো কোনো ঠাই (উদাহৰণস্বৰূপে গোলাঘাটৰ দুই চাৰি গোসাঁনী থান), বামদিয়া, গুৱালকুছি, পচৰীয়া ইত্যাদিত "দেওধা" হয় পুৰুষহে। এই "দেওধা"ক দেৱীৰ "ঘোঁৰা" বোলাও হয়। গোলাঘাট অঞ্চলত "দেওধা"ক কোৱা হয় "হোজাই"। এই "হোজাই" শব্দ কছাৰীসকলক বুজোৱা অৰ্থতে ব্যৱহাৰ হৈছিল। হাজাই, হোজাই, হাজং, হাজাঙ একে অৰ্থবহ। বড়ো ভাষাত "হাজো" মানে পৰ্বত। মঙ্গোলীয় বড়োসকলে হিমালয়ৰ গিৰিপথেদি আহি উত্তৰকূল আৰু উত্তৰ বঙ্গৰ উত্তৰ ফালে আছিল। পিছত ব্ৰহ্মপুত্ৰ পাৰ হৈ দক্ষিণ কূললৈ আহে আৰু ৰাজ্যবিস্তাৰ কৰে। *

কোঁচৰজাসকলৰ আমোলত "দেওধা" উঠাৰ কথা এবং ৰাজবংশাৱলীত পোৱা যায়। কিন্তু 'দেওধনী' শব্দটো দেৱধ্বনি'ৰ পৰা হৈছে বুলি কোনোৱে ক'ব খোজে। "দেও" মানে দেৱতা, ধনি "ছোৱালী" এনে অৰ্থতহে দেওধনি হৈছে যেন লাগে। যাৰ গাত 'দেও' উঠে তেওঁ দেৱীৰ সমতুল্য—তেওঁ সৰ্বজ্ঞাৰ ৰূপ লয়, সেয়ে সকলোৰে ভয়-ভক্তিৰ পাত্ৰী আৰু সেই স্থানসমূহৰ ভবিষ্যত বক্তা। তেওঁৰ নিৰ্বাচনো স্বপ্নাদিষ্ট হৈ হয় অথবা পূজাৰ দেৱ বাজনা শুনাৰ লগে লগে ঘৰতে জকি উঠি পূজাৰ থানলৈ অলৌকিক শক্তিৰে গতি কৰে। ঘোঁৰা, হোজাই বা দেওধাৰ শৰীৰতো একে অলৌকিক শক্তিয়েই ভৰ কৰে। আহোমসকলৰ দেওধাইয়েও ভূত-ভবিষ্যত ক'ব পাৰে।

দেওধনী প্ৰসঙ্গত আন দুজন সাহিত্যিক, পণ্ডিত ব্যক্তিৰ মতামত একান্তই উল্লেখযোগ্য। "কছাৰীবিলাকৰ মাজৈ পূজাত দেওধনী উঠা এটা অপৰিহাৰ্য্য অঙ্গ। বঙ্গদেশৰ মনসা পূজাত দেওধনী উঠা পদ্ধতিটো নাই। কোনো পৰ্ব বা উৎসৱ উপলক্ষত পূজাৰী বা পুৰোহিত শ্ৰেণীৰ মানুহৰ গাত গোসাঁনী বা দেৱতা লম্ভি কেঁচা তেজ পি ভবিষ্যত বাণী কৰা প্ৰথা আদিম সমাজৰ বহুততে পৰিলক্ষিত হয়। সম্ভৱতঃ কছাৰীসকলৰপৰাই এই দেওধনী প্ৰথা হিন্দুসকলৰ মনসা পূজাত গোৱা ওজাপালিৰ ভিতৰত প্ৰৱেশ কৰিছে। দক্ষিণ ভাৰতৰ কানাড়া অঞ্চলত সৰ্পদেৱতাৰ উৎসৱত আমাৰ দেশৰ দৰেই দেওধনী উঠি

* ডাঃ লেঠাম ( Dr. Latham ) ৰ Ethnology of India নামৰ কিতাপত বড়ো জাতিৰ বিৱৰণ আছে।

ভবিষ্যত বাণী কৰা প্ৰথা এতিয়াও আছে।... মনসা এহাতে সৰ্পৰ দেৱী, আনহাতে মাৰি-মৰকৰ দেৱী। মনসা চৰিত্ৰৰ দ্বিতীয় অভিব্যক্তিৰ লগত দেওধনীৰ সম্বন্ধ। গতিকে দেওধনী নাচৈ দেৱীৰ উৎসৱ বা পূজাৰ অংশ। বহুতো আদিম জাতিৰ মাজত মাৰি-মৰক উপসম কৰিবলৈ পতা অনুষ্ঠানত এনেকৈ দেওধনী উঠা নজিৰ আছে।... শাস্ত্ৰীয় মনসা পূজাৰ বিধিৰ লগত দেওধনী বা ওজাপালিৰ কোনো সম্বন্ধ নাই। এই দুয়োটা মনসা পূজাৰ বহিৰঙ্গ প্ৰথা।" *

দৰঙী ৰাজৰ পৃষ্ঠপোষকতাত সুকবি নাৰায়ণদেৱে পদ্মাপুৰাণ ৰচনা কৰিছিল আৰু ৰাজপৃষ্ঠপোষকতায়ে বডো কছাৰীসকলৰ মাজত চলি থকা দেওধনী নৃত্যক মনসা পূজাৰ ঘাই অঙ্গৰূপে হয়তো প্ৰচলন কৰাইছিল। কিম্বদন্তী মতে দৰঙ্গী ৰাজ পুৰোহিতে আনকি কন্যাইও দেওধনীক নৃত্য শিক্ষা দিছিল। প্ৰকৃততে দেৱতাৰ নামত আজীৱন উছৰ্গা কৰা নাৰীয়ে ওজাৰ পৰা নৃত্যৰ শিক্ষা, ঢোলৰ বাদী আৰু তাল লয়ৰ জ্ঞান পৱিত্ৰভাবে আহৰণ কৰি নিষ্ঠাৰে এই কাৰ্য্যত ব্ৰতী হৈছিল।

দেওধনীসকলে সুৰুচিপূৰ্ণ সাজপাৰ পৰিধান কৰে। কঁকালত বা বুকুত ক'লা বা ৰঙা মেখেলা পিন্ধি আঁচুৰালী ৰিহাৰে বুকুত মেঠনি মাৰি আগছুটা পিঠিফালে ওলোমাই দিয়ে। মুগাৰ চাদৰৰ এটা আগেৰে টঙালি বন্ধা হয়। কঁকালত হালধীয়া বা ৰঙা ৰঙৰ এখন গামোচা বান্ধিব লাগে। দেওধনীয়ে চোলা ব্যৱহাৰ নকৰে। হাতত মুঠিখাৰু, গামখাৰু, বাজু, কাণত সোণৰ থুৰীয়া বা কেৰু, ডিঙিত জোনবিৰি, গলপতা, ঢোলমাদলী, চন্দ্ৰহাৰ আৰু হাতৰ আঙুলিত আঙঠি পিন্ধা দেওধনীৰ নিয়ম। কপালত সেন্দুৰৰ ডাঙৰ ফোঁট লোৱা হয়। কঁকাললৈকে পৰা চুলিৰে বান্ধে "কছাৰী খোপা।"

মাৰৈ পূজাৰ প্ৰত্যেক দিনা বিশেষকৈ "ভৰদক'ৰ দিনা দেওধনী উপবাসে থাকিব লাগে। মনসা দেৱীৰ পূজা বেদীৰ পৰা অলপ আঁতৰত পাৰি থোৱা কলপাত এখনত সুসজ্জিতা দেওধনীয়ে আহি বহেহি আৰু বহাৰ আগতে দেৱীক আঁঠুকাঢ়ি সেৱা কৰে। বহি থকা অৱস্থাত দেওধনীৰে এখন বগা কাপোৰ গায়ে-মূৰে মেৰিয়াই থয়। ডাইনাপালিকে ধৰি চাৰিজন পালিয়ে দেওধনীৰ ওচৰত থিয়

* পাতনি, মনসা কাব্য (প্ৰথম খণ্ড)—সম্পাদনা : বিৰিঞ্চি কুমাৰ বৰুৱা, সত্যেন্দ্ৰ নাথ শৰ্মা।

হয়। আগৰ দুজনৰ হাতত জয়ঢোল থাকে, পিছৰ দুজনৰ হাতত থাকে ভোৰতাল। ওজাই পালিৰ সহযোগত সকলো দেৱতাক নাচ চাবলৈ আহ্বান কৰি বন্দনাৰ গীত গাই থকাৰ সময়ত দেওধনীয়ে বহা ঠাইতে নিজৰ গা মৃদুভাবে সঞ্চালন কৰি থাকে। ইয়াৰ পিছত জয়ঢোলত 'দেওবাদী'' আৰম্ভ হোৱাৰ লগে লগে দেওধনীয়ে গায়ে-মূৰে লৈ থকা কাপোৰ আঁতৰাই দেৱীৰ আগত নৃত্য আৰম্ভ কৰে। নৃত্যৰ লগে লগে খোপা খোল খায়। দেওধনী মুক্ত-কেশী হয় আৰু দেৱীৰ সন্মুখত সেই চুলিটাৰি চোৰ্ব্বৰ দৰে ঘূৰাই দেৱীক উপাসনা কৰি নৃত্যৰ দ্বিতীয় পৰ্য্যায় আৰম্ভ কৰে।

জয়ঢোলৰ ছেও ক্ষিপ্ৰ হয়। দেওধনীয়েও বিশিষ্ট ভঙ্গীৰে ভৰি, হাত, কঁকালত বিশিষ্ট লয়ৰ সৃষ্টি কৰি মুহূৰ্ত্তে মুহূৰ্তে উঠা বহা কৰি তীব্ৰ পদক্ষেপত নৃত্য আগবঢাই নিয়ে। দেওধনীৰ লগে লগে ডাইনাপালিয়েও একে নৃত্য কৰে।

তৃতীয় পৰ্য্যায়ত দেওধনীয়ে নাভিৰ ওপৰত দুয়োহাতেৰে মুদ্ৰা দি লীলায়িত ভঙ্গীত নৃত্য কৰে। ইয়াৰ পিছত দেওধনী এবাৰ ইজন, এবাৰ সিজন পালিৰ পিনে' মুখ কৰি দেহৰ প্ৰতি অঙ্গৰ বিশিষ্ট কম্পনৰ নৃত্য কৰে। এই নৃত্যৰ সময়ত খুটিতালেহে সঙ্গত কৰে। খুটিতালৰ লগত কৰা নৃত্যৰ পিছত পুনৰ ঢোলৰ বাদি আৰম্ভ হয় আৰু দেওধনীয়ে দক্ষিণ বাহু আৰু পদ আগবঢাই দি, ভৰিৰ আঙুলিৰ ওপৰত থিয় হৈ বিশিষ্ট মুদ্ৰা দি আগবাঢি যায়। ইয়াৰ পিছত বামবাহু আৰু পদ আগবঢাই দি ভৰিৰ আঙুলিৰ ওপৰত থিয় হৈ বিশিষ্ট মুদ্ৰা দিয়ে। ইয়াৰ পিছৰ বাদীটোত দেওধনীয়ে পিছ ভৰি আগ ভৰিৰ লগত সংযুক্ত কৰি হাতত মুদ্ৰা দি মূৰ, ডিঙি, বুকু, কঁকাল আদিৰ বিশিষ্ট ভঙ্গী কৰি নৃত্য আৰম্ভ কৰে। দেওধনীৰ লগে লগে আৰু এটি পুৰুষ চৰিত্ৰই গালে-মুখে পিঠাগুড়ি সানি হাতত কলপাতৰ ঠাৰিৰ টকা লৈ ঘূৰি ঘূৰি নৃত্য কৰে। এই চৰিত্ৰটোক 'মেছা'' বুলি কোৱা হয়। দেওধনীৰো অন্য এক নাম "মেছেনী''। কোঁচ, মেছ সকলৰ মাজতেই হয়তো দেওধনী নৃত্যৰ প্ৰথম সূচনা হৈছিল।

ইয়াৰ পিছত ৰণচণ্ডী পূজা, কছাৰী পূজা, জোৰা ঘূৰোৱা, কৈঁচাইখাতী পূজা আদি বিভিন্ন অনুষ্ঠান সম্পাদিত হয়। ৰণচণ্ডী পূজাত দেওধনীয়ে হাতত বলিকটা দা লৈ অনুৰূপ প্ৰচণ্ডভাৱে বিধন

কৰাৰ তাণ্ডৱ অভিনয় কৰে আৰু সেই সময়তে পালিসকলে দেওধনীক ৰণচণ্ডীৰূপে পূজা আগবঢ়ায়। কছাৰী পূজাত পাৰ, গাহৰি, আগজি কলপাতৰ প্ৰয়োজন হয়। এই পূজাত কছাৰীসকলে মনসাক উপাসনা কৰাৰ প্ৰাচীন পৰম্পৰা পৰিলক্ষিত হয়। দেওধনীৰ বৈচাইখাতী ৰূপত দেওধনীয়ে উন্মত্ত ভাবে নৃত্য কৰি হাঁহ পাৰৰ নিজহাতে বলিৰ ডিঙি ছিঙি ৰক্ত পান কৰে।

ইয়াৰ পিছৰ দেওধনীৰ শেষ অনুষ্ঠান হয় প্ৰায় মাজনিশা। এই অনুষ্ঠানক "ভৰদক" বোলা হয়। এই অনুষ্ঠানত দেওধনীয়ে এজন পালিৰ গাত আউঁজি বহে, ঢোলত দেওবাদ্যি বাজি থাকে, ঢোলৰ ছেৱৰ লগে লগে দেওধনীৰ শৰীৰ দ্ৰুতভাবে কম্পিত হৈ হৈ শেষত মাটিত দীঘল হৈ পৰে। এই অৱস্থাত দেওধনীৰ সমগ্ৰ শৰীৰ বগা নতুন কাপোৰেৰে ঢাকি দিয়া হয়। সেই সময়ত পালি এজনে দেওধনীৰ মূৰটো কোলাত লৈ থাকিব। ইয়াৰ পিছত পুনৰ ওজাপালি উঠি দেওধনীক দকৰ পৰা ৰাতি নৌ পুৱাওঁতেই তুলিবৰ কাৰণে ওজাই তলৰ পদটো আবৃত্তি কৰে আৰু অন্য এজন পালিয়ে এখন বগা কাপোৰেৰে দেওধনীৰ শৰীৰটো কোবাই থাকে।

"ঝাৰো বিষ নাই অ, ঝাৰো বিষ নাই
(আৰেৰে) লখাইৰ হাড়ৰ বিষ ঝাৰো পদোমাই।।"

এনেদৰে জৰা-ফুকাৰ অভিনয় প্ৰদৰ্শন কৰাৰ পিছত ঢোলৰ দেওবাদ্যি ছেৱৰ লগে লগে দেওধনীয়ে চেতনা পোৱা যেন দেখুৱাই জাগি উঠে আৰু তাৰ অন্তত পূজাৰ দেৱী আৰু ৰাইজক সেৱা কৰি বিদায় লয়। 'ভৰদক'ত লখীন্দাৰৰ সৰ্প দংশনত মৃত অৱস্থা আৰু পদ্মাৱতীয়ে জাৰি বিষ নোহোৱা কৰা, নব জন্ম দিয়াৰ অভিনয় প্ৰদৰ্শন কৰে। অসমৰ ওজাপালি আৰু দেওধনী অনুষ্ঠানে শাক্তমাৰ্গ প্ৰসাৰত প্ৰভূত অৱদান আগবঢ়াইছে। "নৃত্যৰ দ্বাৰা অলৌকিক শক্তিক সন্তুষ্ট কৰিব খোজাটো আৰ্যেতৰ সংস্কৃতিৰ পৰম্পৰা" বুলি ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ মতবাদটো অসমৰ বড়ো কছাৰীসকলৰ অৱদান দেওধনী নৃত্যইও প্ৰমাণ কৰে।

গাত দেও ( Spirit ) লম্ভি মুখেৰে অশৰীৰী বাণী কোওৱা এনে দেওধনী অনুষ্ঠান অসমৰ চুবুৰীয়া স্থান নেপাল আৰু তিব্বততো আছে। নেপালতো আমাৰ দৰে পুৰুষ, মহিলা দুয়োটাৰে গাত

দেও লম্ভে। দেও লম্ভাৰ প্ৰথম চিন হৈছে গাৰ কঁপনি। গাঁৱত কিবা টান সংকটে দেখা দিলে, ঘৰত কাৰোবাৰ টান বেমাৰ হ'লে দেও উঠা জন প্ৰথমে মূৰ্ছা যায়—তাৰ পিছত কোনোবাই প্ৰাৰ্থনা কৰিলে অশৰীৰীয়ে গাত ভৰ কৰি নিৰ্দেশ দিয়ায়। নেপালৰ কিছুমান দেওধা বা দেওধনী পুৰুষানুক্ৰমেও হয়। নেপালত দেওধাক বোলা হয় "ধামি" দেওধনীক বোলা হয় "ধামিনী"।

যতেই থলুৱা জনজাতীয়, হিন্দু আৰু তিব্বতান বৌদ্ধ ধৰ্মৰ সমন্বয় হৈছে ততেই দেও উঠা এনে অনুষ্ঠান বেছিকৈ দেখা গৈছে। বেমাৰ বা দুৰ্ভাগ্য মানুহৰ গাত লাগিয়েই থাকে। এইবোৰক গোসাঁই গোসাঁনীৰ দোষ, মৃত আত্মাৰ দোষ, জলৰ দেৱতা, থলৰ দেৱতাৰ দোষ, বনৰ দেৱতাৰ দোষ বুলি, মানুহৰ অপকৰ্মৰ অথবা নজৰ বা হিংসাৰ দোষ বুলি বিশ্বাস কৰা হয়। দেওধনী অনুষ্ঠানৰ গভীৰত আছে স্থানীয় সংস্কৃতিৰ বিভিন্ন স্তৰ। ইয়াৰ শিপা বহুত দূৰলৈ বিস্তৃত হৈ আছে।

মনস্তাত্ত্বিক দৃষ্টিভঙ্গীৰে পণ্ডিতসকলে ক'ব খোজে যে অৱচেতনত সামাজিক ভাবে উচ্চত্ব তথা সন্মান লাভ কৰিবৰ আকাংক্ষা থকা সাধাৰণ মানুহৰ গাত নিৰ্জন গাঁৱত সাধাৰণতে দেওধনী উঠে।

# পুৰণি কামৰূপৰ মন্ত্ৰ সাহিত্য

ঐতিহাসিক কালৰে পৰা কামৰূপ কামাখ্যা যাদু-মন্ত্ৰ, মায়াবিদ্যা, ইন্দ্ৰজালৰ বাবে খ্যাত। বিদেশীয়ে লিখা টোকাৰ উপৰিও ভাৰতীয় সাহিত্য আৰু ইতিহাসত ইযাৰ উল্লেখ আছে। খৃঃ নৱম শতিকাত বেদান্ত ধৰ্ম প্ৰচাৰৰ কাৰণে অদ্বৈতবাদী শঙ্কৰাচাৰ্য্য কামৰূপলৈ আহিছিল। সেই সময়ৰ কামৰূপ আছিল শাক্ত ধৰ্মৰ কেন্দ্ৰ। সেই সময়ত কামৰূপত তান্ত্ৰিক অভিচাৰ জনা অভিনৱগুপ্ত নামৰে এজন ডাঙৰ শাক্ত পণ্ডিত আছিল। শঙ্কৰাচাৰ্য্যৰ লগত তৰ্কত হাৰি তেওঁ শঙ্কৰাচাৰ্য্যৰ গাত কুমন্ত্ৰ মাৰি দিয়াত শঙ্কৰাচাৰ্য্যৰ শিষ্য পদ্মপাদে (নৃসিংহ সাধক) ওলোটা মন্ত্ৰ মাতি অভিনৱৰ প্ৰাণ নাশ কৰে। এই বিষয়ে "শঙ্কৰ দিগ্বিজয়" গ্ৰন্থত উল্লেখ আছে। মুছলমান আক্ৰমণকাৰী সকলৰ লগত যিবোৰ পৰ্য্যটক অসমলৈ আহিছিল আৰু তেওঁবিলাকে যি টোকা লিখিছিল তাতো অসমৰ তন্ত্ৰ-মন্ত্ৰৰ কথা উল্লেখ হৈছে।

সৰ্বসাধাৰণ মানুহৰ মাজত মন্ত্ৰৰ অশেষ প্ৰভাৱ প্ৰাচীন কালৰে পৰা কামৰূপত পৰিলক্ষিত হৈছিল। প্ৰায় প্ৰতি মন্ত্ৰৰে শেষত 'কামৰূপ কামাখ্যা"ৰ আৰু "সিদ্ধগুৰু'ৰ উল্লেখ আছে :

সিদ্ধ গুৰুৰ পাও

ৰক্ষা কৰিবা

কামৰূপ কামাখ্যা মাও ॥

এনে উল্লেখে মন্ত্ৰবোৰক দেখাতেই এক ঐতিহ্যপূৰ্ণ, বৌদ্ধতান্ত্ৰিক, হিন্দুতান্ত্ৰিক ধাৰাৰ বস্তু বুলি চিনাক্ত কৰে। জনজাতীয় বিশ্বাসেৰে সংমিশ্ৰিত প্ৰাচীন কামৰূপৰ বিশ্বাসৰ লগত বৌদ্ধ মন্ত্ৰযানৰ আৰু হিন্দু তন্ত্ৰৰ এক সম্মিলিত ৰূপ মন্ত্ৰবোৰত লক্ষ্য কৰা যায়। এই মন্ত্ৰবোৰৰ ভিতৰত ধাৰণীমন্ত্ৰ, সৰ্বলোক মন্ত্ৰ, সুদৰ্শন মন্ত্ৰ, বীৰাজৰা মন্ত্ৰ, পক্ষীৰাজ মন্ত্ৰ, ব্ৰহ্ম কৱচ, পানী কৱচ, গুৰুকৱচ আদি বহুতো নামৰ মন্ত্ৰৰ পুথি অসমীয়া ভাষাত পোৱা গৈছে। উদাহৰণস্বৰূপে "ৰৰকৱচ" পুথিৰ মন্ত্ৰসমূহৰ দৃষ্টান্ত এনে :

সুদৰ্শন মন্ত্ৰ : সেই চক্ৰ হাতে ধৰি গুণন্ত ঈশ্বৰে ···পশুপক্ষী তৰু তৃণ নাগ জলেশ্বৰ। সিংহ ব্যাঘ্ৰ ঘোঙ্গ ভাল্লুক বানৰ॥ ইসবক আদি কৰি মনুষ্য স্ৰজিলো। পৃথিৱী মণ্ডলে মনুষ্যক ঠাই দিলো॥ সেই মনুষ্যক ভূত প্ৰেত নিয়ে মাৰি। সৃষ্টি কেন মতে ৰাখো গুণন্ত মুৰাৰি॥ চক্ৰক শুনাই প্ৰভু বুলিলা বচন। শুন শুন বাক্য মোৰ চক্ৰ সুদৰ্শন॥ মনুষ্যক ৰাখা তুমি দানবক মাৰি। তুমি ৰক্ষা নকৰিলে ৰাখিতে নপাৰি। আক লাগি চক্ৰ তুমি পৃথিৱীক যাও॥ ভূত প্ৰেত দানবক সংহৰি পেলাও॥ সুদৰ্শন চক্ৰে গোসাঁইক কৰি নমস্কাৰ। মহাকোপে দানবক গৰ্জিলা অপাৰ॥ পৃথিৱীক লাগি চক্ৰে শীঘ্ৰে চলি গৈলা। ত্ৰিদশ কোটি দেৱতায় দেখি বিভঙ্গে পলাইলা।
· ···হুকুং বেগে সুদৰ্শন চক্ৰ যাই, খণ্ড খণ্ড কৰি কাটে সুদৰ্শন চক্ৰে পাই॥ · · অসুৰৰ গাৱে আছে যত ভূতগণ। কাটি খণ্ড খণ্ড কৰে চক্ৰ সুদৰ্শন . .. যিটো দেৱে মনুষ্যক দ্ৰোহ আচৰয়। কাটিবোহো সত্য কহো আগত তোমাৰ॥ " ·
বিষ্ণু ঈশ্বৰকো কোটি নমস্কাৰ কৰো, সুদৰ্শন চক্ৰ লই হাতে তুলি ধৰো॥ আলক্ষণী বিলক্ষণী আৰু আপেশ্বৰী। পোন্ধৰ হাজাৰ কাটো বিষ্ণু চক্ৰ ধৰি। ডাইনী যক্ষিণী, কাটো, কাটো দৈত্যগণ। দানৱক কাটো হানিয়া চক্ৰ সুদৰ্শন ' ' " ॥

চক্ৰবান মন্ত্ৰ : চক্ৰবান মন্ত্ৰ যি পোনে যাই। আবেৰ জনা বাটোৱালীৰ বিষ সংহৰি পেলায়। নমো চক্ৰবান গৰ্ভক যাই। নৰ নাৰীৰ ছয়চক্ৰৰ বিষ ব্যাধি সংহৰি পেলাই॥ ' ডালহৰা, পানী-হৰা, কটকটি, জিনাজিনি, সিৰসিৰি চটৰটা, ধপধপি পোৰণি জেৰনি, বিষনি কোপনি চক্ৰ মন্ত্ৰ জাৰি কৰিলো পানী॥ অমুকাৰ গাৱত বেদনা কৰ মহাদেৱৰ ত্ৰিশূলত পৰি মৰ॥ " ·

ব্ৰহ্ম কৱচি মন্ত্ৰ : ···" অনন্ত শয্যাত গোসাঞি শুতি আছিলন্ত। বাক্ত ভৈলা চাৰিবেদ নিশ্বাস কাঢন্তে। অথৰ্ববেদৰ অৰণ্য কৱচি কহে, কৱচি মন্ত্ৰৰ জগততে বহে॥ ····
শ্ৰীৰামৰ আজ্ঞা লাগ। যে কামে বোলো কালিকাৰ আজ্ঞায়ে সেই কামে লাগ॥ ব্ৰহ্মী কৱচি যি দুৰে যাই। কুজ্ঞান কুমন্ত্ৰ ভাগি পলায়॥ সিদ্ধগুৰু সন্ন্যাসীৰ হুঙ্কাৰ। অস্ৰত পানী ফটিকৰ ধাৰ॥ ৰা তয় গঙ্গাৰ পাৰ। নাছিৰি আমুকাৰ ঘৰবাড়ী সীমাসঞ্চাৰ॥ যি মাৰিলে পঞ্চবাণ। ওভোটা বেদে লওঁ তাৰ প্ৰাণ॥ সিদ্ধ গুৰুৰ হুঙ্কাৰ। যাৱে দৈবজ্ঞ লঙ্কাৰ পাৰ॥

মৎস্য কৰতি মন্ত্ৰ :.........জলে কাটি আনো সাজহৰ হাবা গাৰ শুকাই খাৱে। তাৰ হাবা জাগো নৰসিংহ জাগো ।।

জল কৰতি মন্ত্ৰ :.........মন্দকৰী তাক কাটো, আহুৰি কৰা তাক কাটো দুবৰি বনত গাঠি দিয়া তাক কাটো, গাছ তেলত দিয়া গাঠি তাক কাটো, মঙ্গলবৰিয়া তেলত দিয়া গাঠি কাটো, মাটিৰ তলত দিয়া গাঠি কাটো, গৰ্ভতে মন্দ কৰা গাঠি কাটো, হাবে হাবে বন্দা তাকো কাটো.... ........ঔষধ পোতা বাণ কাটো, ভায়োলত দিয়া বাণ কাটো............ ।

গুৰু কৰতি মন্ত্ৰ : ' .. ৰাম লক্ষণৰ শৰ............ অমুকাৰ দশম দুৱাৰ মুকলি হৈ পৰ । ইন্দ্ৰ থাক, চন্দ্ৰ সূৰ্য্য থাক, কৰতি মেলিলো সাত পাক। গুৰুৰ বচন মোৰ তাক। আমুকাৰ দশম দুৱাৰ মেলো আজিৰ পৰা মুকলি হৈ থাক।

কবচ মন্ত্ৰ : ব্ৰহ্মা বিষ্ণু দেৱক জপিলো। যোগ সমাধিক পাই ওলোটাই কবচ বান্ধিলো। সিদ্ধ যোগীৰ পাৱ। ৰক্ষা কৰা কামৰূপি কামাখ্যা মাও ।। হাং হাং হিং হিং স্বাহা স্বাহা ।।

এনে ধৰণৰ মন্ত্ৰ মাতি বিহলঙনীৰে জৰা হয়, পানী কাটি গা ধুওৱা হয়, তাবিজ মাদলি আদিত মন্ত্ৰ ভৰাই ডিঙি বাহুত আঁৰি ল'বলৈ দিয়া হয়। অন্য বিধানো আছে। এই মন্ত্ৰবোৰ ছন্দ প্ৰধান। ছন্দ বৰ নিয়ম নহ'লেও শুদ্ধ কথাত মন্ত্ৰ দেখা নাযায়। একেটা শব্দকে বাৰে বাৰে ব্যৱহাৰ কৰাৰ ফলতে এটা ৰহস্যময় পৰিবেশ সৃষ্টি হোৱাটো উল্লেখযোগ্য আৰু ইয়েই মানুহৰ মনত এক ঐন্দ্ৰজালিক ক্ৰিয়া কৰে। বীজমন্ত্ৰৰ দৰে হু, হুঙ্কাৰ, স্বাহা আদি শব্দৰ প্ৰয়োগ যেনেকৈ উল্লেখযোগ্য তেনেকৈয়ে নৰসিংহ জাগ্য, ছয় চক্ৰ, দশম দুৱাৰ, দৈৱজ্ঞ শব্দৰ ব্যৱহাৰো তেনেকৈয়ে উল্লেখযোগ্য ।*

---

* প্ৰসঙ্গ ক্ৰমে উল্লেখ কৰিব পাৰি যে, অথৰ্বা বা অথৰ্বন ভৃগু আৰু অঙ্গিৰসে যি শাস্ত্ৰ প্ৰণয়ন কৰিছিল সেই শাস্ত্ৰই অথৰ্ববেদ ( অথৰ্বাঙ্গিৰস আৰু ভৃগ্বাঙ্গিৰস ) নামে জনাজাত। অথৰ্ববেদে ব্ৰহ্মজ্ঞানৰ শিক্ষা দিয়ে কাৰণে অথৰ্ববেদক ব্ৰহ্মবেদ বোলাও হয়। সূৰ্য্য উপাসকৰ অথৰ্বন ধৰ্মৰ পৰাই সৌৰ ধৰ্মৰ আৰু আন আন পিছৰ কালৰ তান্ত্ৰিক বা আগম নিগমৰ ধৰ্মৰ উৎপত্তি হয়। সৌৰ ধৰ্মৰ পৰা গ্ৰহ যজ্ঞৰ আৰু জ্যোতিষিক ধৰ্মৰ জন্ম হয়। অথৰ্বনসকলে মানুহ আৰু দেৱতাৰ

এই মন্ত্ৰবোৰৰ ৰচনা কালৰ সঠিক নিৰ্ণয় কৰিব নোৱাৰিলেও প্ৰাগজ্যোতিষপুৰ কামৰূপ হোৱাৰ সময়ৰে পৰা এইবোৰ ৰচনা আৰম্ভ হয় যেন লাগে। তাৰাৰ পৰা বৰ চিন নেপালেও দশম একাদশ শতিকামানৰে পৰা এই মন্ত্ৰবোৰৰ ব্যাপক প্ৰচলন হয়। সময়ৰ লগে লগে বিভিন্ন ঠাইৰ পৰা বিভিন্ন ধৰ্মী মানুহৰ মাজত থকা বিশ্বাসো বা বহিৰাগত লোক-সংস্কৃতিৰ প্ৰভাৱো এইবোৰত পৰিল।

এটা মন্ত্ৰত এনে শাৰীও পোৱা গৈছে: "দালত পৰি শগুণীয়ে মনে মনে গুণে, তেত্ৰিশ কোটি দেৱতাই কাণ পাতি শুনে।' এনে শাৰীয়ে স্বাভাৱিকভাৱেই বিয়ানামৰ "পাটিত বহি ৰুক্মিণীয়ে মনে মনে গুণে, দ্বাৰকাৰে কৃষ্ণ আহি কাণ পাতি শুনে" শাৰীলৈ পেলায়। দুয়োটি লোকগীতৰ সম্পদ আৰু একেখন লোক সমাজৰে।

মন্ত্ৰসমূহ প্ৰয়োগ কৰাৰ অন্তৰালত সকলো ঐহিক ক্ষেত্ৰৰ সমৃদ্ধিৰ আকাঙ্ক্ষা, ৰোগৰ নিৰাময় আৰু শত্ৰু দমনৰ প্ৰবল ইচ্ছা দেখা যায়। অশৰীৰী অপদেৱতা ভূত-প্ৰেত, ডাইনী-যখিনী, বীৰা আদিক সন্তুষ্ট কৰি, বশ কৰি সেইবিলাকৰ হতুৱাই অভিপ্ৰেত কাৰ্য্য কৰাই লোৱাৰ বাসনা মন্ত্ৰবোৰত আছে। দেৱ-দেৱী অপদেৱ-দেৱীৰ কু-দৃষ্টিৰ পৰা ৰক্ষা পাবলৈও মন্ত্ৰ প্ৰয়োগ কৰা হয়। এইবোৰৰ উপৰিও কিছুমান মন্ত্ৰই বন ঔষধ প্ৰয়োগৰ ব্যৱস্থা দিয়ে। কবতি মন্ত্ৰসমূহৰ ভিতৰত বাণৰ নাম, কুমন্ত্ৰৰ নাম, যখ-যখিনীৰ নাম, ব্যাধিৰ অজস্ৰ নামৰ উল্লেখ আছে। এইবোৰ অতি আকৰ্ষণীয়। এইবোৰৰ অধ্যয়ন অসমীয়া সংস্কৃতিৰেই অধ্যয়ন।

গু কৰতি পুথিত প্ৰথমেই 'আদি নিৰঞ্জন"ৰ উল্লেখ আছে। এই মন্ত্ৰবোৰ যে "বেদৰ বাহিৰ" তাৰো উল্লেখ আছে। লগতে মন কৰিবলগীয়া যে বহুত ঠাইত উল্লেখ আছে কোৱাণৰো:

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ গু কৰতি, প্ৰথম মন্ত্ৰ:

একেশ্বৰে আছো মই আদি নিৰঞ্জন। সৃষ্টি নাহি আমাক নকৰে শোভন॥ এহি বুলি গোঁসাঞীৰ মন ভৈলা। নাভি কমলত

---

মাজৰ যোগসূত্ৰ নিজৰ কৰি ল'ব পাৰিছিল, দেৱতাৰ বেহ-ৰূপ জানিছিল আৰু তেওঁবিলাকক বশ কৰিব পাৰিছিল। সেই কাৰণে এওঁলোকক "দৈৱজ্ঞ" বুলি সন্মান কৰা হৈছিল— সূৰ্য্য আৰু সূৰ্য্যবিপ্ৰ,গোলোকেশ্বৰ বৰুৱা।

ব্ৰহ্মা উপজাইলা ॥ সৃষ্টি কৰিবাক তিনিকো আদেশিলা। আজ্ঞা পায়া সৃষ্টি তেখনি কৰিলা। চৈধ্যতাল পৃথিৱীৰ যাৰ যেনে ক্ৰম। তেতিক্ষণা সৃষ্টি কৰিলা নিয়ম ॥ ব্ৰহ্মাৱে প্ৰজন্ত, বিষ্ণুৱে পালন্ত, ৰুদ্ৰে সংহাৰন্ত ॥ চৈধ্যতাল পৃথিৱীৰ, সৰহৰা কৰমা বিষ, ব্যাধিগণ। দৈত্য দানব, ভূত প্ৰেত পিশাচ যথা গুলৈ গণ ॥ উপাক পাক গঁাঠিগণ বেদৰ বাহিৰ ক্ষেত্ৰ খেতৰী একঠাই হুই। খাই মাৰে চুৰচণ্ড গঁাঠি মুঠি বান্ধ চাট, বেদৰ বাহিৰ গঁাঠি সব একঠাই হুই ॥ সন্ন্যাসীৰ বেশ ধৰি আছে মহেশ্বৰ, সেহি বেলা ধন্বন্তৰী গৈলা মহেশ্বৰ ঠাই ॥ তাঙ্ক দেখি ধ্যান ভঙ্গ ভৈলা। বৈদ্য ধন্বন্তৰীক মাতি গুধিবাক লৈলা ॥ মহেশ্বৰে বোলে বৈদ্য ধন্বন্তৰীক কি কাৰ্য্যে আনিলা আমাৰ ঠাই। বৈদ্য বোলে শুনা মোৰ গি কাৰ্য্য, নৰমনুষ্যক হিংসা কৰে দেৱে দৈত্য একঠাই হুই ॥ আৰ এক কথা ভৈল শুনা তাক কণ্ঠ শৰহৰা মন্দ কৰা বেদৰ বাহিৰ চুৰচণ্ড বান, কোবাণ কিতাপৰ গাঠি স্ৰজিলা কোন ঠাই ॥....

কোন ঠাইত মন্ত্ৰৰ সৃজন হ'ল তাৰ উহঁ বিচাৰি মহেশ্বৰ গৈ ব্ৰহ্মাৰ ওচৰ পালেগৈ। ব্ৰহ্মাই নেজানো বুলি কোৱাত হুয়ো বিষ্ণুৰ ওচৰ পালেগৈ। চৈধ্যতাল পৃথিৱীৰ সমস্ত জনা বিষ্ণুৱেও ব্যাধি, বিষ, প্ৰেত, পিশাচ. দৈত্য, দানব, বেদৰ বাহিৰ গাঠিৰ বিষয়ে নাজানো বুলি কোৱাত তিনিও গৈ জলৰ মাজত অনন্ত শয্যাত বহি থকা পূৰ্ণ ব্ৰহ্মৰ কাষ পালেগৈ। পূৰ্ণ ব্ৰহ্মই কিয় আহিলা বুলি সোধাত তিনিও সুধিলে—"বেদৰ বাহিৰ গঁাঠি স্ৰজিলা কোন ঠাই"? "বেদৰ বাহিৰ অবীতিয়া গঁাঠি, উপাক পাক সবে মাৰে মনুষ্যক খাই। আমাক নকৰে মান, বেদক নুশুনে, সৃজিলা বৈদ্য ধন্বন্তৰী নামে। অথৰ্ব বেদ দিলা তাৰ হাতে। গুৰুক সুমৰি সিদ্ধ মন্ত্ৰ গাই। তথাপিতো গঁাঠিৰ ভ্ৰু ভঙ্গ নাই ॥ ঈশ্বৰে বোলে শুনিও কাহিনী। তিনিজনে সৃষ্টি কৰিলা যৈসানি ॥ চাৰি সন্ন্যাসী আসি মোত মাগি নিল। চাৰি হাজাৰ হৰা, তিনি হাজাৰ কৰমা, পঞ্চ হাজাৰ চুৰ, নিখৰ্ব্ব হাজাৰ শৰ, নব কোটি ওবাণ, ব্যালিশ কোটি গঁাঠি, চল্লিশ কোটি মুঠি, ত্ৰিংশ কোটি চুৰ, বত্ৰিশ কোটি হাজাৰ চণ্ড, সতৰ হাজাৰ বায়ু, এহি খানি নিয়া দিল মনুষ্যৰ হাতত। ওবাণ, কোবাণ কিতাপৰ গাঁঠি অসংখ্যাত ॥ এহি বুলি ঈশ্বৰে নামাতিয়া বৈলা ... ....॥"

এনেবোৰ কাল্পনিক কাহিনীয়ে প্ৰকৃত ইতিহাস বিশেষ নিদিলেও কোনোৰ মতে প্ৰথম বেদ, কোনোৰ মতে পঞ্চম বেদ অথৰ্ব বেদৰ অন্তৰ্ভূত কিছু বস্তুৰ সন্ধেদ অন্ততঃ দিয়ে। অথৰ্ববেদৰ বিবিধ শিক্ষাৰ ভিতৰত আয়ুৰ্বেদ, জ্যোতিৰ্বেদ, মন্ত্ৰবিদ্যা, মায়াবিদ্যা যুববিদ্যা অন্যতম।

নগাঁৱৰ মায়ং অঞ্চলেই তন্ত্ৰ-মন্ত্ৰৰ প্ৰধান কেন্দ্ৰস্থল আছিল। নগাঁৱৰ কদলীৰাজ্য, ডবকা, যোগীজান এই ঠাইবোৰ আছিল বজ্ৰযানী যোগীসকলৰ উল্লেখযোগ্য স্থান। সেইদৰেই আছিল কামৰূপ-কামাখ্যাও শাক্ততন্ত্ৰ, বৌদ্ধতন্ত্ৰৰ মূল কেন্দ্ৰ। চাওঁতাল জাতিৰ অন্তৰ্গত যিবিলাক সিদ্ধা ৰমণী আৰু সিদ্ধ পুৰুষৰ পৰা চাওঁতালী ভাষাৰ মন্ত্ৰ পোৱা গৈছে সেইবিলাকৰ মাজতো কামৰূপ কামাখ্যাৰ আৰু ধৰ্ম ঠাকুৰৰ দোহাই থকা পৰিলক্ষিত হৈছে—এই মন্ত্ৰবোৰো আকৌ অপভ্ৰংশ বা বাংলাত লিখিত মন্ত্ৰৰ হুবহু অনুবাদ। তিনিটা মন্ত্ৰই উদাহৰণ দাঙি ধৰিব—

জল পড়া মন্ত্ৰ : দাঃ দাঃ কুঞ দাঃ ডাড়িদাঃ নাইদা. কাঁসাই দাঃ হুকৰী দাঃ নাৰকেলদাঃ সেৎদাঃ মচাদাঃ মাৰাং দাঃ নওযা দাঃ অকয় এ পাড়হাওআ গওৰু পাড়হাওআ গুৰু শিখা ইএ, ইএ পাডহাওআ নওযা পাডহাও কাতেৎ চিলিম দাল কঃ আ ডান যোগিন ভূত পিৰিং চাল চলনৰাও বাতাম, যতক ছোড উতুৰা কাৰ আজ্ঞা বড বাপ ধৰ্মে আজ্ঞা দুহায় কামৰু গওৰু দুহায়।

ইয়াৰ অৰ্থ হল : জল জল (পানী, পানী), কুঁৱাৰ পানী, ডোবাৰ পানী, গঙ্গাৰ পানী, নৈৰ পানী, পুখুৰীৰ পানী, নাৰিকলৰ পানী, চকুৰ পানী, তেজৰ পানী। এই পানী কোনে পঢ়ে " গুৰুৱে পঢ়ে, গুৰু শিখা (গুৰুৰ শিষ্যা ?) মই পঢ়ো। এই পানী পঢ়ি কি মাৰো ? ডাইনী, যোগিনী, ভূত, পিৰিং, চাল চালনা, বাওবতাহ সকলো পলাই ফাট মাৰে—কাৰ আজ্ঞাত ? বৰ বাপ ধৰ্মৰ আজ্ঞাত। কাৰ দোঁহাইত ?—কামৰূপৰ গুৰুৰ দোঁহাইত।

সৰিয়হ পঢ়া মন্ত্ৰ : তুড়ি তুড়ি মহাতুডি নওয়া তুডি অকযত্ৰ পাডহাড়আ গুৰু পাডহাওআ গুৰু শিশা ইঞ ইঞ পাড়হাওআ নওআ পাড়হাও কাতেৎ চিলিম দাল কঃ আ ডান হোগিন ভূত পিৰিং বঃ আ কাৰ দুহায় কমৰু দুহায়॥

অৰ্থ ঃ সৰিয়হ, সৰিয়হ, মহাসৰিয়হ। এই সৰিয়হ কোনে পঢ়ে? গুৰুৱে পঢ়ে, গুৰু শিখা (গুৰু শিষ্যা গুৰু শিষ্য ?) মই পঢ়োঁ। ইয়াক পঢ়িলে কি হয়? ডাইনী, যোগিনী, ভূত, পিৰিং, নজৰ দোষ সকলো এৰি যায়। কাৰ দোহাই—কামৰূপৰ দোহাই।

চাণ্ডালি জাতি বা তাৰ পৰা উদ্ভৱ হোৱা যিবিলাক জাতি গোষ্ঠী বৌদ্ধ ধৰ্মাৱলম্বী হৈ পিছৰকালত ৰাঢ়ৰ উপজাতি বুলি পৰিগণিত হৈছে তাৰ মাজত বৌদ্ধতন্ত্ৰৰ এই প্ৰভাৱ আনুমানিক খৃঃ পঞ্চম শতাব্দীৰ পৰা সপ্তম শতাব্দীৰ ভিতৰত হৈ থাকে।

ৰাঢ়ৰ কৈবৰ্ত-জাতি মৌৰ্য সম্ৰাট অশোকৰ সময়ৰ পৰাই বৌদ্ধ ধৰ্মত দীক্ষিত হয়। ৰাঢ়ৰ কৈবৰ্ত জাতিৰ মানুহ হীনযান, মহাযান, মন্ত্ৰযান, বজ্ৰযান, সহজযান বৌদ্ধধৰ্মক ধাপে ধাপে গ্ৰহণ কৰে। খৃষ্টীয় ৩য়, ৪ৰ্থ শতকৰ পৰা কৈবৰ্তজাতিৰ মানুহ বৌদ্ধতন্ত্ৰৰ ভিতৰলৈ আহে। যতদূৰ সম্ভৱ ৰাঢ় তাম্ৰলিপিৰ কৈবৰ্তজাতিৰ মাজত প্ৰচলিত বৌদ্ধতন্ত্ৰৰ অন্তৰ্গত ডাইনী-বিদ্যা (witch-craft) তাম্ৰলিপ্তি বন্দৰলৈ অহা ৰোম, গ্ৰীচ, মিচৰ ইত্যাদি জাতি গোষ্ঠীৰ মাজত প্ৰচলিত হয় আৰু ইয়ে ক্ৰমে পৃথিৱীৰ সকলোতে বিয়পি পৰে।

(ৰাঢ়েৰ জাতি ও কৃষ্টি ঃ মাণিকলাল সিংহ ১ম খণ্ড/ভূমিকাৰ)

# কামৰূপত ৰচিত তন্ত্ৰ এখনিৰ নিদৰ্শন

পুৰণি কামৰূপত ৰচিত হোৱা কামৰত্ন তন্ত্ৰ এখনি মূল্যবান গ্ৰন্থ। তন্ত্ৰ এক সাধন মাৰ্গ। ক্ৰিয়া-কৰ্ম ইয়াৰ এক বিশিষ্ট ভাগ। তান্ত্ৰিক অভিচাৰ ক্ৰিয়া কেনেকৈ কৰা হৈছিল, প্ৰাচীন অসমৰ এনে বিদ্যাৰ স্বৰূপ কেনে আছিল সেই বিষয়ে এই কামৰত্ন তন্ত্ৰ খনিত ব্যক্ত হৈছে।

প্ৰাচীন কামৰূপ পূৰ্ববঙ্গৰ কৰতোয়াৰ পৰা উজনিৰ দিকৰাই নদীলৈকে বিস্তৃত আছিল আৰু এই বিস্তৃত অঞ্চল আছিল তন্ত্ৰৰ প্ৰধান কেন্দ্ৰ। কোনো মানুহক আকৰ্ষণ কৰিবৰ কাৰণে, বশ কৰিবৰ কাৰণে, শত্ৰু ভাবাপন্ন কৰিবৰ কাৰণে, স্তম্ভিত কৰিবৰ কাৰণে, শত্ৰু ভয়ৰ পৰা উদ্ধাৰ কৰিবৰ কাৰণে, ব্যাধি খণ্ডন কৰিবৰ কাৰণে, উত্তেজিত কৰিবৰ কাৰণে, স্তম্ভন অথবা মাৰণৰ কাৰণে কি পন্থা লোৱা হয়, সেই পন্থাত মন্ত্ৰৰ সহায় কেনে, কোন ঋতুৰ কোন তিথিৰ কোন সময়ত ঔষধৰ গছ-পাত-মূল ছিঙিব লাগে, কেনেকৈ ভাবে ঔষধ কৰিব লাগে, কি মন্ত্ৰ কিমানবাৰ মাতিব লাগে, এনে বিধৰ কথাবোৰ তন্ত্ৰ সাহিত্যৰ ভিতৰুৱা। ইন্দ্ৰজাল বিদ্যা, ভেল্কী, যাদুৰ কাৰণেও মন্ত্ৰ সৰ্বপ্ৰধান কথা। বিশিষ্ট দেৱতাৰ প্ৰতি উচ্চাৰিত হোৱা ৰহস্যঘন মন্ত্ৰ বহুত সময়ত মুকলিকৈ কোৱা নহয়। এইবোৰ অত্যন্ত গোপনভাবে পৱিত্ৰভাবে ৰক্ষা কৰা হয়।

কামৰত্ন তন্ত্ৰখন ১৯১৩ চনত পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে উত্তৰ গুৱাহাটীৰ ন গোসাঁইৰ পৰিয়ালৰ পৰা সংগ্ৰহ কৰিছিল। ন গোসাঁইৰ পৰিয়াল অসম ৰজাৰ গুৰু আছিল।

আৰ্যাৰ এভাগৰ মতে তন্ত্ৰ তিনিটা স্বীকৃত ভাগত পৰে—বিষ্ণুক্ৰান্তা, ৰথক্ৰান্তা আৰু অশ্বক্ৰান্তা। কামৰত্ন তন্ত্ৰ পৰিছে অশ্বক্ৰান্তা ভাগত। অশ্বক্ৰান্তাৰ সীমা পশ্চিমে কৰতোৱা, পূবে জাভা দেশ।

এই কামৰত্ন তন্ত্ৰখনিৰ কিছু অংশ উদ্ধৃত কৰা হল:

কামৰত্ন তন্ত্ৰ। মুখবন্ধ। শ্ৰীকৃষ্ণায় নমঃ অথ শিৱ-পাৰ্বতী সম্পাদ একদিনা পাৰ্বতীয়ে শঙ্কৰক সুধন্ত—প্ৰভু কামৰত্ন তন্ত্ৰ মোত কহা। শঙ্কৰে

কহন্ত জানা পাৰ্বতী, বশ, আকৰ্ষণ, বিদ্বেষণ, স্তম্ভন, মাৰণ শান্তি, পুষ্টি আদি কৰি এই কৰ্মসকল যে কালত যে নিয়মে কৰিবে তাহাক কহোঁ। বশ, আকৰ্ষণ এনে কৰ্ম বসন্ত কালত কৰিব। গ্ৰীষ্মত বিদ্বেষণ, বৰ্ষাত স্তম্ভন, শিশিৰত মাৰণ, শৰতত শান্তি-পুষ্টি, হেমন্তত উচ্চাটন এহিক্ৰমে কৰিব।

অথ ঋতু নিৰ্ণয় ঃ

দিন গোটৰ প্ৰথম দশ দণ্ড বসন্ত, অপৰ দশদণ্ড গ্ৰীষ্ম, অপৰ দশদণ্ড বৰ্ষা, অপৰ দশদণ্ড শিশিৰ, মধ্যৰাত্ৰে অপৰ দশদণ্ড শৰত, অপৰ দশদণ্ড (উষা) হেমন্ত এহি নিয়মে ঋতুকাল। এহি মন্ত্ৰে কৰ্ম কৰিলে সিদ্ধি হোৱে। ইতি ঋতু নিৰ্ণয়।

অথ তিথি নিৰ্ণয় ঃ

সপ্তমীত বশ কৰ্ম, তৃতীয়াত বা ত্ৰয়োদশীত আকৰ্ষণ, দ্বিতীয়াত বা ষষ্ঠীত উচ্চাটন, প্ৰতিপদ, চতুৰ্থী বা চতুৰ্দশীত স্তম্ভন, অষ্টমী বা নৱমীত মোহন, দশমী একাদশী বা দ্বাদশীত মাৰণ, পঞ্চমী বা পূৰ্ণিমাত শান্তি আদি কৰ্ম কৰিব। সৰ্ব মন্ত্ৰ, যন্ত্ৰ ঔষধ, সিদ্ধিত এহি কৰ্ম আচৰিব। ইতি তিথি নিৰ্ণয়। মাহেন্দ্ৰ যোগ আৰু বৰুণ যোগত বশ, স্তম্ভন, মোহন এহি তিনি কৰ্ম, বায়ু যোগ আৰু বহ্নিযোগত বিদ্বেষণ, উচ্চাটন কৰ্ম কৰিব।

অথ নক্ষত্ৰ নিৰ্ণয় ঃ

বৰুণ মণ্ডলত থিত উত্তৰ ভাদ্ৰপদ, মূলা, শতভিষা, পূৰ্ব ভাদ্ৰপদ, অশ্লেষা, পূৰ্বষাঢ়া ইহাৰ এক নক্ষত্ৰত বৰুণ যোগৰ কৰ্ম কৰিব।
. .... ... .. ।

অথ অঙ্গুলী নিৰ্ণয় ঃ

শান্তি কাৰ্যাত মন্ত্ৰ, যন্ত্ৰ, ঔষধিত বৃদ্ধ আঙ্গুলী আৰু তৰ্জনী আঙুলীৰে পৰশিব, পুষ্টি কাৰ্য্যত বৃদ্ধ আৰু মধ্যম আঙুলীৰে পৰশিব, বৃদ্ধ আৰু অনামিকা আঙুলীৰে যাবতীয় মাৰণ আদি কাৰ্য্যত পৰশিব। আকৰ্ষণ, বিকৰ্ষণ মাৰণ, উচ্চাটন, ইহাক অভিচাৰ কৰ্ম বুলি জানিব।

অথ ঔষধ আনিবৰ নিয়ম ঃ

বিবিধ মন্ত্ৰ পঢ়ি ঔষধ আনিলেহে সিদ্ধি হয়। বিবিধ মন্ত্ৰ নজানি ঔষধ কৰিলে সেই ঔষধ কাৰ্য্য প্ৰায় বিফল হয়। একান্ত স্থানত, পবিত্ৰ স্থানত, অৰণ্যত যে ঔষধি থাকে তাকে বীৰ্য্যৱন্ত বুলি। উইৰ ভিঠতে কূপৰ সমীপত, পদূলিত, বৃক্ষৰ গুৰিত, দেৱগৃহ

সমীপত, শ্মশানত যি ঔষধ থাকে বিধিমন্ত্ৰ হৈ'লও কৰ্ম নাসাধে। জলে তল গৈলে, অগ্নিত পোৰা, পোকে খোৱা, আলগাত গজা, ইসৱৰ ছাল, মূল, পত্ৰ কৰ্ম নাসাধে।

প্ৰাতঃকালে মহাদেৱক সেৱা কৰি শ্ৰদ্ধাসহ উপবাসে ঔষধৰ গুৰিক যাই কৰযোৰে মন্ত্ৰ কৰিব—বেতাল, পিশাচ, ৰাক্ষস, সৰীসৃপ, বৃক্ষ লতাত যি কোন আছা শিৱৰ আজ্ঞায় দৰক যোৱা। পুনু ঔষধক প্ৰাৰ্থনা কৰিব হে মাতৃ তোমাৰ অমৃতত জন্ম, তুমি বল বীৰ্য্য বৃদ্ধি কৰোৱা, মোক বল বীৰ্য্য দিয়া, পাপ ৰোগ দূৰ কৰা। এহি স্তুতি কৰি নমস্কাৰ কৰোঁ। পুনু বাক্যে বুলিব—ব্ৰহ্মায়ে ভৃগুৱে, ইন্দ্ৰে, বৰুণে যে হস্তে তোমাক খুলিছ সেই পবিত্ৰ হস্তে মই খুলো। এহি বুলি নিখুন অস্ত্ৰ ধৰি থানিব। পুনৰ প্ৰাৰ্থনা কৰিব—হে মাতৃ আমাৰ দোষ কি। উৎপাত নিপাত দোষত থাকি ব্ৰহ্মতেজ অন্য থানত হোক, মোৰ কল্যাণ কৰি স্বৰ্গক যোৱা। এহি প্ৰাৰ্থনা কৰি অষ্টাক্ষৰী মন্ত্ৰ পঢ়ি ৰবিবাৰত পুষ্পা নক্ষত্ৰত ৰবি যোগে সৰ্ব ঔষধ তুলিব। ষডক্ষৰ মন্ত্ৰ পঢ়ি ছেদিব। ইতি সৰ্ব ঔষধ তুলিবৰ নিয়ম।

এঘাৰ অক্ষৰীয়া মন্ত্ৰক দুইবাৰ সাতবাৰ জপি নিয়ম কাল লৈ আনিব। অৱশ্যে কৰ্ম সিজে।

## প্ৰথম পটল

### বশীকৰণ ( সৰ্বজন )

নৃপতি, পুত্ৰ, মিত্ৰ বা আন পশু-পক্ষী পৰবতত এ সকলক পাই বা দেখি আৰু নাম ধৰি দুই অক্ষৰীয়া মন্ত্ৰক পঞ্চমত জপিলে বশ হয়। ভক্তিপূৰ্বক গুৰুৰ হস্তে মন্ত্ৰ গ্ৰহণ কৰি কৰ্ম কৰিলে সিদ্ধি হয়।

কট-বিকট মন্ত্ৰক অন্নত সাতবাৰ জপি যাৰ নামে একৈক অন্ন পিণ্ড সাতদিন খাইবে সি বশ হয়। বশ্য মুখী মন্ত্ৰক যাৰ নাম ধৰি জপি সাতবাৰ মুখ পখালিব সি বশ হয় প্ৰাতসে শয্যাত বা সহস্তত তৈল্য লৈ বশ্যমুখী মন্ত্ৰ অনামি কৰ আঙুলীয়ে মন্ত্ৰিত কৰি তিনিবাৰ পুনঃ পুনঃ পঢ়ি কেশ মুখাদিত ঘষিব, সৰ্বজন বশ হয় আৰু বাঘেও নাখায়। একে আজলি পুষ্পত চামুণ্ডা মন্ত্ৰক দুই সাতবাৰ জপি যাক দেয় সেয়ে বশ হয়।

## স্তম্ভন

(১) মুথাৰ মূলত "ওঁ হ্রী চামুণ্ডে তুরু তুরু অমুকং মে বশ মানায় স্বাহা" এই মন্ত্র অষ্টোত্তৰ শত জপি মুখত লৈ ন্যায়বাদ কৰিব। ৰুন্দী বোবা প্ৰায় হয়।

(২) হালধিৰ ৰসেৰে শিলতে মন্ত্ৰ লিখি তাতে স্ত্ৰীৰ নাম লিখি তলমূৰৈ থ'ব। সেই স্ত্ৰীৰ মুখ স্তম্ভন হয়।

(৩) পদ্মৰ গুটি মৌ সহিতে বাটি নাভিত দিলে বীৰ্য্য স্তম্ভে।

(৪) জামুগছৰ মূল তামূলে সহিতে খালে বীৰ্য্য স্তম্ভে॥

(৫) শুক্ৰ স্তম্ভন মন্ত্ৰ অষ্টোত্তৰ শত জপিব। ঔষধত ৰঙা বনশঠৰ মূলত সোমবাৰে মন্ত্ৰিত কৰি মঙ্গলবাৰে প্ৰাতসে স্নান কৰি আনি কঁকালত বান্ধি ৰমিব। বীৰ্য্য স্তম্ভে।

(৬) বগা বিৰালীৰ নখ, অস্থি, বগা অপৰাজিতাৰ মূল সহিতে কঁকালত বান্ধি ৰমিলে বীৰ্য্য স্তম্ভে॥

তন্ত্ৰত থকা যাদু মন্ত্ৰ, বেজ বেজালি, ঔষধ প্ৰয়োগৰ এক নমুনা ৰূপে অবিদ্যা তন্ত্ৰ "কামতন্ত্ৰ"ৰ উদাহৰণ দিয়া হল। তন্ত্ৰত বিদ্যা আৰু অবিদ্যা দুটা সাধনা আছে। অবিদ্যা এক গুপ্ত সাধনা। যি সাধনা পাৰ্থিৱ আৰু স্বাৰ্থপৰ কাৰ্য্যসিদ্ধিৰ কাৰণে কৰা হয় তাকেই অবিদ্যা তন্ত্ৰ বুলি কোৱা হয়। এনে অবিদ্যা শাখাৰ বেছি ভাগেই চীন দেশীয়। বশিষ্ঠ চীনলৈ সাধনা সিদ্ধিৰ কাৰণে গৈ ভাৰতলৈ চীনাচাৰ আনে। "মালতী মাধৱ"ত এই বিষয়ে আছে। কপালকুণ্ডলা আৰু অঘোৰঘণ্ট অবিদ্যা সাধিকা আৰু অবিদ্যা গুৰু আছিল। অবিদ্যা সাধনা বিদ্যা সাধনাতকৈ সহজ। অবিদ্যা সাধকে বিভিন্ন কম্পনৰ জৰিয়তে অলৌকিক কাৰ্য্য কৰি দেখুৱাব পাৰে। আনহাতেদি বিদ্যাৰ সাধনাই স্বৰ্গীয় জ্ঞান প্ৰদান কৰে—স্বৰ্গীয় শক্তিৰ লগত একাত্মতাৰ কাৰণে দেহকো প্ৰয়োগ কৰে। অবিদ্যা সাধনাৰ ধাৰা তন্ত্ৰত আছে কাৰণেই তন্ত্ৰক বহুতে কেৱল Black Magic বুলিয়েই ভুল কৰে।

# অসমৰ শাক্ত সাহিত্য

অসমত শাক্ত ধাৰা এটা প্ৰবাহিত হৈ থকাৰ পৰিচয় মৌখিক সাহিত্য আৰু লিখিত সাহিত্য দুয়োটাই বহন কৰি আছে। অসমৰ লোকজীৱনলৈ চকু দিলে দেখা যাব যে, হিন্দু সমাজৰ বিয়াত দৰা-কন্যাক সুখী বিবাহিত জীৱন যাপন কৰিবৰ কাৰণে আশীৰ্বাদ জনোৱা হয়—"হৰ-গৌৰী বসতি হওক" বুলি। সদাশিৱ-পাৰ্বতীৰ বিবাহৰ আখ্যানো অসমৰ বিয়ানামত বৰ সুন্দৰকৈ বৰ্ণিত হৈছে:

মেনকাই বোলে প্ৰভু দুই চক্ষু খালা
বাটৰ ভিক্ষাৰী শিৱক জোঁৱাই চিনি পালা
হেমন্তই বোলে ৰাণী জোঁৱাই বৰ ভাল
বাটৰ ভিক্ষাৰী নহয় শিৱ সৰ্বকাল॥
মেনকাই বোলে প্ৰভু দুই চক্ষু খালা
ভঙুৱা, বৈৰাগী শিৱক জোঁৱাই চিনি পালা॥
আলসুৱা জীয়ে মোৰ কান্দি ভাত খায়
ভাঙৰ গুড়ি নেপাই শিৱই মাৰিব কিলাই॥
হেমন্তই বোলে নহয়, জোঁৱাই বৰ ভাল
নকৰে কন্দল শিৱই, শিৱ মহাকাল॥
... . ...
সজাই পৰাই মেনকাই আগত আছে চাই
কেতিয়া আহিব হৰ ডম্বৰু বজাই॥ (১) (ইত্যাদি)

"হৰ-গৌৰী"ৰ বিবাহৰ আখ্যান, ৰাধা-কৃষ্ণৰ বিবিধ বৰ্ণনা বিয়াত এই কাৰণেই গোৱা হয় যে বিবাহৰ সকলো বৰ-কন্যাকে হৰ-গৌৰীৰ ৰূপত, কৃষ্ণ-ৰাধাৰ, কৃষ্ণ-ৰুক্মিণীৰ ৰূপত, উষা-অনিৰুদ্ধৰ ৰূপত সেইদিনা চোৱা হয়। সেই অৰ্থ সেই গুৰুত্ব দৰা-কন্যা, পিতৃ-মাতৃৰ মনত সহজ ভাবেই আৰোপ কৰাও হয়। উদাহৰণ স্বৰূপে:

পাটীত বহি ৰুক্মিণীয়ে মনে মনে গুণে
দ্বাৰকাৰে কৃষ্ণ আহি কাণ পাতি শুনে
সেন্দুৰৰে দপেমপে কাজলৰে ৰেখা-

বিজুলী চমকত আহি কৃষ্ণই দিছে দেখা।
... ... ... ... ... ... ...
হাতী কৰে দলদোপে, ঘোঁৰাই মাৰে ছাটি (২)
উঠা উঠা ভীমক বজা, জোৰাই আছে বাতি ।।

অসমীয়া লোকসমাজৰ "সৰাহ"ত গোৱা শিৱৰ নামত শিৱ-পাৰ্বতীৰ ঘৰুৱা চিত্ৰ ফুটি উঠিছে এনেদৰে:

ধুমুৰ্ ধুমুৰ্ ভাং খুন্দে ঐ ভৱানী
এচৰিয়া ভাঙৰ গুড়ি
এচৰিয়া পানী
এচৰিয়া গাখীৰ-চেনি
তাতে থৈছে আনি
ধুমুৰ্ ধুমুৰ ভাং খুন্দে ঐ ভৱানী
ভূত-প্ৰেত
লৈ শিৱই
ভাঙৰ ঘোটা খাব
ডুব্ ডুব্ ডুব
ডুব্ ডুব্ ডুব্
ডম্বৰু বজাব
ধুমুৰ ধুমুৰ ভাং খুন্দে ঐ ভৱানী ।।(৩)
(ইত্যাদি)

পুৰণি কালৰে পৰা অসমত প্ৰচলিত "পগলা-পাগলী"ৰ গীতো হৰ-পাৰ্বতীৰ গীত বুলিয়েই সমাদৃত। এই গীতত তাঁত বোৱা সাধাৰণ মানুহৰ জীৱন, প্ৰেম, কল্পনা, প্ৰত্যুৎপন্নমতি ইত্যাদি প্ৰকাশিত হৈছে:

নাৰী: তেতেলীৰ তলতে কৰোঁ তাতে বাতি
পাহৰি আহিলো কুচি
কুচিৰে লগতে পগলাই কিনাব
যামে আইৰ ঘৰলৈ গুচি
পুৰুষ: মাৰৰ ঘৰলৈ যাব তই পাগলী
বাটত খাপে দিয়ে ধৰিম

---

(১/২) শিৱসাগৰ অঞ্চলৰ বিয়ানামত গোৱা সকতে শুনিছিলো।
(৩) শিৱসাগৰ অঞ্চলৰ দিহানাম, ধিয়নামত শুনা।

নাৰী ঃ বাটত খাপে দিয়ে ধৰ তই পগলা
হাবিতে পলায়ে থাকিম
পুৰুষ ঃ হাবিতে পলায়ে থাক তই পাগলী
হাবিত জুইয়ে দিয়ে ধৰিম
নাৰী ঃ হাবিত জুইয়ে দিয়ে ধৰ তই পগলা
ধোঁৱাৰে লগতে উৰিম ॥ ইত্যাদি

অসমৰ আন এবিধ জনপ্ৰিয় লোকগীত "টোকাৰী গীত"ত মহাদেউ পাৰ্বতীৰ উল্লেখ আছে। ইয়াৰে কিছুমানত দৰিদ্ৰ জনজীৱনৰ ছবি শিৱ-পাৰ্বতীৰ জীৱনৰ ছবিৰ মাজেৰে ৰূপ দিয়া হৈছে ঃ

চাঙৰ ভাং এমুঠি নমাই আন পাৰ্বতী
আঠাঁযা কলেৰে খাওঁ
কৈলাসৰ টোকাৰী নমাই আন পাৰ্বতী
ভিক্ষা মাগিবলৈ যাওঁ
দুখৰ উপৰি দুখ পাৰেৰতী
দুখৰ উপৰি দুখ
কুকুৰে কামোৰে চৰাণে দলিয়ায়
কতো নিমিলে সুখ ॥

কাঠৰ টোকাৰী সাজিবলৈ মহাদেৱে বিচাৰি লয় অৰ্থপূৰ্ণ, লক্ষণীয়া কাঠ—

যি জুপি বিৰিখে
দুপাতি মেলিলে
তললৈ মেলিলে শিয়া
সেই জুপি বিৰিখক
খোজে মহাদেৱে
টোকাৰী সাজোগৈ দিয়া ॥
মহাদেউ গোসাঁযে
টোকাৰী সাজিলে
বাটে পাৰেৰতী গুণা
ইঙলা পিঙলা
চিত্ৰা সুষুম্না
এই চাৰিগছি গুণা ॥

ইড়া, পিঙ্গলা, চিত্ৰা, সুষুম্না এই চাৰিটি নাড়ীৰ ক্ৰিয়াৰেই সাধাৰণ জীৱনক কেনেকৈ উচ্চ জীৱন কৰিব পাৰি তাৰ বৰ্ণনা দেহ-বিচাৰৰ গীতবোৰত আছে।

অসমৰ যিবোৰ লোকগীত-মাতৃ শক্তিৰ বন্দনা আছে তাৰ ভিতৰত উজনি-নামনি জুৰি থকা, "আইনাম" বোৰ অতি প্ৰাণস্পৰ্শী। এই আইনামবোৰৰ সম্পূৰ্ণ সংগ্ৰহ এতিয়াও হোৱা নাই। উদাহৰণ স্বৰূপে কেইটিমান আইনাম (গোসাঁনী বিষয়ক নাম) আগ বঢ়োৱা হৈছে ঃ

## (ক) শাক্ত সাহিত্য ঃ আইনামৰ সম্পৰ্কত

প্ৰাচীন কালৰে পৰা অসমত প্ৰচলিত হৈ থকা গোসাঁনী বিষয়ক নামখিনি অসমীয়া নাৰীৰ মুখত মৌখিক ভাবেই ৰক্ষা হৈ আছিছে। আজি ত্ৰিশ বছমানৰ ভিতৰত ইয়াৰ দুই-চাৰি সংগ্ৰহ অসম্পূৰ্ণকৈ অৱশ্যে ওলাইছে।

প্ৰথমেই মন কৰিবলগীয়া যে এই নামবোৰ গায় মাইকীমানুহে— সমূহীয়াকৈ গাব পৰা আই সবাহত, আসনপতা সবাহত, অপেচৰী সবাহত, লখিমী সবাহত, শিব, বিষ্ণু, গণেশ, কৃষ্ণ, দুৰ্গা আদি সকলো দেব দেৱীৰ নাম গাব পৰা উদাৰপন্থী নামঘৰবোৰত অথবা ঘৰুৱা সবাহত শাক্ত মতাৱলম্বী পুৰুষে সংস্কৃতৰ স্তৱ, শ্লোক গায় যদিও দেৱী মাহাত্ম্য-সূচক নাম গোৱা আজিলৈকে চকুত পৰা নাই। ওজাপালিৰ কথা সুকীয়া। সেয়ে অসমত প্ৰচলিত গোসানীৰ নামখিনি সম্পূৰ্ণৰূপে নাৰীসমাজৰ একচেতিয়া সম্পত্তি বুলি ক'ব পাৰি।

এই নামখিনি যদি বিশ্লেষণ কৰি চোৱা যায় তেতিয়া দেখা যাব যে বিষয়বস্তু, ছন্দ আৰু সুৰ এই কেউকালৰ পৰা এই নামখিনিৰ ভিতৰত আইনাম খিনিয়েই নিজস্ব সৌন্দৰ্য্যৰ অনন্য আৰু সৰ্বশ্ৰেষ্ঠ। বাকী গোসাঁনী বিষয়ক নামবোৰক চাৰিটা ভাগত ভাগ কৰিব পাৰি। বাংলা অষ্টোত্তৰ শতনাম আৰু পাঁচালিৰ পৰা বহুতোখিনি নাম অসমীয়া কৰা হৈছে। "নমো নমো দুৰ্গা দেবী নমস্তু তাৰিণী" অথবা "জয় জয় জয় দুৰ্গা বিপদ নাশিনী" আদি নামক দেখাতেই অষ্টোত্তৰ শতনামৰ আৰু পাঁচালিৰ অনুবাদ বুলি ক'ব পাৰি। কিছুমান নাম সংস্কৃত স্তৱৰ পৰা অনুবাদ কৰা। যেনে "নমস্তে, পাতালে বৈষ্ণবী ৰূপা। নমস্তে, সিংহলে দেবমোহিনী"॥ আদ্যাস্তৱৰ "পাতালে বৈষ্ণবী-ৰূপা, সিংহলে দেবমোহিনী'ৰ স্পষ্ট অনুবাদৰূপে ই নিজেই জিলিকি আছে। সেইদৰে শীতলাৰ নামৰ "কাষে কুম্ভ, মাথে সূৰ্প, হাতে সমাৰ্জনী। শীতলা বিলাই ঘূৰে শীতলা গোসাঁনী" আদি নামো সংস্কৃত স্তৱৰ পৰাই অসমীয়া কৰা হৈছে।

দেৱীৰ বিষয়ে বাংলা বাৰমাসী গীতত আছে—"আশ্বিনে শাৰদা দেবী আনন্দ দায়িনী, পৌষে গৃহে গৃহলক্ষ্মী নবান্ন ৰূপিনী"। অসমীয়াত ভাবেই প্ৰতিধ্বনি হৈছে এনেকৈঃ আহিনে শাৰদা দেৱী আনন্দদায়িনী, পুহে গৃহে গৃহলক্ষ্মী নবান্নৰূপিনী।

চতুৰ্থতে দেৱীৰ স্তুতিৰ কাৰণে গোৱা কিছু যোৰা পদ ৰামায়ণ আৰু অসমীয়া মহাভাৰতৰ পৰাও লোৱা হৈছে।

বঙ্গ সাহিত্যাই প্ৰভাৱান্বিত কৰা গোসাঁনী নামবোৰ, অথবা স্তবৰ পৰা ভাঙনি হোৱা নামবোৰৰ উৎপত্তিকাল বৰ প্ৰাচীন নহয়। আহোম-ৰাজত্বৰ একেবাৰে শেষৰফালে মৃন্ময় প্ৰতিমা যেতিয়া অসমত পূজা কৰাৰ প্ৰথা বঙ্গদেশৰ পৰা আহিল, দুৰ্গা পূজা বা এই উৎসৱৰ প্ৰয়োজন যেতিয়া বাঢি আহিল তেতিয়া ক্ৰমান্বয়ে এনে নামবো প্ৰয়োজন স্বাভাবিকতেই দেখা দিলে আৰু এই নামখিনিয়ে তেনেকৈয়ে ৰূপ পাই উঠিল। শুম্ভ-নিশুম্ভ বধ, মহিষাসুৰ বধৰ নাম, দেৱীৰ মাহাত্ম্য বৰ্ণনাৰ নাম শ্ৰীশ্ৰীচণ্ডীৰ পৰাও অনুদিত হ'ল। দুৰ্গা পূজাৰ দৰে কালীপূজাত গাব পৰাকৈও পুৰাণ আদিৰ পৰা শ্লোকৰ ভাঙনি হ'ল।
আটাইতকৈ মন কৰিবলগীয়া বিষয় হৈছে প্ৰাণস্পৰ্শী সুৰৰ আইনামখিনি। উজনি-নামনি জুৰি থকা এই আইনামৰ ৰচনা কেতিয়া হৈছিল? এই নামখিনি কিমান পুৰণি?

প্ৰতিটো আইনামতে পোনেই দেখা যায় আই উজাই অহাৰ কথা। আইৰ সাতভনী উজাই আহে। উজাই অহা শব্দটোৱে নিশ্চয় উজনিৰ বিপৰীত ভাটিৰ পৰা উজাই অহা কথাটোকে বুজায়। উজাই আহে 'সাতালি পাৰ্বত জুৰি"। সাতালি মানে সপ্ত পৰ্বত? সাতালি মানে সপ্ত পৰ্বত থকা ঠাই? পশ্চিম অসমৰ গোৱালপাৰাৰ শ্ৰীসূৰ্য্য পাহাৰত সাতটা চূড়া থকা সাতালি পৰ্বত নামে ঠাই আছে। শক্তিৰ এই ধাৰা পশ্চিমৰ পৰা, ভাটিৰ পৰা অহা বুলি এই কথাই ইঙ্গিত দিয়ে নেকি? শ্ৰীসূৰ্য্য পাহাৰ তান্ত্ৰিক উপাসনাৰ কেন্দ্ৰস্থল আছিল নেকি? শ্ৰীসূৰ্য্য পাহাৰত পোৱা বিগ্ৰহ, যন্ত্ৰ ৰেখাৰ চিত্ৰইতো তাৰেই গভীৰ ইঙ্গিত দিয়ে।

"বৰ আই পাচিলে, সৰু আই আহিলে ফুলবাৰী দেওঘৰৰ পৰা।" উজনিৰ লক্ষীমপুৰৰ ফুলবাৰী দেওঘৰ, আৰু পিছলা নদীৰ পাৰ শক্তি পূজাৰ যে কেন্দ্ৰস্থল আছিল এই নামবোৰেই সাক্ষী দি আছে। পিছলা

নামৰ যোগিনীৰ নামত হয়তো এই পিছলাতে যোগিনী মন্দিৰো আছিল।

ফুলবাৰী দেওঘৰৰ পৰা আই আছে। আইক বৈছাই বৈ আনে নাৱত। আই আহি বালিত বাতি খপিব লগা হয়। কাৰণ অজলা ঘাটেয়ে আইক চিনি নেপাই পাৰ কৰি নিদিয়ে। এই নৈ, এই বালি কোন ঠাইৰ? লুইত নে সোৱণশিৰী? পিছলা নে দিকৰাই? নে কাল্পনিক এই নৈ? কল্পনাও গঢ় ল'ব লাগিব বাস্তৱৰ ভেঁটিতেই।

আহোমসকলে আই পূজাত কলপটুৱাৰে নাও সাজি তাত কল-পটুৱাৰেই বৈছা দি, ন খোটাঁসীত ন গৰাকী আই বহুৱাই সেৱা পূজা দি পানীত উটুৱাই দিয়ে। পানীয়েদি আই আহে, পানীয়েদি আই যায়গৈ। তেনেকৈয়ে লালুং আদি কৰি অসমৰ বহুতো জনজাতিয়ে মাৰি-মৰকৰ দেৱী আইক পূজা দিয়ে কলৰ ভেল বা ডিঙা সাজি হাঁহ পাৰ কুকুৰা বগা ফুল আদিৰে। সেইযালিৰপৰা চালে নৈবোৰতে থাকে জল-দেৱীৰূপে আই। সেয়ে নৈবোৰ শক্তিৰূপা। শীতলাৰ পানী তামৰ কলচীত তুলি আনি ঘট স্থাপন কৰোঁতে ঘটৰ পানীকেই শীতলা জ্ঞান কৰি সেৱা-মাননি আগবঢ়োৱা হয়। মন্ত্রপূত পানীকেই শৰীৰ শীতল হ'বৰ কাৰণে শৰীৰত সানি দিয়া হয়।

আহোমসকলৰ ধৰ্মৰ পৰম্পৰা চাই তেওঁবিলাকক আই সবাহৰ প্রচলনকাৰী বুলি ক'ব নোৱাৰি। তেওঁবিলাকে প্রচলিত প্রথাহে গ্ৰহণ কৰি নিজৰ বহন দিছিল যেন লাগে।

অসমৰ আইনাম আলোচনা কৰাৰ প্ৰসঙ্গত ভূঞাসকলৰ অসমলৈ আগমন আৰু অসমত বসতি সম্পৰ্কৰ কাহিনী প্রনিধাণযোগ্য। কাৰণ ভূঞাসকলৰ লগতেই যোগিনী ধাৰা কামৰূপলৈ উৰিষ্যাৰ পৰা অহাৰ এক সম্ভাৱনা থাকিব পাৰে। আইৰ সাতভনী সপ্ত মাতৃকাৰে এক ৰূপান্তৰ বুলি ভাবিব পাৰি। "পিছলাৰ ঘাটতে আয়ে স্নান কৰে লাহৰ চুলিটাৰি মেলি"। এই পিছলাও যোগিনী বা মাতৃকাসকলৰে এগৰাকী। তেনেকৈ গঙ্গা-যমুনাও যোগিনীৰ অন্তৰ্গত। অসমৰ দ পৰবৰ্তীয়াত গঙ্গা-যমুনাৰ মূৰ্তিও যোগিনীৰ মূৰ্তি।

কনৌজৰ পৰা গৌড় হৈ কামৰূপলৈ ভূঞাসকল অহাৰ যেনে সম্ভাৱনা তেনেকৈয়ে উৰিষ্যাৰ পৰা বঙ্গ অথবা গৌড় হৈ ভূঞাসকল কামৰূপলৈ আহিব পাৰে আৰু উত্তৰ লক্ষীমপুৰত বসতি কৰি থাকোতে

লগত অনা মাতৃকাধাৰাৰ বিকাশ ঘটিব পাৰে। অৰ্সি, মসী হুয়োটাতে সমানে পাৰ্গতালি দেখুওৱা ভুঞাসকলৰ দ্বাৰাই এনে শাক্ত লোক-সাহিত্যৰ ৰচনা সম্ভৱ হ'ব পাৰে। ভুঞাৰ উপাধিটো জাতিসূচক উপাধিযে নহয়, এই কথা আগতেই কোৱা হৈছে।

আইনামৰ এতিয়াৰ যি ভাষা দেখা গৈছে সেই ভাষা লক্ষ্য কৰিলে আইনামবোৰ অৱশ্যে বৰ প্ৰাচীন যেন নালাগে। "ঘোৰা" "নাম" ইত্যাদি শব্দৰ ব্যৱহাৰেও ষোল, সোঁতৰ বা ওঠৰ শতিকাৰ ৰচনা বুলিহে প্ৰতীয়মান কৰায়। অৱশ্যে এয়াও সঁচা যে লোকগীতে সময়ৰ হাতবুলনি পাব হৈ আহিব লগা হয়।

প্ৰাগজ্যোতিষত শাক্তপন্থী দ্বিজবসতি নবকৰ সময়ৰে পৰা হোৱাৰ বিষয়ে জনা যায়। কুৰুক্ষেত্ৰৰ যুদ্ধৰ আগতেই প্ৰাগজ্যোতিষলৈ দ্বিজসকল অহাৰ ই প্ৰমাণ কৰে। কালিকাপুৰাণ লেখা হৈছিল দশম শতিকাত। ইয়াৰ ৰচকো বৈষ্ণৱ—শাক্তপন্থী শাকদ্বীপি দৈৱজ্ঞ ব্ৰাহ্মণ বুলি পণ্ডিতে মত প্ৰকাশ কৰিছে। কিন্তু সেই সময়ত মাতৃকাধাৰা বা যোগিনী ধাৰা কিমান প্ৰবল ৰূপত এই ৰাজ্যত প্ৰচলিত হৈছিল সেই কথা জনা নেযায়। কিন্তু ষোল শতিকাত লেখা "যোগিনীতন্ত্ৰ" এই নামটোৱেই কামৰূপত ষোল শতিকাৰ সময়ত বা তাৰো আগতেই যোগিনীধাৰা থকাৰ সবল প্ৰমাণ বহন কৰিছে।

সাধাৰণতে লোকগীতবোৰত ৰচকৰ নাম নেথাকে। আইনাম-বোৰো লোকগীত। কিন্তু হাজোৰ পৰা শ্ৰীসমীন কলিতাই সংগ্ৰহ কৰা আৰু অসম সাহিত্য সভা পত্ৰিকাত প্ৰকাশ হোৱা এটুপি নামৰ শেষত ৰামসৰস্বতীৰ ভণিতা পোৱা গৈছে :

কহে ৰাম সৰস্বতী এৰি আন কাম
শীতলা সন্তুষ্ট হওক বোলা ৰাম ৰাম ॥

এই ৰাম সৰস্বতী শঙ্কৰী যুগৰ প্ৰখ্যাত কবি, মহাভাৰতৰ পদ ৰচোতা, ভীম চৰিতৰ ৰচয়িতা ৰাম সৰস্বতীয়েই যদি হয় তেন্তে এইটো অত্যন্ত গুৰুত্বপূৰ্ণ কথা। এইবিষয়ে গভীৰ গৱেষণাৰ থল আছে।

আইনামত থকা কাব্যিক সৌন্দৰ্য্য অতি মৰ্মস্পৰ্শী। উদাহৰণ স্বৰূপে—

লুইতৰে বালি তিয়াব নোৱাৰি
বৰুণে নিতিয়ায় মানে

দুখীয়াৰ পুতলী        তুলিব নোৱাৰি
আয়ে মুতুলিলে মানে ।।

এনেবোৰ প্ৰকাশ সূক্ষ্ম কবিমনৰহে প্ৰকাশ। শাক্তধৰ্মী কোনোবা অখ্যাত কবিৰ নে শাক্তধৰ্মী কোনোবা প্ৰখ্যাত কবিৰ এই ৰচনাবোৰ কোনে ক'ব।

## (খ) আইৰ নাম (উজনি অঞ্চলৰ)

আই মোৰ উজায়ে আহিলে আইৰে সাতেভনী
সাতালি পৰ্বত জুৰি।
আই মোৰ বনৰ পশু পক্ষী সবেও মাথা দোঁৱায়
আই আহিবৰে শুনি ॥
আই মোৰ উজাই আহিলে আইৰে সাতে ভনী
আই মোৰ বালিতে খপিলে বাতি।
আই মোৰ অজলা ঘাটেয়ে আই মোৰ পাৰ নকৰিলে
আই মোৰ সুগন্ধৰ লগালে বাতি ॥
আই মোৰ উজাই আহিলে আইৰে সাতেভনী
আই মোৰ বালিতে সজালে ৰভা।
আই মোৰ জীৱৰ দুখ দেখি সহিব নোৱাৰি
আই মোৰ আইয়ে লগাই দিলে ঘোৰা ॥
আই মোৰ উজাই আহিলে আই মোৰ আইৰে সাতভনী
আই মোৰ বসন্তে বাৰ বলাই।
আই মোৰ টেমাতে আনিছে আই মোৰ জাতি চন্দনে
আই মোৰ সবাকে দিছে পিন্ধাই ॥
আই মোৰ আইও আহিছে আই মোৰ, জগতে জানিছে
আই মোৰ বসন্তে বাৰ বলাই।
আই মোৰ বনৰ পশু-পক্ষী সবে মাথা দোঁৱাই
আই মোৰ সাগৰেও জল যোগায় ॥
আই মোৰ উজাই আহিলে আই মোৰ আইৰে সাতেভনী
আই মোৰ বৈছাই আনিলে বাই।
আই মোৰ বা বৰষুণ আই মোৰ একোৱে নেপালে
আই মোৰ আপুনি চৰমি যায় ॥
আই মোৰ আইয়ে পাও মচা আই মোৰ কপাহী গামোচা
আই মোৰ আইৰে কলি কটা পীৰা।
আই মোৰ বৰ পাই পাচিলে আই মোৰ সক আই আহিলে
আই মোৰ ফুলবাৰী দেওঘৰৰ পৰা ॥

আই মোৰ আইৰে চেনেহৰ আই মোৰ ম'ৰা চৰাই জুৰি
আই মোৰ দৌলৰ চাৰিওফালে চৰে ।
আই মোৰ হস্তীৰ গমনে আই মোৰ আই নামি আহে
আই মোৰ চকৰ ফুৰিবৰ মনে ॥
আই মোৰ পদূলিত এক দায় আই মোৰ চোতালত দুই দায়
আই মোৰ মজিয়াত শতেক দাথ পাবা ।
আই মোৰ সৰ্ব অপৰাধ আই মোৰ ক্ষমি ভগৱতী
আই মোৰ দাসক দয়া কৰি যাবা ॥
আই মোৰ মূৰৰে কেশেৰে আই মোৰ পাও মলচিমে
আই মোৰ দেহাৰ পাৰি দিমে সাকোঁ ॥
আই মোৰ আসনৰ আগতে আই মোৰ গুৱা কাটি থৈছো
আই মোৰ গুলাওঁতে সোমাওঁতে খাবা ।
আই মোৰ চৰত পাৰে ধুৱা আই মোৰ আসনত বহিবা
আই মোৰ দাসক দয়া কৰি যাবা ॥
আই মোৰ নাজানি সোমালো আই মোৰ আইৰে ফুলৰবাৰী
আই মোৰ নিচিনি ছিঙিলো কলি ।
আই মোৰ এইবাৰৰ দোষকে আই মোৰ ক্ষমা ভগৱতী
আই মোৰ মাতো চৰণতে ধৰি ॥
আই মোৰ চোতালৰ দুবৰি আই মোৰ মই তোলো চাপৰি
আই মোৰ আই আহিবৰে শুনি ।
আই মোৰ অলপমতীয়া আই মোৰ আই কুমলীয়া
আই মোৰ চোঁৱৰে আনিছে তুলি ॥
আই মোৰ আইৰে মাননি আই মোৰ শুকুল পিঠাগুড়ি
আই মোৰ গোপিনীৰ মাননি গুৱা ।
আই মোৰ বৰ আইৰ মাননি আই মোৰ বকুল ফুলৰ মালা
আই মোৰ নমাইছে বিমানৰ পৰা ॥
আই মোৰ আই আহিবৰে আই মোৰ হল বহু দিনে
আই মোৰ কি দি কৰিমে সেৱা ।
আই মোৰ শুকুল পিঠাগুড়ি আই মোৰ আইলৈ আগে কৰি
আই মোৰ গোপিনী কৰিছে সেৱা ॥
আই মোৰ লুইতৰে বালি আই মোৰ তিয়াব নোৱাৰি
আই মোৰ বৰুণে নিতিয়ায় মানে ।
আই মোৰ মনুষ্যৰ পোৱালী আই মোৰ তুলিব নোৱাৰি
আই মোৰ আইয়ে নোতোলে মানে ॥

# আইক বিদায় দিয়া নাম

আই মোৰ উজাই আহিলা আই মোৰ আইৰে সাতেভনী
আই মোৰ বালিতে খপিলে বাতি ।
আই মোৰ ভটিয়াই যোৱাগৈ আই মোৰ আইৰে সাতেভনী
আই মোৰ গোপিনী কৰিছে স্তুতি ॥
আই মোৰ দৌলত উঠিয়ে আই মোৰ মহাদেউ সুধিলে
আই মোৰ পাৰ্বতী মন্দিৰত নাই ।
আই মোৰ তুমি কি নাজানা আই মোৰ জটীয়া মহাদেউ
আই মোৰ আয়ে ফুৰে পূজা খাই ॥
আই মোৰ আই আহিবৰে আই মোৰ হল বহুদিনে
আই মোৰ মহাদেউ পঠালে খেদা ।
আই মোৰ যোবানে নোযোৱা আই মোৰ হৰৰ পাৰ্বতী
আই মোৰ কৈলাস হৈয়ে আছে শুদা ॥
আই মোৰ জোকাৰি পিন্ধিলে আই মোৰ পকৰা মেখেলা
আই মোৰ পাকমাৰি বান্ধিলে চুলি ।
আই মোৰ পদলি ওলাযে আই মোৰ আয়ে মাত লগালে
আই মোৰ গোপীসব আহিলো বুলি ॥
আই মোৰ নাও হেঙুলীয়া আই মোৰ বঠা হেঙুলীয়া
আই মোৰ আৰু হেঙুলীয়া ছৈ ।
আই মোৰ ছৈৰে তলতে আই মোৰ আই বহি আছে
আই মোৰ সোণৰে সঁফুৰা লৈ ॥
আই মোৰ নাও হেঙুলীয়া আই মোৰ বঠা হেঙুলীয়া
আই মোৰ আৰু হেঙুলীয়া ছৈ ।
আই মোৰ আইৰে মূৰৰে আই মোৰ জাপি হেঙুলীয়া
আই মোৰ বিজুলী বাঁহৰে দৈ ॥
আই মোৰ সুইতৰ মুখতে আই মোৰ নাও ভৰা দিলে
আই মোৰ কামাখ্যাৰ মুখলৈ চাই ।
আই মোৰ আইৰে পাৰিষদ আই মোৰ সবাকো লগত লৈ
আই মোৰ আই কৈলাসলৈ যায় ॥

আই মোৰ আগলি পাততে আই মোৰ গুৱা কাটি থৈছো
আই মোৰ নদী পাৰ হৈয়ে খাবা।
আই মোৰ এতিয়াই পাবাগৈ আই মোৰ আপোনাৰ কৈলাসে
আই মোৰ দাসীক দয়া কৰি যাবা ॥

( সংগ্ৰহ : লেখিকা )

# ॥ নামনি অসমত প্ৰচলিত আই নাম ॥

[ বড়িয়া অঞ্চলৰ ]

১। ঠাই মচা নৈবাদ পাতা আইকে কৰা মান।
কৰ যোৰে প্ৰণাম কৰোঁ দুখানি চৰণ ॥
ঠাই মচি নৈবাদ পাতি আছো বাট চাই।
কৈলাসৰে ভগৱতী আহি পোৱা নাই ॥
আসানতে বহি আহি কি ৰঙ্গ কৰিছা।
চৌষষ্ঠী যোগিনী আহি যোগান ধৰিছা ॥
আসানতে বহি আই ফুলকে বাছিলা।
সোণাৰে খৰিকা লৈ মালাকে গাঁথিলা ॥
আসানতে বহি আইয়ে ফুলৰ ললে লেখা।
মায়াৰূপে ভগৱতী বাইজক দিয়ে দেখা ॥
সক আইৰ মাননি সুকুল পিঠাগুড়ি।
গোপিনীৰ মাননি গুৱা ॥
ডাঙৰ আইৰ মাননি বকুল ফুলৰ মালা।
আনাগৈ কৈলাসৰ পৰা ॥

ঘোষা—আই গেছি ফুল পাৰিবা গোপীক লগত লৈ।
নাৰি আইা, নামি আঁহা ফুলৰ কন্তি লৈ ॥

পদ—ফুলৰ কন্তি লৈ আই পদূলিতে বৈ
জহা চাউলে মুগৰ গাজী বৰি আনোগৈ
তাতে পৰি বাপাক মাকে কাকণী কৰিলা
আই গেছি ফুল .... .... .... কন্তি লৈ ॥
মহামায়া আই আহি আসনে বহিলা
তাতে পৰি বাপাক মাকে কাকণী কৰিলা
লুটি গুটি আই আহি আসনে বহিলা
তাতে পৰি নৰ মনিচে কাকুতি কৰিলা।
শীতলী, পাতেলী, জহেলী, বাউলী, তিলেনী, মচুৰী
আই আহি আসনে বহিলা

বাঁইমুৰী, লক্ষামুৰী, কামাখ্যা আই আহি আসনে বহিলা
তাতে বহি নৱমন্দিৰে কাৰুণী কৰিলা
আই গৈছি ফুল পাৰিবা .... .... কৰি লৈ

৩। আহানতে বহি হাঁহে খলাখলি
মাৰে আলা চাউলৰ ছাটি
হাঁহে খলাখলি পৰে ঢলি ঢলি
আঁহানতে বহি . . . . ছাটি
বালেকে দুখ পায়ে বুলি ।
অবালা বালকে কিবা দায় কৰিছে
মাভিলি কেমিবা পাৰি

আহানৰ আগতে খোছা তামোল কাটি
উলাওঁতে সোমাওঁতে খাবা
চৰা পাৱ ধুৰা আসনে বহিবা
বালেকক দায়াকৈ যাবা
দুখীয়াৰ ঘৰকে আইলোক আহিছে
দিবাৰে নাইকা আকো
মাথাৰ কেশ ছিঙি কাতৰ কৰিছো
দেহাৰ পাৰি দিছো সাঁকো ।।
আই কই গৈছিলা হাতে ফুল দালি
আইৰ মান ধৰমী নাই
কি চৰাই মাভিছি আইয়ে ফুল বাচিছি
দুখীয়াৰ ঘৰে সুমাই ।
শীতলাৰ (পিছলাৰ) ঘাটতে আয়ে চিনান কৰে
লাহৰ চুলিটাৰি মেলি
যুগ যুগ কালৰে আইৰে শৰণীয়া
লোকলৈ নিদিবা এৰি
শীতলাৰে পানী আনিলা ভৱানী
তামৰে কলসী লৈ
ছকুৰি বামুণে চণ্ডীপাঠ কৰিছি
শীতলাক আগতে লৈ ।।

ঘোষা — নামিল শীতলী আই বৰনদীৰ পাৰে
আগে আগে আই নামিল পাছে ফুলৰ ভাৰে ।।

পদ — ছয়মাহ আহে আই মানাহৰ পাৰ
ঘাটুৱাক বোলে আই পাৰ কৰি থও
ভাঙা নাও ছিঙা বইঠা কেনে হৈবা পাৰ
আগৰে কুন্দিতে আই খৈলা ফুলৰ ভাৰ
মাজৰ কুন্দিতে আই আপুনি বহিলা
গুৰিৰ কুন্দিতে আই দিলা গণক ঠাই
সোণাৰ নাও সোণাৰ বৈঠা পাৰ হৈয়া গায়।
পূব পশ্চিম উত্তৰ দক্ষিণ গৃহকে কৰিলা
দুখীয়াৰ ঘৰত আই প্ৰবেশ কৰিলা ।

( সংগ্ৰহ : ড° হেমন্ত কুমাৰ শৰ্মা )

## উজনি অসমৰ দেউৰী সমাজত প্ৰচলিত আইনামৰ নমুনা :

আয়ে আহিছে আই জগতে জানিছে আই
আই পূৰে গুটি মূল বাছি
মনিচৰ সিৰলিত আই আযে ৰহ এড়ালে আই
কাষত তুলৰে কৰণি এ
উঘলা বিৰিখক আই আয়ে কই গলে আই
আইৰ সমান ধৰমী নাই
নিচটি মুখতে আই আয়ে ফুল বাছিলে আই
আই সমান ,লতী নাই
আযে খায় বেঙনা ছাগলী শিঙীয়া আই
আযে খায কুহিয়াৰ বাতি এ
এইবাৰ দুখকে আই মাতো তুতি কৰি আই
জীব খৈ এ যাবা ৰাখি এ
সোণৰে পখিলা আই উৰে বাটি কাটি আই
ৰূপৰে দুখনি পাখি এ
তাই মহামায়া আই ফুৰে ঘৰে ঘৰে আই
মনিচক তাঁবোগৈ বুলি এ
দুখীয়াৰ ভগাঘৰ আই দুৱাৰত নাই ধৰ আই
দিবলৈ একোকে নাই এ

মূৰৰ চুলি ছিঙি আই পাৰে মলচিছো আই
জীৱ দান মাগিছো আই
আয়ে পাও মুচে আই কপাহী গামোচা আই
শৰাইত লাহে কৰি থোৱা
অময়া আয়কে আই মাতো তুতি কৰি আই
নামতে সন্তোষ হোৱা এ •• ॥

কালী গোঁসানীৰ নাম—

কালী কালী মহাকালী উগ্ৰকালী নাম
সদাশিৱই পদৰ তলে কৰি আছে ধ্যান
জয়ন্তী মঙ্গলা কালী কৰাল বদনী
লহ লহ কৰে জিহ্বা অসুৰ ঘাতিনী
লোল জিহ্বা ঘোৰ মূৰ্তি দেখি লাগে ভয়
কি কৰিছা মহামায়া হৰৰ হৃদয় ॥
মেঘৰ বৰণ শ্যাম তনু দিগম্বৰী বেশ
পিঠিত পৰিয়া আছে আউল বাউল কেশ
শৱৰূপে সদাশিৱ বাটত আছিল পৰি
নজানিয়া মহামায়া হৃদে দিলা ভৰি
লোল জিহ্বা ৰক্তধাৰা শোভে অতিশয়
মুক্ত কেশী দিগম্বৰী দেখি লাগে ভয়
জয়ন্তী বিজয়া জয়া পশুপতিৰ জায়া
চৰণে শৰণ লৈলো ৰাখা মহামায়া

( সংগ্ৰহ : লেখিকা )

শীতলাৰ নাম ( গুৱালকুছিৰ নাম )

এই আই শীতলা এ আনন্দে হিয়া
বহিছে শীতলা আই আসন পাতিয়া ॥
আই আছে চহৰ কৃৰি মালতীৰ ফুল
অমৃতৰে চিতা মাৰি শৰীৰ কৰে জুৰ ॥
আই আছে নাৰায়ণী হৰোৰে ঘৰিণী
কিবা পূজা লাগে আইক নজানিলো আমি ॥

আই আহি বৈয়া আছে যমুনাৰে বালি
কিবা পূজা লাগে আইক নজানিলো আমি ॥
আহিলা শীতলা আই জগত জননী
জগতৰে উপকাৰী দুৰ্গতি নাশিনী ॥

## আইৰ নাম ( গুৱালকুছি অঞ্চলৰ )

স্তুতি কৰি আইকে মাতো দিয়া পাৰ মেলি
চৰণতে ধৰি কান্দো বাগেৰি বাগেৰি
সোণাৰে ৰূপাৰে আই ডুয়োখানি নাৱ
তাতে উঠি পাৰ হয় কামাখ্যাৰে মাৱ
পাৰ হৈ গোসাঁনী নাথাকিলা বৈ
আম্ৰাঠুৰী পৰ্বততে প্ৰবেশিলা গৈ
তোকে বোলে আম্ৰা মোৰ আগতে ৰৌ
দিবি নে নেদিবি ঠাই স্বৰূপ কৰি কৌ
এখেনি পৰ্বতৰ আই গোৰ আছে হালি
তোমাৰ ভাৰ পালি আই পানীত পৰবো হালি
চৌকাষে গড আই মাজে অথৌ জল
তোমাৰ থল আছে আই নামে নীলাচল ॥

( সংগ্ৰহকাৰী : নাৰায়ণ চন্দ্ৰ দাস )

## শীতলাৰ নাম ( হাজো অঞ্চলৰ )

দিহা মোচা-কোচা ঠাইখেনি
ফুলে জলমল কৰে
তাতে আহি ভগৱতী
অতি আনন্দ কৰে ।

পদ ভগৱতীৰ চৰণোত কৰোঁ নমস্কাৰ
কমল নয়না নাম চণ্ডৰি বাৰাম্বাৰ
আহি আহি ভগৱতী বাটে আছে বৈ
ঘেলীফুলৰ মালা লৈ বৰি আনো গৈ
আই আহি সক আই বাটে আছে বৈ
কাঠাগুৰ মালা লৈ বৰি আনো গৈ

আহি আহি ডাঙৰ আই বাটত আছে বৈ
ভবা ফলৰ মালাকৈ ধৰি আনোগৈ
আহি আহি ন-বনী বাটত আছে বৈ
সকাল ফুলৰ মালাকৈ ধৰি আনোগৈ ।।

( ২ )

দিহা : আহান(১) পাৰি দিয়া আই এ, বহোক মহামায়া
১ = আসন
থাকোক হৰিৰ কথা শুনি আই এ হৰি মায়া ।।
পদ : ভগৱতী হুলথুল(২) আহানে দে ফুল ২ = আইৰ ভৰপকনি
চোতালে দে ছায়ামায়া ।।
ডাঙৰ আই হুলথুল আহানে দে ফুল
চোতালে দে ছায়ামায়া ।।
মাজু আই হুলথুল আহানে দে ফুল
চোতালে দে ছায়ামায়া ।।
কাঞ্চী আই হুলথুল আহানে দে ফুল
চোতালে দে ছায়ামায়া
চণ্ডী আই হুলথুল আহানে দে ফুল
চোতালে দে ছায়ামায়া
লক্ষ্মী আই হুলথুল আহানে দে ফুল
চোতালে দে ছায়ামায়া
সৰস্বতী আই হুলথুল আহানে দে ফুল
চোতালে দে ছায়ামায়া
ন-বনী হুলথুল আহানে দে ফুল
চোতালে দে ছায়ামায়া

( ৩ )

দিহা : আইকে প্ৰণাম কৰো দুই চৰণে ধৰোঁ
আইৰ চৰণত ভক্তি থৈ
সুখে সংসাৰ তৰোঁ
পদ : গঙ্গা দুৰ্গাৰ চৰণোত ভক্তি থৈ
সুখে সংসাৰ তৰোঁ

কালিকা দেৱীৰ চৰণত ভক্তি থৈ
সুখে সংসাৰ তৰোঁ।
চাণ্ডিকাৰ চৰণত ভক্তি থৈ
সুখে সংসাৰ তৰোঁ।
আই দিলা হৰিৰ নাম হৃদয়ৰ কাৰি
আইকে প্ৰণাম কৰোঁ হাতযোৰ কৰি।

( ৮ )

দিহা : গোপাল আই এ, আই মোৰ ঘৰে
পদ বগা ফুলৰ মালা দিছে আইৰে শৰীৰে
কাঠাণ্ডাৰে মালা দিছে আইৰে শৰীৰে
গোমা ফুলৰ মালা দিছে আইৰে শৰীৰে
গোমাফুলৰ মালা দিছে আইৰে শৰীৰে
পদ্মোফুলৰ মালা দিছে আইৰে শৰীৰে
যুতি ফুলৰ মালা দিছে আইৰে শৰীৰে
অশোক ফুলৰ মালা দিছে আইৰে শৰীৰে
লবা ফুলৰ মালা দিছে আইৰে শৰীৰে
বকুল ফুলৰ মালা দিছে আইৰে শৰীৰে ।।

( ৫ )

দিহ : কৈলাশৰ পৰা আই নামি আহে
হৰৰে মন্দিৰে চাই
গুকুলা ফুলৰে আসন পাৰি থৈছো
আগবাঢ়ি বহা আই ।।
পদ : চাকি ধূপ ধৰি ধৰি আসন বঢ়াই দিছো
আগবাঢ়ি বহা আই
তামোল পান আগবঢ়াই দিছো
আগবাঢ়ি বহা আই
মাথাৰ অঞ্চল পাৰি দিছো
আগবাঢ়ি বহা আই
মাথাৰ কেশ পাৰি দিছো
আগবাঢ়ি বহা আই

জল ফুল ধৰি আসন বঢ়াই দিছো
আগবাটি বহা আই
নৈবাদ্য পৰহাদ ধৰি আসন বঢ়াই দিছো
আগবাটি বহা আই
নৈবাদ্য পৰহাদ ধৰি আসন বঢ়াই দিছো
আগবাটি বহা আই
দৎ-ছত্ৰো(১) আগবঢ়াই দিছো
আগবাটি বহা আই ॥

( ৬ )

দিহা : জগত জননী যোগমায়া
চৰণ শৰাণ লৈলো ৰাখা মহামায়া
পদ : স্বৰ্গে পূজে দেৱগণে
অনেক সম্ভাৱে
পাতালে পূজিছে নাগে
নানান ফলফুলে
মনিচে পূজিছে মাও
শীতলাৰ চৰণ
শীতলাৰ চৰণে মাও
লৈলো শৰণ
কহে ৰাম সৰস্বতী এৰি আন কাম
শীতলা সন্তুষ্ট হওক বোলা ৰাম ৰাম ॥

( সংগ্ৰাহক : সমীন কলিতা )*(২)

---

(১) বেদীৰ আগত থোৱা ফুলৰ ছত্ৰ।
(২) * অসম সাহিত্য সভা পত্ৰিকা ৩০শ বছৰ ১৮৯৫ শক

# শীতলাৰ নাম

ঘোষা : জয় জয় ভগৱতী ভৱানী কামাখ্যা -
পদ : আস্তিক মুনিৰ মাতা বাসুকী ভগিনী
জৰৎকাৰু মুনিৰ পত্নী শীতলা গোসাঁনী
কাষে কুম্ভ মাথে সূৰ্প হাতে সমাৰ্জ্জনী
বসন্ত বিলাই ফুৰে শীতলা গোসাঁনী
অতি দিব্য কুলাখনি মস্তকতে লৈ
বসন্ত বিলায় মাৱে লয়লাসে কৈ
ইপাৰৰে শঙ্খধ্বনি সিপাৰলৈ শুনি
ঢোপ খেলি নামি আছে শীতলা গোসাঁনী ।।
বাটে বাটে ফুৰে আয়ে শিশু ওমলাই
তাপ গুচাই শান্ত কৰা ভগৱতী আই ।।
চহৰ ফুৰি আই আছে হাতত কমল ফুল
আম পাতৰ ছাটি মাৰি হৃদয় কৰা জুৰ
শীতলাৰ চৰণ জুৰি বাতুল জবাৰ ফুল
জটাধাৰী দিগম্বৰী ভয় কৰা দূৰ ।।
শীতলা শীতলা বুলি যিটো দিযে ডাক
অমৃত সিঞ্চিয়া মাৱে ৰক্ষা কৰে তাক ।
শীতলা শীতলা বুলি যিটোই পাৰে গেৰি
ধন ধান্য পুত্ৰ কন্যা দেন্ত দিগম্বৰী ।।
শীতলা মাৱক যিটো স্মৰে একবাৰে
সহস্ৰ আপদে তাক কি কৰিব পাৰে ।।
নমামি শীতলা মাতৃ পদৰ তলে লাগো
ভকত বৎসলা মাতৃ শুভ বৰ মাগো
শীতলা মাৱক আমি কাতৰ কৰোঁ
অনুগ্ৰহ কৰা মাতৃ চৰণত ধৰো ।।
আমি আকিঞ্চনা মাতৃ কি আছে আমাৰ
কি দিয়া কৰিবো সেৱা চৰণে তোমাৰ ।

বাৰদ্বাৰ বাখিয়াছা আই ভৱেশ্বৰী
এইবাৰো ৰক্ষা কৰা কৃপাদৃষ্টি কৰি ॥
স্তুতিনতি ভগৱতী নেপাওঁ সেৱাৰ ভাও
আপোনাৰ গুণে তুষ্ট হৈৰা জগতমাও।
জয় কৰা মহামায়া ভয় কৰা দূৰ
বিঘ্নি খণ্ডাই শান্ত কৰা পঞ্চানন ঠাকুৰ।
শীতলাৰ ঘৰখনি বকুল ফুলৰ কাম
কিবা পূজা দিব লাগে নজানিলো আমি।
বিলাই দিয়া নিৰ্মালি মাথা ভৰি লওঁ
বিদায় দিয়া ভগৱতী সেৱা কৰি যাওঁ।
দয়া কৰা দয়া কৰা প্ৰভু শূলপানি
ৰক্ষা কৰা ৰক্ষা কৰা শীতলা গোসানী
বিদায় দিয়া ভগৱতী গধূলি হল
বিদায় দিবৰ ছলে মাতৃ কৈলাসলৈ গল।
হাসিয়া হাসিয়া দেবী মধুৰ বচনে
সভা বিসৰ্জিয়া মাতৃ চলিলা সত্বৰে ॥
গোপিনীসৱৰ স্তুতি শুনিয়া ভবানী
লাসে লাসে সিংহত উঠিলা গোসানী
আবৈ চাউলৰ মুঠি মুঠি তুলসী চন্দন
সেৱা কৰি বিদায় মাগো দুখানি চৰণ
ভবানী আই মাগিছো বিদায়
চৰণে মাথা দোৱাই।
সোণৰে এজুৰি দপ, ৰূপৰে এজুৰি ধূপ
আই মহামায়া প্ৰাৰ্থনা কৰিছা
এই নামে হবা সম্ভাষ।
নামে সেৱাকৈ গোপিনী বোলয়
তুষ্ট হৈবা ভগৱতী
আমি দুৰ্মতি নেজানো ভকতি
আমাৰ নাই সেৱাতে ৰতি
হৰি সন্তোষে
হবো সন্তোষে দুৰ্গা আই সন্তোষে হবা
তোমাৰে কৰুণা আঁচিলে পাতি লওঁ

দাসীক দয়া কৰি যাবা ।
আই ঠাকুৰাণী আই আকাশে আহিলা উৰি
বসিবাক লাগি আসন পাতি থৈছো
শিৰৰ ওপৰে তুলি ।।
আই ঠাকুৰাণী আই আগাত শঙ্খ বজাই
বিমানে সহিতে নামি আহিছে
নৰ মনুষ্যৰে ঠাই ।।
আই ঠাকুৰাণী আই বসন্তে বায়ে বলাই
সন্ধ্যা সময়তে আহে মহামায়া
সুগন্ধে মলেমলাই ।।
আই ঠাকুৰাণী আই বসন্তে বায়ে বলাই
অম্বিকা চণ্ডিকা ভৱানী কালিকা
এইৰূপে ঘুৰা বেৰাই ।।
আই ঠাকুৰাণী আই তোমাৰ নীলাচলে বতি
দুখানি চৰণত প্ৰাৰ্থনা কৰিছো
তুষ্ট হৈবা ভগৱতী ।।
আই ঠাকুৰাণী আই কেন্দুকে চাপৰি বাই
কুন্দ্ৰাক্ষৰ জলাইদি বজাই চাই আছিলে
নাচে দুৰ্গা দেৱী আই ।।
আই ঠাকুৰাণী আই কেন্দুকে চাপৰি বাই
কেন্দু ঠাকুৰৰে মুণ্ড ছেদ কৰিলা
ভকতিতে ছিদ্ৰ পাই
আই ঠাকুৰাণী আই কৈলাসে টোকাৰী বাই
কাৰ্তিক গণপতি নাচে ভঙ্গী ধৰি
দুৰ্গা দেৱী ৰঙ্গে চাই ।।
আই ঠাকুৰাণী আই তোমাকে পূজি'ল ৰাম
সহস্ৰ শিৰীয়া ৰাৱণক বধি আই
ললা ভদ্ৰকালী নাম ।।
আই ঠাকুৰাণী আইহে
তুমি জগতৰে মাতা
দু'যা চৰণতে প্ৰাৰ্থনা কৰিছো
এইবাৰ দাসীকে ৰাখা ।।

# লক্ষ্মী আইৰ নাম

( উজনিৰ )

(১) ৰাতুল চৰণে গৌৰাঙ্গ বৰণে এ
কেতেকীৰ পাহি যেন আই
বৈকুণ্ঠ গুদাকৈ আহিলা গোঁসানী
নৰ মনুষ্যলৈ চাই ।।
আগতে আহিলে কৃষ্ণ বলোভদ্ৰ এ
লক্ষ্মী আই আহিলে পাছে
পাৰিষদ গোপিনী লগতে আহিলে
বৈকুণ্ঠ শুদা কৈ আছে
আইৰে কেশেটাৰি শ্যাম বৰণীয়া এ
সোণেৰে বন্ধোৰা ফণি
গলতে পিন্ধিছে হাৰে সাতেশৰী
গজ মুকুতাৰে মণি ।।
খোপাতে পিন্ধিছে মালতী এপাহি এ
ভোমোৰা উৰিছে লোভে
কপালে জিলিকা চন্দনৰে ৰেখা
পূৰ্ণচন্দ্ৰ যেন শোভে ।।
পদ্মৰ পাততে লক্ষ্মী উপজিলা
আনিল পদ্মাৱে পাই
অতি হৰষিতে কৃষ্ণত বিয়া দিলে
ললে গকুলতে ঠাই ।।
গোকুল বৃন্দাবন ঘূৰি ফুৰিছিলা
গোপিনী সবাকে লৈ
পাছে লক্ষ্মীমাৱে গলা বৈকুণ্ঠলৈ
বৃন্দাবন সুদা কৈ থৈ ।।
(২) ভোজনৰ গৃহতে আয়ে পাগ কৰিলে
সোণৰে কলচী লৈ

বাসুদেউৰে পুত্ৰ কৃষ্ণ বলোভদ্ৰ
আছিল দুৱাৰতে বৈ ॥
এটি চকতে অন্ন বাঞ্জনে
এটি চকতে দৈ
এটি চকতে বিলাই আই মাতৃয়ে
দুয়ো হাততে লৈ
আইৰে মৰমেৰে বগা পাৰ ঘুৰি
থানৰ চাৰি পাশে ফুৰে
ভিতৰৰে পৰা আই ওলাই আহে
গোপিনী আৱৰি ধৰে
ভিতৰৰে পৰা আই ওলাই আহে
হংস গমনে কৰি
পায়ে কণ জুনে বাজিছে নূপুৰে
সোণৰ শলি যেন ভৰি
কেতেকীৰ এপাহি কেতেকীৰ দুপাহি
কেতেকী আমোদমোলাই
থানৰ চউপাশে কেতেকী ফুলিছে
গোন্ধে চউদিশে যায় ॥

## "আউলা" পূজাৰ নাম :

কামৰূপ জিলাৰ নলবাৰীৰ অন্তৰ্গত কোনো কোনো গাঁৱত দুৰ্গানৱমীৰ ৰাতি "আউলা" পূজা বা "আইলা" পূজা নামৰ এটি গীত প্ৰধান উৎসৱ অনুষ্ঠিত হয়। এই উৎসৱ অবিবাহিতা গাভৰুৰ দ্বাৰাই পালন কৰা হয়। ৰাতি উজাগৰে থাকি গাভৰুসকলে সূতা কাটে, দেৱীক প্ৰাৰ্থনা কৰে, আৰু তাঁত শিল্পত পটু হবৰ আকাঙ্ক্ষা কৰে। এই গীতবোৰকেই "আউলা" বা "আইলা" পূজাৰ গীত বুলি কোৱা হয়।

"আউলা" শব্দটো 'আঁৰিয়া' শব্দৰ (সং অণ্ডিকা, যাৰ অৰ্থ জোৰ বা বন্তি) পৰা হব পাৰে বুলি লোক সংস্কৃতিৰ গৱেষক ড° হেমন্ত কুমাৰ শৰ্মাই মত প্ৰকাশ কৰে। আউলা বা আইলা পূজাত বহুত চাকি-বন্তি জ্বলোৱা হয়। দক্ষিণ নলবাৰীৰ পৰা সংগ্ৰহ কৰা নামখিনিৰ প্ৰথম অংশ এনে :

ইটো শৰৎকালি মানসৰ পানী
দেৱীক পাৰ কৰিছে কোনে
সোণাৰ নাওখনি ৰূপাৰ বঠাখনি
বাইছাই আনিছে মানে।
গঙ্গাধৰীয়া তিৰী আছে সমাজত ৰবা
চন্দ্ৰ সূৰ্য ব্ৰহ্মা আহি পাতিলেক সভা।
অগ্নিসাচা নামে বস্ত্ৰ দুইখানি
দিলন্ত সমুদ্ৰে লৈলন্ত গোসানী।
প্ৰথমতে আয়াগিনা যঁতৰত দিলা হাত
সজাই কচাই থৈছা দেৱীৰ পুষ্প-পাৰিজাত॥
দক্ষৰ ঘৰতে আছিলা দেৱী আই
তোমাৰ নাম আছিলে সতী
পিতাৰ যজ্ঞতে স্বামীক নেদেখি
ই জন্মত হৈ ৰলা সতী
নীলাচলে আছিলা দেৱী আই
নানান বলি পূজা খাই
আমাৰে দেশক আছিলা দেৱী আই
তোমাৰা পাৰবে নাই॥
সকতে দেৱী আইক মাকে মাৰিছিল
বাটৰে ছাগলী বুলি
জটিয়া ভাতুৰাই ভুকুকাই লৈ গল
নাৰিকলৰ লাড়ু দিম বুলি॥
দেৱী আইৰ ঘৰতে কি বস্তু নাইকিয়া
চেপেটা কপাহে দ'ম
আয়তী কটাৰে দেৱী আই নটাৰে
ঘনে ঘনে একোখান॥
তাঁতৰ বুটাত ধৰি মাকক সুধিলে
মাই মই কি ফুল তোলো?
মেখলাত ভগৰ ফুল ৰিহাতে গোলাপ ফুল
চেলেঙত চেনেহৰ আঁচু॥
ইঘৰৰ পৰা মেকুৰী আহি এ
সিঘৰত কৰিলে মেও

হাঁহি যেন মেখেলা কুঁহি হেন আগুৱাণ
সেই কাপোৰ দেৱীআইক দেও ।।
নিয়ৰ পৰে টাপাৰ-টুপুৰ
কদম পৰে হালি
দেৱী আইৰ মূৰৰ নালা
ঘনে ঘনে পাহি ।
দেৱী আইৰ ৰূপ দেখি
বাইজে আছে চাই
কোনো হাঁহে, কোনো কান্দে
কোনো মূৰ্ছা যায়
নাগ বৰাই দিলে আনি
সুবৰ্ণৰ কুণ্ডল
প্ৰকাশিছে উজ্জ্বল অতি
বদন মণ্ডল
সূঁতা কাটো সূঁতা কাটো
নলীৰে মেচেৰা
ভাল কৰি সূঁতা কাটো
দেৱী আইৰ পচৰা
সূঁতা কাটি কাটি সঁফুৰা ভৰালো
কেইমুঠা কাটিলে পাঁখি
এমুঠা নাকাটো দমুঠা নাকাটো
ধেমালিত পুৱালো ৰাতি ।
দেৱী আইৰ ঘৰতে কি নাইকিয়া
গজলা নাৰিকলৰ খুটা
বাহিৰে লিখিছে ৰামে-লক্ষণে
ভিতৰে জানকী সীতা ।।

## শঙ্কৰ-পাৰ্বতীৰ ঘৰুৱা চিত্ৰ

ক) শঙ্কৰ জাগ দিগম্বৰী গায়
শঙ্কৰ উঠ দিগম্বৰী গায়

বিচিত্র খাটতে ধৰোঁ চৰণতে
বিছানে গৌৰী জগায়
উঠা উঠা ভোলা মহেশ্বৰ
ঘৰে অন্ন মুঠি নাই
কার্তিক গণপতি কান্দিব লাগিছে
ঘৰে অন্ন মুঠি নাই
নিদ্ৰাত জাগিয়া শয্যাত বসিয়া
পাৰ্বতীৰ মুখলৈ চাই
ত্ৰিশূল ডোম্বৰু দিয়া পাৰেৰতী
ভিক্ষা মাগিবলৈ যাওঁ ।।

খ) আহ গণেশৰ মাও হেমৰন্তোৰ জী
এক চিলিম ভাং খাওঁ জোগাৰ কৰি দি

বোলন্ত পাৰ্বতী শুনা পশুপতি
মইতো ঘাটলৈ যাওঁ
কাৰ্তিক গণাপতি ভোখোতে কান্দেছি
কিমতে ভাং যোগাওঁ
এতেকে বচান বুলিয়া পাৰ্বতী
কাষতে কলচী লৈ
মুখখন জোকেৰি হাতখন লেচেৰি
গুচি গৈলা ঘাটলৈ
হেন শুনি হৰে মনতে আলচি
নাঙলে জোঙলে আনি
মহিষে বলধে খেদি লৈয়া গেলা
বাটে বাটে ভাং টানি

( গুৱালকুছি অঞ্চলৰ গীত )
( সংগ্ৰাহক : নাৰায়ণ চন্দ্ৰ দাস )

( উজনিৰ নাম )

নাৱতে আনিলা ফুলৰে কৰণী
বঠাতে আনিলা দান

কৈলাসত আছিলা আই ভগৱতী
শদিয়াত পাতিছা থান ।।
উজাই আহিলে আইবে সাতেভনী
লুইতত মাৰিলে খেৱা
ভয় নকৰিবা ভয়াতুৰ নহবা
আয়ে কৰি যাব দয়া ।।
উজাই আহিছে আইবে সাতেভনী
নাৱত গুটিফুলৰ পোপা,
গুটিকৈ আনিছে মুঠিকৈ বিলাইছে
নৰক কৰি গৈছে কৃপা ।।
কি চৰাই নাচিছে আয়ে ফুল বাছিছে
চাব বা পায় নাপায়
জল্‌মল্‌ কৰিছে ছৱালক শিকাইছে
দেখিলে শৰীৰ জুৰায় ।।
কি চৰাই নাচিছে আয়ে ফুল বাছিছে
দুখীয়াৰ ঘৰ সোমাই
বাটত লগে পাই নাৰদে সুধিলে
কি ফুল বাছিছা আই
বাচোঁ সৰু মুগী বাচোঁ বৰ মুগী
মানুহে চিনি নেপায় ।।
বাটত লগে পাই নাৰদে সুধিলে
আইৰ ভোজন কিহেৰে হয়
মোৱা মাছ পকনি কলাডিল গুকনি
আৰে ভোজন বুলি লয়
শাকৰ সোলেং টেঙা মাছৰ মোৱা টেঙা
চাউলৰ ৰবা বাঙ্কনি
মূৰৰ তিনিদিন গুটি আই পকনি
লোৱা আই জগতজননী ।।
দিন কি ৰাতি কি আই যায় চিটিকি
আই যায় নিকৰি সৰি
অতি চেনেহৰে আয়ে ফুল বাছিছে
যাউতি যুগীয়া কৰি ।

আসনৰ আগতে গুৱা কাটি থৈছোঁ
ওলাওঁতে সোমাওঁতে খাবা
আগত পাৰে ধুবা আসনত বহিবা
ছটিয়াই জুৰণি দিবা
কৈলাসৰ পৰা আহিলা জগতে
নিজ নাম গুণে চাবা
তোমাৰ কৰণিৰে গুৱা আগ বঢ়াইছোঁ
মনত ৰং কৰি লবা ॥
পায়স পিঠাগুড়ি বঢ়াই কেনেকৈ
আয়ে বা কেনেকৈ লয়
মই মহাপাপী আয়ে ধৰা চাপি
তেহে জীৱ সফল হয় ॥
অবিদ্যাক আই খেমিবোক দায
আমাৰ মান নাই অবোধ
পায়স পিঠাগুড়ি দিওঁ আগবঢ়াই
কপিলী গৰুৰে দুধ ॥
আইৰ নাম সুমলা দিছে ফুলৰ মালা
পানী তেল কৰিছে গা
আইৰ নাম শীতলা শীতল চৰণে
ধূলা দি কৰিব দাযা
আইৰ নাম শীতলা দুখীয়াৰ পুতলা
দি যাবা বুকু জুৰাই
আইৰে চৰণে শৰণে পশিলা
দিয়া পদৰ তলে ঠাই ॥
আই ভগৱতী চণ্ডিকা ভৱানী
দুৰ্গতি নাশিনী আই
চৰণত ধৰি দাসীয়ে মাগিছো
দিয়া পদৰ তলে ঠাই ॥

এ ঠাকুৰাণী আই
তোমাৰ নীলাচলে ৰতি
দুয়ো চৰণলৈ প্ৰাৰ্থনা কৰিছোঁ
তুষ্ট হোৱা ভগৱতী

লুইতৰে বালি        তিযাব নোৱাৰি
    বকুলে নিতিয়ায় মানে
মনিচৰ পোৱালি        তুলিব নোৱাৰি
    আইয়ে মুতুৰিলে মানে ॥
আই আহিবৰে        হল বহুদিনে
    মহাদেউ পঠাইছে খেদা
যোৱানে নোযোৱা        আই ভগৱতী
    কৈলাস হৈ আছে শুদা ॥
উজাই আহিলা        আইৰে সাতেভনী
    বালিতে পাতিলা খুটি
ভটিয়াই যোৰাইগৈ        আইৰে সাতেভনী
    গোপিনী কৰিছে তুতি ॥
আসন দাঙি দিয়া        উঠক মহামায়া
    চলক লাহে লাহে কৰি
বাটৰ বাটৰুৱা        বাট এৰি দিয়া
    আই যাওক আশীৰ্বাদ কৰি

ড° লীলা গগৈ :
( অসমীয়া লোক সাহিত্য ঃ আইনাম )
নীলাচল   ৪ৰ্থ বছৰ ২য় সংখ্যা
১৯৬৬

# শাক্ত সাহিত্যৰ অসমত পোৱা লিখিত ৰূপৰ নিদৰ্শন ঃ

অসমৰ লিখিত শাক্ত সাহিত্যৰ কবি ৰূপে মনকৰ, দুৰ্গাবৰ আৰু নাৰায়ণদেৱৰ নামেই প্ৰথমে মনলৈ আহে।

মনকৰ আছিল মনসা-মাহাত্ম্য প্ৰচাৰক, লোকৰঞ্জক কবি। কাৰণ তেওঁৰ কাব্যত আছিল লোকগীতৰ ঠাঁচৰ সহজ, সৰলতা।

কমতেশ্বৰ বিশ্বসিংহ নৃপতিৰ বন্দনা মনকৰৰ ৰচনাত থকাৰ পৰা পণ্ডিতসকলে কবি মনকৰক কমতাৰ অৰ্থাৎ কোঁচবেহাৰ অঞ্চলৰ লোক বুলি ভাবিব খোজে।

মনকৰৰ মনসা কাব্য মঙ্গলাচৰণেৰে আৰম্ভ হৈছে। তাৰ পিছত মনসা পূজা মণ্ডপৰ বৰ্ণনা আৰু সৃষ্টি বৰ্ণনা দিয়া হৈছে। সৃষ্টি বৰ্ণনাৰ লগত শূন্য পুৰাণ (ৰামাই পণ্ডিত), অনাদি পাতন (শ্ৰীশঙ্কৰদেৱ) আৰু মনসা বিজয় (বিপ্ৰদাস)ৰ মিল পৰিলক্ষিত হয়।

আদিম পক্ষীযুগলৰ পৰা কেনেকৈ এই জগতৰ সৃষ্টি হ'ল, ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ জন্ম অনাদিদেৱৰ পৰা কেনেকৈ সম্ভৱ হ'ল, "অৰ্দ্ধ অঙ্গ মহাদেৱ অৰ্দ্ধ অঙ্গ ধৰ্ম্ম"ৰ ৰূপ কেনেকৈ হ'বলৈ পালে, অনাদি দেৱৰ নিজ ভাৰ্য্যা গঙ্গা-দুৰ্গাক কেনেকৈ শিৱৰ পত্নীৰূপে অৰ্পণ কৰা হ'ল তাৰ বৰ্ণনা আৰু পাৰ্বতীৰ লগত মহাদেৱৰ সম্ভোগ, মনসাৰ জন্ম বৃত্তান্ত আদিৰ সুন্দৰ বৰ্ণনাত মনকৰৰ কবিত্ব শক্তিৰ পৰিচয় পোৱা গৈছে ঃ

(১) মাৱ সৰস্বতী বন্দিয়া গাইবো আন নাহি মোৰ গতি
ত্ৰৈলোক্য বন্দিনি জগবিয়াপিনি গোবিন্দ জাহাৰ পতি। (সৃষ্টিখণ্ড)

(২) পূজা বিষহৰি একচিত্ত কৰি শতদল কমলফুলে
মাটিৰ ভাণ্ডি সিজুৰ ডালি পূজে বাৰিষাৰ কালে (পদ্মাবৰ্ণনা)

(৩) একচিত্ত মনে ভ্ৰিটো পূজে বিষহৰি
পুত্ৰ দাৰা ধন-জন দেন্ত দিগম্বৰী ।। (সৃষ্টিখণ্ড)

(৪) হংসৰ পিঠিত যে তুলিয়া দুই পায়
স্বৰ্গ হন্তে নামিলেক বিষহৰি মায়
- বৰ দিতে নামিল মায় আকাশগামিনী

জেবা নবে পূজে তাব খণ্ডোক বিঘিনি ।। (সৃষ্টিখণ্ড)

(৫) ধর্ম কর্ম বন্দিয়া গাইবো গঙ্গা-পার্বতী
তাত পাচে বন্দিয়া গাইবো লক্ষ্মীসৰস্বতী
কামৰূপৰ কামাখ্যা বন্দো ঢেকেৰিআৰ নাতি
পাতালৰ নাগ বন্দো এ নাগ দেৱতি ॥ (হৰ-পাৰ্বতীৰ বিবাহখণ্ড)

দুৰ্গাবৰঃ গীতি ৰামায়ণৰ সুখ্যাত কবি দুৰ্গাবৰৰ পদ্মাৰ পাঁচালী কোঁচ নৃপতি বিশ্বসিংহ অথবা নৰনাৰায়ণৰ ৰাজত্ব কালত লিখা হৈছিল। পদ্মাৰ পাঁচালীৰ আৰম্ভতে তেওঁ বিশ্বসিংহ নৃপবৰক বন্দনা কৰিছে। এডৱাৰ্ড গেইটৰ মতে বিশ্বসিংহৰ শাসনকাল ১৫১৭ চনৰ পৰা ১৫৪০ চনলৈ ধৰিব পাৰি। ড° মহেশ্বৰ নেওগে কবি দুৰ্গাবৰক শ্ৰীশ্ৰীশঙ্কৰ-দেৱৰ সমসাময়িক বুলি ঠাৱৰ কৰিছে। কবিৰ জন্মস্থান নীলাচল অথবা নীলাচলৰ নিকটৱৰ্ত্তী হাজো হব পাৰে।

কবি দুৰ্গাবৰৰ পদ্মাৰ পাঁচালী সম্পূৰ্ণ কাব্য নহয়। শিৱ উপাসক চান্দো সদাগৰৰ পদ্মাৰ লগত হোৱা বিৰোধতে দুৰ্গাবৰৰ মনসাগীত আৰম্ভ হৈছে। শৈৱ চান্দ সদাগৰে মনসা পূজা নকৰা কাৰণে দেৱী মনসাই প্ৰতিশোধ লৈছে আৰু চান্দ সদাগৰৰ চৈধ্যখন ডিঙা বুৰাইছে, ছজন পুত্ৰৰ প্ৰাণ লৈছে। ইয়াৰ পিছত লক্ষীন্দাৰ আৰু বেউলাৰ বিবাহ, সৰ্পদংশনত লখীন্দাৰৰ মৃত্যু, বেউলাই শৱ লৈ কৰা যাত্ৰা, বেউলাৰ সতীত্বৰ মাহাত্ম্য প্ৰাৰ্থনা, শিৱধামত চান্দ সদাগৰৰ কেউজন পুত্ৰৰ মনসাৰ দ্বাৰা জীৱন দান, মনসা দেৱী বা পদ্মাৱতীৰ লগত চান্দ সদাগৰৰ সন্ধি স্থাপনলৈকে দুৰ্গাবৰৰ মনসাগীতত পোৱা যায়।

নব বৈষ্ণৱ যুগ আৰম্ভ হোৱাৰ সময়লৈকে শাক্তধাৰা প্ৰবাহিত হৈ থকাৰ স্বাক্ষৰ কবি দুৰ্গাবৰৰ ৰচনাই প্ৰমাণ কৰে। মনসা পূজাৰ সুফল কেনে তেওঁ ব্যক্ত কৰিছেঃ

পদুমাইক পূজিলে প্ৰত্যেক নৰ পাই নিপুত্ৰীৰ পুত্ৰ হয়, মুক্ত হয় বন্দী
অন্ধলাৰ চক্ষুদান, বাৰে ধন ভৰাই ঘৰে ঘট পাতি যদি পূজয় প্ৰৱন্ধি।

সুকবি নাৰায়ণঃ সুকবি নাৰায়ণদেৱৰ "পদ্মাপুৰাণ" এখনি সুবৃহৎ গ্ৰন্থ। এই কবিজনাইও কোঁচ ৰজা ধৰ্মনাৰায়ণৰ ৰাজত্বকালতে এই গ্ৰন্থ ৰচনা কৰে। উল্লেখযোগ্য যে, ৰজা ধৰ্মনাৰায়ণৰ পৃষ্ঠপোষকতাতে দৰং ৰাজ্যৰ ৰাজগৃহত দুৰ্গা পূজা আৰু মনসা পূজাৰ প্ৰতিষ্ঠা হয়। এই দুইভাগ পূজাতেই সুকবি নাৰায়ণদেৱে লেখা পদ্মামাহাত্ম্য

'সুকনান্নী' গোৱা প্ৰথা আৰম্ভ হৈছিল। কবিৰ সময় সপ্তদশ শতিকাৰ আদি ভাগ বুলি ঠাৱৰ কৰা হৈছে।

পুৰাণত যি পঞ্চ লক্ষণ থাকিব লাগে সেই সকলোখিনি পদ্মা পুৰাণত নাই যদিও বিষয়বস্তুৰ ফালৰ পৰা পদ্মাপুৰাণৰ প্ৰকৃতিত পুৰাণৰ প্ৰকৃতি আছে। ওজা পৰম্পৰাৰ হাতত সুকবি নাৰায়ণদেৱৰ পদ্মাপুৰাণে বহুতো বিস্তৃতি লাভ কৰিছে বুলি ড° সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে কয় খোজে। (১) সুকনান্নীৰ পদ গোৱা বহুতো ওজা মুছলমান আছিল। মুছলমান সম্প্ৰদায়ৰ মাজত জনপ্ৰিয় হোৱা কাৰণেই হয়তো এই কাব্যৰ মাজত 'হাচান—হুচেন' পালা সংযোজিত হয়। হিন্দু-মুছলমান দুয়ো সম্প্ৰদায় অসমত সম্প্ৰীতিৰে বাস কৰিছিল আৰু দুয়ো সংস্কৃতি মিলি এক উদাৰনৈতিক সংস্কৃতি সৃষ্টি কৰিছিল এই সাহিত্যই তাৰ উৎকৃষ্ট প্ৰমাণ। অসমৰ নাৰৈ পূৰ্বাঞ্চ উত্তৰ-পূব বঙ্গৰো অবদান নথকা নহয়।

সুকবি নাৰায়ণদেৱৰ সূক্ষ্ম সৃষ্টিয়ে প্ৰাচীন ঐতিহ্যৰ পৰা আৰম্ভ কৰি সমসাময়িক সমাজ-সংস্কৃতিৰ প্ৰতিটো দিশক কেনেকৈ লক্ষ্য কৰিছিল তাৰ পৰিচয় পদ্মাপুৰাণত উজ্জ্বল হৈ আছে। পদ্মাৰ মাহাত্ম্য প্ৰদৰ্শন কৰাই কবিৰ উদ্দেশ্য যদিও পদ্মাৰ উৎপত্তি, চন্দ্ৰধৰ, লখীন্দাৰ বেউলাৰ কাহিনী মাজত লৈ কবিয়ে সৃষ্টি পাতন, কদ্ৰু-বিনতাৰ কন্দল, অৰুণ-জটায়ুৰ জন্ম, সমুদ্ৰ মন্থন দক্ষযজ্ঞ, সতীৰ দেহত্যাগ, শিৱ-পাৰ্বতীৰ বিবাহ কাৰ্ত্তিকৰ জন্ম তাৰকাসুৰ বধ, পুষ্পপাৰী খণ্ড, বিনতাৰ বিবাহ, আস্তিক জন্ম, ধন্বন্তৰি বধ, নেতাৰ জন্ম, বিষহৰী অন্ধ হোৱাৰ কাৰণ, জালো মালোৰ কথা চন্দ্ৰধৰৰ বৰলাভ, শঙ্খ ওজাৰ কাহিনী, পৰীক্ষিত বধ, উষা-অনিৰুদ্ধৰ প্ৰতি ইন্দ্ৰৰ অভিশাপ, পদ্মা আৰু যমৰ যুদ্ধ, হাচান-হুচেনৰ যুদ্ধ, ভীমসেন আৰু হনুমানৰ পদ্মাক সহায়, চান্দো-লখীন্দাৰৰ জন্ম, চান্দোৰ লঙ্কা-বণিজ আৰু দুৰ্দশা, বাণিজ্যপথত নানা বিপৰ্যয়, নেতাৰ সহায়ত পদ্মাৰ চন্দ্ৰধৰৰ ওপৰত নানা অত্যাচাৰ, মৃত স্বামীক ভেলত লৈ যাওঁতে বেউলাৰ পথত বিবিধ অপায়-অমঙ্গল আদি কাহিনী বিস্তৃতভাৱে দাঙি ধৰিছে।

নাৰায়ণদেৱৰ জনপ্ৰিয়তাৰ কাৰণেই বহুতো বঙালী লোকে তেওঁক বঙালী বুলি কবলৈও প্ৰয়াস কৰে। স্বৰ্গীয় ভাৰত চন্দ্ৰ দাসে নাৰায়ণ

(১) অসমীয়া সাহিত্যৰ ইতিবৃত্ত—১২৪ পৃষ্ঠা।। ড° সত্যেন্দ্ৰ নাথ শৰ্মা

দেৱক গুৱালকুছিৰ বাসত্তৰীয় ব্ৰাহ্মণ পৰিয়ালৰ লোক বুলি অভিমত দিছিল।

শাক্ত সাহিত্যৰ অন্তৰ্গত অবৈষ্ণৱ কবি সকলৰ ৰচনাশৈ চকু দিলেই, বৈষ্ণৱ কবিৰ ৰচনালৈ চকু দিলেও দেখা যায় যে, শ্ৰীশ্ৰীশঙ্কৰদেৱ বিৰচিত "অনাদি পাতনত" শক্তিবাদ আৰু সাংখ্যৰ পুৰুষ প্ৰকৃতিবাদৰ সমন্বয় ঘটিছে। সৃষ্টিতত্বৰ প্ৰসঙ্গত আছে—

মহাপ্ৰকৃতিও পুৰুষতে ভৈল লীন
না থাকিল আন একো পুৰুষতো ভিন
নাহি জল, নাহি স্থল নাহিকে আকাশ
নাহি মহা বায়ু চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশ
নাহি শীত উষ্ণ ধাতু নাহি ৰাত্ৰি দিন
সমস্তে সংসাৰ গৈল ঈশ্বৰত লীন॥

জ্ঞানময়, আনন্দমূৰ্তি নিৰঞ্জন ব্ৰহ্মাই নয়ন কমল মুদ্ৰিত কৰি যোগ নিদ্ৰাক "আপোনাকে চিন্তি মাত্ৰ আছন্ত কেবল।" সহস্ৰ যুগ এনেকৈয়ে গল। তুনাই ঈশ্বৰৰ সৃষ্টিৰ কাৰণে ইচ্ছা হল—

এহি বুলি মেলি পদ্ম নয়ন অনন্তে
মায়াক কটাক্ষে চাহিলন্ত ভগৱন্তে
জড় প্ৰকৃতিত কৰিলন্ত জীৱদান
অষ্টগুণে তেজ ষোলগুণে ভৈল প্ৰাণ
সৃষ্টি কৰিবাক ঈশ্বৰৰ ইচ্ছা কাজ
পুৰুষৰ পৰা মহামায়া ভৈল বাজ
অনাদি ৰূপিনী ঈশ্বৰৰ অৰ্দ্ধকায়
ব্যক্ত ভৈলা মহামায়া সৃষ্টিক ইচ্ছায়
পৰমা সুন্দৰী নাৰী বিধাদেৱী বেশ
কটাক্ষত মোহ যাই জগত নিঃশেষ

... ...

চাহিবাক নপাৰি দেৱীৰ মহাজ্যোতি
কোটি এক সূৰ্য্য যেন প্ৰকাশে প্ৰকৃতি

মহাজ্যোতিৰে আবিৰ্ভূতা মহামায়াই কি কৰ্মৰ কাৰণে আদেশ দিয়া হৈছে এই কথা পুৰুষক সুধিলত নিৰঞ্জন পুৰুষে হাঁহি উত্তৰ দিলে—

শুনিয়ো প্ৰকৃতি একগুণে নোহা হীন
তোমাৰে আমাৰে কিঞ্চিতেকো নাহি ভিন
মোৰ নিজ শকতি সম্যকে দেখো প্ৰাণ
সত্ব'ৰ কৰিয়ো মায়া জগত নিৰ্মাণ ॥
তোমাক চেতাইলো আমি এই অভিপ্ৰায় ।
জানিযোক ভালে তুমি মোৰ অৰ্দ্ধকায ॥
তোমাৰে আমাৰে একো নাহি ভিন্নাভিন্ন
মোতে যাতে লীন যাহা এহি খানি হীন ॥
সত্বৰে কৰিয়ো মায়া জগত প্ৰকাশ ।
কৰো সৃষ্টি লীলা তাতে বিনোদ বিলাস ॥

"অনাদি পাতন"ত বৰ্ণনা কৰা সৃষ্টিতত্ত্বৰ বৰ্ণনাৰ লগত অন্যান্য ভাৰতীয সাহিত্যৰ সৃষ্টিতত্ত্বৰ বৰ্ণনাৰ মিল পৰিলক্ষিত হয় । শ্ৰীশঙ্কৰদেৱৰ মতেই এই 'অনাদি পাতন'ৰ বিষয়বস্তু প্ৰধানকৈ ভাগৱত পুৰাণ আৰু বামন পুৰাণৰ ওপৰত প্ৰতিষ্ঠিত ।

ষোল শতিকাৰ কবি পীতাম্বৰ দ্বিজে শ্ৰীশ্ৰীচণ্ডীৰ অনুবাদ সমৰসিংহ বা চিলাৰায়ৰ অনুৰোধক্ৰমে কৰিছিল । তেওঁৰ যুদ্ধৰ বৰ্ণনা আৰু অসুৰৰ বৰ্ণনা হৃদয়গ্ৰাহী ।

কবি ৰামসৰস্বতীৰ ভীম চৰিত অসমীযা সাহিত্যৰ এক জনপ্ৰিয় কাব্য । ভীমক কেন্দ্ৰ কৰি অসমীযা দুখীয়া কৃষক গৃহস্থৰ প্ৰতিৰূপ শিৱ পাৰ্বতীৰ সংসাৰৰ এক মনোৰম হাস্যৰস প্ৰধান চিত্ৰ এই কাব্যত অঙ্কন কৰা হৈছে । নব-বিবাহিত দম্পতীক "খোৰাখুৰা" অনুষ্ঠানত এই ভীম চৰিত শুনোৱাৰ নিযম এতিয়াও প্ৰচলিত । জনসাধাৰণৰ বিশ্বাস যে নব বিবাহিত দম্পতীৰ ওপৰত মানুহৰ চকু পৰি মুখ লাগিব পাৰে আৰু হাহা, হু হু নামৰ দৈত্যৰ কথা থকা এই 'ভীম চৰিত' পঢ়িলেহে মুখলগা নাইকিযা হয় আৰু হাহা, হু হু দৈত্যইও অপকাৰ নকৰে ।

সপ্তদশ শতিকাৰ কবি ৰুচিনাথ আৰু কবি ৰঙ্গনাথে মাৰ্কণ্ডেয় চণ্ডীৰ অনুবাদ অসমীয়া ভাষাত কৰিছিল । কবি ৰঙ্গনাথ দ্বিজে আত্মপৰিচয় প্ৰসঙ্গত কামাখ্যাৰ গুণানুকীৰ্তন কৰিছে যদিও সেয়া গভীৰ তত্ত্বমূলক নহয় । তেওঁ কামাখ্যা প্ৰসঙ্গত কেন্দুকলাইৰ প্ৰতি দেৱীৰ অপ্ৰসন্নতাৰ কাহিনী দাঙি ধৰিছে :

মহাসুখে থাকি বিপ্ৰ সেহি পৰ্বতত
কৰিলা ভকতি কামাখ্যাৰ চৰণত

... .... ..

তুষ্ট হুয়া ভগৱতী জগত জননী
ভৈলন্ত সাক্ষাৎ আসি দেৱী নাৰায়ণী
প্ৰতিদিনতে ভগৱতী বিপ্ৰৰ আগত
পৰম কৃপায়ে দেৱী হুৱয় বেকত

. .

সিবেলা সাক্ষাতে ৰাজা দেৱীক দেখিলা
ৰাজাই দেখিলা হেন দেৱীয়ে জানিলা
ক্ৰোধ দৃষ্টি চাহি পাছে ব্ৰাহ্মণক প্ৰতি
তেতিক্ষণে অন্তৰ্ধান ভৈলা ভগৱতী
ক্ৰোধ দৃষ্টি গোসানীৰ লাগি ব্ৰাহ্মণৰ
ভৈলা কাল বৰ্ণ আতি ইন্দু মস্তকৰ

দ্বিজ ৰঙ্গনাথে মাৰ্কণ্ডেয় চণ্ডীৰ যি অনুবাদ কৰিছে সেয়া আক্ষৰিক অনুবাদ নহয়। মূলৰ পৰা সংক্ষেপ কৰি অনুবাদ কৰা হৈছে— সৰ্বদেবৰ তেজ পুঞ্জীভূত হৈ দেৱী আকাশমাৰ্গত উদ্ভাসিতা হোৱাৰ বৰ্ণনা এনে :

সৰ্বদেৱতাৰ তেজ ভৈলা একস্থান
আতি উচ্চ পুঞ্জ তেজ পৰ্বত সমান

চাহিবে নোৱাৰি তেজ আতি ভয়ানক
কান্তিয়ে ব্যাপিলা তাৰ তিনিও লোকক
এক ঠাই হুয়া সবে দেৱ তেজ চয
ভৈলা একগোটা নাৰী পৰম বিস্ময়

...

শুনিয়া অসুৰ বাণী যোগমায়া ত্ৰিনয়ণী
বুলিতে লাগিলা কৰি হাস

শঙ্কৰোত্তৰ যুগত ৰামসৰস্বতীৰ ভণিতাৰে এখন "লক্ষ্মীচৰিত্ৰ" আৰু জগন্নাথ দ্বিজৰ ভণিতাৰে আন এখন 'লক্ষ্মী চৰিত্ৰ' পোৱা গৈছে। লক্ষ্মী চৰিত্ৰত সচৰাচৰ থকা উপদেশ এই পুথি দুখনিতো দেখা যায়।

শাস্ত্ৰীয় ৰাগত বন্ধা "শীতলা পদ" ৰচনা কৰিছিল কবি জয়-ৰাম দাসে। কালিকাপুৰাণত থকা হৰগৌৰীৰ বিবাহৰ কথাৰে এই কবিয়ে সৰু এখানমান কালিকা পুৰাণো ৰচনা কৰিছিল।

আহোম স্বৰ্গদেৱ শিৱসিংহ (১৭১৪-৪৭) আৰু ফুলেশ্বৰী কুঁৱৰীৰ ৰাজত্বকালত কবি অনন্ত আচাৰ্য্যই ৮৫ টা শ্লোকত "আনন্দ-লহৰী" ৰচনা কৰে। এই গ্ৰন্থখনি শঙ্কৰাচাৰ্য্যৰ 'সৌন্দৰ্য্য লহৰী'ৰ স্তোত্ৰৰ আদৰ্শত ৰচনা কৰিছিল।

সচিত্ৰ পুথিখনিৰ আৰম্ভণিতে এনেকৈ দিয়া হৈছে—

জয় জয় আদ্যাশক্তি জয় জয় সতী
তোমাৰ চৰণে কৰি সহস্ৰ প্ৰণতি
অনন্ত আচাৰ্য্য দ্বিজ অতি অল্পমতি
আনন্দ লহৰী পদবন্ধে নিগদতি ॥

পুথিখনিৰ শেষত ভণিতা পোৱা হৈছে এইদৰে:

অনন্ত আচাৰ্য্য ভাণ এৰি আন বাণী
নিৰন্তৰে বোলা নৰে শঙ্কৰ ভবানী॥

গ্ৰন্থখনৰ উদ্দেশ্য মাজত ব্যক্ত হৈছে—

কোনো তন্ত্ৰে আছে ধৰ্ম যত কোনো তন্ত্ৰে অৰ্থ নানা মত
কাতোখানে কৰে কামৰ নানা সাধন॥
মোক্ষৰ সাধন আছে যত কোনো কোনো খানে নানা মত
হেন দেখি তুষ্ট নভৈলা শম্ভুৰ মন।
কলিকালে যত লোকচয় বহু শাস্ত্ৰ চাইতে কৰি ভয়
অনৰ্থ কৰিব নাজানি কোন সাধন॥
ই হেতু স্বতন্ত্ৰ তন্ত্ৰ নাম যাত ধৰ্ম অৰ্থ মোক্ষ কাম
তাকে পৃথিবীক আনিলা আমাৰ পতি
সেহিসে তোমাৰ নিজতন্ত্ৰ তাতে আছে নানা যন্ত্ৰ তন্ত্ৰ
তাৰেসে মন্ত্ৰক উদ্ধাৰো হয় সম্প্ৰতি॥

.. .. ... ...

এহি জানি নৰ লোকচয় এড়িয়োক যত বৌধ নয়
তন্ত্ৰ মন্ত্ৰ বিনে নাপাইবা বাঞ্চিত গতি
তন্ত্ৰশাস্ত্ৰ পঢ়ি মহাসুখে উপদেশ লভি গুৰুমুখে
ইষ্টদেৱতাৰ চৰণে কৰা ভকতি॥

"আনন্দ লহৰী"ত তন্ত্ৰৰ ছয় চক্ৰ ভেদ, শিৱ-শক্তিৰ মিলন, কোন বিশিষ্ট শ্ৰীচক্ৰৰ নিৰ্মাণ আৰু "কামকলা"ৰ বিষয়েও অতি বসাল ভাবাত লিখা হৈছে। অসমত ৰচিত সংস্কৃত শাক্ত গ্ৰন্থসমূহৰ ভিতৰত কালিকাপুৰাণ, যোগিনী তন্ত্ৰ, হৰগৌৰীসংবাদ, শক্তিসঙ্গমতন্ত্ৰ, সৰ্বোনাম তন্ত্ৰ, পুৰশ্চৰণ চন্দ্ৰিকা, পঞ্চমন্ত্ৰ দীক্ষা কৌমুদী, সপ্তশতী চণ্ডী আৰু কামাখ্যা তন্ত্ৰই প্ৰধান।

কালিকাপুৰাণ ঃ বিজ্ঞ পণ্ডিত ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰ মতে "অসমীয়া মনীষাৰ যুগমীয়া কীৰ্তি হল কালিকাপুৰাণ"। নবম-দশম শতিকাৰ কামৰূপৰ সাংস্কৃতিক ইতিহাসৰ ই এক উৎকৃষ্ট দলিল।

কামৰূপত এই পুৰাণ নবম অথবা দশম শতিকাত ৰচিত হয় বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰে। কালিকাপুৰাণৰ প্ৰায় নশৈটা অধ্যায়ত শক্তি মাহাত্ম্য বিশদৰূপে ধৰা হৈছে। লগতে শিৱ আৰু বিষ্ণু মাহাত্ম্যও প্ৰকাশিত হৈছে। সেইকালৰ পৰা নবম-দশম শতিকাৰ সময় ছোৱাৰ আগতেই বৈষ্ণৱ, শৈৱ দুয়োটা ধাৰাৰে লগত শক্তিবাদৰ নিবিড় সমন্বয় সাধন হৈছিল বুলিব পাৰি।

এই গ্ৰন্থৰ প্ৰথম মঙ্গলাচৰণতে গ্ৰন্থকাৰে বিষ্ণু, বিষ্ণুশক্তিমায়া আৰু তুনাই পুৰুষোত্তম আৰু শিৱক প্ৰাৰ্থনা জনাইছে। হৰিহৰ ব্ৰহ্মাৰ অভেদত্ব, দেৱী বা মহাশক্তিৰ বিষ্ণুমায়া ৰূপ, লক্ষ্মী, সাবিত্ৰী, দুৰ্গাৰ একাত্মতা—এই পুৰাণত প্ৰদৰ্শন কৰা হৈছে।

দেৱীৰ মহিমা প্ৰকাশ কৰি কালিকাপুৰাণৰ প্ৰথম অধ্যায়তে কোৱা হৈছে ঃ

"সা পাতু বঃ ··        শুদ্ধ কুবুদ্ধিহন্ত্ৰী" (২)

অৰ্থাৎ "যি সকলো যোগীৰ চিত্তস্থিত অবিদ্যা তিমিৰ বিনাশ কৰি সূৰ্য্যৰূপিনী আৰু যতিগণৰ মুক্তিৰ হেতু হৈ থাকে, যি নিখিল জীৱক মোহিত কৰে বুলি "বিষ্ণুমায়া" নামে প্ৰসিদ্ধ আৰু মানৱৰ কুমতি যি দূৰ কৰে তেওঁ তোমালোকক ৰক্ষা কৰক।"

এই কালিকাপুৰাণক কোনোবাই পুৰাণ, কোনোবাই উপপুৰাণ বুলি কয়। কিন্তু এটা কথা মন কৰিবলগীয়া যে, অন্য পুৰাণত পোৱা বস্তুৰ বাহিৰেও কালিকাপুৰাণত কিছু বিশেষ কথা সন্নিবিষ্ট হৈছে। উদাহৰণস্বৰূপে মন্ত্ৰোপদেশ (৫২ অধ্যায়), মণ্ডল নিৰ্মাণ (৫৩ অধ্যায়) পূজা পৰিপাটী (৫৪ অধ্যায়), বলিদান (৫৫ অধ্যায়)

কালী কবচ ( ৫৬ অধ্যায় ), দেৱী তন্ত্র ( ৫৮ অধ্যায় ), কাত্যায়নীৰ আবির্ভাব ( ৬০ অধ্যায় ), ৰাম ৰাৱণৰ যুদ্ধ, শ্ৰীদুৰ্গাৰ প্ৰবৰ্তনা, দেৱীপূজাৰ কৰ্তব্যতা ( ৬১ অধ্যায় ), কামাখ্যা বিৱৰণ ( ৬২ অধ্যায ), কামাখ্যা পূজা ও ত্ৰিপুৰাতন্ত্ৰ ( ৬৩ অধ্যায ), কামেশ্বৰী তন্ত্ৰ ( ৬৪ অধ্যায় ) শাৰদাতন্ত্ৰ ( ৬৫ অধ্যায় ), নমস্কাৰ আৰু মুদ্ৰা কথন ( ৬৬ অধ্যায় ), ত্ৰিপুৰা ৰহস্য ( ৭৫ অধ্যায় ) ইত্যাদি। কামাখ্যাৰ উৎপত্তি আৰু সাধন প্ৰণালীয়ে এই পুৰাণৰ বহুত ঠাই আগুৰিছে।

বঙ্গদেশত আৰু অসমত প্ৰচলিত শ্ৰীশ্ৰীদুৰ্গাৰ ধ্যানমন্ত্ৰও কালিকা-পুৰাণৰ ৫৯তম অধ্যায়’ত পোৱা গৈছে—সেই মন্ত্ৰ হৈছে—“জটাজুটসমাযুক্তামৰ্দ্ধেন্দুকৃত শেখৰাম্ .....’

এই কালিকাপুৰাণৰ সন্দৰ্ভত এটা কথা মন কৰিবলগীয়া যে কামৰূপৰ প্ৰতি ৰচয়িতাৰ অত্যন্ত শ্ৰদ্ধা আৰু প্ৰীতি প্ৰকাশ পাইছে। ৰচয়িতাই কামৰূপৰ প্ৰতি ধূলিকণাকে পৱিত্ৰজ্ঞান কৰিছে আৰু ভাৰতবৰ্ষৰ পুণ্যসলিলা নদ-নদী, পাহাৰ-পৰ্বত, তীৰ্থস্থান কামৰূপতে স্থাপন কৰিছে। প্ৰাচীন কামৰূপৰ ভৌগোলিক অৱস্থা, ৰাজনৈতিক অৱস্থা, ধৰ্মীয় ৰীতি-নীতি ( তান্ত্ৰিক বামাচাৰ, শৈৱ-শাক্ত, বৈষ্ণৱ শাক্ত ), বিভিন্ন স্থানৰ লগত সংশ্লিষ্ট অজস্ৰ কাহিনী পুৰাণকাৰে ক্ষমতাৰে বৰ্ণনা কৰিছে।

যোগিনীতন্ত্ৰ ঃ শাক্ত সাহিত্যৰূপে অত্যন্ত বিশিষ্ট গ্ৰন্থ যোগিনীতন্ত্ৰও অসমতে ৰচিত হৈছিল। এই গ্ৰন্থৰ সময় ষোল শতিকা বুলি অনুমান কৰা হৈছে।

যোগিনী পীঠ কামৰূপত যোগিনীতন্ত্ৰৰ ৰচনা নিতান্তই সমীচিন। যোগিনীতন্ত্ৰই কামৰূপৰ পীঠ আৰু উপপীঠবোৰৰ বৰ্ণনা দি কৈছে যে প্ৰতি পীঠতে নিজা ধৰ্ম, আচাৰ নীতি পৰম্পৰাগতভাবে চলি আহিছে। “প্ৰতি পীঠে পৃথগ্ ধৰ্ম আচাৰশ্চ পৃথক্ পৃথক্”। এই যোগিনীপীঠ কামৰূপৰ ধৰ্ম হৈছে—“সৰ্বেশে যোগিনীপীঠে ধৰ্মং কৈৰাতজং মতং ॥ কিৰাতৰ ধৰ্মই এই যোগিনীপীঠৰ ধৰ্ম। এই স্থানত সন্ন্যাসৰ, দীৰ্ঘব্ৰতৰ বা নিৰামিষ ভোজনৰ প্ৰয়োজন নাই। কামৰূপৰ মানুহে হাঁহ, পাৰ, কাছ, বৰাহ আদিও ভক্ষণ কৰিব পাৰে। এইবোৰ নাখালেহে দুখ-দুৰ্গতিয়ে লগ লয়। যোনিপীঠত অন্নৰ দোষ নাই, উচ্চ-নীচ জাতিৰ স্পৰ্শাস্পৰ্শ দোষ, যোনিদোষ, পান দোষ গণ্য নহয়।

কামৰূপত তিৰোতাসকলৰ ধৰ্ম-কৰ্মও সংস্পৰ্শ [illegible] দ্বাৰা লিপ্ত নহয়। তিৰোতাবিলাকে শুক্ৰ দৰ্শন পালন নকৰে আ[illegible]মোল-পাণ খাই থাকে। সৌমাৰ পীঠত মানুহ [illegible] সৰ্ববিক্ৰয়ী হয়। যোগিনীতন্ত্ৰৰ এনে উক্তিয়ে সেইকালৰ [illegible] জনজাতীয় আচাৰ, আৰু তন্ত্ৰধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত [illegible] ব্যৱস্থাৰে চানেকি স্পষ্ট ৰূপত দিছে।

মহাযোগিনী মহাকালীৰ অনুৰোধত মহাযোগী শিৱৰ মুখেৰে যোগিনীতন্ত্ৰ ব্যক্ত হৈছে। এই গ্ৰন্থত মহাযোগৰ দ্বাৰা, বিভিন্ন দ্বাৰা বিভিন্নৰূপে ধৰিব পৰা কালীৰ মহাভয়ঙ্কৰী দশমহাবিদ্যাৰ ৰূপ, যোগিনীসকলৰ সাধন প্ৰণালী, মন্ত্ৰোদ্ধাৰ, জাৰণ, মাৰণ, উচ্চাটন, স্তম্ভণ, বিদ্বেষণ, বশীকৰণ আদি বিষয়সমূহ সন্নিবিষ্ট হৈছে। এই গ্ৰন্থত মায়াৰ অনিত্যতা, পৰম জ্ঞানৰ সত্যতা, গুৰুৰ মাহাত্ম্য, যাত্ৰাৰ লক্ষণ, যোগিনীগণৰ অৱস্থান বিভিন্ন তীৰ্থৰ উল্লেখ, আৰু সেই স্থানসমূহৰ মাহাত্ম্য পুংখানুপুঙ্খৰূপে বৰ্ণনা কৰা হৈছে। এই ৰাজ্যৰ নদ-নদী, পাহাৰ-অৰণ্যৰ জোখ-মাখ সম্বলিত ভৌগোলিক বিৱৰণ যোগিনীতন্ত্ৰত যথেষ্ট দিয়া হৈছে। অৱশ্যে সেই প্ৰাচীন কালৰ স্থানৰ নামৰ, নদ-নদীৰ নামৰ এতিয়া বহুত পৰিবৰ্তন হোৱাত যোগিনীতন্ত্ৰৰ বিৱৰণ মতে কিছু স্থানৰ বাহিৰে আন্য স্থান উলিয়াবলৈ কঠিন।

কামৰূপৰ নাৰীৰ অৱয়ৱ আৰু আভৰণৰ বৰ্ণনা বিশ্বাসযোগ্য ৰূপত এই গ্ৰন্থত বৰ্ণিত হৈছে। স্থানীয় লোক-বিশ্বাস, অন্ধবিশ্বাস, চৰাই আৰু মাছৰ নাম, শ্ৰাদ্ধ আদিত প্ৰয়োজন হোৱা খাদ্যৰ তালিকাই, যোগিনীতন্ত্ৰই বিভিন্ন দিশত দৃষ্টি দিয়াৰ প্ৰমাণ আছে। এই তন্ত্ৰৰ ৰচয়িতাৰ জ্যোতিষৰ জ্ঞানো উল্লেখ কৰিবলগীয়া। শৈৱ-শাক্ত, তন্ত্ৰৰ আচাৰ, গুৰুমুখী সাধনা, আৰু ব্ৰাহ্মণ্য প্ৰভাৱ আটাইবোৰ মিলি মধ্যযুগত কেনে এক ৰূপ লৈছিল যোগিনীতন্ত্ৰ তাৰেই এক অতিসুন্দৰ স্বাক্ষৰ।

কামৰূপৰ যোগিনীসকলৰ ঘৰে ঘৰে আদৰ পোৱা অতি প্ৰচলিত গ্ৰন্থ—"কৌলজ্ঞান নিৰ্ণয়," "অকুল বীৰতন্ত্ৰ" আৰু "কামাখ্যা গুহ্যসিদ্ধি" নামৰ তিনিখন তান্ত্ৰিক সাধনমাৰ্গৰ গ্ৰন্থ কামৰূপতেই সিদ্ধ মীন-নাথৰ দ্বাৰা ৰচিত হৈছিল। এই সিদ্ধ মীননাথ একাদশ শতিকাৰ লোক আছিল। সিদ্ধ মীননাথৰ শিষ্য গোৰক্ষ নাথৰ "গোৰক্ষ সংহিতা"

আৰু "কামৰত্ন তন্ত্ৰ"ও দ্বাদশ শতিকামানত কামৰূপত ৰচিত হৈছিল বুলি কোৱাৰ সবল যুক্তি পোৱা গৈছে। ব্ৰজযানী বৌদ্ধসকলে ৰচনা কৰা কেইবাটাও চৰ্য্যা কামৰূপতে ৰচিত হৈছিল। এই বিষয়ে "চৰ্য্যাপদৰ দেৱী" শিতানত আলোচনা কৰা হৈছে।

হৰগোৰী সংবাদঃ এই গ্ৰন্থখনিত কামৰূপৰ নৃপতি ভগদত্তৰ পৰা আৰম্ভ কৰি আহোম স্বৰ্গদেউ কমলেশ্বৰ সিংহলৈকে ৰজাসকলৰ বিৱৰণ সংস্কৃত ভাষাত দিয়া হৈছে। তেইশটা পটলত বিভক্ত এই গ্ৰন্থত শিৱশক্তিৰ বিষয়েও যথেষ্ট বৰ্ণনা আছে। শিৱই পাৰ্বতীৰ আগত ভৱিষ্যতৰ বাণী দিয়াৰ কাৰণে এই গ্ৰন্থক তান্ত্ৰিক গ্ৰন্থৰ পৰ্য্যায়ত পেলাব পাৰি।

ত্ৰয়োদশ শতিকাৰ কবি হেমসৰস্বতীৰ নামতো এখনি "হৰগৌৰী সংবাদ" পোৱা গৈছে।

শক্তি সঙ্গম তন্ত্ৰত কামৰূপৰ মাহাত্ম্য বৰ্ণিত হৈছে।

সৰ্বোল্লাস তন্ত্ৰঃ সৰ্বানন্দ নাথে যতদূৰ সম্ভৱ পঞ্চদশ শতিকাত এই গ্ৰন্থ ৰচনা কৰে।

পুৰশ্চৰণ চন্দ্ৰিকাঃ শক্তি সাধনাৰ অন্তৰ্ভুক্ত পুৰশ্চৰণ সম্পৰ্কে এই গ্ৰন্থত লিপিবদ্ধ হৈছে। কামাখ্যা নিবাসী কোনো এক দেবেন্দ্ৰাশ্ৰমে পোন্ধৰ শতিকাত এই পুথি লিখে।

পঞ্চ মন্ত্ৰ দীক্ষা কৌমুদী আৰু গূঢ়াৰ্থ দীপিকাঃ এই দুই গ্ৰন্থৰ ৰচদিতা পীতাম্বৰ সিদ্ধান্ত বাগীশ। তেওঁ ষোল শতিকাৰ মহাৰাজ নৰনাৰায়ণৰ সভাপণ্ডিত আছিল। পঞ্চমন্ত্ৰ দীক্ষা কৌমুদীও দীক্ষা সম্বন্ধে আলোচনা আৰু গূঢ়াৰ্থ দীপিকাত শক্তি সাধন সম্বন্ধে বহুতো কথা আলোচনা হৈছে।

সপ্তশত চণ্ডীৰ টীকা—গদাধৰ তৰ্কালঙ্কাৰ নামৰ পণ্ডিতে সপ্তশতী চণ্ডীৰ ওপৰত এই টীকা লিখিছিল।

আহোম স্বৰ্গদেৱসকলৰ ভিতৰত শিৱসিংহ স্বৰ্গদেৱৰ পিতৃ মহাৰাজ ৰুদ্ৰসিংহই অসমৰ সংস্কৃতিক নব্য ৰূপ দিয়াত বিশিষ্ট ভূমিকা লৈছিল। এইজনা স্বৰ্গদেৱেই বঙ্গদেশৰ শান্তিপুৰৰ কৃষ্ণৰাম ভট্টাচাৰ্য্যক গুৰুৰূপে দীক্ষা লবৰ মানসেৰে আমন্ত্ৰণ কৰি আনে। শেষত গুৰু ৰূপে লোৱা নহল যদিও ভট্টাচাৰ্য্যক পৰ্বতীয়া গোসাঁই ৰূপে থাকাত সুন্দৰ ৰূপে প্ৰতিষ্ঠা কৰে আৰু ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পুত্ৰসকলে এই গুৰুৰ চৰণতে দীক্ষা লৈ শাক্ত ধৰ্মক ৰাজধৰ্মৰ স্তৰলৈ তোলে।

শাক্তধৰ্ম ৰাজধৰ্ম হোৱাত শাক্ত সাহিত্যও ৰচিত হবলৈ ধৰিলে। অৱশ্যে বৈষ্ণৱ সাহিত্যৰ তুলনাত শাক্ত সাহিত্য যথেষ্ট কম। অসমৰ শাক্ত ধৰ্মৰ ধাৰা প্ৰধানকৈ গুহ্য সাধনাৰ ধাৰা হোৱাত আৰু অসমৰ বুকুত নববৈষ্ণৱ ধৰ্মৰ সোঁত প্ৰবলভাৱে প্ৰবাহিত হোৱাত শাক্ত সাহিত্যই ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰিছিল যদিও সেই পৰিমাণে শাক্ত সাহিত্য পোৱা হোৱা নাই।

স্বৰ্গদেৱ ৰুদ্ৰসিংহই আৰু স্বৰ্গদেৱ শিৱসিংহই লিখা দুই এক শাক্তগীত অৱশ্যে পোৱা গৈছে। তাৰ আঁহি এনেকুৱা :

( ১ )

আইলৰে ৰে গৌৰী প্ৰসন্ন মন
পূৰ্ণিমাৰ শশীসম জলয় বদন
শিৰত কিৰীটি গাৱে অমূল্য বসন
কৰ্ণত কুণ্ডল শোভে কণ্ঠে আভৰণ
দশভুজে দশ অস্ত্ৰ ধৰিছা সঘনে
কটীত কিঙ্কিণী বাজে নেপূৰ চৰণে
ৰূপৰ উপমা দিবে পাৰে কোনজনে
নমি গৌৰীপাৱে ৰুদ্ৰসিংহ নৃপ ভণে ॥

( ২ )

শাৰদ পূৰ্ণিমা হিমকৰ বদনী
চঞ্চল নীল নলিনীদল নয়নী
চঞ্চল লোচন কাজৰ ৰঙ্গি
ভাবুকমনে কুটিলতৰ ভঙ্গী
প্ৰাতৰুদিত ৰবি সিন্দুৰ কান্তি
সজল মুকুতাফল দশন পান্তি
সজল জলদ ইব কুণ্ডল জালে
পৰিমল শোভিত মালতি মালে
মৃগমদ কুঙ্কুম চৰ্চিত দেহা
তৰল ঘনাম্বৰ দামিনী ৰেহা
শ্ৰীফল বিকশিত কুচযুগ লোলে
মত্ত দ্বিৰদ গতি অতিশয় দোলে
ৰাজা শিৱসিংহ ইহৰস ভনিতম্
ৰমণী শিৰোমণি ৰাধা চৰিতম্।

# অসমত প্ৰচলিত শ্ৰীদুৰ্গা দেৱীৰ নামৰ আভাস

আজি কেনে শুভদিন          মহামায়াৰ আগমন
ভুবনে আহিছে দেৱী সিংহ পৃষ্ঠে চৰি হে মা
হাতে পুষ্পৰ মালা লৈ          ভৱানীক আদৰিবলৈ
আহে দেৱী প্ৰাণীক ৰাখিবলৈ হে মা ॥
মা মোৰ চামৰে ঢুলাই       মা মোৰ আনো আগেবঢ়াই
মা মোৰ পাঁচদিন থাকিবলৈ হে
মা মোৰ বোধন কৰিছে       মা [illegible] ষষ্ঠীৰ তিথিতে
মা মোৰ তন্ত্ৰ মন্ত্ৰ উচ্চা[illegible] ॥
মা মোৰ কৈলাসৰে পৰা       [illegible]মোৰ দেৱী নমাই আনি
মা মোৰ চণ্ডীমণ্ডপে[illegible]লে
মা মোৰ নৱ পত্ৰিকাতে       [illegible] মোৰ ৰোপন কৰিয়া
মা মোৰ গন্ধ পুষ্প মালা দিলে
মা মোৰ বোধনৰ কালতে       মা মোৰ দেৱী দশভূজা
মা মোৰ মণ্ডপত অৱতাৰ হৈলে ॥
খনিকৰে সজাই দিছে মহামায়াৰ পট
বোধন কৰিয়া পাতে মৃত্তিকাৰে ঘট
গণেশ কাৰ্তিক আৰু লক্ষ্মী সৰস্বতী
মধ্যতে কৰিছে দশভূজা ভগৱতী ॥
শৰত কালৰ ষষ্ঠী       সিংহ বাহনতে চৰি
আহি পালে শাৰদা সুন্দৰী
দুই পুত্ৰ সঙ্গে লৈয়া       অতি [illegible]সিত হৈয়া
ভুবন মোহিনী বেশ ধৰি
শাৰদাৰ আগমনে       উল্লাসিত ত্ৰিভুবনে
উল্লাসিত ঋতু শৰতৰ
আনন্দে ধৰণী নাচে       চৰণ পৰশ আশে
ত্ৰিজগতে আনন্দ অপাৰ ॥

স্বৰ্ণৰ বেদীত আনি দেৱীক বহুৱাইলা হে মা
গন্ধে পুষ্পে ধূপে দীপে চৰণ পূজিলা
নমো নমো ভগৱতী জগত জননী হে মা
অধিষ্ঠান হোৱা ঘাট দেৱী কাত্যায়নী ॥
নমস্তে চণ্ডিকা সৰ্ব কল্যাণ দায়িনী
ত্ৰিলোকাত্মা ত্ৰিদিবতে জন্ম বিধায়িনী ॥
সংসাৰ সাগৰ ঘোৰ দুস্তাৰ তাৰিণী
সৰ্বেশ্বৰী সৰ্ব তাপ পাপ নিবাৰিণী ॥
আহাঁহে মা ভগৱতী দুঃখীৰ আলয়
পূজা লোৱা, বৰ দিয়া শত্ৰু কৰা ক্ষয় ॥
ত্ৰিলোক তাৰিণী তাৰা ত্ৰিতাপীৰ গতি
যজ্ঞ ভাগ গ্ৰহণ কৰা মা ভগৱতী ॥
জগত জননী সৃষ্টি সংহাৰ কাৰিণী
পল্লৱে থাকিয়া পূজা লোৱাহে তাৰিণী ॥

মা মোৰ, কপালত শোভে মা মোৰ, অলকা তিলক
মা মোৰ, নৱঘন জিনি কেশ হে
কুৰঙ্গক জিনি তুমি ত্ৰিনয়ণী
ত্ৰৈলোক্য মোহিনী বেশ

ব্ৰহ্মময়ী সনাতনী সাকাৰ ৰূপিনী
নৃত্যকালী নিৰাকাৰ নীৰদবৰণী ॥

মহেশ্বৰী মহামায়া মহেশ মোহিনী
যোগেশ্বৰী যোগমায়া জগত জননী ॥
আদ্যাশক্তি মহামায়া মহিষমৰ্দিনী
পাপ তাপ হৰা তাৰা কৃতান্ত বাৰিণী ॥
দুৰ্গা দেৱী দশভুজা দুৰ্গতি নাশিনী
দাক্ষায়ণী দক্ষসুতা দানব দলনী ॥
দক্ষযজ্ঞ বিনাশিনী দক্ষৰ নন্দিনী
দুৰ্গতি নাশিনী দুৰ্গা দুঃখ বিনাশিনী ॥
দানৱ দলনী মাতা দেৱেন্দ্ৰ বন্দিনী
দুৰ্গাসুৰ বিনাশিনী দৰিদ্ৰ নাশিনী ॥

দুৰ্গাদেৱী দেবাঙ্গনা দনুজ দলনী
আহিনতে তুমি মাতা গণেশ জননী ॥
কাতিতে কালিকা ৰূপা কৰাল বদনী
আঘোণতে জগদ্ধাত্ৰী কৱিন্দ্ৰ নাশিনী ॥
গৃহে গৃহে লক্ষ্মীৰূপে জগত পালিনী
মাঘে সৰস্বতী দেৱী জগত বন্দিনী ॥
ফাগুনতে ৰুদ্ৰ প্ৰিয়া কৃষ্ণ প্ৰণয়িনী
চতত্তে বাসন্তী আৰু অন্নদা ৰূপিনী ॥
বহাগতে চণ্ডী ৰূপে তুমি কাত্যায়নী
মনোবাঞ্ছা পূৰ্ণ কৰা তুমি মা জননী ॥
জেঠত মঙ্গল চণ্ডী আহাৰতে ৰথে
শাওণতে ঝুলনতে ভাদত শূন্যৰথে ॥
বাৰমাহে তেৰপূজা লোৱা ভৱৰাণী
তোমাৰ মহিমা কিঞ্চিত নাজানোহো আমি ॥
শাৰদা, বৰদা, আদ্যা ত্ৰিলোক জননী
সহস্ৰ ভুজেৰে দেৱী আদি সনাতনী
দশভূজা প্ৰকাশিলা দেৱী কাত্যায়নী
অষ্টভূজা, চতুৰ্ভূজা, দ্বিভূজা ৰূপিনী
ব্ৰহ্মা, বিষ্ণু, শিৱ, কৃষ্ণ, ৰাম ৰঘুমণি
সকলোৰে পূজা লোৱা দেৱ বিমোহিনী ॥
একাৱন্ন পীঠে নাম ভৈৰৱ-ভৈৰৱী
কামাখ্যাতে প্ৰবেশিলে যত দেৱ-দেৱী ॥

মা হে নমো মহামায়া নমো শিৱ জায়া
নমস্তে জগত মাতা
নমো দেৱমায়া নমস্তে বিজয়া
নমো নমো শান্তি প্ৰদা ॥
মা মোৰ আজি পাঁচদিনে আছিলা দেৱী আই
নৱৰ পূজা সেৱা খাই
আজি দেৱী আই যাবলৈ ওলালা
টিপচীৰে ভজা খাই ॥
দেৱী আই ওলাই গল দেৱীঘৰ শুদা হল
পূজাৰী পেলালে কান্দি

পদূলি ওলায়ে আইয়ে মাত লগালে
পূজাৰী আহিলো বুলি ॥

( সংগ্ৰাহিকা—লেখিকা উজান বজাৰৰ
৺গন্ধময়ী দেৱীৰ পৰা )

শ্ৰীশ্ৰীলক্ষ্মীদেৱীৰ নামৰ আভাস ঃ

লক্ষ্মী নাৰায়ণী বিষ্ণুৰ ঘৰিণী
কমলা কমলা লয়া
বিষ্ণু প্ৰিয়া ৰমা প্ৰকৃতি পৰমা
চঞ্চলা চলা অচলা ॥
ক্ষিৰোদ তনয়া মহা বিষ্ণু জায়া
লক্ষ্মী পদ্মা পদ্মালয়া
স্বৰ্গে স্বৰ্গ লক্ষ্মী ৰাজ্যে ৰাজলক্ষ্মী
গৃহে গৃহে লক্ষ্মীৰূপা ॥
সুখ শান্তি প্ৰদা জয়দা বৰদা
জ্ঞানদা মোক্ষ দায়িকা
ত্ৰৈলোক্য বন্দিতা সৰ্বদা পূজিতা
অভয়া বৰ দায়িকা ॥

( সংগ্ৰহ : লেখিকা )

# অসমৰ দেৱী ভাস্কৰ্য্য

অসমৰ স্থাপত্য আৰু ভাস্কৰ্য্যৰ ইতিহাস প্ৰকৃত অৰ্থত আৰু ধাৰাবাহিক ৰূপত এতিয়াও পোৱা হোৱা নাই। প্ৰাকৃতিক দুৰ্যোগত ভূগৰ্ভস্থ হোৱা অসমৰ স্থাপত্য ভাস্কৰ্য্য এতিয়াও আবিষ্কাৰৰ অপেক্ষাতেই আছে। প্ৰাক্‌ঐতিহাসিক আৰু ঐতিহাসিক যি সমল আপোনাআপুনি লোক-দৃষ্টিগোচৰ হৈছে অথবা চেগাচোৰোকাকৈ যি খনন কাৰ্য্য কৰা হৈছে সেয়া সম্ভাৱনাৰ তুলনাত তেনেই নগণ্য। তথাপিও মাজে সময়ে অত তত আবিষ্কৃত স্থাপত্য—ভাস্কৰ্য্যৰ নিদৰ্শনে অসমৰ শিল্পকলাৰ গৌৰৱময় অধ্যায়ৰ পৰিচয়েই দাঙি ধৰিছে, আৰু ভাৰতীয় সংস্কৃতিৰ মূল সুঁতিৰ লগত যে ইয়াৰ দৃঢ় সম্বন্ধ আছিল সেই কথা স্পষ্ট কৰিছে। নৃতাত্বিক, পুৰাতত্ববিদ, বুৰঞ্জীবিদ আদিৰে দলবদ্ধ হৈ বিজ্ঞানসম্মত ভাৱে খনন কাৰ্য্য কৰিলে প্ৰত্নতাত্বিক অমূল্য সম্পদ যে অসমত প্ৰচুৰ আবিষ্কৃত হব সেই বিষয়ে লেশমাত্ৰও সন্দেহ নাই।

"বাস্তুবিদ্যা (Archrtecture) আৰু ভাস্কৰ্য্যৰ ক্ষেত্ৰত মধ্যযুগৰ অসমতকৈ প্ৰাচীন কামৰূপ বহুত ক্ষেত্ৰত আগবঢ়াহে আছিল। শিলৰ প্ৰাসাদ, মন্দিৰ আৰু মূৰ্ত্তি নিৰ্ম্মাণৰ শিক্ষা দিবলৈ পৰ্য্যাপ্ত পৰিমাণৰ শিল্প-প্ৰশিক্ষণ কেন্দ্ৰ আছিল। গুৱাহাটীৰ আশে-পাশে পৰি থকা কাৰুকাৰ্য্যখচিত শিলৰ ধ্বংসাৱশেষ, আমাবাৰীত প্ৰাপ্ত বিভিন্ন দেৱতাৰ মূৰ্ত্তিপুঞ্জ, তেজপুৰৰ কাষৰ বামুণী পাহাৰ, দহ-পৰ্বতীয়াৰ মন্দিৰৰ কাষৰ ভগ্নস্তূপ, দবকা-যোগীজান, নুমলীগড়, ইটানগৰ আদিত বিক্ষিপ্ত ভাৱে পৰি থকা মঠমন্দিৰ, মূৰ্ত্তি আৰু প্ৰাসাদস্তূপে বাস্তুবিদ্যা আৰু ভাস্কৰ্য্যশিক্ষাৰ উৎকৰ্ষতাৰ প্ৰমাণ দাঙি ধৰে। বনমাল বৰ্মাৰ তেজপুৰ শাসনত হিমালয়সদৃশ উচ্চ, হাটকেশ্বৰ শিৱৰ অতিবিচিত্ৰ সুধা ধবলিত সৌধ নিৰ্ম্মাণ কৰাৰ কথা পোৱা যায়। বলবৰ্মাৰ হাওবাট দ্বিতীয় তাম্ৰশাসনত উল্লেখ আছে যে, ৰজা বনমালে শাৰী শাৰী অতুলনীয় ৰাজপ্ৰাসাদ নিৰ্ম্মাণ কৰাইছিল, যিবিলাক আকাৰত আছিল বিশাল, নানা চিত্ৰযুক্ত আৰু জোখ-মাপত সুসমঞ্জস আছিল। ৰজা ৰত্নপালে তেওঁৰ ৰাজ্য সুধাধবলিত শিৱমন্দিৰৰ দ্বাৰা সৌন্দৰ্য্যশালী কৰি তুলিছিল

মূৰ্তি ইন্দ্ৰপালৰ শাসনত উল্লেখ আছে। ব্ৰহ্মা, সূৰ্য্য, বাসুদেৱ, বিষ্ণু আৰু বিষ্ণুৰ বিভিন্ন অৱতাৰত শিৱৰ বিভিন্ন অভিব্যক্তি (অৰ্দ্ধনাৰীশ্বৰ, নটৰাজ আদি) হৰিহৰ, দেৱীৰ বিভিন্ন অভিব্যক্তি (দুৰ্গা, পাৰ্বতী, চামুণ্ডা, একজটা ইত্যাদি) গণেশ, অগ্নি, কাৰ্ত্তিকেয়, ইন্দ্ৰ, কিন্নৰ, গন্ধৰ্ব আদিৰ বহুবিচিত্ৰ শিলৰ মূৰ্তি বিভিন্ন প্ৰাচীন ধ্বংসস্তূপৰ পৰা আৱিষ্কৃত হৈছে। এই মঠ-মন্দিৰ, ৰাজপ্ৰাসাদ, ভাস্কৰ্য্য আমাৰ দেশৰ শিল্পী কাৰিকৰেই নিৰ্ম্মাণ কৰিছিল। প্ৰাচীন ভাৰতত আৰু [illegible]মতো শিল্পী আৰু কাৰিকৰসকলৰ ব্যৱসায়ীৰ [illegible] (guild)ৰ যোগেদি পুৰুষানুক্ৰমে শিল্পবিদ্যা সংৰক্ষিত হৈছিল।" (১)

[illegible] ভাস্কৰ্য্যৰ নাৰীমূৰ্তিৰ [illegible] কমনীয় সুষমাপূৰ্ণ যেন এক [illegible]। [illegible] বাস্তৱতাক [illegible] কৰিয়েই শিল্পীসকলে সৃষ্টি কৰিছিল [illegible] অনুপম [illegible]। ষষ্ঠ শতিকাৰ শিল্পকাৰ্য্য মূৰ্তি [illegible] হোৱা তেজপুৰৰ দ পৰ্বতীয়াৰ শিলৰ তোৰণখনিত থকা "গঙ্গা-যমুনা" নামেৰে খ্যাত দুটি সৌন্দৰ্য্যময় নাৰী মূৰ্তি আৰু পাঁচোটা পৰিচাৰিকাৰ মূৰ্তি অতি জীৱন্ত আৰু সূক্ষ্ম কাৰুকাৰ্য্যৰে ভৰা। সুমলীগড়ৰ দেও পৰ্বতৰ [illegible] পদ্মহস্তা গন্ধৰ্ব নাৰীকেইগৰাকীৰ আৱক্ষ মূৰ্তি ইমান সুন্দৰ আৰু ইমান গতিশীল যে শিল্পীৰ সুদক্ষতাত মন মুগ্ধ হয়।

অসমৰ ভাস্কৰ্য্যৰ নাৰীমূৰ্তিসমূহৰ ভিতৰত অসংখ্য দেৱীমূৰ্তিও পোৱা গৈছে। শিল্পশাস্ত্ৰ তথা ধ্যান বৰ্ণনা অনুসৰিয়েই এই মূৰ্তি-সমূহ নিৰ্মিত হৈছে। ক'ৰবাত দুই এখনহে ব্যতিক্ৰম। এই দেৱী মূৰ্তিসমূহৰ ভিতৰত অষ্টাদশভূজা, দশভূজা, ষোড়শভূজা চতুৰ্ভূজা, দ্বিভূজা দুৰ্গাপ্ৰতিমা, বীণাবাদনৰতা সৰস্বতী, মনমোহা গজলক্ষ্মী, পাৰ্বতী, মনসা, চামুণ্ডা, চণ্ডিকা, কালী, ভুৱনেশ্বৰী, ত্ৰিপুৰা ভৈৰবী, তাৰাদেৱী, মহিষমৰ্দ্দিনী আৰু হাৰিতীদেৱীৰ [illegible] থকা মূৰ্তি এতিয়ালৈকে আৱিষ্কৃত হৈছে। শিৱসাগৰৰ শিৱদ'ল, দেৱীদ'লৰ গাত থকা অষ্টাদশভূজা, ষোড়শভূজা দেৱী মূৰ্তি, গৌৰীসাগৰৰ [illegible] থকা দেৱী ভাস্কৰ্য্য বিভিন্ন ঠাইত আৱিষ্কৃত উমা মহেশ্বৰ মূৰ্তি আদিয়ে প্ৰমাণ কৰে যে শাক্ত-ধৰ্মই আৰু তান্ত্ৰিক প্ৰবাহে শিল্পক [illegible] অনুপ্ৰাণিত কৰিছিল। বজ্ৰযানী বৌদ্ধতান্ত্ৰিক [illegible] মূৰ্তিনিৰ্মাণত যথেষ্ট প্ৰভাৱ পেলাইছিল। তান্ত্ৰিক [illegible] সম্প্ৰদায় হৈছিল। যন্ত্ৰ নিৰ্মাণো এক বিশেষত্ব [illegible] কৰিব

(১) শিক্ষা—অসমীয়া জাতিৰ ইতিবৃত্ত—ডঃ [illegible] — পৃষ্ঠা-১৬৪

লগীয়া যে গুহ্যসাধনাৰ পীঠবোৰত কোনো দেৱী মূৰ্তি নাছিল। বহুত পিছতহে শিল, কাঠ বা পিতলৰ মূৰ্তি সেই ঠাইবোৰত প্ৰতিষ্ঠা কৰা হৈছে।

(১) লক্ষ্মী দেৱীৰ মূৰ্তি : শ্ৰীশ্ৰীলক্ষ্মীদেৱীৰ মূৰ্তি অসমত যি পোৱা গৈছে তাৰ ভিতৰত ৰাজ্যিক সংগ্ৰহালয়ত থকা লক্ষ্মীদেৱীৰ মূৰ্তিৰ নামেই লব লাগিব। এই প্ৰতিমা দুই বাহু বিশিষ্টা আৰু পদ্মপীঠত দ্বিভঙ্গ ৰূপত উপবিষ্টা। "কটিহস্ত" ভঙ্গীত দুয়োহাতত পদ্ম ধাৰণ কৰিছে। পৰিধান কৰিছে কৰণ্ড মুকুট, কুণ্ডল, বলয়, কঙ্কণ হাৰ ইত্যাদি। পৰিধানত আছে কটিবস্ত্ৰ আৰু কটি মেখলা (girdle)

(২) গজলক্ষ্মী : গজলক্ষ্মীৰ ৰূপমূৰ্তি অসমত কেবাঠাইতো পোৱা গৈছে। তেজপুৰৰ কোলপাৰ্কত গ্ৰেনাইট শিলত কটা গজলক্ষ্মীৰ মূৰ্তি এটি পোৱা গৈছে—তেওঁ বহি আছে জাপ পদুমৰ পাহিৰ ওপৰত ললিতাসন ভঙ্গীত। কৰণ্ড মুকুট, হাৰ. বলয়, কঙ্কণ পৰিধান কৰি আছে। দুটি হস্তী দুয়োকাষে বৈ শুঁড়েৰে যেন পানীৰে ঢালি দেৱীক স্নান কৰাই আছে।

গজলক্ষ্মীৰ আন এটি পিতলৰ মূৰ্তি আৱিষ্কৃত হৈছে হঠঁবাত। পোন্ধৰৰ পৰা ওঠৰ শতিকাৰ ভিতৰত এই মূৰ্তি নিৰ্মাণ হব পাৰে।

(৩) সৰস্বতী : শ্ৰীশ্ৰীসৰস্বতীৰ মূৰ্তি ৰাজ্যিক সংগ্ৰহালয়ত ৰক্ষিত হৈছে। তেজপুৰত পোৱা প্ৰতিমাখনিত দেখা গৈছে যে দেৱী ললিতাসন ভঙ্গীত বহি আছে। দুয়োখন হাতেৰে বীণা ধাৰণ কৰিছে। পৰিধান কৰিছে অলঙ্কাৰ আৰু কটিবস্ত্ৰ।

শিৱসাগৰত পোৱা সৰস্বতী মূৰ্তিখনি ত্ৰিভঙ্গ ভঙ্গীমাৰ। দুয়োহাতেৰে দেৱীয়ে বীণা ধাৰণ কৰিছে। কৰণ্ড মুকুট, কুণ্ডল, বাজুবন্ধ, কঙ্কণ, হাৰ, কটিবস্ত্ৰ, মেখলা (girdle) পৰিধান কৰিছে।

(৪) গঙ্গামূৰ্তি : নদীৰ দেৱী গঙ্গাৰ মূৰ্তিখনি যোগিনী গঙ্গাৰ মূৰ্তি বুলিবও পাৰি। সৌন্দৰ্য্য সুষমাৰ ফালৰ পৰা, প্ৰাচীনত্বৰ ফালৰ পৰা ই এক বিখ্যাত মূৰ্তি। দ পৰ্বতীয়াৰ (তেজপুৰৰ) দুৱাৰৰ চৌকাঠত খোদিত হৈ থকা অনুপম এই গঙ্গা মূৰ্তি গুপ্তযুগৰ (ষষ্ঠ শতিকাৰ) বুলি ঠাৱৰ কৰা হৈছে। গঙ্গা ইয়াত ত্ৰিভঙ্গ ৰূপত দণ্ডায়মানা। মূৰৰ কেউকাষে এক অলৌকিক প্ৰভা (Halo)। মূৰ্তিৰ পিনে মুখ কৰি সোঁপিনে দুটা মাঙ্গল্য বিহগ উৰি আছে।

(৫) যমুনা ঃ দ পৰ্বতীয়াৰ এই ঐতিহাসিক তোৰণৰ বাওঁ-কালৰ দ্বাৰশাখাৰ তলত খোদিত মূৰ্তিটো হল যমুনাৰ মূৰ্তি। গঙ্গাৰ নিচিনাকৈয়ে যমুনাও ত্ৰিভঙ্গ ভঙ্গীত দণ্ডায়মানা। তেওঁৰ মূৰৰ ওপৰতো স্বৰ্গীয় প্ৰভা বিৰাজ কৰিছে আৰু দুটা মাঙ্গল্যবিহগ ইয়াতো একে ধৰণেৰে উৰি থকা দেখা গৈছে।

মহিষমৰ্দিনী দুৰ্গা ঃ মহিষমৰ্দিনী শ্ৰীশ্ৰীদুৰ্গাৰ মূৰ্তি অসমত যথেষ্ট জনপ্ৰিয়। মহিষমৰ্দিনী ৰূপ হৈছে দুৰ্গাৰ উগ্ৰৰূপ। এই দুৰ্গা মূৰ্তিৰ কিছুমান পোৱা গৈছে পাহাৰৰ গাত শিলত খোদিত ৰূপত, কিছুমান মূৰ্তি পোৱা গৈছে পিতলৰ। মঙ্গলদৈত আৱিষ্কৃত হোৱা জনজাতীয় দুৰ্গা বা বুঢ়ীগোসাঁনীৰ প্ৰতিমাখনি অৱশ্যে ব্যতিক্ৰম।

চিৰাজুলী (শোণিতপুৰ জিলা), গুৱাহাটী, ভই পৰ্বত (নগাওঁ) আৰু কলিয়াবৰৰ পৰা আনি ৰাজ্যিক সংগ্ৰহালয়ত কেইবাখনিও দুৰ্গা প্ৰতিমা সংৰক্ষণ কৰা হৈছে।

সিংহবাহিনী দুৰ্গা মূৰ্তি ৰাজ্যিক সংগ্ৰহালযত যি সংৰক্ষিত হৈছে সেই প্ৰতিমাৰ হাত চাৰিখনি। সোঁহাতত খড়্গ, বাওঁহাতত ঢাল। ওপৰৰ সোঁহাত অস্ত্ৰবিহীন, বাওঁহাতত শূল। তেওঁ জটামুকুট আৰু অলঙ্কাৰ পৰিহিতা।

চিৰাজুলীত পোৱা মহিষমৰ্দিনী শিলত কটা। এই মূৰ্তিৰ জোখ ৯০ ৫০ ছেঃ মিঃ। দশভূজা দেৱী অতিভঙ্গ ৰূপত থিয় হৈছে। তেওঁৰ সোঁভৰি সিংহৰ ওপৰত আৰু বাওঁ ভৰি মহিষাসুৰৰ ওপৰত ন্যস্ত হৈছে। তেওঁৰ আয়ুধ ত্ৰিশূল, চক্ৰ, টঙ্কা, শৰ, খড়্গ, ঢাল, ধনু, কুঠাৰ, অঙ্কুশ আৰু অসুৰৰ কেশবন্ধ। কৰণ্ড মুকুট, কুণ্ডল, হাৰ, মালা, বলয় পৰিধান কৰিছে। দেৱীৰ কটিবস্ত্ৰ শাৰী। দেৱীয়ে মহিষাসুৰক ত্ৰিশূলেৰে বধ কৰিছে। অসুৰ মহিষৰ ডিঙিৰ পৰা ওলাই আহিছে। এই মূৰ্তি দশম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে।

একেই ধৰণৰ মহিষমৰ্দিনীৰ মূৰ্তি হাজো, উলুবাৰী, আৰু সিদ্ধেশ্বৰী মন্দিৰতো পোৱা গৈছে। মহিষমৰ্দিনীৰ তিনিখনি ক্ষুদ্ৰ মূৰ্তি আমবাৰী (গুৱাহাটী) খননতো পোৱা গৈছে। এই মূৰ্তিকেইখনি ৰাজ্যিক সংগ্ৰহালয়ত ৰক্ষিত হৈছে। এই মূৰ্তি কেইখনিও দশম শতিকাৰ বুলি অনুমান কৰা হৈছে।

ভই পৰ্বতত (নগাঁৱৰ) পোৱা শিলত খোদিত মহিষমৰ্দিনীৰ মূৰ্তি (১১০×৭ চেঃ মিঃ) পোৱা গৈছে স্থানক ভঙ্গীত। সোঁভৰি

মহিষৰ পিঠিত আৰু বাওঁভৰি তেওঁৰ বাহন সিংহৰ ওপৰত ৰখা দেখা গৈছে। ক্ষীণ কঁকাল, বহল বুকু, দশভূজা।' আয়ুধ ত্ৰিশূল, খেটক, তৰোৱাল চক্ৰ, শৰ, ঢাল ধনু, সৰ্প, অস্পষ্ট, আৰু অসুৰৰ চুলি। কটিবস্ত্ৰ, কটিমেখলা আৰু অলঙ্কাৰ শোভিতা। মহিষাসুৰৰ পিঠিত ত্ৰিশূল মৰা দেখুওৱা হৈছে। মহিষাসুৰে দেৱীৰ লগত যুদ্ধ কৰিবৰ কাৰণে হাতত এখন তৰোৱাল লৈছে। তিনিচুকীয়াত পোৱা পিতলৰ দুৰ্গা প্ৰতিমাখনি ৰাজ্যিক সংগ্ৰহালয়ত আছে। এই মূৰ্তিৰ নিৰ্মাণৰ সময় ওঠৰ শতিকা।

অসমত পোৱা দেৱী ভাস্কৰ্য্যৰ ক্ষেত্ৰত এটা কথা লক্ষ্য কৰিব লগীয়া যে নেপালৰ অষ্টভূজা দুৰ্গাৰ বিপৰীতে অসমত পোৱা দুৰ্গা প্ৰায়ে দশভূজা। কলিয়াবৰৰ হাতীমূৰাত পোৱা দেৱীমূৰ্তি ( ১৭৫ × ১২৭ চেঃ মিঃ ) খনিও দশভূজা দেৱী ত্ৰিভঙ্গী ভঙ্গীত থিয় হৈ আছে। দীঘল অস্ত্ৰেৰে তেওঁ অসুৰৰ বক্ষত আঘাত কৰিছে। সংগ্ৰামৰত অসুৰে সোঁহাতত অস্ত্ৰ লৈছে, বাওঁহাতত লৈছে ঢাল। সিংহই অসুৰৰ সোঁহাত কামুৰি ধৰিছে আৰু বক্ষ হাতোৰাৰে খামুচিছে। বুৰঞ্জীবিদ্ কনকলাল বৰুৱাই শিলৰ এই মূৰ্তিখনি নবম দশম শতিকাৰ বুলি কব খোজে।

শ্ৰীশ্ৰীদুৰ্গাৰ দুটি শিলত খোদিত মূৰ্তিৰ ভিতৰত এটি গুৱাহাটীৰ পানীবজাৰৰ ওচৰত, আনটি কামাখ্যাত পোৱা গৈছে। দুয়োটি মূৰ্তিৰে হাত অৱশ্যে ওঠৰখনকৈ আছে। গুৱাহাটীৰ কুকুৰমুতা নামে ঠাইত যিটি ব্ৰঞ্জৰ মূৰ্তি পোৱা গৈছিল সেইটি ৰাজ্যিক সংগ্ৰহালয়ত ৰক্ষিত হৈছে। এই মূৰ্তিটি সিংহবিহীনা।

উত্তৰ গুৱাহাটীৰ ৰংমহলৰ ইউ. চি. বৰাৰ ঘৰত পিতলৰ মহিষমৰ্দিনী মূৰ্তি এটি পোৱা গৈছে। দেৱী অষ্টভূজা, বস্ত্ৰ অলঙ্কাৰ পৰিহিতা। ত্ৰিশূল, কৰণ্ড, বাণ, খড়্গ, চক্ৰ, ধনু, সৰ্প আৰু অসুৰৰ চুলি হস্ত কেইখনিত শোভা পাইছে। এই মূৰ্তিখনি বাৰ শতিকাৰ বুলি স্থিৰ কৰা হৈছে।

মহাকালী : মহাকালীৰ মূৰ্তি এখনি কাৰ্বি আংলঙৰ দেওপানীত পোৱা গৈছে। সমপদস্থানক ভঙ্গীত থকা এই মূৰ্তিখনি চতুৰ্ভূজা। হাতত দেখা গৈছে খেটক, খড়্গ, নৰমস্তক আৰু বৰদমুদ্ৰা। ভয়াবহ এই মূৰ্তি মুণ্ডমালা, জটা মুকুটেৰে শোভিতা।

কালী : নৰদেহৰ ওপৰত বহি থকাৰ ভঙ্গীত কালী মূৰ্তি এখনি লক্ষীমপুৰৰ পঞ্চানন মন্দিৰতহে পোৱা গৈছে। দেৱী চতুৰ্ভুজা। তলৰ হাত দুখনৰ এখনত ভূমিস্পৰ্শ মুদ্ৰা, এখনত অভয় মুদ্ৰা। ওপৰৰ হাত দুখনত কি ধাৰণ কৰিছে বুজা নেযায়।

ত্ৰিপুৰা ভৈৰৱী : জাপ পদুমৰ ওপৰত উপবিষ্টা ৰূপত তান্ত্ৰিক দেৱী ত্ৰিপুৰা ভৈৰৱীৰ মূৰ্তিখনি পোৱা গৈছে। চতুৰ্ভুজা এই দেৱীৰ ওপৰৰ দুহাতত পুস্তক আৰু অক্ষমালা। তলৰ দুহাতত আছে বৰদা আৰু অভয়মুদ্ৰা। কণ্ঠ মুণ্ডমালাৰে অলঙ্কৃতা। দেৱী ত্ৰিনয়না।

হইবাত (সোণাপুৰ, কামৰূপ) পোৱা ত্ৰিপুৰা ভৈৰৱীৰ মূৰ্তি দুখনি পিতলৰ। সময় পোন্ধৰৰ পৰা ওঠৰ শতিকা বুলি অনুমান কৰা গৈছে।

মনসা : অসমত মনসা মূৰ্তি কেইবাটিও পোৱা গৈছে। ইয়াৰ ভিতৰত কেইবাফালৰ পৰা উল্লেখযোগ্য হৈছে কলিয়াবৰ চাহ বাগিচাৰ পৰা উদ্ধাৰ কৰা মূৰ্তিটি। এই মূৰ্তিটোৰ তলত পূৰ্ণকলস, সৰ্পৰ ঠাইত হাতী দেখা গৈছে। জাপ পদুমৰ আসনৰ ওপৰত সমপদস্থানক ভঙ্গীত দেৱী থিয় হৈ আছে। পদ্মপীঠৰ তলত আছে হাতী। দেৱীৰ পৰিধান হল মুকুট, কুণ্ডল, হাৰ, বাজুবন্ধ, কঙ্কণ, কটিবস্ত্ৰ, কটিমেখলা আৰু পদবলয়।

মনসা মূৰ্তি যিটি গহপুৰৰ কল্যাণীথানত পোৱা গৈছে সেই মূৰ্তিৰ জোখ হল ২২ × ১২ চেঃ মিঃ। দেৱীযে পদ্মপীঠত ললিতাসন ভঙ্গীত বহি আছে। দেৱীযে সোঁহাতত এটি ফল বৰদামুদ্ৰাৰে ধৰি আছে। বাওঁহাতত ধৰি আছে এক সৰ্প। দেৱী জটা মুকুট, কুণ্ডল, হাৰ, মালা, বলয়, কঙ্কণ আৰু নূপুৰ শোভিতা। কটিবস্ত্ৰ' কটি মেখলা আৰু উত্তৰীয়ইও শোভা কৰিছে। সপ্ত নাগৰ ফণাই শোভা কৰিছে দেৱীৰ শিৰ। তেওঁৰ সোঁপিনে ডাটি শোভিত এক পুৰুষ, বাওঁহাতে মুকুট পৰিধানকাৰী আন এজন। সোঁহাতৰ জন 'জৰৎকাৰু' আৰু বাওঁহাতৰ জন 'আস্তিক'। মুকুটে বাসুকী নাগকে ইঙ্গিত কৰিছে। পুষ্পেৰে সহিত এক ঘট পদ্মপীঠৰ তলত দেখা গৈছে।

মনসাৰ ক্ষুদ্ৰ মূৰ্তি পোৱা গৈছে শোণিতপুৰৰ ফুলবাৰী দেৱালয়ত, নগাঁৱৰ কামপুৰৰ ওচৰৰ মাধৱপুৰ লক্ষীস্থান আৰু বিষ্ণুস্থানতো। ফুলবাৰীতে পোৱা মূৰ্তিত দুটি বিদ্যাধৰৰ দ্বাৰা ধৃত (flanked) কীৰ্তিমুখ দেখা গৈছে।

আন এটি উল্লেখযোগ্য মনসা মূৰ্তি হল শিলঘাট চাহ বাগিচাৰ মেনেজাৰৰ কম্পাউণ্ডত পোৱা মূৰ্তিটি। গ্ৰেনাইট শিলত কটা (১৬০ × ৬৬ চেঃ মিঃ) এই মূৰ্তি। জাপ পদুমৰ পীঠত দেৱীয়ে সমপদ স্থানক ভঙ্গীত থিয় হৈ আছে। সোঁহাতত বৰদামুদ্ৰা, হাতত এটা ফল, বামহস্তত আয়ুধ। বস্ত্ৰ, অলঙ্কাৰ পৰিহিতা। পঞ্চ নাগৰ ফণা তেওঁৰ শিৰৰ ওপৰত। দেৱীৰ দুয়োকাষে দুটি নাৰীমূৰ্তি। সোঁপিনে জাপ পদুমৰ পীঠৰ ওপৰত থিয় দি হাতত সৰ্প। তেওঁৰ কাষলে এক নাৰীমূৰ্তিয়ে পদ্মপীঠৰ ওপৰত সমপদ স্থানক ভঙ্গীত হাতত বীণা লৈ আছে।

পদ্মপীঠৰ তলত দেৱীৰ বাহন হাতী। এই লৈ মতভেদো হৈছে। ভট্টশালীয়ে ব্ৰহ্মবৈবৰ্ত পুৰাণৰ ধ্যানমন্ত্ৰৰ সহায়ত কব খোজে যে দেৱী নাগেন্দ্ৰ বাহিনী—যাৰ অৰ্থ হৈছে ডাঙৰ সৰ্প। কিন্তু নাগ শব্দই হাতীও বুজায়। এই মূৰ্তি দশম-একাদশ শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে।

দশম শতিকাত নিৰ্মিত বুলি অনুমান কৰা মনসাৰ শিলৰ মূৰ্তি এখনি গুৱাহাটীৰ ওডাল বাক্ৰাতা (কাহিলিপাৰা) পোৱা গৈছে। ওডাল বাক্ৰাতে পোৱা, দশম শতিকাৰ, মূৰত ফণা থকা আন এখনি দেৱী মূৰ্তি চিনাক্তকৰণ হোৱা নাই যদিও মনসা মূৰ্তি বুলিয়েই বহুতে অনুমান কৰিছে।

শঙ্খা দেৱী ঃ যোগীজানৰ বৰ্জাবাৰীৰ ওচৰৰ শঙ্খা দেৱীৰ ধ্বংসাৱশেষৰ ওচৰত এটি মূৰ্তি পোৱা গৈছে। স্থানীয় ৰাইজে এই মূৰ্তিক শঙ্খা দেৱীৰ মূৰ্তি বুলিয়েই অভিহিত কৰিছে। কুৰ্মৰ ওপৰত দেৱী ললিতাসন ভঙ্গীত বহি আছে। সোঁহাতখন ওপৰলৈ উঠি আছে। অভয়মুদ্ৰা থকা সেই হাতত তেওঁৰ এটি ঘূৰণীয়া ফুল। বাওঁহাতত ভূমিস্পৰ্শ মুদ্ৰা। অলঙ্কৃতা আৰু কটিবস্ত্ৰেৰে শোভিতা। নদী দেৱী যমুনাৰ লগত তেওঁক এক বুলিব পাৰি। মৎস কন্যাই দুফালৰ পৰা ঘটেৰে জলবৰ্ষণ কৰিছে। মৎসকন্যা দুটিৰ তলফালে সৰ্পফণাৰ কিৰীটি, কুণ্ডল, হাৰ, বলয়, কঙ্কণ ইত্যাদি। তেওঁবিলাকে কটিবস্ত্ৰ আৰু কটিমেখলা পিন্ধিছে। এই মূৰ্তি দশম শতিকাৰ বুলি কব পাৰি।

যমুনাৰ আন এটি মূৰ্তি গুৱাহাটীৰ আমবাৰীত পোৱা গৈছে। সাপৰ ফণাৰ মুকুট পৰিধান কৰা এই দেৱী তেৰ শতিকাৰ হব পাৰে।

তাৰাৰ মূৰ্তি ঃ গুৱাহাটীৰ ওডাল বাক্ৰাত (কাফ্লিলীপাৰা) পোৱা তাৰাৰ মূৰ্তিখনি পিতলৰ। এই প্ৰতিমাৰ সময় এঘাৰ শতিকা বুলি ঠাৱৰ কৰা হৈছে।

চামুণ্ডাৰ মূৰ্তি : নগাওঁ জিলাৰ নভঙ্গাত চামুণ্ডাৰ মূৰ্তি এটি পোৱা গৈছে। মৃত শৱকে আসন কৰি লোৱা দেৱীৰ ৰূপ জীৰ্ণশীৰ্ণ, মূৰত জটা, ডিঙিত আৰু কঙ্কালত মুণ্ডমালা। মূৰ্তিটোৰ সোঁকালে শগুণ, বাওঁফালে শিয়াল। এই মূৰ্তিটো একাদশ দ্বাদশ শতিকাৰ বুলি অনুমান কৰা হৈছে।

ছয়গাওঁৰ চান্দ সদাগৰৰ মেৰঘৰৰ ওচৰত থকা মন্দিৰত চামুণ্ডাৰ শিলৰ মূৰ্তি এটি পোৱা গৈছে। এই মূৰ্তিটোৰো আনুমানিক সময় এঘাৰ-বাৰ শতিকা। কামাখ্যাৰ চামুণ্ডাৰ মূৰ্তি চতুৰ্ভুজা ৰূপত পোৱা গৈছে। ক্ষীণকায়া, ক্ষীণ জঠৰা, কোটৰগত চকু, লোলিহান জিভাৰে মুক্তকেশী এই ৰূপ।

মাতৃ মূৰ্তি : কামাখ্যাৰ পশ্চিম দ্বাৰৰ তোৰণত থকা এই মাতৃ মূৰ্তিটি বৰ মনমোহা। সন্তানক কোলাত গভীৰ স্নেহেৰে সাৱটি আছে।

ভুবনেশ্বৰী : দেৱী ভুবনেশ্বৰীৰ যিখনি প্ৰতিমা পোৱা গৈছে সেই প্ৰতিমা নিৰ্মাণৰ সময় দশম একাদশ শতিকা। এই মূৰ্তিখনি কামাখ্যাত পোৱা গৈছিল আৰু এতিয়া ৰখা হৈছে ৰাজ্যিক সংগ্ৰহালয়ত।

পাৰ্বতীৰ মূৰ্তি : ষষ্ঠ শতিকাত নিৰ্মিত বুলি ঠাৱৰ কৰা পাৰ্বতীৰ এটি শিলৰ মূৰ্তি ৰঙাপাৰা চাহ বাগিছাত পোৱা গৈছে। এই মূৰ্তিটি বৰ্তমান ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে।

মন্দিৰৰ গাত শিলত খোদিত পাৰ্বতীৰ সোঁহাতত তৰোৱাল আৰু বাওঁহাতত দাপোণ দেখিবলৈও পোৱা গৈছে। উমানন্দতো এখনি পাৰ্বতী মূৰ্তি পোৱা গৈছে।

হাৰিতীৰ মূৰ্তি ঃ কামৰূপৰ সোণাপুৰৰ হুঁহৰা এক সৰু গাওঁ। কিন্তু প্ৰত্নতাত্ত্বিক ঐতিহ্যপূৰ্ণ আৱিষ্কাৰ ইয়াত হৈছে। ৯ চেঃ মিঃৰ দুগৰাকী দেৱী। বাওঁফালৰ গৰাকী ললিতাসনত বহি আছে। কোঁচত এটি কেঁচুৱা। সোঁহাত বৰদা ভঙ্গীত। সোঁফালৰ গৰাকী পদ্মাসনত ধ্যান মুদ্ৰাত। দুয়ো দেৱী দ্বিহস্তা। কল্পবৃক্ষ ধৰি দুফালে মূৰ্তি। হয়তো মাহেশ্বৰী, হয়তো মাতৃকা।

হাৰিতী দেৱীৰ দুইটি পিতলৰ মূৰ্তি। হুইঁবাত (সোণাপুৰ, কামৰূপ) পোৱা মূৰ্তিটিৰ সময় দশম একাদশ শতিকা আৰু গুৱাহাটীত পোৱা মূৰ্তিটিৰ সময় একাদশ শতিকা। হুইঁবাত পোৱা হাৰিতী দেৱীয়ে (৬'৫ চেঃ মিঃ) ললিতাসন ভঙ্গীত বহি আছে।

উমা-মহেশ্বৰ মূৰ্তি : সৌম্য-মধুৰ ৰূপৰ উমা-মহেশ্বৰৰ মূৰ্তি যথেষ্ট সংখ্যক মধ্য অসমত পোৱা গৈছে। দুটা ৰূপত এই মূৰ্তি-বোৰ দেখা গৈছে। কিছুমান শিলৰ গাত খোদিত মূৰ্তি, কিছুমান শিল বা ধাতুৰে নিৰ্মিত মূৰ্তি।

হাওডাঘাটৰ ওচৰৰ বড়গঙ্গা, ডবকাৰ কাষৰ মিকিৰ আহ্নি, যোগীজানৰ বাঙ্গবাৰী আৰু ডবকাত এনে মূৰ্তি বহুতো পোৱা গৈছে। ডবকাত পোৱা মূৰ্তিটি বাহ্যিক সংগ্ৰহালয়ত আছে। এই মূৰ্তিৰ সময় নৱম দশম শতিকা বুলি ঠাৱৰ হৈছে। কামৰূপৰ মদন-কামদেৱ মন্দিৰৰ স্থানত শৃঙ্গাৰ ভাবৰ বহুতো মূৰ্তি এতিয়া আবিষ্কৃত হৈছে।

চণ্ডিকাৰ মূৰ্তি : মিকিৰ পাহাৰৰ অন্তৰ্গত দেওপানী চাহবাগিচাৰ ভিতৰত দেৱী চণ্ডিকাৰ মূৰ্তি এখনি পোৱা গৈছে। চণ্ডিকাৰ এই মূৰ্তিটিৰ হাত চাৰিখন। ওপৰৰ দুখন হাতৰ সোঁহাতৰখনত ত্ৰিশূল আৰু বাওঁহাতত দাপোণ। তলৰ দুখনি হাতত বৰদা মুদ্ৰা।

উগ্ৰচণ্ডা দুৰ্গা : গুৱাহাটীৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ পানীকলৰ ওচৰত অষ্টাদশভুজা উগ্ৰচণ্ডা দুৰ্গাৰ মূৰ্তি শিলাখণ্ডত কটা আছে। এনে অষ্টাদশভুজা মূৰ্তি অসমত অতি বিৰল।

শ্ৰীদুৰ্গা : গোৱালপাৰা জিলাৰ শ্ৰীসূৰ্য্য পাহাৰত পোৱা দুৰ্গাৰ প্ৰতিমাখনি ব্যতিক্ৰম। এই প্ৰতিমাখনিত দুৰ্গাৰ মাত্ৰ দুখন হাত। এখন হাতত গদা, আনখনত চক্ৰ, ডিঙিত ৰুদ্ৰাক্ষৰ মালা। সময় নৱম-দশম শতিকাৰ।

• • •

# গ্ৰন্থ-পঞ্জী


| | |
|---|---|
| অগ্নিপুৰাণ | |
| অথৰ্ববেদ | |
| অসম গৌৰৱ | প্ৰকাশক অসমীয়া বিভাগ, কটন কলেজ |
| অসম বুৰঞ্জী | ঢেকিয়াল ফুকন, হলিৰাম |
| অসম বুৰঞ্জী | তামুলীফুকন, কাশীনাথ |
| অসম বুৰঞ্জী | দত্ত, শৰৎ কুমাৰ |
| অসম বুৰঞ্জী | বৰুৱা, সদৰামিন হৰকান্ত |
| অসম বুৰঞ্জী | ভূঞা, সূৰ্য্যকুমাৰ, সম্পাদিত |
| অসম বুৰঞ্জী | মহন্ত, সুকুমাৰ |
| অসম বুৰঞ্জী সাৰ | চৌধুৰী, প্ৰতাপচন্দ্ৰ, সম্পাদিত |
| অসম সাহিত্য সভা পত্ৰিকা | অসম সাহিত্য সভা |
| অসমৰ বুৰঞ্জী | গোঁহাঞি বৰুৱা, পদ্মনাথ |
| অসমৰ শাক্তধৰ্ম আৰু সাহিত্য | শৰ্মা দলৈ, হৰিনাথ |
| অসমৰ পদ্য বুৰঞ্জী | ভূঞা, সূৰ্য্যকুমাৰ, সম্পাদিত |
| অসমীয়া জাতিৰ ইতিবৃত্ত | অসম সাহিত্য সভা |
| অসমীয়া লোকগীত সঞ্চয়ন | শৰ্মা, হেমন্তকুমাৰ |
| অসমীয়া সাহিত্যৰ ইতিবৃত্ত | শৰ্মা, সত্যেন্দ্ৰনাথ |
| অসমীয়া সাহিত্যৰ চানেকি ১ম, ২য়, ৩য় খণ্ড | গোস্বামী, হেমচন্দ্ৰ, সম্পাদিত |
| অসমীয়া সাহিত্যৰ ৰূপৰেখা | নেওগ মহেশ্বৰ |
| আদি যামল | |
| আনন্দ চন্দ্ৰ আগৰৱালাৰ গ্ৰন্থাৱলী | অসম সাহিত্য সভা |

